

# অসমৰ জনজাতি আৰু সংস্কৃতি



সম্পাদনা

ডঃ মলিনা দেৱী ৰাভা

অসম সাহিত্য সভা

# অসমৰ জনজাতি আৰু সংস্কৃতি


সম্পাদনা-মণ্ডলী

মুখ্য সম্পাদক

ডক্টৰ মলিনা দেৱী ৰাভা

যুটীয়া সম্পাদক

ডক্টৰ এম. গোপাল সিংহ

শ্ৰীদীপিকা ৰাভা

শ্ৰীসীমাশ্ৰী দৈমাৰী






অসম সাহিত্য সভা

**ASSAMAR JANAJATI ARU SANSKRITI :** A Collection of Selected articles on Tribals of Assam and their Culture, edited by Dr. Malina Devi Rahba and Published by Dr. Paramananda Rajbanshi, General Secretary, Assam Sahitya Sabha, Chandrakanta Handique Bhawan, Jorhat-1, Rs. 350.00



প্ৰকাশক ঃ ডক্টৰ পৰমানন্দ ৰাজবংশী
প্ৰধান সম্পাদক, অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট-১

সম্পাদনা-মণ্ডলী ঃ মুখ্য সম্পাদক
ডক্টৰ মলিনা দেৱী ৰাভা
যুটীয়া সম্পাদক
ডক্টৰ এম. গোপাল সিংহ
শ্ৰীদীপিকা ৰাভা
শ্ৰীসীমাশ্ৰী দৈমাৰী

প্ৰথম প্ৰকাশ ঃ ২০১০

দ্বিতীয় প্ৰকাশ ঃ ২০১৬

বেটুপাত ঃ মনজিৎ ৰাজখোৱা

ডিটিপি ঃ কিশোৰ কুমাৰ শৰ্মা

মূল্য ঃ ৩৫০.০০ টকা

মুদ্ৰণ ঃ শিৰম প্ৰিণ্টাৰ্চ
হাতীশিলা, পানীখাইতি, গুৱাহাটী-৫০

# আগকথা

অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ লগতে অসমৰ জনজাতিৰ ভাষা-সাহিত্য-সংস্কৃতিৰ সম বিকাশৰ বাবে অসম সাহিত্য সভাই গ্ৰহণ কৰা দৃষ্টিভংগী অতি স্পষ্ট আৰু নিৰ্মল। এই সম্পৰ্কে একাধিক সভাত সভাপতিসকলৰ ভাষণত প্ৰতিফলিত হৈ আহিছে। বাস্তৱ ৰূপায়ণৰ ক্ষেত্ৰত মাজে সময়ে কিছু বিলম্ব ঘটিছে।

অসম তথা উত্তৰ-পূৰ্বাঞ্চলৰ জনজাতিৰ সমাজ আৰু সংস্কৃতিৰ বিষয়ে একাধিক গ্ৰন্থ প্ৰণয়ন কৰিও আহিছে। অসম সাহিত্য সভাৰ ইতিহাসৰ পাত মেলি চালে এই সত্য নিশ্চয় ওলাই পৰিব। এই প্ৰসংগত 'অসমৰ জনজাতি' নামৰ গ্ৰন্থখনৰ কথা উল্লেখ কৰিব পাৰি। ইং ১৯৬২ চনত অসম সাহিত্য সভাই প্ৰকাশ কৰা সেই গ্ৰন্থখন জনজাতীয় বিষয়ে চিন্তা-চৰ্চা কৰি প্ৰস্তুত কৰা এখনি স্মৰণযোগ্য অধ্যয়নপুষ্ট গ্ৰন্থ। জনজাতি বিষয়ক গ্ৰন্থ প্ৰকাশনত অসম সাহিত্য সভাই পাৰ্যমানে চেষ্টা কৰি আহিছে।

সভাৰ লক্ষ্য আৰু দৃষ্টিভংগীৰ ওপৰত গুৰুত্ব দি এইবেলি অসমৰ জনজাতি বিষয়ক কেন্দ্ৰ কৰি এলানি গ্ৰন্থ প্ৰকাশৰ আঁচনি গ্ৰহণ কৰিছে। 'অসমৰ জনজাতি আৰু সংস্কৃতি' গ্ৰন্থখন এনে আঁচনিৰেই প্ৰকাশিত গ্ৰন্থ। এই গ্ৰন্থখনত অসমৰ পচিশটা জনজাতিৰ সমাজ আৰু সংস্কৃতিৰ বিষয় সুচিন্তিতভাবে সন্নিৱিষ্ট কৰা হৈছে। অতি সুখৰ বিষয় এয়ে যে এই গ্ৰন্থখনৰ প্ৰস্তুতিত ভাগ লোৱা লেখক-লেখিকাসকল ড° ইৰশ্বাদ আলি আৰু ড° প্ৰণীতা দেৱীৰ বাহিৰে আটাইকেইজনেই জনগোষ্ঠীয় চিন্তাশীল প্ৰবন্ধকাৰ। সেই বাবেই আমি নিশ্চিত যে এই গ্ৰন্থখনত প্ৰতিফলিত হোৱা প্ৰবন্ধবোৰত জনজাতিসকলৰ প্ৰকৃত ছবিখন নিখুঁতভাবে অংকণ কৰা হৈছে। এই গ্ৰন্থখনে অসমৰ জনজাতিৰ বিষয়ে গৱেষণা কৰোঁতে নিশ্চয় গৱেষকসকলক নতুন সমল দিবলৈ সক্ষম হ'ব। প্ৰবন্ধকাৰসকলৰ লগতে প্ৰকাশনৰ লগত জড়িত ব্যক্তিসকললৈ আমাৰ সাদৰ সম্ভাষণ জনালোঁ।

[signature]
২৪/১০/১০

## ।। প্ৰধান সম্পাদকৰ একাষাৰ।।

ড° মলিনা দেৱী ৰাভাৰ বিশেষ তৎপৰতাত অসম সাহিত্য সভাই প্ৰকাশ কৰা গৱেষণামূলক প্ৰবন্ধ সংকলন 'অসমৰ জনজাতি আৰু সংস্কৃতি' গ্ৰন্থখনিৰ প্ৰথম সংস্কৰণ ইতিমধ্যে শেষ হোৱাত পুনৰ্মুদ্ৰণৰ বাবে এবছৰৰ আগতেই সিদ্ধান্ত গ্ৰহণ কৰিছিল। সেইমৰ্মে এই দ্বিতীয় সংস্কৰণখনি শিৱম প্ৰিণ্টাৰ্চ আৰু মানিক আহমেদৰ একান্ত সহযোগিতাত এই কাম সম্পন্ন কৰা হৈছে। সংশ্লিষ্ট সকলো পক্ষকে আন্তৰিক শলাগ জ্ঞাপন কৰিলো এই ছেগতে—

চিৰ চেনেহী মোৰ ভাষা জননী!

১৫-১১-২০১৬
দিনাংক

**পৰমানন্দ ৰাজবংশী**
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

# সূচীপত্ৰ

# সম্পাদকীয়

উত্তৰ-পূৰ ভাৰতৰ প্ৰাণকেন্দ্ৰস্বৰূপ অসমৰ ভাষা-সংস্কৃতিৰ বিচিত্ৰতা সমগ্ৰ ভাৰততে সৰ্বজন বিদিত আৰু সমাদৃত। এনে বৈচিত্ৰ্যধৰ্মী অসমৰ ভাষা-সংস্কৃতিৰ সিংহভাগ অধিকাৰ কৰি থকা পাহাৰ-ভৈয়ামৰ ভিন্ন জনজাতি গোষ্ঠী বুলিলে সংবিধান স্বীকৃত অসমৰ প্ৰধানকৈ ২৫টা বিভিন্ন প্ৰকাৰৰ জনজাতি গোষ্ঠীৰ কথাই আমাৰ মনলৈ আহে। ২০০১ চনৰ লোকপিয়ল মতে অসমৰ জনজাতি সকলৰ মুঠ জনসংখ্যা ৩৩,০৮,৫৭০ জন। অৰ্থাৎ অসমৰ মুঠ জনজাতীয় জনসংখ্যা প্ৰদেশখনৰ মুঠ ২,৬৬,৫৫,৫২৮ জনসংখ্যাৰ ১২.৪ শতাংশ। ২০০২ চনত অসমৰ ভৈয়াম জনজাতিৰ তালিকাত খামটি আৰু চিংফৌসকল অন্তৰ্ভুক্ত হৈছে বাবে ২০০১ চনৰ লোকপিয়লত এই দুই জনজাতিৰ লোকসংখ্যা অন্তৰ্ভুক্ত হোৱা নাই। বাসস্থান অনুসৰি অসমৰ জনজাতীয় লোকসকল দুভাগত বিভক্ত হৈছে। পাৰ্বত্য অঞ্চলৰ জনজাতি আৰু ভৈয়াম অঞ্চলৰ জনজাতি। ভৈয়াম অঞ্চলৰ জনজাতিসকল হ'ল বড়ো, মিছিং, ৰাভা, তিৱা, দেউৰী, সোণোৱাল কছাৰী, বৰ্মন, মৈচ, হোজাই, গাৰো, হাজং, চিংফৌ, ডিমাছা, খামটি, পাৰ্বত্য অঞ্চলৰ জনজাতিসকলৰ ভিতৰত কাৰবি, হ্মাৰ, খাছী, চাকমা, কুকি, মিজো, নগা, পোই, লাখেৰ, চিনঠেং, মান।

পাহাৰ-ভৈয়াম উভয়তে বসবাস কৰা জনজাতীয় লোকসকলে অসমক নিজৰ গৃহভূমি আৰু অধিকাংশ জনজাতি গোষ্ঠীয়ে অসমীয়া ভাষাক শিক্ষাৰ মাধ্যম ৰূপে গ্ৰহণ কৰিলেও তেওঁলোকৰ স্বকীয় ভাষা-সংস্কৃতি, আৰ্থসামাজিক ব্যৱস্থা, ৰীতি-নীতি, উৎসৱ-অনুষ্ঠান আৰু লোককলা শিল্পৰে অতিবাহিত কৰা জীৱন পৰিক্ৰমা অতিশয় বৈচিত্ৰ্যপূৰ্ণ।

বৃহত্তৰ অসম আৰু অসমীয়া জাতিগঠন প্ৰক্ৰিয়াত জনজাতীয় গোষ্ঠীসমূহে এক তাৎপৰ্যপূৰ্ণ ভূমিকা গ্ৰহণ কৰি আহিছে। জাতি গঠন প্ৰক্ৰিয়াৰ বৈজ্ঞানিক বিচাৰ বিশ্লেষণ সম্পৰ্কীয় চিন্তা-চৰ্চা আমাৰ দেশত বিশেষকৈ অসমত গুৰুত্বপূৰ্ণ বুলি বিবেচিত নহ'লেও পশ্চিমীয়া দেশসমূহত এনে বিষয়ৰ চৰ্চাই অত্যাধিক গুৰুত্ব লাভ

কৰি আহিছে। ডেল্টন, ৰিজলে, স্মীথ, হেডন, ৰুগেৰি, আইষ্টেভ আদি নৃত্যাত্ত্বিক পণ্ডিতসকলে সমগ্ৰ বিশ্ব মানৱক ভিন্ন প্ৰজাতিত বিভক্ত কৰি প্ৰণালীবদ্ধ অধ্যয়নৰ বাট মুকলি কৰে। ভাৰতীয় প্ৰজাতীয় উপাদানৰ বিষয়ে বিৰজা শংকৰ গুহ, শশাংক শেখৰ সৰকাৰ, সুনীতি কুমাৰ চেটাৰ্জী আদিৰ দৰে নৃতাত্ত্বিক পণ্ডিতসকলে বৈজ্ঞানিক বিচাৰ-বিশ্লেষণৰ অন্তত ভাৰতবৰ্ষ তথা অসমৰ অধিবাসীসকল পৃথিৱীৰ প্ৰধান ছয়টা নিম্নলিখিত নৃগোষ্ঠীৰ অন্তৰ্গত বুলি উল্লেখ কৰিছে—

১। নিগ্ৰিতো

২। প্ৰটো অষ্ট্ৰেলয়ড

৩। মংগোলীয় ঃ

(ক) প্ৰত্নমংগোলীয় ঃ দীৰ্ঘমস্তকী, প্ৰশস্ত মস্তকী

৪। ভূমধ্যসাগৰীয় ঃ

(ক) প্ৰত্ন ভূমধ্য সাগৰীয়

(খ) ভূমধ্য সাগৰীয়

(গ) প্ৰাচ্য

৫। পশ্চিমীয়া প্ৰশস্ত মস্তকী ঃ

(ক) আলপাইন

(খ) আৰ্মেণীয়

(গ) ডিনাৰিক

৬। নৰ্ডিক ঃ

অসমৰ অধিবাসীসকল ঘাইকৈ প্ৰটো অষ্টোলয়ড মংগোলীয়, ভূমধ্য সাগৰীয় আৰু নৰ্ডিক নৃ-গোষ্ঠীৰ অন্তৰ্গত। বৃহত্তৰ অসমীয়া জাতি গঠন আৰু সাংস্কৃতিক সমন্বয় আৰু সংশ্লেষণ প্ৰক্ৰিয়ালৈ মংগোলীয় গোষ্ঠী অৰ্থাৎ অনাৰ্যমূলীয় জনজাতিসকলৰ অৱদান অপৰিসীম। বৈদিক আৰু সংস্কৃত সাহিত্যত কিৰাতৰূপে পৰিচিত অনাৰ্যমূলীয় জনজাতিসকলৰ অৱদান সম্পৰ্কত ড° সূৰ্য কুমাৰ ভূঞাদেৱে "Studies in the History of Assam (p. 5-6) গ্ৰন্থত এনেদৰে উল্লেখ কৰিছে—

..... the first significant feature of Assam's civilization is the part that non-Aryans were played in moulding and shaping it. Turning to the epical age, We find the great hero Bhagadatta, the king of Kamrupa. Apearing in the battle field of Kurukshetra as the had of kirata regons whose army and splendour caused terror in the hearats of the warrieors (p. 5-6) অসমীয়া জাতি গঠন প্ৰক্ৰিয়াৰ অন্যতম প্ৰবক্তা বিষ্ণু ৰাভাদেৱে বিভিন্ন জাতি-জনজাতি গোষ্ঠীৰ সমন্বয়ৰ মাজেৰে গঢ়ি উঠা অসমীয়া জাতি সম্পৰ্কত এনেদৰে মন্তব্য কৰিছে 'মিকিৰ, মিচিং, কছাৰী, সোণোৱাল মেচ, খাচি, নগা, লালুং, চুটিয়া, গাৰো, ৰাভা, ডিমাছা, কুকি, চাওতাল, মণিপুৰী, মোচাই, দেউৰী, বড়ো, আহোম, টাই, মৰাণ, কোচ, খামটি ... এইসকল অসমবাসীক লৈয়েই অসমীয়া জাতি।" (বিঃ ৰাঃ ৰঃ সম্ভাৰ ঃ ১ম খণ্ড, পৃঃ ১৯৯০)। বিষ্ণুৰাভাই তেখেতৰ কবিতাত আনকি জনজাতিসকলক 'অসমৰ আদিম আদাম' ৰূপে উল্লেখ কৰিছে আৰু অসমীয়া জাতিৰ বিধাতা বুলি অভিহিত কৰিছে।

"ট্ৰাইবেল আদি নৰ! অসমৰ পিতা
অসমীয়া জাতিৰ বিধাতা।"

(বিঃৰাঃৰঃ সম্ভাৰঃ পৃঃ ১৯০, ১৯২)।

বিশিষ্ট লোকসংস্কৃতিবিদ ড° প্ৰফুল্লদত্ত গোস্বামীদেৱেও তেখেতৰ 'অসমীয়া সংস্কৃতি' (১৯৭৯ ইং ঃ পৃ ঃ ১৬১-১৬৭) নামৰ প্ৰবন্ধত অসমীয়া জাতি গঠনত বিভিন্ন জনজাতিৰ অৱদানৰ বিষয়ে স্পষ্টভাৱে উল্লেখ কৰিছে।

বৃহত্তৰ অসমত আৰ্যসকলৰ আগমণৰ পূৰ্বেই আৰ্যভিন্ন অৰ্থাৎ জনজাতি গোষ্ঠীয়ে বসতি স্থাপন কৰাৰ প্ৰমাণ পোৱা যায়। এই আৰ্যভিন্ন লোকৰ অধিক সংখ্যকেই ইণ্ডো-মংগোলীয় জনগোষ্ঠীৰ।

মহাভাৰত, ৰামায়ণ, যজুৰ্বেদ আদি মহাগ্ৰন্থত ইণ্ডো-মংগোলীয় সকলক কিৰাতৰূপে উল্লেখ কৰাৰ উপৰিও কালিকা পুৰাণ, যোগিণী তন্ত্ৰ, হৰগৌৰী সংবাদ ইত্যাদি গ্ৰন্থত প্ৰাচীন কামৰূপৰ ধৰ্ম কৈৰাতজ আৰু পূৰ্বোত্তৰ সীমা অঞ্চলক কিৰাত ভূমি বুলি স্পষ্টভাৱে বৰ্ণনা কৰিছে। এই সম্পৰ্কত ভাষাবিদ পণ্ডিত ড° বাণীকান্ত কাকতিয়ে তেখেতৰ ৰচিত 'পুৰণি কামৰূপৰ ধৰ্মৰ ধাৰা' (১৯৫৫) গ্ৰন্থত কালিকা পুৰাণৰ উদ্ধৃতি দি কৈছে— বৰাহৰূপী বিষ্ণুৰে মাতৃ বসুমতীৰ হতুৱাই নৰকাসুৰক প্ৰাগজ্যোতিষপুৰত ৰজা পাতিবলৈ লৈ অহাৰ সময়ত প্ৰাগজ্যোতিষপুৰত শিৰই কিৰাতসকলক লৈ ৰাজ্য স্থাপন কৰিছিল। পিছত নৰকৰ পিতৃ বৰাহ-বিষ্ণুৰে শিৰৰ সন্মতি লৈ ললিতা-কান্তাক সীমা কৰি কৰাতোৱা নদীলৈকে এই ঠাইখণ্ডৰ পৰা কিৰাতসকলক আঁতৰাই নৰকক প্ৰাগজ্যোতিষৰ ৰজা পাতিছিল। তেনেদৰে হিড়িম্বা ৰজা কিৰাত আছিল আৰু ভীমৰ ঔৰসত হিড়িম্বাৰ গৰ্ভত জন্ম হোৱা ঘটোৎকচৰ

কৰি আহিছে। ডেল্টন, বিজলে, স্মীথ, হেডন, হুগেৰি, আইষ্টেভ আদি নৃতাত্ত্বিক পণ্ডিতসকলে সমগ্ৰ বিশ্ব মানৱক ভিন্ন প্ৰজাতিত বিভক্ত কৰি প্ৰণালীবদ্ধ অধ্যয়নৰ বাট মুকলি কৰে। ভাৰতীয় প্ৰজাতীয় উপাদানৰ বিষয়ে বিৰজা শংকৰ গুহ, শশাংক শেখৰ সৰকাৰ, সুনীতি কুমাৰ চেটাৰ্জী আদিৰ দৰে নৃতাত্ত্বিক পণ্ডিতসকলে বৈজ্ঞানিক বিচাৰ-বিশ্লেষণৰ অন্তত ভাৰতবৰ্ষ তথা অসমৰ অধিবাসীসকল পৃথিৱীৰ প্ৰধান ছয়টা নিম্নলিখিত নৃগোষ্ঠীৰ অন্তৰ্গত বুলি উল্লেখ কৰিছে—

১। নিগ্ৰিতো

২। প্ৰটো অষ্ট্ৰেলয়ড

৩। মংগোলীয় ঃ

(ক) প্ৰত্নমংগোলীয় ঃ দীৰ্ঘমস্তকী, প্ৰশস্ত মস্তকী

৪। ভূমধ্যসাগৰীয় ঃ

(ক) প্ৰত্ন ভূমধ্য সাগৰীয়

(খ) ভূমধ্য সাগৰীয়

(গ) প্ৰাচ্য

৫। পশ্চিমীয়া প্ৰশস্ত মস্তকী ঃ

(ক) আলপাইন

(খ) আৰ্মেণীয়

(গ) ডিনাৰিক

৬। নৰ্ডিক ঃ

অসমৰ অধিবাসীসকল ঘাইকৈ প্ৰটো অষ্টোলয়ড মংগোলীয়, ভূমধ্য সাগৰীয় আৰু নৰ্ডিক নৃ-গোষ্ঠীৰ অন্তৰ্গত। বৃহত্তৰ অসমীয়া জাতি গঠন আৰু সাংস্কৃতিক সমন্বয় আৰু সংশ্লেষণ প্ৰক্ৰিয়ালৈ মংগোলীয় গোষ্ঠী অৰ্থাৎ অনাৰ্যমূলীয় জনজাতিসকলৰ অৱদান অপৰিসীম। বৈদিক আৰু সংস্কৃত সাহিত্যত কিৰাতৰূপে পৰিচিত অনাৰ্যমূলীয় জনজাতিসকলৰ অৱদান সম্পৰ্কত ড° সূৰ্য কুমাৰ ভূঞাদেৱে "Studies in the History of Assam (p. 5-6) গ্ৰন্থত এনেদৰে উল্লেখ কৰিছে— ..... the first significant feature of Assam's civilization is the part that non-Aryans were played in moulding and shaping it. Turning to the epical age. We find the great hero Bhagadatta, the king of Kamrupa. Apearing in the battle field of Kurukshetra as the had of kirata regons whose army and splendour caused terror in the hearats of the warrieors (p. 5-6) অসমীয়া জাতি গঠন প্ৰক্ৰিয়াৰ অন্যতম প্ৰবক্তা বিষ্ণু ৰাভাদেৱে বিভিন্ন জাতি-জনজাতি গোষ্ঠীৰ সমন্বয়ৰ মাজেৰে গঢ়ি উঠা অসমীয়া জাতি সম্পৰ্কত এনেদৰে মন্তব্য কৰিছে 'মিকিৰ, মিচিং, কছাৰী, সোণোৱাল মেচ, খাচি, নগা, লালুং, চুটিয়া, গাৰো, ৰাভা, ডিমাছা, কুকি, চাওতাল, মণিপুৰী, মোচাই, দেউৰী, বড়ো, আহোম, টাই, মৰাণ, কোচ, খামটি ... এইসকল অসমবাসীক লৈয়েই অসমীয়া জাতি।" (বিঃ ৰাঃ ৰঃ সম্ভাৰ ঃ ১ম খণ্ড, পৃঃ ১৯৯০)। বিষ্ণুৰাভাই তেখেতৰ কবিতাত আনকি জনজাতিসকলক 'অসমৰ আদিম আদাম' ৰূপে উল্লেখ কৰিছে আৰু অসমীয়া জাতিৰ বিধাতা বুলি অভিহিত কৰিছে।

"ট্ৰাইবেল আদি নৰ! অসমৰ পিতা<br>অসমীয়া জাতিৰ বিধাতা।"<br>(বিঃৰাঃৰঃ সম্ভাৰঃ পৃঃ ১৯০, ১৯২)।

বিশিষ্ট লোকসংস্কৃতিবিদ ড° প্ৰফুল্লদত্ত গোস্বামীদেৱেও তেখেতৰ 'অসমীয়া সংস্কৃতি' (১৯৭৯ ইং ঃ পৃ ঃ ১৬১-১৬৭) নামৰ প্ৰবন্ধত অসমীয়া জাতি গঠনত বিভিন্ন জনজাতিৰ অৱদানৰ বিষয়ে স্পষ্টভাৱে উল্লেখ কৰিছে।

বৃহত্তৰ অসমত আৰ্যসকলৰ আগমণৰ পূৰ্বেই আৰ্যভিন্ন অৰ্থাৎ জনজাতি গোষ্ঠীয়ে বসতি স্থাপন কৰাৰ প্ৰমাণ পোৱা যায়। এই আৰ্যভিন্ন লোকৰ অধিক সংখ্যকেই ইণ্ডো-মংগোলীয় জনগোষ্ঠীৰ।

মহাভাৰত, ৰামায়ণ, যজুৰ্বেদ আদি মহাগ্ৰন্থত ইণ্ডো-মংগোলীয় সকলক কিৰাতৰূপে উল্লেখ কৰাৰ উপৰিও কালিকা পুৰাণ, যোগিণী তন্ত্ৰ, হৰগৌৰী সংবাদ ইত্যাদি গ্ৰন্থত প্ৰাচীন কামৰূপৰ ধৰ্ম কৈৰাতজ আৰু পূৰ্বোত্তৰ সীমা অঞ্চলক কিৰাত ভূমি বুলি স্পষ্টভাৱে বৰ্ণনা কৰিছে। এই সম্পৰ্কত ভাষাবিদ পণ্ডিত ড° বাণীকান্ত কাকতিয়ে তেখেতৰ ৰচিত 'পুৰণি কামৰূপৰ ধৰ্মৰ ধাৰা' (১৯৫৫) গ্ৰন্থত কালিকা পুৰাণৰ উদ্ধৃতি দি কৈছে— ৰৰাহৰূপী বিষ্ণুৱে মাতৃ বসুমতীৰ হতুৱাই নৰকাসুৰক প্ৰাগজ্যোতিষপুৰত ৰজা পাতিবলৈ লৈ অহাৰ সময়ত প্ৰাগজ্যোতিষপুৰত শিৱই কিৰাতসকলক লৈ ৰাজ্য স্থাপন কৰিছিল। পিছত নৰকৰ পিতৃ বৰাহ-বিষ্ণুৱে শিৱৰ সন্মতি লৈ ললিতা-কান্তাক সীমা কৰি কৰাতোৱা নদীলৈকে এই ঠাইখণ্ডৰ পৰা কিৰাতসকলক আঁতৰাই নৰকক প্ৰাগজ্যোতিষৰ ৰজা পাতিছিল। তেনেদৰে হিড়িম্বা ৰজা কিৰাত আছিল আৰু ভীমৰ ঔৰষত হিড়িম্বাৰ গৰ্ভত জন্ম হোৱা ঘটোৎকচৰ

পৰাই কছাৰী জাতিৰ উৎপত্তি হৈছে বুলি কোৱা হৈছে। সংস্কৃত পণ্ডিতৰ মতে শোণিতপুৰৰ ৰজা বাণ আৰু কুণ্ডিল ৰাজ ভীষ্মক কিৰাত বংশীয় আছিল। বড়ো, ৰাভা, ডিমাছা, গাৰো, মিজো, কাৰবি, মিচিং, তিৱা, মৰাণ, চুতিয়া, খামতি, টাই-আহোম, কোচ, হাজং, মেছ প্ৰভৃতি ভিন-ভিন গোষ্ঠীৰ লোকসকলক বিৰাট মংগোল প্ৰজাতিৰ লোক বোলা হৈছে। বেদাদি গ্ৰন্থই এই মংগোল প্ৰজাতিৰ লোকসকলকেই কিৰাত নামেৰে অভিহিত কৰিছে। বাণ, ভীষ্মকৰ বাহিৰেও ঐতিহাসিক যুগৰ বৰ্মন, শালস্তম্ভ, প্ৰলম্ব, পাল আনকি কোচ কমতা, টাই-আহোম প্ৰমুখ্যে পুৰণি অসমৰ প্ৰায় আটাইবোৰ ৰাজ বংশকেই 'কিৰাত' বোলা হৈছে। সম্ভৱ সেইকাৰণে যোগিণীতন্ত্ৰই পুৰণি অসমৰ ধৰ্ম তথা সভ্যতা সংস্কৃতিক বুলিছে— কৈৰাতজঃ সিদ্ধেশী যোগিণী পীঠে ধৰ্মঃ কৈৰতজঃ মতঃ।"

প্ৰাচীন অসমৰ (বৰ্তমানৰ উত্তৰ-পূব ভাৰত) জনগাঁথনিত জনজাতিসকলে এক গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰি আহিছে। মংগোলীয় গোষ্ঠীৰ জনজাতীয় লোকসকল চীন দেশৰ দক্ষিণ অঞ্চলৰ পৰা চালুইন, মেকং, ব্ৰহ্মপুত্ৰ আদি নদ-নদীৰে অসমলৈ প্ৰব্ৰজিত হৈছিল। কৃষিজীৱি অসমৰ জনজাতিসকলৰ জীৱন নিৰ্বাহ প্ৰণালী অতি সৰল আৰু সাংস্কৃতিক জীৱন পৰিক্ৰমা অতিশয় বৈচিত্ৰপূৰ্ণ। অসমৰ জনজাতিসকলে অসমৰ জলবায়ু, প্ৰাকৃতিক পৰিবেশ, পাৰিপাৰ্শ্বিকতা আৰু বৈদিক সংস্কৃতিৰ সংস্পৰ্শলৈ অহা সত্বেও শাৰীৰিক আৰু সাংস্কৃতিক দিশত মূল মংগোলীয় সংস্কৃতিৰ পৰা পৃথক হোৱা নাই। সেয়েহে চুবুৰীয়া প্ৰদেশ অৰুণাচল, মিজোৰাম, মেঘালয়, মণিপুৰ, নাগালেণ্ড আৰু ত্ৰিপুৰাত বসবাস কৰা মংগোলীয় জনগোষ্ঠীৰ মাজত প্ৰচলিত কেতবোৰ উমৈহতীয়া সাংস্কৃতিক বৈশিষ্ট্য যেনে ঃ গণতান্ত্ৰিক সমাজ ব্যৱস্থা, ঘৰ বন্ধা সজুলিত কাঠ, বাঁহ, বেত আৰু খেৰৰ ব্যৱহাৰ, খোৱা খাদ্যত শুকতিমাছ, খৰিচা আৰু তামোল-পাণৰ বহুল ব্যৱহাৰ, কুকুৰা, গাহৰি পালন আৰু খাদ্য হিচাপে গ্ৰহণ, বয়ন শিল্প আৰু অন্যান্য ঘৰুৱা কামত মহিলাৰ পাৰদৰ্শিতা, মদৰ মুকলি ব্যৱহাৰ, উৎসৱ অনুষ্ঠানত নৃত্য-গীতৰ পয়োভৰ, কেতবোৰ পূজাত বলি বিধান আৰু কেঁচা তেজৰ উপাচাৰ প্ৰদান, জাতি-বৰ্ণ- ভেদহীনতা, বিবাহত কন্যাৰ বাবে গা-ধন লোৱা ব্যৱস্থা, কৈৰাতজ বা কিৰাত ধৰ্ম পালন, মান-মৰ্যাদাৰ প্ৰশ্নত অনমনীয়তা, অস্তিত্ব ৰক্ষাৰ অসীম প্ৰচেষ্টা, চাৰিত্ৰিক সৰলতা আদি বৈশিষ্ট অসমৰ জনজাতীয় সমাজতো বৰ্তমান।

অসমৰ জনজাতিসকলৰ উমৈহতীয়া বৈশিষ্টৰ উপৰিও প্ৰতিটো জনজাতিৰ নিজস্ব সুকীয়া বৈশিষ্টই বৃহত্তৰ অসমীয়া সংস্কৃতিৰ মূল বুনিয়াদ। কিন্তু কঠোৰ শ্ৰমৰ বিনিময়ত লাভ কৰা অনাবিল আনন্দকে জীৱনৰ মূলধনৰূপে সুখী উলাহী জীৱন যাপন কৰা পাহাৰ ভৈয়ামৰ অনেক জনজাতি গোষ্ঠীৰ বিষয়ে গৱেষণা আৰু অধ্যয়ন বৰ্তমানেও পৰ্যাপ্ত পৰিমাণে হোৱা নাই। গোলকীকৰণ আৰু আধুনিক প্ৰযুক্তি বিদ্যাৰ প্ৰসাৰণে বিভিন্ন ক্ষেত্ৰক উন্নত কৰিছে যদিও জনজাতিসকলৰ আৰ্থসামাজিক সাংস্কৃতিক আৰু ভাষিক বৈচিত্ৰতাৰ আভ্যন্তৰীণ স্বৰূপ আধুনিক সমাজত আজিও উন্মোচিত নোহোৱাটো অতি পৰিতাপৰ বিষয়। তদুপৰি বৃহত্তৰ অসমীয়া জাতি গঠন প্ৰক্ৰিয়াৰ অন্যতম উপাদান হিচাপে চিহ্নিত বিভিন্ন জাতি-জনজাতিৰ সমাজ, সংস্কৃতি ভাষা, সাহিত্য ইত্যাদিৰ বিষয়ে অধ্যয়ন আৰু গৱেষণাৰ বাবে পৰ্যাপ্ত পৰিমাণৰ গৱেষণা কেন্দ্ৰ স্থাপন নোহোৱাৰ ফলত জনজাতিসমূহৰ বিষয়ে বিদ্যায়তনিক চিন্তা-চৰ্চাৰ অভাৱ বাৰুকৈয়ে পৰিলক্ষিত হয়। সম্প্ৰতি অসমৰ চতুৰ্দিশে বিভিন্ন জাতি-জনজাতিৰ মাজত ভাতৃঘাটী সংঘৰ্ষ আৰু পৃথকতাবাদী প্ৰৱণতা গা কৰি উঠাত অসমৰ জনজীৱনৰ শৃংখলা আৰু সাতামপুৰুষীয়া ঐক্য-সংহতি বিনষ্ট হোৱাৰ উপৰিও উন্নয়নৰ সকলো প্ৰচেষ্টাই বাধাগ্ৰস্ত হৈছে। ঘাইকৈ প্ৰগতিৰ সৰ্বোচ্চ শক্তিৰূপে চিহ্নিত এচাম নৱপ্ৰজন্মৰ সৃষ্টিশীল মানসিকতাক সন্ত্ৰাসবাদৰ ব্যাধিয়ে আক্ৰান্ত কৰি বিব্ৰত কৰাত জাতিৰ উত্তৰাধিকাৰী এইচাম প্ৰজন্মৰ এনে স্খলনক লৈ বিশেষ চিন্তাৰ প্ৰয়োজনীয়তা আহি পৰিছে। সেয়ে অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ লগতে জনজাতীয় ভাষা-সাহিত্য-সংস্কৃতিৰ সমবিকাশৰ বাবে গৱেষণা আৰু অধ্যয়ন অপৰিহাৰ্য হৈ পৰিছে। এনে এক গুৰুত্বপূৰ্ণ জাতীয় সমস্যাৰ সমাধান বিচাৰি শতবৰ্ষ অভিমুখী অসম সাহিত্য সভাই 'অসমৰ জনজাতি আৰু সংস্কৃতি' নামেৰে গ্ৰন্থ প্ৰকাশৰ আঁচনী ৰূপায়ণৰ বাবে আমাক মুখ্য সম্পাদকৰ গুৰু দায়িত্ব প্ৰদান কৰে।

অসমৰ পাহাৰ-ভৈয়ামৰ অধিবাসী পছিশটা জনজাতি গোষ্ঠীৰ সমাজ-সংস্কৃতি, ভাষা, সাহিত্য ইত্যাদি বিষয় ৰূপায়ণ কৰি গ্ৰন্থ প্ৰকাশ কৰাটো ক্ষেত্ৰ অধ্যয়ন আৰু চিন্তাশীলতাৰ কাম। তথাপি বিষয়বস্তুৰ পটভূমি সৰ্বোতমুখী আৰু গভীৰ চিন্তাচৰ্চা আৰু অধ্যয়নৰ বিষয় হিচাপে গণ্য কৰি লগতে অসমীয়া জাতি গঠনৰ অন্যতম প্ৰবক্তা বিষ্ণু ৰাভাই বিভিন্ন জাতি-জনজাতিৰ মাজত সমন্বয় সাধনৰ উদ্দেশ্যে কৰা মন্তব্য যেনে— "এটা জাতিৰ লগত আন এটা জাতিৰ সমন্বয় হ'বলৈ হ'লে পৰস্পৰৰ ভিতৰত উভয়ৰ বিষয়ে সম্পূৰ্ণ জ্ঞান থকা উচিত। নিজৰ ধৰ্ম, কৃষ্টি, সমাজ আৰু সংস্কৃতিৰ উপৰি আনৰ ধৰ্ম-কৃষ্টি সমাজ আৰু সংস্কৃতিৰ বিষয়ে গভীৰ জ্ঞান থকা

উচিত।... গভীৰ জ্ঞান আৰু গভীৰ অধ্যয়ন নাথাকিলে ভুল ত্ৰুটি যথেষ্ট থাকি যোৱাত প্ৰগতিৰ বাটত পৰম্পৰৰ ভিতৰত কাজিয়া হোৱাৰ ফলত হেঙাৰ পৰিবৰ সম্ভাবনা। তদুপৰি পৰস্পৰৰ ধৰ্ম, কৃষ্টি, সংস্কৃতি আৰু সমাজৰ বিষয়ে গভীৰ জ্ঞান আৰু অধ্যয়ন নাথাকিলে, এই দুয়ো জাতিৰ সমন্বয় বিশুদ্ধ হ'ব নোৱাৰে, বৰং কলুষেৰে ভৰপূৰ হৈ ধ্বংসৰ বাটহে মুকলি কৰা হয়।" (বিঃ ৰাভাঃ ৰঃ সম্ভাৰ ঃ ২য় খণ্ড, পৃঃ ১১৯০) সাৰোগত কৰি অসমৰ স্বকীয় ভাষা-সংস্কৃতিধাৰি জনজাতীয় সম্প্ৰদায়ৰ লেখক-লেখিকাসকলক নিজস্ব জনজাতিৰ এক পূৰ্ণাংগ চিত্ৰ পাব পৰাকৈ লেখনিসমূহ আহ্বান কৰা হৈছিল। আমাৰ আবেদনৰ প্ৰতি সঁহাৰি জনাই লেখক-লেখিকাসকলৰ পৰা মাত্ৰ ঊনৈশটা জনজাতিৰ বিষয়ে লিখা প্ৰবন্ধহে পোৱা বাবে গ্ৰন্থখনিৰ পৰিপূৰ্ণতাৰ বাবে ছয়টা জনজাতিৰ বিষয়ে প্ৰথমিক উৎসৰ উপৰিও গৌণ উৎসৰ পৰা তথ্য সংগ্ৰহ কৰি সংক্ষিপ্ত পৰিচয় দাঙি ধৰাৰ প্ৰয়াস কৰা হ'ল।

গ্ৰন্থখনৰ প্ৰথম প্ৰবন্ধত গুৱাহাটী বিশ্ববিদ্যালয়ৰ নৃতত্ববিভাগৰ অৱসৰপ্ৰাপ্ত মূৰব্বী অধ্যাপক বিশিষ্ট নৃতত্ববিদ ড° ইৰশ্বাদ আলিদেৱে জনজাতিৰ সংকল্পনা, সংজ্ঞা আৰু অসমৰ জনজাতি সম্পৰ্কত পশ্চিমীয়া নৃতত্ববিদসকলে দাঙি ধৰা ৰাখ্যা আৰু বিশ্লেষণৰ বৌদ্ধিক আলোচনা আগবঢ়াই অসমৰ জনজাতিসকলৰ সময়োপযোগী এক সংজ্ঞাৰ অতি প্ৰয়োজন বুলি উল্লেখ কৰিছে।

দ্বিতীয় প্ৰবন্ধত বিশিষ্ট শিক্ষাবিদ সাহিত্যিক টাবু ৰাম টাইড দেৱে 'অসমৰ জনজাতীয় নাৰী' শীৰ্ষক প্ৰবন্ধত অসমৰ জনজাতীয় সমাজত নাৰীৰ প্ৰস্থিতি সম্পৰ্কত তথ্য সমৃদ্ধ আলোচনা আগবঢ়াইছে। বড়োমূলীয় বিশিষ্ট শিক্ষাবিদ সাহিত্যিক ড° অনিল বড়োৰ "বড়ো আৰু সংশ্লিষ্ট জনজাতি গোষ্ঠী সমূহ' শীৰ্ষক প্ৰবন্ধত অসমৰ ভিন্ন জনজাতিৰ সামাজিক সাংস্কৃতিক পৰম্পৰাৰ বিষয়ে বিষদভাৱে আলোচনা কৰিছে। মিচিংমূলীয় বিশিষ্ট সাহিত্যিক শিক্ষাবিদ ড° বসন্ত কুমাৰ দলেৰ মিচিং সমাজ আৰু সংস্কৃতি' শীৰ্ষক আলোচনাত মিচিং জনজাতিৰ প্ৰব্ৰজনৰ ইতিহাস, সমাজ আৰু সাংস্কৃতিক জীৱন পৱিত্ৰ মাৰ বিষয়ে বিষদভাৱে আলোচনা কৰিছে।

বিশিষ্ট লেখিকা নিবেদিতা বড়া সন্দিকৈয়ে 'সোণোৱাল কছাৰী জনজাতি ঃ সমাজ-সংস্কৃতি' শীৰ্ষক প্ৰবন্ধ সোণোৱাল কছাৰী জনজাতিৰ ভৌগোলিক অৱস্থান, সমাজ, সংস্কৃতি আৰু ভাষা-সাহিত্যৰ বিষয়ে তথ্য সমৃদ্ধ বিতং আলোচনা আগবঢ়াইছে। ৰাভামূলীয় বিশিষ্ট সাহিত্যিক মেঘালয় বিধান সভাৰ প্ৰাক্তন অধ্যক্ষ মণি ৰাভাই 'ৰাভা জনজাতি ঃ সমাজ সংস্কৃতি' শীৰ্ষক প্ৰবন্ধত ৰাভা জাতিৰ ইতিহাস আৰু সমাজ-সংস্কৃতিৰ বিষয়ে সম্যক বিৱৰণ দাঙি ধৰিছে। জ্যোতিৰ্ময় বৰদলৈৰ 'তিৱা জনজাতি ঃ সমীক্ষাত্মক অধ্যয়ন' প্ৰবন্ধত তিৱাসকলৰ আৰ্থ সামাজিক জীৱন আৰু সাংস্কৃতিক পৰম্পৰাৰ কেতবোৰ নতুন দিশ উন্মোচিত হৈছে। হাজং মূলীয় লেখক কানুৰাম হাজঙৰ 'হাজং জনজাতি ঃ সমীক্ষাত্মক অধ্যয়ন' হাজংসকলৰ নৃ-তাত্বিক পৰিক্ৰমা, সমাজ-সংস্কৃতি আৰু ভাষা-সাহিত্যৰ বিষয়ে অৱলোকন কৰিছে। ৰত্নেশ্বৰ বসুমতাৰীৰ 'বড়ো জনজাতি ঃ সমীক্ষাত্মক অধ্যয়ন' প্ৰবন্ধত বড়োসকলৰ নৃ-তাত্বিক পৰিচয়, সমাজ-সংস্কৃতি আৰু ভাষা সাহিত্য ইত্যাদিৰ বিষয়ে বিতং আলোচনা দাঙি ধৰিছে। চাও লোকেশ্বৰ গগৈৰ 'খামতি জনজাতি ঃ সমাজ সংস্কৃতি' শীৰ্ষক প্ৰবন্ধত খামটিসকলৰ প্ৰব্ৰজনৰ ইতিহাস আৰু সামাজিক-সাংস্কৃতিক জীৱন পৰিক্ৰমা সন্দৰ্ভত বিতং বিৱৰণ দাঙি ধৰিছে। উদীয়মান গৱেষিকা মনালিছা ৰংপিপিৰ 'কাৰবি জনজাতি ঃ সমাজ সংস্কৃতি' প্ৰবন্ধত কাৰ্বিসকলৰ প্ৰব্ৰজনৰ ইতিহাস, ভৌগোলিক অৱস্থান আৰু সামাজিক ৰীতি-নীতি, উৎসৱ-অনুষ্ঠান ইত্যাদিৰ বিষয়ে বৰ্ণনা কৰিছে। ড° প্ৰণীতা দেৱীৰ 'গাৰো জনজাতি ঃ সমাজ সংস্কৃতি' শীৰ্ষক প্ৰবন্ধত গাৰো সমাজৰ ৰীতি-নীতি, বিভিন্ন ধ্যান-ধাৰণা, লোকবিশ্বাস আৰুপৰিৱৰ্তিত সমাজ ব্যৱস্থাৰ স্বৰূপ বৰ্ণিত হৈছে। ড° বলীন সন্দিকৈৰ 'টাই-খাময়াং জনজাতি ঃ সমীক্ষাত্মক অধ্যয়ন' শীৰ্ষক প্ৰবন্ধত টাই-খামায়াংসকলৰ প্ৰব্ৰজনৰ ইতিহাস আৰু সমাজ-সংস্কৃতিৰ বিষয়ে বৰ্ণিত হৈছে। তেখেতে 'টাই-টুৰুং জনজাতি ঃ সমীক্ষাত্মক অধ্যয়ন' প্ৰবন্ধত তুৰুংসকলৰ আদি বাসস্থান, সমাজ-সংস্কৃতি আৰু ভাষা-সাহিত্যৰ বিষয়ে আলোকপাত কৰিছে। ৰুমী খালেনে 'চিংফৌ জনজাতি ঃ সমীক্ষাত্মক অধ্যয়ন' শীৰ্ষক প্ৰবন্ধত চিংফৌসকলৰ প্ৰব্ৰজনৰ ইতিহাসৰ উপৰি সমাজ-সংস্কৃতি আৰু ভাষা সাহিত্যৰ তথ্য সমৃদ্ধ আলোচনা আগবঢ়াইছে। উদিয়মান লেখক পেইম্ থি গোহাইয়ে 'টাই-ফাকে জনজাতি ঃ সমীক্ষাত্মক অধ্যয়ন' শীৰ্ষক প্ৰবন্ধত টাই-ফাকেসকলৰ ঐতিহাসিক পটভূমি, ধৰ্মীয় জীৱন, আৰ্থসামাজিক ব্যৱস্থা, সাংস্কৃতিক পৰম্পৰা আৰু ভাষা সাহিত্যৰ বিষয়ে অধ্যয়ন নিষ্ঠাৰে আলোচনা কৰিছে। দেবেন টাছাই 'অসমৰ চাহ জনজাতি ঃ সমীক্ষাত্মক অধ্যয়ন' প্ৰবন্ধত চাহ জনজাতিৰ নৃ-তাত্বিক পৰিচয় আৰু সমাজ-সংস্কৃতিৰ সম্যক ছবি দাঙি ধৰিছে। হ্মাৰ মূলীয় প্ৰতিষ্ঠিত সাহিত্যিক এল. চংথৌ হ্মাৰৰ 'হ্মাৰ জনজাতি ঃ সমীক্ষাত্মক অধ্যয়ন' প্ৰবন্ধত হ্মাৰ জনজাতিৰ পৰিচয়, সমাজ ব্যৱস্থা, লোকবিশ্বাস, সাংস্কৃতিক পৰম্পৰা আৰু উৎসৱ পাৰ্বন আদিৰ বিষয়ে সুন্দৰভাৱে বৰ্ণিত হৈছে। ডিমাছামূলীয় সাহিত্যিক বিশ্বজ্যোতি বৰ্মনে 'ডিমাছা

জনজাতি ঃ সমীক্ষাত্মক অধ্যয়ন' শীৰ্ষক প্ৰবন্ধত ডিমাছাসকলৰ পৰিচয়, সমাজ ব্যৱস্থা, ধৰ্মীয় বিশ্বাস, উৎসৱ-পাৰ্বন, গীত-নৃত্য-কলা আৰু ভাষা-সাহিত্যৰ বহু নতুন তথ্যৰ আলোচনা কৰিছে। লিপ্টি ৰাভা ৰংখাই 'ৰাভা জনজাতি ঃ ভাষা-সাহিত্য' শীৰ্ষক আলোচনাত ৰাভাসকলৰ সাতটা শাখাৰ বসতি স্থানৰ বিৱৰণৰ উপৰি ৰাভা ভাষা-সাহিত্যৰ উদ্ভৱ, বিকাশ আৰু সমৃদ্ধিৰ সম্যক চিত্ৰ দাঙি ধৰিছে। হাংমিজি হাঞ্চেই 'কাৰবি জনজাতি ঃ সমাজ সংস্কৃতি' শীৰ্ষক প্ৰবন্ধত পাঁচটা ফৈদত বিভক্ত 'কাৰবি কুৰফ'ৰ সমাজ ব্যৱস্থা, ৰীতি-নীতি, উৎসৱ-অনুষ্ঠান আৰু সাংস্কৃতিক পৰম্পৰাৰ বিতং আলোচনা দাঙি ধৰিছে। বলাইৰাম সেনাপতিয়ে 'তিৱা জনজাতিৰ সমাজ-সংস্কৃতি' প্ৰবন্ধত তিৱা সমাজ আৰু বৰ্ণাঢ্য সংস্কৃতিৰ উপাদানৰ বিষয়ে বৰ্ণনা কৰিছে। কাশীৰাম নাবেনছাই তেখেতৰ 'ডিমাছা জনজাতি ঃ সমাজ সংস্কৃতি' শীৰ্ষক আলোচনাত ডিমাছাসকলৰ প্ৰব্ৰজনৰ ইতিহাস, বসতি স্থানৰ বিৱৰণ আৰু সামাজিক সাংস্কৃতিক দিশৰ বৰ্ণনা কৰিছে। হাজং মূলীয় সাহিত্যিক পৰেশ চন্দ্ৰ হাজঙে 'হাজং জনজাতি ঃ সমাজ সংস্কৃতি' শীৰ্ষক প্ৰবন্ধত হাজংসকলৰ সামাজিক-সাংস্কৃতিক আৰু ভাষিক দিশৰ বহুতো আপুৰুগীয়া তথ্য সন্নিবিষ্ট কৰিছে। গৱেষিকা পাৰুল সোণোৱালে 'সোণোৱাল-কছাৰী ঃ ভাষা-সংস্কৃতি' শীৰ্ষক আলোচনাত সোণোৱালসকলৰ ভৌগোলিক অৱস্থান, সাংস্কৃতিক পৰম্পৰা আৰু ভাষা সাহিত্যৰ বহু নতুন দিশ উন্মোচিত কৰিছে। চাহ জনজাতিমূলীয় লেখিকা মনোমতী কুৰ্মীয়ে 'চাহ জনজাতি ঃ সমীক্ষাত্মক অধ্যয়ন' শীৰ্ষক প্ৰবন্ধত চাহ জনজাতিৰ সামাজিক-সাংস্কৃতিক পৰম্পৰা আৰু ভাষা সাহিত্যৰ বিষয়ে বৰ্ণনা কৰিছে। তেজপুৰ মহাবিদ্যালয়ৰ অধ্যক্ষ ড° চাৰু চহৰীয়া নাথৰ 'মিচিং লোকসমাজ আৰু লোকগীত' শীৰ্ষক প্ৰবন্ধত মিচিং লোকগীতৰ বৈশিষ্ট্য সম্পৰ্কে বৰ্ণনা কৰিছে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ মুৰব্বী প্ৰাধ্যাপক ড° উপেন ৰাভা হাকাচামে 'মেচ জনজাতি ঃ সমাজ সংস্কৃতি' শীৰ্ষক প্ৰবন্ধত মেচ জনজাতিৰ সমাজ ব্যৱস্থা, বাদ-যন্ত্ৰ, বস্ত্ৰ-অলংকাৰকে আদি কৰি অন্যান্য সাংস্কৃতিক উপাদান আৰু নৃত্য-গীতৰ বিষয়ে আলোচনা কৰিছে। তেখেতে 'তিব্বত বৰ্মীয় কোচ জনগোষ্ঠী ঃ সমীক্ষাত্মক অধ্যয়ন' শীৰ্ষক প্ৰবন্ধত কোচসকলৰ ভৌগোলিক অৱস্থান, সামাজিক-সাংস্কৃতিক পৰম্পৰা, উৎসৱ অনুষ্ঠান আৰু নৃত্য-গীত ইত্যাদিৰ বিষয়ে তথ্যসমৃদ্ধ আলোচনা দাঙি ধৰিছে। প্ৰবীন দেউৰীৰ 'দেউৰী জনজাতি ঃ সমীক্ষাত্মক অধ্যয়ন' শীৰ্ষক প্ৰবন্ধত দেউৰীসকলৰ সামাজিক-সাংস্কৃতিকদিশৰ পৰিচয় দাঙি ধৰাৰ উপৰি ভাষা-সাহিত্যৰ বহু নতুন দিশ বিতংভাৱে অৱলোকন কৰিছে। ড° মলিনা দেৱী ৰাভাৰ 'পাহাৰ-ভৈয়ামৰ সংশ্লিষ্ট জনজাতিৰ সমাজ-সংস্কৃতিৰ সংক্ষিপ্ত আলোকপাত' শীৰ্ষক প্ৰবন্ধত খাছী, ৰেংমা নগা, মিজো, বৰ্মন, হোজাই, কুকি, পোই (Pawi) (ইত্যাদি জনজাতিৰ সমাজ-সংস্কৃতিৰ সংক্ষিপ্ত পৰিচয় বৰ্ণিত হৈছে।

অসমৰ জনজাতি গোষ্ঠীসমূহৰ আৰ্থসামাজিক ব্যৱস্থা, ধৰ্ম, সংস্কৃতি, ভাষা-সাহিত্য, ৰীতি-নীতি, উৎসৱ অনুষ্ঠান আৰু লোককলা ইত্যাদি অতি ভিন্ন বাবে নিৰ্দিষ্ট জনজাতিৰ বিষয়ে লিখা এটা প্ৰবন্ধত বিশেষ জনজাতি এটাৰ জীৱন প্ৰণালীৰ বিস্তৃত নিৰ্মোহ আলোচনা সম্ভৱ নহয়। তথাপি লেখক-লেখিকাসকলে অসমৰ সাতমপুৰুষীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ বিকাশ আৰু সমৃদ্ধিত জনজাতীয় ভাষা-সাহিত্য-সংস্কৃতিৰ সহাৱস্থান আৰু পাৰস্পৰিক প্ৰভাৱ আৰু সমন্বয়ৰ সম্যক চিত্ৰ পাব পৰাকৈ লেখাসমূহ পঠিয়াই গ্ৰন্থখন পূৰ্ণাংগ কৰাৰ বাবে তেখেতসকললৈ সশ্ৰদ্ধ প্ৰণাম জনালো।

আমাৰ এই বহু আকাঙ্ক্ষিত প্ৰচেষ্টাক বাস্তৱায়িত কৰাত দিহা-পৰামৰ্শেৰে কৃতাৰ্থ কৰা অসম সাহিত্য সভাৰ সভাপতি পদ্মশ্ৰী ৰংবং তেৰাং দেৱ আৰু প্ৰধান সম্পাদক ড° পৰমানন্দ ৰাজবংশী দেৱলৈ সশ্ৰদ্ধ প্ৰণাম আৰু কৃতজ্ঞতা জ্ঞাপন কৰিলো।

গ্ৰন্থখন প্ৰস্তুত কৰোঁতে আমাক দিহা-পৰামৰ্শ আৰু আৰ্হিকাকত চাই সহায় কৰিছে সম্পাদনা সমিতিৰ যুটীয়া সম্পাদক ড° এম গোপাল সিংহ, দীপিকা ৰাভা, আৰু সীমাশ্ৰী দৈমাৰীয়ে। নৰ্থ ইষ্ট প্ৰিণ্টাৰ্ছৰ স্বত্ত্বাধিকাৰ বাহাৰুল ইছলাম চৌধুৰী আৰু ডিটিপি, আৰ্হিকাকত চাই সহায় কৰিছে ক্ৰমে কিশোৰ শৰ্মা আৰু ললিত কলিতাই। উল্লেখিত আটাইবোৰ ব্যক্তিলৈ আমাৰ কৃতজ্ঞতা আগবঢ়ালো। যি মহান লক্ষ্য আৰু উদ্দেশ্য আগত ৰাখি 'অসমৰ জনজাতি আৰু সংস্কৃতি' গ্ৰন্থখন পাঠকৰ হাতত আগবঢ়াই দিয়াৰ প্ৰয়াস কৰিছো সেয়া সাফল্যমণ্ডিত হ'লে অসম সাহিত্য সভাৰ দীৰ্ঘম্যাদী আঁচনি ৰূপায়নত সহায়ক হ'ব। শেষত আমাৰ অনিচ্ছাকৃত ভুল-ক্ৰটিৰ বাবে মাৰ্জনা বিচাৰি অসম সাহিত্য সভাৰ আন আন গ্ৰন্থৰ দৰে এই গ্ৰন্থখনকো সাদৰেৰে গ্ৰহণ কৰিলে আমাৰ শ্ৰম সাৰ্থক হোৱা বুলি ভাবিম।

**ড° মলিনা দেৱী ৰাভা**
অধ্যক্ষ, বিকালী মহাবিদ্যালয়
ধুপধৰা, গোৱালপাৰা
ডাক সূচাংক ঃ ৭৮৩ ১২৩

১০ অক্টোবৰ, ২০১০

## দ্বিতীয় সংস্কৰণৰ এষাৰ

জনগোষ্ঠীয় ভাষা-সাহিত্য, সংস্কৃতিৰ গৱেষণা, গভীৰ অধ্যয়ন আৰু চৰ্চাৰ জৰিয়তে বিচিত্ৰতাৰ মাজতো সম্প্ৰীতি, অনৈক্যৰ মাজত ঐক্য আৰু বিভেদৰ মাজত সংহতি স্থাপনেৰে আৰ্থসামাজিক উন্নয়ন আৰু ৰাজনৈতিক ক্ৰিয়া-প্ৰতিক্ৰিয়া সমূহ আংশিকভাবে হ'লেও প্ৰণালীবদ্ধকৰণ কৰিব পাৰি। এনে এক মহৎ উদ্দেশ্যেৰে অসম সাহিত্য সভাই শতবৰ্ষৰ প্ৰাক্-মুহূৰ্ত্তত পাঠকৰ সহাৰি, গৱেষক আৰু ছাত্ৰ-ছাত্ৰীৰ প্ৰয়োজনীয়তাৰ প্ৰতি লক্ষ্য ৰাখি 'অসমৰ জনজাতি আৰু সংস্কৃতি' শীৰ্ষক গ্ৰন্থখনৰ দ্বিতীয় সংস্কৰণটি প্ৰকাশৰ ব্যৱস্থা কৰাৰ বাবে অসম সাহিত্য সভাৰ সভাপতি মাননীয় ডাঃ ধ্ৰুৱজ্যোতি বৰাদেৱ আৰু প্ৰধান সম্পাদক ড° পৰমানন্দ ৰাজবংশী দেৱলৈ সশ্ৰদ্ধ প্ৰণাম আৰু কৃতজ্ঞতা জ্ঞাপন কৰিলো।

সংস্কৃতিৰ পৰিসৰ অতি বিশাল। সংস্কৃতিৰ বিভিন্ন দিশ ক্ষেত্ৰ অধ্যয়নৰ জৰিয়তে তথ্যভিত্তিক আলোকসম্পাত কৰি সকলো বিষয়ৰ পূৰ্ণাঙ্গ আলোচনা একেখন গ্ৰন্থত সম্ভৱ নহয় যদিও 'অসমৰ জনজাতি আৰু সংস্কৃতি' শীৰ্ষক গ্ৰন্থখনত অসমৰ জনজাতি আৰু সংস্কৃতিৰ সংক্ষিপ্ত আভাস এটি দিবলৈ যৎপৰোনাস্তি চেষ্টা কৰা হৈছে।

'অসমৰ জনজাতি আৰু সংস্কৃতি' শীৰ্ষক গ্ৰন্থখনৰ প্ৰথম সংস্করণৰ দৰে দ্বিতীয় সংস্কৰণটিও পাঠক গৱেষক আৰু ছাত্ৰ-ছাত্ৰী সকলৰ প্ৰয়োজনীয়তা পূৰণ কৰিলে আমি কৃতাৰ্থ হ'ম।

দ্বিতীয় সংস্কৰণটি প্ৰকাশৰ ক্ষেত্ৰত ছপাশালৰ সকলো দায়িত্ব মূৰপাতিলোৱা সাংস্কৃতিক উপ-সমিতিৰ আহ্বায়ক শ্ৰদ্ধাৰ মাণিক আহমেদ আৰু সভাৰ প্ৰকাশন আহ্বায়ক শ্ৰদ্ধাৰ শ্ৰীগণেশ চন্দ্ৰ নাথ লগতে শিৱম প্ৰিন্টাৰ্ছৰ স্বত্বাধিকাৰীলৈকে কৃতজ্ঞতা জ্ঞাপন কৰিলো।

ড° মলিনা দেৱী ৰাভা
মুখ্য সম্পাদক
অধ্যক্ষ, বিকালী মহাবিদ্যালয়
ধূপধৰা, গোৱালপাৰা, অসম

৪ নৱেম্বৰ, ২০১৬ খ্ৰীঃ

# জনজাতিৰ সংকল্পনা, সংজ্ঞা আৰু অসমৰ জনজাতি

ড° ইৰশ্বাদ আলি

আদিম (Primitive) মানুহ, সমাজ আৰু সংস্কৃতিৰ বিষয়ে ইংৰাজী ভাষাত লিখা লেখাসমূহত নৃতত্ত্ববিদসকলে সুদূৰ অতীতৰ পৰাই tribe শব্দটো ব্যৱহাৰ কৰি আহিছে। কিন্তু মন কৰিবলগীয়া যে tribe শব্দটো নৃতত্ত্ববিদসকলে ব্যাপকভাৱে ব্যৱহাৰ কৰিলেও, এই শব্দটোৰ অৰ্থ, সংজ্ঞা আৰু সংকল্পনা অথবা ধাৰণাৰ বিষয়ে তেওঁলোকৰ মাজতে ঐকমত্যৰ অভাৱ। ৰুমানিয় ভাষাত tribua শব্দই একোটা ৰাজনৈতিক গোটক বুজায়। ইংৰাজী ভাষাত 'tribe' শব্দটো 'tribua' শব্দৰ পৰাই উৎপত্তি হৈছে।

Royal Anthropological Institute of Great Britain and Ireland নামৰ প্ৰতিষ্ঠানটোৱে গঠন কৰি দিয়া সমিতি এখনে ১৮৭৪ চনতে 'tribe' ৰ সংজ্ঞা দিছিল 'ৰাজনৈতিক আৰু সামাজিকভাৱে সংঘবদ্ধ স্বায়ত্তশাষিত গোট' বুলি। তুলনাত্মক বিধিশাস্ত্ৰৰ বিশেষজ্ঞ হেনৰী মেইন (Sir Henry Summer Maine, 1822-1888) ৰ মতে 'tribe' বিভিন্ন সামাজিক অনুষ্ঠান থকা অথচ ৰাজনৈতিক অনুষ্ঠান কম পৰিমাণে থকা একোটা গোট। হেনৰী মৰগান (Lewis Hanry Morgan, 1818-1881) এ 'tribe' ৰ সংজ্ঞা দাঙি ধৰি কৈছিল 'ই এনে এটা গোট যিটোৰ বৈশিষ্ট্য হ'ল এয়ে যে এই গোটৰ লোকসকলৰ মাজৰ সামাজিক সম্পৰ্ক আৰু পদমৰ্যাদা নীতি-নিয়মৰ বৈধ সম্বন্ধৰ ওপৰত প্ৰতিষ্ঠিত। ৰিভাৰ্ছ (Willian Halse Rivers, 1846-1894) আৰু পেৰী (Willam James Perry, 1889-1949) এ 'trube' ৰ সংজ্ঞাৰ ক্ষেত্ৰত 'একেটা অঞ্চলতে বাস কৰা একেটা ভাষা বা দোৱানত কথা পতা, একক শাসনতন্ত্ৰ থকা যুদ্ধ-বিগ্ৰহৰ সময়ত একগোট হৈ তেওঁলোকৰ শত্ৰুৰ বিপক্ষে থিয় দিয়া গোট' বুলি উল্লেখ কৰিছিল। টেইলৰ (Sir Edward Burnett Tylor, 183201917) নামৰ নৃতত্ত্ববিদজনেও 'tribe' ৰ সংজ্ঞাৰ

বিষয়েও নানা আলোচনা আগবঢ়াইছিল।

বিভিন্ন ভাৰতীয় ভাষাত ইংৰাজী 'tribe' শব্দটোৰ সমাৰ্থক বা পৰিভাষা হিচাপে কেইবাটাও শব্দ ব্যৱহাৰ কৰা হয়। যেনে 'জনজাতি', 'বন্য জাতি', 'আদিম জাতি', আদিম জনজাতি', 'আদিবাসী', 'বনবাসী', 'বন্য আদিবাসী', 'আদিম বাসী', 'জাড়োপাসক', 'জন', 'অনুন্নত হিন্দু', 'দাৰিদ্ৰক্লিষ্ট জাতি', ইত্যাদি।

জনজাতি (tribe) আৰু জনজাতীয় (Tribal) সমাজ আৰু সংস্কৃতিৰ বিষয়ে চিন্তা-চৰ্চা আৰু আলোচনাৰ সূত্ৰপাত হৈছিল পশ্চিমত। উল্লেখযোগ্য যে আফ্ৰিকা মহাদেশৰ ক'লা মানুহৰ দেশবোৰ বহু শতিকা ধৰি বিভিন্ন ইউৰোপীয় শক্তিবোৰৰ উপনিবেশ আছিল। এই পটভূমিতে 'tribe' বিষয়ক চিন্তা-চৰ্চাই এটা বিশেষ মাত্ৰা লাভ কৰে। আফ্ৰিকাত ঔপনিৱেশিক শাসন কালত ইয়াৰ পৰৱৰ্তী কালছোৱাত 'tribe' বুলি ক'লে কোনবোৰ গোটক বুজোৱা হয় বা হ'ব সেই কথালৈ নানা বাদানুবাদ আৰু তৰ্ক-বিতৰ্ক চলিছিল। সেই সময়তে এনে এটা ধাৰণাই গা কৰি উঠিছিল যে 'tribe' ৰ সংজ্ঞা আৰু সংকল্পনা ঔপনিৱেশিক শাসকসকলে ন্যস্তস্বাৰ্থত সৃষ্টি কৰিছিল। কিন্তু নৃতত্ত্ববিদসকলে আফ্ৰিকাৰ ক'লা লোকসকলক অধ্যয়ন কৰি স্পষ্টভাৱে দেখুৱাই দিছে যে ঔপনিৱেশকসকলে 'tribe' জাতিভিত্তিকভাৱে, ভাষাভিত্তিকভাৱে সাংস্কৃতিকভিত্তিকভাৱে আৰু ৰাজনৈতিকভাৱে সাৰ্বভৌম গোট বুলি কোৱা ধাৰণাটো আছিল প্ৰকৃততে বিস্তৃত জটিল আফ্ৰিকীয় 'জনজাতীয়' অৱস্থাৰ এটা সৰলীকৰণ ধাৰণাহে। সেয়েহে নৃতত্ত্ববিদ, আফ্ৰিকাৰ ৰাজনীতিবাদ আৰু বুদ্ধিজীৱীসকলে, ঔপনিৱেশিকসকলৰ 'tribe' সম্পৰ্কে আগবঢ়োৱা ধাৰণাৰ পুনৰীকৰণ প্ৰক্ৰিয়া আৰম্ভ কৰিলে। এই প্ৰসঙ্গত নৃতত্ত্ববিদসকলৰ অধ্যয়নে কেতবোৰ নতুন ধাৰণা আৰু সংকল্পনা যেনে 'ethnicity' (জাতিবোধ) 'tribalism' (জনজাতিবাদ), 'detribalization' (অজনজাতিকৰণ) ইত্যাদি গঢ় দিলে আৰু জনজাতি গোটসমূহৰ নৃতাত্ত্বিক অধ্যয়ন, বিশ্লেষণ আৰু ব্যাখ্যাৰ ক্ষেত্ৰত এইবোৰ ধাৰণা আৰু সংকল্পনা বিশেষভাৱে সহায়ক হৈ পৰিল।

যোৱাটো শতিকাৰ চল্লিছৰ দশকৰ পৰা বিশেষকৈ পশ্চিমত নৃতত্ত্ববিদসকলে 'জনজাতিৰ' গঠনাত্মক সংজ্ঞা নিৰূপণ বিষয়ত অধিক মনোনিৱেশ কৰিবলৈ আৰম্ভ কৰিলে। এইসকল নৃতত্ত্ববিদৰ ভিতৰত ইভান্স-প্ৰিকছাৰ্দ (E.E. Evans-Prichard), গডফ্ৰে আৰু মনিকা উইলছন (Godfrey, Monica Wilson), লুইছ (I.M. Lewis) শ্বালিনছ (Marshall Shallins), ম'ছ (Marcel Mauss) আদিয়ে 'জনজাতিৰ সংজ্ঞাৰ বিষয়ে তেওঁলোকে নিজ নিজ দৃষ্টিভংগী আগবঢ়ায়। গ্ৰেগৰী (Robert-J. Gegory, 2003:1-5) এ 'tribes' আৰু 'tribal' এই দুই সংকল্পনাৰ উৎপত্তি,





ব্যৱহাৰ আৰু ইয়াৰ ভৱিষ্যতৰ বিষয়ে বিশেষভাৱে আলোচনা কৰিছে।

নিৰক্ষৰতা, অনুন্নত বস্তু সংস্কৃতি, আত্মীয়তা, সমস্থানীয়তাৰ ওপৰত অধিক গুৰুত্ব আৰোপ ইত্যাদিবোৰ বিশেষত্বই আদিম সমাজৰ স্বৰূপ সূচায়। সাধাৰণতে নৃতত্ত্ববিদসকলে বৰ্তমান যুগৰ আদিম (Primitive) বা অনুন্নত লোকক জনজাতীয় (tribal) আৰু তেনে লোকৰ সৰ্ববৃহৎ গোটক জনজাতি (tribe) বুলি উল্লেখ কৰে।

অষ্টাদশ আৰু ঊনবিংশ শতিকাত ইউৰোপৰ অনেক খ্ৰীষ্টান ধৰ্ম প্ৰচাৰক, ভ্ৰমণকাৰী, দাৰ্শনিক আৰু ইতিহাসবিদে তেওঁলোকৰ লেখাবোৰত 'primitive' শব্দটো এটা বিশেষ অৰ্থত ব্যৱহাৰ কৰিছিল। তেওঁলোকে নিজৰ উন্নত সংস্কৃতিক বুজাবলৈ 'primitive' শব্দটো ব্যৱহাৰ কৰিছিল।

জেমচ ফ্ৰেজাৰ (James Frazer, 185401941) ৰে বন্য বৰ্বৰ জনসমষ্টিক 'primitive' আখ্যা দি উল্লেখ কৰিছে যে আমাৰ তুলনাতহে এই জনসমষ্টিবোৰ আদিম। ফৰাচী সমাজ বৈজ্ঞানিক এমাইল ডুৰখেইম (Emile Durkheim, 1858-1917) এ আটাইতকৈ কম বিকশিত সামাজিক অনুষ্ঠানবোৰক বুজাবলৈ primitive' শব্দটো ব্যৱহাৰ কৰিছিল।

কোনো কোনো নৃতত্ত্ববিদে অনুন্নত সমাজক 'ক্ষুদ্ৰ মান সমাজ' (small scale society) ৰ 'সৰল কাৰিকৰী বিদ্যাসম্পন্ন সমাজ' (Society of simple technology) বুলি উল্লেখ কৰে। উভয় ক্ষেত্ৰতে আপেক্ষিকভাৱে যিবোৰ সমাজৰ সমাজ ব্যৱস্থা ঠেক পৰিসৰৰ, কাৰিকৰী বিদ্যা অনুন্নত আৰু অৰ্থনৈতিক জীৱন সৰল, তেনেবোৰ সমাজক বুজোৱা হয় এনেবোৰ সমাজক কেতিয়াবা 'প্ৰাক-স্বাক্ষৰ' (pre-literature) বা 'প্ৰাক-ঔদ্যোগিক' (pre-inductrial) সমাজ বুলিও উল্লেখ কৰা হয়। মুঠতে জনজাতীয় সমাজবোৰকেই 'গৱেষণাগাৰ' হিচাপে লৈ নৃতত্ত্বৰ এটা শাখা সামাজিক নৃতত্ত্বই গঢ় লৈছে।

কেইবাগৰাকী ভাৰতীয় আৰু অভাৰতীয় নৃতত্ত্ববিদ আৰু সমাজ বিজ্ঞানীয়ে ভাৰতৰ প্ৰসঙ্গত আগবঢ়োৱা জনজাতিৰ সংজ্ঞা, সংকল্পনা আৰু দৃষ্টিভঙ্গী বিশেষভাৱে গুৰুত্বপূৰ্ণ। নিৰ্মল কুমাৰ বসু (Nirmal Kumar Bosu), এছ. ছি. ডুবে (S.C. Dube), সুৰজিৎ সিনহা (S.C. Sinha) আদি পণ্ডিতসকলে ক্ষেত্ৰভিত্তিক অভিজ্ঞতাৰ ভিত্তিত জনজাতিৰ এই সংজ্ঞা, সংকল্পনা আৰু দৃষ্টিভঙ্গীসমূহ আগবঢ়াইছে। টি. বি. নায়ক (T. B. Naik, 1984: 69-80)এ জনজাতিৰ সংজ্ঞাৰ বিষয়ে আলোচনা আগবঢ়াইছে ৰিছলে (Herbert Risley), এ. ভি. থাক্কাৰ (A. V. Thakkar), বেইনছ (Baines), গ্ৰীগছন (Grigson) ছুবাৰ্ট (Shoobert), টাল্লেণ্টছ (Tallents), ছেন্দউইক (Sendwik), মাৰ্টিন (Martin), হাটন (Hutton),

এইউইন (V. Elwin), জি এছ ঘূৰে (G. S. Ghurey), ডি. এন. মজুমদাৰ (D. Nath Mazumdar), এহৰেনফেলছ (Ehrenfels), আয়াপ্পান (Aiyappan), মেহতা (Mehta), এল. এম. শ্ৰীকান্ত (L.M. Shrikant) আৰু বি. কে. ৰয়বৰ্মন (B.K. Roy Burman) আদি পণ্ডিতসকলৰ দৃষ্টিভঙ্গীৰ আধাৰত। এই প্ৰসঙ্গত এছ. ছি. ৰয় (S. C. Roy), অম. এন. শ্ৰীনিৱাস (M. N. Srinivas) আৰু আন্দ্ৰে বেঁটেই (Andre Beteille) অধ্যয়ন সমূহো বিশেষভাৱে উল্লেখযোগ্য।

প্ৰসঙ্গক্ৰমে উল্লেখ কৰিব পাৰি যে উত্তৰ-পূব ভাৰত আৰু অসমত বসবাস কৰা বিভিন্ন জনজাতীয় গোষ্ঠীৰ বিষয়ে মাধৱ চন্দ্ৰ গোস্বামী, ভূবন মোহন দাস, অন্নদা চৰণ ভাগৱতী, ধীৰেন্দ্ৰ নাৰায়ণ মজুমদাৰ আদি নৃতত্ত্ববিদসকলে ব্যাপক অধ্যয়ন কৰিছে। অৱশ্যে এওঁলোকৰ লেখাসমূহত জনজাতিৰ সংজ্ঞা অথবা ধাৰণাৰ বিষয়ে বিশদ আলোচনা অধিক নহয়।

বৰ্তমান আলোচনাৰ আৰম্ভণিৰে পৰা জনজাতিৰ বিষয়ে বিভিন্ন পণ্ডিতে আগবঢ়োৱা সংজ্ঞা, সংকল্পনা আৰু দৃষ্টিভঙ্গীসমূহৰ ভিত্তিত বিৰিঞ্চি কুমাৰ মেধিয়ে তেওঁৰ তত্ত্বৰ ৰূপৰেখা (১৯৭৯:২৮-৩৩) গ্ৰন্থত জনজাতিৰ বিশেষ লক্ষণসমূহ নিম্ন উল্লেখিত ধৰণে আগবঢ়াইছেঃ

"(১) জনজাতীয় লোকসকল একোখন ঠাইৰ আদিবাসী, খিলঞ্জীয়া বাসিন্দা তথা থলুৱা লোক। পাছতহে তেনেবোৰ ঠাইত জাতি প্ৰথাই সামৰিলোৱা লোকে বসবাস কৰিবলৈ লয়।

(২) জনজাতীয় লোকে একেটা জনজাতীয় ভাষাৰে মনৰ ভাব আদান-প্ৰদান কৰে।

(৩) জনজাতীয় লোকসকল জড় উপাসক।

(৪) জনজাতীয় লোকসকলে তুলনামূলকভাৱে আওহতীয়া, দুৰ্গম, বিষম সীমামূৰীয়া পৰিৱেশত (marginal environment) বিচ্ছিন্ন অৱস্থাত বসবাস কৰে।

(৫) জনজাতীয় লোকসকলৰ অৰ্থনীতিক 'জীৱকা প্ৰৱৰ্তন প্ৰণালী' (subsistence economy) আখ্যা দিয়া হয়। তেওঁলোকে অন্বেষণ কৰি পোৱা বা উৎপাদন কৰা সমস্ত বস্তুকে ব্যৱহাৰ কৰে। তেওঁলোকৰ অৰ্থনৈতিক জীৱন স্বয়ংসম্পূৰ্ণ, বাহি বস্তু নাথাকেবাবে জনজাতীয় লোকসকলৰ অৰ্থনৈতিক জীৱনত বাহিৰৰ পৃথিৱীৰ লগত লেনদেন নাথাকে।

(৬) জনজাতিসমূহ ৰাজনৈতিকভাৱে সংগঠিত আৰু একোটা জনজাতিৰ সাম্প্ৰদায়িক বিচাৰ সভা অত্যন্ত প্ৰভাৱশীল অনুষ্ঠান।

(৭) জনজাতীয় লোকসকল স্ব-সংস্কৃতি সংৰক্ষণৰ ক্ষেত্ৰত অতি গোড়া আৰু





সেইবাবে তেওঁলোকে বিদেশী সাংস্কৃতিক ধাৰাৰ প্ৰতি বিৰূপ মনোভাৱ পোষণ কৰে।

(৮) জনজাতীয় লোকসকলৰ মাজত প্ৰথানুগত (customary) আইনৰ শক্তিশালী প্ৰভাৱ পৰিলক্ষিত হয়।

(৯) জনজাতীয় সমাজত জাতিভেদ প্ৰথা নাই।"

উল্লেখযোগ্য যে উপৰোক্ত লক্ষণসমূহৰ ওপৰত ভিত্তি কৰি জনজাতীয় সম্প্ৰদায়ক জাতি-সমাজৰ (caste society) পৰা পৃথক কৰিবলৈ গ'লে বহু সময়ত অসুবিধাৰ সন্মুখীন হোৱা যায়।

উত্তৰ-পূব ভাৰতত ইংৰাজ ঔপনিৱেশিক শাসনৰ সময়ত (১৮২৬-১৯৪৭) ইংৰাজ নৃগোষ্ঠী বৰ্ণনাকাৰী, প্ৰশাসক, ধৰ্ম প্ৰচাৰক, অভিযাত্ৰী, সৈনিক আৰু চাহ খেতিয়সকলে এই অঞ্চলৰ বিভিন্ন ঠাইত, বিশেষকৈ পাৰ্বত্য অঞ্চলত বাস কৰা জনজাতীয়সকলৰ বিষয়ে বিবিধ বৰ্ণনা লিপিবদ্ধ কৰিছিল। এই ইংৰাজী বৰ্ণনাসমূহত জনজাতিক 'tribe' বুলি উল্লেখ কৰা হৈছিল যদিও জনজাতিৰ সংজ্ঞা আৰু সংকল্পনাৰ বিষয়ে এই বৰ্ণনাকাৰীসকলে কোনো বিষদ আলোচনা কৰা নাছিল। শিৱসাগৰৰ "আমেৰিকান বেপ্টিষ্ট মিচন'ৰ মিচন প্ৰেছত মুদ্ৰিত আৰু প্ৰকাশিত অৰুণোদই সংবাদ পত্ৰত পোন প্ৰথমবাৰৰ বাবে সেই সময়ৰ 'অসমৰ' পৰ্বতীয়া জনজাতিৰ বিষয়ে বাটলাৰ (Butler) এ ১৮৪৭ চনত লিখা বৰ্ণনাত জনজাতিসমূহক 'tribe' বুলিয়েই উল্লেখ কৰিছে।

অসমত প্ৰধানকৈ ২৩ টা বিভিন্ন প্ৰকাৰৰ জনজাতীয় গোষ্ঠী আছে। অসমৰ মুঠ জনজাতীয় জনসংখ্যা প্ৰদেশখনৰ মুঠ ২২,৪১৪,৩২২ জনসংখ্যাৰ ১২.৮২ শতাংশ (১৯৯১ লোকপিয়ল)। বাসস্থান অনুসৰি অসমৰ জনজাতীয় লোকসকলক বহলকৈ দুভাগত বিভক্ত— ভৈয়াম আৰু পাৰ্বত্য অঞ্চলৰ জনজাতি। এই জনজাতীয় লোকসকলৰ সমাজ আৰু সংস্কৃতি অতিকৈ বৈচিত্ৰ্যময়। এই সমগ্ৰ অঞ্চলটোতে বাস কৰা জনজাতী। গোষ্ঠীসমূহৰ অৰ্থনীতি, ভাষা, ধৰ্ম, সংস্কৃতি, সামাজিক ৰীতি-নীতি, লোক কলা ইমান ভিন্ন যে বৰ্তমানৰ আলোচনাৰ এই কম পৰিসৰৰ ভিতৰত জনজাতীয় গোষ্ঠীসমূহৰ জীৱন প্ৰণালীৰ বিস্তৃত আলোচনা সম্ভৱ নহয়।

অসমৰ জনজাতীয় গোষ্ঠীসমূহৰ ভিতৰত বড়ো কছাৰীসকল আটাইতকৈ বৃহৎ গোষ্ঠী। অসমৰ মুঠ জনজাতীয় জনসংখ্যাৰ ৩৮ শতাংশ বড়ো জনজাতীয় লোক। এওঁলোকৰ পিছতেই মিচিংসকলৰ জনসংখ্যা ১৬.১৬ শতাংশ। অসমৰ জনজাতীয় লোকসমূহৰ অধিকাংশই ভৈয়ামৰ বাসিন্দা। এই জনজাতীয় গোষ্ঠীসমূহৰ

ভিতৰত ৯ টা অনুসূচিত জনজাতি। ভৈয়াম অঞ্চলত জনজাতিসমূহ হ'ল বড়ো কছাৰী, মিৰি বা মিছিং, সোণোৱাল কছাৰী, ৰাভা, তিৱা (লালুং) দেউৰী, বৰ্মন, মেচ আৰু হোজাই। পাহাৰ অঞ্চলত বাস কৰা অনুসূচিত জনজাতীয় লোকসকল হ'ল কাৰ্বি (মিকিৰ), ডিমাচা, নগা, কুকি, মিজো, জয়ন্তীয়া ইত্যাদি।

অসমৰ বিভিন্ন জিলাত জনজাতীয় লোকৰ জনসংখ্যা এনেধৰণৰ ঃ উত্তৰ কাছাৰ জিলাত মুঠ জিলাৰ জনসংখ্যাৰ ৬৫.৫৪ শতাংশ জনজাতীয় লোক। কাৰ্বি আংলং জিলাত মুঠ জনসংখ্যাৰ ৫১.৫৬ শতাংশ জনজাতীয় লোক। ধেমাজি আৰু কোকৰাঝাৰ জিলা দুখনত মুঠ জনসংখ্যাৰ যথাক্ৰমে ৪৬.৯২ আৰু ৪১.১৫ শতাংশ জনজাতীয় লোক। কামৰূপ (অবিভক্ত), কৰিমগঞ্জ, ডিব্ৰুগড়, হাইলাকান্দি আৰু উত্তৰ কাছাৰ জিলাৰ চহৰ অঞ্চলত জনজাতীয় জনসংখ্যা উচ্চ। উদাহৰণ স্বৰূপে, কামৰূপত ১১.৮৩, উত্তৰ কাছাৰ জিলাত ১১.৭৬, কৰিমগঞ্জত ৮.৬৮, ডিব্ৰুগড়ত ৭.৯৩ আৰু হাইলাকান্দিত ৬.৭২ শতাংশ চহৰ অঞ্চলত বাসকৰা জনজাতীয় লোক। কামৰূপ জিলাত উচ্চহাৰত হোৱা উদ্যোগীকৰণ আৰু নগৰীকৰণৰ হেতু এই জিলাৰ নগৰ অঞ্চলত বাস কৰা জনজাতীয় জনসংখ্যাৰ হাৰ উচ্চ বুলি ক'ব পৰা যায়।

প্ৰাগঐতিহাসিক যুগৰে পৰাই বিভিন্ন জনজাতীয় গোষ্ঠীৰ লোকসকলে বৃহত্তৰ অসমীয়া সমাজ আৰু সংস্কৃতি গঠনৰ ক্ষেত্ৰত এক তাৎপৰ্যপূৰ্ণ ভূমিকা পালন কৰি অহিছে। এই জনজাতীয় লোকসকলৰ একাংশই অসমত হিন্দু জনসংখ্যা গঠন আৰু বৃদ্ধিৰ ক্ষেত্ৰত প্ৰধান উৎস আছিল। এই প্ৰক্ৰিয়াত ধৰ্মান্তকৰণ আৰু কালক্ৰমত বৈদিকীকৰণৰ (Sankritization) ফলত হিন্দুসকলৰ জাতি প্ৰথাত অন্তৰ্ভুক্তকৰণ, এই দুই কাৰকে উল্লেখযোগ্যভাৱে ক্ৰিয়া কৰিছিল। যোৱা কেইটামান দশকৰ ভিতৰত এই দিশত নানা পৰিবৰ্তনে দেখা দিছে। জনজাতীয় পুনৰুদ্ধাৰমূলক আন্দোলন (tribal revivalistic movement), জনজাতীয় পৰম্পৰাৰ পুনৰুদ্ধাৰ আৰু জনজাতিকৰণ (Tribalization) ইত্যাদি প্ৰক্ৰিয়াই জনজাতীয় লোকসকলক স্বকীয় পৰিচয় ৰক্ষা কৰা আৰু দাঙি ধৰাৰ ক্ষেত্ৰত তেওঁলোকৰ মাজত বিভিন্ন প্ৰকাৰ ৰাজনৈতিক, সামাজিক আৰু সাংস্কৃতিক কাৰ্যকলাপ সংগঠিত হৈছে আৰু বৃদ্ধি পাইছে। ইয়াৰ উপৰি জনজাতিসকলৰ মাজত আত্মপৰিচয় ৰক্ষা কৰা প্ৰক্ৰিয়া তীব্ৰতৰ হোৱাৰ ফলত উত্তৰ-পূব ভাৰত আৰু বৃদ্ধি পাইছে। ইয়াৰ উপৰি জনজাতিসকলৰ মাজত আত্মপৰিচয় ৰক্ষা কৰা প্ৰক্ৰিয়া তীব্ৰতৰ হোৱাৰ ফলত উত্তৰ-পূব ভাৰতত আৰু অসমত বিভিন্ন প্ৰকাৰৰ ৰাজনৈতিক, অৰ্থনৈতিক, সামাজিক আৰু সাংস্কৃতিক বিকাশৰ ক্ষেত্ৰত এই প্ৰক্ৰিয়াই নিৰ্ণায়ক ভূমিকা লৈছে।

প্ৰাগঐতিহাসিক যুগৰ পৰা আৰম্ভ কৰি বিভিন্ন সময়ত অসমৰ থলুৱা জনসংখ্যা,





সমাজ আৰু সংস্কৃতি গঠনত জনজাতীয় আৰু অন্যান্য গোষ্ঠীসমূহৰ অৰিহণাৰ কথা বিষ্ণু ৰাভাই তেখেতৰ ১৯৪৬ চনতে প্ৰকাশ পোৱা প্ৰথমখন ছপা পুথি অসমীয়া কৃষ্টিৰ চমু আভাসত আৰু ১৯৮৩ প্ৰকাশ পোৱা অসমীয়া কৃষ্টি নামৰ পুথিত বিশদভাৱে আলোচনা কৰিছে। অসমীয়া সংস্কৃতি বা অসমৰ 'অসমত্ব'ৰ বিষয়ে আলোচনা কৰোঁতে প্ৰফুল্ল দত্ত গোস্বামীয়ে তেখেতৰ 'অসমীয়া সংস্কৃতি' (১৯৭৯:১৬১-১৬৭) নামৰ প্ৰবন্ধত বিভিন্ন জনজাতীয় আৰু অন্যান্য গোষ্ঠীসমূহৰ অৰিহণাৰ কথা আলোচনা কৰিছে। মুঠতে, বিভিন্ন জনজাতীয় আৰু অজনজাতীয় গোষ্ঠীসমূহৰ মাজত বিভিন্ন সময়ত বিভিন্ন প্ৰকাৰৰ যোগাযোগৰ ফলত বৰ্তমানৰ কালৰ অসমৰ থলুৱা জনসংখ্যা, সমাজ আৰু সংস্কৃতিয়ে গঢ় লৈছে। সেয়েহে অসমৰ জনজাতীয় আৰু অজনজাতীয় গোষ্ঠীসমূহৰ ক্ষেত্ৰত বিভিন্ন পৰম্পৰাৰ সংমিশ্ৰণ, সমন্বয়, সহৱৰ্তিতা আৰু সংশ্লেষণ লক্ষ্য কৰা যায়।

সামৰণিত, জনজাতিৰ সংজ্ঞা আৰু সংকল্পনা সম্পৰ্কীয় শেহতীয়া চিন্তা-চৰ্চাৰ বিষয়ে চমুকৈ আলোচনা আগবঢ়োৱা হ'ল। প্ৰত্যেকখন সমাজৰ লোকৰ নিজৰ বিষয়ে, নিজ সমাজ আৰু সংস্কৃতিৰ বিভিন্ন দিশৰ বিষয়ে একোটা 'থলুৱা ধাৰণা চেতনা বা একোখন 'থলুৱা মনঃ চিত্ৰ' থাকে। এনে ধাৰণা চেতনা বা মনঃচিত্ৰ বংশানুক্ৰমে প্ৰচলিত হৈ থাকে মুখ্যতঃ লোকসংস্কৃতিৰ বিভিন্ন জৰিয়তে। বিভিন্ন জনজাতিৰ মাজত আত্মপৰিচয় সম্পৰ্কে থকা থলুৱা ধাৰণা বা চেতনা বা মনঃচিত্ৰই বহুত সময়ত 'আত্ম সংজ্ঞা' নিৰ্দ্ধাৰণত প্ৰেৰণা যোগাইছে। জনজাতি সম্পৰ্কে চিন্তা-চৰ্চা কৰা গৱেষক পণ্ডিতসকলৰ বাবে এনে অৱস্থাই এক নতুন দিশৰ সন্ধান দিছে।

বৰ্তমানে সমগ্ৰ ভাৰতবৰ্ষৰ বিভিন্ন ঠাইত প্ৰায় সাতশৰো অধিক বিভিন্ন জনজাতীয় গোষ্ঠীয়ে বসবাস কৰে। এই জনজাতীয় লোকসকলৰ মাজত প্ৰায় প্ৰতিটো ক্ষেত্ৰতে যেনে জীৱিকা নিৰ্বাহ প্ৰণালী, প্ৰজাতীয় লক্ষণ ভাষা, ধৰ্ম, বাসস্থান, শিক্ষা-দীক্ষাৰ পৰ্যায়, সামাজিক নিয়ন্ত্ৰণ, বস্তু সংস্কৃতি, সামাজিক সংগঠন আৰু সংৰচনা, লোক কলা, লোকাচাৰ, নৃত্য ইত্যাদি অগণন তাৰতম্য আৰু বিচিত্ৰতা আছে। ইমানবোৰ তাৰতম্য আৰু বিচিত্ৰতা সামৰি এটা 'ভাৰতীয় নজাতিৰ সংজ্ঞা' নিৰূপণ কৰাটো আৰু এই সংজ্ঞা সকলোৰে বাবে গ্ৰহণযোগ্য হিচাপে নিৰূপণ কৰাটো বৰ্তমানে ভাৰতীয় নৃতত্ত্ববিদসকলৰ বাবে আটাইতকৈ ডাঙৰ প্ৰত্যাহ্বান হৈ পৰিছে।

নৃতত্ত্ববিদ চুব্বাৰ (T.B. Subba) মতে অধিকাংশ ভাৰতৰ জনজাতীয় লোকৰ মাজত বিদ্যমান উমৈহতীয়া ইতিবাচক লক্ষণসমূহৰ ভিত্তিত ভাৰতৰ জনজাতিৰ সংজ্ঞা নিৰূপণ কৰাটো প্ৰয়োজনীয়। ইতিমধ্যে থলুৱা ধাৰণা-চেতনা বা মনঃচিত্ৰৰ

বিষয়ে উল্লেখ কৰা হৈছে। জনজাতিসকলৰ মাজত প্ৰচলিত বিভিন্ন পৰম্পৰাৰ ভিতৰত পাৰস্পৰিক সাহায্য আৰু সুবিধা প্ৰদান পৰম্পৰাটো অজনজাতীয় লোকৰ তুলনাত অধিক তাৎপৰ্যপূৰ্ণ। জনজাতীয় সমাজত কোনো লোকে এই সামাজিক দায়িত্ব আৰু বাধ্যবাধকতাৰ প্ৰতি সন্মান প্ৰদৰ্শন নকৰাটো এটা সামাজিক অপৰাধ। জনজাতীয় লোকসকলৰ মাজত প্ৰচলিত বহুতো লোক কথাৰ মূল বিষয়বস্তু পাৰস্পৰিকতা। জনজাতীয় লোকসকলৰ অজনজাতিয়ৰ সংস্পৰ্শলৈ অহাৰ ফলত বিভিন্ন কাৰণত জনজাতীয় লোকসকলৰ ক্ষেত্ৰত ব্যাপক আৰু দ্ৰুত হাৰত সম্পদৰ উপক্ষয় হৈছে। জনজাতীয় লোকসকল ভূমি আৰু বনাঞ্চল হস্তান্তৰকৰণ, স্থানান্তৰ আৰু নানা নিপীড়নত ভুগিবলগীয়া হৈছে। নৃতত্ত্ববিদ চুব্বাৰ মতে জনজাতীয় লোকসকলে এনেবোৰ বিপৰ্যায়ৰ সৈতে মোকাবিলা কৰা ক্ষেত্ৰত 'পাৰস্পৰিকতা' পৰম্পৰাৰ সহায়তেই পৰিস্থিতিৰ মুখামুখি হ'বলৈ সক্ষম হৈছে। সেয়েহে জনজাতিৰ সংজ্ঞা নিৰূপণৰ ক্ষেত্ৰত চুব্বাই এই দিশটোৰ ওপৰত বিশেষ গুৰুত্ব আৰোপ কৰি জনজাতিসকলক পাৰস্পৰিক লোক বুলি এটা সংজ্ঞা পৰামৰ্শ আগবঢ়াইছে।

বৰ্তমান অৱস্থাত, কোনো বিতৰ্কবিহীন, সাৰ্বজনীন আৰু মোটা-মুটিভাৱে সকলোৰে গ্ৰহণযোগ্য জনজাতিৰ সংজ্ঞা এটাৰ অতি প্ৰয়োজন। প্ৰশাসনিক আৰু ব্যৱহাৰিক সুবিধাৰ্থে আৰু উন্নয়নৰ কাম-কাজৰ বাবে বাস্তৱিক সত্যৰ ওপৰত প্ৰতিষ্ঠিত জনজাতিৰ সংজ্ঞা এটাৰ নিৰূপণ ইতিমধ্যে আশা কৰা সময়তকৈ পলম হোৱা বুলি অনুভৱ হয়। তথাপি কদাপি নোহোৱাতকৈ বিলম্ব হোৱাও বেয়া নহয়।

## গ্ৰন্থপঞ্জী


অসমীয়া ঃ

গোস্বামী, প্ৰফুল্ল দত্ত, ১৯৭৯, "অসমীয়া সংস্কৃতি", (নিৰ্বাচিত প্ৰবন্ধ, ডক্টৰ বিৰিঞ্চি কুমাৰ বৰুৱা, সংকলন। নতুন দিল্লী ঃ সাহিত্য অকাডেমী।

দাস ভুবন মোহন (সম্পাদক, সহকাৰী ঃ ইৰশ্বাদ আলী), ১৯৮৬, অসমৰ মানুহ। যোৰহাট ঃ অসম সাহিত্য সভা।

নেওগ মহেশ্বৰ (সম্পাদক) ১৯৮৩ অৰুণোদই (১৮৪৬-১৮৫৪)। গুৱাহাটীঃ অসম প্ৰকাশন পৰিষদ। মেধি, বিৰিঞ্চি কুমাৰ, ১৯৭৯, নৃগোষ্ঠী তত্ত্বৰ ৰূপৰেখা গুৱাহাটী বিশ্ববিদ্যালয়ঃ পাঠ্যপুথি প্ৰস্তুতি সমন্বয় সমিতি।

ৰাভা, বিষ্ণু, ১৯৭৩ অসমীয়া কৃষ্টিৰ চমু আভাস (৫ম প্ৰকাশ)। গুৱাহাটী ঃ প্ৰাগজ্যোতি প্ৰকাশ ভৱন। ৰাভা, বিষ্ণু, ১৯৮৩ অসমীয়া কৃষ্টি। গুৱাহাটী ঃ বাণী প্ৰিন্টাৰ্ছ।

ইংৰাজী ঃ







Indranoshe Ali, A.N.M. Irshad and Indranoshee Das. 2003. Tribal situation in North-East India. Studies of Tribes and Tribals, Vol. 1,No. 1 pp.141-148.

A committee of the Royal Anthropological Institute of Great Britain and Ireland. 1951 (sixth edition). Notes and Queries on Anthropology. London _ Routledge and Kegan Paul Ltd.

Bailey, F.G. 1961. Tribe and caste in INdia. Contributions to Indian Sociology. No. V, pp.7-19

Beatti, John. 1964. Other Cultures. London : Routledge and Kegan Paul Ltd.

Beteille, Andre. 1974. six essays in comparative sociology. Delhi : Oxford University Press.

Bhagabati, A.C. 1988. Tribal Transformation in Assam and North-East India : an appraisal of emerging ideological dimensions. Presidential Address. Seventyfifth Indian Science Congress, Pune : pp 1-26.

Bose, N.K. 1971. Tribal Life in India. New Delhi : pp.4-5.

Das, B.M. 1990. North East India : its people and culture. Lucknow : Ethnographic and Folk Culture Society.

Gregory, Robert, J. 2003. Tribes and tribals : origin, use and future of the concept. Studies of tribes and tribals. Vol. 1, No. 1, pp 1-5

Hunter, David E. and phillip Whitten. 1976. Encyclopaedia of Anthropology.New York : Harper and Row, Publications.

Naik, T.B. 1984. "What is a tribe : conflicting definitions". Applied Anthropology in India (L.P. Vidyarthi ed.) Allahabad : Kitab Mahal.

Sinha, Surajit. 1965. Tribe-Caste and tribe-peasant continua in Central India, Man in India, Vol. 45.No. 1.

Seymour-Smith, Charlotte. 1987. Macmillan dictionary of Anthropology. London : The Macmillan Press Ltd.

Subba, T.B. "The concept of tribe in Indian context." The world of B.M. Das : a tribute (Bapukan Choudhury and Pradip Jyoti Mahanta eds.). Guwahati : Assam Academy for Cultural Relations, pp. 399-413.




# অসমৰ জনজাতীয় নাৰী

টাবু ৰাম টাইড

জনজাতিৰ তালিকাত অন্তৰ্ভুক্ত কৰা জনগোষ্ঠী অসমত আজিৰ তাৰিখত পঁচিশটা। পাৰ্বত্য জনজাতিৰ তালিকাত থকা জনগোষ্ঠী পোন্ধৰটা আৰু ভৈয়ামৰ জনজাতিৰ তালিকাত থকা জনগোষ্ঠী চৈধ্যটা। চাৰিটা জনগোষ্ঠী (গাৰো, লালুং, হাজং, ডিমাচা) পাৰ্বত্য জনজাতি আৰু ভৈয়ামৰ জনজাতি উভয় তালিকাতে শেহতীয়া সংশোধনত অন্তৰ্ভুক্ত হৈছে; গতিকে পোন্ধৰ আৰু চৈধ্য যোগ হৈ ঊনত্ৰিশ হ'লেও জনজাতিৰ মুঠ সংখ্যা পঁচিশহে। ভৈয়ামৰ জনজাতিৰ ভিতৰত বৃহত্তম জনগোষ্ঠী বড়ো (জনসংখ্যা ২০০১ চনৰ পিয়ল অনুসৰি, ১৩,৫২,৭৭১) আৰু ক্ষুদ্ৰতম জনগোষ্ঠী হোজাই (১,৮৮২); পাৰ্বত্য জনজাতিৰ ভিতৰত বৃহত্তম জনগোষ্ঠী কাৰ্বি (মিকিৰ) (৩,৫৩,৫১৩) আৰু ক্ষুদ্ৰতম জনগোষ্ঠী লাখেৰ (১১)। পাৰি নামৰ পাৰ্বত্য জনজাতিৰ জনসংখ্যা ১৯৯১ চনৰ পিয়লত ৩৭৭ দেখুৱাইছিল, যদিও ২০০১ চনৰ পিয়লত শূন্য পোৱা হৈছে আৰু এইদৰে লাখেৰৰ সংখ্যা ১৯৯১ চনত আছিল অসমত ২২, কিন্তু ২০০১ চনত তেওঁলোকৰ সংখ্যা হ্ৰাস পাইছে ১১ লৈ। ১৯৯১ চনৰ পিয়লত দেখুওৱা জনসংখ্যাৰ তুলনাত বাকী সকলো জনজাতীয়, জনগোষ্ঠীৰ জনসংখ্যা ২০০১ চনৰ পিয়লত বাঢ়িছে। কিন্তু এই দুটা জনগোষ্ঠীৰ ক্ষেত্ৰত আচলতে কি ঘটিছে ধৰিব পৰা নাযায়।

অসমৰ মুঠ জনসংখ্যা ২,৬৬,৫৫,৫২৮-ৰ ভিতৰত ২০০১ চনৰ পিয়ল অনুসৰি জনজাতিৰ জনসংখ্যা হ'ল ৩৩,০৮,৫৭০, অৰ্থাৎ মুঠ জনসংখ্যাৰ ১২.৪ শতাংশ। ১৯৯১ চনৰ পিয়লত শতকৰা হিচাপ অনুসৰি জনজাতিৰ সংখ্যা আছিল ৰাজ্যৰ মুঠ জনসংখ্যাৰ ১২.৮২ শতাংশ। এইটো যদি হয়, আমি বুজিব লাগিব এই সময়ছোৱাত জনজাতিৰ জনসংখ্যা যিমান বাঢ়িল, অ-জনজাতিৰ জনসংখ্যা আনুপাতিকভাৱে তাতকৈ বহুত বেছি বাঢ়িল। (খামটি আৰু চিংফৌসকল ২০০২ চনতহে ভৈয়ামৰ জনজাতি





হিচাপে তালিকাভুক্ত হৈছে। গতিকে ২০০১ চনৰ পিয়লত তেওঁলোকৰ জনসংখ্যা জনজাতিৰ ভিতৰত সোমোৱা নাই।

২০০১ চনৰ পিয়ল অনুসৰি ৰাষ্ট্ৰীয় পৰ্যায়ত পুৰুষ আৰু মহিলাৰ আনুপাতিক সংখ্যা এহেজাৰত ৯৭৮। কিন্তু অসমৰ জনজাতিৰ ক্ষেত্ৰত এই আনুপাতিক সংখ্যা কম— এহেজাৰ ৯৭২। জনজাতিসকলৰ ভিতৰত তিৱাসকলৰ এই অনুপাত আটাইতকৈ বেছি— এহেজাৰত ৯৮৫ আৰু ডিমাচাসকলৰ আটাইতকৈ কম— এহেজাৰত ৯৫১। সাক্ষৰতাৰ হাৰৰ ক্ষেত্ৰত জনজাতিৰ সৰ্ব-ভাৰতীয় হাৰ ৪৭.১ৰ তুলনাত অসমৰ জনজাতিৰ সাক্ষৰতাৰ হাৰ বহুত ওপৰত (৬২.৫-পুৰুষ ৭২.৩ আৰু মহিলা ৫২.৪)। পুৰুষ আৰু মহিলাৰ সাক্ষৰতাৰ হাৰৰ পৰা বুজা যায় যে সাক্ষৰতাৰ দিশত জনজাতীয় মহিলা জনজাতীয় পুৰুষতকৈ বহুত বেছি পিছ পৰা। অসমৰ আঠোটা প্ৰধান জনজাতি বুলি ধৰিব পৰা জনগোষ্ঠীসমূহৰ ক্ষেত্ৰত পুৰুষ আৰু মহিলাৰ সাক্ষৰতাৰ হাৰৰ পাৰ্থক্য এনে ধৰণৰ—

| জনজাতিৰ নাম | সাক্ষৰতাৰ মুঠ হাৰ | পুৰুষ | মহিলা | পুৰুষ আৰু মহিলাৰ সাক্ষৰতাৰ হাৰৰ ব্যৱধান |
|---|---|---|---|---|
| কছাৰী (সোণোৱাল) | ৮১.৪ | ৮৮.২ | ৭৪.৪ | ১৩.৮ |
| দেউৰী | ৭৬.২ | ৮৪.৮ | ৬৭.৫ | ১৭.৩ |
| ৰাভা | ৬৬.৭ | ৭৬.২ | ৫৭.০ | ১৯.২ |
| তিৱা (লালুং) | ৬১.৮ | ৭২.০ | ৫১.৬ | ২০.৪ |
| বড়ো | ৬১.৩ | ৭১.৪ | ৫১.১ | ২০.৩ |
| মিচিং (মিৰি) | ৬০.১ | ৭১.৪ | ৪৮.৩ | ২৩.১ |
| ডিমাচা | ৫৯.৬ | ৬৯.৪ | ৪৯.৩ | ২০.১ |
| কাৰ্বি (মিকিৰ) | ৫৩.৭ | ৬৪.১ | ৪৩.০ | ২১.১ |

অসমৰ মুঠ জনসংখ্যাৰ সাক্ষৰতাৰ হাৰ ৬৩.২৫ (পুৰুষ ৭১.৩, মহিলা ৫৪.৬); গতিকে, দেখা যায় কছাৰী, দেউৰী আৰু ৰাভাৰ মুঠ সাক্ষৰতাৰ হাৰ, পুৰুষৰ সাক্ষৰতাৰ হাৰ আৰু মহিলাৰ সাক্ষৰতাৰ হাৰ— এই তিনিওটা দিশতে, ৰাজ্যিক হাৰতকৈ ওপৰত। কিন্তু কছাৰীসকলক বাদ দি বাকী সাতটা জনজাতিৰ, বিশেষকৈ মিচিংসকলৰ চিন্তনীয় কথাটো হ'ল তেওঁলোকৰ পুৰুষ আৰু মহিলাৰ সাক্ষৰতাৰ হাৰৰ ব্যৱধান ৰাজ্যিক ব্যৱধানতকৈ (১৬.৭) অধিক।

পাৰ্বত্য জনজাতিসকলৰ ভিতৰত অসমত স্নাৰসকলৰ সাক্ষৰতাৰ হাৰ আটাইতকৈ বেছি (মুঠ হাৰ ৮৫.১ শতাংশ, পুৰুষ ৯০.০ শতাংশ, মহিলা ৭৯.৯ শতাংশ)। কুকিসকলৰ সাক্ষৰতাৰ হাৰো তুলনামূলকভাৱে ভাল (মুঠ হাৰ ৭৮.১ শতাংশ, পুৰুষ ৮৪.১ শতাংশ, মহিলা ৭১.৬ শতাংশ), কিন্তু ওপৰত দিয়া পৰিসংখ্যাৰ পৰা দেখা যায় স্বাধীনতাৰ সময়ৰে পৰা স্বায়ত্তশাসনৰ সুবিধা পোৱা কাৰ্বি আৰু ডিমাচাসকলৰ, বিশেষকৈ কাৰ্বিসকলৰ, সাক্ষৰতাৰ ছবিখন হতাশাজনক।

পৰিয়ালৰ বাবে উপাৰ্জন কৰা বিভিন্ন কৰ্মত অংশগ্ৰহণৰ হাৰৰ হিচাপ অনুসৰি অসমৰ জনজাতি (Work participation rate) হিচাপ অনুসৰি অসমৰ জনজাতিসকলৰ মুঠ জনসংখ্যাৰ ১৪,৩০,৪০৪ অৰ্থাৎ শতকৰা ৪৩.২ গৰাকীয়ে এনে উপাৰ্জনৰ কাৰ্যত অংশগ্ৰহণ কৰে। কৰ্মত অংশগ্ৰহণ কৰাসকলৰ ভিতৰত ৮,৪৭,২২৯ (শতকৰা ৫০.৫)গৰাকী পুৰুষ আৰু ৫,৮৩,১৭৫ (শতকৰা ৩৫.৮) গৰাকী মহিলা। সৰ্বমুঠ অংশগ্ৰহণকাৰীৰ হিচাপত পুৰুষ আৰু মহিলাৰ ব্যৱধান সাংঘাতিক বেছি নহ'লেও উপাৰ্জনৰ প্ৰক্ৰিয়াত প্ৰধান কৰ্মী (main worker) হিচাপে কাম কৰাসকলৰ হিচাপত এই ব্যৱধান যথেষ্ট বেছি— মুঠ প্ৰধান কৰ্মী হ'ল ৯,৩৪,২১৭ মুঠ কৰ্মীৰ সংখ্যা(৬৫.৩ শতাংশ তাৰ ভিতৰত পুৰুষ প্ৰধান কৰ্মী ৬,৮৫,৭.৮ (মুঠ কৰ্মীৰ ৮০.৯ শতাংশ) আৰু মহিলা প্ৰধান কৰ্মী ২,৪৮,৫০৯ (মুঠ কৰ্মীৰ ৪২.৬) শতাংশ। আনহাতে, উপান্ত-কৰ্মীৰ (Marginal worker)ৰ ক্ষেত্ৰত, অৰ্থাৎ উপাৰ্জনৰ কামত কিছু পৰিমাণে অংশগ্ৰহণ কৰিলেও যিসকলৰ হাতত পৰিয়ালৰ বাবে উপাৰ্জনৰ সম্পূৰ্ণ দায়িত্ব নাই, তেনে মুঠ উপান্ত কৰ্মীৰ সংখ্যা ৪,৯৬,১৪৭ (মুঠ কৰ্মীৰ ৩৪.৭ শতাংশ) পুৰুষ উপান্ত কৰ্মী ১,৬১,৫২১ (মুঠ কৰ্মীৰ ১৯.১ শতাংশ) আৰু মহিলা উপান্ত কৰ্মী ৩,৩৪,৬৬৬ (মুঠ কৰ্মীৰ ৫৭.৪ শতাংশ)। এই পৰিসংখ্যাৰ পৰা বুজা যায় যে জনজাতীয় মহিলাই পৰিয়ালৰ অৰ্থনৈতিক কাম-কাজত অংশগ্ৰহণ কৰিলেও এই ক্ষেত্ৰত তেওঁলোকৰ ভূমিকা কিছু পৰিমাণে গৌণ। উপাৰ্জনৰ কামত অংশগ্ৰহণৰ হাৰ জনজাতিসকলৰ ভিতৰত দেউৰীসকলৰেই আটাইতকৈ বেছি (৫৫.৫ শতাংশ) আৰু ডিমাচাসকলৰ আটাইতকৈ কম (৩৮.৯ শতাংশ) বুলি জানিব পৰা গৈছে। পুৰুষ কৰ্মী আৰু মহিলা কৰ্মীৰ সংখ্যাৰ ব্যৱধানো দেউৰীসকলৰ মাজতেই আটাইতকৈ কম বুলি কোৱা হৈছে। তেওঁলোকৰ পুৰুষ কৰ্মী ৫৮.০ শতাংশ আৰু মহিলা কৰ্মী ৫২.৯ শতাংশ। ইয়াৰ পৰা বুজা যায় অসমৰ জনজাতীয় মহিলাৰ ভিতৰত দেউৰী মহিলাই আটাইতকৈ বেছি পৰিশ্ৰমী। আনহাতে, এই ব্যৱধান ৰাভা, তিৱা আৰু ডিমাচাৰ ভিতৰত বৰ বেছি বুলি ২০০১ চনৰ পিয়লত পোৱা যায়— ৰাভা পুৰুষ কৰ্মী ৫১.২ শতাংশ,





মহিলা কৰ্মী ৩০.৭ শতাংশ, তিৱা পুৰুষ কৰ্মী ৫১.৮ শতাংশ, মহিলা কৰ্মী ৩৩.১ শতাংশ আৰু ডিমাচা পুৰুষ কৰ্মী ৪৭.০ শতাংশ আৰু মহিলা কৰ্মী ৩০.৪ শতাংশ।

জনজাতিসমূহৰ প্ৰধান কৰ্মীৰ ৭০.৬ শতাংশই খেতিয়ক আৰু এনে খেতিয়ক প্ৰধান কৰ্মী মিচিংসকলৰ আটাইতকৈ বেছি বুলি পিয়লত উল্লেখ আছে (মুঠ কৰ্মীৰ ৮৫.৬ শতাংশ)।

অসমৰ জনজাতিসকলৰ প্ৰায়ভাগেই পিতৃসূত্ৰী (Patrilineal) আৰু পিতৃগৃহ কেন্দ্ৰীক— এক কথাত পিতৃপ্ৰধান জনগোষ্ঠী। গতিকে তেওঁলোকৰ সমাজত পিতৃয়েই পৰিয়ালৰ মূৰব্বী আৰু পিতৃৰ বংশানুক্ৰমেই সন্তানৰো বংশানুক্ৰম। পৰম্পৰা অনুসৰি এনে জনজাতীয় সমাজত নাৰী-পুৰুষৰ তলতীয়া আৰু পৰিয়ালৰ স্থাৱৰ, অস্থাৱৰ সম্পত্তিৰ ওপৰত ঘৰৰ নাৰী-সন্তানতকৈ পুৰুষ-সন্তানৰ অধিকাৰ বেছি বুলি গণ্য কৰা হয়। কিছুমান জনজাতিৰ মাজত (যেনে- নগা, মিজো, মেচ আৰু কিছু পৰিমাণে দেউৰীসকলৰ মাজত) এই ব্যৱস্থা ইমানেই কটকটীয়া যে পৰিয়ালৰ পুৰুষ-মূৰব্বী পুত্ৰহীন হৈ ঢুকালে, তেওঁৰ পৰিয়ালৰ সম্পত্তি তেওঁৰ কন্যা-সন্তানৰ সলনি ঘনিষ্ঠতম সম্বন্ধৰ কোনো পুৰুষ লোকেহে পায়। পৰিয়ালৰ সম্পত্তি নিজ বংশৰ ভিতৰতে ৰখাটো এনে ব্যৱস্থাৰ এটা উদ্দেশ্য হ'ব পাৰে। কিয়নো এনে সমাজত কন্যা-সন্তানসকল বিয়াৰ পিছত আন পৰিয়ালৰ সদস্য হৈ পৰে। পুত্ৰ সন্তান যদি একাধিক হয়, তেন্তে কোনজন পুত্ৰ সন্তানে কিমান অংশ সম্পত্তি পাব, এই বিষয়ত অসমৰ পিতৃ-কেন্দ্ৰীক জনজাতীয় সমাজসমূহৰ ৰীতি একে ধৰণৰ নহয়। উদাহৰণ স্বৰূপে, কুকিসকলৰ মাজত বৰপুত্ৰই গোটেইখিনি বা অধিকাংশ সম্পত্তিৰ অধিকাৰী হয়, কিন্তু তেওঁলোকৰ মাজত গোটেইখিনি পৈতৃক সম্পত্তি পুত্ৰসন্তানসকলৰ মাজত সমানে ভাগ-বতৰা কৰাৰো ৰীতি আছে। বৰপুত্ৰই বা যি পুত্ৰই কৰ্ম ক্ষমতা নোহোৱা হৈ পৰা বৃদ্ধ পিতৃ-মাতৃক লগত ৰাখি চোৱা-চিতা কৰে, পৈতৃক সম্পত্তিৰ ওপৰত তেওঁৰ অধিকাৰ সামান্য বেছি হ'লেও, অসমৰ অধিকাংশ পিতৃ-কেন্দ্ৰীক জনজাতীয় সমাজত পুত্ৰসকলৰ মাজত পৈতৃক সম্পত্তিৰ সমবিতৰণৰ ব্যৱস্থাই সাধাৰণতে প্ৰচলিত।

জনজাতীয় বা ছিন্টেং নামেৰেও জনাজাত প্নাৰসকলক শেহতীয়াভাৱে বোধকৰো বৃহত্তৰ খাচী জনজাতিৰ অংশ হিচাপে গণ্য কৰা হৈছে। অসমত বাস কৰা বৃহত্তৰ খাচী জনগোষ্ঠী আৰু গাৰো জনগোষ্ঠী মাতৃসূত্ৰী (metrilineal) আৰু মাতৃগৃহ কেন্দ্ৰিক বা এক কথাত মাতৃ প্ৰধান। পাহাৰত বাস কৰা তিৱাসকলো মাতৃ প্ৰধান, কিন্তু ভৈয়ামত বাস কৰা তিৱাসকল পিতৃ-প্ৰধান। ইয়াৰ দুটা অৰ্থ হ'ব পাৰে— তিৱাসকল মূলতঃ মাতৃ-কেন্দ্ৰিক আছিল, ওচৰ-চুবুৰীয়াৰ প্ৰভাৱত ভৈয়ামত বাস কৰা তিৱা পিতৃ-কেন্দ্ৰিক হ'ল, অথবা, তিৱাসকল মূলতঃ পিতৃ-কেন্দ্ৰীক আছিল, ওচৰ-চুবুৰীয়া খাচী-

প্লাবসকলৰ প্ৰভাৱত পাহাৰত বাস কৰা তিৱা মাতৃ-কেন্দ্ৰিক হ'ল। পিছত দিয়া ব্যাখ্যাটোৱেই বোধকৰোঁ এতিয়া প্ৰচলিত। এই মাতৃ-কেন্দ্ৰীক জনগোষ্ঠীসমূহৰ মাজত মাতৃৰ বংশই পুত্ৰ হওক, কন্যা হওক সকলো সন্তানৰে বংশ আৰু মাতৃয়েই পৰিয়ালৰ মূৰব্বী তথা পৰিয়ালৰ সকলো সম্পত্তিৰ গৰাকী। ঘৰৰ একমাত্ৰ বা নুমলীয়া কন্যা সন্তান হোৱাটো এওঁলোকৰ মাজত সৌভাগ্যৰ কথা। কিয়নো পৰিয়ালৰ সকলো সম্পত্তি এনে কন্যা সন্তানে পায় আৰু বিয়াৰ পিছত পুত্ৰ-সন্তান বা জ্যেষ্ঠ কন্যা সন্তানসকলে মাতৃগৃহত থকাৰ অধিকাৰ হেৰুৱায়। নুমলীয়া কন্যা-সন্তানেহে এই সুবিধাৰ অধিকাৰী হয়। এওঁলোকৰ মাজত কোনো মাতৃৰ কন্যা-সন্তান নাথাকিলে, তেওঁৰ মৃত্যুৰ পিছত তেওঁৰ সম্পত্তি ঠিক তেওঁৰ ওপৰৰ ডাঙৰ বায়েকে পায়।

পিছে, এনেকুৱা মাতৃ-প্ৰধান সমাজতো মাতৃৰ অধিকাৰ সম্পৰ্কে এটা লক্ষ্য কৰিবলগীয়া কথা হ'ল অধিকাৰৰ দৃষ্টিৰে মাতৃয়েই সম্পত্তিৰ বেচা-কিনা বা ব্যৱস্থাৰ বিষয়ে আৱশ্যকীয় সিদ্ধান্ত ল'ব লাগে যদিও এনে সিদ্ধান্ত সাধাৰণতে তেওঁৰ ককায়েক বা মোমায়েক এজনেহে লয়। দৰাচলতে এনে ব্যক্তিৰ লগত আলোচনা নকৰাকৈ কোনো মাতৃয়ে মূল্যৱান সম্পত্তি, বিশেষকৈ স্থাৱৰ সম্পত্তি, আনকি দি দিব বা বিক্ৰী কৰিব নোৱাৰে। এনে ৰীতিৰ ক্ষেত্ৰত মন কৰিবলগীয়া আৰু এটা কথা হ'ল সম্পত্তিৰ ব্যৱস্থাপনা, বেচা-কিনা আদিৰ ক্ষেত্ৰত স্বামীৰ বংশৰ লোকৰ মাত মতাৰ অধিকাৰ নাই।

পাহাৰবাসী তিৱাসকল খাচী আৰু গাৰোসকলৰ দৰে মাতৃ-প্ৰধান জনগোষ্ঠী যদিও তেওঁলোকৰ মাজত পিতৃ-প্ৰধান ভৈয়ামৰ তিৱা সমাজৰ ৰীতিও কিছু পৰিমাণে পৰিলক্ষিত হয়। উদাহৰণ স্বৰূপে, তেওঁলোকৰ মাজত মাতৃয়েই আইনতঃ সকলো সম্পত্তিৰ গৰাকী যদিও তেওঁৰ স্বামীয়েহে এই সম্পৰ্কীয় আৱশ্যকীয় সিদ্ধান্ত লৈ বা কাম-কাজ কৰি বস্তুতঃ (defacto) গৰাকীৰ ভূমিকা গ্ৰহণ কৰে। পাহাৰৰ তিৱাসকলৰ মাজত নুমলীয়া কন্যা-সন্তানৰ উপৰি আন কন্যা-সন্তানেও সম্পত্তিৰ ভাগ পাব পাৰে; মাতৃ গৃহৰ চৌহদতে বাস কৰা পুত্ৰ-সন্তানসকলেও আনকি পৰিয়ালৰ সম্পত্তিৰ ভাগ পায়। তদুপৰি পিতৃয়ে নিজা বৰীয়াকৈ আহৰণ কৰা সম্পত্তি পুত্ৰ সন্তানে ভাগ-বটৰা কৰি ল'ব পাৰে।

ডিমাচাসকলৰ বংশানুক্ৰমিতাৰ এটা আচুতীয়া বৈশিষ্ট্য আছে। তেওঁলোকৰ চল্লিশটা পুৰুষ বংশ (male class) আৰু চল্লিশটা নাৰী বংশ (female class) আছে। পুৰুষ বংশসমূহক কোৱা হয় চেংফং আৰু নাৰী বংশসমূহক জুলু। পৰিয়ালৰ পুত্ৰ সন্তানে পিতৃৰ বংশ আৰু কন্যা-সন্তানে মাতৃৰ বংশ অনুসৰণ কৰে অৰ্থাৎ পুত্ৰ পিতৃৰ বংশৰ লোক আৰু কন্যা মাতৃৰ বংশৰ। সেয়ে, ডিমাচা সমাজৰ সকলো পুৰুষ





ব্যক্তি চল্লিশটা চেংফঙৰ যি কোনো এটাত পৰে আৰু সকলো মহিলা চল্লিশটা জুলুৰ যিকোনো এটাত পৰে। পৰিয়ালৰ সম্পত্তিও সেই হিচাপে দুই প্ৰকাৰৰ— পৈতৃক সম্পত্তি আৰু মাতৃক সম্পত্তি। পৈতৃক সম্পত্তিৰ উত্তৰাধিকাৰী পুত্ৰ-সন্তান আৰু মাতৃক সম্পত্তিৰ উত্তৰাধিকাৰী কন্যা সন্তান। মাটি, ঘৰ গৰু-ম'হ, অস্ত্ৰ-শস্ত্ৰ আদি পৈতৃক সম্পত্তি আৰু অলংকাৰ-পাতি, তাঁতশাল মাতৃৰ বস্ত্ৰ-সম্ভাৰ আদি মাতৃক সম্পত্তি। মাটি আৰু ঘৰৰ দৰে অতি মূল্যৱান স্থাৱৰ সম্পত্তিৰ উত্তৰাধিকাৰী যিহেতু পুত্ৰ সন্তান বংশানুক্ৰমত মাতৃৰ গুৰুত্ব থাকিলেও, ডিমাচা সমাজো মূলতঃ পিতৃ-প্ৰধান।

ৰাভাসকল বৰ্তমানে পিতৃ-প্ৰধান সমাজ হ'লেও তেওঁলোক প্ৰতিবেশী গাৰোসকলৰ দৰে আগতে মাতৃ-প্ৰধান জনগোষ্ঠী আছিল বুলি ভবাৰ থল আছে। খাচী আৰু গাৰোসকলৰ দৰে ৰাভা পৰিয়ালৰ পুত্ৰ, কন্যাক সকলো সন্তান মাতৃবংশৰ লোক বুলি গণ্য কৰা হয়। তেওঁলোকৰ মাজত প্ৰচলিত এটা বংশৰ প্ৰাপ্তবয়স্ক মহিলাৰ অনুষ্ঠান মাহাৰি বা বাৰমাহাৰি প্ৰথাত এটা মাতৃ প্ৰধান চৰিত্ৰ নিহিত আছে। মাহাৰি বা বাৰমাহাৰি যথেষ্ট ক্ষমতাসম্পন্ন অনুষ্ঠান। উদাহৰণ স্বৰূপে বিপত্নীক এগৰাকী ৰাভা পুৰুষে পুনৰ্বিবাহ কৰিব খুজিলে, তেওঁৰ মৃতা পত্নীৰ মাহাৰিৰ পৰা আগতীয়া অনুমোদন ল'ব লাগে। মাহাৰিয়ে অনুমোদন দিবও পাৰে, নিদিবও পাৰে আৰু মাহাৰিৰ সিদ্ধান্ত অমান্য কৰিলে অমান্যকাৰীক ধন তথা বস্তু আদায় দিয়াৰ জৰিমনাৰে মাহাৰিয়ে দণ্ডিত কৰিব পাৰে! আনকি, পত্নীক দুৰ্ব্যৱহাৰ কৰা কোনো স্বামীকো পত্নীৰ মাহাৰিয়ে শাস্তি বিহিব পাৰে। লগতে এইটো উল্লেখযোগ্য যে মাহাৰিৰ সিদ্ধান্তৰ ক্ষেত্ৰত সমাজখনে সাধাৰণতে হস্তক্ষেপ নকৰে। পিতৃ-প্ৰধান সমাজবোৰত মাহাৰি জাতীয় প্ৰথাৰ প্ৰচলন দেখা নাযায়।

নাৰী আৰু পুৰুষৰ ব্যৱধান সম্পৰ্কীয় এটা বিশেষ ৰীতি মিচিং সমাজৰ মাজত পোৱা যায়। ঘৰৰ বোৱাৰীয়ে তেওঁলোকৰ চাংঘৰৰ যি অংশত শহুৰেক, বৰজনাক বা অন্য প্ৰাপ্তবয়স্ক পুৰুষৰ বাবে বিছনা কৰা হয়, সেই ঠাইৰ শিতানৰ ফালে ভৰি দিয়া নিষিদ্ধ। আনকি চাঙৰ মাজে মাজে যিবোৰ চাৰিচুকীয়া জুইশাল থাকে, সেইবোৰৰো পথানৰ ফালেহে (শোওঁতে চাঙৰ যিটো দিশলৈ ভৰি দিয়া হয়) ঘৰৰ মূৰব্বীৰ পত্নী, বোৱাৰী, পুষ্পিতা জীয়ৰীসকল বহিব পাৰে। ঘৰৰ পুৰুষ সদস্যৰ বাবে বহা বা ভৰি দিয়াৰ ক্ষেত্ৰত কোনো নিষেধাজ্ঞা নাই। এই ৰীতিয়ে সমাজখনত নাৰীৰ স্থান পথানৰ ফালেহে, অৰ্থাৎ পুৰুষৰ তলতীয়া বুলি সূচায় যেন লাগে। অৱশ্যে বৰজনাকসকলে ভায়েক ভাইবোৱাৰীয়েকে বিচনা কৰা চাঙৰ অংশত ভৰি দিয়াৰ পৰা বিৰত থাকে। শহুৰেকসকলেও এইদৰে পো-বোৱাৰীয়ে বিছনা কৰা চাঙৰ অংশত সাধাৰণতে ভৰি নিদিয়ে।

জনজাতীয় সমাজত নাৰীৰ স্থান নিৰ্ণয় কৰা অইন এটা দিশ হ'ল বিবাহ আৰু বিবাহ-বিচ্ছেদ। বিবাহৰ ক্ষেত্ৰত জনজাতীয় গাভৰুৱে জীৱন-সংগী বাছি লোৱাৰ যি আপেক্ষিক স্বাধীনতা পায় জনজাতীয় নাৰীৰ বাবে এইটো এটা ইতিবাচক দিশ। কেৱল পিতৃ-মাতৃ বা অভিভাৱক দুয়োটা পক্ষই আলোচনা কৰি ঠিক কৰা আনুষ্ঠানিক বিবাহৰ ক্ষেত্ৰতো খুব কম সংখ্যক জনজাতি গাভৰুৱেহে অচিনাকী এজন যুৱকৰ লগত বিবাহ পাশত আৱদ্ধ হ'ব লগীয়া হয়। পৰস্পৰে পৰস্পৰক ভাল পোৱা এহাল যুৱক-যুৱতীয়ে আগতীয়া বুজাবুজিৰে যুৱকে যুৱতীক 'পলুৱাই বিয়া পতা' প্ৰথা অসমৰ প্ৰায়বোৰ জনজাতীয় সমাজতে গৃহীত। পিতৃ-মাতৃ, অবিভাৱকে আয়োজন কৰা আনুষ্ঠানিক বিবাহগ সাধাৰণতে ব্যয়বহুল হয় বাবে আৰ্থিকভাৱে দুৰ্বল পৰিয়ালবোৰৰ মাজত পলুৱাই বিয়া কৰোৱা প্ৰথা বেছিকৈ প্ৰচলিত। আন কি, এহাল যুৱক-যুৱতীৰ পাৰস্পৰিক ভাল পোৱাৰ সম্পৰ্ক পিতৃ-মাতৃ, অভিভাৱকৰ বাবে গ্ৰহণযোগ্য নহ'লেও যুৱকজনে যুৱতীগৰাকীক পলুৱাই বিয়া পাতিব পাৰে। বহুতো আনুষ্ঠানিক বিবাহৰ ক্ষেত্ৰতো যুৱক-যুৱতী ইতিমধ্যে প্ৰেমপাশত আবদ্ধ হোৱাৰ বাবেহে বিবাহ আয়োজিত হয়। প্ৰিয়জনক জীৱন-সংগী কৰি সাংসাৰিক জীৱনৰ পাতনি মেলাৰ এনে অধিকাৰ পৰম্পৰাগত অজনজাতীয় সমাজৰ বহুতো গাভৰুৱে লাভ নকৰে। মাতৃ-প্ৰধান আৰু খ্ৰীষ্টিয়ান জনজাতীয় সমাজত যুৱক-যুৱতীয়ে সাধাৰণভাৱে মিলা-মিচা কৰাৰ স্বাধীনতাও আপেক্ষিকভাৱে বেছি।

পিতৃ-প্ৰধান জনজাতীয় সমাজসমূহত একালত বহুবিবাহৰ প্ৰচলন যথেষ্ট আছিল। এতিয়াও খ্ৰীষ্টিয়ান ধৰ্মাবলম্বী হোৱাসকলৰ বাহিৰে বাকীসকলৰ মাজত পৰম্পৰাগত বিধি অনুসৰি বহুবিবাহ নিষিদ্ধ নহয় কিন্তু পিতৃ প্ৰধান জনজাতিসকলৰ মাজত বহুবিবাহ গ্ৰহণযোগ্য প্ৰথা বুলি এতিয়া বিবেচিত নহয়। আনহাতে, বহুপতি প্ৰথা অসমৰ কোনো জনজাতিৰ মাজত নাই আৰু আগতেও আছিল বুলি জনা নাযায়। প্লাৰসকলৰ মাজত এক প্ৰকাৰৰ সতী প্ৰথা 'কা চতি' প্ৰচলিত। জীৱনত মাত্ৰ এগৰাকী পুৰুষৰ লগত সংসাৰ কৰা নাৰীয়েই 'কা চতি'। এনে নাৰীৰ অস্থি মৰিশালীত তেওঁৰ বংশৰ বাবে চিহ্নিত স্তুপত বিশেষভাৱে সংৰক্ষণ কৰা হয়। এই প্ৰথাই বহুতো প্লাৰ নাৰীক জীৱনত মাত্ৰ এবাৰ বিয়া হোৱাৰ বাবে অনুপ্ৰেৰণা যোগায়। এইটো নিঃসন্দেহে প্লাৰসকলে সোতৰশ শতিকামানতে গ্ৰহণ কৰা হিন্দু ধৰ্মৰ প্ৰভাৱ। কিয়নো তেওঁলোকৰ পৰম্পৰাগত বিধি অনুসৰি বিধবা বিবাহ সম্পূৰ্ণ গ্ৰহণযোগ্য প্ৰথা। হিন্দু ধৰ্মৰ দ্বাৰা দকৈ প্ৰভাৱিত কাছাৰ জিলাৰ বৰ্মনসকলৰ বাহিৰে অসমৰ সকলোবোৰ জনজাতিৰ মাজত বিধবা-বিবাহ গৃহীত প্ৰথা। এগৰাকী বিধৱাই তেওঁৰ অবিবাহিত দেওৰেকৰ লগত বিয়া পাতিব পাৰে, কিন্তু বিপত্নীক হ'লেও ববজনাকৰ লগত বিয়া পতা নিষিদ্ধ। কুকি সমাজসমূহত





বিধৱা বৌৱেকক দেওৰেকে পত্নী হিচাপে গ্ৰহণ কৰাটোৱেই নিয়ম। নিজৰ পৰিয়ালৰ বাহিৰৰ কোনো ব্যক্তিক বিধৱাই বিয়া কৰালে, তেওঁৰ সম্পত্তিৰ ওপৰত থকা অধিকাৰ হেৰুৱায়। সাধাৰণতে জনজাতীয় ডেকা-গাভৰুৱে আপেক্ষিকভাৱে কম বয়সত বিয়া পাতে, কিন্তু বাল্য-বিবাহ তেওঁলোকৰ মাজত অ-প্ৰচলিত।

বিবাহ সম্পন্ন কৰা ডেকাৰ পিতৃ-মাতৃ অথবা অভিভাৱকে বোৱাৰী হোৱা গাভৰুৰ পিতৃ-মাতৃ বা অভিভাৱকক গা-ধন (bride price) ভৰাৰ ৰীতি অসমৰ প্ৰায়বোৰ জনজাতিৰ মাজত আছে। অৱশ্যে, কাৰ্বি আৰু গাৰো সমাজত এনে ৰীতি আছে বুলি জনা নাযায়। প্লাৰসকলৰ মাজত ঘৰৰ নুমলীয়া জীয়ৰী হ'লে গা-ধনৰ পৰিমাণ অধিক হয়। মিতিৰ হোৱা দুটা পক্ষৰ সম্পৰ্কত বিজুতি নাথাকিলে গা-ধন সাধাৰণতে নাম-মাত্ৰ পৰিমাণৰ হয়। কিন্তু এই সম্পৰ্ক বিজুতিপূৰ্ণ হ'লে, বিশেষকৈ বৈৰীভাৱাপন্ন হ'লে, গা-ধনৰ পৰিমাণ যথেষ্ট সৰহ হ'ব পাৰে। গা-ধনৰ ৰীতি নাৰীৰ বাবে সন্মানজনক নে অসন্মানজনক— এই কথা নিৰ্ণয়ৰ কাম সমাজতত্ত্ববিদৰ। এই লেখকে ভাবোঁ-কথাটো দুই ধৰণেৰেই চাব পাৰি— নাৰীক প্ৰতীকী অৰ্থত হ'লেও মূল্য দিয়া অথবা প্ৰতীকী অৰ্থত হ'লেও নাৰীক ঘৰৰ সম্পত্তি হিচাপে বিবেচনা কৰা। অৱশ্যে গা-ধনৰ প্ৰথা ইতিমধ্যে যথেষ্ট দুৰ্বল হোৱা পৰিলক্ষিত হৈছে। বিশেষকৈ আনুষ্ঠানিক বিবাহৰ ক্ষেত্ৰত। হিন্দু ধৰ্মৰ দ্বাৰা বহুলভাৱে প্ৰভাৱান্বিত হাজংসকলৰ মাজত ওলোটাটোহে হ'ব ধৰিছে, অৰ্থাৎ কইনাৰ পিতৃ-মাতৃৰ। অভিভাৱকে গা-ধন লোৱাৰ সলনি দৰাক আৰু দৰা-পক্ষক নানা ধৰণৰ উপহাৰ দিয়াটোহে গৃহীত প্ৰথা হৈছে। শিক্ষিত আৰু ধন-বিত থকা কইনাপক্ষৰ ক্ষেত্ৰত পিতৃ-প্ৰধান জনজাতিসকলৰ মাজত প্ৰায় সাধাৰণভাৱেই এই ওলোটা প্ৰথা প্ৰচলিত হ'ব ধৰিছে। এগৰাকী গাভৰুক পত্নী হিচাপে বিবাহৰ যোগেদি পোৱাৰ আগতে ডেকাই ভাবী-শহুৰেকৰ ঘৰত জোঁৱাই খটাৰ ৰীতি পূৰ্বে প্ৰায়বোৰ জনজাতিৰ মাজত প্ৰচলিত আছিল। এই ৰীতি এতিয়া অ-প্ৰচলিত।

পৰম্পৰাগতভাৱে বিধিসন্মত যদিও জনজাতিৰ মাজত বিবাহ-বিচ্ছেদ যথেষ্ট কম। স্বামী ব্যভিচাৰী বা নপুংসক হোৱা অথবা পত্নী ব্যভিচাৰিণী বা বন্ধ্যা হোৱা, ইত্যাদি বিবাহ বিচ্ছেদ বৈধ কাৰণ হ'ব পাৰে। বিবাহ-বিচ্ছেদ কৰিব খুজিলে পৰম্পৰাগতভাৱে গাঁৱৰ মুখিয়াল আৰু বয়স্ক লোকেৰে গঠিত গাঁও সভাৰ কাষ চাপিব লাগে। বিবাহ-বিচ্ছেদৰ সপক্ষে বা বিপক্ষে দিয়া গাঁও সভাৰ ৰায়েই চূড়ান্ত বুলি বিবেচিত হয়। বিবাহ-বিচ্ছেদৰ সপক্ষে ৰায় দান হ'লে কিছুমান জনজাতীয় সমাজত (যেনে, বড়ো আৰু ৰাভাসকলৰ মাজত) পাণ-চিৰা ৰীতিৰে বিবাহ-বিচ্ছেদ আনুষ্ঠানিকভাৱে সম্পন্ন কৰা হয় (পাণ-চিৰা অনুষ্ঠানত স্বামী-স্ত্ৰী পিঠিয়া-পিঠিকৈ ঠিয় হৈ পিঠিফালে এখিলা পাণ উভয়ে ধৰি টানি দুফাল কৰে)। বিবাহ-বিচ্ছেদ হ'লে হমাৰ,

জেমি নগা আদি কিছুমান সমাজত গা-ধন ঘূৰাই দিয়াৰ ৰীতিও আছে, বিশেষকৈ বিবাহ-বিচ্ছেদ যদি স্বামীয়ে বিচাৰে।

জনজাতীয় নাৰী তেওঁলোকৰ পৰিয়ালৰ অৰ্থনৈতিক জীৱনৰ অবিচ্ছেদ্য অংগ। তেওঁলোক সাধাৰণতে অত্যন্ত পৰিশ্ৰমী। গৃহিণীসকলে পৰিয়ালৰ অন্যান্য সদস্যসকলৰ আগতে পুৱা শয্যা ত্যাগ কৰে আৰু ৰাতি সকলোতকৈ পিছত শুৱলৈ যায় আৰু পুৱা উঠা আৰু ৰাতি শোৱাৰ মাজৰ সময় ছোৱাত তেওঁলোকে সন্তানৰ যত্ন লোৱা, বোৱা-কটা, কৃষি-কৰ্মত (যেনে, কোব মৰা, বন নিৰোৱা, ভুঁই ৰোৱা শস্য চপোৱা, হাবি চাফা কৰা ইত্যাদি কামত) যোগদান কৰাৰ উপৰি ৰন্ধা-বঢ়া কৰি পৰিবেশন কৰা, পানী অনা বাচন-বৰ্তন ধোৱা আদি নিয়মীয়া কৰ্তব্য পালন কৰিব লাগে। কৃষি-কৰ্মত সহযোগ কৰাৰ লগতে তেওঁলোকে হাঁহ-কুকুৰা, গাহৰি, ছাগলী আদি পুহি পৰিয়ালৰ অৰ্থনৈতিক কাম-কাজতো উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰে। মাতৃ-প্ৰধান জনগোষ্ঠীৰ নাৰীয়ে ব্যৱসায়-বাণিজ্য কৰি পৰিয়ালৰ আৰ্থিক উপাৰ্জনত বিশিষ্ট ভূমিকা গ্ৰহণ কৰে।

ওপৰত চমুকৈ কৰা আলোচনাৰ পৰা আমি দেখা পাওঁ যে পৰম্পৰাৰ মাজত আবদ্ধ, ৰক্ষণশীল আন আন বহুতো জনগোষ্ঠীৰ নাৰীতকৈ অসমৰ জনজাতীয় নাৰী বিশেষকৈ মাতৃ-কেন্দ্ৰিক জনজাতীয় নাৰীৰ সামাজিক স্থান ওপৰত। খাচীসকলৰ মাজত নাৰীয়েই পৰিয়ালৰ সম্পত্তিৰ উত্তৰাধিকাৰী হোৱাৰ উপৰি সমাজ এখনৰ মূৰব্বী 'চিয়েম' পৰ্যন্ত হ'ব পাৰে। প্ৰায়বোৰ জনজাতিৰ মাজত যুৱক-যুৱতীয়ে মিলা-মিচা কৰা আৰু যুৱতীয়ে প্ৰিয়জনক জীৱন-সংগী হিচাপে বাছি লোৱাৰ আপেক্ষিক স্বাধীনতা, বিধৱা পুণৰ্বিবাহৰ স্বাধীনতা এইবোৰ নাৰীৰ বাবে ইতিবাচক দিশ। পৰিশ্ৰমী হৈ পৰিয়ালৰ অৰ্থনৈতিক কৰ্মত উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰাৰ বাবে তেওঁলোকে সমাজত সন্মান সহকাৰে জীয়াই থকাৰ এটা অধিকাৰো অৰ্জন কৰে। তথাপি নাৰীৰ অধিকাৰৰ মৌলিক প্ৰশ্নৰ পোহৰত তেওঁলোকৰ সামাজিক স্থান যদি বিচাৰ কৰা হয়, তেন্তে আমি ওপৰত পোৱা জনজাতীয় নাৰীৰ ছবিখন বৰ উজ্জ্বল বুলি ক'ব নোৱাৰোঁ। পৰিয়ালৰ বা সমাজৰ বিভিন্ন বিষয়ৰ ক্ষেত্ৰত সিদ্ধান্ত গ্ৰহণৰ ক্ষমতাৰ পৰা তেওঁলোক বঞ্চিত। পিতৃকেন্দ্ৰীক সমাজৰ কথা বাদেই, আন কি মাতৃ প্ৰধান সমাজতো নাৰী পৰিয়ালৰ মূৰব্বী হ'লেও সিদ্ধান্ত গ্ৰহণৰ ক্ষেত্ৰত পুৰুষৰ ভূমিকা অপৰিহাৰ্য। পিতৃ-প্ৰধান সমাজসমূহত তেওঁলোক গাঁৱৰ মুখিয়াল হোৱা দূৰৰ কথা, গাওঁসভাৰ সাধাৰণ সদস্য হিচাপেও তেওঁলোকক পৰম্পৰাগতভাৱে গণ্য কৰা নহয়। অগত্যা প্ৰয়োজন হ'লেকেতিয়াবাহে কোনো বয়স্ক বা আন মহিলাক সভালৈ বিশেষভাৱে মতা হয় আৰু কথা ক'বলৈ সুবিধা দিয়া হয়। সম্পত্তিৰ উত্তৰাধিকাৰৰ ক্ষেত্ৰত পুৰুষ প্ৰধান সমাজত নাৰীসকলে কিমান বঞ্চিত, সেয়া আমি ওপৰত আলোচনা কৰি আহিছোঁ।





দৰিদ্ৰতাৰ লগতে জনজাতীয় মহিলাৰ সাক্ষৰতাৰ ছবিখন নিৰাশাজনক হোৱাৰ এটা কাৰণ হ'ল, কন্যা সন্তানক পুত্ৰ সন্তানৰ সমানেই মূল্যবান বুলি গণ্য নকৰাটো পুত্ৰ সন্তানৰ বাবে শিক্ষাৰ যিমান প্ৰয়োজন কন্যা সন্তানৰ বাবে সিমানেই শিক্ষাৰ প্ৰয়োজন বুলি নুবুজাটো। তেওঁলোক সাধাৰণতে অতি পৰিশ্ৰমী আৰু পৰিয়ালৰ অৰ্থনীতিত উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰে! কিন্তু এনে পৰিশ্ৰম আৰু ভূমিকা গ্ৰহণ কৰা সত্বেও তেওঁলোক অৰ্থনৈতিকভাৱে স্বাধীন নহয়। এই কথা আমি কৰ্মত অংশগ্ৰহণৰ হাৰৰ পৰিসংখ্যাত স্পষ্টকৈ দেখি আহিছোঁ। উপান্ত কৰ্মী হিচাপে তেওঁলোকৰ কৰ্মত অংশ গ্ৰহণৰ হাৰ যথেষ্ট বেছি। কিন্তু প্ৰধান কৰ্মী হিচাপে তেওঁলোকৰ কৰ্মত অংশগ্ৰহণৰ হাৰ অতি কম। তদুপৰি স্ত্ৰীৰ প্ৰতি স্বামীৰ হিংসাত্মক আচৰণ, নাৰী পুৰুষতকৈ মৌলিকভাৱেই অনুত্তম বুলি জ্ঞান কৰা পুৰুষৰ এনে আচৰণ আৰু দৃষ্টিভংগী তেওঁলোকৰ মাজত এতিয়াও ব্যাপক। এইবোৰৰ পৰা বুজা যায়, তেওঁলোকৰ মাজত পুৰুষৰ গৰ্বান্ধতা পূৰ্ণমাত্ৰাই বিদ্যমান।

পিছে, সুখৰ বিষয় যে আধুনিক শিক্ষা-দীক্ষাৰ লগতে গণতান্ত্ৰিক ধ্যান-ধাৰণাৰ প্ৰভাৱত জনজাতীয় সমাজসমূহো সামাজিকভাৱে পৰিৱৰ্তনমুখী হৈছে। নাৰীৰ অধিকাৰ সম্পৰ্কেও তেওঁলোক আগতকৈ বহুত বেছি সচেতন হৈছে আৰু তেওঁলোকৰ মাজতো নাৰীয়ে এতিয়া শৈক্ষিক, সামাজিক, অৰ্থনৈতিক আৰু ৰাজনৈতিক ক্ষেত্ৰত পুৰুষৰ দৰেই অংশগ্ৰহণ কৰিছে। গতিকে আশা কৰিব পাৰি যে পৰম্পৰাগত জনজাতীয় সমাজত নাৰীৰ স্থানৰ অদূৰ ভৱিষ্যতত আমূল পৰিৱৰ্তন হ'ব, যি পৰিৱৰ্তনৰ ঢৌ এই সমাজসমূহত এতিয়া পৰিলক্ষিত হৈছে।

*বিঃ দ্ৰঃ প্ৰবন্ধটি যুগুত কৰোঁতে প্ৰাথমিক উৎসৰ লগতে লেখকে গৌণ উৎসৰ ওপৰতো নিৰ্ভৰ কৰিবলগীয়া হৈছে। গতিকে দুই এটা তথ্য ত্ৰুটিপূৰ্ণ হ'লে পাঠকে অনুগ্ৰহ কৰি শুধৰাই ল'ব।*

+ + +

# বড়ো আৰু সংশ্লিষ্ট জনজাতি গোষ্ঠীসমূহ

ড° অনিল বড়ো

অসম বহু জনজাতি গোষ্ঠী আৰু জনগোষ্ঠীৰ মিলনভূমি। অসমৰ থলুৱা জনজাতি গোষ্ঠীসমূহৰ সৰহসংখ্যকেই মংগোলীয় গোষ্ঠীৰ অন্তৰ্ভুক্ত। আন আন গোষ্ঠীসমূহৰো জনজাতি গোষ্ঠীসমূহৰ সৈতে সামাজিক, সাংস্কৃতিক আৰু প্ৰজাতিগত সম্পৰ্ক আৰু আদান-প্ৰাদন আছে। সাধাৰণ দৃষ্টিৰে চালে অসমৰ মানুহক জনজাতীয় আৰু অজনজাতীয় (Tribal and Non-Tribal) এই দুই ভাগত ভগাব পাৰি। এই শ্ৰেণী বিভাজন অনুসৰি অসমৰ সৰহসংখ্যক অধিবাসীয়েই অজনজাতীয়। ব্যাপক জনপ্ৰব্ৰজন, আৰ্যীকৰণ, আত্মীকৰণ আদি প্ৰক্ৰিয়াৰ ফলত অসমৰ জনগাঁথনিৰ যি প্ৰভাৱ পৰিছে, তাৰেই ফলশ্ৰুতিত থলুৱা জনজাতি গোষ্ঠীসকল আজি নিজ ভূমিতেই সংখ্যালঘু হৈ পৰিছে। অস্তিত্বৰ সংকটত ভুগিছে এই ভূমিপুত্ৰসকল। শ শ থলুৱা জনজাতি গোষ্ঠীসকলৰ শ্ৰম আৰু আত্মবলিদানেৰে ঠন ধৰি উঠিছে। তথাপিও আত্ম পৰিচয়ৰ শংকাত দ্বিধাগ্ৰস্ত আজিৰ জনজাতীয় সমাজ। অসমীয়াৰ সংজ্ঞাই তেওঁলোকক সামৰি লয় নে নলয়। এনে বহুমূলীয়া প্ৰশ্নই আজিও জোকাৰি যায় জনজাতি গোষ্ঠীবিলাকৰ সামাজিক আৰু সাংস্কৃতিক মনক। তেনে প্ৰেক্ষাপটতে সমাজবিজ্ঞানী আৰু নৃতাত্ত্বিক পণ্ডিতসকলে সাংস্কৃতিক বহুত্ববাদৰ পোষকতা কৰা দেখা গৈছে। জনগোষ্ঠীয় আন্দোলনৰ তীব্ৰতা, ব্যাপকতা, সংকীৰ্ণ গোষ্ঠীবাদ আদিয়ে এনে প্ৰৱণতাকে প্ৰশ্ৰয় দিছে। সাম্প্ৰতিক পৰিস্থিতিত জনজাতি গোষ্ঠীবিলাকৰ বিষয়ে আলোচনা কৰিবলৈ যাওঁতে এনে বৈশিষ্ট্যৰ প্ৰতিও নজৰ দিবলগীয়া হৈছে।

অসমৰ জনজাতি বুলিলে আমি বুজিব লাগিব সংবিধান স্বীকৃত অৰ্থাৎ অনুসূচিত জনজাতি গোষ্ঠীসমূহৰ কথা। আমাৰ দেশৰ সংবিধানে এই জনজাতি গোটবিলাকক Scheduled Tribe বুলি চিহ্নিত কৰিছে। এসময়ত জনজাতি,





আদিবাসী, Tribe বা Tribal আদি শব্দই অৰ্থনৈতিক আৰু সামাজিকভাৱে অতি পিছপৰা, পশ্চাদপদ জনগোষ্ঠী, জনগোটক, সম্প্ৰদায়ক বুজাইছিল। আজি কিন্তু জনজাতি (অৰ্থাৎ অনুসূচিত জনজাতি) শব্দটি সাংবিধানিক বা প্ৰশাসনিক পৰিভাষা হৈ পৰিছে। আমি যিকোনো জনগোষ্ঠী বা পিছপৰা সম্প্ৰদায়ক জনজাতি বুলি অভিহিত কৰিব নোৱাৰো। যিবোৰ জনগোষ্ঠী বা পিছপৰা সম্প্ৰদায় জনজাতি হিচাপে লিষ্টভুক্ত বা Scheduled হৈছে সেইবোৰকহে জনজাতি বুলিব পাৰে। উদাহৰণস্বৰূপে মৰাণ, মটক, কোচ-ৰাজবংশী, টাই-আহোমসকল বিশিষ্ট জনগোষ্ঠী, কিন্তু আজিলৈ জনজাতি হিচাপে Schduled হোৱা নাই। কিন্তু এইটোও ক'ব নোৱাৰি যে অসমৰ আন আন জনজাতি গোষ্ঠীবিলাকৰ সামাজিক, সাংস্কৃতিক বৈশিষ্ট্য এই জনগোষ্ঠীবিলাকৰ নাই। প্ৰশ্নটো হৈছে পছন্দৰ (Choice)। এই জনগোষ্ঠীবিলাকে জনজাতীয় জীৱনধাৰা এৰি আৰ্যীকৰণ প্ৰক্ৰিয়াত জাহ গৈছিল আৰু হিন্দু ধৰ্মীৰ জাতি সম্প্ৰদায় (Caste formation)ত সোমাই পৰিছিল। অসমীয়া জাতি গঠন প্ৰক্ৰিয়াৰ মূল কথা নিহিত এই ঐতিহাসিক প্ৰক্ৰিয়াৰ মাজত।

২০০১ চনৰ লোকপিয়ল অনুসৰি অসমৰ জনজাতি সকলৰ মুঠ জনসংখ্যা ৩,৩০৮, ৫৭০জন। অৰ্থাৎ অসমৰ মুঠ জনসংখ্যাৰ ১২.৪ শতাংশ। এই লোকপিয়ল মতে অসমৰ মুঠ জনসংখ্যা ২৬,৬৫৫,৫২৮। যোৱা ১৯১-২০০১ চনৰ ভিতৰত অনুসূচিত জনজাতিৰ বৃদ্ধিৰ হাৰ ১৫.১ শতাংশ। ৰাজ্যত মুঠ ২৩টা জনজাতি গোষ্ঠী (Notified STS) আছে। জিলাভিত্তিক জনজাতিৰ বিতৰণৰ তালিকালৈ লক্ষ্য কৰিলে দেখা যাব যে পাহাৰীয়া জিলা উত্তৰ কাছাৰত ৬৮.৩. শতাংশ, ভৈয়াম জিলা ধেমাজিত ৪৭.৩ শতাংশ। কোকৰাঝাৰত জনজাতি লোকৰ সংখ্যা ৩৩.৭ শতাংশ। তলত প্ৰধান জনজাতি গোষ্ঠীবোৰৰ জনসংখ্যাৰ তালিকা দিয়া হ'ল।

অসমৰ প্ৰধান প্ৰধান জনজাতি গোষ্ঠীৰ জনসংখ্যা (২০০১ লোকপিয়ল)।

| ক্ৰমিক নং | অনুসূচিত জনজাতিৰ নাম | মুঠ জনসংখ্যা সমানুপাতিক গড় | মুঠ ST জনসংখ্যাৰ |
|---|---|---|---|
| ১ | গোটেই অনুসূচিত জনজাতি | ৩,৩০৮,৫৭০ | ১০০% |
| ২ | বড়ো | ১,৩৫২,৭৭১ | ৪০.৯% |
| ৩ | মিচিং (মিৰি) | ৫৮৭৩১০ | ১৭.৮% |
| ৪ | কাৰ্বি (মিকিৰ) | ৩৫৩, ৫১৩ | ১০.৭% |
| ৫ | ৰাভা | ২৭৭, ৫১৭ | ৮.৪% |

# বড়ো আৰু সংশ্লিষ্ট জনজাতি গোষ্ঠীসমূহ

**ড° অনিল বড়ো**

অসম বহু জনজাতি গোষ্ঠী আৰু জনগোষ্ঠীৰ মিলনভূমি। অসমৰ থলুৱা জনজাতি গোষ্ঠীসমূহৰ সৰহসংখ্যকেই মংগোলীয় গোষ্ঠীৰ অন্তৰ্ভুক্ত। আন আন গোষ্ঠীসমূহবো জনজাতি গোষ্ঠীসমূহৰ সৈতে সামাজিক, সাংস্কৃতিক আৰু প্ৰজাতিগত সম্পৰ্ক আৰু আদান-প্ৰদন আছে। সাধাৰণ দৃষ্টিৰে চালে অসমৰ মানুহক জনজাতীয় আৰু অজনজাতীয় (Tribal and Non-Tribal) এই দুই ভাগত ভগাব পাৰি। এই শ্ৰেণী বিভাজন অনুসৰি অসমৰ সৰহসংখ্যক অধিবাসীয়েই অজনজাতীয়। ব্যাপক জনপ্ৰব্ৰজন, আৰ্যীকৰণ, আত্মীকৰণ আদি প্ৰক্ৰিয়াৰ ফলত অসমৰ জনগাঁথনিৰ যি প্ৰভাৱ পৰিছে, তাৰেই ফলশ্ৰুতিত থলুৱা জনজাতি গোষ্ঠীসকল আজি নিজ ভূমিতেই সংখ্যালঘু হৈ পৰিছে। অস্তিত্বৰ সংকটত ভুগিছে এই ভূমিপুত্ৰসকল। শ শ থলুৱা জনজাতি গোষ্ঠীসকলৰ শ্ৰম আৰু আত্মবলিদানেৰে ঠন ধৰি উঠিছে। তথাপিও আত্ম পৰিচয়ৰ শংকাত দ্বিধাগ্ৰস্ত আজিৰ জনজাতীয় সমাজ। অসমীয়াৰ সংজ্ঞাই তেওঁলোকক সামৰি লয় নে নলয়। এনে বহুমূলীয়া প্ৰশ্নই আজিও জোকাৰি যায় জনজাতি গোষ্ঠীবিলাকৰ সামাজিক আৰু সাংস্কৃতিক মনক। তেনে প্ৰেক্ষাপটতে সমাজবিজ্ঞানী আৰু নৃতাত্ত্বিক পণ্ডিতসকলে সাংস্কৃতিক বহুত্ববাদৰ পোষকতা কৰা দেখা গৈছে। জনগোষ্ঠীয় আন্দোলনৰ তীব্ৰতা, ব্যাপকতা, সংকীৰ্ণ গোষ্ঠীবাদ আদিয়ে এনে প্ৰৱণতাকে প্ৰশ্ৰয় দিছে। সাম্প্ৰতিক পৰিস্থিতিত জনজাতি গোষ্ঠীবিলাকৰ বিষয়ে আলোচনা কৰিবলৈ যাওঁতে এনে বৈশিষ্ট্যৰ প্ৰতিও নজৰ দিবলগীয়া হৈছে।

অসমৰ জনজাতি বুলিলে আমি বুজিব লাগিব সংবিধান স্বীকৃত অৰ্থাৎ অনুসূচিত জনজাতি গোষ্ঠীসমূহৰ কথা। আমাৰ দেশৰ সংবিধানে এই জনজাতি গোটবিলাকক Scheduled Tribe বুলি চিহ্নিত কৰিছে। এসময়ত জনজাতি,





আদিবাসী, Tribe বা Tribal আদি শব্দই অৰ্থনৈতিক আৰু সামাজিকভাৱে অতি পিছপৰা, পশ্চাদপদ জনগোষ্ঠী, জনগোটক, সম্প্ৰদায়ক বুজাইছিল। আজি কিন্তু জনজাতি (অৰ্থাৎ অনুসূচিত জনজাতি) শব্দটি সাংবিধানিক বা প্ৰশাসনিক পৰিভাষা হৈ পৰিছে। আমি যিকোনো জনগোষ্ঠী বা পিছপৰা সম্প্ৰদায়ক জনজাতি বুলি অভিহিত কৰিব নোৱাৰো। যিবোৰ জনগোষ্ঠী বা পিছপৰা সম্প্ৰদায় জনজাতি হিচাপে লিষ্টভুক্ত বা Scheduled হৈছে সেইবোৰকহে জনজাতি বুলিব পাৰে। উদাহৰণস্বৰূপে মৰাণ, মটক, কোচ-ৰাজবংশী, টাই-আহোমসকল বিশিষ্ট জনগোষ্ঠী, কিন্তু আজিলৈ জনজাতি হিচাপে Schduled হোৱা নাই। কিন্তু এইটোও ক'ব নোৱাৰি যে অসমৰ আন আন জনজাতি গোষ্ঠীবিলাকৰ সামাজিক, সাংস্কৃতিক বৈশিষ্ট্য এই জনগোষ্ঠীবিলাকৰ নাই। প্ৰশ্নটো হৈছে পছন্দৰ (Choice)। এই জনগোষ্ঠীবিলাকে জনজাতীয় জীৱনধাৰা এৰি আৰ্যীকৰণ প্ৰক্ৰিয়াত জাহ গৈছিল আৰু হিন্দু ধৰ্মীৰ জাতি সম্প্ৰদায় (Caste formation)ত সোমাই পৰিছিল। অসমীয়া জাতি গঠন প্ৰক্ৰিয়াৰ মূল কথা নিহিত এই ঐতিহাসিক প্ৰক্ৰিয়াৰ মাজত।

২০০১ চনৰ লোকপিয়ল অনুসৰি অসমৰ জনজাতি সকলৰ মুঠ জনসংখ্যা ৩,৩০৮, ৫৭০জন। অৰ্থাৎ অসমৰ মুঠ জনসংখ্যাৰ ১২.৪ শতাংশ। এই লোকপিয়ল মতে অসমৰ মুঠ জনসংখ্যা ২৬,৬৫৫,৫২৮। যোৱা ১৯১-২০০১ চনৰ ভিতৰত অনুসূচিত জনজাতিৰ বৃদ্ধিৰ হাৰ ১৫.১ শতাংশ। ৰাজ্যত মুঠ ২৩টা জনজাতি গোষ্ঠী (Notified STS) আছে। জিলাভিত্তিক জনজাতিৰ বিতৰণৰ তালিকালৈ লক্ষ্য কৰিলে দেখা যাব যে পাহাৰীয়া জিলা উত্তৰ কাছাৰত ৬৮.৩. শতাংশ, ভৈয়াম জিলা ধেমাজিত ৪৭.৩ শতাংশ। কোকৰাঝাৰত জনজাতি লোকৰ সংখ্যা ৩৩.৭ শতাংশ। তলত প্ৰধান জনজাতি গোষ্ঠীবোৰৰ জনসংখ্যাৰ তালিকা দিয়া হ'ল।

অসমৰ প্ৰধান প্ৰধান জনজাতি গোষ্ঠীৰ জনসংখ্যা (২০০১ লোকপিয়ল)।

| ক্ৰমিক নং | অনুসূচিত জনজাতিৰ নাম | মুঠ জনসংখ্যা সমানুপাতিক গড় | মুঠ ST জনসংখ্যাৰ |
|---|---|---|---|
| ১ | গোটেই অনুসূচিত জনজাতি | ৩,৩০৮,৫৭০ | ১০০% |
| ২ | বড়ো | ১,৩৫২,৭৭১ | ৪০.৯% |
| ৩ | মিচিং (মিৰি) | ৫৮৭৩১০ | ১৭.৮% |
| ৪ | কাৰ্বি (মিকিৰ) | ৩৫৩, ৫১৩ | ১০.৭% |
| ৫ | ৰাভা | ২৭৭, ৫১৭ | ৮.৪% |

| | | | |
|---|---|---|---|
| ৬ | কছাৰী (সোণোৱাল/ঠেঙাল) | ২৩৫,৮৮১ | ৭.১% |
| ৭ | তিৱা (লালুং) | ১৭০,৬২২ | ৫.২% |
| ৮ | ডিমাচা | ১১০,৯৭৬ | ৩.৪% |
| ৯ | দেউৰী | ৪১,১৬১ | ১.২% |

অসমৰ জনজাতিসকলক ভৈয়ামৰ জনজাতি আৰু পাহাৰৰ জনজাতি এই দুই ভাগত ভাগ কৰিব পাৰি। দুখন পাহাৰীয়া জিলাৰ অধিবাসী অৰ্থাৎ কাৰ্বি আংলং আৰু উত্তৰ কাছাৰ জিলাৰ জনজাতিগোষ্ঠীৰ লোকসকলক পাহাৰৰ জনজাতি (Hills Tribe) বুলি অভিহিত কৰা হয়। তেওঁলোক হ'ল কাৰ্বি, ডিমাচা, মাৰ, কুকি, তিৱা (পাহাৰ)। তেওঁলোকৰ জীৱন পদ্ধতি, কৃষি পদ্ধতি, সামাজিক-সাংস্কৃতিক জীৱন ভৈয়ামৰ জনজাতিসকলতকৈ কিছু পৃথক। বিশেষকৈ তেওঁলোক আহু বা শালি খেতিতকৈ ঝুম খেতিত বেছি অভ্যস্ত। তদনুৰূপ ধৰণে তেওঁলোকৰ সামাজিক আৰু সাংস্কৃতিক জীৱনতো তাৰ প্ৰভাৱ পৰিলক্ষিত। ভৈয়ামৰ জনজাতিসকলৰ তুলনাত পাহাৰৰ জনজাতিসকলৰ ওপৰত অজনজাতীয় সমাজ আৰু সংস্কৃতিৰ প্ৰভাৱ তুলনামূলকভাৱে কম। দুৰ্গম পাহাৰীয়া অঞ্চলত বসবাস কৰা বাবে তেওঁলোক তুলনামূলকভাৱে বাহিৰৰ প্ৰভাৱৰ পৰা মুক্ত। অৱশ্যে নগৰীকৰণ, যাতায়াত, উদ্যোগীকৰণ, যোগাযোগ, পাশ্চাত্য শিক্ষাৰ প্ৰভাৱৰ পৰা আজি কোনো সম্প্ৰদায় বা গোষ্ঠী আঁতৰত থাকিব পৰা নাই।

ভৈয়ামৰ জনজাতিসকলৰ ভিতৰত বড়ো, ৰাভা, মিচিং, ভৈয়ামৰ তিৱা, মেচ, সোণোৱাল ঠেঙাল, দেউৰী, গাৰো আদি জনজাতি গোষ্ঠী অন্তৰ্ভুক্ত। অসমৰ ভৈয়াম জিলাসমূহত এই জনজাতি গোষ্ঠীবিলাকৰ বসতি। বড়োসকল প্ৰধানকৈ ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ কোকৰাঝাৰ, চিৰাং, বাক্সা, ওদালগুৰি, দৰং, শোণিতপুৰ, ধেমাজি, নলবাৰী জিলাত সিঁচৰতি হৈ আছে। দক্ষিণ পাৰৰ গোৱালপাৰা, দক্ষিণ কামৰূপ, কাৰ্বি আংলং, গোলাঘাট আদি জিলাতো তেওঁলোকে সিঁচৰিত হৈ আছে। ঠিক সেইদৰে ৰাভাসকলৰ প্ৰধান বসতি অঞ্চল হ'ল গোৱালপাৰা, দক্ষিণ কামৰূপ। দৰং, কোকৰাঝাৰ, শোণিতপুৰ আৰু ধুবুৰী আদি জিলা, উত্তৰ বংগতো ৰাভাসকল সিঁচৰতি হৈ আছে। তদনুৰূপ ধৰণে মিচিংসকল কেন্দ্ৰীভূত হৈ আছে ধেমাজি, লখিমপুৰ জিলাত। শোণিতপুৰ জিলাৰ বাহিৰেও মাজুলী, যোৰহাট, গোলাঘাট, শিৱসাগৰ আদিতো তেওঁলোক সিঁচৰতি হৈ আছে। সোণোৱাল, ঠেঙাল, দেউৰী, মেচ-কছাৰীসকল মূলতঃ উজনি অসমৰ জিলা কেইখনত সিঁচৰতি হৈ আছে। অৱশ্যে মিৰি বা মিচিং জনজাতি গোষ্ঠীৰ এটা ঠাল আজিও অৰুণাচলৰ পাহাৰ অঞ্চলত বসবাস কৰে। সেইদৰে তিৱা





আৰু গাৰো জনজাতি গোষ্ঠীৰ সৰহসংখ্যক পাহাৰত বাস কৰে। সেই দৃষ্টিভংগীৰে চালে পাহাৰীয়া আৰু ভৈয়ামৰ জনজাতিৰ মাজত তেনে বিভেদ বা বিভাজন নাই বুলি ভাবিবৰ থল আছে। অৱশ্যে পাহাৰৰ তিৱা আৰু ভৈয়ামৰ তিৱাসকলৰ জীৱন পদ্ধতি, সামাজিক আৰু সাংস্কৃতিক বৈশিষ্ট্যৰ মাজত যি পাৰ্থক্য বিৰাজমান তালৈ লক্ষ্য কৰি এটা কথা সহজে অনুমান কৰিব পাৰি যে ভৌগোলিক আৰু পাৰিপাৰ্শ্বিক অৱস্থাৰ বাবে এটা জনজাতি গোষ্ঠীৰ দুটা ফৈদৰ মাজতে ভিন্নতা দেখা দিব পাৰে। গাৰো, মাৰ, কুকি আদি জনজাতি গোষ্ঠীৰ লোক অসমত বসবাস কৰে যদিও তেওঁলোকৰ মিজোৰাম, মণিপুৰ আদি ৰাজ্যত তেওঁলোকৰ প্ৰধান বসতি অঞ্চল বিস্তৃত।

অসমৰ সৰহসংখ্যক জনজাতি গোষ্ঠীৰ ভাষা তিব্বতি ধৰ্মী ভাষাৰ অন্তৰ্গত। সেইসূত্ৰে জনজাতি গোষ্ঠীবিলাকৰ মাজত প্ৰাচীন ভাষিক যোগসূত্ৰ আৰু সহমৰ্মিতা আছে। এই জনজাতি গোষ্ঠীবিলাকৰ ভিতৰত বড়ো, ৰাভা, গাৰো, তিৱা, ডিমাচাসকলৰ ভাষাৰ মাজত বহু মিল আছে। এই ভাষাবোৰক একেলগে বড়ো গ্ৰুপ অৱ্ লেংগুৱেজছ বুলি অভিহিত কৰিছে ভাষাবিদসকলে। পৰৱৰ্তী কালত বড়ো-গাৰো আদি অভিধাও প্ৰয়োগ কৰিছে বিশেষজ্ঞসকলে। মিচিং-কাৰ্বি আদি জনজাতি গোষ্ঠীৰ ভাষা তিব্বত বৰ্মী ভাষাৰ অন্তৰ্ভুক্ত যদিও বড়ো, ৰাভা, ডিমাচা আদি জনজাতি গোষ্ঠীৰ ভাষাৰ পৰা পৃথক। অসমৰ অন্যতম জনগোষ্ঠী আহোম আৰু আইটন, ফাকিয়াল, তুৰুং, খামিয়াংসকল শ্যামীজ চাইনীজ ভাষা গোটৰ লোক। অদ্যাপি এই জনগোষ্ঠীসকল জনজাতি হিচাপে স্বীকৃত নহয়। ইন্দো মংগোলীয় (বা কিৰাত) বুলি অভিহিত এই জনজাতি গোষ্ঠীৰ লোকসকল পীত বৰ্ণৰ। পণ্ডিতসকলৰ মতে হুদো আৰ্যসকল ভাৰতলৈ আহি দুই প্ৰকাৰৰ থলুৱা লোক লগ পাইছিল। কৃষ্ণ বৰ্ণৰ নিৰাদ আৰু পীত বৰ্ণৰ কিৰাতসকলক। হিমালয়ৰ পাদদেশ আৰু উত্তৰ-পূব ভাৰতৰ বিস্তীৰ্ণ অঞ্চল কিৰাতসকলৰ বাসভূমি আছিল বুলি কোৱা হয়। যজুৰ্বেদৰ সভা পৰ্বত উল্লেখ আছে নকুলে কিৰাত সকলক লগ পোৱাৰ কথা। ভীমে দিগ্বীজয় কৰিবলৈ পূব দিশলৈ অভিযান চলাই যাওঁতে বিদেহ ৰাজ্যপাৰ হৈ কিৰাতসকলৰ সন্মুখীন হোৱাৰ কথা। প্ৰাগজ্যোতিষপুৰৰ ৰজা ভগদত্তই কুৰুক্ষেত্ৰৰ মহাসমৰত কিৰাত সৈন্যবাহিনী লগত লৈ অংশগ্ৰহণ কৰাৰ কথা আমি সকলোৱে জানো। উল্লেখ্য যে এই কিৰাত সেনাসকলৰ গাৰ বৰণ সোণ বৰণৰ (বা পীত বৰ্ণৰ) আছিল। ইন্দো-মংগোলীয় বা কিৰাটসকলৰ আবয়িক বৈশিষ্ট্যৰ কথা নৃতাত্ত্বিকসকলে বিশদভাৱে আলচ কৰিছে। বিশেষজ্ঞসকলৰ মতে ইন্দো-মংগোলীয়সকলৰ 'গাৰ বৰণ পীত বা পিংগম। চুলি

কলা, ঋজু আৰু অমসৃণ। দাড়ি-গোফ তাকৰ। গাৰ নোম কম। মুখ বহল আৰু চেপেটা, হনু অঞ্চল বৰ স্পষ্ট। চকু বক্র। চকুৰ কোণ ঠেক। চকুত মংগোলীয় নেত্রচ্ছেদ ভাজ।' অসমৰ জনজাতি গোষ্ঠীৰ লোকসকলৰ মাজত সাধাৰণভাৱে এই আবয়িক বৈশিষ্টসমূহ লক্ষ্য কৰিব পাৰি।

ইন্দো-মংগোলীয় এই জনজাতি গোষ্ঠীসকলে অসম অঞ্চলৰ আৰ্য হিন্দুসকলৰ ভাষা, সাহিত্য, সংস্কৃতিৰ ওপৰত প্ৰভাৱ পেলাইছে আৰু তেওঁলোকৰ ভাষা, ধৰ্ম, সংস্কৃতিৰ ওপৰতো আৰ্য হিন্দুসকলৰ ব্যাপক প্ৰভাৱ পৰিছে। পণ্ডিতসকলৰ মতে বাঁহ গছৰ ব্যৱহাৰ, সিজুপূজা, পাট কাপোৰেৰে প্ৰচলন মংগোলীয়সকলৰ অৱদান। অসমৰ জনজাতীয় সমাজত বাঁহৰ প্ৰচলন সৰ্বাধিক। সিজু গছৰ পূজা মূলতঃ বড়ো আৰু সংশ্লিষ্ট জনজাতি ঠেঙাল আৰু আন আন কছাৰী সম্প্ৰদায়ৰ মাজত প্ৰচলিত। পাট কাপোৰৰ প্ৰচলন অসমৰ জনজাতি আৰু অজনজাতি উভয় সম্প্ৰদায়ৰ মাজত ব্যাপকভাৱে প্ৰচলিত।

অসম অঞ্চল (উত্তৰ-পূৰ্বাঞ্চলকে সামৰি) ৰ জনজাতি গোষ্ঠীবিলাকৰ মাজত কেতবোৰ উমৈহতীয়া সাংস্কৃতিক উপাদান আৰু বৈশিষ্ট্য লক্ষ্য কৰিব পাৰি বুলি ডব্লিউ স্মিথ এ মত প্ৰকাশ কৰিছে। এই উমৈহতীয়া উপাদনবোৰ হ'ল— মূৰ চিকাৰ (Head Hanting), ডেকা চাং, চাং ঘৰ (খুটা আৰু চতিৰে ওখলৈ বন্ধা ঘৰ, চাং পাতি মৃতকৰ সৎকাৰ, বিয়াৰ ক্ষেত্ৰত বিশেষ বাছনি বা চুক্তি, তামোল-পাণৰ ব্যৱহাৰ, গাখীৰৰ প্ৰতি অনাগ্ৰহ, শৰীৰৰ অংগৰ ওপৰত চিত্ৰাংকন, শক্তিশালী ৰাজনৈতিক সংগঠনৰ অভাৱ, দুমুখীয়া চুঙাৰে জুহাল পতা, তাঁতশালৰ ব্যৱহাৰ, চাৰিচুকীয়া বা ছচুকীয়া ডাঙৰ ঢালৰ ব্যৱহাৰ, পুৰণি ধৰণৰ কৃষি প্ৰদ্ধতি (ঝুম সদৃশ খেতিৰ প্ৰচলন) আদি। অৱশ্যে উল্লেখিত সাংস্কৃতিক উপাদান সকলো জনজাতিৰ বেলিকাই প্ৰযোজ্য, সেইটো গ্ৰহণ কৰি ল'ব নোৱাৰি। উদাহৰণ স্বৰূপে মূৰ চিকাৰ কেতবোৰ পাহাৰীয়া জনজাতি গোটৰ ক্ষেত্ৰতে প্ৰযোজ্য। তেনেকৈ শৰীৰৰ অংগৰ ওপৰত কৰা চিত্ৰাংকন (tatoo) সকলো জনজাতিৰ মাজত নাই, দুই-এক জনজাতিৰ মাজতহে প্ৰচলিত দেখা যায়। এই প্ৰিমিটিভ ক'লা আজি গোটেই বিশ্বতে জনপ্ৰিয় হৈ পৰিছে, আধুনিক উত্তৰ আধুনিক শৰীৰৰ সজ্জাত অংগ হৈ পৰিছে।

অসমৰ জনজাতি গোষ্ঠীসমূহৰ সৰহসংখ্যকেই আপাত দৃষ্টিত হিন্দু ধৰ্মাৱলম্বী হিচাপে পৰিচিত যদিও সকলো জনজাতি গোষ্ঠীৰে পৰম্পৰাগত ধৰ্ম বিশ্বাস, আচাৰ নীতি আৰু মৌখিক পৰম্পৰা আছে। অৱশ্যে ভৈয়ামৰ সৰহসংখ্যক জনজাতি সম্প্ৰদায়ৰ লোকে নৱবৈষ্ণৱ ধৰ্ম গ্ৰহণ কৰি পৰম্পৰাগত ধৰ্ম আৰু





আচাৰ-ৰীতি এৰি পেলাইছে। আন আন অংশৰ মাজত হিন্দু আৰু খ্ৰীষ্টান ধৰ্মৰ নানা শাখাত দীক্ষিত হোৱা লোকৰ সংখ্যাও কম নহয়। এই সকলোকে বাদ দি সৰহসংখ্যক জনজাতি সম্প্ৰদায়ৰ লোকে আজিকোপতি পৰম্পৰাগত ধৰ্ম পালন কৰি আছে। বিশেষকৈ বড়োসকলৰ বাথৌ ধৰ্মৰ কথা এই ক্ষেত্ৰত উল্লেখ কৰিব পাৰি। ডিমাচা, কাৰ্বি, তিৱা, দেউৰী, মিচিং আদি জনজাতি গোষ্ঠীৰ লোকেও তেওঁলোকৰ উপাস্য দেৱতাক আৰাধনা, নানা পূজা-পাতল আৰু পূৰ্বপুৰুষক সোঁৱৰণৰ মাজেৰে পৰম্পৰাগত ধৰ্ম আৰু আচাৰ-ৰীতি পালন কৰে। অৱশ্যে অসমৰ প্ৰধান কৃষ্টি উৎসৱ বিহু এই জনজাতিসকলৰো প্ৰধান উৎসৱ। কিয়নো এই জনজাতি সম্প্ৰদায়ৰ লোকসকল প্ৰধানকৈ কৃষিজীৱী। স্বকীয় ৰং, আচাৰ-ৰীতি, নৃত্য-গীতেৰে তেওঁলোকে বিহু উদ্‌যাপন কৰে। আলি আই লিংগা, বায়খো আদি উৎসৱ বিহুৰ নিচিনাই কৃষিকেন্দ্ৰিক লোক উৎসৱ। ডিমাচাসকলৰ বুচু দিমা, বড়োসকলৰ বৌশাংগু, দেউৰীসকলৰ বিচু বিহুৰে থলুৱা জনজাতীয় ৰূপ।

সাজ-পোছাক, বয়নশিল্প, খাদ্যাভ্যাস, গৃহ নিৰ্মাণ, হস্তশিপ্প আদিৰ দিশত এই জনজাতি গোষ্ঠী বিশেষকৈ অসমৰ জনজাতীয় মহিলাৰ হাতেবোৱা কাপোৰৰ সৌন্দৰ্য অতুলনীয়। খাদ্যাভ্যাসত অসমৰ জনজাতিসকলৰ মাজত বহু মিল দেখা যায়। আমিষ আহাৰৰ প্ৰাধান্য, শুকান মাছ, শুকান মাংস, বাঁহগাজ, তেল-মছলাহীন ব্যঞ্জন, চাউলৰ পৰা প্ৰস্তুত কৰা পানীয়ৰ ব্যৱহাৰ— এই জনজাতি গোষ্ঠীসমূহৰ উমৈহতীয়া সাংস্কৃতিক উপাদান বুলিব পাৰি। অসমৰ জনজাতি গোষ্ঠীবিলাকৰ বাঁহ আৰু কাঠৰ সঁজুলি, আচবাব, সৰঞ্জাম, শিল্পকৰ্ম আদি নিৰ্মাণৰ পৰম্পৰা আছে। নানা আকাৰৰ ঢোল, বাঁহী, তটবাদ্য, পেঁপা আদি নিৰ্মাণ আৰু বাদনত তেওঁলোক সিদ্ধহস্ত। বিশেষকৈ বড়োসকলৰ খাম, চিফুং, চেৰ্জা, ৰাভাসকলৰ কাড়ানল, বাদুং দুপ্পা, ডিমাচাসকলৰ মুৰী বিশেষভাৱে উল্লেখযোগ্য।

অসমৰ জনজাতি গোষ্ঠীবিলাকৰ সংস্কৃতি ইন্দো মংগোলীয় সংস্কৃতিৰে স্থানীয় ৰূপ। কিন্তু এই কথা স্বীকাৰ কৰিবই লাগিব যে এই ইন্দো মংগোলীয় উৎসই ভাৰতীয় আৰু থলুৱা অসমীয়া সংস্কৃতিৰ নানা সুঁতিৰ সৈতে মিলি এক নতুন ৰূপ ধাৰণ কৰিছে। তদনুৰূপ ধৰণে অসমৰ আন আন অজনজাতি গোষ্ঠী আৰু সম্প্ৰদায়ৰ সামাজিক-সাংস্কৃতিক জীৱনতো তেওঁলোকৰ ভাষা-সংস্কৃতিয়ে প্ৰভাৱ পেলাইছে।

✢ ✢ ✢

# মিচিং সমাজ আৰু সংস্কৃতি

ড° বসন্ত কুমাৰ দলে

**১.০০ ঃ প্ৰাক্কথন ঃ**

অসম এখন বহুগোষ্ঠীয় জনগাঁথনিৰ আৰু বহুভাষিক ৰাজ্য। তদ্ৰূপ অসমীয়া সমাজ আৰু সংস্কৃতি। অসমীয়া সমাজ আৰু সংস্কৃতি অনেক সৰু-বৰ জনগোষ্ঠীৰ সাংস্কৃতিক উপাদানেৰে সমৃদ্ধ। সেয়েহে, এই সৰু-বৰ জনগোষ্ঠী সমূহৰ ভাষা-সংস্কৃতিৰ বিকাশৰ ওপৰত বহুলাংশে নিৰ্ভৰ কৰে অসমীয়া ভাষা-সংস্কৃতিৰ সমৃদ্ধি। কিন্তু দুখৰ বিষয় এই যে ইয়াত বসবাস কৰা জনগোষ্ঠী সমূহৰ বিষয়ে বা ইয়াত প্ৰচলিত থলুৱা ভাষা-সংস্কৃতিৰ বিষয়ে বিজ্ঞানসন্মত অধ্যয়ন এতিয়াও হোৱা নাই। যি অলপ-অচৰপ হৈছে সেইবোৰো ব্যক্তিনিষ্ঠ সিদ্ধান্তৰ প্ৰভাৱৰ পৰা মুক্ত নহয়। এই উদ্দেশ্য আগত ৰাখিয়েই এই নিবন্ধত মিচিং জনগোষ্ঠীৰ সমাজ আৰু সংস্কৃতিৰ ওপৰত এটি পৰ্যালোচনা আগবঢ়োৱাৰ প্ৰয়াস কৰা হৈছে।

**২.০০ ঃ মিৰি নে মিচিং ?**

মিচিংসকল পূৰ্বে *মিৰি*নামে পৰিচিত আছিল । ধৰ্মীয় পুথি-পাঁজি, আহোম বুৰঞ্জী, নৃগোষ্ঠী বিষয়ক গ্ৰন্থ আৰু চৰকাৰী নথি-পত্ৰত মিচিং সকলক *মিৰি* বুলিয়েই উল্লেখ কৰা আছে। কিন্তু এই কথা স্মৰ্তব্য যে *মিৰি* শব্দই প্ৰকৃততে কেৱল মিচিং সকলকে নুসূচায় বা *মিৰি* শব্দটো *মিচিং* শব্দৰ সমাৰ্থক নহয় অথবা মিৰি সকলেই মিচিং নহয়। দৰাচলতে, *মিৰি* শব্দটোৱে পৰ্বত-ভৈয়ামৰ পাৰ্থক্য নুসূচোৱাকৈ উত্তৰে হিমালয়ৰ পূৰ্বাঞ্চলৰ পৰা দক্ষিণে অসমৰ সমতল ভূমিলৈকে, বিশেষকৈ সুবিস্তৃত ব্ৰহ্মপুত্ৰ উপত্যকাৰ সীমান্তলৈকে আৰু পূবে দিহং (চিয়াং) আৰু দিবাং উপত্যকাৰ পৰা পশ্চিমে দৰং জিলাৰ শেষ সীমালৈকে - প্ৰধানকৈ এই ভৌগোলিক সীমাৰেখাৰে আগুৰা ভূখণ্ডত বসবাস কৰা পৰ্বতীয়া জাতিৰ লোকক বুজোৱা হৈছিল। গ্ৰীয়াৰ্চনৰ মতে "*আবৰ, মিৰি আৰু ডফলা হ'ল অসম উপত্যকা আৰু তিব্বতৰ মাজৰ পাহাৰ লানিত বসতি কৰা লোকসকলক বুজাবৰ কাৰণে ব্যৱহাৰ কৰা অসমীয়া নাম* ।"[১]

সি যিকি নহওক, মেকেঞ্জিৰ মতে "*১৮২৫ চনত কেপ্টেইন নিউফ্ভাইলে*





*মিৰি সকলক (মিচিং সকলক) লক্ষীমপুৰৰ চিচি অঞ্চলত ব্ৰহ্মপুত্ৰ নৈৰ উত্তৰ পাৰে ভৈয়াম আৰু অনুচ্চ পাহাৰ লানিত দিহং (চিয়াং) নদীলৈকে জুৰি বসবাস কৰা দেখিছিল।*"[২] প্ৰায় একে ধৰণৰ দৃষ্টিভঙ্গীকে প্ৰকাশ কৰিছে ৰবিঞ্চনেও। তেওঁৰ মতে "*মিৰি সকলৰ মূল বাসস্থান হ'ল বাঁচকটা আৰু লক্ষীমপুৰৰ উত্তৰ ফালে থকা অনুচ্চ পাহাৰলানি। তাৰ পৰা পাহাৰৰ পাদদেশলৈ নামি আহি দলে দলে উজনি অসমৰ সমতলত বিস্তৃত হৈ পৰিল* ।"[৩] ৰবিঞ্চনৰ এই মন্তব্যৰ প্ৰতিধ্বনি শুনা যায় অৰুণোদয় কাকতত প্ৰকাশিত এটি বিবৰণতো, যথা "*লখিমপুৰ আৰু বাচকটাৰ উত্তৰে জি সৰু সৰু পৰ্বতবিলাক আচে, সেয়েই মিৰিহঁতৰ আদি ঠাই বুলি কই, আৰু তাৰে পৰা ভয়ামত আহি লাহে লাহে বহিচে* ।"[৪] পৰৱৰ্তী কালত গেইট চাহাবেও মত প্ৰকাশ কৰিছে যে "*মিৰিসকলক ভৈয়ামত বৃটিছৰ অনুগত প্ৰজা আৰু উত্তৰৰ পাহাৰত নিৰীহ আৰু শান্তিপ্ৰিয় লোক হিচাপে পোৱা যায়* ।"[৫]

এইখিনিতে এটা কথা উল্লেখ কৰা প্ৰাসঙ্গিক হব যে অসমৰ লোকে, বিশেষকৈ অসমীয়া ভাষা-ভাষীৰ লোকে অসমৰ উত্তৰ-পূবত অৱস্থিত পাহাৰ লানিত বসবাস কৰা পৰ্বতীয়া লোক সকলক অতীজত প্ৰধানকৈ তিনিটা নাম দি তিনি ভাগত ভগাইছিল — আবৰ, মিৰি আৰু ডফলা। গ্ৰীয়াৰ্চনৰ মতে "*আবৰ, মিৰি আৰু ডফলা - এই নামবোৰ অসমীয়া নাম* ....।"[৬] কেৱল সেয়ে নহয়, এই জনগোষ্ঠী সমূহে যি যি পৰ্বতত বাস কৰে বুলি ভবা হৈছিল সেই সেইপৰ্বত লানিকো সংশ্লিষ্ট জনগোষ্ঠীটোৰ নামেৰে নামকৰণ কৰা হৈছিল - যেনে, আবৰ পৰ্বত, মিৰি পৰ্বত আৰু ডফলা পৰ্বত। সেই কাৰণে সাধাৰণতে এইটো বিশ্বাস কৰা হয় যে মিৰি পৰ্বত মিৰি সকলৰ বাসস্থান আছিল আৰু ভৈয়ামৰ মিৰি (মিচিং) সকলো মিৰি পৰ্বতৰ পৰাই আহিছে।

একালত '*মিৰি পৰ্বত*' নামে জনাজাত পৰ্বতলানি অৰুণাচল প্ৰদেশৰ সোৱণশিৰী জিলাৰ অন্তৰ্গত সোৱণশিৰী আৰু কমলা নদীৰ মাজখণ্ডেৰে গঠিত। ইয়াৰ পূবৰ অংশটোৰ নাম '*আবৰ পৰ্বত*' আৰু পশ্চিমৰ অংশটোৰ নাম '*ডফলা পৰ্বত*'। এই তিনিটা নামেৰে খ্যাত (যেনে - ডফলা, মিৰি আৰু আবৰ পৰ্বত) পৰ্বত শ্ৰেণীৰ যি অংশত ভৈয়ামলৈ নামি অহাৰ পূৰ্বে মিচিং সকলে বাস কৰিছিল সেয়াই হ'ল মিচিং সকলৰ পূৰ্বৰ বাসস্থান। মিচিং সমাজত প্ৰচলিত প্ৰব্ৰজন সম্পৰ্কীয় লোক প্ৰবাদত *চিয়াং*আৰু *চিকাং*নামৰ দুখন নদীৰ উল্লেখ পোৱা যায়। গতিকে এই কথা অনুমান কৰা কঠিন নহয় যে তেওঁলোকে চিয়াং আৰু চিকাং (দিবাং) উপত্যকাইদি অসমত প্ৰৱেশ কৰিছিল। আনহাতে চিয়াং আৰু চিকাং নদী আবৰ পৰ্বতৰ অন্তৰ্গত। চমুকৈ কবলৈ গলে তেওঁলোকে আবৰ পৰ্বতৰ পৰাহে অসমৰ সমতল ভূমিলৈ

নামি আহিছিল। সেইদৰে একাধিক লেখকেও এই কথা উল্লেখ কৰি গৈছে যে ভৈয়ামৰ মিৰি সকল মিৰি পৰ্বতৰ পৰা নহয় আবৰ পৰ্বতৰ পৰাহে অহা। শিৱসাগৰ জিলা ৰাজপত্ৰত উল্লেখ আছে — “*এইটো বিশ্বাস কৰা হয় যে আবৰ আৰু মিৰি সকল একে মূলৰ ; সিহঁতৰ পূৰ্ব-পুৰুষ একেই।*”[৭] এই উক্তিৰ সত্যতা মিচিং আৰু পূৰ্বৰ আবৰ (এতিয়া আদী) সমাজত প্ৰচলিত সামাজিক ৰীতি-নীতি আৰু ভাষাৰ পাৰস্পৰিক বোধগম্যতাৰ পৰাই সহজে বুজিব পাৰি। ডেল্টনে এই সম্পৰ্কে অধিক স্পষ্টকৈ মত দিছে। তেওঁ কৈছে -“*মূলতঃ আবৰ পৰ্বতৰ পৰা অহা শৰণাৰ্থী মিৰি সকল গাম নামৰ মুৰব্বীৰ তলতীয়া।*”[৮] মেকেঞ্জিৰ মতে “*নিঃসন্দেহে একে মূলৰ পৰা অহাৰ কাৰণে আবৰ আৰু মিৰি সকল সকলো বস্তুগত দিশতে একে।*”[৯] হেমিল্টনেও ভাবে যে মিৰি সকল (মিচিং সকল) প্ৰকৃততে দিহং (চিয়াং) উপত্যকাৰ পৰা অহা আবৰ প্ৰব্ৰজনকাৰীহে।[১০] ওপৰৰ আলোচনাৰ পৰা এই কথা পৰিষ্কাৰ হয় যে মিচিং সকলৰ পূৰ্বৰ বাসস্থান মিৰি পৰ্বত নহয়; আবৰ পৰ্বতহে। সেয়েহে হেমিল্টনে *মিৰি* নামটো ভুল নাম বুলি আঙুলিয়াইছে। আনহাতে পোন প্ৰথমবাৰৰ বাবে মিৰি সকলক ভাগ কৰি দেখুৱাবলৈ প্ৰয়াস কৰি ডেল্টনে মিৰি সকলক *মিৰি* আৰু *পৰ্বতীয়া মিৰি* - এই দুটা ভাগত বিভক্ত কৰিছে। ইয়াত ডেল্টনে *মিৰি* অভিধাটো *পৰ্বতীয়া মিৰিৰ* বিপৰীত শব্দ হিচাপে ব্যৱহাৰ কৰিছে। অৰ্থাৎ *মিৰি* শব্দেৰে ডেল্টনে ভৈয়ামৰ মিৰি সকলক সূচাইছে।

এইখিনিতে এটা স্বাভাৱিক প্ৰশ্ন আহে — *মিৰি* আৰু *পৰ্বতীয়া মিৰিৰ* মাজত এনে কি সাদৃশ্য বা সম্পৰ্ক আছে যাৰ কাৰণে দুয়োটা জনগোষ্ঠীকে *মিৰি* নাম দিয়া হ'ল ? হাইমেন্দৰ্ফৰ মতে এই সাদৃশ্য কল্পনাপ্ৰসূত। তেওঁৰ মতে “*যিসকল অসমীয়া লোকে পৰ্বতত তেওঁলোকৰ মুখামুখী হৈছিল সেই সকলে পাহাৰৰ পাদদেশতকৈ অলপ তলত বসবাস কৰা মিৰি নামৰ এটা জনজাতিৰ লগত তেওঁলোকৰ সম্পৰ্ক থাকিব পাৰে বুলি ভাবি তেওঁলোকক পৰ্বতীয়া মিৰি নাম দিছিল।*”[১১] ৰেৱিয়াৰ এলুইনে উল্লেখ কৰিছে যে উপযুক্ত নামৰ অভাৱতে তেওঁলোকক *পৰ্বতীয়া মিৰি* নামটো দিয়া হ'ল। আনহাতে গ্ৰিয়াৰ্চনে ভৈয়ামৰ মিৰি সকলক *অসমীয়া মিৰি* আখ্যা দিছে। এচ, দত্তচৌধুৰীয়ে সঠিকভাৱে অনুধাৱন কৰিছে যে “*অৰুণাচল প্ৰদেশৰ সোৱণশিৰী জিলাৰ কম্‌লা আৰু সোৱণশিৰী উপত্যকাত সমতল ভূমিলৈকে জুৰি বসতি কৰি থকা পৰ্বতীয়া মিৰি সকল ভৈয়ামৰ মিৰি সকলৰ পৰা সম্পূৰ্ণ এটা পৃথক জনজাতি।*”[১২]

## ৩.০০ : মিৰি শব্দৰ ব্যুৎপত্তি :

মিৰি সকলৰ বিষয়ে বিৱৰণ দাঙি ধৰা প্ৰায় সকলো পণ্ডিতে এই কথা





উল্লেখ কৰিছে যে *মিৰি* নামটো অসমীয়াই দিয়া নাম আৰু অসমীয়াত ইয়াৰ অৰ্থ হ'ল - মধ্যস্থতাকাৰী, মধ্যভোগী, দোভাষী, মাজৰ মানুহ ইত্যাদি ইত্যাদি। ডেল্টনে কৈছে -“*অসম চৰকাৰ আৰু আবৰৰ মাজত চলা সমস্ত ব্যৱসায় দীৰ্ঘদিন ধৰি মিৰি সকলে চৰকাৰৰ অধীনত চলাই যাবলৈ সক্ষম হৈছিল ; এইদৰে দুটা জাতিৰ মাজত চলা ব্যৱসায়ৰ একমাত্ৰ মাধ্যম হিচাপে কাম কৰাৰ কাৰণে তেওঁলোকে মিৰি নামটো পালে যিটোৰ অৰ্থ হৈছে মাজৰ মানুহ বা মধ্যস্থতাকাৰী।*”[১৩] ডেল্টনৰ এই ধাৰণাটোকে পৰৱৰ্তী লেখক সকলেও, বিশেষকৈ গেইট আৰু তেওঁৰ অনুগামী সকলেও প্ৰতিফলিত কৰিছে। কিন্তু অসমীয়া ভাষাত “মধ্যস্থতাকাৰী, মধ্যভোগী, দোভাষী, মাজৰ মানুহ” সূচাবৰ বাবে মিৰি বুলি কোনো শব্দ নাই। হেম-কোষ অভিধানত মিৰি শব্দৰ অৰ্থ দিয়া আছে এইদৰে— “*বহুকাল ভৈয়ামত বাস কৰা এজাতি পৰ্ব্বতীয়া মানুহ।*” এতেকে এই কথা পৰিষ্কাৰ হয় যে *মিৰি*মানে অসমীয়াত মধ্যস্থতাকাৰী বা মাজৰ মানুহ নহয় ; বৰং মিৰি (মিচিং) সকলক মধ্যস্থতাকাৰী হিচাপে আহোম ৰজা বা বৃটিছেহে নিয়োগ কৰিছিল। কাৰণ মিৰি আৰু আবৰৰ ভাষা একেমূলীয় হোৱাৰ কাৰণে দুয়োটা ভাষা-ভাষীৰ লোকৰ মাজত পাৰস্পৰিক বোধগম্যতা আছিল (এতিয়াও আছে) আৰু মিৰি সকল ভৈয়ামত অসমীয়া ভাষা-ভাষীৰ লোকৰ সান্নিধ্যলৈ আহি অসমীয়া ভাষাও কব পৰা হৈছিল। ৰায়বাহাদুৰ পদ্মনাথ গোহাঞিবৰুৱাৰ মতে মধ্যস্থতাকাৰী হিচাপে নিযুক্ত হৈ “*মিৰিয়ে আবৰ-বৰোৱা কামত গৱৰ্ণমেণ্টক সহায় কৰে। সেই কাৰণে গৱৰ্ণমেণ্টে মিৰিবিলাকক সমূহকৈ বছৰি ১১৮ টকাকৈ পঁচা দিয়ে।*”[১৪] গোহাঞিবৰুৱাৰ এই মন্তব্যই বৃটিছে মিৰিক মধ্যস্থতাকাৰী হিচাপে নিযুক্তি দিয়াৰ সত্যতাকে প্ৰতীয়মান কৰে। কিন্তু একে সময়তে বৃটিছৰ পঁচা প্ৰথাটো মিচিং সমাজত বাস্তৱিকতে প্ৰযোজ্য আছিলে নে নাই সেয়া অধিক অনুসন্ধানৰ বিষয়। আনহাতে সূৰ্য কুমাৰ ভূঞাৰ মতে আবৰেহে মিৰি সকলক অসমৰ ব্যৱসায় কাৰ্যত মধ্যস্থতাকাৰী হিচাপে নিয়োগ কৰিছিল। কিন্তু ভূঞাৰ এই মন্তব্য বাস্তৱসন্মত নহয় যেন লাগে।

প্ৰকৃততে *মিৰি* শব্দটো অনামিৰিয়ে, বিশেষকৈ অসমীয়া ভাষা-ভাষীৰ লোকে দিয়া নাম যদিও তেওঁলোকে কৰা '*মিৰ্*' (ইয়াত 'ৰ'ৰ '়'-কাৰে উচ্চ কেন্দ্ৰীয় স্বৰধ্বনি প্ৰতিনিধিত্ব কৰে, ঠিক অসমীয়া 'ই' আৰু 'উ' ধ্বনিৰ মাজৰ উচ্চাৰণ) শব্দৰ ভুল উচ্চাৰণৰ ৰূপহে বুলি ধাৰণা কৰা হয়। কাৰণ মিৰ্ আৰু মিবু হ'ল আবৰ-মিৰি সমাজৰ পুৰোহিত (দেওধাই) শ্ৰেণীৰ লোক। ডানবৰৰ মতে “*মিৰ্য়ে লোক কাহিনী আৰু লোক ইতিহাস জীৱন্ত কৰি ৰাখে, প্ৰয়োজনীয় বলিদান আদি দিয়ে, মঙ্গল চায় আৰু কোনো লোক বেমাৰত পৰিলে প্ৰতিবিধানৰ বাবে নৃত্যৰ ব্যৱস্থা*

*কৰে।*'১৫ পৰ্বতৰ পৰা নামি আহোঁতে নাইবা ভৈয়ামত বসতিৰ বাবে ইঠাইৰ পৰা সিঠাইলৈ প্ৰব্ৰজন কৰি ফুৰোঁতে মঙ্গল-অমঙ্গল বিচাৰ কৰিব পৰা মিবুৰ অধীনত পৰিচালিত হোৱা মানুহখিনিয়ে সাধাৰণতে নিজক *মিবুৰ* মানুহ বা তেওঁলোকৰ মুখীয়ালজনক *মিবু* বুলি পৰিচয় দিয়াৰ কাৰণে অনামিৰি লোকে তেওঁলোকক *মিৰি* বুলি নাম দিয়াৰ থল নথকা নহয়। ভৈয়ামত এইদৰে মিৰি নামে পৰিচিত লোক সকল আন কোনো নহয়; যুগে যুগে নিজকে মিচিং বুলি পৰিচয় দিয়া লোক সকলেই।

**৪.০০ ঃ মিচিং সকল ঃ**

ভৈয়ামৰ মিৰি সকলে প্ৰাচীন কালৰে পৰাই নিজকে *মিচিং* বুলিহে পৰিচয় দি আহিছে। তেওঁলোকে কোনো কালেই নিজকে *মিৰি* বুলি পৰিচয় নিদিয়ে। আনহাতে অনামিচিং লোকে তেওঁলোকক *মিৰি* বুলিহে জানে; *মিচিং* বুলি নাজানে। সেই কাৰণে একালত মিচিং লোকেও বাহিৰত নিজক *মিৰি* বুলিহে পৰিচয় দিবলৈ প্ৰয়াস কৰা দেখা গৈছিল। নিজৰ উপাধিটোৰ পৰিবৰ্তে বড়ো, কছাৰী, দেউৰী আদি লিখাৰ দৰে জনগোষ্ঠীটোৰ নামটোকে উপাধি হিচাপে লিখাৰ প্ৰৱণতা মিচিং সমাজতো গঢ় লৈ উঠিছিল। মুহী চন্দ্ৰ মিৰি, কমলা মিৰি, নোমল চন্দ্ৰ পেগুমিৰি (পেগুৱে ১৯৫০ চনত প্ৰকাশিত 'ৰামধেনু' আলোচনীত "*মিৰি জনজাতিৰ বিহু*" শীৰ্ষক প্ৰবন্ধত এই উপাধিটো ব্যৱহাৰ কৰিছিল) আদি তেনে প্ৰৱণতাৰে ফলশ্ৰুতি।

যি কি নহওক, সম্ভৱতঃ জে, এফ, নীধ্যামেই প্ৰথমে এই সত্যটো উদ্‌ঘাটন কৰিবলৈ সক্ষম হৈছিল যে ভৈয়ামৰ তথাকথিত মিৰি সকলে প্ৰকৃতপক্ষে নিজকে মিচিং বুলিহে পৰিচয় দিয়ে। তেওঁ উল্লেখ কৰিছে, "*শদিয়াৰ আশে-পাশে ব্ৰহ্মপুত্ৰ, দিহং আৰু দিবং নৈৰ পাৰে পাৰে বসবাস কৰা মিৰি সকলে নিজকে মিচিং বুলিহে কয় .....।*"১৬

সিফালে আদী সকলৰ মিএং সমাজত প্ৰচলিত *মিচিং* শব্দটোৱে *মিপাক* শব্দৰ বিপৰীত অৰ্থ প্ৰকাশ কৰে। মিএং সমাজত প্ৰচলিত লোক প্ৰবাদ অনুসৰি পৃথিৱীৰ বুকুৰ পৰা মিএং সকল ওলাই অহাৰ সময়ত তেওঁলোকে এটা মেথুন মাৰিছিল। মেথুনটো কাটি ভাগ-বটোৱাৰা কৰিবলৈ লোৱা হ'ল। প্ৰতিটো গোত্ৰৰ লোকক নিজৰ নিজৰ আসনত বৃত্তাকাৰে বহিবলৈ দি মাংস ভগাই দিয়া হ'ল। সকলো গোত্ৰই মাংসৰ ভাগ পালে; কিন্তু 'দুপাক', 'গাব' আৰু 'মেচাব' গোত্ৰই মাংসৰ ভাগ নাপালে। সেই কাৰণে এই তিনিটা গোত্ৰৰ লোকক 'মিপাক্' বুলি কোৱা হ'ল আৰু আনবোৰ হ'ল 'মিচিং'। আন এক লোক প্ৰবাদ মতে এজন লোকৰ পত্নীক 'ঔপম্' (দেও বিশেষ) এ অপহৰণ কৰি নি বলপূৰ্বকভাৱে নিজৰ তিৰোতা কৰি লয়। অৱশেষত লোকজনে দেওটোক মাৰি নিজৰ পত্নীক উদ্ধাৰ কৰে। সিহঁতৰ বংশধৰ





সকলেই 'মিপাক্' হ'ল। আনহাতে জে, এইচ, লৰেইনৰ A Dictionary of the Abor-Miri Language (1910) ত 'মিপাক্' শব্দৰ অৰ্থ "অসমীয়া, বিদেশী, প্ৰবাসী, সমাজচ্যুত, অঘৰী" আৰু "মিচিং" শব্দৰ অৰ্থ "মিৰি" বুলি উল্লেখ কৰিছে। এতেকে ওপৰৰ আলোচনাৰ পৰা এই কথা বুজাত কঠিন নহয় যে 'মিচিং' শব্দটোৱে স্বাভাৱিকতে অধিকাৰ সম্পন্ন নিৰ্ভেজাল লোকৰ বংশধৰ বা ভাল মানুহ আদিকে সূচাইছে। সম্ভৱতঃ মিচিং সকলে নিজকে ভাল, নিৰ্ভেজাল লোক বুলি ভাবিছিল।

মিচিং সমাজত প্ৰচলিত 'মিপাগ্' শব্দই মিএং সকলৰ প্ৰথমটো লোকপ্ৰবাদত উল্লিখিত 'কৃপাগ্' (লেখত নধৰা) আৰু লৰেইনৰ অভিধানত উল্লেখিত 'অসমীয়া' - এই দুয়োটা অৰ্থকে সামৰি লয়। মিচিং ভাষাত 'আমি' (মানুহ)+'কৃপাগ্' (লেখৰ পৰা বাদ দে)>'মিপাগ্' (লেখৰ পৰা বাদ পৰা লোক) হৈছে বুলি কোৱা হয় আৰু ব্যৱহাৰিক ক্ষেত্ৰত ই প্ৰকৃততে অসমীয়া ভাষা-ভাষীৰ লোককহে বুজায়। আনহাতে 'মিচিং' শব্দৰ ব্যুৎপত্তিগত অৰ্থ এইদৰে ব্যাখ্যা কৰা হয় ঃ 'আমি' (মানুহ)+'য়াচিং' (বগা)>'মিচিং' (বগা মানুহ বা ভাল মানুহ ) অথবা 'আমি' (মানুহ)+'আন্‌চিং' (শান্ত)>'মিচিং' (শান্তপ্ৰকৃতিৰ লোক, শান্তিপ্ৰিয় লোক)। নিজক ভাল বা শ্ৰেষ্ঠ প্ৰতিপন্ন কৰিবলৈ বিচৰা প্ৰয়াস প্ৰতিটো মানৱ গোষ্ঠীৰে সহজাত প্ৰবৃত্তি।

প্ৰায় দ্বাদশ শতিকাৰ পৰাই অসমৰ সমতল ভূমিত নদ-নদীৰ পাৰে পাৰে বসতি কৰি অহা মিচিং সকলে নিজকে 'আবতানী' (মানৱ পিতৃ)ৰ বংশধৰ বুলি পৰিচয় দিয়ে। মিচিং সকলৰ বাহিৰেও নিজকে 'আবতানী'ৰ বংশধৰ বুলি পৰিচয় দিয়া আন ভালেমান জনগোষ্ঠী বৰ্তমানৰ অৰুণাচল প্ৰদেশৰ মধ্য খণ্ডত বসবাস কৰে। সেইবোৰৰ ভিতৰত পাঃদাম, পাঃচি, গালং, বকাৰ, বৰি, আপাতানী, তাগিন, পাইলিব', ৰাম' আদি বিশেষভাৱে উল্লেখযোগ্য। এইখিনিতে এটা কথা মনত ৰখা উচিত হব যে পাহাৰত এতিয়া *মিচিং* বুলি কোনো জনগোষ্ঠী নাই; মিচিং সকলে প্ৰাচীন কালতে পাহাৰ এৰি অসমৰ সমতল ভূমিত প্ৰায় নশ বছৰ ধৰি বসবাস কৰি আহিছে।

**৫.০০ ঃ সমতল ভূমিলৈ প্ৰব্ৰজন ঃ**

মিচিং সকলে নিজকে '*কিঃলুং কাংগী*' ( স্বৰ্গৰ দৰে এখন ঠাই বুলি বহুতে কয় যদিও বৰ্তমান অৰুণাচল প্ৰদেশস্থ কাৰ্ক' অঞ্চল)ৰ পৰা সোণ-ৰূপৰ জখলাৰে নামি অহা বুলি ভাবে। সোণ আৰু ৰূপৰ জখলাৰ নাম যথাক্ৰমে '*মাঃয়িং*' আৰু '*মাংকং*' আছিল বুলি কয়। সম্ভৱতঃ পাহাৰৰ ওখ টিলাৰ পৰা সোণ বৰণীয়া আৰু ৰূপৰ বৰণৰ দুডাল লতাৰ সহায়ত তেওঁলোকে ভৈয়ামলৈ নামি আহিছিল।

সি যিকি নহওক, যি কাৰণতেই নহওক লাগিলে (সম্ভৱতঃ মূলতঃ আৰ্থ-সামাজিক কাৰণত) মিচিং সকলে পাহাৰ এৰি সমতলভূমিলৈ আহি প্ৰথমে চুতীয়া ৰাজ্যত প্ৰবেশ কৰিলে। কিন্তু আহোম ৰজাই চুতীয়া ৰাজ্য অধিকাৰ কৰাৰ পূৰ্বেই মিচিং সকলে আহোম ৰাজ্যতো প্ৰবেশ কৰাৰ লিখিত তথ্য পোৱা যায়।

**৬.০০ ঃ সংমিশ্ৰণ ঃ**

**৬.০১ ঃ মিচিং-চুতীয়া সম্পৰ্ক ঃ**

আহোম সকল সৌমাৰলৈ অহাৰ পূৰ্বেই মিচিং সকলে চুতীয়া ৰাজ্যত প্ৰৱেশ কৰে। এই সম্পৰ্কে ড° লক্ষ্মী দেৱীৰ অভিমত এনে ধৰণৰ— "*আহোম সকল অসমলৈ অহাৰ বহু পূৰ্বৰ পৰাই মিৰি সকল (ভৈয়ামৰ মিৰি সকল) ভৈয়ামৰ সভ্যতাৰ প্ৰভাৱত আছিল।*"[১৭] গতিকে অতি স্বাভাৱিক কাৰণতে চুতীয়া আৰু মিচিং সকলৰ মাজত এটা সামাজিক সম্পৰ্ক গঢ়ি উঠিছিল। ড° লক্ষ্মী দেৱীয়ে আৰু উল্লেখ কৰিছে যে ১৬৭৩ খ্ৰীষ্টাব্দত নিজৰ ভাতৃ উদয়াদিত্য সিংহক হত্যা কৰি ডেকা ৰজাই চাও চুক্লেংফা ওৰফে ৰামধ্বজ সিংহ নাম লৈ ৰাজপাটত বহে। পূৰ্বৰ চুতীয়া দমন অভিযান অব্যাহত ৰখাৰ অভিপ্ৰায়ে নতুন ৰজাই বৰুৱা সকলক অভিযানত পঠালে। তিনিমুখীয়াত থকা বৰুৱা সকলে দিহিঙ্গেদি নাৱেৰে গৈ তিৰু পালেগৈ। তাত তেওঁলোকে বামত উঠি চুতীয়া গাঁৱত প্ৰৱেশ কৰিলে। তেতিয়া ধনু আৰু কাঁড় লৈ চুতীয়া সকলে চুতীয়া গাঁৱৰ পৰা পলাই গৈ মিৰি (মিচিং) গাঁৱত আশ্ৰয় লয় আৰু তাতে থাকিবলৈ লয়।[১৮] মিচিং লোক প্ৰবাদ মতে আহোম ৰজাই চুতীয়া ৰাজ্য আক্ৰমণ কৰোঁতে চুতীয়া সকলে মিচিং গাঁৱত আশ্ৰয় লৈ নিজকে মিচিং বুলি পৰিচয় দি প্ৰাণ ৰক্ষা কৰে। কাৰণ ইতিপূৰ্বে মিচিং সকলে আহোম ৰাজ্যত প্ৰৱেশ কৰি আহোম ৰজাৰ অনুগ্ৰহ লাভ কৰিছিল। ফলস্বৰূপে কালক্ৰমত মিচিং গাওঁ সমূহত আশ্ৰিত চুতীয়া সকলো মিচিং হৈ পৰিল। মিচিং সমাজৰ যিটো খেলত আশ্ৰয় গ্ৰহণ কৰি চুতীয়া সকল মিচিং হ'ল সেই খেলটোক 'পাগ্ৰ' বোলা হয়। সম্ভৱতঃ জাত যোৱা অৰ্থত এই খেলটোক 'মিপাগ্' (অসমীয়া)+'আৰ' (সঁচা)>'পাগ্ৰ' বুলি কোৱা হ'ল। কাৰণ এই খেলটোকে "চুতীয়া মিৰি" বুলিও কোৱা হয়।

ৰায়বাহাদুৰ পদ্মনাথ গোহাঞিবৰুৱাই চুতীয়া সকলক তিনিটা ভাগত ভগাইছে - (১) হিন্দু চুতীয়া, (২) আহোম চুতীয়া আৰু (৩) মিৰি চুতীয়া। আনহাতে মিচিং সকলক দহগাম আৰু বাৰগাম - এই দুভাগত বিভক্ত কৰি দেখুৱাই তৃতীয় ভাগ হিচাপে উল্লেখ কৰি ১৮৮১ চনৰ লোক পিয়লৰ প্ৰতিবেদনত কোৱা হৈছে - "*তেওঁলোকৰ এটা তৃতীয় নাম হ'ল চুতীয়া এই নামটো আহোম ৰজাসকলে দিছিল বুলি তেওঁলোকে কয় আৰু এইটোৱে এইটোকে সূচোৱা যেন লাগে যে আহোম সকলে চুতীয়া ৰাজ্য আক্ৰমণৰ সময়ত তেওঁলোকক চুতীয়া ৰাজ্যত পাইছিল।*"[১৯] ঠিক একেদৰে চুতীয়া-মিৰি সকলক চুতীয়াৰ লগত ডেল্টনে দেখুওৱা সম্পৰ্কৰ স্পষ্টীকৰণ দি ব্ৰাউনে কৈছে - "ডেল্টনে দেখুওৱা চুতীয়াৰ লগত চুতীয়া-মিৰিৰ সম্পৰ্কটো কল্পনাপ্ৰসূত যেন লাগে। ভাষাৰ প্ৰামাণ্যই এই দৃষ্টিভঙ্গীৰ বিৰুদ্ধেহে সাক্ষ্য দিয়ে। মই ভাবোঁ, তেওঁলোকে চুতীয়া ৰাজত্বৰ সময়ত নামি আহিছিল বাবেই তেওঁলোকক চুতীয়া-মিৰি বুলি কোৱা হয়।"[২০]

ওপৰত উদ্ধৃত পণ্ডিত সকলৰ মন্তব্য সমূহে এই কথাকে প্ৰতীয়মান কৰে যে *মিৰি-চুতীয়াই* বোলক বা *চুতীয়া-মিৰিয়েই* বোলক, দুয়োটা নামেই একে লোক সমষ্টিকে বুজায় আৰু সেই সকল আন কোনো নহয়, একালত চুতীয়া ৰাজ্যত বসবাস কৰা মিচিং সকলেই। মিচিং লোক প্ৰবাদ মতে 'পাগ্ৰ' খেলৰ 'দলে' গোত্ৰৰ লোক সকলেই প্ৰথমে ভৈয়ামলৈ নামি আহিছিল আৰু 'দলে' সকলে প্ৰত্যাৱৰ্তন কৰাৰ সময়তহে 'পেগু' গোত্ৰৰ লোক সকল নামি আহে। সেই কাৰণে আগেয়ে 'দলে' ঘৰৰ আওলাৰ চতিডালৰ আগ পূবফালে আৰু গুৰি পশ্চিমফালে লগাই এইটো সূচোৱা হৈছিল যে তেওঁলোকে পশ্চিমৰ পৰা পূবলৈ উভতিছে। আনহাতে ঠিক তাৰ বিপৰীতটো কৰিছিল 'পেগু' গোত্ৰৰ লোক সকলে আৰু তাৰ দ্বাৰা তেওঁলোকে সূচাইছিল যে তেওঁলোকে পশ্চিমৰ ফালে অগ্ৰসৰ হৈ আছে। এই প্ৰথা আজি-কালি লোপ পাইছে। যিকি নহওক, সম্ভৱতঃ এই দুই গোত্ৰৰ লোকেই প্ৰথমে চুতীয়া ৰাজ্যত প্ৰৱেশ কৰিছিল; কিন্তু আহোম ৰাজ্যত প্ৰথমে চামুগুৰীয়া সকলেহে প্ৰৱেশ কৰিছিল যেন লাগে।

আহোম সকলে ১২২৯ খ্ৰীষ্টাব্দত সৌমাৰত ৰাজ্য প্ৰতিষ্ঠা কৰে। মিচিং-চুতীয়া সম্পৰ্ক যিহেতু প্ৰাক্-আহোম কালতেই গঢ় লৈ উঠিছিল, সেয়েহে এই আবেগিক একাত্মবোধে পৰৱৰ্তী কালত বিক্ষিপ্তভাৱে আহোম ৰজাৰ বিৰুদ্ধে যৌথ বিদ্ৰোহ সূচনা কৰাতো অৰিহনা যোগাইছিল। তেনে এক বিদ্ৰোহ হৈছিল ১৬৬৫ খ্ৰীষ্টাব্দত।

**৬.০২ ঃ মিচিং-আহোম সম্পৰ্ক ঃ**

আহোম সকলে ১২২৮ খ্ৰীষ্টাব্দত সৌমাৰত সোমায়েই মিচিং লোক সকলক পাইছিল নে নাই এই বিষয়ে ইতিহাস নীৰৱ। মিচিং সকলৰ বিষয়ে আহোম বুৰঞ্জীত প্ৰথম উল্লেখ পোৱা যায় স্বৰ্গদেউ চুহুংমুঙৰ (১৪৯৭-১৫৩৯) ৰাজত্ব কালৰ বৰ্ণনাত (ড° লক্ষ্মী দেৱীয়ে উল্লেখ কৰাৰ দৰে প্ৰতাপ সিংহ (১৬০৩-৪১)ৰ ৰাজত্ব কালৰ বৰ্ণনাত নহয়, পৃঃ ২০০ দ্ৰষ্টব্য)। বুৰঞ্জীত উল্লেখ আছে - "*পাচে*

*ৰজাদেৱে আহাৎৰ দিনত দিহিঙলৈ আহি লাক্নি খুত্চান শকত ত্যাওচুংলুং-কুংবিনক থাওমুং-মুংতাও নাম দি সকলোৰো আগত বহিব দিলে। জাতত এই ঘৰ মানুহ মিৰি।*"[২১] এই মন্তব্যই এটা কথা প্ৰতীয়মান কৰে যে ইতিপূৰ্বে মিচিং আৰু আহোমৰ মাজত বৈবাহিক সম্পৰ্ক গঢ়ি উঠিছিল যাৰ ফলত ত্যাওচুংলুং-কুংবিনক আহোমে নিজৰ খেলত তুলি লৈছে ড° সূৰ্য কুমাৰ ভূঞাই উল্লেখ কৰিছে যে কিছুমান অভিজাত আহোম পৰিয়ালৰ গোত্ৰ প্ৰতিষ্ঠাতা ৰবাহী, চুতীয়া, গাৰো, কোচ, কছাৰী, মৰাণ, হিন্দু কলিতা, হিন্দু ধোবা, মিৰি, মোগল আৰু মুছলমান - এই অনা-আহোম জাতি আৰু জনজাতি সম্প্ৰদায়ৰ লোক আছিল।[২২] উল্লেখযোগ্য যে আহোম ৰাজ্যৰ প্ৰতিষ্ঠাতা স্বৰ্গদেউ চ্যুকাফাৰ 'সাত ৰাজ মাৰি একৰাজ' কৰা আদৰ্শৰ ফলস্বৰূপে অসবৰ্ণ বিবাহে ৰাজ পৃষ্ঠপোষকতা লাভ কৰিছিল। উল্লেখ আছে, "*চুকাফাই এই জনজাতিবোৰৰ বিৰুদ্ধে যুঁজিছিল আৰু সেইবোৰক পৰাভুত কৰিছিল। তাৰ পাচত সেইবোৰৰ লগত মিত্ৰতা স্থাপনৰ ব্যৱস্থা কৰিছিল। সেই বোৰক সমভাৱে ব্যৱহাৰ কৰি আৰু অসবৰ্ণ বিবাহ-প্ৰথাক উৎসাহিত কৰি সকলোকে এটা জাতিৰূপে গঢ়ি তুলিছিল।*"[২৩] আনহাতে সেই সময়লৈকে ভৈয়ামতো মিচিং সকলে ক্ষেত্ৰান্তৰী পদ্ধতিতে কৃষি-কাৰ্য সম্পাদন কৰিছিল আৰু কোনো এক নিৰ্দিষ্ট ভূখণ্ডতে স্থায়ীভাৱে বসবাস কৰাৰ প্ৰবৃত্তি তেওঁলোকৰ নাছিল। ফলত তেওঁলোকৰ নিজা ৰাজ্য বা গৃহভূমি বুলিবলৈকো একোৱেই নাছিল। অৰ্থাৎ প্ৰাক্-সামন্তীয় জনজাতীয় স্তৰতেই মিচিং সকলে আহোমৰ বিকাশমান সামন্তীয় ৰাজ্যত প্ৰৱেশ কৰে। সেয়েহে নিৰ্দিষ্ট ভূখণ্ডক লৈ আহোম ৰজাৰ লগত সংঘাত সৃষ্টি হোৱাৰো কোনো সম্ভাৱনা নাছিল। তাৰোপৰি মিচিং সমাজখন স্বভাৱগত ভাৱেই শান্তিপ্ৰিয়,পৰিবেশ সাপেক্ষ আৰু সম্প্ৰীতিপ্ৰেমী। তেওঁলোকৰ লোক সংস্কৃতিত যুদ্ধ-সঙ্গীত আৰু যুদ্ধ-নৃত্যৰ পৰম্পৰা নোহোৱা কথাটোৱেই তাৰ সাক্ষ্য বহন কৰে। সেই কাৰণে সহজ-সৰল শান্তিপ্ৰিয় মিচিং সকলক আহোম ৰজাই আপোন কৰি লৈছিল। আহোম ৰাজতন্ত্ৰই তেওঁলোকক কেৱল প্ৰজা হিচাপেহে যে আপোন কৰি লৈছিল এনে নহয়; বৰঞ্চ মিচিঙৰ ল'ৰা এটি আহোম ৰাজবিয়য়াই পুত্ৰ হিচাপেও তুলি লৈছিল। বুৰঞ্জীত উল্লেখ আছে - "*......বুঢ়া ৰজাদেৱৰ (চুচেংফা বা বুদ্ধিস্বৰ্গ নাৰায়ণ বা প্ৰতাপসিংহ, ১৬১১-৪৯) দিনত বাৰুকৰ পৰা ৰবগোহাঞিও পৰিয়া ভোকোলা গোহাঞিক ঘৰ ফালি আনি দিহীঙত পাতিলে। তেওঁ অপুত্ৰক আছিল। পাচে মিৰীৰ ল'ৰা এটি পো বধাকৈ তুলিলে, তাৰ নাম দিলে মিৰী সন্দিকৈ। তাৰে পোনতিকেহে বোলে এতিয়াও মিৰী সন্দিকৈ।*"[২৪]

আগতে উল্লেখ কৰি অহা হৈছে যে আহোম ৰজাৰ পৃষ্ঠপোষকতাত অসবৰ্ণ





বিবাহ প্ৰথাই আহোম ৰাজ্যত প্ৰাধান্য লাভ কৰিছিল। মিচিং সমাজৰ চামুগুৰীয়া খেলৰ এটা লোক প্ৰবাদ এই প্ৰসঙ্গত উল্লেখযোগ্য। প্ৰবাদ মতে এখন নৈৰ ইপাৰ সিপাৰকৈ দুখন গাওঁ আছিল। গাওঁ দুখনৰ মাজত থকা বৈৰীতা ইমানেই বাঢ়ি গ'ল যে ইখন গাঁৱৰ লোকে এদিন সিদ্ধান্ত কৰিলে যে সিখন গাঁৱৰ লোক সকলক ৰাতি সমূলঞ্চে কাটি পেলাব।। কথা মতেই কাম। সেইদিনা শত্ৰুক আক্ৰমণ কৰাৰ উদ্দেশ্যে ভুৰ বান্ধি ৰাখি ঠিকমতে খোৱা-লোৱাৰ ব্যৱস্থা কৰা হ'ল। সন্ধিয়া নমাৰ লগে লগে দাত ধাৰ দিয়াই দিলে, মদ-মাংস ৰান্ধি খাদ্য প্ৰস্তুত কৰাই কৰিলে। এক কথাত কবলৈ গ'লে সেই সন্ধিয়া ডাঙৰ ভোজৰ আয়োজন কৰা হ'ল। কৃষ্ণ পক্ষৰ আন্ধাৰ ৰাতি; তাতে মদৰ নিচা। যিডাল ৰচী কাটি ভুৰখন সিপাৰলৈ টানি লৈ যাব লাগিছিল সেইডাল নাকাটি বেলেগ এডাল ৰচীহে কটা গ'ল। কিন্তু মদৰ নিচাত সিহঁতে একো টলকিবই নোৱাৰিলে। ফলত ভুৰখন পাৰৰ পৰা পানীত উটি ভাঁহি কিছু দূৰ গৈ ৰচীৰ টান পৰাৰ লগে লগে একে পাৰতে চাপিলগৈ। নিজৰ নিজৰ দা লৈ সিহঁতে পাৰত জপিয়াই উঠি গাঁৱত আক্ৰমণ কৰিলে। কিছুৱে প্ৰাণ লৈ পলাল যদিও তিৰোতা আৰু শিশুবোৰ সমূলঞ্চে কটা গ'ল। ৰাতি পুৱাৰ লগে লগে নিচাও গুচিল আৰু কটা যোৱা শৱদেহবোৰৰ মুখমণ্ডল চিনিব পৰা হ'ল। সিহঁতে দেখিলে যে নিচাৰ প্ৰকোপত নিজৰ পিতৃ-মাতৃ, বাই-ভনী, ককাই-ভাই, পত্নী-পুত্ৰ আদিকে কাটিলে। শোকত ম্ৰিয়মান হৈ সিহঁতে সেই ঠাই পৰিত্যাগ কৰি অনাই বনাই ফুৰি আহোম ৰাজ্যত প্ৰৱেশ কৰি ৰজাৰ আশ্ৰয় ভিক্ষা কৰিলে। কথিত আছে যে সেই সময়ত আহোম ৰাজ্যত ডাঁহী সাপৰ বৰ উপদ্ৰৱ হৈছিল। সেই কাৰণে আহোম ৰজাই ডাঁহী সাপবোৰ মাৰিব পাৰিলে আশ্ৰয় দিয়াৰ আশ্বাস দিলে। "আমাৰ সৰ্বস্ব হেৰাল, আমি মৰিলেও কান্দিবলৈ কেও নাই" বুলি সিদ্ধান্ত কৰিলে যে সিহঁতে ডাঁহী সাপ মাৰিব। সিদ্ধান্ত মতেই কাম। ডাঁহী সাপ মৰা দুঃসাহসিক অভিযানত সফল হৈ ৰজাৰ অনুগ্ৰহ লাভ কৰি চাম গছৰ তলত থাকিবলৈ ল'লে। সেই কাৰণে পাচত এই সকল মিৰি 'চামুগুৰীয়া মিৰি' নামে জনাজাত হ'ল। কথিত আছে যে চামুগুৰীয়া মিৰিলৈ আহোম ৰজাই ছোৱালী দি তেওঁলোকক সম্পূৰ্ণ অসমীয়া কৰিলে। সেই কাৰণে চামুগুৰীয়া মিৰি সকলে এতিয়াও অসমীয়া ভাষাতে ভাবৰ আদান-প্ৰদান কৰে বুলি বিশ্বাস। এই ফালৰ পৰা চাবলৈ গ'লে চামুগুৰীয়া মিৰি সকলেই আহোম ৰাজ্যত প্ৰথমে প্ৰৱেশ কৰিছিল বুলি ভবাৰ থল নথকা নহয়।

আহোম ৰাজতন্ত্ৰৰ প্ৰশাসনীয় ব্যৱস্থাত ভালে সংখ্যক মিচিং লোকক দায়িত্বশীল পদত মকৰল কৰা যেন লাগে। এই কথা মিচিং সমাজত [illegible] উপাধিবোৰৰ পৰা, বিশেষকৈ আহোম প্ৰশাসনীয় ব্যৱস্থাৰ [illegible]

পৰাই অনুমান কৰিব পাৰি। সেইবোৰৰ ভিতৰত কাঁড়ী পেগু, গগৈ, পাটগিৰি, সন্দিকৈ, বৰুৱা, কোঁৱৰ, চাংমাই আদি বিশেষভাৱে উল্লেখযোগ্য।

এইখিনিতে এটা কথা মনত ৰখা উচিত যে আহোম বুৰঞ্জীত উল্লিখিত বৰ্ণনা সমূহক নিৰপেক্ষ তথ্য বুলিব নোৱাৰি। তথাপি সেইবোৰে আহোম আৰু মিচিং বা মিচিঙৰ সমমৰ্যাদা সম্পন্ন জনগোষ্ঠী সমূহৰ মাজত গঢ়ি উঠা সামাজিক আৰু ৰাজনৈতিক সম্পৰ্কৰ সম্ভেদ দিয়ে।

মিচিং সকলে পাহাৰৰ পৰা সমতল ভূমিলৈ প্ৰব্ৰজন কৰোঁতে একেলগে একে সময়তে অহা নাছিল। বিভিন্ন সময়ত দলে দলেহে আহিছিল। মিল্‌চৰ প্ৰতিবেদনত উল্লেখ আছে—"Officers of the establishments or Mouzahdars are deputed to test these returns the best way they can ; they frequently amongst the Merees find able bodied males not returned or assessed, as this tribe are continually receiving additions from the neighbouring hills."[২৫] এই উক্তিৰ শেষৰ অংশটোৱে এই কথাকেই প্ৰতীয়মান কৰে যে মিচিং সকলৰ প্ৰব্ৰজন দ্বাদশ শতিকাতে আৰম্ভ হৈছিল যদিও উনৈশ শতিকাৰ দ্বিতীয়াৰ্ধৰ প্ৰথম দশকমানলৈকে এই প্ৰক্ৰিয়া চলি আছিল।

**৭.০০ ঃ বসতি আৰু জনসংখ্যা ঃ**

মিচিং সকলে আবৰ পৰ্বতৰ পৰা অসমৰ সমতল ভূমিলৈ নামি আহি প্ৰধানকৈ ব্ৰহ্মপুত্ৰৰ দুয়োপাৰে বসতি আৰম্ভ কৰে। প্ৰব্ৰজনকাৰী জনজাতি হিচাপে তেওঁলোকে এঠাইৰ পৰা আন ঠাইলৈ প্ৰব্ৰজন কৰি ফুৰিছিল। উৰ্বৰ নদীকূলত সামান্য পৰিশ্ৰমতে প্ৰচুৰ শস্য উৎপাদন কৰিব পাৰিছিল কাৰণে সাধাৰণতে নৈপৰীয়া ন মাটিৰ সন্ধান কৰি ফুৰিছিল। এইদৰে লুইতৰ পাৰে পাৰে ক্ষেত্ৰান্তৰী পদ্ধতিত খেতি কৰি ভটিয়াই গৈ থাকোঁতে তেওঁলোকে ব্ৰহ্মপুত্ৰ আৰু সোৱণশিৰীৰ সঙ্গমস্থল পায় আৰু তাৰ পৰা অধিক অগ্ৰসৰ নহৈ সোৱণশিৰীৰ পাৰে পাৰে পুনৰ উজাবলৈ লয়। সেয়েহে বহু শতাব্দীৰ পাচতো সাম্প্ৰতিক কাললৈকে মিচিং সকলৰ বসতি উজনি অসমতে কেন্দ্ৰীভূত হ'ল। অতি সাম্প্ৰতিক কালত অৱশ্যে চাকৰি, ব্যৱসায় আদি কৰা মিচিং লোকে অসমৰ প্ৰায় প্ৰতিখন প্ৰধান নগৰ-মহানগৰৰ ওপৰিও দেশৰ ৰাজধানী দিল্লী আৰু দেশৰ অন্যান্য প্ৰান্ততো নিজকে সংস্থাপিত কৰি লৈছে।

সি যিকি নহওক, অসমৰ শেহতীয়া ভৌগোলিক মানচিত্ৰ অনুসৰি মিচিং সকলৰ প্ৰধান বাসভূমি হিচাপে আঠখন জিলাৰ নাম উল্লেখ কৰিব পাৰি । সেইকেইখন হ'ল—তিনিচুকীয়া, ডিব্ৰুগড়, শিৱসাগৰ, যোৰহাট, গোলাঘাট, শোণিতপুৰ, লক্ষীমপুৰ





আৰু ধেমাজি। এই জিলা কেইখনৰ ভিতৰত ধেমাজি জিলাতেই মিচিং জনসংখ্যাৰ শতকৰা হাৰ সৰ্বাধিক আৰু বসতিও ঘন। ২০০১ চনৰ লোক পিয়লৰ প্ৰতিবেদন অনুসৰি উল্লিখিত জিলা কেইখনত মিচিং জনসংখ্যা এনে ধৰণৰ—তিনিচুকীয়া (১৭,২০৩), ডিব্ৰুগড় (৯,৩৩২), শিৱসাগৰ (২৩,৮৪৯), যোৰহাট (৯২,০৫৮), গোলাঘাট (৪৭,৫৩৯), শোণিতপুৰ (৪৪,০৯২), লক্ষীমপুৰ (১,৬৫,৮৪৩) আৰু ধেমাজি (১,৮৫,৯০৬)। বাকী জিলা কেইখনত মিচিং জনসংখ্যা এনে ধৰণৰ — কামৰূপ (১,২২৫), নগাঁও (৯৬), বঙাইগাঁও (৫৪), মৰিগাঁও (২৫), কোক্‌ৰাঝাৰ (২৪), দৰং (১৯), গোৱালপাৰা (১৯), কাছাৰ (১০), নলবাৰী (৫), হাইলাকান্দি (৫), বৰপেটা (৩), কৰিমগঞ্জ (২) আৰু ধুবুৰী (১)। ২০০১ চনৰ লোক গণনাৰ প্ৰতিবেদন অনুসৰি অসমৰ মুঠ মিচিং জনসংখ্যা আছিল ৫,৮৭,৩১০।

**৮.০০ ঃ বসবাস প্ৰণালী ঃ**

মিচিং সকলে পৰম্পৰাগত ভাৱে নদীকূলত চাংঘৰত বাস কৰে। প্ৰাচীন কালত অটব্য অৰণ্যৰ মাজত পানীৰ সহজলভ্যতা, যাতায়তৰ সুচলতা, কম পৰিশ্ৰমতে বেছি শস্য উৎপাদনৰ সুবিধা, পশু-পালনৰ বাবে ঘাঁহৰ প্ৰাচুৰ্য আদি নানানটা কাৰণত তেওঁলোকে বাসভূমি হিচাপে নদীকূলকেই নিৰ্বাচন কৰি আহিছে। সাধাৰণতে নদী তীৰৰ যি অংশত মিচিং সকলে বসবাস কৰে সেই অংশটোক এনেধৰণে মুকলি কৰা হয় যাতে গাঁৱৰ ইমূৰৰ পৰা চালে সিমূৰৰ ঘৰ দেখা যায়। গাওঁ পতাৰ বাবে নিৰ্বাচন কৰা মাটিৰ মালিকীস্বত্ব সাধাৰণতে ব্যক্তিগত নাছিল; সমষ্টিগতহে আছিল। ফলস্বৰূপে ব্যক্তিগত বা এটা পৰিয়ালৰ স্থায়ী বাৰী পতাৰ প্ৰথাও মিচিং সমাজত নাছিল। লাই, সৰিয়হ, হালধি, আদা, নহৰু, জলকীয়া, ধনীয়া, মিঠা আলু, ৰঙা লাউ, কোমোৰা, কাঠ আলু আদিৰ খেতি কৰিছিল যদিও সেইবোৰ সাধাৰণতে গৰু-গাহৰিয়ে সহজে গৈ নোপোৱা নিৰাপদ দূৰত্বত অৱস্থিত পথাৰৰ সংলগ্ন অংশত কৰিছিল। কল, তামোল-পাণ আদিৰ স্থায়ী বাৰী নাছিল। হয়তো দুটা কাৰণত সেইবোৰ ৰুব পৰা নাছিল। প্ৰথমটো হ'ল বসতিৰ স্থায়ীত্ব কম আছিল আৰু মাটিৰ মালিকানা আছিল সামূহিক। দ্বিতীয়তে, গাহৰি পোহাটো মিচিং সমাজৰ এক অপৰিত্যাজ্য পৰম্পৰা। যিহেতু গাহৰি মাংস ধৰ্মীয় আৰু সামাজিক অনুষ্ঠানৰ অপৰিহাৰ্য উপাদেয় সেয়েহে প্ৰতিটো মিচিং পৰিয়ালে গাহৰি পুহিব লগীয়া হয়। আনহাতে বাহঁৰ জেওৰা ভেটি খেতি কৰা বা গড়ালত গাহৰি আৱদ্ধ কৰি ৰাখি শস্য ৰোপন কৰাৰ পদ্ধতি মিচিং সমাজত নাছিল। গাহৰি গড়ালত ৰখা হৈছিল বন্য প্ৰাণীৰ আক্ৰমণৰ পৰা ৰক্ষা কৰিবলৈহে। সেই কাৰণে সাধাৰণতে মিচিং গাঁৱৰ চৌপাশে হাবি থাকিলেও গাওঁখন মুকলি আছিল । গাজৰ, কবি, মূলা, জিকা, পালেং আদিৰ

খেতি তেওঁলোকে সমূলি কৰা নাছিল। স্থায়ী বাৰী পতাৰ পদ্ধতি আৰু শীতকালীন বা গ্ৰীষ্মকালীন শাক-পাচলিৰ খেতি কৰা প্ৰথা তেওঁলোকে শেহতীয়াকৈহে গ্ৰহণ কৰিছে।

**৮.০১ ঃ গৃহ নিৰ্মান পদ্ধতি ঃ**

মিচিং সকলৰ চাংঘৰবোৰ নৈৰ ফালে মুখ কৰাকৈ সজা হয়। ঘৰ সজাৰ আগতে নিৰ্বাচিত মাটিডৰাৰ চাৰি চুকত নখেৰে ধানৰ বাকলি গুচাই পুৰঠ চাউল উলিয়াই পাতত (তৰা পাতত) যুগ্ম সংখ্যাত (সাধাৰণতে পাঁচ যোৰ) বান্ধি এৰাতি পুতি ৰখা হয়। পিছদিনা পুৱা সেই টোপোলাবোৰ খুলি চোৱা হয়। সেই টোপোলাবোৰত কোনো প্ৰকাৰৰ পোক-পৰুৱা সোমাব নালাগে; সোমালে সেই ঠাইত ঘৰ সাজিলে ভূত-প্ৰেতৰ আক্ৰমণ বা বেমাৰ-আজাৰ হব পাৰে বুলি বিশ্বাস। অথবা টোপোলাবোৰৰ পৰা এটিও চাউল হেৰাব নাপায়; হেৰালে সেই ঠাইত ঘৰ সাজি বাস কৰিলে পৰিয়ালৰ লোকৰ মৃত্যু হব; নাইবা চাউলবোৰ আঁতৰা-আঁতৰিকৈও থাকিব নালাগে; তেনেকৈ থাকিলে যদি সেই ঠাইত ঘৰ সাজি বাস কৰা হয় তেন্তে সেই পৰিয়ালৰ ভায়েক-ককায়েকৰ মাজত দ্বন্দ্ব-খৰিয়াল হৈ পৃথক পৃথক হৈ যোৱাৰ ভয় থাকে। পুতি ৰখা টোপোলা চাৰিটাৰ চাউলবোৰ যেনেকৈ বন্ধা হৈছিল তেনেকৈয়ে থাকিলে সেই চিহ্নিত চৌসীমাৰ ভিতৰত ঘৰ সজা ভাল। এয়া মিচিং সকলৰ ঘৰভেটি নিৰ্বাচন সম্পৰ্কীয় সৰল বিশ্বাস।

সাধাৰণতে মিচিং লোক সকল যৌথ পৰিয়ালপ্ৰেমী। একেটা ঘৰতে কেইবাটাও পৰিয়াল একেলগে বাস কৰাটো মিচিং সমাজত গৌৰৱৰ বিষয়। একেটা ঘৰতে তিনি-চাৰিটা প্ৰজন্ম একেলগে থকাৰ উদাহৰণ আছে। সৰু সৰু পৰিয়ালক "কুমতৌক্পীবীগ্" (একাকী পৰিয়াল) বুলি সমাজত তাচ্ছিল্য কৰা হয়। সাম্প্ৰতিক কালত অনেক কাৰণত মিচিং সমাজতো একক পৰিয়ালৰ প্ৰাধান্য বৃদ্ধি পাই আহিছে যদিও এতিয়াও গাওঁ অঞ্চলত যৌথ পৰিয়ালৰ গুৰুত্ব নোহোৱা হৈ যোৱা নাই। সি যিকি নহওক, পূৰ্বৰ মিচিং ঘৰবোৰ যথেষ্ট দীঘল আছিল। এটা ঘৰৰ দৈৰ্ঘ্য প্ৰায় ১৫০ ফুটতকৈও অধিক আছিল। এই সম্পৰ্কে হেমিল্টনে কৈছে, "*মিৰি গাঁৱৰ ঘৰবোৰ দীঘলকৈ দুটা শাৰীত সজোৱা হয়; ঘৰবোৰ প্ৰায় চল্লিচ গজ (১২০ ফুট) মান দীঘল আৰু একোটা ঘৰত বিশ বা ত্ৰিশজন লোক থাকিব পৰাৰ ব্যৱস্থা থাকে।*"২৬ ঘৰৰ আগফাল অংশৰ এখোঁটালী বাদ দি সকলোতে চাং সজা হয়। চাং নসজা অংশটোক "আওলাং" বোলা হয়। এই অংশটোত উ বাল ৰাখি তাতে ধান বনা কাৰ্য সম্পাদন কৰা হয়। চতি লগোৱাৰ ক্ষেত্ৰত কেইটামান ফৈদৰ নিৰ্দিষ্ট পৰম্পৰা আছিল।





**৮.০২ ঃ খাদ্যাভাস ঃ**

মিচিং সকলৰ প্ৰধান আহাৰ হ'ল ভাত। চাহ বা জলপান খোৱাৰ পৰম্পৰা মিচিং সমাজত নাই। সম্প্ৰতি কোনো কোনো অঞ্চলত চাহ-জলপানৰ ব্যৱহাৰ মিচিং সমাজতো নকৰাকৈ থকা নাই। চিৰা বা পিঠাৰ ব্যৱহাৰ মিচিং সকলে অনামিচিং সমাজৰ পৰা, বিশেষকৈ অসমীয়াভাষী সমাজৰ পৰাহে গ্ৰহণ কৰিছে। সেই কাৰণে চিৰা বা পিঠাৰ ব্যৱহাৰ মিচিং সমাজত উৎসৱ ভিত্তিক; বিশেষকৈ কাতি আৰু মাঘ বিহুত চিৰা বা কৰাই গুৰি (আমবুগ্) আৰু ব'হাগ বিহু বা ৰঙালী বিহুত পিঠা ব্যৱহাৰ কৰা দেখা যায়। তেওঁলোকৰ নিজা কৃষি উৎসৱ "আলিঃ-আঃয়ী লৃগাং"ত "পুৰাং" (তৰাপাতত বান্ধি সিজোৱা এবিধ ভাত) ব্যৱহাৰ কৰা হয়। উৎসৱ-পাৰ্বনৰ বাহিৰে অন্য দিনত পুৱা "পিন্কাং আপিন্" (কৰ্কৰা ভাত) খোৱাৰ অভ্যাস আছে।

মিচিং সকলে দুবিধ "আপং" (চাউলৰ পৰা তৈয়াৰ কৰা পানীয়) ব্যৱহাৰ কৰে—"পঃৰ" (ছাঁই আপং) আৰু "নগিন্" বা "নগ্জিন্"। উল্লেখযোগ্য যে অসম ডিমাছা, কাৰ্বি, তিৱা, সোণোৱাল কছাৰী, আনকি আহোম সমাজতো তেনে পানীয়(সাজ)ৰ প্ৰচলন আছে। কিন্তু, অসমৰ মিচিং আৰু অৰুণাচল প্ৰদেশৰ আদী সকলৰ বাহিৰে ওপৰত উল্লেখ কৰা পঃৰ আপঙৰ ব্যৱহাৰ আন কোনো জনজাতিৰ সমাজতে দেখিবলৈ পোৱা নাযায়।

পূজা-পাতল, সকাম-নিকাম, উৎসৱ-পাৰ্বন, অতিথি আপ্যায়ন আদিত গাহৰি, কুকুৰা আৰু মাছৰ লগতে দুয়োবিধ আপঙৰ প্ৰচুৰ ব্যৱহাৰ আছে। পৰম্পৰাগত খাদ্যৰ ভিতৰত গাহৰি মাংসৰ লগত বনৰীয়া শাকৰ ব্যৱহাৰ মন কৰিবলগীয়া। অতিথিক গাহৰি মাংস আৰু আপঙেৰে আপ্যায়িত কৰি মিচিং পৰিয়ালে গৌৰৱবোধ কৰে। পৰিয়ালৰ সম্পৰ্কীয় অতিথিক গাহৰি মাৰি খুৱালে নে কুকুৰা মাৰি খুৱালে সেয়াও লোকচক্ষুৰ আলোচ্য বিষয়।

শুকান মাছ বা মাংস, "নাম্চিং" (শুকতি), "আমূন্ অয়ৃং" (চাউলৰ খুদেৰে বন্ধা আঞ্জা), "ৰাঃচৰ্" বা "লাঃচৰ্" (সিদ্ধ শাক), বাঁহ আৰু বেতৰ গাঁজ, "তাঃপাৰ্" (কাঠফুলা), "ৰাঃনাম্" (পোৰা), "পাম্নাম্" (পাতত দিয়া) আদি উপকৰণ তেওঁলোকৰ প্ৰিয় খাদ্য। ঘৰভেটিৰ লগত সংলগ্ন শাকনি বাৰীৰ পৰিবৰ্তে সাধাৰণতে মিচিং সকলে বনৰীয়া শাক-পাচলিহে বুটলি খায়।

মিচিং সমাজৰ ৰন্ধন প্ৰকৰণত তেলৰ ব্যৱহাৰ নাছিলেই বুলিব পাৰি। মৃত লবলৈহে তেল ব্যৱহাৰ কৰা হৈছিল। এতিয়াও গাওঁসমূহত তেলৰ ব্যৱহাৰ কম। উৎসৱ-পাৰ্বন, পূজা-পাতল, আলহী শুশ্ৰূষা আদি উপলক্ষতহে তেলৰ ব্যৱহাৰ হয়। তেওঁলোকে তেল পেৰিহে ব্যৱহাৰ কৰিছিল। সি যিকি নহওক, অৰণ্য ধ্বংসৰ

ব্যাপকতা বৃদ্ধি পোৱাৰ লগে লগে পূৰ্বৰ বনৰীয়া শাক-পাচলি বোৰও এতিয়া সহজলভ্য নোহোৱা হ'ল। সেই কাৰণে মিচিং সকলেও আজি-কালি শাক-পাচলিৰ খেতি কৰাৰ ওপৰিও স্থায়ী বাৰী পতাৰ প্ৰথাও গ্ৰহণ কৰিছে।

গাহৰি মাংসৰ লগত বনৰীয়া শাকৰ ব্যৱহাৰ মন কৰিবলগীয়া। অতিথিক গাহৰি মাংস আৰু আপঙেৰে আপ্যায়িত কৰি মিচিং পৰিয়ালে গৌৰববোধ কৰে। পৰিয়ালৰ সম্পৰ্কীয় অতিথিক গাহৰি মাৰি খুৱালে নে কুকুৰা মাৰি খুৱালে সেয়াও লোকচক্ষুৰ আলোচ্য বিষয়।

মিচিং সমাজৰ ৰন্ধন প্ৰকৰণত তেলৰ ব্যৱহাৰ নাছিলেই বুলিব পাৰি। তেওঁলোকে মূৰত লবলৈহে তেল পেৰি লৈছিল। এতিয়াও গাঁও সমূহত তেলৰ ব্যৱহাৰ কম। উৎসৱ-পাৰ্বন, পূজা-পাতল, অতিথি-শুশ্ৰূষা আদি উপলক্ষতহে তেলৰ ব্যৱহাৰ হয়।

**৯.০০ ঃ খেল-বিভাজন ঃ**

মিচিং সমাজৰ খেল-বিভাজন সম্পৰ্কে উল্লেখ কৰা কেইবা গৰাকীও লেখকে মিচিং সমাজক "দহগাম" আৰু "বাৰগাম"—এই দুটা প্ৰধান ভাগত ভগাব পাৰি বুলি মত প্ৰকাশ কৰিছে। গতিকে এই অধ্যায়ৰ প্ৰধান প্ৰতিপাদ্য হ'ল — মিচিং সমাজত প্ৰকৃততে "দহগাম" আৰু "বাৰগাম" নামে দুটা ভাগ আছেনেকি? অথবা আছিলনেকি?

লিখিত তথ্য হিচাপে "দহগাম" আৰু "বাৰগাম" বিভাজনৰ প্ৰথম উল্লেখ পোৱা যায় ১৮৮১ চনৰ লোকপিয়লৰ প্ৰতিবেদনত। তাত কোৱা আছে —"They are divided into two mutually exclusive sections, which are respectively known as Barahgam and Dohgam or the twelve clan and ten clan Miris."[২৭] প্ৰসঙ্গক্ৰমে উল্লেখ কৰাটো সমীচিন হব যে এই প্ৰতিবেদনখন প্ৰকাশ পোৱাৰ পূৰ্বেই গ্ৰন্থ প্ৰণয়ন কৰা ৰবিঞ্চন (১৮৪১), ডেল্টন (১৮৭২) আদি লেখকৰ ৰচনা ৰাজিত এই বিভাজন সম্পৰ্কে কোনো উল্লেখ পোৱা নাযায়। আনকি মিল্চৰ প্ৰতিবেদনতো তেনে বিভাজনৰ ইঙ্গিত পোৱা নাযায়।

প্ৰকৃতপক্ষে প্ৰাচীন কালত মিচিং সমাজত "দহগাম" আৰু "বাৰগাম" বুলি কোনো বিভাজন নাছিল। প্ৰধানকৈ তিনিটা যুক্তিৰ ভিত্তিত এই বিভাজনৰ বিদ্যমানতাক অস্বীকাৰ কৰিব পাৰি। প্ৰথম যুক্তি হ'ল—উক্ত বিভাজন দুটাক প্ৰতিনিধিত্ব কৰা অভিধা দুটা বা পৰিভাষা দুটা যথাক্ৰমে "দহ" আৰু "বাৰ" অসমীয়া শব্দ। মিচিং ভাষাত "দহ"ৰ বাবে "ঢ়িয়িং" আৰু "বাৰ"ৰ বাবে "ঢ়িয়িংকলাং আন্‌ঞি" শব্দ আছে। এই বিভাজন মিচিং সমাজত স্বাভাৱিকভাৱে বিকাশ লাভ কৰা বিভাজন





হোৱা হলে শব্দ দুটা অসমীয়া নহৈ মিচিং ভাষাৰ শব্দহে হ'লহেঁতেন। গতিকে এই কথা নিশ্চিত কৰিব পাৰি যে উক্ত বিভাজন মিচিং সমাজৰ অভ্যন্তৰত বিকাশ লাভ কৰা বিভাজন নহয়; অসমীয়া ভাষা-ভাষীৰ লোকেহে বাহিৰৰ পৰা কৰা বিভাজন। এই কথা ১৮৮১ চনৰ লোকপিয়লৰ প্ৰতিবেদনতো উল্লেখ কৰা আছে। তাত কোৱা আছে—"These Assamese names give no clue to the origin of the distinction."[২৮]

দ্বিতীয়তে, যি সমাজত আভ্যন্তৰীণ বা গোটভিত্তিক ক্ৰমৱদ্ধ বিভাজন বিদ্যমান, তেনে সমাজত সাধাৰণতে প্ৰথা-পৰম্পৰা আৰু লোকাচাৰৰ কিছুমান নিষিদ্ধতা থাকে যিবোৰে বিভক্ত গোট বা লোকসমষ্টি দুটাৰ বা লোকসমষ্টি সমূহৰ মাজত আহাৰ গ্ৰহণ, সামাজিক মিলন, বিবাহ-বান্ধোন আদিত বাধা আৰোপ কৰে আৰু সেই বাধা মানি নচলিলে প্ৰথাগত বিধিৰে প্ৰায়চিত্ত কৰাৰ ব্যৱস্থা থাকে। কিন্তু মিচিং সমাজত প্ৰাচীন কালৰ পৰা উক্ত গোট দুটাৰ লোকৰ মাজত কোনো সামাজিক বাধা বা নিষিদ্ধতা পৰিলক্ষিত নহয়।

তৃতীয়তে, তথাকথিত বিভাজনৰ মতে "পাগ্ৰ" বা "চুতীয়া মিৰি" খেলৰ লোক সকলক "বাৰগাম" বুলি কোৱা হয়। ১৮৮১ চনৰ লোকপিয়লৰ প্ৰতিবেদনখনৰ মতে বাৰগাম খেলত মাত্ৰ দুটাহে ফৈদ আছে—"পেগু" আৰু "দৰে" (প্ৰকৃততে 'দলে' হব লাগিছিল)। তেওঁলোকৰ অতীত সম্পৰ্কে কবলৈ গৈ কোৱা হৈছে যে তেওঁলোকৰ পূৰ্বপুৰুষ ১২ ঘৰ লোকে ৰজা বুৰুক চুতীয়াৰ অধীনত পাহাৰৰ পৰা নামি আহিছিল। প্ৰকৃততে নিজকে বুৰুক চুতীয়াৰ বংশধৰ বুলি পৰিচয় দিয়া লোক সকলৰ জাতি লাউ আৰু ছাগলী মাংস নোখোৱা 'ততেম' (totem) আছে। তেনে ফৈদ দেউৰী আৰু মিচিং সমাজত নথকা নহয়। মিচিং সমাজৰ সেই ফৈদটো হৈছে "মীদগ্" বা "মেদক্"। কিন্তু এই ফৈদটো চুতীয়া মিৰি খেলৰ অন্তৰ্ভুক্ত নহয়। সি যিকি নহওক, লোকপিয়লৰ উক্ত প্ৰতিবেদনখনত মিচিং খেলৰ এখন তালিকা দিয়া আছে এইদৰে—১। দাম্বুকুজাল, ২। চায়েঙ্গীয়া, ৩। ময়েঙ্গীয়াল, ৪। অয়েনীয়াল, ৫। লাচং-গয়া, ৬। দহুতিয়াল, ৭। বংকোৱাল, ৮। তামাৰাগয়া, ৯। জঙৱা, ১০। পাঙৱা, ১১। পানী-পাউ আৰু ১২। য়ৰাং-গয়া। এই তালিকাখনৰ তলত উল্লেখ কৰা আছে যে তালিকাত উল্লেখিত ১২ টা খেল বাৰগামৰ ১২ টা খেলৰ লগত সম্পৰ্কিত হয়নে নহয় জনা নাযায়। আনহাতে এইটোও কোৱা আছে যে দহগামক নৰ, মিলি, পাইয়েন, কাৰ্ধ, কমান, পগাক্ আৰু চিন্তে—এই কেইটা ভাগত ভগাব পাৰি। গতিকে তালিকাখনত সন্নিৱিষ্ট ১২ টা খেলৰ কোনোটোৱেই যে দহগামৰ অন্তৰ্ভুক্ত নহয় (প্ৰতিবেদন অনুসৰি) সি নিশ্চিত। অতএৱ সেই খেলবোৰ

বাৰগামৰে খেল হব লাগিছিল। কিন্তু প্ৰতিবেদনতে সন্দেহ প্ৰকাশ কৰা হৈছে যে উল্লেখিত "*২ টা খেল বাৰগামৰ ১২ টা খেলৰ লগত সম্পৰ্কিত হয়নে নহয়*"। কেৱল সেয়ে নহয়, তালিকাখনত উল্লেখিত ১২ টা খেলৰ ভিতৰত জগুৱা, পাগুৱা, পানী-পাউ আৰু য়ৰাং-গয়া বুলি কোনো খেল মিচিং সমাজত পোৱা নাযায়। তাৰোপৰি দলে আৰু পেগু ফৈদৰ মিচিং সকলে কোনো বুৰুক চুতীয়া নামৰ ৰজাৰ অধীনত পাহাৰৰ পৰা নামি অহাৰ লোকপ্ৰবাদ নাই বা ঐতিহাসিক তথ্যও আছে বুলিব নোৱাৰি। 'পাগ্ৰ' খেলৰ লোকসকলক কিয় 'চুতীয়া মিৰি' বুলি কোৱা হয় এই সম্পৰ্কে "চুতীয়াৰ লগত সম্পৰ্ক" শিতানত আলোচনা কৰা হৈছে। এই কথাৰ পৰা চাবলৈ গ'লে ১৮৮১ চনৰ লোকপিয়লৰ প্ৰতিবেদনত উল্লেখ কৰা বিভাজন বাস্তৱ সন্মত নহয় আৰু তাৰ আধাৰত কৰা যিকোনো বিভাজনেই অবাস্তৱ হবলৈ বাধ্য। প্ৰকৃততে চিংফৌ সমাজতহে বাৰগাম খেলৰ উল্লেখ পোৱা যায় (অৱশ্যে তাতো সন্দেহৰ অৱকাশ নথকা নহয়)। উল্লেখ আছে—"They were nominally divided into twelve Gaums or clans and the term "the twelve chiefs" was used to express the collected body of the race."[২৯] কিন্তু মন কৰিব লগীয়া কথা এই যে মিচিং জনগোষ্ঠী সম্পৰ্কীয় তথ্যৰ অভাৱতেই হওক বা মিচিং সমাজত ক্ষেত্ৰ অধ্যয়নৰ অনীহাৰ ফলতেই হওক, উক্ত প্ৰতিবেদনৰ ভুল তথ্যকে বাৰম্বাৰ গৱেষণামূলক অধ্যয়নতো ব্যৱহাৰ কৰা দেখা যায়।

প্ৰকৃততে মিচিং সমাজত প্ৰধানকৈ ৯ টা পৰম্পৰাগত খেল আছে। সেই কেইটা হ'ল—১। পাগ্ৰ, ২। দীলু, ৩। অয়ান, ৪। দাম্বুগ্, ৫। চাংয়াং, ৬। মংয়িং, ৭। চামুগুৱীয়া, ৮। বংকুৱাল আৰু ৯। তেমেৰা বা তামাৰ গঞা। ইয়াৰে শেষৰ তিনিটা খেল, যেনে—চামুগুৱীয়া, বংকুৱাল আৰু তামাৰ লোকলকলক এটা খেলৰ লোক বুলিব পাৰি আৰু এই তিনিওটা খেলৰ লোকেই বিশেষ্য শব্দ, সম্বন্ধবাচক শব্দ আৰু কেতবোৰ নিৰ্বাচিত ধাতুৰ ব্যৱহাৰৰ বাহিৰে মিচিং ভাষা নকয়। অতি সম্প্ৰতি তেওঁলোকে মিচিং ভাষা কবলৈ লৈছে। মিচিং ভাষা-কোৱা বাকী ৬ টা খেলৰ ভিতৰত ভাষাগত বৈশিষ্ট্যৰ দিশৰ পৰা চাংয়াং আৰু মংয়িং খেলক এটা ভাগত আৰু বাকী ৪ টা খেলক আন এটা ভাগত ভগাব পাৰি।

ওপৰত উল্লেখ কৰা পৰম্পৰাগত নটা মিচিং খেলৰ ওপৰিও মানৰ আক্ৰমণৰ সময়ৰ পৰা স্বৰাজোত্তৰ কাললৈকে—এই সময়ছোৱাৰ ভিতৰত মিচিং সমাজখন "বিহিয়া" আৰু "বেৰেজীয়া" খেলৰ সংযোজনত সমৃদ্ধ হৈছে।

**১০.০০ঃ কৃষি-পদ্ধতি আৰু ভূমি-ব্যৱস্থা ঃ**

মিচিং সমাজৰ প্ৰাচীন কৃষি-পদ্ধতি আৰু ভূমি-ব্যৱস্থা সম্পৰ্কে প্ৰচুৰ





পৰিমাণে লিখিত তথ্য পোৱা নাযায়। বৃটিছৰ শাসন কালৰ বিবৰণত ছেগা-চোৰোকাকৈ উল্লেখ পোৱা যায় যদিও সেইবোৰ পৰ্যাপ্ত নহয়। তথাপি সমাজ বিকাশ আৰু উৎপাদন পদ্ধতিৰ স্তৰৰ পৰাই কিছু থূলমূল ধাৰণা কৰি লব পাৰি। এই কথা অনুমান কৰি লোৱাটো কঠিন নহয় যে ভৈয়ামলৈ নামি অহাৰ পূৰ্বে তেওঁলোকৰ কৃষি-পদ্ধতি আছিল ঝুম প্ৰকৃতিৰ। সেই পৰ্যায়ত গৰুৰ ব্যৱহাৰ নাছিল। কোৰ, দা, খন্তি, কুঠাৰ আদিয়েই আছিল তেওঁলোকৰ কৃষিৰ সঁজুলি। ক্ষেত্ৰান্তৰতা আৰু দলীয় বা সমষ্টিগত মালিকানা আছিল তেওঁলোকৰ সমাজত সেই সময়ৰ ভূমি সম্পৰ্কৰ প্ৰধান বৈশিষ্ট্য। সেই কাৰণে সেই স্তৰত ভূমিৰ ব্যক্তিগত মালিকানাৰ প্ৰশ্নও অহা নাছিল।

উল্লেখযোগ্য যে মিচিং সমাজত সামন্ততন্ত্ৰ বা ৰাজতন্ত্ৰ কোনো কালে বিকশিত হোৱা নাছিল। সেই কাৰণে সুসংগঠিত এখন মিচিং ৰাজ্যও নাছিল। জনজাতীয় স্তৰৰ উৎপাদন ব্যৱস্থাৰ মাজতে বিকাশ লাভ কৰা দাসত্ব প্ৰথাৰ প্ৰাক্-সামন্তীয় স্তৰতে তেওঁলোকে পাহাৰৰ পৰা প্ৰব্ৰজন কৰি আহি চুতীয়া বা আহোম ৰাজ্যত প্ৰবেশ কৰে।

সমতলৰ মিৰি (মিচিং) সকল আবৰ (আদী) সকলৰ পলাই যোৱা দাস বুলি একাধিক লেখকে উল্লেখ কৰিছে। ৰবিঞ্চনে কৈছে—"...Miris...were looked upon by the Abors, as their slaves and dependents..."[৩০] সেইদৰে মেকেঞ্জিয়ে কৈছে—"The Miris of the plains are here claimed by the Abors as their dependents and runaway slaves"[৩১] একে ধৰণৰ মন্তব্য গ্ৰিয়াৰ্চনেও কৰিছে। যথা—"...these Miris were generally believed to have been slaves to that tribe (Abor]"[৩২]। অৰুনোদই কাকতত প্ৰকাশিত এটি বিৱৰণতো এই কথাৰ উল্লেখ আছে এইদৰে—"*আবৰহঁতে মিৰিবিলাকক সিহঁতৰ তলতীয়া বুলি জানি সিহঁতৰ ভালেমান কৰ লই দেখি, সিহঁতে অনেক ভাগি আহি অসম দেশৰ ভয়মত বহিচেহি। আবৰ বিলাকে সিহঁতক ধৰি নিবলৈ এৰি নি দিয়াত ইংৰাজি সকলত সিহঁতৰ বৰ বিশ্বাস হৈচে।*"[৩৩] পাহাৰীয়া জনজাতিয়ে দাস কৰি ৰখা মিচিং লোকক বৃটিছে 'খালাচ' (মুক্ত) কৰি অনাৰ পৰাই মিচিং সমাজত প্ৰচলিত 'কালাচাং অনচ' (কালাচা জাত)ৰ উৎপত্তি বুলি কোনো কোনোৱে কয়।

আনহাতে ওপৰত বৰ্ণিত মন্তব্য সমূহৰ সম্পূৰ্ণ বিপৰীতে মিচিং সমাজত এক দুই পুৰুষৰ আগলৈকে আদী (আবৰ) 'পাগ্ৰ' (দাস) খটুৱাৰ উদাহৰণ আছে। তাৰোপৰি আদীয়ে বিক্ৰি কৰা দাস মিচিং লোকে কিনি খটুৱাৰ উদাহৰণো এটা

পুৰুষৰ আগলৈকে আছিল। এটা জনগোষ্ঠী আন এটা জনগোষ্ঠীৰ সামগ্ৰিক দাসত্বৰ তথ্যও বাস্তৱসন্মত নহয়।

যি সমাজত যি প্ৰকাৰেই প্ৰচলিত নহওক লাগিলে ওপৰৰ আলোচনাৰ পৰা এই কথা পৰিষ্কাৰ হয় যে সেই সময়ত আদী-মিচিং সমাজত দাসত্ব প্ৰথাৰ প্ৰচলন আছিল। ওপৰত উদ্ধৃত মন্তব্য সমূহৰ পৰা এই কথা অনুমান কৰা কঠিন নহয় যে আদী সকলৰ দ্বাৰা মিচিং সকল একালত সঘনে উপদ্ৰুত হৈছিল আৰু সেয়াও হয়তো মিচিং সকলৰ ভৈয়াম আগমনৰ এটা কাৰণ আছিল। গতিকে সেই সময়ত আদী লোকে মিচিং লোকক বা মিচিং লোকে আদী লোকক দাস কৰি লোৱাটোত অস্বাভাৱিকতা একো নাছিল। মাথো মূল প্ৰতিপাদ্য হৈছে এই যে মিচিং সমাজৰ পৰা দাসত্ব প্ৰথা লোপ পোৱা এক বা দুই পুৰুষমানহে হৈছে বুলিব পাৰি।

এই কথা আগতেই কোৱা হৈছে যে অসমৰ বিভিন্ন জনগোষ্ঠী, বিশেষকৈ চুতীয়া, আহোম, কছাৰী, কোচ আদি জনগোষ্ঠীৰ সমাজ-গাঁথনিত বিকাশ লাভ কৰাৰ দৰে মিচিং সকলৰ সমাজ-গাঁথনিত সামন্ততন্ত্ৰ বিকশিত হোৱা নাছিল। পূৰ্বে প্ৰশাসনীয় মূৰব্বী হিচাপে 'গাঃম' অৰ্থাৎ দল বা গাঁৱৰ মুখ্য বা মুখীয়ালৰ অধীনত অস্থায়ী ঝুম পদ্ধতিত খেতি কৰি সমতলৰ লোকৰ লগত পণ্য বিনিময় কৰি ফুৰোঁতে আৰ্থ-সামাজিক কাৰণত সমতল ভূমিলৈ আহি মিচিং সকলে ইয়াতে থাকিবলৈ লয়। 'গাঃম' এটা দল বা এখন গাঁৱৰ মূৰব্বী হলেও গাঃম আৰু সামন্তপ্ৰভুৰ পদমৰ্যাদা একে নহয়। প্ৰকৃতপক্ষে গাঃমৰ দ্বাৰা পৰিচালিত জনজাতীয় মিচিং সমাজত কৃষি-পদ্ধতি আছিল ক্ষেত্ৰান্তৰী আৰু ভূমিৰ মালিকানা আছিল সমষ্টিগত। চমুকৈ কবলৈ গলে সেই স্তৰৰ মিচিং সমাজত স্থায়ী কৃষি-পদ্ধতি তেওঁলোকৰ সম্পূৰ্ণ অজ্ঞাত আছিল।

মিচিং সকল ব্ৰহ্মপুত্ৰ উপত্যকাত প্ৰৱেশ কৰাৰ পাচত স্থায়ী কৃষি-পদ্ধতিৰ লগত পৰিচিত হয় যদিও সেই পদ্ধতি তেওঁলোকে হঠাতে গ্ৰহণ কৰিব পৰা নাছিল। আনকি সমতল ভূমিত পদাৰ্পন কৰাৰ পাচতো তেওঁলোকে কোনো এক নিৰ্দিষ্ট অঞ্চলত স্থায়ীভাৱে বসতি কৰা নাছিল। একেডৰা মাটিত অতি বেছি দুবাৰ বা তিনিবাৰ খেতি কৰি আকৌ সেই ঠাই পৰিত্যাগ কৰি সাৰুৱা মাটিৰ সন্ধানত ইঠাইৰ পৰা সিঠাইলৈ প্ৰব্ৰজন কৰি ফুৰিছিল। ৰবিঞ্চনে কেছে, "*সিহঁতে অৰণ্যৰ আশে পাশে বসবাস কৰে। নতুন মাটি মুকলি কৰি এবছৰ বা দুবছৰ খেতি কৰাৰ পাচত সেই মাটি অনুৰ্বৰ হৈছে বুলি অন্য ঠাইলৈ গুচি যায়।*"[৩৪] এই ক্ষেত্ৰান্তৰী কৃষি-কাৰ্য তেওঁলোকে শ শ বছৰ ধৰি কৰি আছিল। এই সম্পৰ্কে অৰুনোদইত প্ৰকাশিত এটি বিবৰণতো কোৱা আছে—সিহঁতে "........*হাবিৰ দাঁতিত থাকিবলৈ ভাল পাই; কিয়নো*





*দুই এবছৰ খেতি কৰিএই অকও ন মাটি খেতি কৰিবলৈ পাই।*"[৩৫] এইদৰে কৃষি-কাৰ্য কৰি যাওঁতে তেওঁলোকে নাঙল ব্যৱহাৰ কৰা নাছিল। ডাঙৰ ডাঙৰ দৈ কাষৰীয়া অৰণ্যৰ কাঠনি ভাঙি গছবোৰ কাটি পেলাইছিল, আৰু সেইবোৰ শুকাবলৈ দি জুই জ্বলাই দিছিল। কাঠবোৰ পেলাই নিদিছিল। কাঠবোৰৰ মাজৰ মুকলি অংশবোৰ কোৰেৰে চহাই তাত বীজ সিঁচিছিল বা ৰুইছিল।[৩৬] এই পদ্ধতিত তেওঁলোকে প্ৰধানকৈ আহুধান, গোমধান, সৰিয়হ, কপাহ, আফিং আদিৰ খেতি কৰিছিল। ৰবিঞ্চনে এই সম্পৰ্কে কৈছে, "The Miris in the plains employ themselves chiefly in growing opium, and as they always cultivate new lands, their fields in general yield them large returns. They seldom use the drug themselves but they make a very large profit by bartering it to the Assamese for grain and other necessaries. They also cultivate cotton to a large extent, and engage in a manufacture of cotton rugs, peculiar to themselves."[৩৭]

ওপৰত উদ্ধৃত মন্তব্যবোৰৰ পৰা এই কথা পৰিষ্কাৰ হয় যে ঊনৈশ শতিকাৰ প্ৰায় দ্বিতীয়াৰ্ধৰ আৰম্ভনিলৈকে মিচিং সকলে কোনো এডোখৰ নিৰ্দিষ্ট ঠাইতে স্থায়ীভাৱে বসবাস কৰা নাছিল আৰু ভূমিক সম্পত্তিৰূপে গণ্য কৰা নাছিল। মিল্‌চৰ প্ৰতিবেদনৰ পৰা এই কথাও জানিব পাৰি যে তেওঁলোকৰ বসতিৰ অস্থায়ীত্বৰ কাৰণে বৃটিছ চৰকাৰে মিচিং সকলৰ পৰা ভূমিৰ ৰাজহ সংগ্ৰহ কৰাত যথেষ্ট কষ্টৰ সন্মুখীন হব লগা হৈছিল। বসতিৰ অস্থায়ীত্ব আৰু কৃষি-কাৰ্যৰ ক্ষেত্ৰান্তৰতাৰ কাৰণে ব্যৱহৃত ভূমি-ক্ষেত্ৰৰ ওপৰত ৰাজহ নিৰ্ধাৰণ কৰাটো মুঠেই সম্ভৱ নহৈছিল। সেই কাৰণে বৃটিছ চৰকাৰে মিচিং সকলৰ লগতে মিচিং সকলৰ সমমৰ্যাদা সম্পন্ন কেতবোৰ জনগোষ্ঠীৰ লোকৰ ওপৰত ভূমি ৰাজহৰ পৰিবৰ্তে গা-খাজনা (Poll-Tax) সংগ্ৰহৰ ব্যৱস্থা প্ৰবৰ্তন কৰিছিল। মিল্‌চৰ মতে এই খাজনা "*উজনি মটকৰ লোকসকলে....... নৈৰ দুয়োপাৰে থকা মিৰি সকলে আৰু খামতি পাম আৰু নামনি মটকত নতুনকৈ বসতি কৰা মিৰিৰ দৰে কেৱল নতুন মাটিত খেতি কৰা দোৱনীয়া সকলে দিয়ে।*"[৩৮] উল্লেখযোগ্য যে ইয়াত 'মটক' শব্দই অঞ্চল বুজাইছে।

এইখিনিতে মন কৰিব লগীয়া বিষয় এই যে চুতীয়া বা আহোম ৰাজ্যত মিচিং সকলে ভূমিৰ ৰাজহ দিছিল নে নাই নাইবা আহোম ৰজাৰ পাইক প্ৰথাত অংশ গ্ৰহণ কৰিছিল নে নাই এই সম্পৰ্কে ইতিহাস সৰৱ নহয়। কিন্তু আহোমৰ পাইক প্ৰথাত প্ৰচলিত কেইটামান উপাধি মিচিং সমাজত অদ্যপিও বিদ্যমানতালৈ চাই আহোম ৰজাৰ পাইক প্ৰথাৰ প্ৰভাৱ যে মিচিং সমাজতো পৰিছিল তাক অনুমান

কৰিব পাৰি। সি যিকি নহওক, চুতীয়া বা আহোম ৰাজতন্ত্রত প্ৰৱেশ কৰাৰ সময়ৰ পৰা প্ৰাক্-স্বাধীনতাৰ সময়লৈকে—এই সুদীৰ্ঘ কালছোৱাত তেওঁলোক যিবোৰ নতুন নতুন উৎপাদন ব্যৱস্থাৰ সন্মুখীন হ'ল সেইবোৰৰ কোনোটোৰেই তেওঁলোকৰ বাবে পৰিচিত নাছিল। জনজাতীয় উৎপাদন ব্যৱস্থা পৰিত্যাগ কৰি সামন্তীয় উৎপাদন ব্যৱস্থাৰ লগত খাপ খুৱাই লবলৈকে মিচিং সকলক কেইবা শতাব্দীও লাগিছিল। কিন্তু সামন্তীয় উৎপাদন ব্যৱস্থাৰ লগত পৈণতভাৱে নিজকে খাপ খুৱাই লোৱাৰ আগতেই বৃটিছ আমোলত প্ৰতিষ্ঠিত হ'ল পুঁজিবাদৰ বুনিয়াদ যিয়ে তেওঁলোকৰ পৰম্পৰাগত প্ৰমূল্যত কুঠাৰাঘাত হানিলে। ফলত তেওঁলোকে কোনোটো নতুন পদ্ধতিৰ লগতে নিজকে দক্ষতাৰে খাপ খুৱাই লোৱাৰ সক্ষমতা আহৰণ কৰি লব নোৱাৰিলে। সেয়েহে, মিচিং সমাজত আজি পৰ্যন্ত বিকশিত এটা মধ্য শ্ৰেণীও সৃষ্টি হব নোৱাৰিলে।

মিচিং সকলে স্থায়ী কৃষি-পদ্ধতি গ্ৰহণ কৰিছিল অসমৰ আন আন জনগোষ্ঠীৰ পৰাহে, বিশেষকৈ অসমীয়া ভাষা-কোৱা লোকৰ পৰাহে। মিল্চৰ প্ৰতিবেদনৰ পৰা এই কথা জানিব পাৰি যে মিচিং সকলে উনৈশ শতিকাৰ প্ৰথমাৰ্ধলৈকে সম্পূৰ্ণভাৱে স্থায়ী বসতি আৰু কৃষি-পদ্ধতি গ্ৰহণ কৰিব পৰা নাছিল। স্থায়ী কৃষি-পদ্ধতি বা ভূমি বন্দোবস্তি ব্যৱস্থা যে মূলতঃ মিচিং সমাজত স্বাভাৱিক প্ৰক্ৰিয়াৰে বিকশিত হোৱা পদ্ধতি নহয় এই কথা কৃষি-সঁজুলিৰ নাম আৰু ভূমি বন্দোবস্তি সম্পৰ্কীয় শব্দবোৰৰ পৰাই সহজে অনুমান কৰিব পাৰি। উল্লেখ্য যে দা, কটাৰী, মিত, কোৰ, খন্তি, কুঠাৰ আদিৰ বাহিৰে অসমীয়া নাঙল, যুঁৱলি, ডিলা, ফাল, শলমাৰি, এছাৰি, জোঁটনি বা জোঁটজৰি আদি শব্দৰ মিচিং শব্দ নাই। মিচিং সকলে এই সঁজুলিবোৰৰ অসমীয়া নামকে ব্যৱহাৰ কৰে। অৰ্থাৎ মিচিং সকলে এই সঁজুলিবোৰ অসমীয়া ভাষা-ভাষী লোকৰ পৰাহে গ্ৰহণ কৰিছে। আনকি গৰু-ম'হ খেদা শব্দবোৰো মিচিং সকলে অসমীয়াত ব্যৱহাৰ কৰে। কিন্তু স্মৰ্তব্য যে এই সঁজুলিবোৰ গ্ৰহণ কৰাৰ লগে লগেই যে মিচিং সকলে একে ঠাইতে স্থায়ীভাৱে বসতি কৰি কৃষি-কাৰ্য সম্পাদন কৰিছিল এনে নহয়; বৰঞ্চ শতিকা জুৰি তেওঁলোকৰ কৃষি-পদ্ধতিত কিছুমান জনজাতীয় বৈশিষ্ট্য, যেনে—কৃষিভূমিৰ সঘন পৰিবৰ্তন, শ্ৰমৰ সামূহিক ৰূপ আৰু হাবি জুৰি শুকুৱাই জ্বলাই খেতি কৰা পদ্ধতি নাঙল ব্যৱহাৰৰ সমান্তৰালভাৱে প্ৰচলিত হৈ আছিল।

অবিশ্বাস্য যেন লাগিলেও এই কথা সত্য যে আনকি The Assam Land and Revenue Regulation, 1886 বিধিখন প্ৰবৰ্তন কৰাৰ পাচতো মিচিং সমাজৰ বসতিৰ স্থায়ীত্ব নাছিল। এই বিধিত সন্নিবিষ্ট ৪৭ ছেদত উল্লেখ কৰা Hoe-





Tax or House-Tax দফাচলতে Poll-Tax ৰে নামান্তৰ মাত্ৰ বুলিব পাৰি। প্ৰাক্-স্বাধীনতা কালৰ ৰেখা পদ্ধতি (Line system)ৰ ভূমি ব্যৱস্থাই মিচিং সমাজত কোনো প্ৰভাৱ পেলাব পৰা নাছিল। ১৯৪৭ চনত "অসম ভূমি আৰু ৰাজহ বিধি, ১৮৮৬" খন সংশোধন কৰি তাত "দশম অধ্যায়" (Chapter X)টো সংযোজন কৰি "জনজাতীয় আৱেষ্টনী আৰু খণ্ড" সৃষ্টি কৰাৰ পৰৱৰ্তী কালতহে প্ৰকৃতপক্ষে নৈপৰীয়া মিচিং জনগোষ্ঠীৰ ক্ষেত্ৰান্তৰী প্ৰবৃত্তিৰ আংশিক পৰিবৰ্তন হয়।

উল্লেখযোগ্য যে মিচিং সকলে জীৱন ধাৰণৰ কাৰণেহে শস্য উৎপাদন কৰে; বিক্ৰি কৰি উপাৰ্জন কৰিবলৈ নহয়। সম্প্ৰতি দুই একে ব্যৱসায়িক উদ্দেশ্যত শস্য উৎপাদন কৰিছে যদিও তেনে লোকৰ সংখ্যা মিচিং সমাজত অতি নগণ্য। ধানেই তেওঁলোকৰ প্ৰধান শস্য। সৰিয়হ, মাহ আৰু শাক-পাচলিৰ খেতি কৰে যদিও ব্যৱসায়িক উদ্দেশ্যত নহয়।

**১১.০০ ঃ সামূহিক শ্ৰমদান পদ্ধতি ঃ**

সামূহিক শ্ৰমদান পদ্ধতি জনজাতীয় সমাজৰ উল্লেখযোগ্য বৈশিষ্ট্য। মিচিং সমাজতো এই শ্ৰমদান পদ্ধতি আছে। গাঁৱৰ কোনো পৰিয়ালে সময়মতে হালবোৱা, শস্য চপোৱা, ঘৰ সজা, ডাঙৰী কঢ়িওৱা, ঘৰ ছোৱা আদি কাম সম্পূৰ্ণ কৰিব নোৱাৰিলে সামূহিক শ্ৰমৰ যোগেদি তেনে কাম সম্পূৰ্ণ কৰাত ৰাইজে সহায় কৰে। মিচিং সমাজত তেনে সামূহিক শ্ৰমদান প্ৰক্ৰিয়া দুই প্ৰকাৰৰ। প্ৰথমটো হৈছে 'বৃগ্ৰ' আৰু দ্বিতীয়টো হৈছে 'দাগ্লীগ্'। ইয়াৰ ওপৰিও 'আবৃৰ আনচুনাম্' (পাৰস্পৰিক সহায়)ৰ ব্যৱস্থাও আছে।

**১১.০১ ঃ বৃক্চীং আবৃগ্ ঃ**

মিচিং নাৰী ঘৰুৱা কাম-বনত অতি দক্ষ আৰু সক্ৰিয়। ঘৰুৱা কাম-বনৰ উপৰিও পুৰুষৰ সমানে পথাৰৰ কৃষি-কাৰ্যতো অংশ গ্ৰহণ কৰে। পথাৰত তেওঁলোকে জাবৰ গুচোৱা, নিৰণি দিয়া, আনকি কোৰ মৰা আদি কামো কৰে। ইমান ব্যস্ততাৰ মাজতো সুযোগ উলিয়াই মিচিং নাৰীয়ে এডোখৰ মাটিত নিজে হাবি জুৰি কোৰ মাৰি চহ কৰি সুকীয়াকৈ খেতি কৰিবলৈ নাপাহৰে। এইদৰে কৰা সুকীয়া খেতিকে 'বৃক্চীং আবৃগ্' বুলি কোৱা হয়। এইদৰে সুকীয়াকৈ তেওঁলোকে সৰিয়হ, ধপাত, নহৰু আদিৰ খেতি কৰে। মিচিং নাৰীয়ে বৃকচীং আবৃগৰ উৎপাদনেৰে নিজৰ প্ৰয়োজনীয় সূতা, অয়-অলঙ্কাৰ, বাচন-বৰ্তন, সাজ-পোছাক আদি নিজে কিনি লয়। এনেবোৰ বস্তু কিনিবৰ বাবে মিচিং নাৰীয়ে পুৰুষৰ মুখলৈ চাই নাথাকে। মিচিং নাৰীৰ আয়ৰ তিনিটা প্ৰধান উৎসৰ ভিতৰত বৃক্চীং আবৃগো এটা। বাকী দুটা হ'ল পশুপালন আৰু বয়ন-শিল্প।

**১২.০০ ঃ পশুপালন ঃ**

পশু পালন কৰাটো মিচিং লোক-জীৱনৰ প্ৰাচীন পৰম্পৰা। প্ৰতিটো মিচিং পৰিয়ালে কৃষি-কাৰ্যৰ লগতে পশু-পালনো কৰে। তেওঁলোকে কৰা পশু-পালনৰ উদ্দেশ্য তিনিটা। প্ৰথমটো হ'ল এই যে মাছ বা মাংস অবিহনে তেওঁলোকে কোনো মাঙ্গলিক (যেনে—সকাম-নিকাম, পূজা-পাৰ্বন) আৰু সামাজিক অনুষ্ঠান পাতিব নোৱাৰে। মাছ-মাংস, বিশেষকৈ মাংস হৈছে তেওঁলোকৰ সকাম-নিকামৰ অপৰিহাৰ্য উপকৰণ। তদুপৰি দপান্-তৃঃপান্, পঃৰাগ্ আদিৰ দৰে সামাজিক অনুষ্ঠানতো মাংস নহলেই নহয়। আনকি অতিথি আপ্যায়নৰ কাৰণেও মাংসৰ প্ৰয়োজন। আত্মীয়-স্বজনক গাহৰি মাৰি খুৱাব পৰাটো মিচিং সমাজত গৌৰৱৰ বিষয়। সেই কাৰণে প্ৰতিটো মিচিং পৰিয়ালেই পৰম্পৰাগতভাৱে পশু-পালন কৰি আহিছে।

দ্বিতীয়তে, কুকুৰা, গাহৰি, ছাগলী আদি বিক্ৰি কৰি মিচিং নাৰীয়ে নিজৰ যাৱতীয় খৰচ উলিয়াই লয়। এইখিনিতে মন কৰিব লগীয়া বিষয় এই যে মিচিং সমাজত কৃষি-কাৰ্যৰ বাবে পোহা গৰু-ম'হ, ঘোঁৰা, হাতী আদিৰ বাহিৰে আন পোহনীয়া প্ৰাণীৰ তত্বাৱধান পুৰুষে নলয়। গাহৰি, কুকুৰা, ছাগলী আদিৰ তত্বাৱধান নাৰীয়েহে লয়। গাহৰি বা কুকুৰাৰ মাংস প্ৰতিটো ঘৰুৱা মাঙ্গলিক অনুষ্ঠানত অপৰিহাৰ্য যদিও কুকুৰা বা গাহৰি পালনত পুৰুষৰ ভুমিকা শূন্য।

তৃতীয়তে, কৃষি-কাৰ্য সম্পাদনৰ কাৰণে তেওঁলোকে গৰু-ম'হ পোহে। কিছুমান পৰিয়ালে গৰু-ম'হৰ উপৰিও হাতীও পোহে। হাতী হৈছে মিচিং সমাজত বিত্তশালীতাৰ পৰিচায়ক। সম্প্ৰতি এই ধাৰণাৰ অৱসান ঘটিছে।

সি যিকি নহওক, পোহনীয়া প্ৰাণীবোৰ আৱদ্ধ কৰি প্ৰতিপালন কৰাৰ পৰম্পৰা মিচিং সমাজত নাই। সেই কাৰণে মিচিং গাঁৱত ঘৰৰ চৌপাশ বেৰি লোৱাৰো প্ৰথা নাছিল। হেমিল্টনে কৈছে—"As a rule, they settle upon the newly-formed alluvial islets in the rivers, in which they fish, or upon the banks of the marshes, where they graze their goats, pigs, and cattle, and support themselves by raising crops of summer rice, mustard, millet, pulse, and sweet potatoes."৩৯

**১৩.০০ ঃ বয়ন-শিল্প ঃ**

মিচিং নাৰী বয়ন-শিল্পত কিমান দক্ষ তাক পৰম্পৰাগত মিচিং সাজ-পোছাকবোৰেই আঙুলিয়াই দেখুৱায়। তেওঁলোকে উৎপাদন কৰা প্ৰতিখন কাপোৰেই তেওঁলোকৰ ৰুচিবোধ, সৌন্দৰ্য-চেতনা আৰু শিল্প-নৈপুণ্যৰ স্বাক্ষৰ বহন কৰে। মিচিং নাৰীয়ে কাপোৰত হৃদয়ৰ কবিতা লিখিব পাৰে, সোণালী সপোন ৰচিব পাৰে





আৰু বাস্তৱৰ উকা পৃথিৱীখন সজীৱ আৰু বাংময় কৰি তুলিব পাৰে। তেওঁলোকে বিভিন্ন ৰঙৰ সমাহাৰ ঘটাই এখন কাপোৰ প্ৰেৰণাময় কৰি তুলিব পাৰে। মিচিং নাৰীৰ বয়ন-শিল্প নৈপুণ্য একক আৰু অনন্য। এই চহকী পৰম্পৰা মিচিং নাৰীয়ে প্ৰাচীন কালৰ পৰাই বৰ্তাই ৰাখিছে আৰু মিচিং জনগোষ্ঠীটোক প্ৰদান কৰি আহিছে বৰ্ণময় অস্তিত্ব।

দুপৰীয়া-সন্ধিয়া পথাৰৰ পৰা উভতি আহোঁতে মূৰত খৰিৰ বোজা, পিঠিত কেচুৰা আৰু হাতত পকাই অহা টাকুৰীৰ পৰাই অনুমান কৰিব পাৰি যে মিচিং নাৰী বয়ন-শিল্পৰ প্ৰতি কিমান নিষ্ঠাবান। মিচিং সকলে পূৰ্বত কপাহৰ খেতি কৰিছিল। বিশেষকৈ মিচিং তিৰোতাই 'ৰূক্চৌং' হিচাপে কপাহৰ খেতি কৰিছিল। কপাহৰ পৰা সূতা উলিয়াই মিচিং নাৰীয়ে সকলো প্ৰকাৰৰ লাগতিয়াল বস্ত্ৰ তৈয়াৰ কৰি লৈছিল। জাৰৰ দিনত বহু নিশালৈকে প্ৰৌঢ়া মিচিং তিৰোতাই জুশালৰ কাষত বহি 'পঃপি' (ডাঙৰ আকৃতিৰ টাকুৰী বিশেষ) ঘূৰাই 'গাদু অনৃন মনাম্' (জিম কাপোৰৰ বাবে সূতা কটা কাৰ্য) প্ৰথা আছিল। সম্প্ৰতি কপাহৰ খেতিও নাই আৰু সূতা কটা প্ৰথাও লোপ পাব ধৰিছে। তথাপি কোনো কোনো পৰিয়ালৰ তিৰোতাই বজাৰৰ পৰা কপাহ কিনি হলেও জিম কাপোৰ বয়।

'গাদু' হ'ল মিচিং তিৰোতাৰ অনন্য সৃষ্টি। জাৰৰ দিনত বিচনাত পৰিয়ালে লব পৰা ই এবিধ কোমল নোমযুক্ত গৰম কাপোৰ। ইয়াক অসমীয়াভাষী মানুহে 'মিৰিজিম' বুলি কয়। প্ৰকৃতাৰ্থত ই গৰম কাপোৰেই নহয় মিচিং সংস্কৃতিৰো প্ৰতীক। আগেয়ে প্ৰতিখন বিয়াতে দৰা-কন্যাক একোখনকৈ গাদু দিয়াটো নিয়ম আছিল। বিয়াত গাদু দিব নোৱাৰা পৰিয়ালক সমাজে হীন চকুৰে চাইছিল। এই ফালৰ পৰা ই সামাজিক প্ৰস্থিতি প্ৰদায়কো আছিল।

অতীতত বিবাহযোগ্যা ছোৱালীৰ প্ৰথম আৰু প্ৰধান চৰ্তটোৱেই আছিল—তেওঁ বয়ন-শিল্পত কিমান নিপুণ। বোৱা-কটা নজনা ছোৱালীৰ বিয়া সম্ভৱ নহৈছিল। সেই কাৰণে প্ৰতিজনী মিচিং ছোৱালীয়েই নিপুণ শিপিনী হব পাৰিছিল। বোৱা-কটা নজনাৰ কাৰণে লাজতে উৱাল মাৰি পিঠিত বান্ধি মিচিং ছোৱালী এজনীয়ে নৈত জাপ দি 'পৌতুকাৰিঃ' (শিহু) হ'ল বুলি লোক প্ৰবাদ এটা মিচিং সমাজত প্ৰচলিত।

পৰম্পৰাগত বয়ন-পদ্ধতিত মিচিং নাৰীয়ে তাঁতশাল ব্যৱহাৰ কৰা নাছিল। এমূৰে দুটা খুঁটি পুতি তাত পথালিকৈ মজবুত শলা এডাল দি তাৰপৰা সূতাখিনি টানি নিজৰ কঁকালত চামৰাৰ পেটিৰ দৰে কাপোৰ বান্ধি লৈ নিজৰ ভৰি দুখন মেলি সমতা ৰক্ষা কৰি কাপোৰ বৈছিল। সেই সময়ত বোৱা-কটাত সাধাৰণতে কপাহৰ পৰা উলিয়াই লোৱা 'নমৃগ্ অন্ন'ৰ ব্যৱহাৰ আছিল। সম্প্ৰতি নমৃগ্ অন্নৰ ঠাই

কলৰ সূতাই দখল কৰিছে। অতীতত ব্যৱহাৰ কৰা সঁজুলিবোৰৰ ভিতৰত 'য়াপা', 'তাত্ৰ্', 'কৌবুঃ তাঃলিঃ', বেঃলং, গুবং, তাংঙে আদিয়েই প্ৰধান আছিল। মিচিং সকলে অসমীয়াভাষী লোকৰ সংস্পৰ্শলৈ অহাৰ পাচত তেওঁলোকৰ পৰম্পৰাগত বয়ন-পদ্ধতিত ইযাৰ কিছুমান সমল সংযোজন কৰি ললে। ফলস্বৰূপে মিচিং নাৰীয়ে তাঁতশাল ব্যৱহাৰ কৰিবলৈ ললে আৰু তাৰ লগত জড়িত সঁজুলিবোৰো গ্ৰহণ কৰিলে। সেই কাৰণে ব'চুঙা, নাচনি, শলি, মাকো, বাঁচ, বাঁচ ভৰোৰা আদি সজুলিৰ নামবোৰ এতিয়াও অসমীয়া ভাষাতে আছে।

পূৰ্বে মিচিং নাৰীয়ে পুৰুষৰ উগন্-গালুগ্ (ধূতি-চোলা) বৈছিল। পুৰুষ সকলে 'গন্ৰ উগন্' নামৰ এবিধ ধূতি আৰু 'তবগ্ গালুগ্' নামে এবিধ চোলা পিন্ধিছিল আৰু সেইবোৰ মিচিং নাৰীয়ে প্ৰস্তুত কৰিছিল। বিয়াত দৰাই 'য়াম্ৰ উগন্' নামে এবিধ ধূতি আৰু কন্যাই 'য়াম্নৌ গালুগ্' নামে এবিধ ব্লাউজ পিন্ধিছিল। তদুপৰি 'মিবু' (দেওধাই)য়ে 'মিবু গালুগ্' নামে এবিধ চোলা পৰিধান কৰে। এইবোৰ মিচিং নাৰীৰ কলাত্মক প্ৰতিভাৰ সৃষ্টি। সাম্প্ৰতিক কালতো মিবু গালুগ্ প্ৰচুৰ প্ৰচলিত। 'দুমৌৰ্' (পাগুৰি মাৰিবৰ কাৰণে ব্যৱহাৰ কৰা এবিধ কাপোৰ)ও তেওঁলোকে বৈছিল।

বিঃৰি-গাচৌং আৰু আলিঃ-আঃয়ৌ লৃগাঙৰ সম্পৰ্ক অতি নিবিড়। অসমীয়া বিহুগীতত যিদৰে গামোচাখন গঁথা আছে সেইদৰে অই নিঃতমতো গঁথা আছে মিচিং গাভৰুৰ ৰিঃৰি-গাচৌংখনি। বৰ্তমান যুগত বিঃৰি-গাচৌঙৰ চাহিদা সকলো জনগোষ্ঠীতে বৃদ্ধি পোৱা পৰিলক্ষিত হৈছে। কেৱল সেয়ে নহয়; মিচিং নাৰীয়ে বোৱা 'তাপুম্ গাচৰ্' (এৰী চাদৰ) সকলো জনগোষ্ঠীৰ লোকৰ বাবে প্ৰিয়। মন কৰিব লগীয়া যে 'গাদু', 'ৰিঃৰি-গাচৌং' আৰু 'তাপুম্ গাচৰ্' —এই তিনিও বিধ কাপোৰেই জাৰত লোৱা কাপোৰ।

মিচিং নাৰীয়ে ব্যৱহাৰ কৰা কাপোৰৰ ভিতৰত 'কেৰবুং' বা 'মবুং এগে-গাচৰ্', 'গেৰ', 'ৰীকা', 'নিচৌগ্', 'চৌগ্‌ৰৌগ্' বা 'কেগ্‌ৰৌগ্' আদি বিশেষভাৱে উল্লেখযোগ্য। ইয়াৰ ভিতৰত 'গেৰ' নামৰ ৰঙীণ কাপোৰবিধ সাধাৰণতে পোৰাতী তিৰোতাই ব্যৱহাৰ কৰে। মিচিং নাৰীয়ে তেওঁলোকে প্ৰস্তুত কৰা কাপোৰত বুটা তুলিবৰ কাৰণে 'মিমাং'(আৰ্হি বা চানেকী) ব্যৱহাৰ কৰে।

মিচিং নাৰীয়ে কাপোৰত সকলো ৰং সফলভাৱে ব্যৱহাৰ কৰিলেও ৰঙা, কলা আৰু সেউজীয়াৰ প্ৰাধান্য দেখা যায়। সাম্প্ৰতিক কালত ব্যৱহাৰ কৰা ৰঙীণ সূতাবোৰ সহজলভ্য হোৱাৰ আগতে মিচিং নাৰীয়ে গছৰ ছাল-বাকলিৰ পৰা বিভিন্ন ৰং নিজে প্ৰস্তুত কৰি লৈছিল।

সকলো নহলেও বৰ্তমান ভালেসংখ্যক মিচিং নাৰীয়ে বয়ন-শিল্পক





জীৱিকাৰ পথ হিচাপে লৈছে। ফলস্বৰূপে পৰম্পৰাগত ভাৱে বিভিন্ন আধুনিক ডিজাইনত আৰু বিভিন্ন আকাৰত বজাৰত সুলভ কৰি তুলিছে।

১৪.০০ ঃ ধৰ্ম-বিশ্বাসৰ পৰম্পৰা ঃ

মিচিং সকলৰ লিখিত সাহিত্যৰ পৰম্পৰা নাই। তেওঁলোকৰ ধৰ্ম-বিশ্বাসৰ প্ৰবহনকাৰী লোক সাহিত্যৰ ধাৰাটো শ শ বছৰ ধৰি প্ৰজন্মৰ পৰা প্ৰজন্মলৈ মৌখিক ৰূপত মুখ বাগৰি আহিছে। তেওঁলোকৰ লোক সাহিত্যৰ ভঁৰাল অতি চহকী। লোক সাহিত্যত প্ৰতিফলিত হৈ আছে তেওঁলোকৰ সমাজ জীৱনৰ ছবি।

প্ৰকৃতপক্ষে ধৰ্ম সম্পৰ্কে বিদ্বান সকলে আগবঢ়োৱা সংজ্ঞাৰ বিতৰ্কৰ মাজত নোসোমোৱাকৈয়ে চমুকৈ এই কথা কব পাৰি যে সাধাৰণতে 'ধৰ্ম' বুলিলে যি সৃষ্টি-স্থিতি-প্ৰলয়ৰ দাৰ্শনিক তত্ত্ব সম্বলিত এক সুসংহত যাগ-যজ্ঞ, পূজা-পাতল আৰু লোকাচাৰ পদ্ধতিৰ কথা বুজোৱা হয় তেনে ৰূপত ধৰ্ম মিচিং সমাজত কাহানিও বিকশিত হোৱা নাছিল। তেওঁলোকৰ ধৰ্ম-বিশ্বাসৰ পৰম্পৰা প্ৰকৃততে সৃষ্টি-তত্ত্বৰ আধাৰত নহয়; বিকাশ বা বিবৰ্তন (Evolution)তত্ত্বৰ আধাৰতহে প্ৰতিষ্ঠিত। সেই কাৰণে মিচিং লোক বিশ্বাসত এনে এক দেৱতা বা দেৱীৰ অস্তিত্ব নাই যাক এই বিশ্ব-ব্ৰহ্মাণ্ডৰ সৃষ্টিকৰ্তা হিচাপে চিহ্নিত কৰিব পাৰি। কেৱল সেয়ে নহয়; দাৰ্শনিক তত্ত্ব অথবা পৰমাৰ্থিক জ্ঞানৰ অমূৰ্ত ধাৰণাবোৰ সুসংহত ৰূপত প্ৰকাশ কৰিবলৈ যি আনুষ্ঠানিক চৰ্চা আৰু বৌদ্ধিক পৰম্পৰাৰ প্ৰয়োজন তেনে কোনো ব্যৱস্থা মিচিং সমাজত গঢ়ি উঠা নাছিল। সৰ্বোপৰি তেনে পৰম্পৰা নোহোৱাৰ কাৰণে অমূৰ্ত ধাৰণাবোৰ প্ৰকাশ কৰিব পৰাকৈ মিচিং ভাষাত এতিয়াও শব্দ-সম্ভাৰৰ অভাৱ। আনকি সৃষ্টি, স্থিতি, প্ৰলয়, বিশ্ব-ব্ৰহ্মাণ্ড, নৰক, স্বৰ্গ, জন্মান্তৰ, পাপ, পুণ্য, ভগৱান, ধৰ্ম, আত্মা, পৰমাত্মা, জীৱ, যজ্ঞ আদি শব্দৰ মিচিং প্ৰতিশব্দ পাবলৈ নাই। যিকি নহওক, তেওঁলোকৰ লোক সাহিত্যই তেওঁলোকৰ ধৰ্ম-বিশ্বাসৰ কিছু হলেও আভাস দিয়ে।

মিচিং লোকবিশ্বাস অনুসৰি এই বিশ্ব-ব্ৰহ্মাণ্ডত অসংখ্য "উই " বা "উয়ু" (Spirits) (অশৰীৰী সত্তা)ই বিচৰণ কৰি থাকে। "উই" বা "উয়ু" শব্দই অশৰীৰী সত্তা, ভূত, প্ৰেতাত্মা, অপদেৱতা আদি বুজোৱাৰ ওপৰিও সকাম-নিকামৰ অৰ্থও প্ৰকাশ কৰে। এই 'উই'বোৰ আকাশ-বতাহ, জল-স্থল, পাহাৰ-ভৈয়াম, গছ-গছনি---এই সকলোতে বিদ্যমান। মানুহৰ ৰোগ-ব্যাধি, অপায়-অমঙ্গল, বেমাৰ-আজাৰ, বিপদ-বিঘিনি, দুৰ্ভাগ্য, দুৰ্ঘটনা, মৃত্যু আদি এই অশৰীৰী সত্তাবোৰৰ কোপদৃষ্টিৰ ফল। সেইবোৰেই বতাহ-বৰষুণ, ধুমুহা-বজ্ৰপাত আদিকো নিয়ন্ত্ৰণ কৰে। "উই" বা "উয়ু" (Spirit)বোৰক দুটা প্ৰধান ভাগত ভগাব পাৰি--- পুৰুষানুক্ৰমিক আৰু নৈসৰ্গিক।

পুৰুষানুক্ৰমিক উইবোৰ সাধাৰণতে মঙ্গলকাৰী (Benevolent); সিহঁতে উত্তৰ পুৰুষৰ অৰ্থাৎ সিহঁতৰ জীৱিত সতি-সন্ততি সকলৰ মঙ্গল কামনা কৰে আৰু সিহঁতৰ ৰক্ষণাবেক্ষণ দিয়ে যদিহে সিহঁতক সকাম-নিকাম পাতি সন্তুষ্ট কৰি ৰাখিব পৰা যায়। সিহঁতৰ সন্তুষ্টিৰ কাৰণে মিচিং সকলে 'উৰম্ আপিন্' (দহা), 'উৰম্' (উপৰিপুৰুষক পিণ্ড দিয়া সকাম), 'দদ্গাং' (আদ্যশ্ৰাদ্ধ) আদি পাতে। আনহাতে নৈসৰ্গিক উইবোৰ অমঙ্গলকাৰী (Malevolent); সিহঁতে অনবৰতে মানুহৰ অনিষ্ট সাধন কৰিবলৈ চেষ্টা কৰি থাকে। এই হিংসুক উই বোৰৰ ক্ৰোধ আৰু হিংসাকো সকাম-নিকামৰ দ্বাৰা প্ৰশমিত কৰি ৰাখিব পাৰি। সেই উদ্দেশ্যে মিচিং সকলে "দবৃৰ", "তালীং উই", "য়ুম্ৰাং উই" আদি পাতে।

ওপৰত উল্লেখ কৰা দুয়ো প্ৰকাৰৰ উইয়েই সন্তুষ্ট হলে মানুহৰ অপায়-অমঙ্গল সাধন নকৰে বা শস্যত বেমাৰ-আজাৰ, পোক-পৰুৱা আদি বিয়পাই নিদিয়ে। আনহাতে অসন্তুষ্ট হলে আনকি মঙ্গলকাৰী উইয়েও অপকাৰ সাধিব পাৰে।

মিচিং সকলৰ বিশ্বাস যে "য়াল" দুই প্ৰকাৰে প্ৰগত হব পাৰে। 'য়াল' শব্দৰ দুটা অৰ্থ হয়। প্ৰথমটো হৈছে "ছাঁ বা ছায়া, প্ৰতিবিম্ব" আৰু দ্বিতীয়টো হৈছে "ছাঁৰ দৰে আত্মা"। জীৱিত কালত এজন লোক নবিয়াত পৰাৰ কাৰণে বা অতিশয় ভয় খোৱাৰ কাৰণে বা নিদ্ৰাৰত অৱস্থাত তেওঁৰ য়ালটো দেহ ত্যাগ কৰি সাময়িকভাৱে বৰ্হিগমণ কৰিব পাৰে। তেনে অৱস্থাত য়াল যিকোনা দিশে গতি কৰি নৈ-নলা পাৰ হৈ বহুদুৰলৈ যাব পাৰে। য়ালৰ বৰ্হিগমণ বা প্ৰগমণ হলে সাধাৰণতে লোকজন বিভিন্ন ৰোগত আক্ৰান্ত হয়; কিন্তু চিকিৎসাই কোনো ফল নধৰে। দ্বিতীয়তে, মৃত্যুৰ সময়ত য়ালৰ প্ৰগমণ হয় স্থায়ীভাৱে। মৃত্যুৰ পাচত মৃতকৰ প্ৰগত য়ালটোৱে মানুহজনৰ ৰূপতে অদৃশ্যভাৱে ঘৰৰ আশে-পাশে ঘূৰি ফুৰি থাকে। কেতিয়াবা চিনাকি লোকৰ নিলগত হঠাতে দৃশ্যমান হৈ অন্তৰ্ধান হয়। তাক "লংয়িদ্" বোলা হয়। উৰম আপিন্ বা দদ্গাং পতাৰ পাচতহে তেনে য়ালই নিজৰ নিৰ্দিষ্ট ঠাইলৈ গতি কৰে।

এইখিনিতে প্ৰসঙ্গক্ৰমে উল্লেখ কৰিব পাৰি যে হিন্দুৰ আত্মাৰ ধাৰণা আৰু মিচিং সকলৰ "য়াল"ৰ ধাৰণা একে নহয়। হিন্দু বিশ্বাস মতে আত্মাই এটা শৰীৰ ত্যাগ কৰাৰ লগে লগে আন এটা শৰীৰত প্ৰৱেশ কৰে। অৰ্থাৎ আত্মাই মৃত্যুৰ ৰূপত এটা দেহ ত্যাগ কৰাৰ লগে লগে আন এটা দেহত জন্মৰ ৰূপত স্থিতি লৈ চক্ৰবৎ ঘূৰিবই লাগিছে এটা শৰীৰৰ পৰা আন এটা শৰীৰলৈ। কিন্তু মিচিং সকলৰ 'য়াল'ৰ ধাৰণা তেনে নহয়। প্ৰকৃতপক্ষে উপযুক্ত প্ৰতিশব্দৰ অভাৱতহে ইয়াত 'আত্মা' শব্দটো ব্যৱহাৰ কৰা হৈছে। দৰাচলতে, আহোম সকলৰ 'ডাম' আৰু মিচিং সকলৰ





'য়াল'ৰ ধাৰণাবহে সাদৃশ্য দেখা যায়। কিন্তু আহোম সকলৰ 'ডাম'এ 'ফি'লৈ উত্তৰণ কৰাৰ দৰে মিচিং সকলৰ 'য়াল'ই উত্তৰণ নকৰে।

স্বৰ্গ-নৰক আৰু জন্মান্তৰবাদৰ ধাৰণা মিচিং লোক বিশ্বাসৰ পৰম্পৰাত নাছিল। এনে ধাৰণা হিন্দুৰ প্ৰভাৱত পৰিহে মিচিং লোকবিশ্বাসতো গঢ় লৈ উঠিল। তেওঁলোকৰ লোক বিশ্বাসত স্বৰ্গ বা নৰকৰ ধাৰণা যিদৰে নাই সেইদৰে স্বৰ্গ বা নৰকৰ দেৱ-দেৱতাৰ ধাৰণাও নাই। তেওঁলোকৰ প্ৰধান উপাস্য সত্তা হৈছে "উই"।

এই বিশ্ব-ব্ৰহ্মাণ্ডৰ সৃষ্টিকৰ্তা কোন?—এই প্ৰশ্নৰ উত্তৰ মিচিং জনবিশ্বাসৰ পৰম্পৰাত স্পষ্ট ৰূপত পোৱা নাযায়। মিচিং লোকবিশ্বাস অনুসৰি "ৰুংনৌ-পৃনৌ" এই বিশ্ব-ব্ৰহ্মাণ্ডৰ সৃষ্টিকৰ্তা। কিন্তু কোন এই সৃষ্টিকৰ্তা? তেওঁৰ নামেইবা কি? এনে ধৰণৰ প্ৰশ্নৰ উত্তৰ মিচিং লোকবিশ্বাসত নাই। অৰ্থাৎ মিচিং লোকবিশ্বাসত সৃষ্টিকৰ্তা হিচাপে কোনো বিশেষ মূৰ্তিমান বা অমূৰ্ত চৰিত্ৰৰ অস্তিত্ব নাই যিদৰে হিন্দু, খৃষ্টান বা ইছলাম ধৰ্মত আছে। কাৰণ তেওঁলোকৰ বিশ্বাস মতে এই বিশ্ব-ব্ৰহ্মাণ্ডখন কোনো এক বিশেষ চৰিত্ৰই সৃষ্টি কৰা নাই; বৰঞ্চ এটা প্ৰহেলিকাময় শূন্যৰ পৰা বিবৰ্তন হৈহে আহিছে। এই প্ৰক্ৰিয়াত প্ৰতিটো প্ৰজন্মই পূৰ্বৱৰ্তী প্ৰজন্মৰ পৰা কণীৰ পৰা নিসিক্ত হৈ ওলোৱাৰ দৰে আবিৰ্ভাৱ ("পৃলেন্") হৈ আহিল। সেই কাৰণে এই কাৰ্যৰ কৰ্তা হিচাপে "ৰুংনৌ-পৃনৌ" (সৃষ্টি কৰ্তা)ৰ ধাৰণা অস্পষ্ট ৰূপত হলেও কৰি লৈছিল। কিন্তু নিৰ্দিষ্ট কৰি দিব পৰাকৈ কোনো চৰিত্ৰৰ অস্তিত্ব নাই।

মিচিং সকলে কোনো বিশেষ দেৱতা বা দেৱীক পূজা বা প্ৰাৰ্থনা নকৰে। মূৰ্তি পূজাৰ পৰম্পৰা তেওঁলোকৰ নাই। নিকটস্থ উপাস্য শক্তিৰূপে দংগ্ৰিং-পংলং, তাংত-য়াংয় (উপৰিপুৰুষ), ৰুংনৌ-পৃনৌ, ৰুগ্জি-মেংৰাং (কীট-পতঙ্গ) আদি সকলোৰে নাম সকাম-নিকামত স্মৰণ কৰে। কিন্তু তেওঁলোকৰ প্ৰশস্তি নাগায়; বৰঞ্চ সকলোকে সাক্ষীৰূপে থাকিবলৈহে স্মৰণ কৰে। উল্লেখ্য যে মিচিং সকলে প্ৰতিটো মাঙ্গলিক কাৰ্যতে দংগ্ৰিং-পংলক সাক্ষীৰূপে থাকিবৰ কাৰণে নিবেদন কৰে। আনকি শপত লোৱাৰ সময়তো দংগ্ৰিং-পংলৰ নাম লয়।

মিচিং সকলৰ বিশ্বাস মতে দংগ্ৰিং (সূৰ্য) আৰু পৌদং (বৰষুণ বা বৰুণ) পুৰুষ নহয়; প্ৰকৃতিহে। সেই কাৰণে তেওঁলোকে 'দংগ্ৰিং নাংনৌ' আৰু 'পৌদং নাংনৌ' অৰ্থাৎ যথাক্ৰমে সূৰ্যমাতৃ আৰু বৰুণ মাতৃ বুলিহে সম্বোধন কৰে। আনহাতে হিন্দুৰ বিশ্বাস মতে সূৰ্য আৰু বৰুণ দেৱতাহে। সেইদৰে জোন বা চন্দ্ৰ পুৰুষহে; প্ৰকৃতি নহয়। সেই কাৰণে তেওঁলোকে 'পংলং বাংবু' (চন্দ্ৰ পিতৃ) বুলি সম্বোধন কৰে।

মিচিং সকলে পাহাৰ এৰি ভৈয়ামলৈ প্ৰব্ৰজন কৰি অহাৰ পাচত

বিশেষকৈ শ্ৰীমন্ত শঙ্কৰদেৱৰ বৈষ্ণৱ আন্দোলনৰ ফলত হিন্দুৰ ধৰ্ম-দৰ্শনে তেওঁলোকক গভীৰভাৱে প্ৰভাৱিত কৰে। শ্ৰীমন্ত শঙ্কৰদেৱৰ শিষ্য সকলৰ ভিতৰত পৰমানন্দ মিচিং আছিল বুলি জনা যায়।

পৰমানন্দ মিৰি কুলে জন্মিলন্ত।
জয়ৰাম নাম ভোট কুলত ভৈলন্ত।।

কিন্তু মন কৰিব লগীয়া দিশ এই যে মিচিং লোক সমাজত শঙ্কৰোত্তৰ কালৰ কালসংহতি সম্প্ৰদায়েহে গভীৰ প্ৰভাৱ পেলোৱা লক্ষ্য কৰা যায়। সেই কাৰণে ডেল্টনে কৈছে—"The Miris in the plains have generally abandoned the vague religious notions of their ancestors, and adopted ideas put into their heads by the Assamese Gosains or Brahminical priests, that each of them chose to adopt as their Guru or spiritual instructor ; but all efforts on the part of the Hindus to wean them from their impure mode of living have utterly failed. They eat pig, fowl and beef, and drink spirits and beer, and have no caste notions about the preparation of food."[৪০] কিন্তু ডেল্টনে কোৱাৰ দৰে মিচিং সকলে পৰম্পৰাগত বিশ্বাস ত্যাগ কৰি হিন্দু ধৰ্মৰ আদৰ্শ গ্ৰহণ কৰা নাছিল। বৰঞ্চ স্বকীয় বিশ্বাসৰ ভেটিত কালসংহতিৰ আচাৰ-নীতিক সংযোজনহে কৰিলে। আনকি ব্ৰহ্মসংহতি সত্ৰৰ অধীনত দীক্ষা লৈয়ো মিচিং সমাজে কালসংহতিৰ ৰাতিসেৱা কিদৰে আচৰণ কৰি থাকিব পাৰিলে সেয়া আজিও বিতৰ্কৰ বিষয়।

সি যিকি নহওক, মিচিং সকলে কালসংহতি সম্প্ৰদায়ত দীক্ষিত হোৱাৰ ফলত তিলনি, সাতজনীয়া, নজনীয়া বা নপুৰুষীয়া, এঁকৈশ জনীয়া, আই সকাম, গোপিনী সবাহ আদি সকামবোৰ যোগ হ'ল, কিন্তু তেওঁলোকৰ পৰম্পৰাগত সকামবোৰ বাদ নিদিলে। অৰ্থাৎ উৰম্ আপিন্, দদ্গাং, উৰম্, দবৃৰ্ বা দবুৰ, তালৌং উই আদি লগতে উল্লিখিত সকামবোৰো সংযোজিত হ'ল। হিন্দুৰ প্ৰভাৱত পৰি মিচিং সকলৰ ধৰ্ম-বিশ্বাসৰ পৰম্পৰাত স্বৰ্গ, নৰক, জন্মান্তৰবাদ আদিৰ ধাৰণাও সংযোজিত হ'ল। বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ অগ্ৰগতিয়ে মিবুৰ ওপৰত থকা লোক-বিশ্বাস বহু পৰিমাণে হ্ৰাস কৰিলে যদিও সম্প্ৰতি দেশত দেখা দিয়া ধৰ্মৰ পুনৰোত্থানবাদৰ প্ৰভাৱে মিচিং সমাজকো স্পৰ্শ নকৰাকৈ থকা নাই।

**১৫.০০ ঃ সামাজিক জীৱন ঃ**

মিচিং সকলৰ সামাজিক জীৱন সবল পদ্ধতিৰে পৰিচালিত। সামূহিকতা, একাত্মীয়তা আৰু সহযোগিতা তেওঁলোকৰ সামাজিক জীৱনৰ বৈশিষ্ট্য। পৰিয়ালগত





কাম-কাজতো গএগ্ৰৰ সামূহিক যোগদান লক্ষ্য কৰা যায়। প্ৰকৃতপক্ষে পৰিয়াল হ'ল মিচিং সমাজৰ সামাজিক গাঁথনিৰ প্ৰাথমিক স্তৰ। যিকোনো সামাজিক কামতে প্ৰতিটো পৰিয়ালৰ পৰা একোজনকৈ সদস্যৰ অংশ গ্ৰহণ বিচৰা হয়। সমাজৰ বিভিন্ন কাম-কাজ সম্পাদনৰ কাৰণে এখন গাঁৱত সাধাৰণতে একোটাকৈ যুৱক-যুৱতীৰ অনুষ্ঠান থাকে। তাক 'মৃম্বৃৰ্-য়াঃমেঃ' বা 'য়াঃমেঃ- মৃম্বৃৰ্' বোলা হয়। সেইদৰে জ্যেষ্ঠ সকলৰো এটা সামাজিক অনুষ্ঠান থাকে। তাক 'কৌবাং' বোলা হয়।

**১৫.০১ ঃ মৃম্বৃৰ্-য়াঃমেঃ ঃ**

প্ৰতিখন মিচিং গাঁৱৰে যুৱক-যুৱতী সকলৰ 'য়াঃমেঃ-মৃম্বৃৰ্' বা 'মৃম্বৃৰ্-য়াঃমেঃ' নামৰ একোটা অনুষ্ঠান থাকে। এই অনুষ্ঠানৰ ডেকাবৰা, তিৰীবৰা, বাবৃগ্, চৌতাং আদি বিষয়-ববীয়া থাকে। কোনো কোনো গাঁৱত ডেকাবৰাৰ ওপৰত 'মিগম্ বৰা' পতাৰো প্ৰথা আছে। বিশেষভাৱে গাঁৱত 'পঃৰাগ্' উৎসৱ উদ্যাপন কৰিবলগীয়া হ'লে এজন মিগম্ বৰা পাতি লোৱাটো অপৰিহাৰ্য হৈ পৰে।

সি যিকি নহওক, ডেকাবৰাজনৰ দায়িত্ব হ'ল যুৱক সকলক সুশৃংখলিতভাৱে পৰিচালনা কৰা, তিৰীবৰাৰ কাম হ'ল যুৱতী সকলক পৰিচালনা আৰু নিয়ন্ত্ৰণ কৰা, বাবৃগৰ কৰ্তব্য হ'ল মানুহ গোটোৱা আৰু চৌতাঙৰ কাম হ'ল অনুশাসন ভঙ্গ কৰাজনক বেতেৰে প্ৰহাৰ কৰি শাস্তি দিয়া। এই অনুষ্ঠানৰ বিষয়-ববীয়া সকল গণতান্ত্ৰিকভাৱে নিৰ্বাচিত হয়।

গাঁৱৰ উৎসৱ-পাৰ্বন, মিদাং (বিবাহ), দদ্গাং (আদ্যশ্ৰাদ্ধ) আদি অনুষ্ঠিত কৰা কাৰ্যত এই অনুষ্ঠানটোৱে গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰে। কেৱল সেয়ে নহয় ; সামূহিক শ্ৰমদান 'বৃগ্ৰ' আৰু 'দাগ্লৌগ্' সংগঠিত কৰাৰ উপৰিও যুৱক-যুৱতী সকলৰ লঘু অপৰাধৰ বিচাৰ কাৰ্যও এই অনুষ্ঠানেই কৰে।

**১৫.০২ ঃ কৌবাং ঃ**

পৰম্পৰাগত প্ৰতিখন মিচিং গাঁৱতে একোখনকৈ 'কৌবাং' (গাওঁ সভা) আছিল। তেতিয়া কৌবাঙে সামাজিক-ৰাজনৈতিক অনুষ্ঠান হিচাপে কাম কৰাৰ উপৰিও প্ৰশাসন আৰু ন্যায়পালিকাৰ কামো কৰিছিল। 'গাঃম' অৰ্থাৎ গাঁৱৰ মূৰব্বী আছিল কৌবাঙৰো মূৰব্বী। গাঃমৰ বিষয়-বাব উত্তৰাধিকাৰ সূত্ৰে লাভ কৰিব নোৱাৰিছিল। ব্যক্তিত্ব, বৌদ্ধিক প্ৰতিভা আৰু বাক্চাতুৰ্য সম্পন্ন এজন লোকক গাঁৱৰ ৰাইজে 'গাঃম' ৰূপে নিৰ্বাচন কৰিছিল। গতিকে কৌবাঙৰ মূৰব্বীজনো গণতান্ত্ৰিকভাৱে নিৰ্বাচিত হৈছিল।

প্ৰতিখন গাঁৱৰ কৌবাঙেই স্বাধীন আৰু সাৰ্বভৌম আছিল। ই কাৰো তলতীয়া নাছিল। গাওঁখনৰ সুৰক্ষাৰ কাৰণে নীতি নিৰ্ধাৰণ কৰা, অপৰাধৰ বিচাৰ

কৰি ৰায়দান কৰা আৰু অপৰাধীক শাস্তি বিহা আদি কাৰ্যই আছিল কৌবাঙৰ প্ৰধান কৰ্তব্য। যুৱক-যুৱতী সকলৰ অনুষ্ঠান 'য়াঃমেঃ-মৃমৃবৃ' কৌবাঙৰ তলতীয়া আছিল যদিও কৌবাঙৰ শাখা নাছিল। বৰঞ্চ কৌবাঙৰ পৰিপূৰকৰ ভূমিকাহে পালন কৰিছিল। উল্লেখযোগ্য যে কৌবাঙত নাৰীৰ সদস্যপদ স্বীকৃত নহৈছিল। মন কৰিবলগীয়া যে প্ৰকৃতাৰ্থত সম্প্ৰতিও কৌবাঙৰ ঠাই পঞ্চায়তে দখল কৰিবলৈ সক্ষম হোৱা নাই।

**১৬.০০ ঃ উৎসৱ-পাৰ্বন ঃ**

মিচিং সমাজত পালিত হোৱা বিভিন্ন উৎসৱ-পাৰ্বনবোৰ সামাজিক আৰু ধৰ্মীয়—এই দুটা পৰিসৰৰ কোনোটোতে দৃঢ়ভাৱে সীমাৱদ্ধ কৰিব নোৱাৰি। প্ৰতিটো উৎসৱ-পাৰ্বনতে সামাজিক আৰু ধৰ্মীয়—এই দুয়োটা দিশৰে উপাদান প্ৰকট হৈ থাকে। তেনে উল্লেখযোগ্য সামাজিক উৎসৱৰ ভিতৰত 'আলিঃ-আঃয়ী লৃগাং' আৰু 'পঃৰাগ'ৰ নাম লব পাৰি।

**১৬.০১ ঃ আলিঃ-আঃয়ী লৃগাং ঃ**

*আলিঃ-আঃয়ী লৃগাং* বা সংক্ষেপে *আলিয়াই লৃগাং* বা *লৃগাং* হ'ল মিচিং সকলৰ কৃষি উৎসৱ। এই উৎসৱ পালনৰ অন্তৰালত ভূমিৰ উৰ্বৰতা বৃদ্ধি আৰু পৃথিৱীখনক শস্য সম্ভৰা কৰি তোলাৰ প্ৰয়াস অন্তৰ্নিহিত হৈ আছে। ড° লীলা গগৈৰ মতে "*অসমৰ গ্ৰাম্য আৰু কৃষি সংস্কৃতি মূলতঃ উৰ্বৰা বিশ্বাসৰ সংস্কৃতি। এই বিখ্যাত উৰ্বৰা মতবাদৰ বাটকটীয়া হ'ল অষ্ট্ৰিকসকল।*"৪১ কৃষিজীৱি মিচিং সকলে সম্ভৱতঃ ঝুম পদ্ধতিত খেতি কৰাৰ সময়ৰ পৰাই 'আলিঃ-আঃয়ী লৃগাং' বা 'আলিয়াই লৃগাং' বা 'লৃগাং' উৎসৱ পালন কৰি আহিছে। কাৰণ এই উৎসৱত ব্যৱহৃত সকলো সামগ্ৰীয়েই ঝুম পদ্ধতিৰ কৃষি-শস্য বা সামাজিক স্তৰৰ সেই অৱস্থাৰ লগত জড়িত। তাৰোপৰি উৎসৱটোৰ নামৰ শব্দগত অৰ্থয়ো তাকেই সূচায়। নামটোৰ শব্দগত অৰ্থ ব্যাখ্যা কৰিলে এনে ধৰণৰ হয়— 'আলিঃ' মানে আলুজাতীয় শস্য, মাটিত হোৱা আলু বা মূল। যেনে— চিংগালিঃ (শিমলু আলু), কাম্বালিঃ (তৰা আলু), আলিঃ (কাঠ আলু), পাগ্লিঃ (মিঠা আলু) ইত্যাদি। আনহাতে 'আঃয়ী' মানে গছত হোৱা ফল বা গুটি আৰু 'লৃগাং' মানে (লৃগ্ ধা. সিঁচ +আং প্ৰ. আগমন, আৰম্ভনি সূচোৱা>লৃগাং) সিঁচিবলৈ বা ৰুবলৈ আৰম্ভ কৰা কাৰ্য। অৰ্থাৎ এই উৎসৱটো বীজ ৰোপন কাৰ্যৰ আৰম্ভনি সূচাবৰ বাবে উদ্‌যাপন কৰা হয়।

মিচিং সকলে খৃষ্টীয় দ্বাদশ শতিকামানতে বৰ্তমানৰ ভগ্নীৰাজ্য অৰুণাচল প্ৰদেশৰ নাত্যুচ্চ পাহাৰ লানিৰ পৰা প্ৰব্ৰজন কৰি ব্ৰহ্মপুত্ৰ উপত্যকাৰ সমতল ভূমিলৈ নামি আহিছিল যদিও ভৈয়ামলৈ নামি অহাৰ পাচতো আনকি উনবিংশ শতিকাৰ প্ৰথমাৰ্ধলৈকে ক্ষেত্ৰান্তৰী পদ্ধতিতে কৃষি কাৰ্য সম্পাদন কৰিছিল। সেয়েহে, ভৈয়ামত





বসতি আৰম্ভ কৰি তেওঁলোকে এনে কিছুমান শস্য নিৰ্বাচন কৰি লৈছিল যাৰ কাৰণে স্থায়ী প্ৰস্তুতিৰ প্ৰয়োজন নহৈছিল। তেনে শস্যৰ ভিতৰত আহুধান, বৰধান, সৰিয়হ, গোমধান, কপাহ, মাহ, আলুজাতীয় শস্য ইত্যাদিয়েই উল্লেখযোগ্য। শালি ধানৰ খেতিৰ কাৰণে যিহেতু স্থায়ী প্ৰস্তুতিৰ প্ৰয়োজন, সেয়েহে তেওঁলোকে শালি খেতি নকৰিছিল। তাৰোপৰি শালি খেতিৰ পৰম্পৰা তেওঁলোকৰ সংস্কৃতিতে নাছিল। তেওঁলোকে শালিখেতিৰ পদ্ধতি অসমীয়া ভাষা-ভাষীৰ লোকৰ পৰাহে গ্ৰহণ কৰিছে। শালি ধানৰ নামবোৰেই তাৰ সাক্ষ্য বহন কৰে। এই সকলো দিশ চালি-জাৰি চাই মিচিং সমাজৰ কৃষি পদ্ধতিক তিনিটা প্ৰধান স্তৰত ভাগ কৰিব পাৰি - (ক) আলিঃআঃয়ী (মূল-বীজ) ৰোপন বা ঝুম স্তৰ, (খ) ক্ষেত্ৰান্তৰী বা অৰ্ধ-ঝুম স্তৰ আৰু (গ) স্থায়ী কৃষি-পদ্ধতিৰ স্তৰ। এই কালৰ পৰা চালে "আলিঃ-আঃয়ী লৃগাং" ঝুম স্তৰতেই সৃষ্টি হোৱা যেন লাগে। আনহাতে ভৈয়ামত অৰ্ধ-ঝুম আৰু অৰ্ধ-স্থায়ী পদ্ধতিত আহু ধান সিঁচাৰ বাবে মাঘ বা ফাগুন মাহেই উপযুক্ত সময়। বানপ্ৰৱণ অঞ্চল নহলে ফাগুন মাহেই উপযুক্ত সময়।

ফাগুন মাহৰ প্ৰথম বুধবাৰে মিচিং সকলে 'আলিয়াই লৃগাং' উৎসৱ উদ্‌যাপন কৰে। বুধবাৰটো শুভ দিন—এয়া মিচিং সকলৰ সৰল বিশ্বাস। সেই কাৰণে ভালেমান সামাজিক আৰু মাঙ্গলিক অনুষ্ঠান তেওঁলোকে বুধবাৰে পাতে। অৱশ্যে 'আলিঃ-আঃয়ী লৃগাং' বা চমুকৈ 'লৃগাং' উদ্‌যাপনৰ প্ৰস্তুতি প্ৰায় এপযেকমানৰ আগৰ পৰাই চলোৱা হয়। লৃগাঙত 'পঃৰ আপং' হে ব্যৱহাৰ কৰা হয়। এইবিধ আপং যিহেতু ছাঁইৰে তৈয়াৰ কৰা হয় আৰু পৰিপক্ক হবলৈকো সময় লাগে অধিক, সেয়েহে পূৰ্বৰ পৰাই প্ৰস্তুতি চলোৱা হয়।

আগেয়ে 'আলিঃ-আঃয়ী লৃগাং' উদ্‌যাপন উপলক্ষে কেইদিনমানৰ পূৰ্বেই চিকাৰ কৰাৰো পৰম্পৰা আছিল। চিকাৰত পোৱা মাংস গাঁৱৰ সকলো লোকক বিতৰণ কৰাৰ প্ৰথা আছিল। সেই মাংসখিনি সাধাৰণতে শুকুৱাই ৰখা হৈছিল। পৰবৰ্তী কালত সকলো গঞালোকে সামূহিকভাৱে মাছ মৰাৰ প্ৰথাও প্ৰচলিত আছিল। মাছখিনিকো শুকুৱাই ৰখা হৈছিল। কাৰণ শুকান মাছ বা মাংস লৃগাঙৰ অপৰিহাৰ্য উপকৰণ।

লৃগাঙৰ দিনা পুৱাতে উঠি জীয়ৰী-বোৱাৰী সকলে গা ধুই 'আম্পি আমবৃন' (বৰা চাউল) বা অন্য লাহী চাউল তৰা পাতেৰে সৰু সৰু টোপোলা কৰি বান্ধি সিজায়। এইদৰে পাতত দি সিদ্ধ কৰা ভাতক "পুৰাং" বা "পুৰাং আপিন্" বোলা হয়। পুৰাঙৰ লগত খাবৰ কাৰণে বিধে বিধে আঞ্জা ৰন্ধা হয় যদিও মাঙ্গলিক কাৰ্যৰ বাবে মাটি মাহত কচুৰ আগ, শুকান মাছ বা মাংস আৰু খাৰ দি ৰন্ধা হয়।

শুকান মাছখিনি কুঢ়ি বা চেনি (অৰ্থাৎ বগা ৰঙৰ বাকলি থকা ) মাছ হব লাগে। আঞ্জাত তেল ব্যৱহাৰ কৰা নহয় ; তেনে কৰিলে শস্য শুকাই যায় বুলি বিশ্বাস।

'লৃগ্‌গদ্' অৰ্থাৎ বীজ সিঁচাৰ মাঙ্গলিক কাৰ্য কৰিবৰ কাৰণে ঘৰৰ গৃহিনীয়ে পুৰাং, পঃৰ আপং, মাটি মাহৰ আঞ্জা, পাতত দিয়া শুকান মাছ বা মাংস, আদা, কপাহ, আগতে সংগ্ৰহ কৰি ৰখা পিঃৰ (মেগেলা)ৰ আগ কেইডালমান, আহু ধানৰ 'আম্‌নিঃ' (কঠিয়া) বা 'আমলিঃ' আদি এটা 'তৃগৃন' (হোৰা)ত যতনাই দিয়ে । উল্লেখযোগ্য যে 'আম্‌নিঃ' বা 'আম্‌লিঃ' শব্দটো মিচিং সকলে আহু ধানৰ খেতি কৰাৰ পাচতহে (আঃম প্ৰা. ধান +আলিঃ প্ৰা. সঁচ>আমলিঃ>আমনিঃ) এই ৰূপত আহিছে। সি যিকি নহওক, গৃহিনীয়ে যতনাই দিয়া সামগ্ৰীখিনি লৈ গৃহস্থই পথাৰৰ এচুকত বা (আজি-কালি) বাৰীৰ এচুকত এডোখৰ ঠাই কোৰেৰে চহ কৰি বীজ ৰোপনৰ মাঙ্গলিক কাৰ্য সম্পাদন কৰে। তেনে কৰোঁতে গৃহস্থই মিবু গালুগ (মিচিঙৰ দেওধাই 'মিবু'ৰে পিন্ধা চোলা), গনৰ উগন্ (মিচিং পুৰুষে পিন্ধা পৰম্পৰাগত ধুতি), দগ্‌নী (এবিধ বৃহৎ আকাৰৰ মণি) আদি পৰিধান কৰাৰ লগতে নুধুনা কপাহ দুই কাণত চুলিৰ ফাকত গুজি লয়। বীজ সিঁচাৰ পাচত ঠাইডোখৰৰ চাৰিওফালে পিঃৰৰ আগবোৰ গুজি পাতবোৰ একেলগে বান্ধি হোৰাত অনা প্ৰতিটো উপকৰণ অলপ অলপকৈ চাৰি চুকত দি 'পেতম-পেকিঃ' অৰ্থাৎ চন্দ্ৰ-সূৰ্য, আকাশ-পৃথিৱী, মেঘ-বৰষুণ আদিৰ ওপৰিও 'চিনৌমৌঃৰ' (উপৰিপুৰুষ) সকলৰ পৰা মাটিক সাৰুৱা কৰিবলৈ আৰু পথাৰৰ শস্য নদন-বদন কৰি তুলিবলৈ আশীৰ্বাদ বিচৰা কাৰ্য সম্পাদন কৰে। এই কাৰ্যক 'জুঃৰিঃ' বা 'জুঃৰিঃনাম' বুলি কোৱা হয়। কোনো কোনোৱে 'লৃগ্‌গদ্' কাৰ্য জুশালৰ চুকতে সমাপন কৰে। কোনো কোনোৱে আকৌ ঘৰৰ পিছফালে এডোখৰ মাটি পৰিষ্কাৰ কৰি আলিৰ দৰে অলপ ওখকৈ বান্ধি তাত পূৰ্বপুৰুষ সকলৰ নামত ভাগে ভাগে শুকান মাছ বা মাংস আৰু আদা মিহলাই তৈয়াৰ কৰা এবিধ মিশ্ৰণ অলপ অলপকৈ দি পঃৰ আপং ঢালি এই কাৰ্য পিণ্ডদান প্ৰক্ৰিয়াৰে সমাপন কৰে।

সি যিকি নহওক 'লৃগ্‌গদ' কাৰ্য সমাপন কৰি গৃহস্থই ঘৰলৈ ঘূৰি আহি ভোজন কৰাৰ লগে লগে ঘৰখনত ভোজ-ভাত আৰু আপঙৰ পয়োভৰ হয়। সেইদিনা প্ৰতি ঘৰতে পুৰাং, আঞ্জা, আপং আদিৰ প্ৰাচুৰ্য। কোনেও কাকো নিমন্ত্ৰণ নকৰে; কিন্তু হিংসা-বিদ্বেষ থাকিলেও সেইবোৰ পাহৰি সেইদিনা প্ৰত্যেকে প্ৰত্যেকৰ ঘৰত নিজে নিজে গৈ লৃগাং খায়। ল'ৰা-ছোৱালীবোৰে ঘৰে ঘৰে পুৰাং খাই ফুৰে, বয়সস্থ সকলে ঘৰে ঘৰে আপং খাই ফুৰে। এইখিনিতে মন কৰিবলগীয়া দিশ এই যে লৃগাঙত সাধাৰণতে শুকান মাছ বা মাংসৰ ব্যৱহাৰ দেখা যায়। বীজ ৰোপন





কাৰ্যৰ পৰা আৰম্ভ কৰি অতিথি শুশ্ৰূষাৰ উপকৰণলৈকে শুকান মাছ বা মাংসৰ প্ৰাধান্য দেখা যায়। ৰোপিত শস্যৰ উৎপাদনৰ প্ৰাচুৰ্য কামনাত মাছ বা মাংস ব্যৱহাৰ কৰাটো অন্যান্য জনগোষ্ঠীৰ লোকবিশ্বাসতো পৰিলক্ষিত হয়। কিন্তু শুকান মাছৰ ব্যৱহাৰ দেখা নাযায়। গতিকে মিচিং সকলৰ শুকান মাছ আৰু মাংসৰ ব্যৱহাৰৰ অন্তৰালত উৎপাদনৰ প্ৰাচুৰ্য লাভৰ প্ৰয়াসৰ লগতে খাদ্য সংৰক্ষণৰ তাৎপৰ্যও অৰ্ন্তনিহিত হৈ থকা যেন লাগে।

সন্ধিয়াৰ পৰা আৰম্ভ হয় 'গুম্‌ৰাগ্ চঃমান' (বিহু)। কোনো কোনো গাৱঁত গাঁৱৰ মুখীয়ালজনৰ ঘৰৰ পৰা বিহু আৰম্ভ হয়। আগেয়ে 'গাঃম' (গাৱঁৰ মুখীয়াল)ৰ ঘৰৰ পৰাই বিহু আৰম্ভ হৈছিল। আজি-কালি গ্ৰাম্য সমাজকো পদমৰ্যাদাৰ প্ৰশ্নই জটিল কৰি তোলাত গাঁৱৰ ইমূৰৰ পৰা সিমূৰলৈ বিহু মৰাৰ নিয়ম হ'ল।

ঢোলত চাপৰ পৰে - "গুম্‌ৰাগ্ গুম্‌ৰাগ্ কেকনলক্ গুম্‌ৰাগ্।" লগে লগে "বৃঃবৃগ্" বা "বৃব্‌দুগ্" (ঋতুগত) "নিঃতম্" (গীত)ৰ সুললিত সুৰে আকাশ-বতাহ মুখৰিত কৰি তোলে। এজন ডেকাই আঁত ধৰি গীতটি জুৰাৰ লগে লগে বাকী ডেকা-গাভৰু সকলেও ইজনে সিজনৰ হাতে হাতে ধৰি সমস্বৰে গায়। এক বিশেষ ভঙ্গীত ঢোলৰ চেৱে চেৱে হালি জালি চক্ৰাকাৰে নাচিব ধৰে। তালে তালে ছন্দময় হৈ উঠে গৃহস্থৰ চোতাল। 'দুম্‌দুম্' (ঢোল), 'লুঃপি' (তাল), 'পেম্পা' (পেঁপা), 'গুংগা' (গগনা), 'লৌঃনঃ-মাৰ্‌বাং' (বৰকাঁহ) আৰু নিঃতমৰ সমলয় ধ্বনিত স্বৰ্গীয় আনন্দৰ বন্যা প্ৰবাহিত হয় গৃহস্থৰ চোতালখনত। আবাল-বৃদ্ধ-বনিতা সকলেও এপাক নাচি জড়তা নাইকিয়া কৰে ইয়াতেই। এইদৰে অবিৰাম বিহু মৰাৰ পাচত এটা সময়ত গৃহস্থই সপৰিয়ালে ওলাই আহে এখন শৰাই, একলহ চকা পঃৰ আপং, আঞ্জা, পুৰাং,তৰাপাত আদি লৈ ৰাইজৰ আশীবাদ লবলৈ । ৰাইজ বৃত্তাকাৰে বহি পৰে। 'দঃগ্ৰিও'-'পঃল' (সূৰ্য-চন্দ্ৰ), 'ৰুঃনৌ-পৃনৌ' (সৃষ্টিকৰ্তা), 'চিনৌমঃৰ' (উপৰি পুৰুষ) আদিক সাক্ষী কৰি ৰাইজে গৃহস্থক আশীৰ্বাদ দি গৃহস্থই দিয়া আপং, পুৰাং আদি খাই গুচি যায় অন্য এঘৰত বিহু মাৰিবৰ বাবে। এইদৰে গাৱঁৰ প্ৰতিঘৰতে বিহু মৰাটো নিয়ম। গাঁৱৰ কোনো এঘৰকে বিহু নমৰাকৈ বাদ দিব নাপায়। তেনে কাৰ্যই ৰাইজে সেইঘৰক বেয়া পোৱা সূচায়। তেনে ক্ষেত্ৰত দোষ মৰিষণৰ কাৰণে সংশ্লিষ্ট পৰিয়ালে ৰাইজক ভোজ-ভাত খুৱাই জৰিমনা দি ক্ষমা খোজাৰ নিয়ম।

সি যিকি নহওক, এইদৰে বিহু মাৰি পোৱা ধন আৰু সামগ্ৰীৰে গাঁৱৰ এঘৰত ৰাজহুৱা প্ৰীতিভোজৰ আয়োজন কৰা হয়। ইয়াক "দপান্-তৃঃপান্" বোলে। কোনো কোনো অঞ্চলত এদিন অবিৰাম বিহু মাৰি পিছদিনাখনেই, আৰু কোনো কোনো অঞ্চলত বিহুৰ তৃতীয় দিনা এই "দপান্-তৃঃপান্"ৰ আয়োজন কৰা হয়। চতুৰ্থ দিনা

গছ কটা, মাটি খন্দা, পথাৰত জুই জ্বলোৱা, মাছ ধৰা, ভজা-পোৰা কৰা আদি কাৰ্য নিষিদ্ধ। অৰ্থাৎ সেইদিনা গেনা পালন কৰা হয়। পঞ্চম দিনা "লৃংলেন্" অৰ্থাৎ লৃগাঙৰ বিদায় কাৰ্য সেই বছৰৰ বাবে সম্পন্ন কৰা হয়। আগেয়ে এই কাৰ্য উপলক্ষে "ৰুগ্‌বাদ্" অৰ্থাৎ চিকাৰ কৰি আগবঢ়াই দিয়া প্ৰথা আছিল। চিকাৰত কিবা এটা মাৰিব পাৰিলে "চেঃদিঃ" বা "কেদেঃ নাঃনৌ" (বসুমতী মাতৃ) সন্তুষ্ট হয় বুলি বিশ্বাস আছিল। সম্প্ৰতি এই প্ৰথা লোপ পাব ধৰিছে।

**১৬.০২ ঃ পঃৰাগ্ ঃ**

'পঃৰাগ্' হ'ল মিচিং সকলৰ সামাজিক আৰু ধৰ্মীয় উৎসৱ। আলিঃ-আঃয়ৗ লৃগাঙৰ দৰে ইও এক কৃষিভিত্তিক উৎসৱ। বীজ ৰোপনৰ আৰম্ভনি সূচাবৰ বাবে যিদৰে আলিঃ-আঃয়ৗ লৃগাং বা লৃগাং উৎসৱ পালন কৰা হয় ঠিক সেইদৰে খেতি চপোৱা কাৰ্যৰ সমাপ্তিত গঞা-জ্ঞাতি আৰু আত্মীয়-স্বজনৰ মিলন আৰু ৰং-ধেমালিৰ লগতে সামূহিকভাৱে গাওঁবাসীৰ মঙ্গল কামনা কৰাৰ অৰ্থে এই উৎসৱ পালন কৰা হয়। সেই কাৰণে ইয়াক অসমীয়া ভাষী লোকে 'নৰাচিগা বিহু' বোলে। কিন্তু লৃগাঙৰ দৰে প্ৰতি বছৰে এই উৎসৱ পালন কৰা নহয়। প্ৰায় ৫ বছৰৰ পৰা ১০ বছৰৰ অন্তৰে অন্তৰেহে এই উৎসৱ পালন কৰা হয়। তাৰ প্ৰধান কাৰণ হ'ল ই বৰ ব্যয়বহুল অনুষ্ঠান। ইয়াক সাধাৰণতে মাঘ মাহত পতা হয়। এই উৎসৱ পালন কৰিবলৈ হলে এটা 'মৃৰং' বা 'মুৰং' (ডেকা-গাভৰু চাং) অপৰিহাৰ্য।

প্ৰতিখন মিচিং গাঁৱত এটা মৃৰং থকাটো প্ৰাচীন পৰম্পৰা আছিল। কিন্তু আজি-কালি পঃৰাগ্ উৎসৱ উদ্‌যাপন কৰিবলৈহে মৃৰং সজা হয় বুলিব পাৰি। প্ৰাচীন কালত যুৱক-যুৱতী সকলে, বিশেষকৈ যুৱক সকলে গাঁৱৰ প্ৰতিৰক্ষাৰ দায়িত্ব পালন কৰিছিল। শত্ৰু আৰু বন্য প্ৰাণীৰ আক্ৰমণৰ পৰা গাওঁখন সুৰক্ষিত কৰি ৰাখিবৰ বাবে যুৱক সকলে মৃৰঙতে ৰাতি শয়ন কৰিছিল। তৰুণ চন্দ্ৰ পামেগামৰ মতে "*মিচিং সকলৰ মুৰং ঘৰ অকল ডেকা চাঙেই নহয়, ই ডেকা আৰু গাভৰু উভয়ৰে চাং।*"[৪২] অৰ্থাৎ মন্তব্যই এইটোকে প্ৰতীয়মান কৰে যে একালত মৃৰং ঘৰত মিচিং যুৱক আৰু যুৱতী উভয়েই সময় সাপেক্ষে ৰাতি শয়ন কৰাৰ প্ৰথা আছিল। মৃৰং ঘৰ বুলি উল্লেখ নকৰিলেও এই ব্যৱস্থাকেই ডেল্টনে কৈছে এইদৰে— "At one season of the year the adult unmarried males and females of a village spend several days and nights together in one large building, and if couples manage thus to suit each other, they pair off and marry."[৪৩] ডেল্টনৰ এই উক্তিয়ে স্পষ্ট কৰি দিয়ে যে মিচিং যুৱতী সকলে সকলো সময়তে মৃৰংঘৰত ৰাতি শয়ন কৰা নাছিল, বছৰটোৰ ভিতৰত





বিশেষ এটা ঋতু বা সময়তহে তাত শয়ন কৰিছিল। এতেকে তৰুণ চন্দ্ৰ পামেগাম আৰু ই, টি, ডেল্টনৰ উক্তিৰ ভিত্তিত এই সিদ্ধান্তত উপনীত হব পাৰি যে মৃৰং বা মুৰং মানে মিচিং সকলৰ ডেকা চাং বা গাভৰু চাং নহয়; বৰঞ্চ ডেকা-গাভৰু চাংহে। এই ডেকা-গাভৰু চাঙত আগেয়ে সকলো ধৰণৰ সামাজিক কামেই সমাপন কৰা হৈছিল। কৌবাঙৰ বৈঠক, বিচাৰ সভা আদিও এই মৃৰঙতে অনুষ্ঠিত কৰা হৈছিল।

পঃৰাগ্ উৎসৱ মৃৰংঘৰত পতা হয়। এই উৎসৱটো ব্যয়বহুল উৎসৱ। প্ৰতি বছৰে ইয়াক পালন কৰাটো সম্ভৱ নহয়। ইয়াক সাধাৰণতে গাঁৱৰ য়াঃমেঃ-মৃমবৃৰ্ অনুষ্ঠানটোৱে আয়োজন আৰু উদ্‌যাপন কৰে। কিন্তু ইয়াৰ উদ্‌যাপনৰ পৰিসৰ কেৱল ডেকা-গাভৰুৰ মাজতে সীমাবদ্ধ হৈ নাথাকি ল'ৰা-ছোৱালীৰ পৰা আৰম্ভ কৰি বৃদ্ধ-বৃদ্ধালৈকে সম্প্ৰসাৰিত হয়। সম্প্ৰতি সকলো গাঁৱে পঃৰাগ্ উৎসৱ পালন নকৰে। যিবোৰ গাঁৱে এই উৎসৱ পালন কৰে সেই গাওঁবোৰৰ য়াঃমেঃ-মমবৃৰ্ অনুষ্ঠানত ডেকাবৰা আৰু তিৰীবৰাৰ উপৰিও 'মিগম্ বৰা' আৰু 'বৰপুৱাৰী' নামে যথাক্ৰমে এজন প্ৰৌঢ় পুৰুষ আৰু এজনী অবিবাহিতা গাভৰুক বিষয়-ববীয়া পাতে।

য়াঃমেঃ-মৃমবৃৰ্ অনুষ্ঠানে এই উৎসৱ পাতিবৰ বাবে এবছৰ বা দুবছৰমানৰ পৰাই প্ৰস্তুতি চলায়। কেইটামান গাহৰি পোৱালি কিনি কেইজনীমান গাভৰুক একোটাকৈ পুহিবৰ বাবে এই অনুষ্ঠানে দায়িত্ব অৰ্পন কৰে। তদুপৰি পুঁজি সংগ্ৰহৰ বাবে এই অনুষ্ঠানে খেতি লগোৱা আৰু চপোৱাৰ সময়ত 'দাগ্‌লৌগ্' (সামূহিক শ্ৰমদান)ৰ ব্যৱস্থা কৰে। সামূহিক শ্ৰমদানৰ যোগেদি সংগৃহীত শস্য বা ধন ৰাজহুৱা পুঁজিত জমা হয়।

উৎসৱৰ দিন চমু চাপি অহাৰ লগে লগে সমগ্ৰ গাওঁখনেই উৎসৱ মুখৰ হৈ পৰে। পুৰুষ সকলে মৃৰংঘৰ সজোৱা, পঃবৰৰ তাঃচুগ্ সজা, মিনম্ (অতিথি) দলসমূহক নিমন্ত্ৰণ কৰা, খৰি সংগ্ৰহ কৰা, বনৰীয়া শাক বোটলা আদি কামত দলে দলে ব্যস্ত হৈ পৰে। গাভৰু সকলেও শ শ টোপোলা আপং বনোৱা, খৰি গোটোৱা, বনৰীয়া শাক বোটল্যা আদি কামত ডেকা সকলৰ লগতে ব্যস্ত হৈ পৰে। প্ৰায় চাৰি পাঁচখনমান অন্য গাঁৱৰ ৰাইজক 'মিনম্' হিচাপে নিমন্ত্ৰণ কৰা হয়। তদুপৰি গাওঁখনৰ পৰা অন্য গাঁৱলৈ বিয়া দিয়া প্ৰতিগৰাকী 'জীয়ৰী'কে তেওঁলোকৰ পৰিয়াল সহ আমন্ত্ৰণ জনোৱা হয়। এই সকলক কিন্তু 'মিনম' বুলি কোৱা নহয়; 'জীয়ৰী' বুলিহে কোৱা হয়।

পঃৰাগ্ উৎসৱ সাধাৰণতে বুধবাৰে আৰম্ভ কৰি পাঁচ-ছদিন ধৰি উদ্‌যাপন কৰা হয়। প্ৰথম দিনা অৰ্থাৎ বুধবাৰৰ দিনা মিগম্ বৰা আৰু বৰপুৱাৰীক তেওঁলোকৰ যিকোনো এজনৰ ঘৰৰ পৰা 'গুমৰাগ্' নাচৰ যোগেদি 'য়াম্‌নাম্' (শোভাযাত্ৰা) কৰি

আগবঢ়াই আনি মৃৰংঘৰলৈ অনা হয়। তাৰ পাচত প্ৰতিটো মিনম্ দলকে মৃৰংঘৰলৈ একেটা পদ্ধতিৰে বাটৰ পৰা আদৰি অনা হয়। এই কাৰ্যক 'মিনম্ য়াম্নাম্' (অতিথি আদৰণি) বুলি কোৱা হয়। সেই দিনা মৃৰংঘৰত বিশেষভাৱে ভোজ-ভাতৰ আয়োজন কৰা নহয়। মাজনিশাৰ পৰা 'তাঃচুগ'ত আপং ভৰোৱা আৰু 'পঃবৰ্ কাদ্নাম্' কাৰ্য আৰম্ভ হয়। পঃবৰত প্ৰথমে ঢালিব লগীয়া পানী আনিবৰ বাবে আৰু পঃবৰত ঢালিবৰ বাবে পিতৃ-মাতৃ জীয়াই থকা অপুষ্পিতা ছোৱালী দুজনীমান বাছি লোৱা হয়। মিনম্ সকলৰ উপস্থিতি আৰু সহযোগত মিগম্ বৰা আৰু বৰপুৱাৰীৰ নেতৃত্বত আনুষ্ঠানিকভাৱে পঃবৰত প্ৰথমে পানী ঢলা কাৰ্য সম্পন্ন কৰাৰ পাচত সকলোৱে মিলি মৃৰংঘৰটোৰ চাৰিওফালে গুম্ৰাগ্ নাচ নাচি নাচি পাঁচবাৰ প্ৰদক্ষিণ কৰে। পঃবৰত পানী ঢলাৰ পাচত প্ৰথম টোপাল আপং তলৰ পাত্ৰত নপৰা পৰ্যন্ত মিনম্ সকলৰ লগত গাঁৱৰ ডেকা-গাভৰু সকলে অবিৰাম বিহু মাৰি থাকে।

পঃবৰৰ প্ৰথম টোপাল আপং তলৰ পাত্ৰত পৰাৰ লগে লগে উপস্থিত হয় 'এঃগ্ মান্নাম্' (গাহৰি উৎসৰ্গা)ৰ সময়। প্ৰথমে উৎসৰ্গা কৰা গাহৰি চেঁউৰী হবই লাগিব। বাঁহৰ চোকা শলাৰে কলিজা বিদীৰ্ণ কৰি গাহৰিজনীক উৎসৰ্গা কৰা হয়। উৎসৰ্গাৰ সময়ত উপস্থিত ৰাইজে সমস্বৰে 'ৰৌঃবাদ্‌লৃগ্‌নাম্' (ৰাজহুৱাভাৱে উপাস্য সত্তাক কৰা স্মৰণ) কৰে। তেনে কৰোঁতে সকলোৱে চন্দ্ৰ-সূৰ্য, মেঘ-বৰষুণ, মৃতকসকলৰ পৰিয়াল আদিক স্মৰণ কৰি সাক্ষীৰূপে থকাৰ লগতে গাঁৱৰ খেতি-বাতি, গৰু-ম'হ, জীৱ-জন্তুক ৰোগ-ব্যাধিৰ পৰা ৰক্ষা কৰি গাওঁখনৰ আবাল-বৃদ্ধ-বনিতালৈকে সকলো লোককে কুশলে মঙ্গলে ৰাখিবলৈ মিনতি জনায়। গাহৰিজনীক সেইদৰে বুকু বিদীৰ্ণ কৰি বধ কৰোঁতে যিডাল জোঙা বাঁহৰ শলা ব্যৱহাৰ কৰা হয় সেইডাল মিগম্ বৰাই সোঁহাতেৰে আৰু বৰপুৱাৰীয়ে বাওঁহাতেৰে ধৰাটো বা চুই দিয়াটো প্ৰচলিত নিয়ম। এইদৰে আৰু দুটামান গাহৰি উৎসৰ্গা কৰাৰ পাচত বাকীবোৰ সাধাৰণ পদ্ধতিৰে বধ কৰা হয়।

দ্বিতীয় দিনা মিনম্ সকলক ভোজন কৰোৱা হয়। ৰাইজে আপং আৰু মাংসৰ প্ৰাচুৰ্যৰ মাজত মিনম্ সকলক পৰিতৃপ্ত কৰি 'গুম্ৰাগ্' নাচৰ যোগেদি বাটলৈকে আগবঢ়াই বিদায় দিয়ে। তৃতীয় দিনা 'জীয়ৰী' সকলক ভোজন কৰোৱা হয়। চতুৰ্থ দিনা বোৱাৰী অৰ্থাৎ গাঁৱৰ বিবাহিতা তিৰোতা সকলক ভোজন কৰোৱা হয়। পঞ্চম আৰু ষষ্ঠ দিনা গাঁৱৰ সাধাৰণ ৰাইজে ভোজন কৰে। পঃৰাগ্ উৎসৱ উদ্‌যাপন কাৰ্য-সূচীৰ অন্তত ৰাইজে গুম্ৰাগ্ নাচৰ যোগেদি মিগম্ বৰা আৰু বৰপুৱাৰীক তেওঁলোকৰ যিকোনো এজনৰ ঘৰত আগবঢ়াই থয়গৈ। সেইদিনা দুয়োগৰাকী বিষয়-ববীয়াই মিলি নিজৰ ফালৰ পৰা এটা গাহৰি মাৰি ৰাইজক ভোজন কৰায় আৰু পঃৰাগ্





উদ্‌যাপনত হৈ যোৱা দোষ-ত্ৰুটিৰ বাবে ৰাইজৰ ওচৰত ক্ষমা ভিক্ষা কৰে।

**১৬.০৩ ঃ বিহু বা বিউ ঃ**

মিচিং সকলে ভৈয়ামলৈ প্ৰব্ৰজন কৰি অহাৰ পাচত ইয়াৰ বিভিন্ন জনগোষ্ঠীৰ লোকৰ লগত কৰা শতাব্দী জোৰা সহাৱস্থান আৰু সাংস্কৃতিক বিনিময়ৰ ফলস্বৰূপে তেওঁলোকৰ স্বকীয় সাংস্কৃতিক পৰম্পৰাৰ লগত ভৈয়ামৰ বহুত সাংস্কৃতিক উপাদান সংযোজিত হয়।

**১৬.০৩.০১ ঃ ৰঙালী বিহু বা ব'হাগ বিহু ঃ**

কৃষিজীৱি জনগোষ্ঠী হিচাপে মিচিং সকলৰ কেঁচা মাটিৰ লগত, গছ-পাতৰ লগত, ৰিব্ ৰিব্ মলয়াৰ লগত, বনফুলৰ লগত সম্পৰ্ক গভীৰ আৰু নিবিড়। ৰঙালী বিহু তেওঁলোকৰ নিজা উৎসৱ নহয় যদিও ভৈয়ামলৈ নামি অহাৰ পাচত তেওঁলোকে দেখিলে যে প্ৰকৃতি জগতখনে ৰং সলোৱাৰ সময়তে উন্মাদনাময় এটা মাহত পৃথিবীখন পত্ৰে-পুষ্পে সুশোভিতা হোৱাৰ যাদুকৰী মুহূৰ্ততে ৰঙালী বিহু পালন কৰা হয়। প্ৰকৃতিৰ মুক্ত সন্তান মিচিং সকলে সেই কাৰণে চেনেহৰ উমেৰে তাক আপোন কৰি ললে।

বিহুক মিচিং সকলে "বিউ" বোলে। ওপৰত কৈ অহা হৈছে যে বিহু বা বিউ মিচিং সকলৰ নিজা কৃষি উৎসৱ নহয়। কিন্তু ই মিচিং সমাজত এক স্বকীয় ৰূপ পৰিগ্ৰহ কৰি আহিছে। ইয়াত গোৱা পদ, গীত আৰু নচা নৃত্যৰ ভঙ্গীবোৰ মিচিং সমাজে নিজা ৰূপত সজাই পৰাই লৈছে আৰু থলুৱা সাজত পৰিশোধিত কৰি লৈছে। ঢোলৰ চাপৰো নিজা। সাধাৰণতে দুই প্ৰকাৰৰ পদ গোৱা শুনা যায়। এবিধ গোৱা হয় হুঁচৰি গাওঁতে আৰু আনবিধ গোৱা হয় বিহু উৰুৱাওঁতে। পদবোৰ (প্ৰকৃততে পদ বোলা টান) অসমীয়াত গোৱা হয় যদিও সেইবোৰৰ উচ্চাৰণ মিচিং সাজত কৰা হয় আৰু মাজে মাজে মিচিং শব্দ সংযোজন কৰা হয়। কিছুমান শব্দ আকৌ মিচিং নে অসমীয়া তাক ঠাৱৰ কৰাই কঠিন হৈ পৰে।

গৰু বিহুৰ দিনা পুৱা নৈত গৰুক গা ধুওৱাৰ নিয়ম মিচিং সমাজতো প্ৰচলিত। সেইদিনা গা ধোৱাওঁতে আগৰাতি বিশেষ পদ্ধতিৰে কেইবাডলীয়া শলাত সী ৰখা লাউ, বেঙেনা, থেকেৰা আৰু 'কেতকুৰি' (কেতুৰি) আদিৰ টুকুৰাবোৰ গৰুৰ গালৈ দলিয়াই 'লাউ কোৱা' (লাউ খা), 'বেঙেনাং কোৱা' (বেঙেনা খা), 'তেকেৰাং কোৱা' (থেকেৰা খা) আদি ধ্বনি দিয়া হয়। উল্লেখযোগ্য যে গৰুক গা ধুওৱা কাৰ্য কেৱল পুৰুষ সকলেহে কৰে। সেইদিনা গৰুক এছাৰিৰ পৰিবৰ্তে দীঘলতিৰে খেদা হয়। গধূলি গোহালিত সুমুৱাওঁতে (অথবা চাঙৰ তলত বন্ধাৰ আগতে) তৰাপাতৰ আঁহেৰে এসপ্তাহ-দহদিন মানৰ আগৰে পৰাই বাটি ৰখা পঘা

মাহ-হালধি আৰু মিঠা তেলৰ মিশ্ৰণেৰে ঘঁহি গৰুৰ ডিঙিত পিন্ধাই নিমখ দি বনোৱা পিঠা-পনা খুওৱা হয়। উল্লেখযোগ্য যে বহাগ বিহুতহে মিচিং সকলে পিঠা বনায়।

সেইদিনা গধূলি গাঁৱৰ ডেকা-গাভৰু সকলে গাঁৱৰ মূৰব্বীজনৰ (গাওঁবুঢ়া বা ডেকাবৰাৰ) ঘৰত 'উন্‌চৰি' (হুঁচৰি) আৰম্ভ কৰে। গাঁৱৰ প্ৰতিঘৰৰ চোতালত ধনী-দুখীয়া নিৰ্বিশেষে ৰাইজে হুঁচৰি গোৱাটো বাধ্যতামূলক। কোনো এঘৰৰ চোতালত নোগোৱাকৈ গাঁৱৰ হুঁচৰি দল যদি পাৰ হৈ যায়, তেন্তে সেইটোৱে সেই ঘৰখনক কৰা অপমান অথবা গঞা ৰাইজে সেই ঘৰখনক বেয়া পোৱাটোকে সূচায়! তেনে ঘটনা সংঘটিত হলে সংশ্লিষ্ট গৃহস্থই ৰাইজৰ ওচৰত জৰিমনা সহ ক্ষমা ভিক্ষা কৰি দায় ভঙাৰ নিয়ম আছে। মিচিং গাঁৱত ইচ্ছা কৰিলেই দহ বাৰজনে মিলি বিহুৱা দল গঠন কৰিব নোৱাৰে। এখন গাঁৱৰ এটাই বিহুৱা দল থাকে আৰু ই 'য়াঃমেঃ-মৃম্‌বৃৰ্' সংগঠনৰ দ্বাৰা পৰিচালিত হয়। অৱশ্যে সৰু সৰু ল'ৰা-ছোৱালীয়ে পৃথক দল গঠন কৰিব পাৰে। য়াঃমেঃ-মৃম্‌বৃৰৰ দলটোৱে প্ৰায় গোটেই ব'হাগ মাহটোতে ৰাতি ৰাতি গাঁৱৰ ইমূৰৰ পৰা সিমূৰলৈ ঘৰে ঘৰে বিহু মাৰে গছৰ তলত বা মুকলি পথাৰত বিহু গোৱাৰ নিয়ম মিচিং সমাজত নাই।

বিহুত বিহুৱান যচাৰ প্ৰথাও মিচিং সমাজত নাই। তাৰ পৰিবৰ্তে ডেকা-গাভৰুৱে বিহুতলীত নৃত্য-গীতৰ মাজেদিয়েই পাৰস্পৰিক ভালপোৱাৰ ইঙ্গিত প্ৰকাশ কৰে। ডেকা-গাভৰুৱে একেলগে ৰাতি বিহু মৰাত কোনো বাধা নাই। বিহুতলীত ডেকা-গাভৰুৱে সমানে সমানে নাচে আৰু গায়। হুঁচৰিৰ পদবোৰ যিদৰে নিজা ৰূপত সজোৱা, সেইদৰে বিহুত গোৱা গীত আৰু বজোৱা পেঁপা, গগনা, বাঁহী আৰু ঢোলৰ চাপবো মিচিং সাজত সজোৱা। চমুকৈ কবলৈ গলে 'বিউ' মিচিং বৈশিষ্ট্যৰে সমৃদ্ধ এক জাতীয় উৎসৱ। ই বিহুৰ ভগ্নীৰূপ।

হুঁচৰি গাই বিহু মৰাৰ পাচত গৃহস্থই টকা-সিকা দি ৰাইজক সেৱা কৰে। চক্ৰাকাৰে বহি ডেকা-গাভৰু ৰাইজে গৃহস্থক আশীৰ্বাদ দিয়ে। হুঁচৰি গাই পোৱা ধনেৰে ৰাজহুৱা প্ৰীতি ভোজৰ আয়োজন কৰা হয়। তাক মিচিং ভাষাত "দপান্-তৃঃপান্" বা "ৰাইজী দনাম্" বুলি কোৱা হয়। যদিও প্ৰধানকৈ ডেকা-গাভৰু সকলেহে হুঁচৰি বা বিহু গাই ধন সংগ্ৰহ কৰে, তথাপি সংগৃহীত ধনখিনি বা সেই ধনেৰে কিনা গাহৰি, কুকুৰা আদি সামগ্ৰীবোৰ তিনি ভাগত ভগাই এভাগ গাঁৱৰ বৃদ্ধ-বৃদ্ধা সকলক, এভাগ প্ৰৌঢ় সকলক আৰু এভাগ ডেকা-গাভৰু সকলক দিয়া হয়। আজৰি দিন এটা চাই তিনিওটা দলে পৃথক পৃথকভাৱে তিনি ঘৰত প্ৰীতিভোজ খায়। সেইদিনা ৰাতিলৈ ডেকা-গাভৰু সকলে "বিহু উৰুৱা" বা "বিউ উৰুৱাইনাম" অনুষ্ঠান পাতে।

গাঁৱৰ এমূৰত নৈৰ পাৰত বালিৰে এটা ঘঁৰিয়াল সজা হয় আৰু তাৰ ঠিক





মূৰত পাঁচ-ছফুটমান ওখকৈ গছৰ ডাল এটা পাতসহ গুজি ৰুই দিয়া হয়। তাৰ চাৰিওফালে ঘূৰি ঘূৰি লয়লাস ভঙ্গীৰে হালিজালি যি পদ গোৱা হয় সেয়াই হৈছে বিহু উৰুৱাওঁতে গোৱা বিশেষ পদ। এই পদবোৰ অন্য অনুষ্ঠান উপলক্ষে গোৱা নহয়।

পদ গাই গাই কেইবাপাকো ঘূৰি হুঁচৰি আৰু মাজে মাজে বিহু মাৰি শেষত গছৰ ডালটোত গাভৰু সকলে কাণফুলি, খাৰু, ৰিবন আদি আৰু ডেকা সকলে ৰুমাল বান্ধি ঘঁৰিয়ালটোৰ পিঠি-মূৰ আদিত পইচা দি সেৱা জনাই আহি থকা বছৰটোত জ্বৰ-নৰিয়া, বেমাৰ-আজাৰ, অপায়-অমঙ্গল নহবৰ বাবে আৰু ক্লান্তিহীন দিন কটাবৰ বাবে প্ৰাৰ্থনা কৰে। সদৌ শেহত, উভতি নোচোৱাকৈ সকলো ডেকা-গাভৰুৱে দৌৰি ঘৰমুখী হয় উভতি চালে এৰি অহা টোপনি-ভাগৰ আদি লগতে গুচি আহে বুলি বিশ্বাস।

ডেকা-গাভৰুৱে বিহুত একেলগে নচাটো মিচিং জনগোষ্ঠীৰ স্বকীয় পৰম্পৰা। বিহু তেওঁলোকৰ পৰম্পৰাগত উৎসৱ নহলেও তেওঁলোকৰ সামাজিক আৰু সাংস্কৃতিক পৰম্পৰাৰ বহু উপাদানেৰে এই উৎসৱটিক বৰ্ণাঢ্য কৰি লৈছে। আহোম, চুতীয়া আদি জনগোষ্ঠীৰ বিহুত সাধাৰণতে ডেকা আৰু গাভৰুৱে পৃথক পৃথকভাৱে বিহু গাইছিল আৰু সেই কাৰণে একালত বিহুগীত 'নিলাজ'ৰ গীত ৰূপে বিবেচিত হৈছিল। আনকি ঊনৈশ শতিকাৰ অসমীয়া বিদ্বৎ সমাজেও বিহুত ডেকা-গাভৰুৱে একেলগে নচা কাৰ্যক ইতৰ লোকৰ স্ত্ৰী আৰু লম্পট পুৰুষৰ কাম বুলি গণ্য কৰিছিল। উল্লেখযোগ্য যে এই কাম কিন্তু উজনি অসমত মিচিং সকলে কৰিছিল। এই ফালৰ পৰা চাবলৈ গলে বিহুত ডেকা-গাভৰুৱে একেলগে নচা প্ৰথাটো মিচিং সমাজৰ অৱদান।

**১৬.০৩.০২ ঃ মাঘ বিহু ঃ**

ৰঙালী বিহুৰ দৰে মাঘ বিহুটোও মিচিং সকলৰ নিজা বিহু নহয়। কিন্তু এই বিহুটোও মিচিং সমাজৰ পৰম্পৰাত এক স্বকীয় ৰূপত স্থান লৈছে। ইয়াক মিচিং সকলে 'মাঃগ্' বোলে। অসমৰ অন্যান্য জনগোষ্ঠীয়ে পালন কৰাৰ দৰে মিচিং সকলেও পুহ মাহৰ উৰুকাৰ নিশা মে-জি সাজি পালন কৰে। কিন্তু অন্যান্য জনগোষ্ঠীৰ লোকে একেখন গাঁৱৰ ভিতৰতে গোট গোট হৈ মে-জি সজাৰ দৰে মিচিং সকলে নাসাজে। এখন গাঁৱৰ সকলো লোকে মিলি নৈ-পাৰৰ বালিচৰত মাত্ৰ দুটাহে মে-জি সাজে। তাৰে এটা আনটোতকৈ ওখকৈ সজা হয়। ওখটোক 'মতা' আৰু চাপৰটোক 'মাইকী' বুলি কোৱা হয়। মে-জি সজা কাৰ্যক 'মাঃগ্ পাঃনাম্' বুলি কোৱা হয়।

এই দুটা মে-জি সাজিবৰ কাৰণে সাধাৰণতে গাঁৱৰ গৰখীয়াহঁতে প্ৰায়

এমাহমানৰ আগৰ পৰাই শুকান ইকৰা, খাগৰি, নল আদি দীঘল দীঘলকৈ মুঠি বান্ধি নৈৰ দাঁতিত সংগ্ৰহ কৰে। সেইদৰে যুৱক সকলেও মাজে মাজে মিলিত হৈ গছ কাটি আনি সেইবোৰ নৈৰ দাঁতিৰ নিৰ্দিষ্ট স্থানত ফালি শুকুৱাই ৰাখে।

উৰুকাৰ দিনা ডেকা সকলে মে-জিৰ চাৰি চুকত খুঁটি হিচাপে পুতিবৰ বাবে জোখৰ চাই হাবিৰ পৰা ৰঘু আৰু শিমলু গছ (ওপৰ অংশত ডাল-পাতসহ) কাটি আনি সেইবোৰ চাৰিফুটমান বহলকৈ বৰ্গাকৃতিত লম্বভাবে গুজি দিয়ে। তাৰ সোঁমাজত পাতসহ এডাল বাঁহ গুজে। একেবাৰে তলত মাটিৰ পৰা কিছু ফাঁক ৰাখিব পৰাকৈ জোখত কটা দুটুকুৰা কাঠ দি লৈ তাৰ ওপৰত জোখত কাটি লোৱা ইকৰা, খাগৰি আদিৰ মুঠাবোৰ আৰু মাজে মাজে ফলা খৰিবোৰ থাক্ থাককৈ জাপি দিয়া হয়। মাজে মাজে চাৰিওডাল খুঁটি বেতেৰে টানি বন্ধা হয় যাতে সেইবোৰ হালি যাব নোৱাৰে। এইদৰে উচ্চতা অনুযায়ী তলৰ পৰা ওপৰলৈ শঙ্কু আকৃতিত আৰু সৰ্বশেষত চাৰিওডাল খুঁটি বাঁহডালৰ সৈতে একেলগে বান্ধি ৰখা হয়। এইদৰে দুয়োটা মে-জি সজা কাম শেষ কৰাৰ পাচত ডেকা সকলে অৱশিষ্ট ইকৰা, খাগৰি, নল, খৰি আদিৰে জুই জ্বলাই গোটেই নিশা পহৰা দিয়ে। উৰুকাৰ নিশা ভোজ খোৱা প্ৰথা মিচিং সমাজত নাই। হাঁহ, কুকুৰা, জেওৰা আদি চুৰ কৰা প্ৰথাও মিচিং সমাজত নাই। সম্প্ৰতি অন্যান্য জনগোষ্ঠীৰ প্ৰভাৱত এই কুপ্ৰথা দুই এখন মিচিং গাঁৱতো কম-বেছি পৰিমাণে সোমাইছে।

সংক্ৰান্তিৰ পুৱা আকাশত কাউৰী উৰাৰ আগতে প্ৰথম মে-জি (মতা) জ্বলোৱাটো নিয়ম। জ্বলোৱাৰ আগতে মে-জিৰ ওপৰেদি কাউৰী উৰিব নাপায়। পিতৃ-মাতৃ জীয়াই থকা এজন ডেকাই নৈত বুৰ মাৰি গা ধুই ভিজা গাৰে মে-জিত জুই দিব লাগে। মে-জিত জুই দপ্দপ্‌কৈ জ্বলি উঠাৰ লাগে লগে গএঞা ৰাইজে নৈত বুৰ মাৰি গা ধুই 'আম্‌বুগ্' (কৰাই গুৰি), সিদ্ধ কাঠ আলু, মিঠা আলু, তৰা আলু আদি জ্বলন্ত মে-জিলৈ ছটিয়াই বা দলিয়াই চন্দ্ৰ-সূৰ্য, অগ্নি, মেঘ-বৰষুণ, উপৰি পুৰুষ আদিক স্মৰণ কৰি নিজৰ নিজৰ পৰিয়ালৰ মঙ্গল কামনা কৰে। 'মতা' মে-জিটো আধামান জ্বলি যোৱাৰ পাচতে 'মাইকী' মে-জিতো অগ্নি সংযোগ কৰা হয়।

সন্তানহীন দম্পতি বা ৰোগাক্ৰান্ত পৰিয়ালবোৰে সেইদিনা 'কঃৰ' বা 'কাঞ্জি' (ভাজী) আৰু চকা আপঙৰ কলহ লৈ মে-জিৰ দাঁতিতে ৰাইজৰ পৰা আশীৰ্বাদ মাগে। ৰাইজে বৃত্তাকাৰে বহি সেবক-সেৱকীক মনোবাঞ্চা পূৰণৰ বাবে আশীৰ্বাদ দিয়ে আৰু ভাজীৰে সৈতে আপং খায়। তাৰ পাচত সেইদিনা ল'ৰা-ছোৱালীবোৰে ঘৰে ঘৰে 'আম্‌বুগ্', কাঠ-আলু, মিঠা আলু, তৰা আলু আদি খাই ফুৰে। সেইদিনা প্ৰতিজন লোকেই এই আলুজাতীয় খাদ্য এচিকটা হ'লেও খাব পায়। নহলে পিছৰ





জনমত গাহৰি হৈ জনম লয় বুলি বিশ্বাস। আনহাতে বয়স্ক লোকসকলে ঘৰে ঘৰে আপং খাই ফুৰে।

আগেয়ে মাঘ বিহু উপলক্ষে গোটেই গাঁৱৰ মানুহে মিলি দুই তিনিদিন ধৰি বিলত মাছ মৰাৰ প্ৰথা আছিল। মাছৰ প্ৰাচুৰ্য ইমানেই বেছি আছিল যে হাতী আৰু ঘোঁৰাৰে বিলৰ পৰা মাছ কঢ়িওৱা হৈছিল। কোনোবাই ডাঙৰ মাছ পালে সেইটো কাটি গাঁৱৰ সকলোকে বিতৰণ কৰি ভগাই খোৱাৰ নিয়ম আছিল। সেয়েহে, মাঘ বিহুক মিচিং সমাজে অপৰ্যাপ্ত মাছ-কাছৰে উপভোগ কৰিব পাৰিছিল।

মাঘ বিহু উপলক্ষে মিচিং সকলে পিঠা-পনা প্ৰস্তুত নকৰে; তেওঁলোকে আম্‌বুগ্ খুন্দে। এই আম্‌বুগ্ আনৃৰ্নী (গুৰি)ও হ'ব পাৰে অথবা আলুম্‌নী (লদা)ও হ'ব পাৰে। উৰুকাৰ দিনা যাৰ যাৰ ম'হৰ খুঁটি আছে, তেওঁলোকে প্ৰতি ঘৰতে বিনামূল্যে এঁৰা গাখীৰ অলপ অলপ বিতৰণ কৰে। মন কৰিবলগীয়া যে মিচিং সকলে বছৰটোৰ ভিতৰত সেইদিনাহে গাখীৰ খাইছিল; অন্যদিনা নাখাইছিল। এতিয়া অৱশ্যে মিচিং সকলেও গাখীৰ ব্যৱহাৰ কৰিবলৈ লৈছে আৰু পূৰ্বৰ বিনামূলীয়া বিতৰণ প্ৰথাও লোপ পাই আহিছে।

ওপৰত আলোচনা কৰা বিহু দুটাৰ বাহিৰে মিচিং সমাজে কাতি বিহু পালনক বিশেষ গুৰুত্ব নিদিয়ে। কোনো কোনো অঞ্চলত আনকি শলিতা এগছি জ্বলোৱাও পৰিলক্ষিত নহয়। কিন্তু কিছুমান মিচিং গাঁৱত পুৱা লৃগাঙৰ দৰে পুৱাং প্ৰস্তুত কৰা, দুপৰীয়া সেৰেঙাকৈ হলেও দুই এঘৰত আপং খাই ফুৰা, সন্ধিয়া পথাৰত তেলৰ শলিতা জ্বলোৱা আদি নিয়ম পালন কৰা দেখা যায়।

**১৭.০০ ঃ অয়-অলঙ্কাৰ ঃ**

মিচিং সমাজত প্ৰাচীন কালৰ পৰাই স্বৰ্ণ-শিল্প বা অয়-অলঙ্কাৰ গঢ়াৰ কাম কৰাৰ পৰম্পৰা নাই। সেয়েহে এই কথা সহজে অনুমেয় যে তেওঁলোকে পৰিধান কৰা সোণ-ৰূপৰ অলঙ্কাৰ সমূহ আন সমাজৰ লোকেহে গঢ়িছিল। কিন্তু প্ৰশ্ন হয়—অলঙ্কাৰ সমূহ কোনে কেনেকৈ ক'ৰ পৰা মিচিং সমাজলৈ আমদানি কৰিছিল?

প্ৰসঙ্গতঃ উল্লেখযোগ্য যে আদী সকলে পৰিধান কৰা মণি সম্পৰ্কে কৰ্ণেল গৈ জৰ্জ ডানবৰে (George Dunbar) উল্লেখ কৰিছে এইদৰে—"Many of the beads were cut to look rather like the Tibetan wheel of life. and I was told that Bori traders brought them down from Tibet."৪৪ আনহাতে আগেয়ে মিচিং তিৰোতাই ডিঙিত পিন্ধা প্ৰধান অলঙ্কাৰ আছিল মণি। সিফালে নৃগোষ্ঠীগত দিশৰ পৰা মিচিং আৰু আদীসকল একেমূলীয় আৰু উভয়ৰে বসতিস্থলো আছিল একে। গতিকে মিচিং নাৰীয়ে ব্যৱহাৰ কৰা অলঙ্কাৰ সমূহ বৰি সম্প্ৰদায়ৰ

ব্যৱসায়ী সকলৰ যোগেদি মিচিং সমাজত প্ৰচলিত হোৱাটো একো অস্বাভাৱিক নহয়।

মিচিং নাৰীয়ে সাধাৰণতে শৰীৰৰ চাৰিটা অঙ্গত অলঙ্কাৰ পৰিধান কৰিছিল—ডিঙি, হাত, কাণ আৰু নাকত। প্ৰাচীন কালত তেওঁলোকে কণ্ঠহাৰ হিচাপে প্ৰধানকৈ তিনি ধৰণৰ মণি ব্যৱহাৰ কৰিছিল। সেইবোৰ হ'ল 'তাদগ্' (এবিধ ডাঙৰ আকাৰৰ মণি), 'দগ্নী' ('তাদগ্' (ডাঙৰ মণি)+আনী (মাতৃ)>'দগনী') আৰু 'দক্চিৰিঃ' (সৰু মণি)। এই তিনিওবিধ মণিয়েই বহুৰঙী। 'তাদগ্' আৰু 'দগ্নী'ক সৰু মণিৰে গঁথা হাৰৰ মাজে মাজে নিৰ্দিষ্ট দূৰত্বত ৰাখি গাঁথি লোৱা হয়। আনহাতে 'দক্চিৰিঃ' হ'ল সৰু অথবা মধ্যম আকাৰৰ (তাদগ্ বা দগ্নীতকৈ সৰু আকাৰৰ) মণি আৰু এইবোৰ গাঁথি কণ্ঠহাৰ হিচাপে ব্যৱহাৰ কৰা হয়। কেতিয়াবা মিচিং 'কঃনীং' (জীয়ৰী)এ 'তাকতিঃ' নামৰ এবিধ তৰাজাতীয় উদ্ভিদৰ গুটিৰে দক্চিৰিঃ গাঁথি লয়।

সি যিকি নহওক, 'তাদগ্' আৰু 'দগ্নী'ক কেতিয়াবা কিছুমান বিশেষ বিশেষ অনুষ্ঠানত পুৰুষেও পিন্ধে। এই দুবিধ হাৰৰ, বিশেষকৈ 'দগ্নী'ৰ আৰ্থিক মূল্যতকৈ সামাজিক আৰু সাংস্কৃতিক মূল্যহে অধিক। এটা প্ৰজন্মৰ পৰা আন এটা প্ৰজন্মলৈ উত্তৰাধিকাৰ সূত্ৰে উপৰিপুৰুষৰ দ্বাৰা প্ৰদত্ত এইবিধ হাৰ মিচিং সমাজত এক অমূল্য সম্পদৰূপে বিবেচিত হয়। প্ৰাচীন কালত দগ্নী পিন্ধিব পৰাটো আভিজাত্যৰ পৰিচায়ক আছিল। কথিত আছে যে দগ্নী দুবিধ। এবিধ জীৱিত আৰু আনবিধ মৃত। জীৱিত দগ্নীৰ সহায়ত মিচিং সকলৰ দেওধাই 'মিবু'ৱে অপায়-অমঙ্গলৰ প্ৰতিবিধান দিব পাৰে বুলি বিশ্বাস।

ওপৰত উল্লেখ কৰা তিনিবিধ হাৰৰ ওপৰিও মিচিং নাৰীয়ে অসমৰ অন্যান্য জনগোষ্ঠীৰ নাৰীয়ে পৰিধান কৰা কেইবাবিধৰো ডিঙিৰ অলঙ্কাৰ পিন্ধিছিল। সেইবোৰৰ ভিতৰত গলপতা, চন্দ্ৰহাৰ বা চন্দ্ৰৰং, মাদলী, দুক্দুকিঃ (দুগ্দুগী) আদি বিশেষভাৱে উল্লেখযোগ্য। এইবোৰৰ উপৰিও মিচিং নাৰীয়ে 'লৃঃতগ্' নামৰ এবিধ হাৰ ব্যৱহাৰ কৰিছিল। পূৰ্বৰ মণিৰ হাৰৰ বাহিৰে পিছৰ হাৰবোৰ সোণ বা ৰূপৰ আছিল।

মিচিং তিৰোতাৰ কাণৰ প্ৰধান অলঙ্কাৰ আছিল 'কেনতু'। দুইমূৰে সমান প্ৰায় ২ চেঃ মিঃ ব্যাসৰ আৰু ২.৫ চেঃ মিঃ দৈৰ্ঘ্যৰ ঢোলৰ আকৃতিৰ এই অলঙ্কাৰবিধ সাধাৰণতে অবিবাহিতা ছোৱালীয়ে নিপিন্ধিছিল: সচৰাচৰ বিবাহিতা তিৰোতা, বিশেষকৈ প্ৰৌঢ় বা বৃদ্ধা তিৰোতাইহে পিন্ধিছিল। কন্যা সন্তানক চাৰি-পাঁচ বছৰ বয়সতেই কাণৰ লতি ফুটাই এটুকুৰা সূতা বান্ধি ৰখা হয়। তাৰ পাচত ফুটাটো ক্ৰমান্বয়ে ডাঙৰ কৰিবৰ কাৰণে খেৰৰ টুকুৰা ব্যৱহাৰ কৰা হয়। শেষত ফুটাটোৰ জোখত কুঁহিলাৰ





টুকুৰা কাটি বা খাগৰি অথবা মেগেলাৰ পাবৰ পৰা কোমল অংশটো কাটি উলিয়াই কাণত পিন্ধে। তাকে মিচিং ভাষাত 'তাক্পৰ্' বুলি কোৱা হয়। পৰম্পৰাগত ভাৱে পিন্ধা এই 'কেনতু' আৰু 'তাক্পৰ্'ৰ উপৰিও 'তুৰিঃ' (থুৰীয়া), 'জাম্পাই' বা 'জাংপাই' (জাংফাই), 'পিচৃবৃং' (কাণফুলি) আদি আলঙ্কাৰ পৰৱৰ্তী কালৰ সংযোজন।

মিচিং নাৰীয়ে ব্যৱহাৰ কৰা হাতৰ অলঙ্কাৰৰ ভিতৰত আছে বিভিন্ন আকৃতিৰ 'কংগে' (খাৰু)। তেওঁলোকে সচৰাচৰ এবিধ তিনি-চাৰি সিৰীয়া শকত ৰূপৰ কংগে পিন্ধিছিল। তেনে কংগেক সকলো সময়তে, বিশেষকৈ কামৰ সময়ত ব্যৱহাৰ কৰা নহৈছিল। সকলো সময়তে ব্যৱহাৰ কৰা তাম বা অন্য ধাতুৰ কংগেক 'বালা কংগে' বোলা হয়। মিচিং নাৰীয়ে পিন্ধা বিভিন্ন কংগেৰ বাহিৰেও আগেয়ে প্ৰতিপত্তি সূচাবৰ বাবে মিচিঙৰ গাঃমেও এবিধ খাৰু পিন্ধিছিল। সেয়াই আছিল 'গাঃম-কংগে' (গাম-খাৰু)। 'হেম-কোষ'ত 'গাম-খাৰু' শব্দৰ অৰ্থ দিয়া আছে এইদৰে—'গাম-খাৰু, বি. আগেয়ে তাক মিৰিৰ গামে পিন্ধিছিল, এতেকে পুৰুষে পিন্ধা এবিধ খাৰু"। এই গাম-খাৰু আজি-কালি কেৱল মিচিং সমাজতেই নহয়, সমগ্ৰ অসমীয়া সমাজতেই প্ৰচুৰ প্ৰচলিত। সম্প্ৰতি অনুষ্ঠান বিশেষে পুৰুষে পিন্ধিলেও সামগ্ৰিকভাৱে ই নাৰীৰহে অলঙ্কাৰ হৈ পৰিল। 'তাদগ্' আৰু 'দগ্নী'ৰ দৰে 'গাম-খাৰু'ৰো আৰ্থিক মূল্যতকৈ সাংস্কৃতিক মূল্যহে অধিক। পৰৱৰ্তী কালত গাম-খাৰুৰ আকৃতিত কেইবাবিধৰো কংগে সংযোজিত হৈছে। 'অন্চাল্ মৰা' বা 'অন্চাৰ্ মৰা' তেনে ধৰণৰ সংযোজন।

ওপৰত আলোচিত অলঙ্কাৰ সমূহৰ উপৰিও কেইবাটাও মিচিং খেলত নাৰীয়ে 'নাক-ফুলি' পিন্ধা প্ৰথা আছিল। নাক-ফুলিবোৰ সাধাৰণতে ৰূপৰ আছিল। অৱশ্যে সেইবোৰ সোণৰো যে নাছিল এনে নহয়। সম্প্ৰতি অলঙ্কাৰ পৰিধানত মিচিং নাৰীৰ স্বকীয়তা হেৰাই যোৱাৰ পথত। আধুনিক অয়-অলঙ্কাৰৰ বজাৰৰ প্ৰভাৱত পৰম্পৰাগত অলঙ্কাৰৰ সাংস্কৃতিক প্ৰমূল্যও লাহে লাহে লোপ পাব ধৰিছে।

**১৮.০০ঃ বিবাহ-পদ্ধতি ঃ**

মিচিং সকলৰ নিজা বিবাহ-পদ্ধতি আছে। অৱশ্যে প্ৰায় আঠশ বছৰ ধৰি ভৈয়ামত অসমীয়া সমাজৰ লগত সহাৱস্থান কৰি অহাৰ ফলত প্ৰাচীন বিবাহ-পদ্ধতিত পৰিবৰ্তনৰ আচোঁৰ লাগিছে আৰু নতুন উপাদানো সংযোজিত হৈছে।

মিচিং পৰিয়ালত পিতৃয়েই হ'ল পৰিয়ালৰ মূৰব্বী আৰু তেওঁৰ হাততেই থাকে তেওঁৰ পুত্ৰ-কন্যাৰ বিবাহ সম্পৰ্কীয় সিদ্ধান্তৰ কৰ্তৃত্ব। এটা সময় আছিল যি সময়ত পুত্ৰ-কন্যাই নিজৰ বিবাহ সম্পৰ্কে নিজে কোনো সিদ্ধান্তই লব নোৱাৰিছিল, বৰং যিমানেই কঠোৰ নহওক কিয় পিতৃৰ আদেশ পালন কৰিবলগীয়া হৈছিল।

সাম্প্ৰতিক কালত এই ব্যৱস্থাৰ প্ৰভূত পৰিবৰ্তন হৈছে।

মিচিং সমাজত প্ৰাচীন কালৰ পৰা প্ৰচলিত বিবাহ-পদ্ধতিটো হ'ল বৰ্হিগোত্ৰীয় (clan exogamous) আৰু আন্তঃগোষ্ঠীয় (tribe endogamous)। এজন যুৱকে নিজৰ গোত্ৰৰ বা একে উপাধিধাৰী এজনী যুৱতীৰ লগত বিবাহ পাশত আবদ্ধ হোৱাটো দূৰৰে কথা অশালীন অৰ্থত ধেমালিও কৰিব নাপায়। উদাহৰণ স্বৰূপে এজন দলে যুৱকে এজনী দলে যুৱতীক কোনো পৰিস্থিতিতেই বিয়া পাতিব নোৱাৰে বা এজন পেগু যুৱকে কোনো পৰিস্থিতিতেই এজনী পেগু যুৱতীক বিয়া কৰাব নোৱাৰে। এজন দলে যুৱকে এজনী পেগু যুৱতীৰ লগত, সেইদৰে এজন পেগু যুৱকে এজনী দলে যুৱতীৰ লগত বিবাহ পাশত আবদ্ধ হব পাৰে। এই পদ্ধতিৰ বাবেই অচিন লোকৰ লগত পৰিচিত হ ওঁতে অভ্যাগতৰ উপাধি সুধি লোৱাটো মিচিং সমাজৰ আতিথ্য দানৰ পৰম্পৰাগত ৰীতি যাতে নিজ গোত্ৰৰ ডেকা-গাভৰুৰ মাজত অজ্ঞাতবশতঃ ধেমালি নহয়। আনহাতে মিচিং সমাজে নিজ জনগোষ্ঠীৰ ভিতৰতে হোৱা বিবাহক অগ্ৰাধিকাৰ দিয়ে।

একপত্নী বিবাহ মিচিং সমাজৰ স্বীকৃত বিবাহ পদ্ধতি। কিন্তু দ্বিপত্নী বা বহুপত্নী বিবাহৰ উদাহৰণো বিৰল নহয়। অৰ্থাৎ একাধিক পত্নী গ্ৰহণ কৰা কাৰ্যক মিচিং সমাজত ভাল চকুৰে চোৱা নহয় যদিও এই প্ৰথা সামাজিকভাৱে নিষিদ্ধও নহয়। তেনে ক্ষেত্ৰত কেৱল মাত্ৰ প্ৰথম গৰাকী পত্নীৰ বিবাহকহে সমাজে আনুষ্ঠানিক স্বীকৃতি প্ৰদান কৰে। মোমায়েকৰ কন্যাৰ পাণি গ্ৰহণ কৰাটো মিচিং সমাজত নিষিদ্ধ নহয়। সেইদৰে বিধৱা বিবাহ সমাজৰ স্বীকৃত প্ৰথা, কিন্তু বাধ্যতামূলক নহয়। পত্নীৰ মৃত্যুত বা দ্বিতীয় পত্নী হিচাপে পত্নীৰ ভগ্নীক বিয়া পতাটো প্ৰথা নহয় যদিও নিষিদ্ধও নহয়। পূৰ্বে কেচুৱা অৱস্থাতে "পাগ্‌গদ্" (হাতত সূতাৰ ৰচী বান্ধি চিহ্নিত কৰা কাৰ্য)ৰ যোগেদি বিয়া পতা প্ৰথাও মিচিং সমাজত প্ৰচলিত আছিল।

পৰম্পৰাগত মিচিং সমাজত এগৰাকী নাৰী বিবাহিতা নে অবিবাহিতা তাক নাৰীগৰাকীয়ে পৰিধান কৰা পোছাক-পৰিচ্ছদৰ পৰাই ধৰিব পৰা গৈছিল। বিবাহিতা তিৰোতাই সাধাৰণতে বুকুত মেঠনি মাৰি মেখেলা পিন্ধিছিল আৰু তাৰ ওপৰত ককাঁলত আঠুলৈকে পোৱাকৈ পথালিকৈ এখন কাপোৰ পিন্ধিছিল। সেই কাপোৰখনক কোৱা হয় "কেগ্‌ৰৗগ্" বা "চেগ্‌ৰৗগ্"। শিৰত সেন্দুৰ নলৈছিল। সন্তান প্ৰসৱৰ সময়ত "কেগ্‌ৰৗগ্" বা "চেগ্‌ৰৗগ্"ৰ পৰিৱৰ্তে ককাঁলত "গেৰ" নামৰ এবিধ কাপোৰ পিন্ধিছিল। আনহাতে অবিবাহিতা ছোৱালীয়ে ককাঁলত মেখেলা বা "গাপা" পিন্ধিছিল আৰু ওপৰ অংশত "গালুগ্" নামেৰে ব্লাউজ পৰিধান কৰিছিল। বিবাহিতা তিৰোতাই কাণত "কেন্‌তু", "তুৰিঃ" আদি অলংকাৰ পিন্ধিছিল, কিন্তু অবিবাহিতা নাৰীয়ে





সাধাৰণতে "তাক্‌পৰ্" পিন্ধিছিল। সম্প্ৰতি মিচিং নাৰীৰ পোছাক-পৰিচ্ছদ, অয়-অলংকাৰ আদি সকলো দিশতে পৰিৱৰ্তনৰ লক্ষণ সুস্পষ্ট। বিবাহিতা তিৰোতাই হিন্দু নাৰীৰ অনুকৰণত শিৰত সেন্দুৰ লয়, চাদৰ, শাৰী, ব্লাউজ, আধুনিক অয়-অলংকাৰ আদি পৰিধান কৰে। শেহতীয়াভাৱে সাজ-পাৰৰ দ্বাৰা মিচিং নাৰীক অসমৰ অমিচিং নাৰীৰ পৰা পৃথক কৰাটো কঠিন হৈ পৰিল।

অতীজৰ মিচিং সমাজত চাৰি প্ৰকাৰৰ বিবাহ প্ৰচলিত আছিল। সেইবোৰ আছিল (১) "মিদাং দাঃনাম" বা "মিদাং মনাম্" বা "দাঃৰ মিদাং", (২) "দুগ্‌লা লাঃনাম্", (৩) "কুমচু-দঃচুলা লাঃনাম্" আৰু (৪) "চলা লাঃনাম"। প্ৰতিবিধ বিবাহ সম্পৰ্কে তলত চমুকৈ আলোচনা কৰা হ'ল ঃ

**১৮.০১ ঃ দাঃৰ মিদাং ঃ**

মিচিং ভাষাত "মিদাং" মানে বিবাহ। 'দাঃৰ মিদাং' ৰ শব্দগত অৰ্থ হ'ল—সঁচা বিবাহ। অন্য সমাজত বিবাহক পাৰিবাৰিক অনুষ্ঠানৰূপে গণ্য কৰা হয় যদিও মিচিং সমাজত ইয়াক সামাজিক অনুষ্ঠানৰ মৰ্যাদা দিয়া হয়। কেইবাটাও পৰ্যায়ত সম্পন্ন কৰিবলগীয়া সমগ্ৰ প্ৰক্ৰিয়াটোতে গাওঁখনৰ সকলো লোকৰ সক্ৰিয় অংশ গ্ৰহণ অপৰিহাৰ্য। ইয়াৰ প্ৰথম পৰ্যায়ত ল'ৰাৰ বাপেকে ছোৱালীৰ মাক-বাপেকলৈ এজন কটকীৰ যোগেদি বিয়াৰ প্ৰস্তাৱ প্ৰেৰণ কৰে। কটকী হিচাপে সাধাৰণতে ল'ৰাটোৰ মোমায়েকক বা পেহাকক নিয়োগ কৰা হয়।

অতীজত কটকীজনে এটোম শুকান কুঢ়ি মাছ, এটোপোলা আপং, এটোপোলা আদা আৰু এটোপোলা তামোল-পাণ লগত লৈ ছোৱালীজনীৰ পিতৃ-মাতৃৰ ঘৰত উঠাটো নিয়ম আছিল। সম্প্ৰতি তামোল-পাণৰ টোপোলাৰ বাহিৰে বাকীবোৰ অপৰিহাৰ্য নহয়। পূৰ্বে কটকীজনে সামগ্ৰীখিনি লৈ ছোৱালীৰ ঘৰ পোৱাৰ পাচত ছোৱালীঘৰৰ কোনো বয়সস্থ লোকক তেওঁৰ উদ্দেশ্যৰ কথা গোপনে জনায় যদিও ৰাজহুৱাভাৱে বেকত নকৰে। বৰঞ্চ তেওঁৰ আগমনৰ উদ্দেশ্যৰ প্ৰতীক হিচাপে তামোল-পাণৰ টোপোলাটো ঘৰৰ ভিতৰভাগৰ "ৰৃঃচুং" (উজনি)ৰ খুটাত ওলোমাই ৰখা "চুগ্‌ৰৗং" (হৰিণাৰ শিং) ত কোনেও নজনাকৈ ওলোমাই থৈ প্ৰস্থান কৰে। কটকীজনৰ প্ৰস্থানৰ পিছত যেতিয়া টোপোলাটো গৃহস্থৰ চকুত পৰে তেতিয়া পৰিয়ালৰ বা ঘৰৰ মুৰব্বীজনৰ তত্বাৱধানত পৰিয়ালৰ সকলো সদস্য তথা আত্মীয়-স্বজনক মাতি সকলোৰে উপস্থিতিত টোপোলাটো খোলা হয়। টোপোলাটো সাধাৰণতে ছোৱালীজনীৰ মোমায়েক বা পেহাকক খুলিবলৈ দিয়া হয়। টোপোলাটোৰ ভিতৰত পৰুৱা বা পৰুৱাৰ কণী নাথাকিলে সেই বিয়া সম্পন্ন হলে প্ৰস্তাৱিত দম্পতিৰ জীৱন সুখকৰ হব। টোপোলাৰ ভিতৰত পৰুৱাৰ জাক বা থাকে পৰুৱাৰ কণী থকাটো

অমঙ্গলৰ পূৰ্বলক্ষণ। আনহাতে বিয়াখন পাতিলে দম্পতি হালৰ মঙ্গল হবনে অমঙ্গল হব এই কথা অন্য এক প্ৰক্ৰিয়াৰেও নিৰ্ধাৰণ কৰা হৈছিল। টোপোলাটোৰ পৰা এটা পূৰঠ তামোল উলিয়াই ছোৱালীজনীৰ মোমায়েক বা পেহাকে সমানে দুফাল কৰি চায়। যদি দুয়োফাল তামোলেই নিৰ্ঘুণ হয় তেন্তে প্ৰস্তাৱিত বিবাহত দম্পতিহাল সুখী হব আৰু যদি নিৰ্ঘুণ নহয় তেন্তে সেই বিয়া সম্পাদন কৰিলে দম্পতিহালৰ দুৰ্গতি হব।

সি যিকি নহওক, এসময়ত ছোৱালীঘৰৰ পৰা ইতিবাচক বা নেতিবাচক এটা উত্তৰ ল'ৰাঘৰলৈ প্ৰেৰণ কৰা হয়। যদি ইতিবাচক হয় তেন্তে দুয়োটা পৰিয়ালে মিলি এটা দিন স্থিৰ কৰে যিদিনা ল'ৰাঘৰে আনুষ্ঠানিকভাৱে ছোৱালীঘৰত ছোৱালী খোজা কাৰ্য সম্পন্ন কৰে। এই কাৰ্যক "য়াম্নী তাদ্‌নাম" বুলি কোৱা হয়। উল্লেখযোগ্য যে সেই সময়ত বিয়াৰ প্ৰস্তাৱৰ কাৰণে ল'ৰা বা ছোৱালীৰ মতামত লোৱাটো পৰম্পৰাৰ বাহিৰত আছিল। পৰম্পৰাৰ এই দৃঢ়তাৰ কাৰণে বহু সময়ত ছোৱালীয়ে নিজৰ প্ৰেমিকৰ লগত পলাই গৈছিল আৰু তাৰ ফলত সঘনে দলীয় সংঘৰ্ষও সংঘটিত হৈছিল। কিন্তু বৰ্তমান এই প্ৰথাৰ আমূল পৰিবৰ্তন হৈছে। এতিয়া আৰু পূৰ্বৰ দৰে শুকান মাছ, আদা আদি টোমত ভৰাই কঢ়িয়াব নেলাগে, মঙ্গল-অমঙ্গল নিৰ্ণয় কৰাৰ প্ৰথাও লোপ পালে।

"য়াম্নী তাদ্‌নাম" স্তৰতো ল'ৰাৰ মোমায়েক বা পেহাকে উল্লেখযোগ্য ভূমিকা পালন কৰে। এই দুজনৰ যিকোনো এজনে গাঁৱৰ ল'ৰাৰ পৰিয়ালৰ এহাল দম্পতিক লৈ ছোৱালী খুজিবৰ বাবে ছোৱালী-ঘৰলৈ যায় আৰু তেৰেঁই তাত গাঁৱৰ জ্যেষ্ঠ লোকসকলৰ আগত আনুষ্ঠানিকভাৱে প্ৰস্তাৱ আগবঢ়াই সকলো মাঙ্গলিক কাৰ্য সম্পাদন কৰে। তেতিয়া দুয়ো পক্ষৰ মাজত মুকলি ভাব বিনিময় হয়।

"য়াম্নী তাদ্‌নাম" কাৰ্য সফলভাৱে সম্পাদন কৰাৰ পিছত ল'ৰাটোৱে ছোৱালীৰ ঘৰত "মাগ্‌ব দুগ্‌নাম্" (জোঁৱাই খটা) কাৰ্য সম্পাদন কৰিবলগীয়া হৈছিল। এই প্ৰথা অনুসৰি ল'ৰাটোৱে প্ৰায় পাঁচ বছৰ ধৰি মাজে মাজে ছোৱালী-ঘৰত যিমান দিন থাকিব পাৰে সিমান দিন থাকি কাম কৰি দিবলগীয়া হৈছিল। কিন্তু সমাজত শিক্ষা বিস্তাৰৰ লগে লগে আধুনিক সমাজত জীৱন জীৱিকাৰ সংগ্ৰামৰ জটিলতাই শিক্ষিত লোক সকলৰ লগতে সকলো শ্ৰেণীৰ লোককে ব্যস্ত কৰি তুলিলে। প্ৰথা-পৰম্পৰা ৰক্ষা কৰিব পৰাকৈ আধুনিক মানুহৰ আহৰি বা ব্যৱস্থা নোহোৱা হ'ল। ফলত এই প্ৰথা লোপ পাই এতিয়া সমূলি নোহোৱা হ'ল।

"মাগ্‌ব দুগ্‌নাম্"ৰ পৰৱৰ্তী স্তৰটো হ'ল "য়াম্নী তাত্‌পূৰ"। এই স্তৰটোৱেই হৈছে ছোৱালী খোজা প্ৰক্ৰিয়াৰ অন্তিম স্তৰ। এই স্তৰত বিয়াৰ দিন-বাৰ-তাৰিখ





চূড়ান্তভাৱে স্থিৰ কৰা হয়। এই স্তৰত কিমান টোপোলা আপং, কেইটা গাহৰি, কিমান পোণ তামোল, কিমান গুছি পাণ লাগিব তাৰ দাবী ছোৱালী-পক্ষই উত্থাপন কৰে। দুয়ো পক্ষৰ আলোচনামৰ্মে এটা সিদ্ধান্তত উপনীত হয়।

"য়াম্নী তাত্‌পূৰ" কাৰ্য সুকলমে সমাপন কৰাৰ পাচত দৰা আৰু কইনা উভয়েই নিজৰ নিজৰ গাঁৱত "য়াঃমেঃ-মৃম্‌বৃৰ্" (ডেকা-গাভৰু) সংগঠনৰ পৰা আশীৰ্বাদ মাগে। প্ৰতিখন মিচিং গাঁৱতে এই সংগঠনটো থাকে। ল'ৰা বা ছোৱালীৰ পিতৃ-মাতৃয়ে এটোপোলা তামোল-পাণ দি এই সংগঠনৰ মূৰব্বীজনক নিমন্ত্ৰণ কৰে। তেওঁৰ নিৰ্দ্দেশক্ৰমে ডেকা-গাভৰু সকলে এৰাতি সংশ্লিষ্ট ঘৰৰ চোতালত সমবেত হৈ বিহু মাৰি নাচ-বাগ কৰাৰ লগতে ল'ৰাটোক বা ছোৱালীজনীক আশীৰ্বাদ দিয়াৰ ব্যৱস্থা কৰে। পূৰ্বতে যদি ল'ৰাটোৱে বা ছোৱালীজনীয়ে গাঁৱৰ কোনোবা ডেকা বা গাভৰুৰ প্ৰতি বেয়া ব্যৱহাৰ কৰিছিল তেন্তে সেই ৰাতি তেওঁ বা তাই দোষ স্বীকাৰ কৰি ক্ষমা ভিক্ষা কৰিব লাগিব। তেনে কৰাৰ পাচত ল'ৰা বা ছোৱালীৰ মাক-বাপেকে আনুষ্ঠানিকভাৱে বিয়াখনৰ সকলো কাৰ্যতে শাৰীৰিক আৰু মানসিকভাৱে অংশ গ্ৰহণ কৰিবলৈ ৰাইজক প্ৰাৰ্থনা জনায়। ৰাইজেও অংশ গ্ৰহণৰ প্ৰতিশ্ৰুতিৰে সেৱক-সেৱকীক আশীৰ্বাদ দিয়ে। এই প্ৰথাক "য়াঃমেঃ-মৃম্‌বৃৰ্ কুম্‌নাম্" বোলা হয়।

পূৰ্বে মিচিং বিবাহ কমেও দুদিনীয়াকৈ পতা হৈছিল। কাৰণ সেই সময়ত হাতীৰ পিঠিত উঠি দৰা গৈ কন্যাৰ ঘৰ পাওঁতেই এদিন লাগিছিল। দৰাক সেইদিনা নোৱাই-ধোৱাই "গন্‌ৰ উগন্" (ধুতি বিশেষ) আৰু "য়াম্‌ব গালুগ্" (দৰাই বিয়াত পিন্ধা চোলা বিশেষ), "দগ্‌নী" (ডিঙিত পিন্ধা মনি বিশেষ), গামখাৰু আদি পিন্ধোৱা হয়। প্ৰথা অনুসৰি দৰাক নোৱাবৰ বাবে মাঙ্গলিক কাৰ্য সমাপন কৰি এক বিশেষ পদ্ধতিৰে নৈ বা নাদৰ পৰা পানী সংগ্ৰহ কৰিব লাগে।

পূৰ্বে নদী বা পুখুৰীৰ যিডোখৰ ঠাইৰ পৰা পানী তোলা হব সেই ঠাইডোখৰ চাৰিটা খুটিৰে চিন দি ৰখা হৈছিল। সম্প্ৰতি এই প্ৰথা লোপ পালে। নৈৰ ঘাটত কিছুপৰ বিয়ানাম গোৱাৰ পাচত ছোৱালী দুজনীয়ে কলচী লৈ আঠুৰনীয়া পানীত নামি কাঁচিখনেৰে পূবফালে পাঁচবাৰ আৰু পশ্চিমফালে পাঁচবাৰ নৈৰ পানীত দাগ দি কাটি কলচীত পানী ভৰায় আৰু লগে লগে বন্দুকৰ গুলী ফুটোৱা হয়। তাৰ লগে লগে ঢোল-তালো বাজি উঠে। এইদৰে সংগ্ৰহ কৰা পানীৰ লগত কেঁচা মাহ, হালধি, মিঠা তেল আদি মিহলাই এখন ওখ পীৰাত বহুৱাই দৰাক বয়সস্থা তিৰোতাসকলে নোৱাই সাজ-পাৰ পিন্ধায়। আনহাতে দৰাৰ লগত পিতৃ-মাতৃ হানি নোহোৱা আৰু বিবাহযোগ্য গোত্ৰৰ এহাল যুৱক-যুৱতীক "য়াম্‌গুৰ্" (সখি) হিচাপে সাজু কৰা হয়।

ঘৰৰ চাঙৰ পৰা নতুনকৈ সজা সৰু চাং আৰু জখলাইদিহে দৰাক নমাব লাগে। এইদৰে নামোঁতে দৰাই দুফালৰ দুটা ভৰা কলহত পুনৰ দুয়োখন হাতৰ আঙুলি ডুবাব লাগে। দৰাই মাটিত ভৰি থব নাপায়। সেয়েহে ওলাই যোৱাৰ সময়ত দৰাক কান্ধত লৈ দুইকাষে থকা ভৰা কলহত আঙুলি ডুবাবলৈ দি হাতীৰ পিঠিত তুলি দিয়া হয়। উল্লেখযোগ্য যে বিয়াৰ উদ্দেশ্যে সেইদিনা হাতীৰ পিঠিত দৰাই বহিবলগীয়া অংশটো নাৰৰ চৈৰ নিচিনাকৈ সজা বিশেষ ঢাকনিৰে সজোৱা হয়। আজি-কালি যাতায়ত ব্যৱস্থাৰ উন্নতিৰ লগে লগে বিয়াত হাতীৰ পৰিবৰ্তে গাড়ীৰ ব্যৱহাৰ হবলৈ ধৰিলে।

দৰা গৈ কইনাঘৰৰ চোতাল পোৱাৰ অলপ আগতে কলপুলিৰে সজা এখন তোৰণৰ তলত দৰাক আদৰা হয়। দৰা গৈ তোৰণখনৰ সন্মুখ পোৱাৰ লগে লগে কইনাৰ মাকে নাইবা খুৰীয়েকে প্ৰথমে দৰাক চুম্বনেৰে আশীৰ্বাদ দি আদৰাটো নিয়ম। সেই উদ্দেশ্যে অহা কইনাৰ মাক বা খুৰীয়েকৰ চৌপাশে এজাক জীয়ৰী-বোৱাৰীয়ে এখন কাঁহীত এগচি শলিতাসহ বিয়ানাম গাই সহযোগ কৰে। উল্লেখযোগ্য যে পূৰ্বে বিয়ানামবোৰ মিচিং ভাষাত গোৱা হৈছিল যদিও আজি-কালি সেইবোৰ অসমীয়া ভাষাত গোৱা হয়। বিয়া নামবোৰ মিচিং সমাজত "জঃয়ঃ নিঃতম্" বুলিহে খ্যাত। আনুষ্ঠানিকভাৱে আদৰাৰ পাচত দৰাক সেই ৰাতিটোৰ বাবে এটা সাধাৰণ ৰভাৰ তলত থাকিবলৈ দিয়া হয়। সেইদিনা দৰাপক্ষৰ যুৱকসকলে গাঁৱৰ ইমূৰৰ পৰা সিমূৰলৈ প্ৰতিঘৰৰ লোকক তামোল-পাণ বিলোৱাটো বাধ্যতামূলক। উল্লেখযোগ্য যে দৰাপক্ষৰ লোকক আজি-কালিৰ দৰে সম্ভ্ৰমেৰে শুশ্ৰূষা কৰাৰ প্ৰথা নাছিল। দৰাপক্ষৰ লোক মাত্ৰেই লাজ-মান কাতি কৰি আপং, ভাত যি লাগে ঘৰে ঘৰে খুজি খাব পৰা হব লাগিব। এয়াই আছিল নিয়ম।

পিছদিনা পুৱাই উঠি দৰাপক্ষৰ যুৱক সকল দৰাঘৰত সজাব দৰে কইনা-ঘৰতো এখন সৰু চাং নতুনকৈ সজা, তাত দাং লগোৱা, এডাল নতুন জখলা কটা, গাহৰি পোৱা আদি কামত ব্যস্ত হব লাগিব। সিফালে কইনাপক্ষৰ লোকসকলে ঠিক দৰাঘৰত দৰাৰ নোৱনিৰ কাৰণে যি পদ্ধতিৰে পানী তোলা হৈছিল সেই একে পদ্ধতিৰে পানী সংগ্ৰহ কৰি কইনাক নোৱাই-ধোৱাই "য়াম্নী গালুগ্" (কইনাৰ চোলা), "দকচিৰিঃ" (ডিঙিত পিন্ধা মনি বিশেষ), গামখাৰু আদি অয়-অলংকাৰ পিন্ধাই সজাই তোলে। তেতিয়া দৰাক ৰভাৰ তলৰ পৰা কইনাঘৰৰ চাঙৰ ওপৰলৈ নতুনকৈ সজা চাং আৰু জখলাইদি ঢোলে ডগৰে শোভাযাত্ৰা কৰি আদৰি নিয়া হয় আৰু দৰা-কইনাক একেলগে বহি ভোজন কৰিবলৈ দিয়া হয়। ভোজনত সাধাৰণতে পাতত দিয়া বগা বাকলি থকা মাছ খাবলৈ দিয়া হয়।





ভোজনৰ পাচত দৰা-কইনাক সাধু-ভকত সমন্বিতে ৰাইজৰ সমুখত বহুৱাই আশীৰ্বাদ দিয়া হয় আৰু মাঙ্গলিক কাৰ্যৰ লগতে কন্যাদান কাৰ্যও তাতে সম্পাদন কৰা হয়। সেই সময়তে দৰাপক্ষৰ কৰ্তৃত্বশীল লোকজনে ৰাজহুৱাভাৱে "আপোনালোকৰ ছোৱালীৰ হাড়লৈকে আপডাল কৰিম" বুলি প্ৰতিশ্ৰুতি দিয়াৰ লগতে নামমাত্ৰ হলেও গা-ধন দিয়ে। মাঙ্গলিক কাৰ্য সম্পন্ন কৰাৰ পাচত বিয়া নাম আৰম্ভ হয় আৰু লগে লগে ঢোলত চাপৰ পৰে। ঢোলৰ মাত শুনাৰ লগে লগে কইনাৰ কান্দোনৰ ৰোল উঠে। অৰ্থাৎ "য়াম্নী তয়নাম্" (কইনা প্ৰেৰণ)ৰ সময় সমুপস্থিত। লগে লগে ৰাইজে নৱ দম্পতিক আশীৰ্বাদ দি ঢোলে-ডগৰে নতুনকৈ সজা চাং আৰু জখলাইদি চোতাললৈ নমাই আনে, আৰু তাত ডেকা-গাভৰু ৰাইজে আশীৰ্বাদ দি বিদায় দিয়ে। সেই সময়ত কইনাই পিতৃ-মাতৃৰ ঘৰলৈ উলটি নোচোৱাকৈ দুহাতে দুমুঠি চাউল লৈ পিছফালে চটিয়ায়। দৰাৰ ঘৰ পোৱাৰ লগে লগে নৱ দম্পতিক নতুনকৈ সজা সৰু চাং আৰু জখলাইদি ঘৰৰ চাঙলৈ উঠাই নিয়া হয়। দৰা ঘৰত প্ৰৱেশ কৰাৰ লগে লগে "আনু য়াম্নৌ" (ন কইনা)ক আপং চাকিবলৈ দিয়া হয় আৰু সেই আপং খাইহে ৰাইজ ঘৰাঘৰি হয়।

মিচিং সমাজত যৌতুক প্ৰথা নাই। বিয়াৰ দিনা কইনাৰ নিকটাত্মীয় বা বন্ধু-বান্ধৱে উপহাৰ দিয়াৰ প্ৰথা আছে। এই কাৰ্যক মিচিং সকলে "জতক্ বিনাম্" বুলি কয়। কিন্তু বিয়াত "গাদু" (মিৰি জিম) দিয়াটো একালত বাধ্যতামূলক আছিল।

অতীতত মিচিং বিয়াত "য়াম্নী আপ্পুন পুন্নাম্" (কইনা ফুল চিঙা) প্ৰথাও প্ৰচলন আছিল। এই প্ৰথা অনুসৰি দৰা আৰু কইনাৰ নামত দুপাহ ফুল সম্পূৰ্ণ মাঙ্গলিক অনুষ্ঠানৰ মাজেদি চিঙি ৰখা হৈছিল। যিপাহ ফুল প্ৰথমে মৰহি যায় সেইপাহ ফুলৰ সংশ্লিষ্ট গৰাকীৰ প্ৰথমে মৃত্যু হব বুলি বিশ্বাস কৰা হৈছিল।

**১৮.০২ : দুগ্লা লাঃনাম্ :**

পলুৱাই নি পতা বিবাহকে "দুগ্লা লাঃনাম্" বুলি কোৱা হয়। এনে ধৰণৰ বিবাহ দুটা কাৰণত অনুষ্ঠিত হব পাৰে। প্ৰথমতে, প্ৰাক্‌বৈবাহিক প্ৰেমজনিত কাৰণত তৰুণ যুগলৰ মিলনৰ পথত পিতৃ-মাতৃ হেঙাৰ ৰূপে থিয় দিলে এনে বিবাহ সংঘটিত হব পাৰে। দ্বিতীয়তে, কেতিয়াবা ল'ৰা-ছোৱালীৰ মাজতো পাৰস্পৰিক আকৰ্ষণ আছে, পিতৃ-মাতৃৰো সন্মতি আছে, অথচ টকা-পইচাৰ অভাৱত "দাঃৰ মিদাং" পতাটো সম্ভৱ নহয়। তেনে ক্ষেত্ৰতো "দুগ্লা লাঃনাম্" বিবাহ অনুষ্ঠিত হব পাৰে।

এই পদ্ধতিৰ বিবাহত ল'ৰাটোৱে ছোৱালীজনীক পলুৱাই নিয়াৰ লগে লগে ল'ৰাৰ মাক-বাপেকে সাধাৰণতে ল'ৰাটোৰ মামাক বা পেহাকক কটকী হিচাপে প্ৰেৰণ কৰি ছোৱালীৰ পৰিয়ালক বাতৰিটো দিয়ায়। কটকীজনে আৰু দুই এজন

লোক লগত লৈ আপঙৰ কলহ আৰু তামোল-পাণৰ টোপোলা সহ ছোৱালীজনীৰ পিতৃ-মাতৃৰ গাঁৱত উপস্থিত হয় আৰু সেইখন গাঁৱৰে কেইজনমান বয়োজ্যেষ্ঠ লোকক লৈ নিৰ্দ্দিষ্ট ঘৰলৈ যায়। তাত উপস্থিত হৈয়েই কটকী আৰু তেওঁৰ লগত যোৱা লোকসকলে ল'ৰাটোৱে কৰা অপৰাধৰ বাবে ছোৱালীজনীৰ পিতৃ-মাতৃৰ ওচৰত প্ৰথমে ক্ষমা ভিক্ষা কৰে। যদি ছোৱালীজনীৰ পিতৃ-মাতৃ তাত মান্তি হয় তেন্তে গাঁৱৰ আৰু দুই চাৰিজন লোকক আমন্ত্ৰণ কৰি দুয়োপক্ষৰ মাজত সৌহাৰ্দ্যপূৰ্ণ আলোচনাৰ মাজেদি মাঙ্গলিক কাৰ্যখিনি সমাপন কৰাৰ বাবে এটা দিন স্থিৰ কৰা হয়। সেইমতে ল'ৰাপক্ষই আপং, মাছ, তামোল-পাণ আদি লৈ গৈ কইনা-ঘৰত মাঙ্গলিক ক্ৰিয়া, গা-ধন দিয়া আদি কাৰ্য সম্পাদন কৰে আৰু তেতিয়া নৱ-দম্পতি বিবাহিত নৱ-দম্পতি হিচাপে সামাজিকভাৱে স্বীকৃত হয়। তেনে কৰোঁতেও ল'ৰাপক্ষই সেইদিনা ছোৱালীপক্ষৰ গাঁৱৰ ইমূৰৰ পৰা সিমূৰলৈকে প্ৰতিঘৰতে তামোল-পাণ বিলাব লাগে। এইদৰে দেখা যায় প্ৰকৃততে "দুগ্‌লা লাঃনাম্" বিবাহ আনুষ্ঠানিক বিবাহ নহয়, বৰঞ্চ পৰৱৰ্তী কালত আনুষ্ঠানিক স্বীকৃতি প্ৰদান কৰা বিবাহহে। সেই কাৰণে এইদৰে বিবাহিত কিছুমান দম্পতিয়ে সন্তান-সন্ততি হোৱাৰ পাচতো এক প্ৰকাৰৰ আনুষ্ঠানিক বিবাহ অনুষ্ঠিত কৰে যাক মিচিং ভাষাত "আৰ্ৱাকুন্" <("আৰী" =মূল্য +"আকুন্" =টোপোলা) বোলা হয়।

আনহাতে ছোৱালীজনীৰ পিতৃ-মাতৃ যদি সন্মত নহয় তেন্তে সাধাৰণতে কটকী আৰু তেওঁৰ লগত যোৱা লোকসকল অপদস্থ হ'বলগীয়া হয় আৰু তেনে ঘটনাই দুয়োপক্ষৰ মাজৰ সম্বন্ধত তিক্ততাৰ সৃষ্টি কৰে। কেতিয়াবা এনে ঘটনাই দলীয় সংঘৰ্ষৰো সৃষ্টি কৰে।

**১৮.০৩ঃ কুমচু-দঃচুলা লাঃনাম্ঃ**

"কুমচু-দঃচুলা লাঃনাম" মানে হ'ল আশীৰ্বদীয়া বিবাহ। ল'ৰা আৰু ছোৱালী উভয় পক্ষৰ ল'ৰা-ছোৱালীহালৰ বিবাহত সন্মতি থকা স্বত্বেও আৰ্থিক দুৰৱস্থা নাইবা আন বিশেষ অসুবিধাৰ কাৰণে বিয়াখন পতাত অপাৰগ হ'লে সাধাৰণতে "দুগ্‌লা লাঃনাম্"তকৈ "কুমচু-দঃচুলা লাঃনাম" কে অগ্ৰাধিকাৰ দিয়া হয়। এই পদ্ধতিত ল'ৰাটোৱে নিজৰ বন্ধুবৰ্গ আৰু নিকটাত্মীয় লোকক লৈ কইনা-ঘৰলৈ গৈ কইনাৰ পিতৃ-মাতৃ, আত্মীয়-স্বজন আৰু গাঁৱৰ বয়োজ্যেষ্ঠ লোকৰ উপস্থিতিত সকলোৰে পৰা আশীৰ্বাদ লৈ কইনা গ্ৰহণ কৰে।

**১৮.০৪ঃ চলা লাঃনাম্ঃ**

"চলা লাঃনাম্" পদ্ধতিৰ বিবাহ হ'ল অপহৰণ কৰি পতা বিবাহ। অতীজত এই বিবাহ মিচিং সমাজত প্ৰচলিত আছিল যদিও সম্প্ৰতি এই প্ৰকাৰৰ বিয়া সমূলি





নোহোৱা হ'ল। তাৰ কাৰণ হ'ল শিক্ষা-দীক্ষা লাভ কৰাৰ লগে লগে ইচ্ছাৰ বিৰুদ্ধে ছোৱালীক অপহৰণ কৰা কাৰ্যক সামাজিক অপৰাধ হিচাপে গণ্য কৰা হ'ল।

মিচিং বিবাহ-পদ্ধতিত "দাঃৰ্ মিদাং"ৰ বাহিৰে অন্য প্ৰকাৰৰ বিবাহত আনুষ্ঠানিকতাৰ ব্যাপকতা নাই। অন্য প্ৰকাৰৰ বিয়াবোৰ অতি অনুষ্টুপীয়াকৈ পতা হয়।

**১৯.০০ঃ লোক-সাহিত্য ঃ**

লোক-সংস্কৃতিৰ ভাগ সমূহৰ ভিতৰত লোক-সাহিত্যৰ পৰিসৰ অতি বিস্তৃত। লোক-সাহিত্যক মৌখিক সাহিত্যও বোলা হয়। সাহিত্য যিহেতু সমাজ-জীৱনৰে প্ৰতিফলন, সেয়েহে লোক-সাহিত্যত লোক-জীৱনৰ সাৰ্বিক চিত্ৰ জীৱন্ত ৰূপত চিত্ৰিত হৈ থাকে। মৌখিক সাহিত্যৰ পৰিক্ষেত্ৰত মহাকাব্য, মালিতা, লোকগীত, প্ৰবচন, কিংবদন্তি, ফকৰা-যোজনা, জতুৱা-ঠাঁচ আদি অৰ্ন্তভুক্ত। পূজা-পাৰ্বন, উৎসৱ-অনুষ্ঠান, বিভিন্ন কৰ্মবিষয়ক গীতবোৰে উৎকৃষ্ট কাব্য সাহিত্যৰ স্বাক্ষৰ বহন কৰে।

আলোচনাৰ সুবিধাৰ কাৰণে লোক-সাহিত্যক সাধাৰণতে লোকগদ্য, লোকপদ্য বা লোককাব্য আৰু লোকপ্ৰবচন—এই তিনিটা ডাঙৰ ভাগত ভগাই লব পাৰি। লোকগদ্যত লোকসাধু, লোককাব্যত মহাকাব্য, কাহিনীগীত বা বেলাড, লোকগীত আদি কাব্যধৰ্মী ৰচনাবোৰ সামৰি লোৱা হয় আৰু লোকপ্ৰবচনত জতুৱা-ঠাঁচ, সাঁথৰ, প্ৰবচন আদিক সামৰি লোৱা হয়।

লোক-সাহিত্যৰ এক অবিচ্ছেদ্য অঙ্গ হ'ল লোকসঙ্গীত। লোকসঙ্গীতৰ সৰ্বজনগ্ৰাহ্য সংজ্ঞা সাম্প্ৰতিক কাললৈকে কোনেও সুস্পষ্টভাৱে নিৰ্ণয় কৰিব পৰা নাই। সি যিকি নহওক, আন্তৰ্জাতিক আলোচনা চক্ৰ এখনত ১৯৫৫ চনত ষ্টুৱাৰ্ট উইলচনে কৈছিল এইদৰে—"*লোকসঙ্গীত মৌখিক প্ৰবহন প্ৰক্ৰিয়াৰ অৰ্ন্তনিহিত। ই বিবৰ্তনৰ সৃষ্টি আৰু প্ৰবাহমানতা, পৰিবৰ্তন আৰু নিৰ্বাচনৰ পাৰিপাৰ্শ্বিকতাৰ ওপৰত নিৰ্ভৰশীল।*"[৪৫] যুগ যুগ ধৰি মুখে মুখে বাগৰি লোকসঙ্গীত এটা প্ৰজন্মৰ পৰা আন এটা প্ৰজন্মলৈ প্ৰবাহিত হয়। সময়ৰ কষটি শিলত খকা-খুন্দা খাই সেইবোৰ পৰিবৰ্তিত হ'ব পাৰে, পৰিবৰ্ধিত বা সংযোজিত হ'ব পাৰে নাইবা বিয়োজিত হ'ব পাৰে। কিন্তু ইহঁতৰ আবেদনৰ চিৰন্তনতা সৰ্বকালেই একেদৰে প্ৰবাহমান হৈয়েই থাকে। চমুকৈ কবলৈ গলে গীতৰ ভাষা ভৌগোলিক কিন্তু আবেদনৰ ভাষা, সঙ্গীতৰ ভাষা সীমাহীন, সাৰ্বজনীন।

সম্ভৱতঃ নৈসৰ্গিক শক্তিবোৰৰ ঐন্দ্ৰজালিক ৰহস্য ভেদ কৰিব নোৱাৰি কল্পনাপ্ৰৱণ মানুহে দৃশ্যমান জগতৰ বস্তুবোৰকে দৈৱিক ৰূপত কল্পনা কৰি লৈ সেইবোৰকে সুৰীয়া ভাষাত গদগদ ভক্তিত উপাসনা কৰিছিল। ড° মহেশ্বৰ নেওগৰ

ভাষাত কবলৈ গ'লে "..... *আদিম অৱস্থাৰে পৰা মানুহ কল্পনাপ্ৰৱণ আৰু বোধ হয় সভ্যতাৰ চূড়ান্তলৈকে এই প্ৰৱণতা জীয়াই থাকিবই । মানুহৰ অনুভূতিৰ এই সূক্ষ্ম স্পন্দনে চিৰকালেই বায়ু-তৰঙ্গৰ মাজৰ শব্দৰ স্পন্দনৰ ভিতৰেদি আত্ম-প্ৰকাশ ভিক্ষা কৰি আহিছে। এইখিনিতেই ভাষাৰ, কাব্যৰ, সাহিত্যৰ জন্ম ।*'৪৬

**১৯.০১ ঃ লোক-গীত ঃ**

কাব্য সাহিত্যৰ জন্মৰ আগতেই গীতি-সাহিত্যই আত্মপ্ৰকাশ কৰিছিল। অনুভূতিপ্ৰৱণ মানুহৰ অন্তৰে চকু মেলি চাই চাক্ষুষ জগতৰ সৌন্দৰ্য-সুষমাত মুগ্ধ হৈ অনুভূতিৰ বীণৰ তাঁৰত হয়তো অজানিতেই তুলিছিল সুৰৰ ঝংকাৰ। সেই সুৰে সুৰে নিৰ্গত হৈছিল হাঁহি-কান্দোন, প্ৰেম-ঘৃণা, মিলন-বিচ্ছেদ, আশা-নিৰাশা, জয়-পৰাজয়, হৰ্ষ-বিষাদ আদিৰ অভিব্যক্তি। জীৱন-জীৱিকাৰ সংগ্ৰামত পোৱা নানানটা অভিজ্ঞতাৰ সুৰময় প্ৰকাশ ঘটাবলৈ লোক সমাজে বাছি ললে গীতৰ প্ৰসৰিনী শব্দ। তাৰ যোগেদিয়েই আত্মপ্ৰকাশ কৰিলে মনৰ ভিতৰৰ মানুহটোৱে। ড° নেওগৰ মতে "*আত্মপ্ৰকাশ আৰু আত্মপ্ৰসাৰৰ হেঁপাহতেই কাব্যৰ আৰম্ভণী গীতিকা । সকলো দেশৰে সকলো জাতিৰ সকলোৰে অন্তৰত এই হেঁপাহ আছে।*'৪৭

জীৱন সংগ্ৰামত পোৱা নানান অভিজ্ঞতা আৰু চৌপাশৰ জগতখনৰ সৌন্দৰ্য-বৰ্ণনা, সঙ্গ লাভৰ ব্যাকুল বাসনা, প্ৰিয়জনৰ ৰূপ-মাধুৰ্যৰ গৰিমা, প্ৰিয়জনক হেৰুৱাৰ বেদনা, ধুমুহা-গাজনি-বিজুলী, বজ্ৰপাত, শিলাবৃষ্টি, বানপানী আদিৰ দৰে মানুহৰ নিয়ন্ত্ৰণৰ বাহিৰৰ শক্তিৰ প্ৰতি কৰা কাতৰ স্তুতি আদি লোকগীত সমূহৰ প্ৰধান উপজীব্য। এইবোৰৰ ভাষা সৰল, সাৱলীল আৰু সাধাৰণ লোকৰ সহজবোধ্য। ড° প্ৰফুল্ল দত্তগোস্বামীৰ মতে "*এই গীতবোৰত ল'ৰা নিচুকুৱা, খেল-ধেমালি কৰা, তাঁত বোৱা, প্ৰেম-পিৰিতি জনোৱা, মাছ মৰা, চিকাৰ কৰা, ধান বোৱা, নাও বোৱা আদি সহজ জীৱনৰ যি অকৃত্ৰিম দৃশ্য আছে সেইবোৰে সকলো কালতে মানুহক অনাবিল আনন্দ দিব। প্ৰকৃতিৰ অনুৰাগেৰে ৰঞ্জিত হোৱাৰ কাৰণেও এই গীত চিত্তাকৰ্ষক। মানুহ প্ৰকৃতি-মাতৃৰ সন্তান ; মানুহৰ জীৱনৰ, ঘাইকৈ গাঁৱলীয়া জীৱনৰ অভিব্যক্তিয়ে জীপ লয় প্ৰকৃতিৰ পৰা । কেৱল মমতাময়ী প্ৰকৃতিৰ বৰ্ণনাৰ হেতু লোকগীত সমূহ ৰমনীয় হোৱা নাই, প্ৰকৃতিৰ সৌন্দৰ্য হৃদয়েৰে আহৰণ কৰাত নিয়ঁৰে তিওৱা সেউতীৰ দৰে এই গীতবোৰত সৰ্বকালৰ সজীৱতা আছে।*'৪৮ চমুকৈ কবলৈ গলে বাহিৰৰ জগতখনৰ ৰহস্যময় সৌন্দৰ্যৰ তাড়নাত অনুৰণিত হোৱা হৃদয়ৰ উপলব্ধি, আবেগ-অনুভূতিৰে ৰঞ্জিত তাৰুণ্যৰ উন্মাদনা, যৌৱন-মৌবনৰ প্ৰাচুৰ্য কিম্বা উছাহ-উলাহ, গ্ৰাম্য জীৱনৰ অকৃত্ৰিমতা, সৰলতা আদি বৈশিষ্ট্যসমূহ প্ৰাণময় হৈ থাকে লোকগীত সমূহত।





মিচিং সকলৰ গীতি সাহিত্যৰ ভঁৰাল বিভিন্ন মৰ্মস্পৰ্শী গীতৰ সুৰেৰে সমৃদ্ধ। গ্ৰাম্য জীৱনৰ চিৰন্তন অনুভূতি, প্ৰকৃতি স্পৃহা, চহা ভাষাৰ প্ৰাচুৰ্য, তাৰুণ্যৰ ভাবোচ্ছাস, মিলনৰ বাসনা আদি মিচিং লোকগীতৰ বৈশিষ্ট্য।চমুকৈ কবলৈ গলে মিচিং লোকগীতবোৰে মিচিং জনজীৱনৰ এক জীৱন্ত চিত্ৰ বহন কৰে। অজান ৰচয়িতা আৰু অনামী গায়কৰ কণ্ঠৰ পৰা নিগৰি লোকসাধাৰণৰ মুখে মুখে যুগ যুগান্তৰে প্ৰাণ-প্ৰাচুৰ্যৰে ভৰি আছে মিচিং লোকগীতবোৰ । কল্পনাৰ কল্পলোকত বিচৰণ কৰা চহা জীৱনৰ সাৰুৱা হৃদয়ত সৰ্বকালে লহপহকৈ বাঢ়ি থকা লোকগীতবোৰ কল্পনা বিলাসৰ সেউজেৰে চিৰকালেই সজীৱ । বিভিন্ন পৰিৱেশত গোৱা লোকগীতবোৰৰ বিষয়-বস্তুলৈ চাই মিচিং লোক গীতবোৰক পাঁচটা প্ৰধান ভাগত ভাগ কৰিব পাৰি। সেইবোৰ হ'ল—১। অনুষ্ঠানমূলক, ২। কথোপকথনমূলক, ৩। বিননিমূলক, ৪। কৰ্মবিষয়ক আৰু ৫। বিবিধবিষয়ক গীত।

**১৯.০১.০১ ঃ লোক-বাদ্য ঃ**

লোক-গীতত সুৰ আৰু তালৰ ভিন্নতা অনুসৰি গীতৰ গাম্ভীৰ্য অথবা চঞ্চলতা প্ৰকাশ কৰিব পৰাকৈ লোক-সমাজেই ভিন্ ভিন্ প্ৰকাৰৰ বাদ্য-যন্ত্ৰ নিৰ্বাচন কৰি লয়। সেইদৰে মিচিং সমাজেও তেওঁলোকৰ বিভিন্ন গীত-মাতৰ লগত সঙ্গত কৰিব পৰাকৈ কেতবোৰ বাদ্য নিৰ্বাচন কৰি লৈছে। তেওঁলোকে ব্যৱহাৰ কৰা বাদ্য-যন্ত্ৰ সমূহ প্ৰধানকৈ লাউ,বাঁহ, মেগেলা, পশুৰ ছাল আৰু শিঙেৰে নিৰ্মিত। ব্যৱহাৰৰ দিশৰ পৰা বাদ্য সমূহক দুভাগত ভগাব পাৰি — মুখেৰে বজোৱা আৰু হাতেৰে বজোৱা। মুখেৰে বজোৱা বাদ্যৰ ভিতৰত আছে ঔজুগ্ তাপুং, দীব্কিঃ তাপুং, তুঃতগ্ তাপুং, তুম্ব তাপুং, পুমচু তাপুং, জীগ্ৰীঃ তাপুং বা পেম্পা, পিঃলিঃ ইত্যাদি। আনহাতে হাতেৰে বজোৱা বাদ্যৰ ভিতৰত আছে দুম্দুম্ (ঢোল), লুঃপি (তাল), লীঃনঃ-মাৰ্বাং (বৰকাঁহ), দেন্দুন্, দেন্তুগ্ বা দেন্তুলুগ, য়ক্চা, বুঃবুং ইত্যাদি।

**১৯.০২ ঃ লোক-সাধু ঃ**

জহকালি 'কাৰী' অৰ্থাৎ চাংঘৰত সংলগ্ন কৰি বাহিৰত সজা চাঙত ককাক বা আইতাকে নাতি-নাতিনীয়েকহঁতক বিচি বিচি সাধু কৈ শুনোৱাটো মিচিং সমাজৰ এক প্ৰাচীন পৰম্পৰা। সেই সাধুবোৰৰ ভিতৰত 'উই'বোৰে মানুহৰ প্ৰতি দেখুৱা নিষ্ঠুৰতা বিষয়ক সাধু, সৃষ্টিমূলক সাধু, পশু-পক্ষী বিষয়ক সাধু, প্ৰব্ৰজন সম্পৰ্কীয় সাধু আদিয়েই প্ৰধান। গোৱালা চৰাই, ধান, শিহু, জোক-মহ-ডাঁহ আদিৰ জন্ম সম্পৰ্কীয় লোক সাধুবোৰক সৃষ্টিমূলক লোক-সাধুৰ শাৰীত পেলাব পাৰি। আনহাতে 'আবু তুন্তুৰুং' নামৰ সাধুটোৱে অশৰীৰি সত্তাৰ ভয়াৱহতাৰ উপৰিও গছ-বিৰিখ, চৰাই-চিৰিকতিয়ে কেনেকৈ মানুহক উপকাৰ কৰে তাৰো ইঙ্গিত দিয়ে। আজিৰ পৰিৱেশ

সংৰক্ষণৰ প্ৰেক্ষাপটত এই সাধুটোৰ নীতি-শিক্ষাৰ প্ৰাসঙ্গিকতা অপৰিসীম। অন্যহাতে 'বুঢ়া-বুঢ়ী আৰু শিঁয়ালৰ সাধু'টোৰ দৰে সাধুবোৰে জীৱ-জন্তুৰ ধূৰ্তালি আৰু নিৰাপত্তাহীনতাৰ ছবি দাঙি ধৰাৰ উপৰিও মানুহৰ প্ৰতিশোধ পৰায়ণতাৰ দিশটোও উনুকিয়াই দিয়ে।

মিচিং লোক-সাধুবোৰক সামগ্ৰিকভাৱে দুটা ভাগত ভগাব পাৰি। প্ৰথম ভাগত সেই সাধুবোৰক অৰ্ন্তভুক্ত কৰিব পাৰি যিবোৰৰ কাহিনী ভাগত মিচিং জন-জীৱনৰ লোক-বিশ্বাসৰ পৰম্পৰা আৰু সাংস্কৃতিক পৰিম গুলটো নিহিত হৈ আছে। তেনে লোক-সাধুৰ ভিতৰত 'আবু তুন্‌তুৰুং', 'পৌতুকাঃৰিঃ', 'ইকিঃকৌলাং এঃক্কী দঃয়ুং', 'মৃলংকৌ দঃয়ুং' আদি উল্লেখযোগ্য। এই প্ৰকাৰৰ সাধুবোৰ মিচিং লোক-বিশ্বাসৰ তেজ-পানীৰে তজবজীয়া। আনহাতে মিচিং সমাজত এনে অনেক সাধু প্ৰচলিত হৈ আছে যিবোৰত মিচিং আৰু অনামিচিং, বিশেষকৈ অসমীয়া ভাষী সমাজৰ সংমিশ্ৰণৰ উপাদান সুস্পষ্ট হৈ আছে। এই প্ৰকাৰৰ সাধুবোৰক দ্বিতীয় ভাগত পেলাব পাৰি।

এই প্ৰকাৰৰ সাধুবোৰত অনামিচিং লোকৰ জীৱন-যাপন প্ৰণালীৰ পৰিৱেশ সম্বলিত কাহিনী পোৱা যায়। তেনে এটা সাধু হ'ল 'বুঢ়া-বুঢ়ী আৰু শিঁয়াল'ৰ সাধুটো। শিঁয়ালৰ ধূৰ্তালিৰ প্ৰতিশোধ লবৰ বাবে বুঢ়াই মৰা ভাও ধৰি ঘৰৰ ভিতৰত পৰি আছে আৰু বুঢ়ীয়ে বাহিৰত ফেঁকুৰি ফেঁকুৰি কান্দি আছে। বুঢ়ীৰ মুখৰ পৰা বুঢ়াৰ মৃত্যুৰ বাতৰি পাই যেতিয়া শিঁয়ালবোৰে বুঢ়াৰ মৃতদেহ খোৱাৰ লোভত জিভা চেলেকি এটা এটাকৈ দুৱাৰেদি সোমাই গৈছে তেতিয়া বুঢ়ীয়ে পূৰ্বতে কৰা সিদ্ধান্ত অনুযায়ী বুঢ়াক অসমীয়াতে (মিচিঙত নহয়) জনাই আছে —"বুঢ়া, বুঢ়া, এটা সোমালে বুঢ়া।" "বুঢ়া, বুঢ়া, দুটা সোমালে বুঢ়া।" ইত্যাদি। তদুপৰি মিচিঙৰ চাংঘৰত এই অভিনয় সম্ভৱ নহয়। এই অভিনয় কৰিবলৈ হলে মাটিঘৰ লাগিব। গতিকে এই সাধুটোৰ পৰিৱেশটোৰেই অনামিচিং সমাজৰ গৃহবাসনৰ পৰিৱেশ। ঠিক সেই দৰে 'ককায়েক-ভনীয়েকৰ সাধু'টোত কণীধানৰ ভাত ৰান্ধি নি দিওঁতে ককায়েকৰ হাতত মৃত্যু হৈ চৰাই হোৱা ভনীয়েকেও অসমীয়াতে বিনাইছে—"ককাই, বান্দিঃ (বান্ধি) তঃ (থ)।" ইত্যাদি।

**১৯.০৩ ঃ লোক-কথা ঃ**

মিচিং সমাজত অনেক জতুৱা-ঠাঁচ, ফকৰা-যোজনা, প্ৰবচন আদি আছে যিবোৰৰ সংগ্ৰহ, সংৰক্ষণ আৰু প্ৰচাৰে কেৱল মিচিং ভাষাকেই নহয় অসমীয়া ভাষাকো সমৃদ্ধ কৰিব। বিশেষকৈ, মিচিং ভাষাত প্ৰচলিত প্ৰবচন আৰু নীতি-বচনবোৰে অসমীয়া ভাষা-সাহিত্যলৈ প্ৰচুৰ বৰঙণি যোগাব পাৰে। মিচিং সমাজত





প্ৰচলিত কেইটামান প্ৰবচন তলত দিয়া হ'ল।

১। চিবেয়ৌ লম্‌দাগ্‌গম্ অৃচুঙৗ লম্‌মাং।

অৰ্থ ঃ বান্দৰে খৰ্‌ধৰ্ কৰিলেও গছে খৰ্‌ধৰ্ নকৰে।

অৰ্থাৎ কোনো ব্যক্তি বিশেষে কাম এটা সমাধা কৰিবলৈ যিমানেই খৰ্‌ধৰ্ নকৰক কিয় সংশ্লিষ্ট কৰ্তৃত্বশীল মহলে খৰখেদা নকৰিলে সেই কাম সোনকালে সিদ্ধি নহয়।

২। লঃতুঃ দঃএৗ কাঃদৃগ্ কাংকৰৗ, তুম্বৰ চেনাম্ চেদৃগ্ চেকৰৗ।

অৰ্থ ঃ খন্তেকীয়া ৰ'দ চেক্‌চেক্‌কৈ ধৰাৰ দৰে বৰলা বা বিধৱা লোকৰ চঞ্চলতা সীমা চেৰাই যোৱা।

৩। কাংকান্‌নৌদী লঃতুঃ য়াৰিয়ৌ, কাঃঞংনৌদী চিজন্‌-তুৰজনৗ।

অৰ্থ ঃ সুন্দৰজন/সুন্দৰীজনী খন্তেকীয়া, আপচুজন/জনী জীৱন-সঙ্গী।

৪। দুম্বৰ বৗলাম্ চৃক্কাঃমাং অপান্ আগম্ তাত্‌কাঃমাং।

অৰ্থ ঃ দুগৰি পছুৰ খোজ চাই কোনেও চিকাৰ নকৰে, সেইদৰে দুখীয়াৰ কথা কোনেও গুৰত্ব দি নুশুনে।

৫। দৃগৃন্ গুবেঃ মৌন্‌এৃঙৗ, জুব্‌মাঃন কঃকাঃং উৰ্‌এৃঙৗ।

অৰ্থ ঃ জাৰকালি ঘোঁৰা খেদিবলৈ বৰ বেয়া, যিমান ৰাতি হয় সিমান দ ঠাইলৈ যায়।

অৰ্থ ঃ জাৰকালি ঘোঁৰা খেদিবলৈ বৰ বেয়া, যিমান ৰাতি হয় সিমান দ ঠাইলৈ যায়।

অৰ্থ ঃ জাৰকালি ঘোঁৰা খেদিবলৈ বৰ বেয়া। ইত্যাদি।

ঠিক সেইদৰে কৰ্মনিষ্ঠাহীন ল'ৰা-ছোৱালীক কাম কৰাবলৈ বৰ বেয়া। ইত্যাদি।

**২০.০০ ঃ লোককলা ঃ**

মিচিং সমাজৰ প্ৰাচীন সাংস্কৃতিক পৰম্পৰা যদিও চহকী তথাপি লোক-কলাৰ দিশত মিচিং সমাজৰ চহকী ঐতিহ্য নাই যেন লাগে। তেওঁলোকৰ সৌন্দৰ্যবোধ আৰু নান্দনিক আনন্দ বিভিন্ন শৈলীত প্ৰকাশ কৰাৰ বাবে যিদৰে বয়ন-শিল্প আৰু লোক-গীতক সফল মাধ্যম হিচাপে গ্ৰহণ কৰাৰ পৰম্পৰা আছে সেইদৰে লোক-শিল্পক গ্ৰহণ কৰাৰ পৰম্পৰা নাই বুলিব পাৰি। অন্যান্য জনগোষ্ঠীৰ সভ্যতাৰ ইতিহাসত বিকশিত হোৱাৰ দৰে মিচিং সমাজত মৃৎশিল্প, স্থাপত্য আৰু ভাস্কৰ্যৰ বিকাশ হোৱা নাছিল। মাটিৰ বাচন-বৰ্তন ব্যৱহাৰ কৰি আহিছে যদিও সেইবোৰৰ উৎপাদনৰ পৰম্পৰা মিচিং সমাজত নাছিল আৰু এতিয়াও নাই। সেইবোৰ উৎপাদনৰ পৰম্পৰা মিচিং সমাজত নাছিল আৰু এতিয়াও নাই। তেওঁলোকে আপং পৰিপক্ক হবৰ কাৰণে মাটিৰ কলহতে ভৰাই ৰাখে যদিও সেইবোৰ নিজে তৈয়াৰ নকৰে। বাৰিষা কালত নদীয়েদি অনা-নিয়া কৰা কুমাৰৰ পৰাহে সেইবোৰ পণ্যৰ বিনিময়ত সংগ্ৰহ কৰিছিল।

সেইবোৰ পণ্যৰ বিনিময়ত সংগ্ৰহ কৰিছিল।

সেইবোৰ পণ্যৰ বিনিময়ত সংগ্ৰহ কৰিছিল। মিচিং সমাজত পোৱা নাযায়।

স্থাপত্য আৰু ভাস্কৰ্যৰ কোনো পৰম্পৰা মিচিং সমাজত পোৱা নাযায়। কেৱল মাত্ৰ মৃৰং বা মুৰং ঘৰৰ চতিত মছন্দৰী, তৰা, সূৰ্য, চন্দ্ৰ আদি প্ৰাকৃতিক

জগতৰ কেতবোৰ সবল চিত্ৰ অঙ্কণ কৰা দেখা যায়। কোনো কেনো পৰিয়ালৰ ঘৰৰ চতিতো একে ধৰণৰ চিত্ৰই দেখা যায়। গৃহ-নিৰ্মাণ পদ্ধতি দহ খলপীয়া চাংঘৰ আছিল যদিও তাত কাৰু-কাৰ্য খচিত টেক্‌নিক ব্যৱহাৰ কৰাৰ উদাহৰণ নাই। বৰঞ্চ সৰল পদ্ধতিৰ চাংঘৰেই আছিল।

মিচিং নাৰীয়ে পৰিধান কৰা সোণ-ৰূপৰ অলঙ্কাৰবোৰ গঢ়াৰ পৰম্পৰাও মিচিং সমাজত নাছিল। অৰ্থাৎ স্বৰ্ণ-শিল্পৰ পৰম্পৰা মিচিং সমাজত নাছিল। মিচিং নাৰীয়ে পিন্ধা অলঙ্কাৰবোৰ আন সমাজৰ লোকেহে গঢ়িছিল। জৰ্জ ডানবৰে উল্লেখ কৰিছে যে আদী নাৰীয়ে পিন্ধা মণিবোৰ বৰি সম্প্ৰদায়ৰ ব্যৱসায়ী সকলে তিব্বতৰ পৰা আনি যোগান ধৰিছিল। যিহেতু মিচিং আৰু আদী সকল একালত একে ঠাইৰে বাসিন্দা আছিল, সেয়েহে মিচিং নাৰীয়ে ব্যৱহাৰ কৰা মণিবোৰো বৰি সম্প্ৰদায়ৰ ব্যৱসায়ী সকলৰ যোগেদি তিব্বতৰ পৰাই সংগৃহীত হব পাৰে বুলি ভবাৰ থল আছে।

বাঁহ-বেতৰ শিল্পত মিচিং সকল অতি চহকী নহলেও দুখীয়া নাছিল। তেওঁলোকে সুনিপুণভাৱে বেতেৰে বিচনী, টুপী, বাকচ আদিৰ উপৰিও নিত্য ব্যৱহাৰ্য অনেক সঁজুলি তৈয়াৰ কৰি লৈছিল। মিচিং সকলে বেতেৰে বৈ লোৱা বিচনী দীৰ্ঘস্থায়ী আছিল। এখন বিচনী বিশৰ পৰা পচিশ বছৰ পৰ্যন্ত স্থায়ী হৈছিল আৰু তাত শিল্পীজনৰ শিল্প-নৈপুণ্যৰ পৰিচয় পোৱা গৈছিল। সেইদৰে তেওঁলোকে বেতেৰে আকৰ্ষণীয় টুপি তৈয়াৰ কৰি লৈছিল। নিত্য ব্যৱহাৰ্য সামগ্ৰী ৰাখিবৰ বাবে বেতেৰে 'পাঃচাগ্' নামৰ এবিধ চেপেটা সঁজুলি বৈ লৈছিল। সৰু আকৃতিৰ 'পাঃচাগ্'বোৰ মোনাৰ দৰে ওলোমাই লৈ ফুৰিব বিধৰ আছিল। একেদৰে দৈনন্দিন ব্যৱহাৰ্য বস্তু ৰাখিবৰ কাৰণে এবিধ সৰঞ্জাম তেওঁলোকে বেতেৰে তৈয়াৰ কৰি লৈছিল আৰু সেইটো 'পৌৰাব্' (ধোঁৱা চাং)ত বান্ধি ৰখা হৈছিল। তাক কোৱা হৈছিল 'পপৃৰ্'। বেতেৰে তৈয়াৰ কৰা আন এটা উল্লেখযোগ্য সঁজুলি হ'ল 'অৃগৃন' (হোৰা)। এমূৰে এক-ডেৰ ফুট ব্যাসৰ আৰু আনটো মূৰ শঙ্কু আকৃতিৰ এই সঁজুলিৰে আগেয়ে হাবিৰ পৰা বনৰীয়া শাক-পাচলি, খৰি আদি পিঠিত অনা কাৰ্য সম্পাদন কৰা হৈছিল।

'অৌদুম্' বা 'অৌদুন্' হ'ল মিচিং পুৰুষৰ হস্ত-শিল্পত থকা শিল্প-নৈপুণ্যৰ আটাইতকৈ উল্লেখযোগ্য নিদৰ্শন। ই এবিধ বেতেৰে নিৰ্মিত বাকচ। ই বাকচ যদিও ইয়াৰ আকৃতি বৰ্গাকৃতিৰ নাছিল, বৰঞ্চ হাঁহকণীয়াহে আছিল। এই বাকচত কাপোৰ-কানিৰ পৰা আৰম্ভ কৰি সকলো মূল্যবান সামগ্ৰী ৰখা হৈছিল। ইয়াৰ বাহিৰেও মিচিং পুৰুষ সকলে 'পতুম্' (তোম), 'অৌপ' (কুলা), 'দঃলা' (ডলা), 'দৰা' (ঢাৰি),'কৰাই' (খৰাহী), 'চালনিঃ' (চালনী), জুলুকি আদি বাঁহেৰে তৈয়াৰ





কৰি লয়। তদুপৰি পাটীদৈৰে পাটী তৈয়াৰ কৰি লোৱাতো মিচিং পুৰুষ সকল পিছপৰা নাছিল।

মিচিং পুৰুষ সকলে প্ৰস্তুত কৰা মাছ ধৰা সঁজুলিৰ ভিতৰত আছিল, চেপা, খলহা, ডিঙৰা, পাৰৰি, ঠোহা আদি। এনেবোৰ সঁজুলি তৈয়াৰ কৰি লবৰ বাবে মিচিং পুৰুষ সকলে বেত আৰু বাঁহ নিৰ্দিষ্ট জোখত চেউ কৰি 'কুম্বাং'ত শুকুৱাই ৰাখে। হস্ত-শিল্পৰ এই কাৰ্যক মিচিং ভাষাত 'মদুন্ মনাম্' বুলি কোৱা হয়।

কুকুৰাৰ কাৰণে মিচিং সকলে 'পৌৰা', 'পৌতৃৰ' আৰু 'পৌকাং' সাজে। 'পৌৰা' বাঁহেৰে সজা হয় আৰু ইয়াত ডাঙৰ কুকুৰাবোৰ ৰাতি সুমুৱাই ৰখা হয়। 'পৌতৃৰ্' বাঁহ বা বেতেৰে সজা হয়। পোৱালি দিয়া মাইকী কুকুৰাক পোৱালিখিনিৰে সৈতে ইয়াত ৰখা হয়। আনহাতে 'পৌকাং' হৈছে বাঁহ বা বেতেৰে নিৰ্মিত এবিধ বাহ য'ত কুকুৰাই কণী পাৰি পোৱালি জগায়।

মিচিং সমাজত কিছুমান সঁজুলি যিকোনো বয়সৰ লোকে সাজিব নোৱাৰে বা নাপায়। উদাহৰণ স্বৰূপে আপং চকা 'তাঃচুগ্' আৰু 'মৌয়াব্' (বিচনী) কেৱল প্ৰৌঢ় বা বৃদ্ধ লোকেহে সাজিব লাগে। এনেবোৰ সৰঞ্জাম তৈয়াৰ কৰা কাৰ্যত লোক-বিশ্বাস জড়িত হৈ আছে।

ওপৰত উল্লেখ কৰি অহা সঁজুলিবোৰৰ উপৰিও পূজা-পাৰ্বনত ব্যৱহাৰ কৰা 'পপৃৰ্'বোৰও বেত বা বাঁহেৰে সজা হয়। তেনে পপৃৰৰ ভিতৰত দবুৰ বা দবুৰ উইত সজা সৰ্পাকৃতিৰ পপৃৰ আৰু 'উৰম্ পিত্চাগ্'ত সজা 'য়াঁক্পৃৰ্' (এঃগ্ + পপৃৰ = য়াঁক্পৃৰ্) বিশেষভাৱে উল্লেখযোগ্য। এইদৰে সজা প্ৰতিটো বাঁহ-বেতৰ সঁজুলিতে মিচিং সকলৰ কলাত্মক প্ৰতিভা প্ৰকাশ পায়।

**২১.০০ ঃ জন্ম-মৃত্যুৰ সংস্কাৰ ঃ**

জন্ম আৰু মৃত্যুক বিভিন্ন সমাজে নিজা নিজা বিশ্বাস আৰু পৰম্পৰাৰ আধাৰত ভিন্ন প্ৰকাৰে গ্ৰহণ কৰা দেখা যায় আৰু জন্ম-মৃত্যু সম্পৰ্কীয় অনুষ্ঠানো বিভিন্ন ৰূপত পালন কৰা পৰিলক্ষিত হয়। মিচিং সমাজেও জন্ম-মৃত্যুৰ লগত জড়িত কেতবোৰ ৰীতি-নীতি পালন কৰাৰ লগতে জন্ম আৰু মৃত্যু সম্পৰ্কীয় অনুষ্ঠানো পালন কৰে। সেইবোৰ তলত চমুকৈ আলোচনা কৰা হ'ল।

**২১.০১ ঃ জন্ম ঃ**

মিচিং সকলে সন্তান জন্মৰ পৰিঘটনাক অশুচি বুলি গণ্য কৰে। সেই কাৰণে প্ৰসৱ বেদনা আৰম্ভ হোৱাৰ লগে লগে প্ৰসূতীক ৰাখিবলৈ এটা আছুতীয়া কোঠাৰ ব্যৱস্থা কৰা হয়। মিচিং ঘৰৰ ভিতৰভাগ সাধাৰণতে বেৰ দি কোঠাৰ

ব্যৱস্থা কৰা নহয়। কিন্তু প্ৰসূতীৰ কাৰণে ঘৰৰ ভিতৰতে আছুতীয়াকৈ এডোখৰ চাং কোঠাৰ দৰে বেৰি দিয়া হয়। তাত চতিত ৰখা বাঁহৰ পৰা ওলমি থকাকৈ এখন কাপোৰ পকাই বন্ধা হয় যাতে তাৰ মূৰত হাতেৰে ধৰি প্ৰসূতীয়ে বল পাব পাৰে। তাক 'চংলাগ্' বোলে। প্ৰসূতীৰ প্ৰসৱকালীন ব্যৱহাৰৰ কাৰণে এখন কেৰাহীত মাটি অলপ ভৰাই পৃথক জুশাল পাতি দিয়া হয় আৰু তাত অনবৰতে জুই জ্বলাই ৰখা হয়। প্ৰসৱ বেদনা আৰম্ভ হোৱা সময়ৰ পৰা সন্তান জন্ম নোহোৱালৈকে কোঠাটোৰ ভিতৰত গাঁৱৰ অভিজ্ঞ তিৰোতাই প্ৰসূতীক পৰিচৰ্যা কৰি থাকে। এইদৰে প্ৰসূতীক সন্তান জন্মৰ সময়ত কৰা পৰিচৰ্যাক 'অব কাংনাম্' বুলি কোৱা হয়।

প্ৰসৱ বেদনা দীঘলীয়া হোৱা বা সন্তান জন্ম কঠিন হোৱা ঘটনাৰ লগত জড়িত কেতবোৰ লোক-বিশ্বাস মিচিং সমাজত আছে। প্ৰসূতীৰ 'ইমুৰ্-গৃমুৰ্' (অপৰাধ) থাকিলে বা জ্যেষ্ঠজনক নকবলগীয়া কথা কৈ মনত আঘাত দিলে বা অসন্মান কৰিলে সন্তান জন্ম কঠিন হয় বুলি বিশ্বাস। তেনে ক্ষেত্ৰত প্ৰসূতীক অপৰাধৰ স্বীকাৰোক্তি কৰিবলৈ দি দায় ভঙা হয়। কোনো কোনো খেলত স্বামীৰ ভৰি ধোৱা পানীও খাবলৈ দিয়া হয় বুলি জনা যায়। উল্লেখযোগ্য যে প্ৰসূতীক পৰিচৰ্যা কৰা কোঠাটোত অভিজ্ঞ তিৰোতা কেইগৰাকীৰ বাহিৰে আন কাকো সোমাবলৈ দিয়া নহয়। আনকি স্বামীজনকো প্ৰয়োজনৰ বাহিৰে কোঠাটোৰ বাহিৰতে থাকিবলৈ দিয়া হয়।

প্ৰসৱৰ সময়ত প্ৰসূতীয়ে পিন্ধিবৰ বাবে আৰু নৱজাতকক লবৰ বাবে পূৰ্বৰ পৰাই কাপোৰ বৈ সাজু কৰি ৰখা হয়। প্ৰসৱৰ সময়ত প্ৰসূতীয়ে কেৱল নতুন কাপোৰহে পৰিধান কৰে। সন্তান ভূমিষ্ঠ হোৱাৰ লগে লগে নাড়ীডাল কপাহী সূতাৰে টানকৈ বান্ধি কটা হয়। নাড়ী কাটিবলৈ কটাৰী বা কটাৰীজাতীয় লোহাৰ সঁজুলি ব্যৱহাৰ কৰাটো নিষেধ। তাৰ সলনি ধোঁৱা চাঙত তুলি ৰখা সাধাৰণতে ভলুকা বাঁহৰ চুঙা (ধপাতৰ চুঙা)ৰ পৰা এছিটা কাটি উলিয়াই চাঁচি ধাৰাল কৰি তাৰে নাড়ীডাল কটা হয়। নাৰী কটাৰ পাচতে কেচুৱাটোক ভালকৈ ধুই-পখালি নতুন কাপোৰত শুৱাই দিয়া হয়। কেচুৱা জন্মৰ লগে লগে কুকুৰা মাৰি মালকাঠি, বিহলঙনী আৰু জালুকেৰে তেল নিদিয়াকৈ বান্ধি পঃৰ আপঙৰ লগত প্ৰসূতীক জাল খাবলৈ দিয়া হয়। এই জাল খুওৱা কাৰ্য বাজ ওলোৱা কাৰ্য সম্পন্ন নোহোৱা পৰ্যন্ত অব্যাহত থাকে। ইয়াক 'অব য়দনাম্' বুলি কোৱা হয়। সেই কাৰণে পোঁৱাতী তিৰোতাগৰাকীক চাবলৈ অহা প্ৰতিৱেশী বা আত্মীয়-স্বজনে সাধাৰণতে লগত কুকুৰা আৰু চকা পঃৰ আপং লৈ আহে। কোনো কোনো খেলত চেৰাশলীয়া দিন কেইটাত পোঁৱাতী তিৰোতাগৰাকীক কাঁহৰ বাচন ব্যৱহাৰ কৰিবলৈ দিয়া নহয়; পাতহে ব্যৱহাৰ





কৰিবলৈ দিয়া হয়।

পোঁৱাতী তিৰোতাই আনে অহা-যোৱা কৰা দুৱাৰেদি অহা-যোৱা কৰিব নাপায়। সেই কাৰণে কেৱল তেওঁ অহা-যোৱা কৰিবৰ কাৰণে বেৰ কাটি পৃথক দুৱাৰ এখন কৰি দিয়া হয়। কেৱল সেয়ে নহয়; তেওঁ উঠা-নমা কৰিবৰ কাৰণে এডাল পৃথক জখলাৰো ব্যৱস্থা কৰি দিয়া হয়। নৈত গা ধুবলৈ যোৱাৰ সময়ত পোঁৱাতী তিৰোতাই সদায় লগত এখন সৰু কটাৰী বা কাচি লৈ যাব লাগে। কেচুৱাটোৰ মূৰ শিতানতো এখন কটাৰী আৰু এমুঠি সৰিয়হ অনবৰতে ৰখা হয়। কোনো কোনোৱে এমুঠি সৰিয়হ ৰখাৰ পৰিবৰ্তে সৰিয়হৰ এটা সৰু গাৰু বনাই তাত কেচুৱাটোক শুৱায়। কন্যা সন্তান হলে সাধাৰণতে অযুগ্ম সংখ্যাৰ দিনত (সাধাৰণতে পাঁচ দিনত) আৰু পুত্ৰ সন্তান হলে যুগ্ম সংখ্যাৰ দিনত (সাধাৰণতে ছদিনত) বাজ ওলোৱা মাঙ্গলিক অনুষ্ঠান পতা হয়। সেইদিনা কেচুৱাৰ মাক-বাপেক দুয়োৱে শান্তি-পানী খাব লাগে। সেই শান্তি-পানী গোঁসাইৰ কৰ্তৃত্বপ্ৰাপ্ত গাঁৱৰ সাধু বা সাতোলা বা জ্যেষ্ঠ ভকতে বনাই দিয়ে। প্ৰসূতীৰ বাজ ওলোৱা প্ৰথাক 'উচিংনাম্' (শুচি) বুলি কোৱা হয়। অৱশ্যে এই প্ৰথা মিচিং সমাজৰ আদিম পৰম্পৰা যে নহয় তাক 'শুচি' শব্দটোৱেই উনুকিয়াই দিয়ে।

সি যিকি নহওক, বাজ ওলোৱাৰ দিনাই নৱজাতকৰ নামকৰণ কৰাৰ প্ৰথা আছিল। পূৰ্বত নামকৰণৰ এক বিশেষ পদ্ধতি আছিল। সাধাৰণতে মিচিং লোকৰ নামবোৰ দুটা অক্ষৰ বিশিষ্ট আছিল। বাপেকৰ নামৰ দ্বিতীয়টো অক্ষৰেৰে পুতেকৰ নাম আৰম্ভ কৰাৰ প্ৰথা আছিল। উদাহৰণ স্বৰূপে বাপেকৰ নাম 'বতুম্' হলে পুতেকৰ নাম 'তুম'— এই অক্ষৰেৰে আৰম্ভ কৰি 'তুম্কং' বা 'তুম্বং' আদি ৰখাৰ নিয়ম আছিল।

**২১.০২ ঃ মৃত্যু ঃ**

মৃত্যু সকলোৰে বাবে বেদনাদায়ক। মৃত্যু-শোক প্ৰকাশ কৰাৰ সুবিধাৰ কাৰণে গাওঁ-জ্ঞাতি সকলোকে জনাবৰ বাবে সৰু ল'ৰা-ছোৱালীৰ মৃত্যুৰ বাহিৰে বয়সস্থ লোকৰ মৃত্যু হলে মৃত্যুৰ সময়ত সংশ্লিষ্ট ঘৰৰ মূধচত উঠি ঢোলৰ এটা মূৰত এটা নিয়মীয়া লয়ত কোবাই থকা হয়। কেতিয়াবা ঢোলৰ পৰিবৰ্তে বৰকাঁহ কোবোৱা হয়। ঢোল বা বৰকাঁহৰ মাত শুনাৰ লগে লগে গাঁৱৰ সকলো লোকে (আনকি ওচৰৰ বেলেগ গাঁৱৰ লোকেও) পথাৰৰ পৰা কাম-বন এৰি খৰখেদাকৈ আহে আৰু মৃতদেহৰ সৎকাৰৰ ব্যৱস্থা কৰে। মৃতদেহটো যথা ৰীতিৰে ধুই-পখালি তেল ঘঁহি মূৰ ফনিয়াই দি নতুন চোলা-কাপোৰ পিন্ধোৱা হয়। এই সকলো কাম সচৰাচৰ কৰাৰ দৰে কৰা নহয়; ওলোটাকৈ কৰা হয়। কাৰণ এইটো বিশ্বাস

কৰা হয় যে মৃত্যুৰ পাচত মৃতকৰ পৰিয়ালৰ সকলো কামেই ওলোটা। তাৰ পাচত নতুন কাপোৰেৰে শৰদেহটো ঢাকি ঢাৰিত মেৰিয়াই চোতাললৈ নমাই অনা হয়। চোতালত চাঙ্গী বান্ধি তাৰ ওপৰত শৰদেহটো তুলি লৈ যোৱা হয়।

মিচিং সকলে শৰদেহ দাহ নকৰে ; গাঁত খান্দি পোতে। পুতিবৰ বাবে গাঁত খন্দাৰ সময়ত মৃতকৰ বাবে মাটিৰ মূল্য হিচাপে চাৰি চুকৰ বাবে চাৰি অনা (পঁচিশ পইচা) পইচা পেলাই লয়। গাঁত খান্দি তাৰ ভিতৰত শৰদেহটো পোতাৰ আগতে 'কংকুগ্' (কফিনৰ দৰে পুৰণা নাৱেৰে নির্মিত কাঠৰ বাকচ)ত ভৰাই লয় আৰু তাৰ ওপৰতহে মাটি দিয়া হয়। পোতা কার্য শেষ হোৱাৰ পাচত তাৰ চৌপাশে জেওৰা ভেটি মৰিশালিৰ ওপৰত বগা কাপোৰ এখন মেলি দি কাষে কাষে মৃতকে ব্যৱহাৰ কৰা সামগ্ৰীবোৰ দি দিয়া হয়।

শৰদেহ পুতিবলৈ যোৱা লোক সকল ঘূৰি অহাৰ আগতেই চোতালত একুৰা জুই জ্বলাই এটা বাতিত তেল আৰু দুবৰি সাজু কৰি ৰখা হয়। মানুহবোৰ ঘূৰি অহাৰ লগে লগে গৃহস্থই হাতত এমুঠি সৰিয়হ লৈ তেওঁলোকৰ গালৈ ছটিয়াই দিয়ে। তাৰ পাচত তেওঁলোকে গা-পা ধুই ভিজা গাৰে চোতালত জ্বলাই ৰখা জুইকুৰাত হাত সেকি তেল-পানী ঘঁহি কাপোৰ সলায়। তাৰ পাচতহে তেওঁলোক চাঙৰ ওপৰলৈ উঠে। মৃত্যুৰ তিনি দিনৰ দিনা মৃতকৰ তিলনি পতা হয়। কিন্তু এই প্ৰথা মিচিং সমাজৰ নিজা প্ৰাচীন পৰম্পৰা নহয়। হিন্দু ধৰ্মৰ সংস্পৰ্শলৈ অহাৰ পাচতহে এই প্ৰথা মিচিং সকলে গ্ৰহণ কৰে। এই কথা 'তিলনি'—এই শব্দটোৱে নিজে প্ৰকাশ কৰে। কাৰণ শব্দটো মিচিং শব্দ নহয়, অসমীয়া শব্দহে। 'তিলনি' শব্দৰ অৰ্থ 'হেম-কোষ'ত দিয়া আছে এইদৰে—"তিলনি, বি. তিলৰ খেতি, ইতৰ জাতিৰ মানুহে মৰাৰ তিন দিনৰ দিনা মৃতকৰ উদ্দেশে তিল জল আদি দিয়া কাম, a field of the sesamum plants ; a ceremony performed by the low-caste Hindoos on the third day after death." উল্লেখযোগ্য যে তিলনি পতা সকলৰ প্ৰতি সেই সময়ৰ সামাজিক জখলাৰ উচ্চস্থানত থকা লোকৰ ধাৰণা কেনে আছিল তাৰ এটা স্পষ্ট ইঙ্গিত এই শব্দাৰ্থটোৱে দিয়ে।

সি যিকি নহওক, তিলনি পতাৰ পাচত মিচিং সমাজত উৰম্ আপিন্ বা উচিঃ (শুচি) আৰু তাৰ পাচত দদ্গাং (আদ্যশ্ৰাদ্ধ) পতা হয়। এই দুয়োটা সকামেই সংশ্লিষ্ট পৰিয়ালে আৰ্থিক সুচলতাৰ সময় চাইহে পাতে। তাৰ কোনো সময়সীমা নাথাকে।

**প্ৰসঙ্গ নিৰ্দেশনা আৰু গ্ৰন্থপঞ্জী ঃ**

১। Grierson, G. A. (1909) : Linguistic Survey of India, Vol. III






Part I (Second edition 1967) p. 584
২। Mackenzie, A. (1884) : History of the relations of government with the hill tribes of the north-east frontier of Bengal (retitled and reprinted in 1989 as The North-East Frontier of India), p. 33
৩। Robinson, W. (1941) : A Descriptive Account of Assam (reprinted in 1975) p.356
৪। ব্ৰাউন, নাথান সম্পাদিত (১৮৪৮) ঃ আবৰ, বৰ আবৰ, মিৰি আৰু ডফলাৰ বিবৰন ঃ অৰুনোদই, তৃতীয় বছৰ, একাদশ সংখ্যা, ড০ মহেশ্বৰ নেওগ সংকলিত আৰু পুনঃসম্পাদিত, অসম প্ৰকাশন পৰিষদ, পৃঃ ২৮০
৫। Gait, Sir E. (1905) : A History of Assam, p. 323
৬। Grierson, G. A. op cit.
৭। Gazetteer of India, Sibsagar District, 1967, p. 94
৮। Dalton, E. T. quoted in A. J. Maffat Mills' Report on the Province of Assam (2nd ed. 1984), p. 651
৯। Mackenzie, A. (1884) : op cit
১০। Hamilton, A. (1912) : In Abor Jungles (reprinted in 1984), p. 84
১১। Haimendorf-Frurer, Christoph von (1982) : Highlanders of Arunachal Pradesh, p. 9
১২। Datta Choudhury, S. ed. (1981) : Gazetteer of India, Arunachal Pradesh, Subansiri District, p. 82
১৩। Dalton, E. T. (1872) : Descriptive Ethnology of Bengal (retitled and reprinted in 1978 as Tribal History of Eastern India), p. 29
১৪। গোহাঞিবৰুৱা, ৰায়বাহাদুৰ পদ্মনাথ (১৯৩৭) ঃ অসমৰ বুৰঞ্জী (দ্বিতীয় সংস্কৰণ, ১৯৭৬), পৃঃ ১৮১
১৫। Dunbar, G. (1932) : Frontiers (reprinted in 1984), p. 199
১৬। Needham, J. F. (1885) : Outline Grammar of the Shaiyang Miri Language (reprinted in 1913), see the Preface
১৭। Devi, Mrs. L. (1968) : Ahom-Tribal Relations (2nd ed. 1992), p. 209

১৮। Devi, Mrs. L. (1968) : ibid, p. 83

১৯। Mackenzie, A. (1884) : ibid, p. 541

২০। Brown, W. B. : An Outline Grammar of the Deori-Chutiya Language

২১। ভূঞা, শ্ৰীসূৰ্য কুমাৰ সম্পাদিত (১৯৩২)ঃ দেওধাই অসম বুৰঞ্জী (তৃতীয় সংস্কৰণ, ১৯৯০), পৃঃ ২০

২২। ভূঞা, শ্ৰীসূৰ্য কুমাৰ (১৯৪৯) Anglo-Assamese Relations (3rd ed. 1990), p. 15

২৩। Gait, Sir E. (1905) : ibid, p. 74

২৪। গোস্বামী, পণ্ডিত শ্ৰীযুত হেমচন্দ্ৰ (১৯২২)ঃ পুৰণি অসম-বুৰঞ্জী (দ্বিতীয় প্ৰকাশ, ১৯৭৭), পৃঃ ৩৪

২৫। Mills, A. J. Maffat : Report on the Province of Assam (2nd ed. 1984), p. 651

২৬। Hamilton, A. (1912) : ibid, p. 86

২৭। Extracts from the Assam Census Report, 1881 appended to the Mackenzie, A.'s (1884) : History of the relations of government with the hill tribes of the north-east frontier of Bengal (retitled and reprinted in 1989 as The North-East Frontier of India), pp. 541-544

২৮। op cit.

২৯। Lahiri, R. M. : The Annexation of Assam (reprint 1975), p. 39

৩০। Robinson, W. : ibid, p. 362

৩১। Mackenzie, A. : ibid, p. 34

৩২। Grierson, G. A. : ibid, p. 584

৩৩। ব্ৰাউন, নাথান সম্পাদিত (১৮৪৮)ঃ আবৰ, বৰ আবৰ, মিৰি আৰু ডফলাৰ বিবৰন ঃ অৰুনোদই, তৃতীয় বছৰ, একাদশ সংখ্যা, ড০ মহেশ্বৰ নেওগ সংকলিত আৰু পুনঃসম্পাদিত, অসম প্ৰকাশন পৰিষদ, পৃঃ ২৮০

৩৪। Robinson, W. : ibid, p. 356

৩৫। ব্ৰাউন, নাথান সম্পাদিত (১৮৪৮)ঃ আবৰ, বৰ আবৰ, মিৰি আৰু ডফলাৰ বিবৰন ঃ অৰুনোদই, তৃতীয় বছৰ, একাদশ





সংখ্যা, ড০ মহেশ্বৰ নেওগ সংকলিত আৰু পুনঃসম্পাদিত, অসম প্ৰকাশন পৰিষদ, পৃঃ ২৮০

৩৬। Dalton, E. T. quoted in A. J. Maffat Mills' : ibid, p. 651

৩৭। Robinson, W. : ibid, p. 357

৩৮। Mills, A. J. Maffat : ibid, p. 650

৩৯। Hamilton, A. (1912) : ibid, p. 86

৪০। Dalton, E. T. (1872) : ibid, p. 29

৪১। গগৈ, লীলা (১৯৯৪)ঃ লীলা গগৈ ৰচনাৱলী, পৃঃ ১৩

৪২। পামেগাম, তৰণ চন্দ্ৰ ঃ মুৰং ঘৰ ঃ কাগয়ুং, ভৃগুমুনি সম্পাদিত মিচিং সংস্কৃতিৰ আলেখ্য (সংশোধিত আৰু পৰিবৰ্দ্ধিত সংস্কৰণ, ১৯৮৯), পৃঃ ৯৭

৪৩। Dalton, E. T. (1872) : ibid, p. 29

৪৪। Dunbar, G. (1932) : ibid, p. 219

৪৫। Wilson, Steuwart : The Role of Folk Music in Education, appeared in the Music in Education, UNESCO, 1955

৪৬। নেওগ, মহেশ্বৰ ঃ অসমীয়া গীতি সাহিত্য, পৃঃ ১

৪৭। নেওগ, মহেশ্বৰ ঃ পূৰ্বোক্ত গ্ৰন্থ, একেই পৃষ্ঠাত

৪৮। বৰুৱা, বিৰিঞ্চি কুমাৰ ঃ আগকথা, প্ৰফুল্ল দত্তগোস্বামী সম্পাদিত বাৰ মাহৰ তেৰ গীত, পৃঃ ৩

+++

# সোণোৱাল কছাৰী জনজাতি ঃ সমীক্ষাত্মক অধ্যয়ন

নিবেদিতা বড়া সন্দিকৈ

## ০.০০ প্ৰাক্‌কথন

ব্ৰহ্মপুত্ৰ উপত্যকাৰ দুয়োপাৰে বসতি কৰা বৃহৎ বড়ো জনগোষ্ঠীৰ এটি নৃগোষ্ঠী সোণোৱাল কছাৰীসকল। অৰুণাচল প্ৰদেশতো কিছুসংখ্যক সোণোৱাল কছাৰীৰ লোকে বসবাস কৰি আহিছে। জনসংখ্যাৰ ফালৰ পৰা অসমৰ জনজাতিসমূহৰ ভিতৰত তৃতীয় বৃহৎ জনজাতি সোণোৱালসকল। কছাৰী জাতিয়ে অতীতত উত্তৰ-পূৰ্বাঞ্চলৰ বিভিন্ন প্ৰান্তত সিঁচৰতিহৈ বসবাস কৰাৰ লগতে অঞ্চলবিশেষত ৰাজ্য শাসনো কৰিছিল। সোণোৱালসকলৰ পৰিচয় সম্পৰ্কে লিখিত তথা প্ৰামাণ্য তথ্য পাবলৈ নাই যদিও জনশ্ৰুতি, অতিপুৰাণ, লোকবিশ্বাস, গীত-মাতত বিস্তৃত তথ্যৰ সমল পোৱা যায়।

'সৰ্বেশী' যোগিনী পীঠে ধৰ্ম কৈৰাতজঃ মতঃ' — যোগিনী পীঠ অৰ্থাৎ কামৰূপ কিৰাতসম্ভূত জনগোষ্ঠীৰ বাসস্থান হোৱাৰ হেতুকে সোণোৱাল কছাৰীসকলো কৈৰাতধৰ্মী আছিল। হিন্দুসকলৰ সংস্পৰ্শলৈ আহি এওঁলোকে হিন্দুধৰ্ম গ্ৰহণ কৰে। আনহাতে মাজুলীৰ আউনীআটী সত্ৰ আৰু লক্ষীমপুৰ জিলাৰ চেঁচা সত্ৰৰ শৰনীয়া ৰূপে সোণোৱালসকল বৈষ্ণৱপন্থা গ্ৰহণ কৰিলেও সোণোৱালসকলৰ ধৰ্মীয় বিশ্বাসত পৰম্পৰাগত কৈৰাতধৰ্মৰ প্ৰভাৱো লক্ষ্য কৰিব পাৰি। ধৰ্মীয় ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, উৎসৱ অনুষ্ঠান, জীৱন আৰু জগত সম্পৰ্কীয় ধ্যান-ধাৰণাত হিন্দু ধৰ্মৰ লগে লগে কৈৰাত ধৰ্মৰ প্ৰভাৱো মন কৰিবলগীয়া। গতিকে সোণোৱাল কছাৰীৰ সাংস্কৃতিক প্ৰসংগত জাতি আৰু জনজাতিৰ (Caste Tribe Continuum) প্ৰক্ৰিয়াৰ স্থিতি লক্ষ্য কৰিব পাৰি।

অসমৰ জাতি জনজাতি সাংস্কৃতিক অনুবৰ্দ্ধন (Acculturation) আৰু সাংস্কৃতিক সমাহৰণ (Cultural assimilation ) প্ৰক্ৰিয়াৰে লুইতস্বৰূপ অসমীয়া





সংস্কৃতিৰ লগত একীকৃত হৈ সোণোৱাল কছাৰীসকলে বংশ পৰম্পৰা, লোক পৰিৱেশ্য কলা ৰক্ষা কৰি আহিছে।

## ১.০০ সোণোৱাল কছাৰীসকলৰ পৰিয়াল

### ১.০১ সোণোৱাল কছাৰীসকলৰ পৰিচয়

বহু পূৰ্বতে নিজ ভাষা, ধৰ্ম বিসৰ্জন দি অসমীয়া ভাষাৰ গুৰি ধৰি অসমীয়া জাতি গঠনত বিভিন্ন জনগোষ্ঠীৰ লগতে অসমীয়া ভাষা-সাহিত্যলৈ বৰঙণি যোগাই অহা মংগোলীয় জাতিৰ তিব্বতবৰ্মী শাখাৰ বড়ো জনগোষ্ঠীৰ এটি নৃ-গোষ্ঠী সোণোৱাল কছাৰীসকল। অতীজতে শদিয়াৰ হালালী ৰাজ্যত ৰাজপাট খোৱা সোণোৱাল কছাৰীসকল অসমৰ ব্ৰহ্মপুত্ৰ উপত্যকাৰ দুয়োপাৰে- বিশেষকৈ উজনি অসমৰ ডিব্ৰুগড়, শিৱসাগৰ, লক্ষীমপুৰ, ধেমাজি, গোলাঘাট, তিনিচুকীয়া জিলাত বসবাস কৰি আহিছে। এই জনগোষ্ঠীৰ লোকসকলে সুশৃংখল আৰু প্ৰৱল প্ৰতাপেৰে ৰাজ্য শাসন কৰিছিল সেই কথা বিভিন্ন জনশ্ৰুতি আৰু কিম্বদন্তীয়ে সোঁৱৰাই দিয়ে।

সোণোৱাল কছাৰীসকলৰ মাজত প্ৰচলিত জনশ্ৰুতিমতে, শোণিতপুৰৰ বাণৰজা অথবা তেওঁৰ পিছৰ এজন ৰজাৰ ডিমাচা, গাৰ, ভালুক বীৰ আৰু হগ্ৰা নামেৰে চাৰিজন পুত্ৰ আছিল। ডিমাচাই ডিমাপুৰ আৰু কাছাৰত বড়ো বা কছাৰী ৰাজ্য, গাৰ'ই গাৰো পাহাৰত গাৰোৰাজ্য, ভালুকবীৰে বালিপাৰাত আঁকা ৰাজ্য প্ৰতিষ্ঠা কৰে। হগ্ৰাই প্ৰায় এহেজাৰমান লোকৰ সৈতে উত্তৰ দিশে শদিয়ালৈ উজাই আহে। হগ্ৰাৰ লগত উজাই অহা কছাৰীসকলে ৰাজত্বৰ শিথিল অৱস্থালৈ লক্ষ্য কৰি ডিমাপুৰৰ পৰা ফাটি অহা এহেজাৰ কছাৰীৰ সৈতে উজনিলৈ আহি লিকাম, কৰাম, কাৰ্দং, হাগু, তাগু, নৰ আৰু ডফলা নামৰ মিৰি কেইঘৰত আশ্ৰয় লয়হি। আশ্ৰয় গ্ৰহণকাৰী কছাৰীসকলে মিৰি কেইঘৰৰ প্ৰত্যেকৰে সাত ভঁৰালকৈ থকা ধানৰ ভড়াল খাই শেষ কৰাত কছাৰীসকলে উত্তৰলৈ গৈ লালি সুঁতি পাৰ হৈ কুণ্ডিলৰ পাৰত বসতি কৰিবলৈ ল'লে। মিৰি কেইঘৰে হাগু, লিকাম, ডফলা এই তিনিঘৰ মিৰি কছাৰীৰ লগতে আহি হাগু মিৰি, লিকাম মিৰি, ডাফলাৰী নামে জনাজাত হৈ কছাৰীৰ লগত মিলি পৰে। লালি সুঁতিৰ কুণ্ডিলৰ ধুনীয়া পথাৰ আৰু ঘোঁৰা মৰা নৈৰ চৌসীমাত সুখে-সন্তোষে কাল যাপন কৰিবলৈ ধৰিলে। এইসকল বাসিন্দাই কালক্ৰমত সোণোৱাল কছাৰীৰূপে জনাজাত হয়।

আন এটি জনশ্ৰুতিমতে সোণোৱাল কছাৰীসকলে সোণৰ কাম, ঠেঙালসকলে ৰূপৰ কাম আৰু তিৰুৱালসকলে লোৰ কাম জানিছিল। সোণোৱাল কছাৰীসকলে সোৱণশিৰি নৈৰ বালিত সোণৰ চেকুৰা আৰু তিৰুৱালসকলে নগা পাহাৰৰ বৰ্তমানৰ চাফ্ৰাই ষ্টেচনৰ পৰা চাৰি মাইল দূৰত থকা তিৰু পথাৰত লো

থকা সম্ভেদ পাই সেই সমূহৰ পৰা লো উৎপন্ন কৰিবলৈ সমৰ্থ হৈছিল।

সোণোৱাল কছাৰীসকলে সোৱণশিৰি নৈত সোণ কমোৱাৰ বিষয়ে আন এটি জনশ্ৰুতি শুনা যায়- আৰিমত্ত ৰজাই নিজ পিতৃক বধ কৰি পিতৃহন্তা পাপৰ পৰা নিষ্কৃতি পাবৰ হেতুকে এক বিৰাট যজ্ঞৰ আয়োজন কৰিছিল। সেই যজ্ঞৰ পৰা ব্ৰাহ্মণ-সজ্জন সকলো বিৰত থকাত মনৰ সন্তাপত আৰিমত্ত ৰজাই নাও ভৰাই সোণ লৈ আহোঁতে সোৱণশিৰি নৈত নাঁও বুৰে। তেতিয়াৰ পৰাই সোৱণশিৰি নৈত সোণৰ চেকুৰা বিয়পি পৰে। সোণোৱাল কছাৰীসকলে এই কথাৰ ভূ পাই উক্ত নৈৰ পৰা সোণ চাকি উলিয়াবলৈ সক্ষম হয়। সোণোৱাল কছাৰীসকলৰ সোণেৰেই আহোম স্বৰ্গদেৱে শিৱদৌলৰ সোণৰ কলচী নিৰ্মাণ কৰাইছিল বুলি প্ৰবাদ আছে।

কিংবদন্তীৰ মতে ১৬০৮ শকত আউনিআটী সত্ৰৰ সত্ৰাধিকাৰ কেশদেৱে আঠজন ভকতৰে সৈতে গদাধৰ সিংহৰ ভয়ত শদিয়াত আত্মগোপন কৰি আছিল। মহন্তদেৱে কছাৰীসকলৰ মাজত শক্তিপূজা নাইকিয়া কৰি তাৰ ঠাইত বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰিছিল। প্ৰথমে কছাৰীসকলে বৈষ্ণৱ ধৰ্ম গ্ৰহণ কৰিবলৈ আগ্ৰহ দেখুওৱা নাছিল। সেয়েহে তেওঁলোকে মহন্তদেৱক নানা প্ৰকাৰে পৰীক্ষা কৰিছিল। এদিনাখন দুখন আগলি কলাপাতত পাণ-তামোল আগ কৰি এতোলা সোণ ভিতৰত সোমোৱাই লৈ কাকবাঁহৰ এটা চুঙা পুৰি ভিতৰত টেমাৰে সৈতে বন্ধ কৰি চুঙাটো মহন্তদেৱে পানীখোৱা ঘাটলৈ সভক্তিৰে উটুৱাই দিলে। মহন্তদেৱে ব্ৰহ্মপুত্ৰৰ ঘাটলৈ আহি ধ্যান কৰি থাকোঁতে সকলো কথা জানিব পাৰি চুঙাটোক প্ৰাৰ্থনা জনোৱাত চুঙা আহি তেওঁৰ আঁচলত পৰিলহি। মহন্তদেৱে চুঙাটো নি কছাৰীসকলক দিলেগৈ। কছাৰীসকলে মহন্তৰ অপাৰ মহিমাৰ বিষয়ে জানি তেওঁৰ প্ৰতি ভক্তি ভাব উদয় হৈ সোণ ৰূপ আদিৰে ভাৰ-ভেটি দি তেওঁৰ ওচৰত শৰণ ল'বলৈ ধৰিলে। কালক্ৰমত সোণ লৈ শৰণাপন্ন হোৱা কছাৰীসকলক 'সোণোৱাল কছাৰী' আৰু ৰূপ লৈ শৰণাপন্ন হোৱা কছাৰীসকলক 'ঠেঙাল কছাৰী' নামে জনাজাত হ'ল।

সোণোৱাল কছাৰীসকলৰ গুৰুঘাতৰ মালিতাৰ প্ৰতি লক্ষ্য কৰিলে দেখা যায় যে, সাগৰ মন্থন কৰি অমৃত উলিয়াই পান কৰিবলৈ ধৰোঁতে সাগৰ শুকাই ছিৱাল ফটা দি ফাটিল। সাগৰৰ জীৱ জন্তু সকলো মৃত্যুৰ কৰাল গ্ৰাসত পৰিল। সেই সময়ত দেৱাদিদেৱ শিৱ ধ্যানত মগ্ন আছিল। শিৱৰ ধ্যান ভাঙিবলৈ 'কেশৰী সোণোৱাল' সকলে সোণৰ তাল, তামৰ মৃদং বজাই গান্ধৰ্ব গায়ন-বায়নৰে সৈতে আগবাঢ়িল। কালক্ৰমত 'কেশৰী সিনোৱাল' সকলেই সোণোৱাল নামে জনাজাত হ'ল।

হাইদাং গীতৰ তৃতীয় অধ্যায়ত 'কুলৰ ডাঙৰ লাই মিক্ৰদ্ধে' উক্তিৰ পৰা





অনুমান কৰিব পাৰি যে, কছাৰীসকলে বিষ্ণুৰ পৰা এটি সোণৰ মেকুৰী লাভ কৰিছিল। বলি আছিল বিষ্ণুৰ ভক্ত। তেওঁ বৈষ্ণৱ ধৰ্মক ৰাজধৰ্ম কৰি তুলিছিল। বামনৰূপী বিষ্ণুৰ চলনাত বলি দ্বীপ ত্যাগ কৰি সুতলীপুৰী (ত্ৰিপুৰা)লৈ যাবলৈ বাধ্য হ'ল। সুতলী পুৰীলৈ যাওঁতে বলিয়ে বিষ্ণুপ্ৰদত্ত সোণৰ মেকুৰীটো লগত লৈ গৈছিল। ত্ৰিমূৰ্তি বিশিষ্ট সোণৰ মেকুৰীটো আছিল বৈষ্ণৱ ধৰ্মৰ প্ৰতীক। প্ৰচলিত বিশ্বাস যে, সোণৰ মেকুৰীটোক উপাসনা কৰিলে সৰ্বসিদ্ধি হয়। যি বংশত এই সোণৰ মেকুৰীটো আছিল, সেই বংশ আছিল কছাৰীসকলৰ শ্ৰেষ্ঠ বংশ। সময়ৰ সোঁতত বিষ্ণুবংশীয় কছাৰীসকলেই সোণোৱাল কছাৰী নামে খ্যাত হ'ল।

সোণোৱাল কছাৰীসকলৰ জীৱন পৰিক্ৰমা মন কৰিবলগীয়া। তেওঁলোকে ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰত সুখে-সন্তোষে বসতি কৰিছিল যদিও শদিয়াখোৱা গোঁসায়ে সহিব নোৱাৰি নিজৰ জীয়েকৰ বিয়ালৈ বুলি ভুৱাকৈ নিমন্ত্ৰণ কৰি লথৰা নামৰ চিংফৌ ডেকা এজনৰ হতুৱাই মাৰ-ধৰ কৰি অপমান কৰে। ইয়াৰ পিছতে কছাৰীসকলে সেই ঠাই পৰিত্যাগ কৰি লুইত পাৰ হৈ আহে। শদিয়াখোৱা গোঁসাইৰ কু-কৰ্মৰ কীৰ্তিক লৈ সোণোৱালসকলে বিহুগীত গায়।-

নালে শুৱনি
কাকে দা
দহ শইকীয়া
তাৰ মাজত শদিয়াখোৱা
শদিয়াখোৱা নৰকী
নৰকত পৰিলে
লথৰাই লগাই
ভাঙিলে দেশ...

ওপৰত উল্লেখ কৰা জনশ্ৰুতিকেইটাৰ ওপৰত নিৰ্ভৰ কৰি ক'ব পাৰি যে,
ওপৰত উল্লেখ কৰা জনশ্ৰুতিকেইটাৰ ওপৰত নিৰ্ভৰ কৰি ক'ব পাৰি যে,

এই লোকসকল মূলতঃ কছাৰী সম্প্ৰদায়ৰ। কছাৰীমূলৰ সোণ কমোৱা বৃত্তিধাৰী
লোকসকলেই কালক্ৰমত সোণোৱাল কছাৰী হিচাবে পৰিচিত হয় অৰ্থাৎ যিসকল
কছাৰীয়ে নদীত সোণ ধোৱা বা সোণ কমোৱা বৃত্তি গ্ৰহণ কৰিছিল তেওঁলোকেই
সোণোৱাল (সোণ+ওৱাল)। ইয়াৰ পৰা সহজে অনুমেয় যে, সোণোৱাল কছাৰী
নামটো বৃত্তিমূলক। আমাৰ এই অনুমানৰ অনুকূলে E.A.Gaitৰ তলত দিয়া উক্তি
বিশেষকৈ আঙুলিয়াব পাৰি- "Many people were changed in gold wash-
ing. They had to pay to the royal exchequer one 'tola' of gold per

head per year. Gold could be procured from the sand as all places on the bank of the Brahmaputra. According to the reports on the administration of Assam. 1892-93 and 1901-1902, the rivers of Assam which yielded gold were those of the Darrang and Lakhimpur District, North of the Brahmaputra, the Brahmaputra itself in its Upper course of the Noa-Dihing and Buridihing and small stream called Janle which rises in the Tipam hills into the Buridihing. In Sibasagar District the Dhansiri, the Dosai and Jhanji were said to auriferous. One of the streams, the Bharaloi, Dikrang and Sowansiri in Darrang and Lakhimpur seen to have formally given the largest quantities gold washing was done by a guild known as Sonowal Khel.

**জনশ্ৰুতি সম্পৰ্কে বৈজ্ঞানিক বিশ্লেষণ**

জনশ্ৰুতি আৰু ইতিহাসৰ তথ্য চালি জাৰি চাই আমি এই সিদ্ধান্তত উপনীত হ'ব পাৰোঁ যে, জাতি-উপজাতি আৰু জনজাতি নিৰ্বিশেষে সকলোৱে তেওঁলোকৰ উৎপত্তিৰ সম্বন্ধে কোনো প্ৰতিষ্ঠিত ৰজা বা দেৱতাৰ লগত সম্পৰ্ক ৰখাটো এক গৌৰৱৰ বিষয়ৰূপে গণ্য কৰে। তাৰ উদাহৰণ উক্ত জনশ্ৰুতিসমূহত পোৱা যায়। সোণোৱাল কছাৰীৰ উপাস্য দেৱতা খ্ৰীং দেৱতা। সেইহেতু সোণোৱাল কছাৰীসকলৰো জনশ্ৰুতিৰ টেবু (Tabu) ৰ প্ৰাধান্যতাৰ কথাকে নিৰ্দেশ দিয়ে।

জনশ্ৰুতিসমূহত উল্লেখ থকা প্ৰবাদসমূহৰ বিজ্ঞানভিত্তিক বিশ্লেষণ কৰিলে সোণোৱাল জনজাতিসকলৰ বাসভূমিৰ ক্ষেত্ৰত এই সিদ্ধান্তত উপনীত হ'ব পাৰোঁ যে, তেওঁলোকে ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ এটি আদিম অধিবাসী আৰু তেওঁলোকৰ শদিয়াৰ হালালীত এখন ৰাজ্য থকাটো ঐতিহাসিকভাৱে সত্য। কাৰণ আটাইকেইটা জনশ্ৰুতিয়ে সোণোৱালসকল যে অসমৰ আদিমবাসী তাক নিশ্চিতভাৱে ঠাৱৰ কৰিছে।

অন্ন-বস্ত্ৰ আৰু বাসভূমিৰ সন্ধানত যে মানুহজাতিয়ে পৃথিৱীৰ বিভিন্ন ঠাইলৈ প্ৰব্ৰজন কৰিছিল ই ঐতিহাসিকভাৱে সত্য। সোণোৱালসকলে অৰ্থনৈতিক কাৰণতেই তিৰ্বত হৈ প্ৰাচীন অসমৰ শদিয়াৰ হালালী ৰাজ্যত বিয়পি পৰিছিল বুলি মতামত দিব পৰা যায়।

**১.০২ পৰিয়াল আৰু পৰিয়ালৰ সংযুতি**

পৰিয়াল মানৱ সমাজৰ অন্যতম আৰু অতি মৌলিক সংস্থা। ইয়াক কেন্দ্ৰ কৰিয়েই মানুহৰ সামাজিক জীৱন গঢ়ি উঠে। ঐতিহাসিক দৃষ্টিকোণৰ পৰা চালে





দেখা যায় যে পৰিয়ালৰ জৰিয়তে মানুহে পোন প্ৰথমবাৰৰ বাবে আৰু পৰিয়ালৰ সংযুতিৰ মাধ্যমেৰে সমাজ-সংগঠন কৰি জীৱন নিৰ্বাহ কৰিবলৈ শিকে। কিয়নো কেইবাটাও পৰিয়াল যেতিয়া সংঘবদ্ধ হৈ একো একো ঠাইত কিছু স্থায়ীভাৱে জীৱন-যাপন কৰিবলৈ লয়, তেতিয়াৰ পৰাই মানুহৰ সামাজিক জীৱনৰ আৰম্ভণি হয়। আনহাতে ব্যক্তিগত দৃষ্টিকোণৰ ফালৰ পৰাও পৰিয়ালেই মানুহৰ সামাজিক জীৱনৰ প্ৰথম পদক্ষেপ। পৰিয়ালতেই মানুহৰ জন্ম হয়, ইয়াতেই ডাঙৰ দীঘল হয় আৰু ইয়াৰ জৰিয়তেই সামাজিক জীৱনৰ সকলোখিনি প্ৰাথমিক কথা শিকি নিজকে সমাজৰ এজন উপযুক্ত ব্যক্তি হিচাপে গঢ়ি তোলে। মেক আইভাৰ আৰু পেজৰ মতে, পৰিয়াল এটা নিৰ্দিষ্ট আৰু স্থায়ী যৌন সমন্ধৰ দ্বাৰা নিৰ্দ্ধাৰিত সামাজিক গোট যি গোটে সন্তান জন্ম দিয়া আৰু সিহঁতক লালন পালন কৰা কাৰ্য সমাপন কৰিব পাৰে।[1]

সোণোৱাল কছাৰীসকলৰ পৰিয়াল আৰু পৰিয়ালৰ সংযুতিৰ লগত ওচৰ-চুবুৰীয়া গাঁৱৰ অজনজাতীয় পৰিয়াল আৰু পৰিয়ালৰ সংযুতিৰ মিল আছে আৰু ইয়ে অসমীয়া সংস্কৃতিৰ গতিধাৰাক সোণালী সূতাৰে বান্ধি ৰাখিছে। সাধাৰণতে পিতৃ, খুড়া, আই, খুড়ী, নবৌ, ল'ৰা-ছোৱালী আদি এককৰ সমষ্টিয়েই সোণোৱাল পৰিয়াল।

**১.০৩ পৰিয়াল**

প্ৰত্নতত্ত্ববিদসকলে মানুহৰ যৌন প্ৰবৃত্তিক নিয়ম শৃংখলাৰে বান্ধিবলৈ যাওঁতে পৰিয়ালৰ জন্ম হোৱাৰ কাৰণে মানৱসমাজৰ পৰিয়াল দুভাগত ভাগ কৰিছে-

ক. পিতৃপ্ৰধান পৰিয়াল

খ. মাতৃপ্ৰধান পৰিয়াল

লোক সংস্কৃতিৰ গৱেষক ড° বিৰিঞ্চি কুমাৰ বৰুৱাদেৱৰ মতে, মংগোলীয় গোষ্ঠীৰ বড়ো কছাৰীসকল মাতৃপ্ৰধান জাতিৰ পৰা অহা লোক। তেখেতৰ মতে অসমীয়া ঘৰুৱা জীৱনত স্ত্ৰীজাতিৰ স্বাধীনতাত বড়ো কছাৰীৰ সংস্কৃতিৰ প্ৰভাৱ পৰিছে। অসমৰ মংগোলীয় গোষ্ঠীৰ ভিতৰত বড়ো শাখাৰ গাৰোসকল আজিও মাতৃপ্ৰধান হৈ আছে। কিন্তু স্বৰূপাৰ্থত বড়ো কছাৰীসকল পিতৃপ্ৰধান হৈ আছে। এই বড়ো কছাৰীৰে এটি নৃ-গোষ্ঠী সোণোৱাল কছাৰীসকল পিতৃপ্ৰধান পৰিয়ালৰ।

**পিতৃপ্ৰধান পৰিয়াল**

সোণোৱালসমাজ পিতৃপ্ৰধান সমাজ। পৰিয়ালৰ প্ৰধান ব্যক্তি বা মুখিয়ালজন পিতৃ নতুবা পিতৃস্থানীয় যিকোনো পুৰুষ। পৰিয়ালৰ সকলোধৰণৰ কৰ্তৃত্ব পিতৃৰ হাততেই ন্যস্ত থাকে। সা-সম্পত্তি পিতৃৰ অধিকাৰৰ ভিতৰত পৰে। অৰ্থাৎ পৰিয়ালৰ মূল কৰ্তা পিতৃ। পিতৃৰ অবিহনে পিতৃস্থানীয় যিকোনো পুৰুষ ব্যক্তিয়েই অৰ্থাৎ পুত্ৰ

বা ভ্ৰাতৃ সম্বন্ধীয় লোক পৰিয়ালৰ কৰ্তা হ'ব পাৰে।

সোণোৱালসমাজে পৰিয়ালৰ ব্যক্তিসকলৰ নামৰ উপাধি পিতৃৰ উপাধি অনুসৰি গ্ৰহণ কৰে। পিতৃৰ উপাধি পুত্ৰ-জীয়ৰী (অবিবাহিত) আৰু পত্নীয়ে গ্ৰহণ কৰে। অৱশ্যে পত্নীৰ ক্ষেত্ৰত ইয়াৰ ব্যতিক্ৰম নোহোৱা নহয়। আজিকালি পত্নীয়ে পিতৃ-মাতৃৰ স্বকীয়তা ৰক্ষা কৰাৰ নিমিত্তে পতি-পত্নীৰ দুয়োৰে সংমিশ্ৰিত উপাধি গ্ৰহণ কৰে। সোণোৱাল সন্তানসকলে পিতৃৰ উপাধি গ্ৰহণ কৰাৰ ফলত পিতৃৰ বংশানুক্ৰম ৰক্ষা পৰে।

অন্যান্য পিতৃপ্ৰধান পৰিয়াল পদ্ধতিত বিবাহৰ পিছ মুহূৰ্তৰ পৰাই পত্নীয়ে নিজৰ পিতৃ-মাতৃৰ ঘৰ চিৰকালৰ বাবেই ত্যাগ কৰি পতিৰ ঘৰ বা পৰিয়াললৈ আঁতৰি আহিবলগীয়া হয় আৰু দম্পতীৰ সন্তান-সন্ততি পতিগৃহতেই ডাঙৰ-দীঘল হোৱাৰ দৰে সোণোৱাল কছাৰী সমাজতো এইদৰে লালিত-পালিত হয়। সেয়েহে সোণোৱাল পৰিয়ালক পিতৃপ্ৰধান পৰিয়াল বুলি কোৱা হয়।

**যৌথ পৰিয়াল**

যৌথ পৰিয়াল সোণোৱাল সমাজত এতিয়াও কম-বেছি পৰিমাণে আছে। যৌথ পৰিয়াল এটাতকৈ বেছি প্ৰাথমিক পৰিয়ালৰ সমষ্টি। কিয়নো কছাৰী সমাজত এহাল পিতৃ-মাতৃৰ সন্তানসকল বিবাহিত হোৱাৰ পাছতো নিজৰ নিজৰ গাইগুটীয়া বা প্ৰাথমিক পৰিয়ালৰে সৈতে মূল পৰিয়ালত অভিন্ন হৈ থাকে। একেখন ঘৰতে উমৈহতীয়া জীৱন-যাপন কৰাৰ হেতুকে আৰ্থিক পুঁজি, শস্যৰ ভঁৰাল, জীৱ-জন্তু আদি পালন কৰি সৰল জীৱন-যাপন কৰি আহিছে। এওঁলোকে একে মূলমন্ত্ৰকে বিশ্বাস ৰাখে।

**১.০৪ বংশ গোত্ৰ-গোট**

সোণোৱাল কছাৰীসকল সুশৃংখলিত আৰু সু-সংস্কৃতিসম্পন্ন এটি নৃ-গোষ্ঠী। কছাৰীসকলৰ মাজত প্ৰচলিত প্ৰবাদমতে তেওঁলোকৰ ফৈদ ১২ টা। অৱশ্যে মুখে মুখে চলি থকা নামবিলাকৰ বাদে লিখিত নথি পত্ৰ এই সন্দৰ্ভত অতি কমহে ওলাইছে। বিহুৰ সময়ত 'কিৰাত-কিৰাতী'- পূজাত 'ৰহি-মদ' আদিৰে মন্ত্ৰৰ যোগে পূজাৰীয়ে নৈবেদ্য আগবঢ়োৱাৰ প্ৰথা অতীত কালৰেপৰাই প্ৰচলিত হৈ আহিছে। পূজাৰীয়ে মন্ত্ৰৰ জৰিয়তে আটাইবিলাক বংশৰ নামত একেলগে দেৱতাৰ নৈবেদ্য আগবঢ়ায়। সেই মন্ত্ৰত ১২ টা ফৈদৰ নাম পোৱা যায়-

| | | | | | |
|---|---|---|---|---|---|
| (১) ডমচয়ঁ | ঃ | ডিমাচা | (২) জুহললইয়ঁ | ঃ | লালুং |
| (৩) বড়হয়ঁ | ঃ | বড়ো | (৪) ইনটুহজয়ঁ | ঃ | হজয় |
| (৫) বাদুসোণলয় | ঃ | সোণোৱাল | (৬) ইনটুনিখয়ঁ | ঃ | মৰাণ |





| | | | | | |
|---|---|---|---|---|---|
| (৭) উউনয় | ঃ | দেউৰী | (৮) ইনটুমেয়েঁ | ঃ | মেজ |
| (৯) কুচুময়ঁ | ঃ | কোচ | (১০) ইনটুগাভোয়ঁ | ঃ | গাৰো |
| (১১) বাভাকিবাতয় | ঃ | ৰাভা | (১২) বাদুহজয় | ঃ | হাজং |

ইয়াত 'জুই'-শব্দই চন্দ্ৰৰ নিচিনা মুখ আৰু 'ইনটু' শব্দই বলীৰ বা প্ৰতাপী অৰ্থ বুজায়। বোধহয় এই নামবিলাক কছাৰীসকলৰ আদি পুৰুষসকলৰ নাম আৰু এই নামানুসৰি ফৈদবিলাকৰ নামকৰণ কৰা হৈছে। কছাৰীসকল এই বাৰটা ফৈদৰ অন্যতম। সোণোৱাল কছাৰী ফৈদৰ মানুহে পুৰণি কালৰে পৰাই বৰ্তমান শদিয়া, ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰৰ ডাঙৰী অঞ্চল আৰু ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে লক্ষীমপুৰত বসতি কৰি আহিছে। এই লোকবসতি কৰা স্বাধীনৰাজ্যখনৰ নাম হালালী। সেইসময়ৰ সোণোৱাল কছাৰীসকলে 'কছাৰী' বুলিয়েই পৰিচয় দিছিল, কাৰণ হাইদাং গীতত 'আদি যুগৰ কছাৰী হাইদাং দে'- বুলি পোৱা যায়।

সোণোৱাল কছাৰী বংশৰ উৎপত্তি কেনেকৈ হ'ল জনা নাযায় যদিও বংশ সমূহৰ নাম পোৱা গৈছে, অৱশ্যে বংশ বিভাজন প্ৰক্ৰিয়াটোহে জনা নাযায়। কছাৰীসকলৰ আদি পুৰুষজনৰ নাম অনুসৰিয়েই বংশৰ নাম ৰূপে প্ৰচলিত হৈ আহিছে। সোণোৱাল কছাৰীসমাজৰ এগৰাকী বিদগ্ধ পণ্ডিত ৰজনীকান্ত হাজৰিকাদেৱৰ মতে, সোণোৱাল বংশ ২৩ টা। তেওঁলোকৰ আদি পুৰুষসকলৰ নামানুসৰি বংশৰ বিৱৰণ এনেধৰণৰ-

| আদি পুৰুষ | বংশৰ নাম |
|---|---|
| মদনফাৰ | মদনিয়াল |
| ডিঙিফাৰ | ডিঙিয়াল |
| মানিকফাৰ | মানিকীয়াল |
| বৰহাজংফাৰ | বৰহাজোৱাল |
| সৰুহাজংফাৰ | সৰুহাজোৱাল |
| মুক্তাফাৰ | মুক্তাল |
| ফৰমালফাৰ | ফৰমাল |
| এজমফাৰ | এজমাল |
| কুমাৰফাৰ | কুমফাৰ |
| লাঠিবিংফাৰ | লাঠিয়াল |
| দৰংফাৰ | দংৰাল |
| চটিওয়াৰ | চটিওৱাল |
| ডেক্ৰাফাৰ | ডেক্ৰাৰ |

| | |
|---|---|
| হগ্ৰাফাৰ | হগ্ৰাল |
| বক্সোফাৰ | বক্সোৱাল |
| চুঙ্গিফাৰ | চুঙ্গিয়াল |
| ধাদুংফাৰ | ধানুমিয়াল |
| ঠেৰাংফাৰ | ঠেঙাল |
| শুক্ৰাফাৰ | শুক্ৰাল |
| দলংফাৰ | দলঙীয়াল |
| বৰমাফাৰ | বৰমাল |
| মুখৰাফাৰ | মুখৰাল |
| চুলাংফাৰ | চুলিয়াল |

সোণোৱাল কছাৰীসকলৰ বংশৰ নামবোৰৰ গঠনৰীতি আৰু বৈশিষ্ট্যলৈ লক্ষ্য কৰি সহজেই ক'ব পাৰি যে, এইবোৰ বড়ো ভাষাৰ পৰা আহিছে। অৱশ্যে ধ্বনি পৰিৱৰ্তনৰ ৰীতিৰ মাজেৰে পৰিবৰ্তিত হৈ অসমীয়া ভাষালৈ অহাৰ কাৰণে সাধাৰণ তাৰতম্য হোৱাটো স্বাভাৱিক।

সোণোৱাল সমাজৰ মতে তেওঁলোকৰ সমাজত বংশ ১৪ টা-

(১) হগ্ৰাল, (২) মুক্তাল (মুকুতিয়াল), (৩) মদন, (৪) মানিকীয়াল, (৫) এহমান, (৬) ফৰমাল, (৭) বৰহাজোৱাল,

(৮) সৰু হাজোৱাল, (৯) কুমৰালি, (১০) ঢেকিয়াল, (১১) ডিঙিয়াল, (১২) লথিয়াল, (১৩) দঙ্গৰাল, (১৪) চেতিয়াল।

সোণোৱাল কছাৰীৰ বংশলতা, গুণ আৰু জন্ম অনুসৰি সৃষ্টি হোৱা বুলি কোৱা হয়। কাৰণ বংশলতাবিলাক তেওঁলোকৰ প্ৰধানকৈ পুৰুষ প্ৰধান। একোটা বংশৰ প্ৰৱৰ্তক একোজন বাস্তৱ আদি পুৰুষ। অৰ্থাৎ একোজন উপৰিপুৰুষৰ নামানুসৰি একোটা বংশ সৃষ্টি হৈছে। বংশ সৃষ্টি সামাজিক সংগঠনৰ একোটা প্ৰধান বৈশিষ্ট্য।

সোণোৱাল কছাৰী বংশলতাৰ লগত বড়ো কছাৰীৰ বংশলতা দেখা যায়।-

| বড়ো বংশ নাম | সোণোৱাল বংশ নাম |
|---|---|
| স্বৰ্গ আৱৈ | স্বৰ্গাৰী |
| দৈ আৱৈ | দৈমাৰী |
| গৈ আৱৈ | গাথিৰি |
| গৈ বাৰী আৱৈ | গেব্ৰাৰী |
| খেবকটা আৱৈ | খেব্ৰাৰী |





| | |
|---|---|
| খেচা আৱৈ | ষাখিৰী |
| ঢেকাৰী আৱৈ | ঢেকিয়াৰী |
| খঙলো আৱৈ | খনিৰী |
| ফাদাম আৱৈ | ফেটাৰী |
| বাহ আৱৈ | বাহজানী, বাহৰায়ী |
| বেৰজা আৱৈ | বেচনাৰী |
| গাণ্ট্ৰেট আৱৈ | গেজেপী, গেলেপী |
| নাজী আৱৈ | নাকৰী |
| যাত্ৰা আৱৈ | মাক্ৰাৰী |

সোণোৱাল কছাৰীৰ চাৰিটা পৰিয়াল মিলি এটা বংশৰ সৃষ্টি হয়। এই বংশবোৰ বাঢ়ি বহুতো পৰিয়াল হৈছে। সোণোৱাল পৰিয়ালবিলাকে হালালী ৰাজ্যত থাকোঁতে নানা কাৰ্য সমাপন কৰিছিল বুলি জনবিশ্বাস প্ৰচলিত।-

| | | |
|---|---|---|
| পুৰোহিত কাৰ্য সমাপন | ঃ | গুৰুৰী, চুৰুৰী, বৰবাকিৰী, ভাকলীৰী, লক্ষনাৰী, চাকলাৰী, পূজাৰী আদি |
| শস্য উৎপাদন | ঃ | তুঁহগুৰি, টেপাৰী, আজলাৰী, লাৰাঙী আদি। |
| বনানীকৰণ | ঃ | খলিৰী, ঢুকুৰানী, সংগিয়াৰী, মাৰলগাৰী আদি। |
| বাঁহ শিল্পৰ দায়িত্ব | ঃ | বাহগিৰি, বাগীৰি, ভালিৰী আদি পৰিয়াল। |
| ঘাটৰ দায়িত্ব | ঃ | কেকুৰাৰী, ডেমাৰী, গাঠিৰী আদি |
| হাটজোৰৰ কৰ সংগ্ৰহ | ঃ | হাটখুৰাৰী, কেদালী, লাজিচিৰা আদি আৰু বেহা-বেপাৰ-বাণিজ্য |
| মিস্ত্ৰী আৰু খনিকৰ | ঃ | নদীয়াৰী, মিচনাৰী, সুফুদুমী আদি |
| উলু খেৰ, খেৰৰ দায়িত্ব | ঃ | ওদৰী, ওৰাৰী আদি (এওঁলোকে ৰজাৰ ওচৰত খেৰৰ যোগান দিব লাগিছিল।) |
| বাদ্যযন্ত্ৰ সজাৰ দায়িত্ব | ঃ | চাং পতৰা, বাজনাৰী আদি |
| মৰাশ কঢ়িওৱা | ঃ | মেকুৰী, যুক্তাৰী, গেজেৰী, শগুণ, মিৰি আদি |
| ৰজাৰ মৃত্যুৰ বাতৰি প্ৰচাৰ কৰাৰ উপৰিও মৃতকৰ বাবে কাৰ্য সমাপনৰ দায়িত্ব | ঃ | ফুটকাৰী, তেজেয়ানী, ভাকুলী আদি |

| | | |
|---|---|---|
| বলিশালত বলি হিচাপে | | |
| থকা দায়িত্ব | ঃ | ডেকাৰী, বাগলীৰী আদি |
| তামোল পাণৰ যোগনিয়াৰ | ঃ | বৈতাৰী আদি |
| নাপিতৰ দায়িত্ব | ঃ | ফাটোৱালী, নেজকটৰী, ঠাকুৰী, ফেনাৰী আদি |
| তাঁতিৰ দায়িত্ব | ঃ | বাউলাৰী, চেলেঙী |
| ৰাজখোৱাৰ দায়িত্ব | ঃ | বালি, গিতাৰী, গাঠিৰী। |

**১.০৫ পৰিয়ালৰ আন্তঃগাঁথনি ঃ**

গ্ৰাম্য চহা জীৱনত সোণোৱাল কছাৰীসকলৰ পৰিয়ালৰ আন্তঃগাঁথনি সাধাৰণতে যৌথ পৰিয়ালযুক্ত। 'গোত্ৰ' সূচিত কৰাৰ প্ৰসংগত সোণোৱাল কছাৰীসকলৰ মাজত পৰিয়াল বা 'সঁচ' শব্দটোহে ব্যৱহাৰ কৰা হয়। আন জনজাতিৰ দৰে একে গোত্ৰৰ মাজত বিয়াবাৰু নিষিদ্ধ। আৰ্য সমাজত একোজন ঋষিৰ বংশধৰ সকলক একে গোত্ৰলোকৰূপে বিবেচনা কৰা হয়। যেনেঃ পৰাশৰ গোত্ৰ, বশিষ্ঠ গোত্ৰ, ভৰদ্বাজ গোত্ৰ ইত্যাদি। সোণোৱাল সকলৰ সমাজতো একোজন মূল পুৰুষ বা আদি পুৰুষৰ জৰিয়তে একোটা গোত্ৰ বা পৰিয়াল বা সঁচৰ সৃষ্টি হৈছে। উদাহৰণস্বৰূপে তুঁহগুৰি নামৰ আদি পুৰুষৰ জৰিয়তে সৃষ্টি হৈছে তুঁহগুৰি গোত্ৰ বা পৰিয়াল বা সঁচৰ। সেইদৰে গেজেৰী নামৰ আদি পুৰুষৰ পৰা সৃষ্টি হৈছে 'গেজেপি' গোত্ৰ বা পৰিয়াল বা সঁচৰ। সোণোৱাল সকলৰ বিশ্বাস পৰম্পৰাত এনেধৰণৰ ১৩৬ টা গোত্ৰ বা সঁচ বা পৰিয়ালৰ প্ৰচলন আছে। তাৰে ভিতৰত ১৩৩ টা গোত্ৰ বা সঁচৰ নাম পোৱা যায়।

সোণোৱাল কছাৰী সমাজ মূলতঃ পিতৃ প্ৰধান যদিও সৰলমনা চহাপ্ৰাণ সোণোৱাল নৃ-গোষ্ঠীটোৰ মাজত-কিছুমান সহজাত মানৱীয় অনুভূতি বিৰাজিত হৈ থাকে। পতি-পত্নীৰ মাজত প্ৰেম-প্ৰীতি, পিতৃ-মাতৃ আৰু সন্তানসকলৰ মাজত স্নেহ, দয়ামমতা, সন্তানসকলৰ মাজতো ভ্ৰাতৃসুলভ মৰম স্নেহ ইত্যাদি পৰিলক্ষিত হয়। হাজাৰ দুখ দৈন্যৰ মাজতো আবেগ, অনুভূতিৰ বাবে মানুহে মনৰ শান্তি লাভ কৰে। পৰিয়ালৰ ব্যক্তিসকলেই সকলো সুখ-দুখ, হাঁহি-কান্দোন, যশ-অপমানৰ সমভাগী হয়। যিবোৰ সমাজত আধুনিক অৱসৰ বিনোদনৰ সুবিধা নাই, সেইবোৰ সমাজত পৰিয়ালেই মানুহৰ শাৰীৰিক আৰু মানসিক অৱসৰ বিনোদনৰ প্ৰধান স্থান। শীতকালি জুহালৰ কাষত নতুবা চ'ৰাঘৰৰ মাজত পৰিয়ালৰ সদৌটিয়ে বহিলৈ শীতৰ মিঠা উমৰ অনুভৱেৰে জুহালৰ কাষত বহুতো উন্নয়নমূলক কামৰ আঁচনি, কামৰ অগ্ৰগতি, ভৱিষ্যত কৰ্মপন্থা দিহা পৰামৰ্শ আদি আলোচনা কৰে। ঠিক সেইদৰে জহকালিৰ





জুৰ মলয়া বতাহৰ আমেজেৰে চোতালত সমূহীয়া উন্নয়নমূলক আঁচনি পৰ্যালোচনা কৰি গৃহত শান্তিৰ পৰিৱেশ বিয়পাই পেলায়। উপযুক্ত ব্যক্তি হিচাবে সমাজৰ আগত পৰিচয় কৰাই দিবৰ বাবে সোণোৱাল গ্ৰাম্য সমাজৰ পৰিয়ালৰ ব্যক্তিসকলৰ অহৰহ প্ৰচেষ্টা মন কৰিবলগীয়া। দেশ আৰু জাতিৰ ভৱিষ্যত স্বৰূপ সন্তানসকলক সু-নাগৰিকৰূপে গঢ়ি তুলিবলৈ কৰা প্ৰচেষ্টাত সোণোৱালসকলৰ ভূমিকা উল্লেখযোগ্য।

**২.০০ সোণোৱাল কছাৰীসকলৰ'সমাজ জীৱন**

**২.০১ সমাজ জীৱন**

আন আন জাতি-জনজাতিৰ দৰে সোণোৱালসকলেও সমাজপাতি বাস কৰে। শান্তিপ্ৰিয় সোণোৱালসকলে সামাজিক নীতি শৃংখলাৰ প্ৰতি বিশেষ শ্ৰদ্ধাশীল। গাঁৱৰ মুখিয়ালজনক 'গাঁওবুঢ়া' খিতাপ দিয়া হয়। সোণোৱাল কছাৰী সমাজখনৰ অজনজাতি সমাজৰ লগত সাদৃশ্য আছে। গাঁও আৰু সমাজখন পৰিচালনা কৰিবৰ বাবে গাঁওবুঢ়া, বাৰিক, পাঠক, আশীৰ্বদীয়া বুঢ়া, গীতঘাই, মেধি, তামুলী, ৰান্ধনি, বায়ন আদি বিষয়বাব আছে। গাঁওবুঢ়াই গাঁৱৰ শান্তি শৃংখলা আৰু ঐক্য সম্প্ৰীতিৰ প্ৰধান গুৰিয়াল। নামঘৰ পৰিচালনা, বিভিন্ন উৎসৱ-অনুষ্ঠান-তিথি আদি পালন, ৰাজহুৱা হিচাপ-নিকাচৰ সমুদায় জমা-খৰচৰ হিচাপ বাৰিকৰ হাততে থাকে। সকাম-নিকাম, পাৰিবাৰিক বিভিন্ন ধৰণৰ ধৰ্মীয় তথা মাংগলিক কাৰ্যত পাঠকে শাস্ত্ৰ পাঠ কৰে আৰু আশীৰ্বদীয়া বুঢ়াই সকলো সকাম-নিকাম তথা মাংগলিক কাৰ্যত আশীৰ্বাদ দিয়া, মেধিয়ে গীত-পদ আশীৰ্বাদেৰে সকাম-নিকাম পৰিচালনা কৰা, হুচৰি আৰু অন্যান্য ধৰ্মীয় অনুষ্ঠানত ধৰ্মমূলক গীত-পদ-ৰাগ দিয়া, তামুলীয়ে তামোল-পাণ কটা, ৰান্ধনিয়ে ৰন্ধন কাৰ্য কৰা, বায়নে গায়ন-বায়ন ৰাগ পদ দিয়া প্ৰত্যেকটো সামাজিক কাম সুচাৰুৰূপে বিষয়ববীয়া সকলে পৰিচালনা কৰে। আভ্যন্তৰীণ দিশৰ মামলা-মোকৰ্দমা আদিত কৰ্ট-কাছাৰীৰ হস্তক্ষেপ হোৱাটো সোণোৱাল সমাজে বাঞ্চা নকৰে। সেয়েহে নামঘৰতে গাঁৱৰ মেল মোকৰ্দমা আদিৰ বিচাৰ-কৰা হয় আৰু সেইমতে শাস্তি প্ৰদান কৰা হয়। আনহাতে গুৰুতৰ অপৰাধত সোণোৱাল সমাজে এঘৰীয়া কৰা নতুবা খুঁটিমৰা প্ৰথাও প্ৰচলিত।

ওচৰ-চুবুৰীয়া জাতি আহোম, মটক, মৰাণ, চুতীয়া, চিংফৌ, খামতিৰ মাজত অতীতৰ পৰা সামাজিক ক্ষেত্ৰত ভাৱ-ভাষা, ধৰ্মৰ আদান-প্ৰদান হোৱাৰ নিদৰ্শন সোণোৱাল কছাৰী সমাজত দেখা যায়। মৰাণ, মটকৰ সামাজিক আৰু ধৰ্ম সম্বন্ধীয় সকলো ক্ষেত্ৰত 'কছাৰী বুঢ়া'ৰ স্থান আগশাৰীত। চিংফৌ, খামতিৰ মাজত সিঁচৰতি হৈ থকা 'দোৱনীয়া' সকল সোণোৱাল কছাৰী বুলি বিজ্ঞসকলে অনুমান কৰিছে।

২.০২ বৈবাহিক সম্পৰ্ক

আন জনজাতীয় সমাজৰ নিচিনাকৈ বিবাহৰ জৰিয়তে এহাল পূর্ণবয়স্ক ডেকা-গাভৰুৰে পূর্ণতা লাভ কৰে বুলি সোণোৱাল সকলেও বিশ্বাস কৰি আহিছে। তেওঁলোকৰ সমাজত অতীজৰপৰা সামাজিক নীতি-নিয়মৰ মাজেৰে বিবাহ অনুষ্ঠিত হৈ আহিছে। বিবাহৰ ক্ষেত্ৰত কঠোৰ নীতি-নিয়ম, যৌতুকৰ ব্যৱস্থা বা গা-ধন দিয়াৰ প্ৰথা নাই। সোণোৱাল বিবাহৰ প্ৰসংগত পৰিদৃষ্ট হোৱা সামাজিক নিষিদ্ধ আচৰণবোৰ এনে ধৰণৰ-

১. একে বংশ অৰ্থাৎ একেটা গোত্ৰ বা পৰিয়ালৰ ডেকা-গাভৰুৰ মাজত বিবাহ সম্পাদিত হ'ব নোৱাৰে।

২. পিতৃৰ ভায়েকৰ লগত বা ভায়েকৰ পুতেকৰ লগত নতুবা মাতৃৰ ভগ্নী বা ভগ্নীৰ জীয়ৰীৰ লগত বিবাহ হ'ব নোৱাৰে। কাৰণ মাতৃৰ ভগ্নীক মাহী নতুবা ভগ্নীৰ জীয়ৰীৰ সৈতে বায়েক-ভনীয়েকৰ সম্বন্ধ ঘটে।

৩. মোমায়েকৰ পুতেক অথবা জীয়েকৰ লগতো বিবাহৰ সম্পৰ্ক ঘটিব নোৱাৰে। ইয়াৰ পৰা সহজে অনুমান কৰিব পাৰি যে, সোণোৱাল সকলৰ বিবাহ পদ্ধতিৰ ক্ষেত্ৰত হিন্দু বিবাহ পদ্ধতিৰ গভীৰ প্ৰভাৱ পৰিছে। এনেবোৰ প্ৰসংগতে সামাজিকভাৱে বিবাহ সিদ্ধ হ'ব পাৰে--

৪. সাধাৰণতে সোণোৱাল ডেকাৰ লগতহে সোণোৱাল গাভৰুৰ বিবাহ সিদ্ধ হ'ব পাৰে।

৫. একে পৰিয়াল বা একে গোত্ৰৰ ভিতৰত ডেকা-গাভৰু নহ'লেও বিবাহ সিদ্ধ হ'ব পাৰে। যেনে-- নাকৰী পৰিয়ালৰ জীয়ৰীক দাফলাৰী পৰিয়ালৰ ডেকাই বিয়া কৰাব পাৰে।

৬. দূৰ সম্পৰ্কীয় ডেকা-গাভৰুৰ মাজতো বিবাহ অনুষ্ঠিত হ'ব পাৰে।

৭. আন জনজাতি নতুবা অ-জনজাতি লোকৰ সৈতেও বিবাহ হোৱাত বাধা নাই।

সোণোৱাল কছাৰীৰ বৈবাহিক সম্পৰ্কৰ ক্ষেত্ৰখন বৰ কটকটীয়া। অন্যথা ইয়াৰ ব্যতিক্ৰম হ'লে সমাজৰ পৰা 'এঘৰীয়া' কৰা হয়।

সোণোৱাল বিবাহ ছয় প্ৰকাৰৰ দেখা যায়--

ক. নোৱাই-ধোৱাই দিয়া অৰ্থাৎ বৰ বিয়া।

খ. হোম পুৰি কৰা বিবাহ অৰ্থাৎ প্ৰজাপত্য বিবাহ।

গ. গান্ধৰ্ব প্ৰথা মতে হোৱা বিবাহ।

ঘ. পলুৱাই নিয়া বিয়া অৰ্থাৎ ৰাক্ষস বিবাহ।





ঙ. আসুৰিক বিয়া।

চ. অনুষ্ঠুপীয়া নতুবা ৰভা সৰকাই দিয়া বিবাহ।

সোণোৱাল সমাজত বিবাহ প্ৰণালীক কেন্দ্ৰ কৰি ফকৰা-যোজনাও প্ৰচলিত আছে-

আহোমৰ চকলং, হিন্দুৰ বেই
তোমাৰ পাতলিত পৰিছোঁ, যেই কৰা সেই।

২.০৩ অৰ্থনৈতিক আৰু শৈক্ষিক জীৱন

চহাপ্ৰাণ সোণোৱালসকল প্ৰধানকৈ কৃষিজীৱি। কৃষিকৰ্মই তেওঁলোকৰ জীৱন। কৃষিৰ ওপৰতে নিৰ্ভৰ কৰি পৰিয়াল পৰিচালনা কৰি আহিছে। ধান, মাহ, হালধি, পাণ, তামোল, আলু, বেঙেনা, লাও, কোমোৰা আদি কৰি বিবিধ শাক পাচলি আদি নিজে উৎপাদন কৰি তথা বিক্ৰী কৰিও অৰ্থনৈতিকভাৱে স্বাৱলম্বী হৈছে। পাণ তামোলৰ ভৰা বাৰীয়ে সোণোৱাল লোকজীৱনত কৰ্ম-সংস্কৃতিৰ পৰিচয় দিয়ে। ইয়াৰ উপৰিও আম, লেটেকু, পনিয়ল, আনাৰস, নাৰিকল আদি ৰোপণ কৰি তেওঁলোকে উপাৰ্জন কৰে।

সোণোৱাল কছাৰীসকল যদিও মূলতঃ কৃষিজীৱি তথাপিও তেওঁলোকৰ বহুলোকে বিভিন্ন কৰ্মক্ষেত্ৰত সংস্থাপিত হৈ আহিছে। উচ্চপদবীধাৰীৰ পৰা চতুৰ্থ শ্ৰেণী কৰ্মচাৰীলৈকে নিজ নিজ কৰ্মক্ষেত্ৰত সুচাৰুৰূপে নিয়োজিত হৈ অহাৰ ফলত আৰ্থিকভাৱে টনকিয়াল হ'ব পাৰিছে। সমাজৰ উন্নতিৰ অবিচ্ছেদ্য অংগ শিক্ষা। ভাৰতীয় সংবিধানে অসমৰ অনুসূচিত জনজাতি বুলি পৰিচয় দিয়া সোণোৱাল কছাৰীসকলে শিক্ষা, বাণিজ্য, ব্যৱসায়, চাকৰি, -বাকৰি সকলোতে সংৰক্ষণ ব্যৱস্থা পাই যদিও বহু মেধাসম্পন্ন ছাত্ৰ ছাত্ৰীয়ে মেধাৰ জৰিয়তে সুচাৰুৰূপে শিক্ষা সমাপ্ত কৰে আৰু অন্যান্য জাতি-জনজাতিৰ লগত খোজত খোজ মিলাই আগবাঢ়িব পাৰিছে। অৱশ্যে শিক্ষাৰ ক্ষেত্ৰত সোণোৱাল গ্ৰাম্য সমাজ বেছি আগবঢ়া নাই যদিও এই সমাজ লিখা পঢ়া কৰিব নজনা মানুহ খুউব কমহে ওলাব। চৰকাৰী চাকৰিয়াল উচ্চপদস্থ বিষয়া, ওকালতি, ডাক্তৰ, ইঞ্জিনিয়াৰিং, সাহিত্যিক, শিক্ষক, চাহ বাগিছাৰ পৰিচালক আদি কৰি সকলো বিভাগৰ লোক সোণোৱাল কছাৰীৰ সমাজত আছে। ইতিমধ্যে সোণোৱাল কছাৰী গাঁওবিলাকত প্ৰাথমিক বিদ্যালয়, মাধ্যমিক বিদ্যালয় স্থাপন হৈছে। নিৰক্ষৰতাৰ সংখ্যাৰ হাৰ ক্ৰমে ক্ৰমে নাইকীয়া হৈ পৰিছে। নগৰে চহৰে বসবাস কৰি সোণোৱাল সমাজে শিক্ষা গ্ৰহণ কৰাত মন উদাৰ আৰু পৰিপক্ক হৈ উঠিছে। অৱশ্যে শিক্ষাৰ প্ৰতি অৱহেলাৰ দৃষ্টি গাঁও অঞ্চলত দুই একৰ বৰ্তমানেও আছে। তৎস্বত্বেও সোণোৱাল কছাৰীৰ সমাজ শিক্ষাৰ জগতত ক্ৰমান্বয়ে সফলতাৰ আগবাঢ়ি গৈছে।

### ২.০৪ সোণোৱাল কছাৰীসকলৰ ধৰ্মীয় জীৱন

সোণোৱাল কছাৰীসকলৰ ধৰ্মীয় জীৱন লোক বিশ্বাসৰ ওপৰত আধাৰিত। সোণোৱালসকলৰ খ্ৰীং খ্ৰীং বাইথ' পূজা আদিম কালৰে পৰা পালন কৰি আহিছে। ধৰ্মীয় ৰীতি-নীতি সামাজিক পৰম্পৰা আদিয়ে বাইথ' পূজাৰ গুৰুত্ব আৰু মহত্বক উচ্চ আসন প্ৰদান কৰি আহিছে।

সোণোৱাল কছাৰীসকলে শিৱক খ্ৰীং ৰজা বুলি কয়। খ্ৰীং হৈছে খ + ৰ + ঈ + ৰ = চাৰিমুঠি জীৱ = উৰুণ, বুৰুণ, গজন আৰু ভ্ৰমন। পুৰুষ প্ৰকৃতিৰ যৌথ শক্তিৰ প্ৰতীকৰূপে মূল মন্দিৰৰ মূল খুটাৰ গুৰিত পুৰুষ আৰু প্ৰকৃতিত দুটা চাৰিমুখীয়া চাকি সংলগ্ন কৰি পূজাৰ বাবে দুখন শালত যুটীয়া পূজা ভাগ দিয়া হয়। ইয়াৰ উপৰিও পুৰুষ আৰু প্ৰকৃতি যৌথ পূজাৰ বাবে ইয়াক বাইথ' পূজা বুলি কোৱা হয় আৰু মূল যৌথ পুৰুষ শালত সেৱা ভাগ আগবঢ়াওক বাইথ' বুলি কোৱা হয়। বাইথ' হৈছে পঞ্চ ভৌতিক কৰ্ম ব+ আ + ই + থ + অ। ৰজা হগ্ৰা আৰু গজাই গুৰু অন্তৰ্ধান হোৱাৰ পিছত ৰজা আৰু গুৰুৰ ভাৱৰ দায়িত্ব দিয়াৰ বাবে মূল পূজা আগবঢ়োৱাজনক ৰাজগুৰু উপাধিৰে সম্বোধন কৰা হয়।

সোণোৱাল কছাৰী সমাজত খ্ৰীং খ্ৰীং বাইথ' পূজাৰ উপৰিও বাঘদেউ পূজা, গাতিগিৰি পূজা, গজাই পূজা, সৰগদেউ পূজা, জলখাই পূজা, কুলাচামন পূজা, ৰঙাচামন পূজা, বৰচামন পূজা, ক্ষত্ৰীয় পূজা, খিন ভঙা পূজা, গো কালিকা পূজা, বুঢ়াবুঢ়ী পূজা, বলিয়া বাবা পূজা, কেচাঁইখাতী পূজা আদি অনুষ্ঠিত কৰে।

ইয়াৰ উপৰিও লখিমীসবাহ, ভূৰ উটোৱা সবাহ, নৱাচিগা সবাহ, বালিসবাহ, বাৰীৰ চুকৰ সবাহ, চেঙেলী মাছৰ সকাম, অপেশ্বৰী সবাহ, গৰখীয়া সবাহ, ফলমূলৰ সবাহ, কচু কুঁৱৰী, আই সবাহ, কাছ ঘাঁহ কটা, হাবি জুই লগোৱা, ডাঙৰ গছ কটা, উজান মাছ ধৰা, বৰ সবাহ, আয়ুস তোলা সকাম, বুঢ়াপোহা সকাম, মৰাক দিয়া সকাম, গা সলনি দিয়া, উজান মাছ ধৰা, চিটিকা বা ফান্দ পতা, চকৰা চকৰী গীত, আদি ধৰ্মপ্ৰান সোণোৱালসকলে সবাহ অনুষ্ঠিত কৰি আহিছে।

### ২.০৫ সোণোৱাল সমাজত জন্ম-মৃত্যুৰ লোকাচাৰ

ক. জন্মৰ সম্পৰ্কে লোকাচাৰ ঃ

প্ৰত্যেক জনগোষ্ঠীৰে জন্মৰ কিছুমান নিজস্ব লোকাচাৰ আছে। মৌখিকভাৱে প্ৰচলিত এই লোকাচাৰসমূহত অনেক বিধি-বিধান আৰু লোকবিশ্বাস জড়িত হৈ আছে। সন্তান সম্ভৱা মাতৃয়ে গৰ্ভত সন্তান ধাৰণ কৰাৰ পৰাই বিভিন্ন নীতি নিয়ম মানি চলিবলগীয়া হয়। সন্তানৰ পিতৃক জীৱহত্যাৰ পৰা বিৰত ৰখা, শৱ- সৎকাৰত অংশ গ্ৰহণ কৰা, চোৰ কৰা, মাছ ধৰা, চিকাৰলৈ যোৱা আদি কাৰ্য্যত বাধা দিয়া





হয়। আনহাতে মাতৃগৰাকীক চন্দ্ৰ গ্ৰহণ, সূৰ্য্য গ্ৰহণ আদি চাবলৈ নিদিয়া, গধুৰ বস্তু দাঙিবলৈ নিদিয়া, মন্ত্ৰ পূত তাবিজ, ৰচী আদি পৰিধান কৰিবলৈ বিধান দিয়া হয়। আনকি সন্তান সম্ভৱা মাতৃক তিনি গধূলি পানী পতাত বহিবলৈ দিয়া নহয়। ধান মৰা, ধান খুন্দা আদিত বাধা নাই যদিও প্ৰসূৱৰ আগজাননী পোৱাৰ লগে লগে আচুতীয়া কোঠাত এটা ধান খেৰৰ শেতেলী পাৰি প্ৰসূতি গৰাকীক ৰখা হয়। কোঠাটোত কোনো ধৰণৰ অপদেৱতাৰ আগমন ঘটিব নোৱাৰে তাৰ বাবে দুৱাৰৰ ওপৰত জালৰ টুকুৰা, ভঙা ৰাচ, বগৰী জেং আৰু তাঁতৰ চিৰি মাৰি এডাল বান্ধি থোৱাৰ নিয়ম। গৰ্ভৱতী গৰাকীৰ শেতেলীৰ কাষতে সৰিয়হ, দা বা কটাৰী আৰু নহৰু থোৱাৰ নিয়ম।

গৰ্ভস্থ সন্তানটি ভূমিস্থ হোৱাৰ লগে লগে প্ৰসূতিৰ লগত থকা স্থাই ধাই কেইগৰাকীয়ে পুত্ৰ সন্তান জন্ম হলে উৰুলি আৰু ছোৱালী সন্তান হলে বেৰত টকিয়াই বাহিৰত প্ৰতীক্ষাৰত সকলোকে জনাই দিয়ে! ধাইসকলে নৱজাতকৰ 'নাই' কাটি পৰিষ্কাৰ ফটাকানিৰে মচি-কাচি মাকৰ চুলিৰ আগেৰে কেচুৱাটিৰ জিভাখন পৰিষ্কাৰ কৰি দেৱতাৰ প্ৰসাদ স্বৰূপে তলসৰা মদ তিনিটোপাল চেলেকাই দিয়ে। কেচুৱাটিৰ 'নাই' শুকাই সৰি যোৱাৰ পাছত সযত্নে 'নাই'টো কপাহ নাইবা পৰিষ্কাৰ ফটাকানিৰে বান্ধি সৰু টেমা এটাত ভৰাই সফুৰাত থৈ দিয়ে, ভৱিষ্যতে কিবা অপায় অমংগল হলে সেই 'নাই'ৰ আয়ুস তোলা হয়। আনহাতে পোৱতীগৰাকীৰ কাষত জুই একুৰা জ্বলাই তাত সৰিয়হৰ গুটি, নহৰু আৰু বচ গছ দিয়ে। বচ আৰু সৰিয়হৰ গুটি, নহৰুৰ ফুটেৰে মালা এডাল গাঠি কেচুৱাটোৰ ডিঙিত পিন্ধাই দিয়ে। জন্মৰ তিনি দিনৰ দিনা কচু শাকত জালুক দি মাকক জাল খাবলৈ দিয়া হয়। এনে কৰিলে প্ৰসূতিৰ স্বাস্থ্যৰ অৱস্থা উন্নতি হয় আনকি -শুকলতি, দোৰোনবন আদি পাতত দি প্ৰসূতিত খাবলৈ দিলে গা সোনকালে আৰোগ্য হয় বুলিও লোকবিশ্বাস। সোণোৱাল কছাৰীসকলে কন্যা সন্তান জন্ম হ'লে এমাহত আৰু পুত্ৰ সন্তান হ'লে একৈশ দিনত শুচি সবাহ কৰি অশুচিক শুচি কৰাৰ নিয়ম। শুচিৰ দিনা সন্তানটোক চুলি খুৰাই পেলোৱা হয়। ঘৰৰ আগফালৰ বেৰ এখনত কেঁচা গোবৰ এচপৰা চপৰিয়াই লগাই দিয়ে। কেচুৱাটোৰ কটা চুলি দুডালমান, দুবৰিবন কেইডালমান, আৰৈ চাউল দুটামান, নকটা পাণেৰে তামোল দুখন আৰু পাটি পইচা এটা লগাই তাৰে ওপৰত বাঁহেৰে সজা সৰু ধেণু কাড় এখনো আঁৰি দিয়া হয়। কেচুৱাটোক কেচুমুতাৰে থুই লগাই কপালত ফোট লগাই দিলে মুখ নালাগে বুলি জনবিশ্বাস প্ৰচলিত। চিগা 'ব' সুতাৰে কেঁচুৱাটোৰ হাত আৰু ভৰিত বান্ধিলে আৰু কেঁচুৱাটোক লগত লৈ ভাত খালেও কেঁচুৱাটো স্বাস্থ্যৱান হয় বুলি লোকবিশ্বাস

কৰি আহিছে।

খ. মৃত্যু সম্পৰ্কে লোকাচাৰ ঃ

মৃত্যু চিৰন্তন সত্য। সোণোৱাল সমাজত মৃত্যুক লৈ অনেক ৰীতি নিয়ম প্ৰচলিত। সোণোৱাল সমাজত বৰঘৰৰ ভিতৰত দেহত্যাগ কৰিলে অশুচি হয় বুলি বিশ্বাস কৰি অহাৰ বাবে মৃত্যু সম্ভাব্য ব্যক্তিজনক বৰঘৰৰ পৰা উলিয়াই অন্য ঘৰত ৰখা হয়। এনে লোকবিশ্বাস আজিও প্ৰচলিত হৈ আহিছে। আনহাতে, যদি ঘৰৰ ভিতৰত মৃত্যুবৰণ কৰে তেতিয়া মৃতদেহক ঘৰৰ মূল দুৱাৰেদি উলিয়াই নিয়া নহয় তাৰ পৰিৱৰ্তে পিছ দুৱাৰেদি উলিয়াই নিয়া, পিছ দুৱাৰ নাথাকিলে বেৰ কাটি উলিয়াই নিয়াৰ পৰম্পৰা সোণোৱাল সমাজত বিৰাজমান। বগা কাপোৰেৰে শটো সম্পূৰ্ণৰূপে ঢাকি চাকি-বন্তি জ্বলাই মৃতকক পুৰণা কাপোৰ সলাই দি টংলতি আৰু এঁৰা গাখীৰেৰে প্ৰস্তুত কৰা শান্তি জলেৰে কোনো কোনো ঠাইত মাহ-হালধিৰে গা ধুৱাই নতুন বস্ত্ৰ (পৰম্পৰাগত সাজ-পাৰ) পৰিধান কৰে। ভঁড়ালৰ পৰা তিনিঠোক ধান আনি মৃতকৰ হাতৰ মুঠিৰে পাৰ কৰোৱাই ঠোকত বাকী থকা ধান কেইটা "লখিমী এৰা" বুলি সযতনে ভঁড়ালত থৈ দিয়ে। লখিমী উলিয়াই যোৱা আশংকা কৰি ভঁড়ালৰ দুৱাৰত চাদৰ এখন আঁৰি দিয়া হয়। মৃতকৰ সৎকাৰৰ বাবে কটা বাঁহগছ জোপা এবছৰৰ বাবে অন্য কামত লগোৱা নহয়। তিনিহাত এমুঠন দৈৰ্ঘ্যৰ সাঙীখনৰ কান্ধমাৰি কাটি এহাত এমুঠন দৈঘ্যৰ ফলাবাঁহৰ পথালি কামি একেডাল টঙালেৰে সাঙী বন্ধাৰ নিয়ম। সাঙীখন উৱটাইলৈহে শটো তোলা হয়। সাঙীখনত নতুন ঢাৰি এখন দি তাতে শৱটো থৈ টঙালেৰে বান্ধি দি পথালিকৈ তিনিডাল ঢেকৰ মাৰি লগাই দি শৱ যাত্ৰাৰ বাবে সাজু কৰে।

লোক পৰম্পৰা অনুসৰি সোণোৱাল কছাৰীসকলে পূৰ্বতে মৃতকক দাহ কৰা নাছিল। তেওঁলোকে মৃতকক কাঠৰ বাকচত ভৰাই পুতি থৈছিল। সোণোৱাল কছাৰী সমাজৰ লোকবিশ্বাস অনুসৰি এই সৎকাৰ প্ৰথাক বেহাৰীপ্ৰথা বোলে। বৰ্ত্তমান বৈষ্ণৱ ধৰ্মৰ সংস্পৰ্শত বহু ৰীতি-নীতিয়েই পৰিবৰ্ত্তন হৈছে যদিও বহু অঞ্চলত বৰ্তমানে বেহাৰী প্ৰথাৰ শ্ৰদ্ধা আৰু সন্মান অটুট আছে। পানীত পৰি, সৰ্পদংশন, আত্মঘাটী হৈ মৃত্যু হোৱা আদিৰ ব্যক্তিৰ শৱদেহ পুতি থোৱা হয়। মৃত শিশুকো পুতি থোৱা হয়। শৱ যাত্ৰাত পুত্ৰ, ভাই, ভতিজা আৰু আত্মীয় স্বজনে আগভাগ লয়। অপুত্ৰকসকলে আত্মীয় স্বজনৰ সিদ্ধান্ত মৰ্মে শৱ সৎকাৰ কৰে।

মৃত্যুৰ তিনি দিনৰ দিনা তিলনি হোৱালৈকে মৃতকৰ ঘৰৰ সকলোৱে উপবাসে থাকে। তিলনিৰ দিনা চৰু পুৰি, ঘৰ দুৱাৰ গোবৰ মাটিৰে মচি ঘৰৰ সমস্ত কাপোৰ-কানি তিয়াই ধুৱাই পৰিষ্কাৰ কৰি পেলোৱা হয়। একে সঁচৰ মানুহ য'তেই নাথাকক,





চৰু হাৰি পেলাই শুচি হয়। মৃতকৰ ঘৰে গাখীৰৰ সৈতে কেঁচা পিঠা গ্ৰহণ কৰি লঘোন ভাঙে। ইয়াৰ পিছতে দহ দিনত দহা আৰু এঘাৰদিন, তেৰদিন নতুবা এমাহত শ্ৰাদ্ধ বা কাজ অনুষ্ঠিত কৰে। সোণোৱাল কছাৰীসকলে ৰাইজক দহাৰ দিনা ষোল্লবিধ সামগ্ৰী উছৰ্গা কৰে। এই সামগ্ৰীসমূহ মৃতকে জীৱিত কালত ব্যৱহাৰ কৰা বুলি বিশ্বাস কৰা হয়।

২.০৬ খাদ্যৰ বিধি বিধান

সোণোৱাল কছাৰী খাদ্যপ্ৰণালী বিশেষ বৈচিত্ৰ্যপূৰ্ণ নহয় যদিও উত্তৰ-পূৰ্বাঞ্চলত বসবাস কৰা অন্যান্য জনজাতিসকলৰ লগত বৈসাদৃশ্যতকৈ সাদৃশ্যৰ পৰিমাণ অধিক। তেওঁলোকৰ ৰন্ধন প্ৰণালী আৰু খাদ্য প্ৰণালীত এক স্বকীয়তা বিৰাজমান। অৱশ্যে বিভিন্ন ঠাইৰ পৰা অসমলৈ প্ৰব্ৰজন হোৱা জনস্ৰোতৰ সংমিশ্ৰণৰ ফলত সোণোৱাল কছাৰীসকলৰ খাদ্য প্ৰণালীত পৰিৱৰ্তন অহাটো স্বাভাৱিক।

কৃষিজীৱি সোণোৱালসকলৰ প্ৰধান শস্য ধান আৰু প্ৰধান খাদ্য ভাত। কৃষি কৰ্মত ঋতু অনুসৰি তেওঁলোকে আহু, শালি আৰু বাওধানৰ খেতি কৰে। ভিন ভিন ধানৰ খাদ্যৰ সোৱাদ ভিন ভিন হোৱাৰ দৰে সোণোৱাল সকলৰ খাদ্যৰ তালিকাখনো বিভিন্ন খাদ্যৰাজিৰে পৰিপূৰ্ণ। সোণোৱাল কছাৰীসকলে উৎপাদন কৰা ধান অন্যান্য জনগোষ্ঠীৰ লগত প্ৰায়ে নামৰ বিভিন্নতা লক্ষ্য কৰা হয়।

সোণোৱাল সকলে আৰৈ আৰু উহৱা দুয়োবিধৰ চাউলকে ব্যৱহাৰ কৰে। আলহী অতিথিৰ বাবে আৰু বিশেষ সকাম নিকাম, পূজা পাৰ্বন তথা বিভিন্ন ধৰণৰ মাংগলিক কাৰ্যত বৰা চাউল ব্যৱহাৰ কৰা হয়। বৰা চাউলৰ পৰা চাং পতা, ভাপত দিয়া, চেৰা দিয়া, কোমল চাউল আদি জলপান আৰু বৰা ভাত প্ৰস্তুত কৰা হয়। বৰা ভাত, মাহ শাক আৰু পাতিহাঁহৰ মাংসৰ কাঁহীখন পৰিৱেশন কৰা হয়।

সোণোৱাল কছাৰীসকলৰ 'আদি গুৰু' গজাই দেৱতাৰ বাক্য অনুসৰি সোণোৱালসকলে নল চুঙাৰে মদ খোৱাৰ নিয়ম আছিল। হাৰি মাতি সমজুৱা ভাৱে ঘৰচোৱা, ভেটি উঠোৱা, খেৰ কটা, ধান চপোৱা ইত্যাদিত মদ অপৰিহাৰ্য। ন-ছোৱালী চোৱা, জগৰ মৰা, বিয়নি ভাত, ন-জ্ঞাতি লোৱা আদি সমজুৱাৰ মাংগলিক অনুষ্ঠানতো আনন্দ আৰু উলাহৰ মাজেৰে মদ্যপান কৰা হয়। শৰীৰ আৰু মনৰ পুষ্টি সাধনৰ বাবে নিয়মীয়াকৈ 'মদ' ব্যৱহাৰ কৰিলে উপকাৰ হয় বুলি সোণোৱাল লোক সমাজত বিশ্বাস কৰি আহিছে।

সোণোৱাল কছাৰীসকলে ঠাণ্ডা ভাতক কাক্‌ৰা (কৰক ৰা) ভাত বুলিও কয়। গৰৈ মাছ সেকা অথবা পোৰা, কঠালৰ গুটি পোৰা, পিয়াজ পাত, ধনীয়া পাত, কেঁচা সৰিয়হ তেলেৰে কৰা পিটিকাখনেৰে কাক্‌ৰা ভাতৰ পাতখন সোণোৱালসকলৰ বৰ

প্ৰিয় খাদ্য।

কৰ্মঠ সোণোৱাল কছাৰীসকলে ৰুচি আৰু স্বাদ অনুসৰি টেঙা, তিতা, খাৰ, পোৰা, পাতত দিয়া, খাদ্য খায়। ঘৰৰ বাৰীখনত শাক-পাচলি কৰাৰ বাদেও হাবি বননিৰ পৰা বিধে বিধে পাচলি সংগ্ৰহ কৰে।

সোণোৱাল কছাৰীসকলে খোৱা বোৱাৰ ক্ষেত্ৰত কিছু বিধি বিধান মানি চলে। ৰাতি তিতা কেৰেলা, তিতা ব্যঞ্জন আৰু দৈ খোৱা নহয়। এৰা গাখীৰৰ সৈতে নিমখ, টেঙাৰ সৈতে বৰালী মাছ, মাংসৰ সৈতে তিতা পাচলি, মদৰ সৈতে হাঁহ নেখায়।

সোণোৱালকছাৰীসকলৰ খাদ্য মুখৰোচক হোৱাৰ উপৰিও ৰুচি আৰু বিজ্ঞানসন্মত। উহুৱা, ভাপত দিয়া, পোৰা বা সেকা আদি খাদ্যত যথেষ্ট পৰিমাণে প্ৰোটিনআৰু কাৰ্বহাইড্ৰেট থাকে। কলডিল, কচু, হালধি, বিলাহী আদিত লোৰ পৰিমাণ প্ৰচুৰ পৰিমাণে পোৱা হয় বাবে এনে খাদ্য স্বাস্থ্যসন্মত আৰু বিজ্ঞানসন্মত।

২.০৭ ভাষা

অসমৰ আন জনজাতিৰ দৰে সোণোৱাল কছাৰীৰো লিখিত ভাষা নাছিল। অৱশ্যে তিৰ্বতীবৰ্মীয় ভাষা পৰিয়ালৰ মংগোলীয় গোষ্ঠীৰ কোনো এটা জাতিৰ কোনো এটা কথিত ভাষা তেওঁলোকে ব্যৱহাৰ কৰিছিল বুলি অনুমান কৰিব পাৰি। সোণোৱালসকলে শদিয়াৰ হালালী ৰাজ্যত ৰাজত্ব কৰাৰ সময়ত তেওঁলোকে নিজা ভাষা ব্যৱহাৰ কৰাৰ অনুকূলে পণ্ডিতসকলে মত পোষণ কৰিছে।

সোণোৱাল কছাৰীৰ কথিত মাতৃভাষাৰ ৰূপটো তেওঁলোকৰ মাজত পৰম্পৰাগতভাৱে প্ৰচলিত হাইদাং গীতৰ ভাষাৰ অনুৰূপ। কিন্তু গীতটো মুখে মুখে পৰম্পৰাক্ৰমে প্ৰচলিত হৈ অহাৰ বাবে ইয়াৰ ভাষাৰ ৰূপৰ পৰিবৰ্তন হোৱাটো স্বাভাৱিক। সোণোৱালসকলে অসমীয়া ভাষা গ্ৰহণ কৰাৰ পৰিণতিত অসমীয়া সোণোৱাল কছাৰীৰ পূৰ্বৰ ভাষাৰ সংমিশ্ৰণত সৃষ্টি হোৱা ভাষাটোৱেই অধুনা প্ৰচলিত সোণোৱাল ভাষা। পূৰ্বৰ ভাষাৰ লগতে এই সংমিশ্ৰিত ভাষাটোৰ প্ৰতিনিধিত্ব কৰে হাইদাং গীতৰ ভাষাটোৱে। অৱশ্যে হাইদাং গীতৰ ভাষাত বৰ্তমান ৰূপৰ অসমীয়া ভাষাৰ প্ৰভাৱ থাকিলেও তিৰ্ব্বতীয় ভাষাৰ উপাদানো ইয়াত লক্ষ্য কৰিব পাৰি। হাইদাং শব্দটো তিব্বতীয় ভাষাৰ পৰা অহা। উদাহৰণ স্বৰূপে বড়ো, ডিমাচা ভাষাত হা মানে মাটি, দাং মানে মাটিৰ সৃষ্টিৰ গীত। সোণোৱাল সকলৰ মতেও হাইদাঙৰ অৰ্থ পৃথিৱী সৃষ্টিৰ গীত। ভাষা মাত্ৰেই ধ্বনিতত্ত্ব, ৰূপতত্ব আৰু শব্দ সম্ভাৰৰ সমষ্টি। সেইদৰে সোণোৱাল ভাষাটো সুকীয়া ধ্বনি, ধ্বনি সংযোগ, বৈশিষ্ট্যপূৰ্ণ ৰূপতত্ত্ব আৰু শব্দসম্ভাৰেৰে পৰিপুষ্ট। মানুহৰ দ্বাৰা কথিত ভাষাত প্ৰয়োগ হোৱা বিভিন্ন ধ্বনিৰ বিভিন্ন অৰ্থ আছে। যদিও সোণোৱাল সকলে অসমীয়া ভাষা সামগ্ৰিকভাৱে





গ্ৰহণ কৰিছে তথাপিও তেওঁলোকৰ ৰূপত কিছু স্বকীয়তা ৰক্ষা কৰি চলে। যেনে-

| অসমীয়া ভাষা | সোণোৱাল |
|---|---|
| কেতিয়া আহিলা? | কাহান আহল? |
| কেতিয়াবাই আহিলোঁ | কেখেনবাই আহলং |
| কেতিয়াবাই আহিলোঁ | কেথেনবাই আহলং |
| ভাত খালোঁ | ভাত খালং |

সোণোৱাল লোকজীৱনত সোণোৱাল উপভাষা প্ৰচলিত হৈ আছে যদিও অসমীয়া মান্য ভাষাৰো যথেষ্ট প্ৰয়োগ আছে। এই দুইৰ সমিলমিলত সৃষ্টি হোৱা লোক সাহিত্যসমূহ অতি অপূৰ্ব। মান্যভাষাৰ পৰা উপভাষা, উপভাষাৰ পৰা মান্যভাষালৈ ক্ৰমবিৰ্বতনৰ গতি সৃষ্টি হোৱা লোক সংস্কৃতিসমূহেই সোণোৱাল কছাৰীৰ হৃদয়ৰ ভাষাৰ প্ৰকাশ মাত্ৰ।

ড° মহেশ্বৰ নেওগদেৱে সোণোৱাল হাইদাং গীতৰ ভাষা সম্পৰ্কে এইদৰে মন্তব্য কৰিছে- "কছাৰী সকলৰ মাজত হাইদাং গীতেই বিশেষ মূল্যবান সম্পত্তি। ইয়াৰ ভাষা মিহলি আৰু অনিয়মিত অসমীয়া।

আধুনিক অসমীয়া ব্যাকৰণৰ বিভক্তি প্ৰত্যয় আদি যোগ কৰি কিছু মান্য ৰূপলৈ পৰিবৰ্তন কৰা পৰিলক্ষিত হয়। যেনে-

| শব্দ | বিভক্তি |
|---|---|
| দেৰ +ৰ | = দেৰৰ ডাঙৰ কোন? |
| **ধাতু** | **প্ৰত্যয়** |
| সুধা + ইছো | = সুধাইছো |
| আন + ইছো | = আনাইছো |

সোণোৱাল ভাষাৰ আঞ্চলিক ৰূপো নথকা নহয়। ই প্ৰধানতঃ সুৰ প্ৰধান। ব্ৰহ্মপুত্ৰৰ দক্ষিণপাৰৰ লগত উত্তৰ পাৰৰ ভাষাৰ সুৰ আৰু শব্দৰ ৰূপ কেতিয়াবা বেলেগ হোৱা দেখা যায়—

| দক্ষিণপাৰ | উত্তৰ পাৰ |
|---|---|
| আলহী ক'ৰ হৈছে? | আলহী ক'ৰ? |
| আপুনি ক'ন হৈছে | আপুনি ক'ন? |
| নিমখ খানি খা | নিমখ হানি খা |

দুটিমান সোণোৱাল কছাৰীৰ কথিত ভাষাৰ বাক্যৰ উদাহৰণ--

অই আবৌ, ভাত খালা না

ও, খালংতো

ইচু ইচু ভেচলাই গুটি মাছ খালং তো ক।

সোণোৱাল সমাজত বৰ্ত্তমান যদিও মান্য অসমীয়াই ঠাই পাইছে তথাপিও পূৰ্বপুৰুষৰ পৰা প্ৰচলিত হৈ অহা ভাষাটোৰ ব্যৱহাৰ নিশ্চয় অতি আদৰণীয়। ইয়াৰ ব্যৱহাৰ হোৱাটো মহান কৰ্ত্তব্য। ভাষা সামাজিক সম্পত্তি। গতিকে পৰিবেশ পৰিস্থিতিৰ ফলত সমাজৰ ক্ৰমবিকাশ হোৱাৰ লগে লগে ভাষাৰো ক্ৰমবিকাশ হয়। সোণোৱাল কছাৰী সমাজত প্ৰচলিত কথিত মাত-কথাক সংৰক্ষণ কৰি বৈয়াকৰণিক পদ্ধতিৰে অধ্যয়ন কৰিলে নিশ্চয় ভাষাটোৱে হেৰুৱাই পেলোৱা স্বকীয়তা ৰক্ষা পৰিব আৰু জাতিৰ উন্নয়নত বহুখিনি সমল যোগাব।

**২.০ ৮ সোণোৱাল কছাৰীসকলৰ স্বায়ত্ব শাসিত পৰিষদৰ ভৌগলিক আৰু প্ৰশাসনীয় গাঁথনি ঃ**

পৰিষদৰ এলেকাভুক্ত সাতখন জিলা ক্ৰমে তিনিচুকীয়া, ধেমাজি, লখীমপুৰ, শিৱসাগৰ, যোৰহাট, গোলাঘাট, ডিব্ৰুগড়

তিনিচুকীয়া জিলা ঃ

| | | | |
|---|---|---|---|
| ১. | শদিয়া ৰাজহ চক্ৰ | ঃ | ৪ খন গাওঁ |
| ২. | ডুমডুমা ৰাজহ চক্ৰ | ঃ | ৪৪ খন |
| ৩. | মাৰ্ঘেৰিটা ৰাজহ চক্ৰ | ঃ | ২৭ খন |
| ৪. | তিনিচুকীয়া ৰাজহ চক্ৰ | ঃ | ৩ খন |

ধেমাজি জিলা ৰাজহ চক্ৰ

| | | | |
|---|---|---|---|
| ১. | সোৱনশিৰি ৰাজহ চক্ৰ | ঃ | ৭ খন গাওঁ |
| ২. | গোগামুখ ৰাজহ চক্ৰ | ঃ | ১৫ খন গাওঁ |
| ৩. | ধেমাজি ৰাজহ চক্ৰ | ঃ | ৪০ খন গাওঁ |
| ৪. | চিচিবৰ গাওঁ ৰাজহ চক্ৰ | ঃ | ৯ খন গাওঁ |
| ৫. | জোনাই ৰাজহ চক্ৰ | ঃ | ১২ খন গাওঁ |

লক্ষীমপুৰ জিলা

| | | | |
|---|---|---|---|
| ১. | নাওবৈচা ৰাজহ চক্ৰ | ঃ | ৫ খন গাওঁ |
| ২. | বিহপুৰীয়া ৰাজহ চক্ৰ | ঃ | ১০ খন গাওঁ |
| ৩. | লক্ষীমপুৰ ৰাজহ চক্ৰ | ঃ | ৫ খন গাওঁ |
| ৪. | কদম ৰাজহ চক্ৰ | ঃ | ২১ খন |

শিৱসাগৰ জিলা

| | | | |
|---|---|---|---|
| ১. | ডিমৌ ৰাহজ চক্ৰ | ঃ | ১০ খন গাওঁ |

যোৰহাট জিলা ৰাজহ চক্ৰ





| | | | |
|---|---|---|---|
| ১. | তিতাবৰ ৰাজহ চক্ৰ | ঃ | ৪৫ খন গাওঁ |

গোলাঘাট জিলা

| | | | |
|---|---|---|---|
| ১. | গোলাঘাট ৰাজহ চক্ৰ | ঃ | ১৯ খন গাওঁ |

ডিব্ৰুগড় জিলা

| | | | |
|---|---|---|---|
| ১. | পশ্চিম ডিব্ৰুগড় ৰাজহ চক্ৰ | ঃ | ৪৪ খন গাওঁ |
| ২. | মৰাণ ৰাজহ চক্ৰ | ঃ | ৪৮ খন গাওঁ |
| ৩. | টিংখাং ৰাজহ চক্ৰ | ঃ | ৪ খন গাওঁ |
| ৪. | চবুৱা ৰাজহ চক্ৰ | ঃ | ৭ খন গাওঁ |
| ৫. | নাহৰকটীয়া ৰাজহ চক্ৰ | ঃ | ৩১ খন গাওঁ |
| ৬. | টেঙাখাত ৰাজহ চক্ৰ | ঃ | ৩৭ খন গাওঁ |

*(জনজাতি সৌৰভ গ্ৰন্থৰ সৌজন্যত)*

**৩.০০ সোণোৱাল লোকসংস্কৃতি**

সোণোৱাল কছাৰীসকলৰ মৌখিক সাহিত্যৰ ভড়াল মেটমৰা। লোকগীত-পদ, লোক-কথা — একো একোজন অনামীলোকৰ ৰচনা হ'লেও সময়ৰ লগে লগে ই মানুহৰ মুখ বাগৰি আহি ৰূপান্তৰ হৈ লোক কাহিনীৰ ৰূপ পায় আৰু এইদৰেই সৃষ্টি হয় মৌখিক সাহিত্য বা লোক সাহিত্য। লোক সাহিত্যক লোককথা আৰু লোকগীত — দুটা ভাগত ভগাব পাৰি।

পৰম্পৰাগত লোকগীতসমূহে সোণোৱাল কছাৰীৰ সংস্কৃতিৰ বিভিন্ন ধৰণৰ পৰম্পৰাগত লোকগীতসমূহে সোণোৱাল কছাৰীৰ সংস্কৃতিৰ পথাৰ বসাল কৰি তুলিছে। হাইদাং গীত হাইদাং নৃত্য, হুঁচৰিগীত, বিহুগীত, বিয়ানাম, গোঁসাই নাম, আইনাম, মৰণামৰা গীত, জনাগাভৰুৰ গীত, গায়ন-বায়নৰ বিভিন্ন ৰাগ, তাল-চেও আৰু নাম কীৰ্ত্তন আদিৰ বাহিৰেও লোকাচাৰ, ভৌতিক সংস্কৃতি, লোক পৰিবেশ্য কলা আদিৰ ক্ষেত্ৰত বৈশিষ্ট্য ৰক্ষা কৰি আহিছে। অসমীয়া ভাষাৰ মাধ্যমেৰে অসমীয়া সংস্কৃতিলৈ সোণোৱাল কছাৰীসকলৰ ই এক মহৎ প্ৰচেষ্টা আৰু ইয়েই সামাজিক আৰু সাংস্কৃতিক জীৱনৰ পথ নিৰ্ণয়ত সহায়ক হৈছে। অসমৰ নৃ-গোষ্ঠী সোণোৱাল কছাৰীসকলে তেওঁলোকৰ পৰম্পৰাগত সংস্কৃতিৰ লগত সম্পৰ্ক ৰক্ষা কৰি সামাজিক ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, উৎসৱ-অনুষ্ঠান, মাংগলিক কাৰ্য, খোৱা-লোৱা, বিশ্বাস আদি পালন কৰি অহাৰ ফলশ্ৰুতিত সোণোৱাল সংস্কৃতিয়ে অসমীয়া সংস্কৃতিলৈ এক অপূৰ্ব সংযোজন ঘটাইছে। তদুপৰি লোকজীৱনৰ মাজত প্ৰকৃতিয়ে সৃষ্টি কৰা অপায়-অমংগল, বিপদ-বিঘিনিৰ পৰা উদ্ধাৰ পাবলৈ বিশ্বাস পৰম্পৰাৰে বিভিন্ন আচাৰ-পদ্ধতি, পূজা-অৰ্চনা সমূহে সোণোৱাল জনগোষ্ঠীৰ ঐতিহ্যৰ

লগতে সমন্বয়ৰ প্ৰৱণতাও ৰক্ষা কৰি আহিছে।

লোক সংস্কৃতি যুগ যুগ ধৰি সমাজৰ মুখে মুখে সৃষ্টি আৰু সংৰক্ষিত হৈ আহিছে। সোণোৱাল লোক-সংস্কৃতিও ইয়াৰ ব্যতিক্ৰম নহয়। তেওঁলোকৰ লোক সংস্কৃতিৰ বিবিধ সম্পদৰ ভিতৰত আছে নানা শ্ৰেণীৰ অপূৰ্ব গীত-মাত-নাম আদি—

ক. লোকগীতসমূহ ঃ
- হাইদাং গীত
- হুঁচৰি গীত
- বিহু গীত
- হুগ্ৰা নাচৰ গীত
- মণিকোঁৱৰ-ফুলকোঁৱৰৰ গীত
- জনাদৈ গাভৰুৰ গীত
- খেল-ধেমালিৰ গীত
- নিচুকণি গীত
- মৰণা মৰা গীত
- বহুৱা নাচৰ গীত
- তৰা ছিৰা বিহু গীত ইত্যাদি।

খ. স্ত্ৰী লোকাচাৰৰ নাম ঃ
- লখিমী নাম
- আইনাম
- অপেশ্বৰা সবাহৰ নাম
- বিয়া নাম
- ভেকুলী বিয়াৰ নাম
- গোঁসাই বা নামঘৰৰ নাম
- ধাই নাম

গ. বিবিধ গীত-মাত ঃ
- পচলাৰ জুনা
- হাঁচতিৰ বিহুৱবীয়া জুনা
- গায়নৰ মালিতা ইত্যাদি।

ঘ. লোক-নৃত্য ঃ
- বহুৱা নৃত্য
- হাইদাং নৃত্য
- হুগ্ৰানৃত্য
- কুলাবুঢ়ীৰ নাচ

## ৩.০১ সোণোৱাল কছাৰী লোকগীত

### ক. হাইদাং গীত





লোক সাহিত্যৰ অমূল্য সম্পদ স্বৰূপ প্ৰাচীনতম লোকগীত হাইদাং গীত। হাইদাং গীত সোণোৱাল সকলৰ প্ৰথম আৰু প্ৰাচীন গীত। ধৰ্মীয়, ইতিহাস তথা বেদৰূপে সমাদৃত হাইদাং গীতক অসমীয়া ভাষা আৰু সাহিত্যৰ এক আপুৰুগীয়া সম্পদৰূপে গণ্য কৰিব পাৰি। হাইদাং গীতেই সোণোৱাল কছাৰীৰ জাতীয় জীৱনৰ সাংস্কৃতিক ধ্বজা বহন কৰি আহিছে। অসমীয়া লোক সংস্কৃতিৰ পথাৰত হাইদাং গীতৰ যথেষ্ট ঐতিহাসিক মূল্য আছে। সমন্বয়ৰ সেতু গঢ়াত সোণোৱালসকলৰ এই গীতে জনমানসত এক উচ্চস্থান অধিকাৰ কৰি আহিছে।

সোণোৱালসকলৰ বাইথ' পূজাৰে সৈতে জড়িত থকা এক ধৰ্মীয় গীত। ইয়াৰ ভাব-ভাষা আৰু প্ৰকাশৰ মাধ্যম 'বহুমুখী'-ভাবধাৰাৰে পৰিপুষ্ট। এই গীত সম্পূৰ্ণ ধৰ্ম বিশ্বাস আৰু জনজীৱনক লৈয়ে ৰচিত। হাইদাং গীতৰ সমাপ্তিত এটা অৰ্থব্যঞ্জক বাক্য ব্যৱহাৰ হৈ আহিছে- 'আদি যুগৰ কছাৰী হাইদাং দে। ইয়াত দে মানে গোৰা। বাক্যটিৰ অৰ্থ হৈছে- 'আদি যুগৰ কছাৰীয়ে ৰচনা কৰা, গোৰা প্ৰথম গীত। বহাগ বিহুৰ চৈধ্য দিনৰ আগতে বাইথ' পূজাৰ সময়ত মন্দিৰত বয়োবৃদ্ধসকলৰ দ্বাৰা এই গীত পৰিবেশন কৰা হয়। সাধাৰণতে ফাগুন মাহৰ হোলী পূৰ্ণিমাৰ আগৰটো দেওবাৰে দেও নমাই সোমবাৰে বাইথ' শালত পূজা-পাতল কৰি মঙ্গলবাৰে পুৰা বাইথ' শালৰ মজিয়াত বুঢ়াসকলে লগ লাগি এই গীত গায়। হাইদাং গীতৰ এঘাৰটা অধ্যায়ত মানৱ জীৱনকে ধৰি জীৱ-নিৰ্জীৱ জগতৰ সৃষ্টি ৰহস্যৰ প্ৰতীকি ইংগিত বহন কৰে। এই গীতৰ সৃষ্টি সম্পৰ্কে গীতবিলাক বিশ্লেষণ কৰি ঠাৰৰ কৰিব পৰা যায় যে, এই হাইদাং গীত সোণোৱাল সকলৰ একক ঐতিহ্য আৰু একক পৰিচয়জ্ঞাপক দৃষ্টান্ত।

'সৃষ্টিৰ পাতনিৰ উৎস বিচাৰি কালৰ পাছত কাল, যুগৰ পাছত যুগ ধৰি যুগ যুগান্তৰ মহা চিন্তাৰ অভিযানৰ ফলত জ্ঞান পিপাসু অজ্ঞান মানুহৰ প্ৰাণত জ্ঞানৰ সঞ্চাৰ হ'ল। (ওঁ নমো নাৰায়ণ) হা ইয়হ নমো নাৰায়ণ। এই সৃষ্টিকৰ্তা নাৰায়ণ ৰূপী পৰম ব্ৰহ্মাৰ গুণ গৰিমা বখানোতে বখানোতে সৃষ্টি হ'ল সৃষ্টিৰ এক স্তুতি আৰু সেই স্তুতি গানেই হ'ল 'হয়দাং দে'। এতেকে 'হাইদাং দে'ৰ শাব্দিক অৰ্থ হ'ল হু বা হা- মাটি, বিশ্ব; দাং- সৃষ্টি; দে- গীত, অৰ্থাৎ বিশ্ব সৃষ্টিৰ স্তুতি গীত। গতিকে 'হয়দাং দে' সোণোৱাল কছাৰীসকলৰ সৃষ্টি তত্ত্বৰ ৰহস্য উদঘাটনৰ যাউতিযুগীয়া নিদৰ্শন।' হাইদাং গীত সমূহক এঘাৰটা অধ্যায়ত ভাগ কৰিব পাৰি—

প্ৰথম অধ্যায়ৰ গীতত বিভিন্ন বস্তুৰ সৃষ্টি বা জন্ম সম্পৰ্কে থকা সোণোৱালসকলৰ ধ্যান-ধাৰণা প্ৰতিফলিত হৈছে। প্ৰথম অধ্যায়ৰ গীতৰ আদিতে জগতৰ সৃষ্টিকৰ্তাক 'নমোঃ নাৰায়ণ' বুলি প্ৰণাম জনাইছে। "নাৰায়ণ শব্দৰ শাব্দিক

অৰ্থ হ'ল-নাৰ-প্ৰাণী; অয়ন-আশ্ৰয়। নাৰ+ অয়ন - নাৰায়ণ। অৰ্থাৎ পানীত আশ্ৰয় গ্ৰহণকাৰী জীৱনকোষ বা ব্ৰহ্ম (নাৰায়ণৰূপী ব্ৰহ্ম)ক 'শিৱ' ৰূপত আৰোপ কৰিছিল। এই আদি ৰজা 'শিৱ' সৃষ্টিৰ উৎস। সেয়েহে সৃষ্টিৰ মূল উৎস শিৱক সৃষ্টিৰ প্ৰতীক 'লিঙ্গ'-ৰূপত পূজা কৰিছিল। গতিকে সমগ্ৰ ভাৰতবৰ্ষত কিৰাতীয় ধ্যান ধাৰণাৰে শিৱলিঙ্গৰ পূজা প্ৰচলিত হৈ আহিছে। এই শিৱ সৃষ্টিৰ সৰ্বময়কৰ্তা দেৱাদিদেৱ। দেৱাদিদেৱ শিৱৰ কৰুণাত বিশ্বব্ৰহ্মাণ্ডৰ আকাশ, বায়ু, পানী, মাটিকে আদি কৰি উৰণ, বুৰণ, গজন, ভ্ৰমণ, এই চাৰিমুঠি জীৱনৰ সৃষ্টি হৈছে। এই বিশ্বব্ৰহ্মাণ্ডৰ সৃষ্টিৰ সৰ্বমঙ্গলৰ বাবেই দেৱাদিদেৱ শিৱৰ লগতে তেওঁৰ অনুচৰ তেত্ৰিছ কোটি দেৱ-দেৱীৰ চৰণত বিভিন্ন সময়ত বিভিন্নৰূপে স্তুতি কৰি আহিছে।'

দ্বিতীয় অধ্যায়ত চৰাইৰ স্বাভাৱিক জীৱন, সৃষ্টিৰ কাহিনীৰ যোগেদি বিশ্বৰ জীৱ সৃষ্টিৰ মূলতত্ত্ব ব্যক্ত কৰিবলৈ লোৱা হৈছে। চৰাই জনীয়ে পাৰ কণীৰ পৰাই মানৱ-দানৱ, দেৱ-দেৱতাৰ সৃষ্টিৰ কাৰক আৰু বাকী থকা তিনিটা কণীৰ পৰাই অলৌকিক ৰূপত সৃষ্টি হয়, বাইথ' দেৱতা (খিৰিং ৰাজা), গজাই আৰু মনাই; মূলতঃ ব্ৰহ্মা, বিষ্ণু আৰু মহেশ্বৰ অৰ্থাৎ বিশ্ব স্ৰষ্টা, পালন্তা আৰু নিয়ন্তা।

তৃতীয় অধ্যায়ত সোণোৱাল কছাৰীৰ সাত খেল, চৈধ্য বংশ আৰু প্ৰব্ৰজনৰ সময়ত লগ পাই সমন্বয় স্থাপন কৰি সাতঘৰ মিৰি (মিচিং) আৰু ডফলাক কছাৰী সমাজৰ নিজা পৰিয়ালৰ অন্তৰ্ভুক্ত কৰি লোৱাৰ বৰ্ণনা পোৱা যায়।

চতুৰ্থ অধ্যায়ৰ হাইদাং গীতে মানুহ বন্য জীৱনৰ পৰা কেনেকৈ সমাজ ব্যৱস্থালৈ আহিল আৰু সমাজ ব্যৱস্থাৰ পৰা কেনেকৈ ৰজা নামৰ নেতা সৃষ্টি হৈ ৰাজভোগ কৰা প্ৰথা সৃষ্টি হ'ল তাক ব্যক্ত কৰিবলৈ যোৱাৰ লগতে সোণোৱাল কছাৰীসকলৰ চৈধ্য বংশৰ উৎপত্তিৰ কথাও প্ৰকাশৰ প্ৰয়াস কৰিছে। আদিম বন্য জীৱন অতিবাহিত কৰা মানুহে প্ৰকৃতিৰ বিভিন্ন লীলা চাই তাক অনুকৰণ কৰিবলৈ শিকিছিল; হস্তী-হস্তিনী, শৰ-ভেলেঙী, হৰিণ-হৰিণী (হদন-মদন হেনো লাইজুৰা), হচংখে-হচংখে হেনো লাইজুৰা; লিগলাই-লিগফাই হেনো লাইজুৰা) আদি বন্য জীৱ-জন্তুবিলাকে পৰস্পৰে-পৰস্পৰৰ মাজত প্ৰণয় বন্ধনত আবদ্ধ হোৱা দেখি আদিম মানৱৰ প্ৰাণতো প্ৰণয়ৰ ভাব জাগি উঠিছিল আৰু এইদৰে বংশ বৃদ্ধি হ'বলৈ ধৰিলে। পুত্ৰই বোৱাৰী আনি বংশ বৃদ্ধিত অৰিহণা যোগালে। এইদৰে সোণোৱাল-কছাৰীসকলৰ মাজত মদন, মানিকীয়াল, হগ্ৰাল, মুক্তাল, বৰ হাজোৱাল, সৰু হাজোৱাল, এচমাল, ফৰমাল, কুমবাল, ঢেকীয়াল, দংৱাল, ডিঙিয়াল, লাঠিয়াল আৰু চেতিয়াল এই চৈধ্য বংশৰ উৎপত্তি হ'ল। চতুৰ্থ অধ্যায়ৰ হাইদাং গীতত এই সকলোবোৰ কথা সুন্দৰকৈ ব্যক্ত কৰা হৈছে।





পঞ্চম অধ্যায়ৰ হাইদাং গীতত খ্ৰীং ৰজা দেৱতাই শংখদেউ ৰজাৰ কন্যাক বিবাহ কৰাবৰ বাবে বিভিন্ন বয়বস্তু আগবঢ়াই কন্যা খুজিবলৈ যোৱাৰ বৰ্ণনা আছে লগতে খ্ৰীং ৰজাৰ সৌন্দৰ্যত মুগ্ধ হৈ শংখদেউ ৰজাৰ দুয়োগৰাকী কন্যা 'লুৰপী' আৰু 'চুৰপী'য়ে ৰজাক স্বামীবৰণ কৰিবলৈ মন কৰাত উপায়হীন হৈ ৰজাই দুয়োগৰাকী কন্যাকে বিবাহ কৰাব লগা হোৱাৰ বৰ্ণনা দাঙি ধৰা হৈছে।

ষষ্ঠ অধ্যায়ৰ হাইদাং গীতত শংখদেউ ৰজাই খ্ৰীং ৰজা দেৱতালৈ নিজৰ দুই কন্যাক বিয়া দিবলৈ আয়োজন কৰা আৰু বিবাহস্থলীলৈ আলহী অতিথিক নিমন্ত্ৰণ কৰি ভোজ ভাতেৰে আপ্যায়ন কৰাৰ সুন্দৰ বৰ্ণনা পোৱা যায়। গীতৰ বৰ্ণনা অনুসৰি দৰা পক্ষৰ ফালৰ পৰাও পাণ-তামোলকে ধৰি বিভিন্ন সা-সামগ্ৰীৰে কন্যা পক্ষৰ অভ্যাগত সকলক মান ধৰি সন্মান যঁচা হয়। ইয়াৰ পাছত কন্যা সম্প্ৰদান কাৰ্য অনুষ্ঠিত হয় আৰু কন্যাৰে সৈতে তাঁতশালৰ সঁজুলিৰ পৰা আৰম্ভ কৰি বিভিন্ন বয়-বস্তু যৌতুক হিচাপে অৰ্পণ কৰে। সেই সময়তে কিছুলোকে কন্যা সম্প্ৰদানত বাধা দিয়ে আৰু শংখদেউৰ কন্যাৰ বিবাহৰ স্থলীতে এখন তুমুল যুদ্ধ হয়। সেই যুদ্ধত বায়ু দেৱতাকে ধৰি অন্যান্য দেৱ-দেৱতাসকলে খ্ৰীং ৰজাৰ পক্ষত যুদ্ধ দিলে। যুদ্ধৰ সঁজুলিবোৰ সাজু নথকাত উপায়হীন হৈ বিয়াৰ যৌতুক সামগ্ৰী বিশেষকৈ তাঁত শালৰ সামগ্ৰীকে যুদ্ধৰ সামগ্ৰীৰূপে ব্যৱহাৰ কৰিলে। যুদ্ধত খ্ৰীং ৰজাৰ জয় হয়।

সপ্তম অধ্যায়ৰ গীতত খ্ৰীং ৰজাদেৱতাই যুদ্ধত জয় লাভ কৰাৰ পিছত প্ৰজাসৱে আনন্দত নাচ বাগ কৰাৰ বৰ্ণনা আছে।

অষ্টম অধ্যায়ৰ হাইদাং গীতত খ্ৰীং ৰজা দেৱতাই শংখদেউ ৰজাৰ কন্যা লুৰপী আৰু চুৰপীক বিয়া কৰি আনি ঘৰত উপস্থিত হোৱাৰ পাছত বৰ ঘৈণীয়েকে মূৰত ডালি কলচী লৈ ন কন্যাক আগবঢ়াই অনাৰ বৰ্ণনা পোৱা যায়। বৰ্ণনা অনুসৰি দৰা-কন্যাক পদূলিৰ মূৰতে বৰপীৰাত তুলি ভৰি-হাত ধুৱাই সেৱা সৎকাৰ কৰি ঘৰৰ ভিতৰলৈ আদৰি আনিছে। ৰজাৰ বৰঘৰৰ মজিয়াখন ডাঙৰ, আহল-বহল আৰু পোন-দীঘল। দীঘৰ বাটৰ বৰঘৰৰ কোঠা এটা পৰিপাটিকৈ সজাই লৈ তাত ন কন্যাক আদৰি আনি বহিবলৈ দিছে আৰু দৰা কন্যাক আদৰাৰ সকলো নীতি-নিয়মৰ পিছত দৰাঘৰত বৰভোজ পাতি আনন্দ উৎসৱ কৰে।

নৱম অধ্যায়ৰ হাইদাং গীতেৰে সোণোৱাল কছাৰীসকলৰ দেৱী-দেৱতাসকলক প্ৰাৰ্থনা জনোৱা হৈছে। সোণোৱাল কছাৰী সমাজৰ সকলো অপায়-অমঙ্গল, মাৰি-মাৰক, আপদ-বিঘিনি, বেমাৰ-আজাৰ আঁতৰতে দূৰ কৰি সুখ আৰু শান্তিৰে যাতে জীৱন অতিবাহিত কৰিব পাৰে তাৰ বাবে আৰাধ্য দেৱতা খ্ৰীং ৰজাদেৱতা,

গজাই, মনাই, বয়ু, বৰুণ, নাক্লেং, চাক্লেং, হেলৌ, ছেলৌ, কন কন, ফুল কোঁৱৰ, মণি কোঁৱৰ, চন্দ্ৰ, সূৰ্য, নভনী লখিমী, ভুৰুলী, হাবুকী আদিক প্ৰাৰ্থনা জনাইছে। সকলো দেৱতাকে পূজা কৰিলে সোণোৱাল কছাৰীসকলৰ দৃষ্টিত খ্ৰীং ৰজাদেৱতা (শিৱ) শ্ৰেষ্ঠ।

দশম অধ্যায়ৰ হাইদাং গীত কৃষিৰ অধিষ্ঠাত্ৰী দেৱী লখিমীক বিভিন্ন নদ-নদীৰ পৰা তুলি আনি জামুকৰ খুটাত আসন দিয়াৰ কথা উল্লেখ কৰিছে। 'কৃষিয়েই অসমৰ আদিমবাসী কছাৰীসকলৰ প্ৰধান জীৱিকা। সেয়েহে তেওঁলোকে অতি প্ৰাচীন কালৰেপৰাই খেতিৰ উপযোগী সাৰুৱা মাটি বিচাৰি নদীৰ উপত্যকা অঞ্চলসমূহত বসবাস কৰি আহিছে। কৃষিৰ অধিষ্ঠাত্ৰী দেৱী হ'ল লখিমী। কৃষিৰ শ্ৰীবৃদ্ধিৰ বাবেই লখিমীক আদৰা হয়। কৃষিৰ জন্মদাতা শিৱই শস্যৰ কঠীয়া এচোঙা কঠীয়াহে শিৱক দিলে। শিৱই কুবেৰৰ পৰা সামান্য এচোঙা পোৱাত অগ্নিশৰ্মা হৈ সেই কঠীয়া চোঙা দলিয়াই দিয়াত সাগৰত পৰিলগৈ। লখিমী স্বৰূপা কঠিয়াই সাগৰৰ তলিত শিলৰ গাৰু লৈ শুই থাকিল। গতিকে এনে এটি বিশ্বাস আগত ৰাখি কছাৰীসকলে নদ-নদী, সাগৰ-বিল, জান-জুৰি আদিৰ পৰা শিলৰ গাৰু লৈ শুই থকা লখিমীক দোল, ডালি, কলচী (শুক্ল দোলা, শুক্ল কুলা, শুক্ল ডালি) আদি লৈ আদৰি আনে। শদিয়াৰ হালালী ৰাজ্যৰ কছাৰীসকলেও কৃষিৰ শ্ৰীবৃদ্ধিৰ বাবে কৃষিৰ অধিষ্ঠাত্ৰী ন-ভনী লখিমীক লুইত, দিহিং, দিবাং, কুণ্ডিল, টেঙাপানী, সোৱণশিৰি, দিখৌ, ধনশিৰি আদি বিভিন্ন নদ-নদীৰ পৰা তুলি আনি বাইথ' থানৰ জামুকৰ খুঁটাত আসন প্ৰতিষ্ঠা কৰি পূজাভাগ অৰ্পণ কৰে। এই পৰম্পৰা অনুসৰি আজিও সোণোৱাল কছাৰীসকলে বিভিন্ন নদ-নদী, বিল আদিৰ পৰা লখিমীক আদৰে।

হাইদাং গীতৰ সামৰণী অধ্যায়ৰ গীতত উৰণ-বুৰণ, গজন-ভ্ৰমণ- এই চাৰি জীৱনৰ মঙ্গল কামনাৰে বিভিন্ন দেৱ-দেৱীক প্ৰাৰ্থনা জনাবলৈ যাওঁতে অজ্ঞানবশতঃহোৱা ভুলৰ বাবে ক্ষমা বিচাৰি পৰম ব্ৰহ্ম শিৱৰ ওচৰত অৰ্থাৎ খ্ৰীং ৰাজা দেৱতাৰ ওচৰত কাতৰ প্ৰাৰ্থনা জনাইছে।

**খ. হুঁচৰি গীত**

সোণোৱাল লোক সংস্কৃতিৰ বহল পথাৰত হুঁচৰি গীতো অন্যতম। হুঁচৰি গীতবিলাকে সোণোৱাল কছাৰীৰ জাতীয় ঐতিহ্য বহন কৰি আহিছে। জনজীৱনৰ গাঁথনি, জীৱনবোধ প্ৰণালী, কৃষি -ব্যৱসায়, শিল্প-বাণিজ্য তথা সামাজিক ধ্যান-ধাৰণাসমূহ এই গীতসমূহত পোৱা যায়। হুঁচৰি গীতসমূহ স্বকীয় পৰম্পৰা আৰু নীতি-নিয়মৰ মাধ্যমেৰে পৰিবেশন কৰা হয়। এই হুঁচৰি গীতসমূহ সোণোৱাল কছাৰীসকলৰ ঐতিহ্য চেতনা আৰু স্বকীয় বৈশিষ্ট্য সম্বলিত নিজস্ব সৃষ্টি। সোণোৱাল





কছাৰীসমাজত প্ৰচলিত হৈ অহা জনশ্ৰুতি অনুসৰি ব্ৰহ্মাৰ মানস কন্যা সুবচনী কুঁৱৰীৰ যোগেদি কালক্ৰমত মৰ্ত্যৰ মানুহক হুঁচৰি গীত গাবলৈ শিকালে-

"কৈলাশৰ শঙ্কৰে হুঁচৰি স্ৰজিলে
পাৰ্ব্বতীয়ে স্ৰজিলে নাম।
সুবচনী কুঁৱৰীয়ে শদিয়া ৰাজ্যতে
মুনিষক দি গ'ল দান।।

পৰম্পৰাগতভাৱে মানুহৰ মুখে মুখে হুঁচৰিগীতসমূহ প্ৰচলিত হৈ আহিলেও হুঁচৰিগীতৰ সুৰৰ যি বৈশিষ্ট্য তাক সকলো ঠাইতে ৰক্ষা কৰা পৰিলক্ষিত হৈছে। সোণোৱাল সমাজৰ ব্যৱহাৰিক জীৱনৰ বাস্তৱ চিত্ৰ হুঁচৰি গীতসমূহত পোৱা যায়—

"চালি পাণ খুৰৰী আৰৈ চাউল কঠা
জপনা মাৰঐ মাৰ মাৰ কৰে।"- অৰ্থাৎ সোণোৱালসকলে 'হুঁচৰি টকা' ডাল সতীৰ ৰাজহাড় বুলি জ্ঞান কৰি ভক্তিৰে শ্ৰদ্ধা নিবেদন কৰি তামোল-পাণ আৰু আৰৈ চাউলৰ নৈবেদ্য দি শুচি কৰি লয়। টকা ডাল ৰাখিবৰ বাবে তিনিডাল পূবৰ, তিনিডাল পশ্চিমৰ মুঠ ছয়ডাল চাক মাৰি ব্যৱহাৰ কৰে, যাক তেওঁলোকে ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ বুলি গণ্য কৰে। ঠাই আৰু খেল ভেদে তেৰটা গাঁঠি, বাৰটা পাব, দহ গাঁঠি নটা পাব থকা টকা ব্যৱহাৰ কৰা দেখা যায়। নটা পাবৰ অৰ্থ হ'ল নভনী অপেশ্বৰী, দহ গাঁঠিৰ অৰ্থ শিৱৰ দহ অৱতাৰ। বহাগ বিহুত হুঁচৰি গোৱা ৰীতি সোণোৱালসকলে মৰ্যাদা সহকাৰে পৰম্পৰাগতভাৱে ৰক্ষা কৰি আহিছে।

অসমীয়া লোকগীতৰ জগতখনত সোণোৱাল সকলৰ হুঁচৰি গীত এক মূল্যবান সম্পদ। গীতবোৰৰ জৰিয়তে সোণোৱালসকলৰ কলাসন্মত মনৰ সুন্দৰ পৰিচয় পোৱা যায়। সোণোৱাল সকলৰ হুঁচৰি গীতক কেইবাটাও ভাগত ভাগ কৰিব পাৰি আৰু ক্ৰম অনুসৰি নিৰ্দিষ্ট বাদ্যযন্ত্ৰৰ লগত সংগতি ৰাখি এই গীতবোৰ গোৱা হয়—

**১. বাৰে মন্ত্ৰ (মঙ্গলাচাৰণ)** ঃ সোণোৱাল কছাৰী হুঁচৰি গীতক সুৰ লগাই বাৰেমন্ত্ৰৰে আৰম্ভ কৰা হয়।

'এ গৃহস্থৰ ভাল
শুকমণি কৌটাল
ধ্বাৰী নিধাৰী
বেৰৰ মাটি সুবৰ্ণ
মৃত্যুক জয় জয়
আগত ভঁৰাল, পাছত গঁড়াল

উত্তৰে চৰু দক্ষিণত গোহালিত গৰু
পোৰে জীয়ে বুকু জুৰাই থাই বৈ
থাকিবলৈ শক্তি বিধান কৰক।

তিনিশ তিনিকুৰি তিনি দিনৰ মূৰত বলি বজাৰ বিহু আমি ভাত নাই পানী নাই বুলি ফুৰা নাইযুগৰহে নীতি-নিয়ম কৰিছো বুলি কয়।

মংগলাচৰণ মন্ত্ৰত প্ৰথমে উল্লেখ থকা 'শুকমুনি কৌটাল'- শব্দটোৱে দানৱসকলৰ গুৰু শুক্ৰাচাৰ্যক স্মৰণ কৰাৰ অৰ্থ প্ৰকাশ কৰিছে। অৰ্থাৎ প্ৰথমে শুকমুনি গুৰুজনাক স্মৰণ কৰিছে হুঁচৰি আৰম্ভ কৰা হয়। ইয়াত কৌটাল > পৰম পূজ্য, ধাৰী > সৃষ্টি, নিধাৰী > মুক্তি। গতিকে সোণোৱাল কছাৰীসকল প্ৰাচীন ভাৰতৰ অনাৰ্য দানৱ বংশৰ আৰু তেওঁলোকৰ আদিম গুৰু শুক্ৰাচাৰ্য আছিল বুলি ক'ব পৰা যায়। মঙ্গলাচৰণ মন্ত্ৰত উল্লেখ থকা 'আগত ভঁৰাল', 'পাছত গঁড়াল', 'উত্তৰে চৰু', 'দক্ষিণত গোহালিত গৰু'। আদিয়ে সোণোৱাল সকলৰ সুশৃংখলিত গৃহ-নিৰ্মাণ ৰীতিৰ প্ৰতিচ্ছবি দাঙি ধৰিছে।

**২. সম্ভাষণ জ্ঞাপন ঃ**

বাৰে মন্ত্ৰৰ পাছতে পৰম্পৰা অনুসৰি সোণোৱালসকলে তেওঁলোকৰ আৰাধ্য দেৱ-দেৱী, পৰম পূজনীয় সকললৈ স্মৰণ কৰি সম্ভাষণ গীত গায়--

"সূৰ্যক এসেৰা চন্দ্ৰক এসেৰা
কৰোঁ বসুমতীক সেৰা কিনা।
শদিয়াত আছে চাৰিশাল গোঁসানী
তালৈকো এসেৰা কৰোঁ কি না।"

আৰাধ্য দেৱ-দেৱী সকলৰ লগতে চোতালত বিহু মৰা গৃহস্থলৈও সম্ভাষণ জনাই প্ৰণাম কৰে--

"ঘৰতে আছে ঘৰৰে গিৰিহঁত
তেওঁলৈ এসেৰা কৰো কি না।"

**৩. পোহাৰী গীত ঃ**

নমস্কাৰ বা সম্ভাষণ জ্ঞাপন গীতৰ পিছতেই পোহাৰী বা ফোহাৰি গীত গোৱা হয়। ফোহাৰি গীত ৰাজহুৱা উদ্দেশ্যত ৰাজহুৱাভাৱে গোৱা গীত। সোণোৱাল কছাৰীসকলৰ হুঁচৰি গীতত মুঠতে পোহাৰী গীতৰ অংশত ১২ টা অধ্যায়ত ১২ টা গীত পোৱা যায় আৰু এই গীতবোৰৰ মাজেৰে সোণোৱালসকলৰ সামাজিক জীৱনৰ ছবি সুন্দৰভাৱে জিলিকি উঠিছে। প্ৰথম পোহাৰী গীতটো সোণোৱাল কছাৰীসকলৰ ভাষা উপ-ভাষাৰ শব্দৰে ৰচিত--





"অ' হুৰে বাই জেলেপ কাপোৰ উবে
হুৰে হুৰে গীতক কোনে সৰজায়
মহাদেউ- পাৰ্বতী সিও সৰজায়।

**৪. থিয় গীত ঃ**

ফোহাৰি বা পোহাৰী গীতৰ পিছতে থিয় গীত (কাহিনী) গীত গোৱা হয়। ১৭ টা অধ্যায়ত মুঠতে ১৭ বিধৰ থিয় গীত গোৱা হয়। সাধাৰণতে ঐতিহাসিক ঘটনাৰ লগত জড়িত বিভিন্ন কাহিনী এই গীত বোৰৰ যোগেদি পৰিবেশিত হয়।

**৫. বৰগীত ঃ**

থিয় গীতৰ পিছতে বৰগীত পৰিবেশন কৰা হয়। এই বৰগীতৰ এক সুকীয়া বৈশিষ্ট্য পৰিলক্ষিত হয়। হুঁচৰি গীতৰ অন্তৰ্গত বৰগীত বিলাকক হাইদাং গীতৰ পৰিবৰ্তিত সংস্কৰণ বুলি ক'ব পৰা যায়। ৯টা অধ্যায়ত মুঠতে ৯টা বৰগীত থাকে আৰু ইয়াৰ যোগেদি সোণোৱাল সমাজৰ জীৱন-দৰ্শন, অতীত ইতিহাসৰ পৰিচয় পোৱা যায়। হাইদাং গীত আৰু বৰগীতৰ কিছু পাৰ্থক্য পৰিলক্ষিত হয়, বিশেষকৈ বাদ্যযন্ত্ৰ আৰু সুৰৰ ক্ষেত্ৰত।

**৬. সামৰণি গীত বা হুচৰি সামৰা গীত ঃ**

হুঁচৰি গীতৰ একেবাৰে শেষত সামৰণি গীত বা হুঁচৰি সামৰা গীত গোৱা হয়। সামৰণি গীতেৰে সোণোৱালসকলৰ আৰাধ্য দেৱ-দেৱীক স্মৰণ কৰি সেৱা যচা হয় আৰু গৃহস্থৰ সৰ্বতো প্ৰকাৰৰ মংগল কামনা কৰা হয়। এই গীতৰ অধ্যায় দুটা আৰু দুয়োটা অধ্যায়ৰ গীতৰ সুৰ পৃথক।

সোণোৱাল কছাৰীসকলৰ হুচৰি গীত পৰিবেশনৰ ক্ষেত্ৰত পৰম্পৰাগতভাৱে চলি থকা কিছুমান নিৰ্দিষ্ট কৰি দিয়া গীতৰ বিভাগ, গীতৰ নিয়ম আৰু কাৰ্যসূচী তেওঁলোকৰ সমাজত গৃহীত হৈ আছে। এই নিয়ম সকলো মানি চলি অহাৰ বাবেই সকলো গাঁৱতে শৃংখলাবদ্ধতাৰে, নিয়াৰিকৈ বৰ্তমানলৈকে হুঁচৰি গীত পৰিবেশিত হৈ আহিছে। এই হুঁচৰি গীত সোণোৱাল সকলৰ প্ৰাচীনতম গীত হ'লেও ই যেন সদায়েই নতুন আৰু ই হুঁচৰি গীতৰ এক বিশেষ বৈশিষ্ট্য।

**গ. বিহু গীত**

সোণোৱাল কছাৰীসকলৰ অন্য এক লেখত লবলগীয়া গীতি সাহিত্য হ'ল বিহুগীত। হুঁচৰিৰ লগতে বহাগ বিহুৰ সময়ত এই গীতসমূহ গোৱা হয়। এই বিহুগীত সমূহত সোণোৱাল সমাজৰ জন-জীৱনৰ চিত্ৰ, যৌৱনৰ প্ৰেম-প্ৰীতি, বিৰহ, প্ৰেমৰ তাড়না, পোৱা-নোপোৱাৰ বেদনা, হা-হতাশ, প্ৰকৃতিৰ বৰ্ণনা আদিৰ নিখুঁত চিত্ৰ পোৱা যায়। এই বিহুগীতবোৰৰ মাজত সোণোৱাল লোক সমাজৰ হাস্য মধুৰ

চিত্ৰও সুন্দৰভাৱে অঙ্কিত হৈছে।

"মাখি মূৰে কাটি খোলাটো বনালং
চেৰেপাৰ ছালেৰে চালং।
ঝক (জোক)ৰ চালেৰে বুৰতি টানিলং
ফিয়ং(ফৰিঙৰ) ঠেঙেৰে বালং।।"

কিছুমান বিহুগীতত উপযুক্ত বয়স হ'লে ঘৰ দুৱাৰ সাজি লৈ দাম্পত্য জীৱনৰ আৰম্ভণি কৰিবলৈ ইচ্ছা কৰা কৰ্মঠ যুৱকৰ চিত্ৰও প্ৰতিফলিত হৈছে—

"তোমাক আনিম বুলি বৰঘৰ সাজিলোঁ
চাৰিটা চাপৰিৰ খেৰ।
পৰুৱা পিপৰা সোমাব নোৱাৰা
দিছিলো ইকৰা বেৰ।।"

ইয়াৰ উপৰিও ঘৰে ঘৰে হুঁচৰি গোৱাৰ সময়ত গৃহস্থৰ পৰা অধিক ধন আৰু বস্ত্ৰ আদি বিচৰাৰ সুন্দৰ যোজনাও গোৱা শুনা যায়। এই গীতবোৰৰ মাজেদি সোণোৱাল লোক জীৱনৰ বেঙণিও দৃশ্যমান হয় আৰু সৰল লোক জীৱনৰ আৱেগ-অনুভূতিও প্ৰকাশ পায়।

**ঘ. হগ্ৰা নাচৰ গীত**

হগ্ৰা নাচৰ গীতক সোণোৱাল সকলৰ কাহিনী জাতীয় গীতৰ অন্তৰ্ভুক্ত কৰিব পাৰি। জনশ্ৰুতিমতে শদিয়াৰ হালালী ৰাজ্যৰ ৰজা হগ্ৰাবীৰে এদিন ভতিজাকক লগত লৈ বংদৈ চাপৰিত চিকাৰ কৰিবলৈ ৰাওনা হোৱাৰ সময়তে যাত্ৰাপথত এজনী বালিমাহী চৰাইয়ে ওপৰলৈ ঠেং দুটা কৰি শুই থকা দেখি অমঙ্গল হোৱাৰ আশংকাত ভতিজাকে দদায়েকক অনুৰোধ কৰিছে—

"হাতত কাৰফাই ল হেৰ' দদাই মাৰ ঐ বালি চৰাই
কাঁড়োৱা ককায়েৰে কাঁড়খেল খেলিলে ঐ মাৰ
থেকেৰা গছলৈ চাই শৰিলৰে ঐ মাৰ...
ককায়ো নাহিলে কাঁড়ো নাহিলে ঐ মাৰ...
বঙেদৈ চাপৰিত ৰজাই পছুমাৰে ঐ...

ৰজাই শুই থকা চৰাইজনীক বধ কৰি চিকাৰলৈ আগবঢ়াত মৃতপ্ৰায় চৰাইজনীয়ে অভিশাপ দিলে যে, চিকাৰ কালত বিভিন্ন আপদ-বিঘিনি আৰু অমঙ্গল হ'ব। বালি চৰাইটোৰ অভিশাপত ৰজাই চিকাৰ কালত যিবোৰ বিপদ-আপদৰ সন্মুখীন হ'ব লগা হ'ল তাৰ আভাস হগ্ৰা নাচৰ গীতেৰে এনেদৰে দাঙি ধৰা হৈছে-





"চিৰি চিৰি নদৰাই ঐ চিৰি নদৰাই
ডাল ভাঙি খাই ঐ হলো বান্দৰাই
একো চৰাই নেকান্দিলে কান্দিলেক হুদু ঐ কান্দিলেক হুদু
চিকাৰীয়ে চিকাৰ নেপাই কৰে মুদু মুদু।

ৰজা এইদৰে চিকাৰত মগ্ন হৈ আছে। ইফালে মাদৈৰ মহাচিন্তা। চিন্তাতে মাদৈয়ে কোলাৰ কেঁচুৱা দাসীৰ হাতত গতাই ৰজাৰ খা-খবৰৰ বাবে চাপৰিলৈ ঢাপলি মেলিলে। মাকৰ অবিহনে কান্দোনত গগণ ফলা কেঁচুৱাৰ হাতত পকা কল দি নিচুকনি গীত গাইছে। চাঙৰ পকা কলেও কেচুৱাক শান্ত কৰিব নোৱাৰাত উপায়হীন হৈ দাসীয়ে পিছফালৰ বাৰীৰ পৰা চকলা টেঙা আনি কেচুৱাক দি নিচুকাই এইদৰে-

"চৌ চৌ মিৰি ফচৌ চৌ হাৰৌ
বাপেৰ গৈছি পহু মাৰৰ ফচৌ চৌ হালৌ
মাৰ গৈছি মাছ মাৰৰ ফচৌ চৌ হালৌ
বাৰীত আছি চকলা টেঙা তাৰে উম্‌লাই থৌ
চৌ চৌ......"

বাৰীত চকলা টেঙা দিয়ো কেঁচুৱাক নিচুকাব নোৱাৰাত দাসীয়ে বৰঘৰৰ ভিতৰলৈ গৈ দেখে যে কাকবাঁহৰ গৰঙ (চুঙা) দুটাত সান্দহ-আখৈ-পিঠা ভৰি আছে। তাৰে এবাতি উলিয়াই কেঁচুৱাক নিচুকায়। দাসীয়ে কেচুৱাক নিচুকাবলৈ বেলেগ উপায় একো নোপোৱাত কলহৰ পৰা এবাটি মদ উলিয়াই খুৱাই দিয়াত চোকা মিঠা মদৰ ৰাগীত কেচুৱাই লালকাল হৈ টোপনি গ'ল। দাসীয়েও স্বস্তিৰ নিশ্বাস এৰিলে আৰু সময়ত ৰজা-ৰাণী দুয়ো চিকাৰসহ ঘৰ পালেহি।

পিছত বালিমাহী চৰাইৰ অভিশাপ ৰাজ-পৰিয়ালৰ অৱস্থা লাহে লাহে বেয়া হৈ অহাত সাতটা ঢেঁকীৰে ধান বানি খোৱা মাদৈ লাখৈয়ে পিছলৈ দুৰ্দশাগ্ৰস্ত হৈ কাণৰ জাংফাই কেৰু লৰি যোৱাকৈ ঢেঁকীত ধানবানি খাব লগা হয় বুলি কথিত আছে। সোণোৱাল হুঁচৰি গীতত ইয়াৰ উল্লেখ আছে এইদৰে—

"লাখৈ ধান বানে ঢুপুৰ ঢুপুৰ
লৰি যায় কাণৰে কেৰু।"

এই হগ্ৰা নৃত্যৰ গীতসমূহ হুঁচৰি গীত হিচাপেও সোণোৱাল সমাজত প্ৰচলিত হয়। বিভিন্ন সোণোৱাল কছাৰী প্ৰধান অঞ্চলত হগ্ৰা নৃত্যৰ গীত পৰম্পৰা ক্ৰমেগতভাৱে চলি আহিছে। বিশেষকৈ ডিব্ৰুগড় জিলাৰ খাল গাঁও, মুলুক গাঁও আৰু তিনিচুকীয়া জিলাৰ বৰডিৰাক চুমুনী গাঁও আদিত এই ঐতিহাসিক গীত-নৃত্য আজিও প্ৰচলিত।

### ঙ. মণিকোঁৱৰ- ফুলকোঁৱৰৰ গীত

মণিকোঁৱৰ আৰু ফুলকোঁৱৰৰ গীতবোৰক কাহিনী গীত বুলি ক'ব পাৰি। সোণোৱাল লোকবিশ্বাস অনুসৰি ফুলকোঁৱৰৰ গীত গালে বৰষুণ আহে আৰু সেয়েহে খৰাং বতৰ হ'লে এই গীত গাই সোণোৱাল সমাজত বৰষুণ মাতিবলৈ চেষ্টা কৰা হয়।

লোক পৰম্পৰা অনুসৰি সোণোৱাল সমাজত মণি কোঁৱৰ - ফুল কোঁৱৰৰ গীত প্ৰচলিত হৈ আহিছে। সোণোৱাল কছাৰীসকলৰ হুঁচৰি গীতত শংখদেউ ৰজাৰ পুতেক মণিকোঁৱৰৰ উল্লেখ পোৱা যায়। এই মণিকোঁৱৰৰে পুত্ৰ হ'ল ফুলকোঁৱৰ। মণিকোঁৱৰ আৰু ফুলকোঁৱৰৰ গীত অতীজৰে পৰা প্ৰচলিত হৈ আহিছে।

জনশ্ৰুতি অনুসৰি দিহিঙৰ পাৰৰ নামচাই বৰকলা নগৰৰ ৰজা শংখদেউ আৰু ৰাণী ময়নামতী আছিল অপুত্ৰক। পুত্ৰ সন্তান কামনা কৰি ৰজাই সপত্নীক জলকোঁৱৰক তুতি মিনতি কৰাত ৰাণী সৰ্গভা হৈ মণিকোঁৱৰক পুত্ৰৰূপে লাভ কৰে। গাণনিকে কোঁৱৰৰ আয়ুস মাত্ৰ যোল্ল বছৰ বুলি গণনা কৰি কোৱাত ঘোঁৰাশালত বন্দী জীৱন-যাপন কৰিবলগা হ'ল। সকলোৰে মৰমত কোঁৱৰ চন্দ্ৰকলাৰ দৰে বাঢ়িবলৈ ধৰিলে। ডাঙৰ হৈ কোঁৱৰ ৰাজকাৰেঙৰ বাহিৰলৈ ওলোৱাৰ আলম লৈ বিভিন্ন গীত ৰচনা হ'ল আৰু এই গীতবোৰেই মণিকোঁৱৰৰ গীত নামেৰে প্ৰচলিত হ'বলৈ ধৰিলে

"শংখদেউ ৰজাৰে        পুতেক মণিকোঁৱৰ
কোনোতে ক্ষতিখন নাই।
এবেলা কোলাতে        এবেলা ঘোঁৰাতে
এবেলা ঘিলা খেলিবলৈ যায়।

ফুলকোঁৱৰৰ গীতটিৰ সৈতে কৃষি কাৰ্যৰ ওতঃপ্ৰোত সম্পৰ্ক আছে অৰ্থাৎ এই গীতটি কৃষি সম্পৰ্কিত, কাৰণ সোণোৱাল লোকবিশ্বাস অনুসৰি এই গীত গালে মেঘে কান্দে। সেয়ে সোণোৱাল মহিলাই জেঠৰ বাৰ খৰত বৰষুণ দিয়াবৰ বাবে বৰুণ দেৱতাক স্মৰণ কৰি সন্ধিয়া সময়ত এই গীত গায়। কৰুণ ৰসেৰে সিক্ত এই গীতে প্ৰত্যেক শ্ৰোতাৰে হৃদয় চুই যায়।

### চ. জনাদৈ গাভৰুৰ গীত

জনাদৈ গাভৰু আছিল শদিয়াখোৱা গোহাঁইৰ জীয়েক। এই জনাদৈ গাভৰু আৰু শদিয়াখোৱা গোহাঁইৰ মাজত প্ৰণয়ৰ সম্পৰ্ক আছিল। তেওঁলোকৰ প্ৰেমৰ কাহিনী এই গীতবোৰৰ জৰিয়তে প্ৰকাশ পাইছে--

"জনাদৈ গাভৰু        পাটমাদৈ চৰাইটি
দুটিৰাম থানুৰা ডেকা





বঙহো নহলি        বুকুৰ মঙহ হলি
কেনে কৰি গুচাই যাওঁ চেকা।
হাবিৰে অমৰা        দুটিমান দমৰা
জনাদৈ চেঁউৰী গাই,
বান্ধিব পাৰোঁ মই        ৰাখিব নোৱাৰোঁ
পঘা ছিঙি ছিঙি যায়।"

### ছ. খেল-ধেমালিৰ গীত

সোণোৱাল সমাজত বিভিন্ন ধৰণৰ খেল-ধেমালিৰ প্ৰচলন দেখা যায়। পূৰ্বৰ বহুতো আমোদজনক খেল বৰ্তমানেও সোণোৱাল সমাজত প্ৰচলিত। বিহু আৰু উৎসৱ পাৰ্বণতো বিভিন্ন খেল-ধেমালি অনুষ্ঠিত হয়। এই খেল-ধেমালিবোৰৰ লগত সম্পৰ্ক ৰাখি বিবিধ গীত ৰচিত হৈছে আৰু পৰম্পৰাগতভাৱে মুখে মুখে চলি আহিছে।

| | | | |
|---|---|---|---|
| ক. | বেজী সীওঁ? সীওঁ | - | নিসীবি, নিসীবি |
| | এইপিনে যাং? | - | গেলা গৰু আছে। |
| | এইপিনে যাং | - | গেলা ম'হ আছে। |
| | এইপিনে যাং | - | ৰজাৰ বাট্ ঘেকেচ্। |

### জ. ঘিলা খেলৰ গীত

"ঘিলা খেলিবলৈ লাই ঐ মৰুৰা
আজিবা এৰনে নাই।
ঘিলা খেল খেলিলং টিকুটি চিকুটি
জিকিলং ৰাঙলী লাই।

### ঝ. নিচুকনি গীত

কেঁচুৱা ল'ৰা-ছোৱালী নিচুকাবলৈ সোণোৱাল সমাজত বিভিন্ন নিচু কনি গীতৰ প্ৰচলন আছে।

আমাৰ মইনা        সৰু ল'ৰা
পাতত নাখাই ভাত,

### ঞ. মৰণা মৰা গীত

সোণোৱাল সমাজত চোতালত মৰণামাৰি থাকোঁতে সোণোৱাল ডেকাহঁতে বিবিধ গীত গাই আনন্দ ফুৰ্তি কৰিছিল, গাভৰুহঁতেও মৰণা মৰা কাৰ্যত বিভিন্ন ধৰণে সহায় কৰিছিল। মৰণা মৰা সময়ত গোৱা এই গীতবোৰ তেওঁলোকৰ প্ৰাণ প্ৰাচুৰ্যৰ উজ্বল নিদৰ্শন–

মাছ মৰা মছ্ৰা......হেই
পহু মৰা ডখৰা......হেই
হেই.........চৰাই মৰাই, চৰাই মৰাই সোদা ভাত খালে
টাক্ টাক্ ধেই.....টাক্ টাক্ ধেই
বলদী ঐ চিকণ চিকণ
লৈ আন ঐ আগলি ওখোন
হেই......কাৰ ঘৰৰ চোতালত মৰণা মাৰিলোঁ
নসৰে চিকটা ধান।

**ট. বহুৰা নাচৰ গীত**

বহাগ বিহুৰ হুঁচৰি সামৰণিৰ পিছত স্থান বিশেষে ঢোল, মৃদং আদি বাদ্য যন্ত্ৰৰে সোণোৱালসকলে বহুৰা উছৱ পালন কৰে। এই উছৱ পালন কৰিলে গাঁৱৰ অপায়-অমঙ্গল, বিপদ-বিঘিনি, অসুখ-বিসুখ, মাৰি-মৰক আদি আঁতৰি যায় বুলি সোণোৱাল লোক সমাজত জনবিশ্বাস প্ৰচলিত হৈ আছে —

"আগলৈ চাবা
পাছলৈ নেচাবা
ঐ বহুৰা গুৰুদেউ
আগলৈ দিবা খোজ...
আগলৈ দিবা খোজ।"

উছৱত উল্লাসিত বিহুৱা ডেকাসকলে গায়—

"নৈ বালি লিহিৰী          বন ঐ লাহৰী
নৈ বালি লিহিৰী বন;
পালেও নধৰোঁ          খেদিও নধৰোঁ
মোৰে চেঙেলীয়া মন।"

**ঠ. তৰা ছিৰা বিহু গীত**

বহাগ বিহুত গৰুক নতুন পঘা পিন্ধাবৰ বাবে ব্যৱহাৰ কৰা 'তৰা বছী বটাৰ আগেয়ে তৰা গছবিলাক সৰু সৰুকৈ ছিৰি লোৱাৰ সময়ত এই গীত গোৱা হয় বাবে এই গীতক তৰা ছি ৰা বিহু গীত বুলি কোৱা হয়।

তৰা ছিৰি গ লৈা ৰংদৈ ৰহিমলা
বিহু মাৰি গ লৈা ৰং দৈ ৰহিমলা
বুধে বিচৰতি বিহু না বৈ
ৰিচিপ্ চিপ্ জবৌবোৰা।





**৩.০২ সোণোৱাল কছাৰীৰ স্ত্ৰী লোকাচাৰ ঃ**

**ক. লখিমী নাম ঃ**

সোণোৱাল কছাৰীসকল ঘাইকৈ কৃষিজীৱি। কৃষিয়েই তেওঁলোকৰ প্ৰাণ। সৰল মনা, চহা প্ৰাণ এনে সোণোৱালসকলে ধান-ধন, ঐশ্বৰ্য- প্ৰাচুৰ্য অধিকাৰী লখিমীদেৱী সেৱা কৰাৰ অৰ্থে লখিমী সবাহ পাতি আদৰে। লখিমী আইক লখিমীসবাহ, পানীতোলা, লখিমীতোলা আদি বিভিন্ন প্ৰথাৰে আদৰি আনাতো এক পৰম্পৰাগত নীতি। সোণোৱাল সমাজৰ নাৰীসকলৰ মৌখিক গীত মাতৰ ভিতৰত লখিমী সবাহৰ নাম অন্যতম —

উজনি ৰাজ্যতে          আছিলা লক্ষ্মী আই
মেচাকি মেজেঙা খাই
আপোনাৰ ৰাজ্যলৈ অহা ঐ লক্ষ্মী আই
হুকিল পিঠাগুৰি খাই।
উজাই আহিলে          লক্ষ্মী ন-ভনী
হাতত হেঙুলীয়া কাচি
ভড়ালৰ ভিতৰত          ভোমোৰা গুজৰিলে
কোন কোন আহিছে বুলি
জেংদৈ চেংদৈ          চম্পাদৈ তুলাদৈ
জৰাদৈ আহিছো আমি

**খ. আই নাম**

সোণোৱাল নাৰী সমাজৰ দ্বাৰা ৰচিত আইনামবিলাক বহু পূৰ্বৰে পৰা মানুহৰ মুখে মুখে প্ৰচলিত হৈ আহিছে। সময়ৰ বোৱতী সুঁতিত পৰিবৰ্তন আহিছে যদিও ইয়াৰ মৌলিক ৰূপৰ কোনো সালসলনি হোৱা নাই। সোণোৱাল লোকবিশ্বাস অনুসৰি মানুহৰ শৰীৰত পাৰ্বতী দেৱীয়েই বসন্ত ৰোগৰূপে দেখা দিয়ে। 'আই' - এই অৰ্থই পাৰ্বতী আৰু বসন্ত ৰোগ- দুয়োটাকে বুজায়। এই পাৰ্বতী দেৱীয়ে মানুহৰ শৰীৰত বিভিন্ন ৰূপত ব্যাধি বিয়পাই দিয়ে বুলি সাধাৰণ লোকে গভীৰভাৱে বিশ্বাস কৰে। গতিকে সোণোৱাল আইসকলে শলিতা, তামোল-পাণ, মাহ-প্ৰসাদৰ শৰাই আদিৰে আইক স্তুতি কৰি গায় আৰু এই নামবোৰেই আই নাম হিচাপে মুখে মুখে প্ৰচলিত। বসন্তৰ অধিষ্ঠাত্ৰীদেৱী আইক উদ্দেশ্য কৰি আইনাম সোণোৱাল নাৰীসমাজে গায়। দেৱীৰ ওচৰত তেওঁলোকৰ সন্তান-সন্ততি সকলৰ কুশল কামনাৰে ভক্তি ভাৱেৰে দেৱী আই আৰু তেওঁৰ ন-গৰাকী ভনীৰ সন্মানাৰ্থে আসন সজাই গায় —

বৰ আই মাননি ধূপে নিৰ্মালি
তাকে লৈ সন্তোষ হোৱা।
মাজু আই মাননি তামোল পাণ এযুৰি
তাকে লৈ সন্তোষ হোৱা

.................................................................

.................................................................

"আই মোৰ পাৰকে নকৰায়,
আই মোৰ লগালে সুগন্ধি বাতি এ।

গ. বিয়া নাম

সংস্কৃতিৰ পথাৰত তোলনি বিয়াৰে এক উল্লেখযোগ্য ভূমিকা আছে। আন আন জনজাতিহিন্দু সমাজৰ নিচিনাকৈ সোণোৱাল সমাজতো তোলনি বিয়া উলহ-মালহে অনুষ্ঠিত কৰে। পাট গাভৰু গৰাকী ৰজঃদৰ্শন হোৱাৰ লগে লগে বিভিন্ন ধৰণৰ নিয়ম-প্ৰণালীয়ে পৰম্পৰাগতভাৱে লোকাচাৰ প্ৰাচলন কৰে। তোলনি বিয়াত ব্যৱহৃত উপকৰণসমূহ প্ৰজনন ক্ষমতা আৰু ভৱিষ্যতৰ প্ৰতীক। তোলনী বিয়া নাৰীসকলৰ এক সম্পূৰ্ণ একক অনুষ্ঠান। এই অনুষ্ঠানত পানী তুলি ঘূৰি আহোঁতে এইদৰে বিয়া নাম গোৱা হয়—

"সৰগতে জ্বলি আছে থুপি থুপি তৰা
দৈৱকীয়ে পানী তোলে নাচে অপেশ্বৰা।
বাটতে ফুলিলে বাটে গুৱামালী
ঢাপতে ফুলিলে জৰা
ছকুৰি গাভৰু আহে পানী তুলি
যমুনা নৈৰ পৰা।

সোণোৱাল সমাজত বৰবিয়াত আয়তীসকলে বিয়া নাম গাই দৰা-কন্যা বেৰি তললৈ আনে আৰু মাহ-হালধিয়ে নোওৱা-ধোঁৱা কৰে। সোণোৱাল সমাজত প্ৰচলিত বিবাহত দৰা বা কইনাক গা-ধুৱাবলৈ ভিতৰৰ পৰা উলিয়াই অনাৰ মুহূৰ্তত দৈয়ন দিওঁতে গায়--

"দৈয়ন লোৱা দুটি বাটিত পানী যোৰ লৈ
আইদেউৰ মাকে দৈয়ন দিছে
আইদেউক দুৱাৰ মুখত থৈ।
দৈয়ন দিয়া দৈয়ন দিয়া আপোনাৰে আই
ভালে কৰি দৈয়ন দিয়া হৃদয়কে জুৰায়।





ইয়াৰ পিছতে বেইত সাতপাক ঘূৰাই বেইৰ ভিতৰত সুমুৱাই মাহ-হালধিৰে নোৱাই-ধুৱাই আয়তীসকলে পুনৰ গায়—

"ৰাম কৃষ্ণ বোৰপা সৃষ্টিয়ে
ৰাম কৃষ্ণ কিমান দুখ পাওঁ
হৰি মোৰ ঐ সোমাই তামৰ পীৰাত বহা
ৰামকৃষ্ণ তলে চলি খুৰা.....

ঘ. ভেকুলী বিয়াৰ নাম

খৰাং বতৰে খেতিৰ অনিষ্ট কৰা দেখিলে বা বৰষুণ অহাৰ সম্ভাৱনা নেদেখিলে সোণোৱাল কছাৰী সমাজতো অন্যান্য সমাজৰ দৰে ভেকুলীৰ বিয়াৰ আয়োজন কৰে। লোক বিশ্বাস— ভেকুলীৰ বিয়াই শীঘ্ৰেই ধৰালৈ বৰষুণ আনিব-

| | | |
|---|---|---|
| "ৰাম ৰাম | ——— | ভেকুলীৰ বিয়ালৈ |
| ৰাম ৰাম | ——— | আহে ইন্দ্ৰদেৱে |
| ৰাম ৰাম | ——— | বতাহ বৰষুণত তিতি হে |
| ৰাম ৰাম | ——— | স্বৰ্গৰ অপেশ্বৰী |
| ৰাম ৰাম | ——— | নামি আহিছে |
| ৰাম ৰাম | ——— | ভেকুলীৰ বিয়া শুনি হে।। |

ঙ. গোপিনীৰ গোঁসাই নাম বা নামঘৰৰ নাম

সোণোৱাল সকলৰ উপাস্য দেৱতা হৈছে স্বয়ং শিৱ বা বাইথ'। গতিকে সোনোৱাসকলৰ গোঁসাই নাম ভগৱান বা ঈশ্বৰৰ গুণানুকীৰ্ত্তন নহয়। আউনীআটীৰ সত্ৰাধিকাৰ কেশৱ মহন্তৰ মাহাত্ম্যত আপ্লুত হৈ এই নামবোৰ সেই সময়ৰ সোণোৱাল নাৰী সমাজে সৃষ্টি কৰিছিল—

'গোঁসাই শদিয়ালৈ গ'ল
ব'ৰাগী মঠতে ৰ'ল
কুইল (কুণ্ডিল)ৰ মুখতে
গোঁসাই পাৰে দাঙিলে
ভকত ব্যাকুল হ'ল...

**৩.০৩ সোণোৱাল কছাৰীৰ বিবিধ গীত-মাত ঃ**

**ক. পচলাৰ জুনা**

সোণোৱাল কছাৰী লোক সমাজত প্ৰচলিত বিভিন্ন জুনাৰ ভিতৰত পচলাৰ জুনা অন্যতম।

সৰুজনী বুলিলে ডাঙৰজনী বাই।
আলহী আহিছে কিহৰেবা খাই।।
ডাঙৰজনী বুলিলে কিহৰনো চিতা।
বাৰীত আছে পচলা তাৰে কৰিম মিতা।।

**খ. হাচতিৰ বিহুববীয়া জুনা**

হাঁচতি ঐ ৰাম নাৰায়ন হয়েকি অহয়া হয়।
হাঁচতি হাঁচতি কৰ সমনীয়া থৈছে হাঁচতি বৈ।।
হাঁচতি ঐ ৰাম নাৰায়ন হয়েকি অহয়া হয়।
এখন না হাঁচতি বৈ না থৈছে হৈহাং মকৰা জাল।।

**গ. গায়নৰ মালিতা**

সোণোৱাল সমাজত শংকৰী কলা কৃষ্টি, ধৰ্মীয় দৰ্শন বহু আগৰে পৰা লক্ষ্য কৰা যায়। বিশেষকৈ গায়ন বায়নত সোণোৱালসকলৰ পাগতালী লক্ষণীয়। গায়নৰ গুৰুঘাটৰ মালিতা —

জগতকে স্রজা প্রভু আদি নিবঞ্জন।
অনন্ত শৰ্যাত প্ৰভু কৰিলা শয়ন।।
চেতন লভিয়া প্ৰভু কৰিলা শয়ন।
চেতনক প্ৰতিৰাজ সিংহাখনি দিলা।।
..............................................
সাঘৰ শুকাল মানিক লুকাল।
বগে ধৰি খালে মাছ।।
তাল বাজে মৃদঙ্গ বাজে ঈশ্বৰক স্মৰি।
মাৰো গুৰু ঘাত।।

ইয়াৰ বাহিৰেও নাহৰৰ জুনা, গৰখীয়া নাম, পগলা পাৰ্বতী মালিতা, লেচেৰী আদি গাঁও-ভূএঃ লুপ্ত প্ৰায় হৈছে। এই সিচঁৰতি হৈ থকা ক্ষেত্ৰসমূহ ভালদৰে অনুধাৱন কৰি সংৰক্ষণ আৰু সংবৰ্ধন কৰিলে সোণোৱাল কছাৰীৰ গীত-মাতৰ ভড়াল আৰু চহকী হৈ পৰিব।

## ৩.০২ সোণোৱাল লোক-নৃত্য

সোণোৱাল সমাজ-জীৱনত সোণোৱাল সংস্কৃতি ফট্‌ফটীয়াকৈ প্ৰকাশ পাইছে। আধুনিকতাৰ প্ৰভাৱ সোণোৱাল সংস্কৃতিত কিছু পৰিমাণে পৰিছে যদিও সোণোৱাল কছাৰীৰ সাংস্কৃতিক পৰম্পৰা এতিয়াও অক্ষুণ্ণ ৰূপত চলি আহিছে। বিশেষকৈ লোকনৃত্য আৰু লোকগীতৰ সম্ভাৰত সোণোৱাল সংস্কৃতি বেছ চহকী।





সোণোৱাল কছাৰীসকলৰ বিহু নৃত্যই প্ৰধান নৃত্য যদিও তেওঁলোকৰ নিজস্ব কিছু লোক-নৃত্যও আছে। তাৰে ভিতৰত প্ৰধান লোক-নৃত্যসমূহ হৈছে—

ক. বহুৱা নৃত্য
খ. হগ্ৰা নৃত্য
গ. হাইদাং নৃত্য
ঘ. কুলা-বুঢ়ীৰ নৃত্য ইত্যাদি

**ক. বহুৱা নৃত্য**

সোণোৱাল কছাৰীসকলৰ পৰম্পৰাগত লোক-নৃত্য সমূহৰ ভিতৰত এটি প্ৰধান নৃত্য হৈছে বহুৱা নৃত্য। এই নৃত্য কেতিয়াৰ পৰা পালন কৰি অহা হৈছে, ক'ত কেনেকৈ আৰম্ভণি হৈছিল তাৰ সঠিক বুৰঞ্জী পাবলৈ নাই যদিও অতীজৰে পৰা বহুৱা নৃত্য সোণোৱাল কছাৰীসকলে উদ্‌যাপন কৰি আহিছে বুলি নিশ্চয়কৈ ক'ব পাৰি। সোণোৱাল হাইদাং হুঁচৰিৰ যেনেকৈ লিখিত ইতিহাস স্পষ্টকৈ পাবলৈ নাই তেনেকৈ 'বহুৱা নৃত্যৰো লিখিত ইতিহাস বিচাৰি পোৱা কঠিন। এই নৃত্য হুচৰিৰ দৰেই সোণোৱাল সকলে পৰম্পৰাগতভাৱে পালন কৰি আহিছে। সম্প্ৰতি বহুৱা নৃত্যও অসমৰ কেইখনমান জিলাৰ কিছু গাঁৱতহে পালন কৰি অহাটো পৰিলক্ষিত হৈছে।

সোণোৱালসকলৰ সাংস্কৃতিক মনৰ পৰিচয় এই বহুৱা নৃত্যত বিদ্যমান। ব'হাগৰ সাতদিনৰ দিনা বহুৱা নৃত্য অনুষ্ঠিত হয়। এই নৃত্যত অংশ ল'বলৈ বহুৱা-বহুৱানী আৰু কেইগৰাকীমান নাচনী প্ৰয়োজন। বহুৱা-বহুৱানীক ভীম কলৰ পাতক চিৰিলা চিৰিলকৈ ফালি মৰাপাটৰ জৰীৰে গাঠি গোটেই শৰীৰটো সুন্দৰভাৱে আবৃত্ত কৰে। বহুৱা-বহুৱানীক সজাবলৈ ষাঠীৰ পৰা আশীখিলা কলপাতৰ প্ৰয়োজন। বহুৱা-বহুৱানীয়ে শুকান বগা লাও চেলাউৰী, মুখ, দাঁত আদি আঁকি চকু সন্মুখত দুটা ফুটা কৰি মুখা পিন্ধে। বহুৱাটোৰ মূৰত ছাগলীৰ শিংৰ দৰে দুটা শিং লোৱা হয় আৰু বহুৱানীক ক'লা কাপোৰেৰে চুলি বান্ধি ঢাকি ৰখা হয়। অন্যান্য নাচনীসকলে শৰীৰত ছাই সানি মুখত আঁক-বাক কৰি লয়। উৎসৱৰ দিনা গাঁওৰ অন্য কোনো ধৰণৰ মাঙ্গলিক কাম আনকি ৰোৱা-তোলা হাল বোৱাও কৰা নহয়।

অসমৰ বিভিন্ন ঠাইত সোণোৱালসকলে বহুৱা উৎসৱ পালন কৰে। ঠাই বিশেষে ইয়াৰ সাজ-সজ্জা কিছু বেলেগ হ'লেও মূল বিষয়বস্তু একে। পৰিবেশ প্ৰকৃতিৰ লগত ইয়াৰ সম্বন্ধ অতি নিবিড়। অসমৰ বিভিন্ন জিলাত এই উৎসৱ উদ্‌যাপন কৰা হয়। ডিব্ৰুগড় জিলাৰ জামিৰাৰ উপৰিও খোৱাং, নহাজাৰ আৰু ঢলাত এই উৎসৱ পালন কৰা হয়। ইয়াৰ উপৰিও লক্ষীমপুৰ জিলাৰ বিহপুৰীয়াৰ মৰিছা পথাৰ,

পানীগাঁও, ভাৰতী সোণোৱাল গাঁও, বগীনদী আৰু গেৰগেৰীয়া আদি গাঁৱত বহুৱা উৎসৱ উদ্‌যাপন কৰে।

ধেমাজি জিলাৰ ভেবেলী সোণোৱাল গাঁৱতো বহুৱা উৎসৱ পৰম্পৰাগতভাৱে পালন কৰি আহিছে।

খ. হুগ্ৰা নৃত্য

হুগ্ৰা নৃত্য সোণোৱাল কছাৰীসকলৰ সাংস্কৃতিক মনৰ এক পৰিচায়। হুগ্ৰা নৃত্যৰ 'হুগ্ৰা'- শব্দটোৰে সৈতে দুটা অৰ্থ নিহিত হৈ আছে। প্ৰথম অৰ্থত হুগ্ৰা মানে গাহৰি। বাইথ' পূজাত গাহৰি বলি দিয়াৰ কাৰণে গাহৰি বিচাৰি অৰণ্যত চিকাৰ কৰা হয়। চিকাৰীয়ে কেনেকৈ হাবিত গাহৰি চিকাৰ কৰি আনি বাইথ' শালত বলি দি সেই মাংস প্ৰসাদ হিচাপে বিতৰণ কৰে, তাকে নৃত্যৰ যোগেদি প্ৰকাশ কৰে। এয়ে হুগ্ৰা নৃত্য। কছাৰী বীৰ হুগ্ৰাৰ নেতৃত্বত গাহৰি চিকাৰ অভিযান চলিছিল বাবে এই বীৰজনৰ নামেৰে এই নৃত্যক হুগ্ৰা নৃত্য বোলা হয়। লভিত কুমাৰ শইকীয়াই তেওঁৰ সোণোৱাল কছাৰী সংস্কৃতিত এই বুলি কৈছে যে, "হুগ্ৰা নৃত্য কৰা ব্যক্তিজনেই হুগ্ৰা (গাহৰি) ৰূপ ধৰি আছে। তেখেতে গ্ৰন্থত হুগ্ৰা- নৃত্যৰ ঐতিহ্য আৰু তাৎপৰ্য বিশ্লেষণ প্ৰসংগত এক ৰূপকথা সংযোজন কৰিছে। এই ৰূপ কথা অনুসৰি দৈত্যৰাজ হিৰণ্যকশিপুৰক ভগৱান বিষ্ণুৱে বৰাহ আৰু নৰসিংহ ৰূপ লৈ বধ কৰিছিল। হিৰণ্যাক্ষ আৰু হিৰণ্যকশিপুৰৰ বংশধৰসকল তেতিয়াৰ পৰা ঘোৰ বিৰোধী হৈ পৰে। বিষ্ণুৰ প্ৰতি শত্ৰুতা আচৰণ কৰি বিষ্ণুক নাপাই বৰাহকে বিষ্ণু বুলি শালত বলি দি পিতৃ হত্যাৰ প্ৰতিশোধ ল'য়। এই ৰূপ কথাই হুগ্ৰা নৃত্যৰ মূল কথা। ৰেণু বড়াই 'অনুপম হুগ্ৰা নৃত্য' শীৰ্ষক প্ৰবন্ধত উল্লেখ কৰিছে যে, হুগ্ৰা নৃত্য সোণোৱালসকলৰ উপাস্য দেৱতাৰ পূজা আৰু ধৰ্মীয় জীৱনৰ লগত জড়িত। বাইথ' দেৱতাৰ পূজা উপলক্ষ্যে বলিৰ বিধান হিচাপে গাহৰি বলি দিয়া আৰু গাহৰি অনুসন্ধানত গাহৰি চিকাৰ কৰা এইটোৱেই হুগ্ৰা নৃত্যৰ মূল জুমুঠি। গাহৰি চিকাৰৰ সময়ত হোৱা সুবিধা-অসুবিধা, গাহৰি-চিকাৰ কৰি শালত বলি দিয়া আৰু তাৰ মাংস ভগাই লোৱা এই গোটেই প্ৰক্ৰিয়াটো নৃত্যৰ ভঙ্গিমাৰে প্ৰকাশ কৰা হয়। হুগ্ৰা ৰূপ ধৰা চিকাৰীয়ে তেওঁক লক্ষ্য কৰি নৃত্য কৰা, চিকাৰ অৱস্থাত পোৱা সুবিধা-অসুবিধা এই কথাবিলাক ধেমালি আৰু আনন্দৰ মাজেৰেই প্ৰকাশ কৰে।

সোণোৱাল কছাৰীসকলৰ মাজত ঠাইভেদে পৰম্পৰা ৰক্ষা কৰি হুগ্ৰা নৃত্য চলি থকা দেখা যায়। বিশেষকৈ ডিব্ৰুগড় জিলাৰ খাল গাঁও, মুলুক গাঁও আৰু তিনিচুকীয়া জিলাৰ বৰডিৰাক চুমনী গাঁৱৰ বাইজে এই ঐতিহাসিক নৃত্য-গীতটি ৰক্ষা কৰি আহিছে।





গ. হাইদাং নৃত্য

সোণোৱাল কছাৰীসকলৰ এক অনুপম লোক নৃত্য — হাইদাং নৃত্য। এই নৃত্য হৈছে হাইদাং গীতৰ এক অংশ বিশিষ্ট। এই নৃত্যক প্ৰজননৰ প্ৰতীক আৰু হাইদাং গীতক সৃষ্টিৰ স্তুতি গীতৰূপে অভিহিত কৰিব পাৰি। হাইদাং গীতৰ ছেৱে ছেৱে, বাঁহীৰ সুৰে সুৰে, খুতিতাল আৰু বাঁহৰ টকাৰ ছন্দে ছন্দে জেমা-টঙালী আদিৰে সাজ সজ্জা পৰিধান কৰি হাতত ম'ৰা চৰাইৰ পাখি লৈ চালি ধৰি নাচে। এয়ে হাইদাং নৃত্য। সৃষ্টিৰ স্তুতি গীত হাইদাং গীতৰ লগত ৰজিতা খুৱাই এই নৃত্য কৰা হয় বাবে এই নৃত্যক হাইদাং নৃত্য বুলি কোৱা হয়।

হাইদাং গীত গাওঁতাই যিদৰে সম্পূৰ্ণ বগা সাজপাৰ পৰিধান কৰে, তেনেদৰে হায়দাং গীতৰ নৰ্ত্তকীয়েও শৰীৰত সম্পূৰ্ণ হাত-দীঘল বগা চোলা, কঁকালত বগা ৰঙৰ ঘূৰি আৰু টঙালি পৰিধান কৰে। ঘূৰিৰ তলত ৰঙা শেল দিয়া হ'ব লাগে। হাইদাং গীতৰ নৰ্ত্তকীয়ে মূৰত পিছফালে ওলমি পৰা পাগুৰি আৰু গাত বগা চেলেং চাদৰ পৰিধান কৰিব লাগে।

বহাগ বিহুত সোণোৱাল কছাৰীসকলে ঘৰে ঘৰে হায়দাং হুচৰি গায়। তদুপৰি বাইথ' পূজাতো হায়দাং গীত পৰিবেশন কৰে। বাইথ' পূজাত শিৱ বা বাইথ' দেৱতাৰ অৰ্থে হাঁহ-পাৰ আদি বলি দিয়াৰ লগতে মন্দিৰৰ সন্মুখত হায়দাং গীত নৃত্য পৰিবেশন কৰে।

হাইদাং হুঁচৰিত 'হুঁচৰি টকা' ছয় ডাল লোৱা হয়। এফালে তিনিডাল আৰু আনফালে তিনিডাল। এই তিনিওডালক ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ বুলি গণ্য কৰে। গৃহস্থৰ চোতালত এডাল দীঘল বাঁহ তিনিটা বাঁহৰ খুটাৰ ওপৰত পাৰি লৈ হাতত টকা মাৰি কেইডাল লৈ হায়দাং গীতৰ ছেৱে ছেৱে টকা মাৰিৰে কোবাই হায়দাং গীত-নৃত্য পৰিবেশন কৰে।

ঘ. কুলা-বুঢ়ীৰ নৃত্য

সোণোৱাল কছাৰী সমাজৰ নোৱাই তোলনী বিয়াৰ লগত সম্পৰ্কিত এক নৃত্য হ'ল কুলা-বুঢ়ীৰ নৃত্য। সামাজিক পৰম্পৰা অনুসৰি নোৱাই তোলনী বিয়াৰ গাথিয়ন খুন্দাৰ দিনা ৰাতি কন্যাক নীতি-নিয়মেৰে নোৱাই-ধোৱাই ৰভাতলীলৈ অনা হয় আৰু এই ৰভা তলীতে সাতজনী ছোৱালীয়ে (ডালী ভাৰী, কলচী ভাৰী ইত্যাদি) কন্যাক আগত ৰাখি হাতত এডাল লাখুঁটি আৰু লাখুঁটি ডালত পাণ-তামোল এযোৰা গামোচাৰে বান্ধি লৈ মূৰত কুলা, কুলাৰ ওপৰত পাণ-তামোল খেৰৰ জুমুঠি লৈ নৃত্য কৰে। এই নৃত্যকে কুলা বুঢ়ী নৃত্য বুলি কোৱা হয়।

৩.০৩ সোণোৱাল লোক উৎসৱ 'বিহু'

সোণোৱাল কছাৰীসকলৰ বহাগ বিহু পালন কৰা কিছুমান আনুষাংগিক লোকাচাৰ আজিও অসমীয়া সাহিত্যৰ অমূল্য সম্পদ। মহাবিষুৱ সংক্ৰান্তি বা বহাগৰ সংক্ৰান্তিত বহাগ বিহু অথবা ৰঙালী বিহু সোণোৱালসকলে উলহ মালহেৰে পালন কৰে। চ'তৰ দোমাহী বা সংক্ৰান্তিৰ দিনা গৰু বিহু পালন কৰে। গৰু বিহুৰ দিনা প্ৰতি গৰাকী গৃহস্থই দীঘলতী, মাখিয়তী পাতেৰে কোবাই কোবাই 'দীঘলতীৰ দীঘল পাত, গৰু কোবাও জাত জাত, মাৰ সৰু বাপেৰ সৰু, তই হবি বৰ গৰু' বুলি গাই গাই নিজৰ গৰু ম'হ, জান-জুৰি, নদী, পুখুৰীত গা ধুৱাবলৈ নিয়ে। দুই, তিনি আৰু চাৰি শলীয়াকৈ লাও, বেঙেনা বাঁহৰ ছাট সাজি গৰু গা ধোৱাৰ ঠাইত ইষ্ট দেৱতাক প্ৰণাম কৰি পান তামোলৰ শৰাই আগবঢ়াই 'লাও খা বেঙেনা খা' ধ্বনিৰে গৰুৰ গালৈ ছাট মাৰি চৌদিশে ৰজনজনাই তোলে। তাৰ পিছত লগত নিয়া পুৰণি পঘাডাল গৰুৰ ঠেঙৰ মাজেৰে সৰকাই পেলাই দিয়া হয়। সোণোৱাল কছাৰীসকলৰ গৰুক মৰা ছাটৰ এক উল্লেখযোগ্য বৈশিষ্ট্য আছে - দুই শলীয়া ছাট গৰ্থা লাও, বেঙেনা গৰুৰ গালৈ নামাৰে। সেই ছাটমাৰি বংশ পৰিয়াল আৰু অন্যান্য সম্বন্ধ নথকা লোকৰ সৈতে সলনি কৰা হয়। ইয়াৰ অৰ্থ-সম্পৰ্কীয় লোকৰ সৈতে যাতে বিবাহ সম্পন্ন নহয়। তিনিডলীয়া ছাট মাৰিক খ্ৰীং ৰজা, গজাই-মনাই অৰ্থাৎ স্ৰষ্টা, নিয়ন্তা আৰু পালন কৰ্তা বুলি বিবেচনা কৰা হয়। চাৰিডলীয়া ডালক সংসাৰৰ চাৰিজীৱ অৰ্থাৎ উৰণ, বুৰণ, গজন আৰু ভ্ৰমন বুলি ধৰা হয়। গৰুৰ ঠেঙৰ মাজেৰে সৰকাই পুৰণি পঘাডাল পেলাই দিয়াৰ অৰ্থ হ'ল- কোনো অপদেৱতাই যাতে গৰুবোৰৰ অনিষ্ট কৰিব নোৱাৰে। গৰু গা ধুৱাই অনাৰ পিছত লগত নিয়া কোৰখনেৰে ঘৰৰ চাৰি চুকত চাৰি চাব খান্দে। উক্ত দিনা এনে কৰিলে বছেৰেকলৈ ঘৰত সাপ নোসোমায় বুলি লোকবিশ্বাস আছে। গৰু বিহুৰ দিনা ব্যৱহাৰ কৰা ছাট কেইডাল ঘৰৰ চালি অথবা গোহালিৰ চালিত খুচি থোৱা হয়। তেনেকৈ থোৱাৰ মূল কাৰণ হ'ল - ঘৰখনত কোনো অপায়-অমঙ্গল, বেমাৰ-আজাৰ যাতে নহয় আনহাতে গৃহস্থই গৰুক গা ধোৱাই আহি বাৰীত খান্দিম বুলি থোৱা নহৰু ভেটি খান্দি আনে। গৰু বিহুৰ দিনা খন্দা নহৰুৰ ঔষধি গুণ বহুত বেছি বুলি লোকবিশ্বাস প্ৰচলিত। গৰু বিহুৰ দিনাই বন্ধু-বান্ধৱ তথা মিটিৰ কুটুমৰ লগত কণী যুঁজ হয়। কণী যিহেতু প্ৰজননৰ প্ৰতীক, সেয়েহে কণী যুঁজাই জিকি আমবলি টোপৰ লগত খালে বংশ বৃদ্ধি হয় আৰু নাকৰ এৰাঁ ৰোগ নিৰ্মূল হয় বুলি জনবিশ্বাস আছে। ইয়াৰ পিছত ঘিলা খেল অনুষ্ঠিত কৰে। বহাগ বিহুত ঘিলা খেলিলে বছৰটোৰ বাৰে মগজু শাঁত পৰে বুলি সোণোৱাল সকলে বিশ্বাস কৰি আহিছে। সোণোৱাল কছাৰীসকলৰ গৰু বিহুৰ দিনা ঘৰৰ পদূলিত তুঁহ, খেৰৰ সৈতে জেতুলী পকাই কাইটীয়া লতা, গছ আৰু কঠালৰ পাতেৰে জাগ দিয়াৰ





নিয়ম। ইয়াৰ অৰ্থ-ভূত প্ৰেত, মাৰি-মাৰক, দুৰ্গন্ধি বিনাশ আৰু ম'হ, ডাঁহ, মাখি আদি নিৰ্মূল কৰা। গৰু বিহুৰ দিনা এশ এবিধ শাক সোণোৱাল সকলে পৰম্পৰাগত ভাবে খাই আহিছে।

পূৰ্বপুৰুষৰ দিনৰ পৰা সোণোৱাল কছাৰীসকলে মানুহৰ বিহুৰ দিনাই পুৱাই নাহৰপাতত মন্ত্ৰ লিখি ঘৰৰ চালত খুচি থোৱাৰ নিয়ম। নাহৰ পাতত 'দেৱ দেৱ মহাদেৱ, নীল গ্ৰীৱ জটাধৰ, বাত কৃষ্টি হৰ দেৱ, মহাদেৱ নমস্তে' বুলি লিখি থয়। তেওঁলোকৰ বিশ্বাস যে উপাস্য দেৱতা শিৱ অৰ্থাৎ বাইথ' দেৱতাই গোটেই বছৰটো ধুমুহা, বৰষুণ, বজ্ৰপাত, জুই আদিৰ পৰা ৰক্ষা কৰিব। বহাগ বিহুত হুঁচৰি গোৱা ৰীতি সোণোৱাল সকলে মৰ্যদা সহকাৰে পৰম্পৰাগতভাৱে ৰক্ষা কৰি আহিছে।

'চালিপান খুৰবী আৰৈ চাউল কঠা
জপনা মাৰ ঐ মাৰ মাৰ কৰে।'

অৰ্থাৎ সোণোৱালসকলে 'হুচৰি টকা' ডাল সতীৰ ৰাজহাড় বুলি জ্ঞান কৰি ভক্তিৰে শ্ৰদ্ধা নিবেদন কৰি তামোল পান আৰু আৰৈ চাউলৰ নৈবদ্য দি শুচি কৰি লয়। টকা ডাল ৰাখিবৰ বাবে তিনিডাল পূৱৰ, তিনিডাল পশ্চিমৰ মুঠ ছয়ডাল চাক মাৰি ব্যৱহাৰ কৰে, যাক তেওঁলোকে ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ বুলি গণ্য কৰে। ঠাই আৰু খেল ভেদে তেৰটা গাঠি, বাৰটা পাৰ, দহ গাঠি নটা পাব থকা টকা ব্যৱহাৰ কৰা দেখা যায়। নটা পাবৰ অৰ্থ হ'ল- নৱনী অপেশ্বৰী, দহ গাঠিৰ অৰ্থ শিৱৰ দহ অৱতাৰ।

বহাগ বিহুত গৃহস্থৰ ঘৰলৈ হুচৰিৰ দল আহে। তেওঁলোকে বাৰে মন্ত্ৰৰে হুচৰি আৰম্ভ কৰে -

'এ গৃহস্থৰ ভাল
শুকমুনি কোটাল
ধাৰী নিধাৰী
বেৰৰ মাটি সুবৰ্ণ
মৃত্যুক জয় জয়
আগত ভঁৰাল, পাছত গড়াঁল
উত্তৰে চৰু, দক্ষিণত গোহালিৰ গৰু
পোৱে জীয়ে বুকু জুৰাই খাই বৈ
থাকিবলৈ শক্তি বিধান কৰক।
তিনিশ তিনিকুৰি তিনি দিনৰ মূৰত বলি ৰজাৰ বিহু
আজি ভাত নাই, পানী নাই বুলি ফুৰা নাই

যুগৰহে নীতি-নিয়ম কৰিছোঁ।

তাৰ পাছত ক্ৰমান্বয়ে - 'হুৰে হুৰে জেলেপ কাপোৰ উবে, হুৰে হুৰে গীতক কোনে সৰজায়, মহাদেউ পাৰ্বতী সিও সৰজায়', হাতত কাবফাই ল' হেৰ দদাই, মাৰ ঐ মাৰ ঐ বলি চৰাই আদি পোহাৰী গীত, থিয় গীত, বৰগীত পৰিবেশন কৰি গৃহস্থৰ মংগল কামনা কৰি ঘৰৰ দেৱতাৰ নামত সেৱা জনাই আৰ্শীবাদ দি হুচৰি সামৰা হয়। জনশ্ৰুতি মতে সোণোৱাল কছাৰী নৃ-গোষ্ঠীটো প্ৰাচীন ভাৰতীয় অনাৰ্য মূলীয় প্ৰহলাদৰ নাতি বালিৰ বংশধৰ বুলি জনাজাত। সেয়েহে শুক্ৰাচাৰ্যক সোণোৱাল কছাৰীসকলৰ আদি গুৰু বুলি ধৰা হয়।

সু-সংস্কৃতিসম্পন্ন সোণোৱাল কছাৰীসকলে আগত ভঁড়াল, পাছত গঁড়াল, উত্তৰে চৰু, দক্ষিণত গোহালিত গৰু বুলি বাৰে মন্ত্ৰত কোৱা কথা কেইফাকি উন্নত ভাবে ঘৰ দুৱাৰ সাজি বসবাস কৰাকে বুজাইছে। বসন্তৰ আগমনৰ লগে লগে প্ৰকৃতিৰ লগতে মানুহেও নতুন বস্ত্ৰ পৰিধান কৰি হুঁচৰি গীত গোৱাৰ কথা পোহাৰী গীতত উল্লেখ কৰিছে।

সোণোৱাল কছাৰীৰ লোক উৎসৱৰ সৈতে সাঙোৰ খাই আছে সোণোৱালসকলৰ হায়দাং গীত, হায়দাং নৃত্য, বহুৱা নৃত্য, হগ্ৰা নৃত্য আদি।

হায়দাং গীতৰ জৰিয়তে সোণোৱাল সকলৰ অতীতৰ শৌৰ্য-বীৰ্য্য, সাহিত্য-সংস্কৃতি তথা মানৱ জীৱনৰ এখনি প্ৰতিচ্ছবি দাঙি ধৰা হয়। গভীৰ আধ্যাত্মিকতাৰে হায়দাং গীত (হুচৰি গীত) গীত সমূহ পৰিৱেশন কৰা হয়।

কৰ পৰা আহিলা কত দিলা ভুৰি
চোতালখন ফাটি গ'ল চেৰ চেৰ কৰি...

সোণোৱালসকলৰ হুচৰি গীতবোৰ আধ্যাত্মিক আৰু পৰমাৰ্থিক জ্ঞানৰ সমাবেশ ঘটাৰ বাবে লগতে ইয়াৰ ৰূপক, উপমা ব্যঞ্জনাৰ বাবে সৰুৰ পৰা বৃদ্ধলৈকে সকলোৰে মাজত সমাদৃত।

তুলা সংক্ৰান্তি অৰ্থাৎ তুলা ৰাশিত ৰবি অধিস্থান কৰাৰ সময়ত অনুষ্ঠিত সংক্ৰান্তি অৰ্থাৎ কাৰ্তিক সংক্ৰান্তি বা কাতি বিহু বা কঙালী বিহু। কাতি বিহু কাৰ্তিক সংক্ৰান্তিক জল বিযুৱ সংক্ৰান্তি ৰূপেও জনাজাত। বাসন্তী উৎসৱ বা বহাগ বিহু আৰু শীতোৎসৱ বা মাঘবিহুতকৈ কাতি বিহু অনুষ্ঠিত হোৱা সময় অধিক তাৎপৰ্যপূৰ্ণ। কাৰণ বসন্ত ৰজঃগুণৰ প্ৰতিনিধি আৰু শৰৎ সত্বগুণৰ প্ৰতিনিধি। ৰজঃ বা তমঃ গুণতকৈ সত্বগুণ তুলনামূলকভাৱে আদৰণীয়। ভাৰতবৰ্ষত প্ৰাচীন কালৰ পৰাই নৱবৰ্ষৰ আৰম্ভ হৈছিল। শৰত কালত অনুষ্ঠিত কাতি বিহুটিও সেইবাবে বৈশিষ্ট্যপূৰ্ণ। সোণোৱালসমাজত কাতি বিহুৰ উৎপত্তি সম্পৰ্কে জনশ্ৰুতি প্ৰচলিত আছে -





সৃষ্টিকৰ্তা ব্ৰহ্মাই পৰ্বত-পাহাৰ, গছ-গছনি, জীৱ-জন্তু, পশু-পক্ষী, নৈ-বিল, জান-জুৰি আদি সৃষ্টি কৰি সেই সৃষ্টিৰ ৰহস্য চাই নিজেই আনন্দত আত্মাহাৰা হৈ পৰিছিল। এইদৰে যুগ-যুগান্তৰ পাৰ হোৱাৰ পিছত ব্ৰহ্মাই সৃষ্ট জীৱ-জন্তু, পশু-পক্ষী, গছ-গছনি, নৈ-বিল, পুখুৰী, পৰ্বত-পাহাৰে পৃথিৱীখন নধৰা হ'ল। এই বিশাল সৃষ্টিৰ ভাৰ বসুমতীয়ে ল'ব নোৱাৰি ব্ৰহ্মাৰ ওচৰত কাতৰে প্ৰাৰ্থনা জনালে আৰু বসুমতীৰ প্ৰাৰ্থনাত ব্ৰহ্মাই সন্তুষ্ট হৈ বিষ্ণু আৰু শিৱৰ লগত আলোচনা কৰি সিদ্ধান্ত গ্ৰহণ কৰিলে যে, বসুমতীৰ বুকুত পৰ্যাপ্ত পৰিমাণে সৃষ্টিৰ ভাৰ জাপি দিয়া হৈছে। এই সৃষ্টিক পালন কৰিবলৈ বিষ্ণু সমৰ্থ নোহোৱাৰ হেতুকে শিৱক বসুমতীৰ ভাৰ গাত ল'বলৈ সৃষ্টিৰ ধ্বংস লীলা পাতিবলৈ দায়িত্ব অৰ্পণ কৰে। আৰম্ভ হ'ল শিৱৰ তাণ্ডৱলীলা। শিৱৰ তাণ্ডৱ লীলাত পৃথিৱী কঁপি উঠিল। চাৰিওফালে প্ৰলয়ৰ হাহাকাৰ ধ্বনি। শিৱৰ এনে আচৰণৰ কাৰণ জানিব পাৰি সকলোৱে প্ৰাণ ৰক্ষা কৰিবলৈ শিৱৰ ওচৰত প্ৰাৰ্থনা জনাবলৈ ধৰিলে। শিৱৰ ধ্বংস যজ্ঞত পৃথিৱী শূণ্য হৈ পৰিল। মানুহ আৰু অন্যান্য জীৱ-জন্তুৱে অনাহাৰ অনিদ্ৰাৰে দিন কটাবলগীয়া হয়। মানুহে এগছি বন্তি জ্বলাই শিৱক আৰাধনা কৰিবলৈ ধৰিলে। অনাহাৰ অনিদ্ৰাৰে কৰা কাতৰ প্ৰাৰ্থনাত শিৱ ক্ষান্ত হ'ল আৰু বিষ্ণুৱেও পৰম সন্তোষ লাভ কৰিলে। বিষ্ণুৰ অনুৰোধমৰ্মে শিৱই ধ্বংসলীলা সম্বৰণ কৰিলে। এইদৰে মানুহ, জীৱ-জন্তু, পশু-পক্ষী আদিৰ কৰুণ বিননিত সন্তুষ্ট হৈ বিষ্ণু আৰু শিৱই আশীৰ্বাদ দি স্বৰ্গলৈ গুচি গ'ল। বিষ্ণুৰ বাবেহে তেওঁলোকৰ উদ্ধাৰ হোৱা বুলি ভাবি মানুহে বিষ্ণুক পুজিবলৈ ধৰিলে।

আন এক জনশ্ৰুতিমতে-শংখচূড়ক বধ কৰিলে শংখচূড়ৰ পত্নী বৃন্দা দেৱীৰ সতীত্ব বিষ্ণুৱে নষ্ট কৰাত বৃন্দা দেৱীয়ে তুলসীৰূপে শিৱৰ জটাত আশ্ৰয় লয়। বৃন্দাদেৱীৰ অভিশাপ মতে তুলসীপাত নহলে বিষ্ণু পূজা সম্পূৰ্ণ নহয়। সেইবাবে কাতি বিহুৰ দিনা তুলসীৰ তলত বিষ্ণু পূজা কৰা প্ৰথা সোণোৱাল সমাজত প্ৰচলিত। আনহাতে শিৱই যাতে সৃষ্টি ধ্বংস নকৰে তাৰ বাবে শস্য-পথাৰ আদিত মানুহে ধূপ-ধূনা জ্বলাই শিৱক পূজা কৰে। ইয়াৰ উপৰি ভঁড়াল, গোহালি ঘৰ, বৰঘৰ, মাৰলঘৰ, ঘৰৰ পদূলি, মজিয়া, নাদ, পুখুৰী আদি বিভিন্ন ঠাইত চাকি জ্বলাই সৰ্বমংগল কামনা কৰি শিৱক প্ৰাৰ্থনা কৰা হয়। সেইহে 'কাতি মাহত বগলীয়ে মাছ নাখায়' 'জীৱ-জন্তু বিলাকে উপবাসে থাকে' বুলি লোকবিশ্বাস প্ৰচলিত।

কৰ্মঠ খেতিয়ক সকলে আহাৰ শাওন মাহত নিজৰ নিজৰ পথাৰত ভুঁই ৰুই, কোৰ মাৰি আহিন, কাতিমাহত ধান গেৰেলি হ'লে ধানবোৰ যাতে কোনো ধৰণৰ নষ্ট নহয় তালৈ লক্ষ্য ৰাখি পূৰ্ণিমা নতুবা কাতি মাহৰ কোনোবা এটা সোম নতুবা বুধবাৰে লখিমী আইৰ নামত পূজা ভাগ অৰ্পন কৰে। সোণোৱাল সকলে

কাতি বিহুৰ দিনাও পথাৰত চাকি আৰু 'আকাবন্তি' নামৰ আকাশবন্তি জ্বলোৱা দেখা যায়। কাতি বিহুত খোৱা-বোৱা আৰু পিঠা পনাৰ যি পৰম্পৰা বাহুল্যভাবে নহ'লেও আয়োজন কৰা হয়।

মকৰ সংক্ৰান্তি, অৰ্থাৎ ৰবি মকৰ ৰাশিত সংক্ৰমণ হোৱা কালছোৱাত অনুষ্ঠিত সংক্ৰান্তি বা দোমাহী বা বিহু অৰ্থাৎ মাঘ বিহু বা ভোগালী বিহু। মাঘ বিহুৰ অৰ্থ ব্ৰহ্মা পূজা বা অগ্নি পূজা। এই বিহুত মেজি, ভেলাঘৰ সাজি অগ্নিক পূজা কৰা হয়। জনশ্ৰুতিৰ মতে বিষ্ণুৰ উপদেশ মতে শিৱই পৃথিৱীৰ সৃষ্টি ধ্বংস নকৰাত বসুমতীয়ে ব্ৰহ্মাৰ ওচৰত কাতৰে প্ৰাৰ্থনা জনোৱাত ব্ৰহ্মাই শিৱক এই ভাৰ নিদি নিজেই সৃষ্টিৰ ধ্বংস কৰিবলৈ পৃথিৱীলৈ আহিল। তেওঁ কোনো বস্তুকে পৃথিৱীলৈ নিনিবলৈ কুবেৰক আদেশ দিলে। সেইমতে কুবেৰে পৃথিৱীলৈ বয়বস্তু দিয়া বন্ধ কৰাত মানুহৰ দুখে কুলাই পাচিয়ে নধৰা হ'ল। খোৱা বস্তুৰ সন্ধানত মানুহে এঠাইৰপৰা সিঠাইলৈ যাবলৈ ধৰিলে। মাহনিৰ মাহ, তিলবাৰীৰ তিল খাই মানুহে শেষ কৰাত এটা গাহৰিয়ে বনৰীয়া আলু খাই থকা দেখি ভোকাতুৰ মানুহখিনিয়ে ভোক নিবাৰণৰ বাবে আলু খান্দিবলৈ ধৰিলে। ইতিমধ্যে ব্ৰহ্মাই পৃথিৱীলৈ আহি মানুহবিলাকক বনৰীয়া আলু খাই জীয়াই থকা দেখি কোনে শিকালে বুলি সোধাত গাহৰিৰ কথা কোৱাত ব্ৰহ্মাই খঙত একো নাইকীয়া হৈ সৃষ্টিৰ ধ্বংসত বাধা দিয়াত গাহৰিক কলিযুগত আলু হৈ জন্ম লবলৈ অভিশাপ দিলে আৰু ক'লে যে, মাঘৰ বিহুত মানুহে গাহৰিক আলু হিচাপে ভক্ষণ কৰিব। ব্ৰহ্মাৰ খং দেখি ভয়তে পেপুৱা লাগি ব্ৰহ্মাৰ সন্তুষ্টিৰ বাবে মাহ, তিল, আলুকে প্ৰসাদ হিচাপে লৈ পূজা কৰিবলৈ ধৰিলে। সোণোৱালসকলে সেয়েহে মাঘৰ বিহুত মাহ, তিল গাহৰি হোৱাৰ ভয়ত নিজেও খায়। বসুমতী আইকো সন্তুষ্ট ৰাখিবলৈ আখৈ, কেঁচা পিঠা আদিৰ পুজিবলৈ আৰম্ভ কৰে। আজিও সোণোৱাল সকলে পূৰ্বৰ পৰম্পৰা ৰক্ষা কৰি মেজিৰ জুইত অৰ্পণ নকৰাকৈ নতুন তিল, মাহ, আলু নেখায়। আনহাতে মাঘ মাহত ব্ৰহ্মা বাক্য উলংঘা কৰাৰ ভয়ত ভঁড়ালো নোখোলে।

মাঘৰ বিহুৰ উৰুকাৰ দিনা সোণোৱাল সকলে ধানৰ ডাঙৰী বন্ধা তমালেৰে ঘৰ, ভঁৰাল, তামোল গছ, পান আৰু অন্যান্য ফলমূলৰ গছবিলাক বান্ধে। এই বান্ধোনৰ তাৎপৰ্য হ'ল যে মাঘ বিহুত বসুমতী আইৰ অনুৰোধক্ৰমে ব্ৰহ্মাই যাতে মানুহৰ বয়-বস্তুবোৰ ধ্বংস নকৰে।

পুহৰ সংক্ৰান্তিলৈ ১০/১৫ দিন থাকোতেই গাঁৱৰ ল'ৰাহঁতে মেজিৰ খৰি কাঠ গোটাই খোৱা কাঠ-বাঁহৰ পহৰা দিয়ে। জনবিশ্বাস যে 'শিয়ালে মুতিলে মেজি নজ্বলে' বুলি শিয়াল খেদিবলৈ পাল পাতি পহৰা দিয়ে। সোণোৱালসকলে মেজিৰ





জুইত তিল, মাহ. আলু আদি অৰ্পন কৰাৰ উপৰিও তামোল পানসহ দক্ষিণা-পইচা দি সেৱা কৰা দেখা যায়।

সোণোৱালসকলে মেজি সদায় দুটা সাজে। এটা গৰখীয়া মেজি আনটো অগ্নি পূজাৰ মেজি। গৰখীয়া মেজি সৰু হয়। অগ্নিপূজা মেজিৰ উচ্চতাৰ ওঠৰৰ পৰা বাইশ হাত পৰ্যন্ত। মেজিৰ বাবে পূব-পশ্চিম, উত্তৰ দক্ষিণাকৈ দ গাত একোটা খান্দে। তাৰ পাছত চাৰিওফালে গোটা বাঁহৰ খুটা পুতি চাৰি কোণীয়াকৈ কাঠখৰিবোৰ থাক থাককৈ সজাই যায়। চাৰি পাঁচ খলপাৰ মাজে মাজে শুকান পাত, বাঁহখৰি ভৰাই দিয়া হয়। সোণোৱালসকলে মাঘৰ সংক্ৰান্তি দিনা ধান খেৰৰ ছাঁইত মিঠাতেল দি গৰুৰ কপালত ফোঁট দিয়ে। মাঘবিহুত খাদ্য বস্তুৰে উভয়নদী হৈ থাকে। ভোজ ভাত খাই আত্মীয় স্বজন, বন্ধু-বান্ধৱ সকলে সম্প্ৰীতিৰ বতৰা বিলায়। বিহুৰ গধূলি কিছুমান পৰিয়ালত মৃতকৰ পূজা মৰাক দিয়া পাতে। কিছুমান পৰিয়ালে মাঘৰ বিহুত মৃতকৰ নামত 'পিৰ দিয়ে' পুখুৰীৰ পাৰত নাইবা বিলৰ পাৰত পকা কল পিঠা দি মৃতকক পূজা কৰাকে 'পিৰ দিয়া' বোলা হয়। নামঘৰত বুঢ়া মেথাই মাহ প্ৰসাদৰ শৰাই আগবঢ়াই। ইয়াক নামঘৰত 'বিহুৰ দিনা তামোল কাটিছে' বুলি কয়।

বিহু ঠাই ভেদে আৰু অঞ্চলভেদে বেলেগ বেলেগ। বিহুৰ স্বকীয়তা ভিন্ন হ'লেও চহাপ্ৰাণ কৃষিজীৱি সোণোৱালকছাৰীসকলে পাৰিবাৰিক আৰু সামাজিক লোকাচাৰ বিধি-বিধান, বিভিন্ন আচাৰ-অনুষ্ঠানৰ পৰা আজিও আঁতৰি আহিব পৰা নাই। চহা জীৱনৰ সৰল প্ৰাণৰ আঁহে আঁহে এনে লোকাচাৰ এনেভাবে সাঙোৰ খাই আছে য'ত উৰ্বৰা শস্যৰ ফচলহে গোটাব পাৰি। এই ফচল সামাজিক আৰু সাংস্কৃতিক পথাৰত সৃষ্টিৰ কঠীয়া হওঁক আৰু সোণোৱাল কছাৰী লোকসংস্কৃতিয়ে ইয়াৰ জৰিয়তে আৰু অধিক পূৰ্ণতা পাওঁক।

**৩.০৪ কুটিৰ শিল্পজাত সামগ্ৰী ঃ**

সোণোৱালসকল কলাসুলভ মনৰ অধিকাৰী। তেওঁলোক কুটিৰ শিল্পত অত্যন্ত চহকী। বাঁহ, বেত, কাঠ আদিৰ বিভিন্ন সা-সৰঞ্জাম তৈয়াৰ কৰাত তেওঁলোক পাকৈত। পাচি, খৰাহি, ডলা, জাকৈ, খালৈ চেপা, পল, নাঙল, যুৱঁলী, গছা, ঠগা, শৰাই আদিৰ কলাত্মক বৈশিষ্ট্যৰে তেওঁলোক সমুজ্জ্বল। কৰ্মঠ সোণোৱালসকলে দৈনন্দিন জীৱনৰ লাগতিয়াল আচবাৱ সাজ-পাৰ, সা-সঁজুলি নিজে তৈয়াৰ কৰি লয়। গাওঁৰ প্ৰত্যেক ঘৰতেই একোখন তাতঁৰ শাল থকাটো বাধ্যতামূলক হোৱাৰ উপৰিও সোণোৱাল নাৰী সমাজত তাঁতৰ শালক লৈ এটা প্ৰবাদ আছে — নৱ বিবাহিতা বোৱাৰী গৰাকীয়ে স্বামীৰ ঘৰলৈ গৈয়ে এখন বৰ (ব) কাপোৰ বব লাগে। এইখনেই তেওঁলোকৰ দাম্পত্য জীৱনৰ মধুৰতাক সূচনা কৰে। এড়ি সূতা, বস্ত্ৰ আদি অসমীয়া শিল্পলৈ

সোণোৱালসকলৰ উল্লেখযোগ্য বৰগুনি।

## ৪.০০ সোণোৱাল কছাৰীসকলৰ লোককথা

### ৪.০১ সাধুকথা

সাধুকথা স্থানীয় সমাজৰ প্ৰতিফলন মাথোন। সোণোৱাল কছাৰীৰ সাধুকথাই সোণোৱাল জনজীৱনক আগুৰি আছে। শিশুৰ পৰা বুঢ়ালৈকে সাধু কথাত যি ৰস আৰু প্ৰেৰণা প্ৰায় সেয়া সঁচাই অৰ্থব্যঞ্জন। ল'ৰা-ছোৱালীয়ে যেনেকৈ সাধুকথা শুনি ভাল পাই। সেইদৰে নিৰক্ষৰ চহা হজুৱা মানুহেও সাধুকথাৰ আচৰিত আৰু উত্তেজনা পূৰ্ণ বিবৰণ শুনি বৰ ভাল পায়। সোণোৱাল সকলৰ সৰগদেউ পূজা আৰু খিন ভঙা পূজা সাধুকথাৰ ওপৰত প্ৰতিষ্ঠিত। সোণোৱাল সাধুৰ পৰিসৰ আন জনজাতীয় সাধুকথাৰ দৰে বিস্তৃত। সাধুৰ নিৰ্দিষ্ট অনুষংগ অৰ্থাৎ context নথকা নহয়। কোনোটো সাধু দিনত, কোনোটো সাধু সন্ধিয়া কোনোটো ৰাতি অথবা অথবা কোনোটো খেতি-বাতিৰ সময়তহে কোৱা হয়। এই প্ৰসংগত কিছুমান নিষিদ্ধ (Tabu) আচৰণো লক্ষ্য কৰা দেখা যায়। সাধাৰণতে বন্য প্ৰনীৰ সাধু বা ভূতপ্ৰেতৰ সাধুকথা ৰাতি কোৱা নহয়। সোণোৱাল কছাৰী বহু সাধু সংগ্ৰহ নোহোৱাকৈ আছে। এইবিলাক সাধু উদ্ধাৰ কৰি প্ৰকাশ কৰিলে সোণোৱাল জনজীৱনৰ জাতীয় চৰিত্ৰৰ মহত্ব থকা বহুতো দিশ পোহৰলৈ আহিব। সোণোৱাল লোকজীৱনৰ সাধু সমূহো মনোসমীক্ষণৰ ভূমিকা অৰ্থপূৰ্ণ। সাধুবোৰত আছে সমাজৰ মাজত থকা নিবিড় সম্পৰ্ক। সোণোৱাল কছাৰীসকলৰ উল্লেখযোগ্য সাধু দুটিমান হ'ল — লখিমীৰ পৃথিৱী, মৰণৰ মহামেল, ঘিলা খেলৰ প্ৰচলন, শিয়ালৰ বুদ্ধিত বাৰীৰ ল'ৰা ৰজা বান্দৰ আৰু বাঘ, চেঙেলী টেটোন, বৰ চৰাই সাধু আদি। চেঙেলীৰ সাধুত চেঙেলীৰ ধৈৰ্য্য, বৰ চৰাইৰ সাধুত প্ৰত্যুৎপন্নমতি, ধৈৰ্য্য সাহসিকতাৰ ছয় ভাতৃক উদ্ধাৰ কৰা কাৰ্যই মানুহৰ মনলৈ অফুৰন্ত মনোবল আনে। এনে সাধুৱে নৈতিক চৰিত্ৰ গঠনৰ বাবে নিখুত চিত্ৰ আৰু আদৰ্শ দাঙি ধৰে।

সোণোৱাল সমাজত সাধু কোৱাটো পেশা আৰু জীৱিকাৰূপে পৰিগণিত হোৱা নাই যদিও মৌখিক কাহিনীয়ে জাতীয় জীৱনৰ বিভিন্ন ঘটনা আৰু কাৰ্যাৱলী যে কেনেকৈ কৰ্ম সম্পাদন কৰে তাৰ বিশ্লেষণ কৰিবলৈ সুবিধা প্ৰদান কৰিছে। গতিকে মৌখিক পৰম্পৰাৰ সক্ৰিয় ধাৰক আৰু বাহকৰ জৰিয়তে সোণোৱাল মৌখিক কাহিনীক বিজ্ঞানসন্মতভাৱে সংৰক্ষণ কৰাটো অতীৱ প্ৰয়োজন আৰু ইয়ে এটা জাতিৰ সাংস্কৃতিক পৰিচয় বহন কৰে।

### ৪.০২ সোণোৱাল সমাজত প্ৰচলিত ফকৰা-যোজনা, প্ৰবচন আদি

সোণোৱাল কছাৰী সমাজত ফকৰা-যোজনা, প্ৰবচন, জতুৱা ঠাচ, পটন্তৰ, নীতি





বচন আদি লোক কথাৰ অমূল্য সম্পদ আছে। ব্যৱহাৰিক জীৱনত এইবোৰৰ প্ৰয়োগ অতুলনীয়। যেনে ঃ নাদৰ ভেকুলী, পাৰত গজা, যোৰাও যোৰা পাভযোৰা ঘনাই খুটিলে শিঙৰাও মাছ আদি। সেইদৰে সাথৰ বিলাকতো প্ৰখৰ বুদ্ধিমত্তাৰ পৰিচয় পোৱা যায়।

ক. ক বাইটি টপৰাই<br>
কাটি নিলে<br>
বাঢ়ি যায় (তাঁত বাটি কৰা)

খ: চাৰিখন পথাৰ ধান<br>
বত্ৰিশটা গৰুৱে মৰণা মাৰিলে<br>
সৰিলে ৰঙা ধান (তামোল খাই পিক পেলেৱা)

গ. এড়াল মাৰলি, দুখন চাল<br>
লাগি থাকে সৰ্বতো কাল ( কলপাত)

ঘ. ৰঙাকৈ বামুণটি খোজ কঢ়া খৰ<br>
আসামত দেখিবি বিহাৰত ঘৰ (আমৰলি পৰুৱা)

সেইদৰে কৃষি বাণিজ্য, প্ৰকৃতি অথবা স্বভাৱ চৰিত্ৰৰ বিষয়েও অনেক নীতি বচন পোৱাৰ উপৰিও বক্তাৰ উপস্থিত বুদ্ধিৰ পৰিচয় পোৱা যায়।

ক. চেপেতপেত লুকাই থাক

খ. সৎ চৰিত্ৰ কুলৰ চাকি

গ. আমেই বান কঠালেই ধান।

ঘ. মানুহ মৰিলে কান্ধত উঠে<br>
গৰু মৰিলে নাঙল ভাঙে।

ঙ. ভাদৰ চাৰি আহিনৰ চাৰি<br>
মাটি বৰা যিমান পাৰি।

চ. গাত নাই ছাল বাকলি<br>
মদ খাই তিন টেকেলী।

সোণোৱাল জনগোষ্ঠীৰ মাজটো গালি-গালাজ, শাও -শপনি, মন্ত্ৰ , বেজ-বেজালি, ইতিকিং আদি প্ৰচলিত। এইবোৰ লোক সাহিত্যৰ অমূল্য সম্পদ। অপদেৱতা, ভূত-পেত আদি ৰক্ষা পাবৰ কাৰণে মন্ত্ৰ বেজ-বেজালি প্ৰয়োগ কৰা দেখা যায়। আনকি কিছু লোকে ইয়াক বৃত্তি হিচাপে গ্ৰহণ কৰা দেখা যায়। সোণোৱাল সমাজৰ গালি-শপনি আৰু শাও -পাতবোৰ এনেধৰণ —

কাম-বন নাই গা ঘেলাই ঘূৰি ফুৰ, চুৱা-চেলেকা, বুনৰা-বুনৰী, লাচ নাইকিয়া

জাত, মথা নাইকিয়া, যি পুখুৰীৰ পানী নাখাং তাৰ গাটো ভৰি নিদং, চকু চৰহাজনী, পোক লাগি মৰিবি, থানত টোপোলা দিম, বৰবেমাৰে লগ লাগক, মোৰ কি হৈছে তোৰ তাকৈ চাৰ হ'ব। ইয়াৰ বাদেও -

ক. আপদৰ মাত
আকালৰ ভাত।

খ. আইৰ সমান হ'ব কোন নৈৰ সমান বব কোন।

গ. এডোন ধানৰ দুডোন তুঁহ
কথা হৈ ফুচ-ফাচ

ঘ. কি ঢাৰি পাৰিলে শোৱতা নাই
কি পাটি পাৰিলে ৰাখোতা নাই

ঙ. ওচৰৰ পুঠি খলিহা
দূৰৈৰ বৌ-বৰালী

চ. আলহীয়ে খহাই
মানুহে বহাই

ঙ. আহোম টেলেঙা
কছাৰী ভৰালী

চ. সুদা খোলাত তেল মাৰে কৰে ঝত ঝত

ছ. হাহেঁ বাহেঁ
ঔৰে যৌৰে
দাৰিকে বেঙেলাই
তাকে নেখালে
যমে আখৈ পায়।

৫.০০ **সোণোৱাল কছাৰী কেইটামান শব্দাৰ্থ ঃ**

| সোণোৱালী কছাৰী | অসমীয়া |
|---|---|
| একাং | এফাল |
| আনলং | আনিলো |
| আহলং | আহিলো |
| কেজেং | বিপদ, আউল |
| কোৰোং কাবাং | যেনে উঠি লৰি |
| কৰিলং | কৰা হ'ল। |
| কচ্লং | কৈছিলো, |





| সোণোৱালী কছাৰী | অসমীয়া |
|---|---|
| কলুং | কোৱা হ'ল |
| খলগ | তৰগ |
| খিন | অশুচি, পুকৰ |
| চালং | চালো |
| গেদেপী | পেট ডাঙৰ, এলেহুৱা |
| থেপেং | গছৰ ফেৰেঙনি |
| ঝলকীয়া | জলকীয়া |
| তহিলং | শেষ কৰা |
| নংলা | নঙলা |
| নহং | নহওঁ |
| লাই মিক্রি | ডাঙৰ মেকুৰী |
| ভবং বং | মুখ বহল ধৰণৰ |
| বিব্রিং বাব্রাং | আনে নুবুজাকৈ কথা পতা |

৬.০০ **উপসংহাৰ ঃ**

সোণোৱাল কছাৰীসকলৰ ভাষা-সাহিত্যই অধিকাংশই মৌখিক সাহিত্য হ'লেও লিখিত সাহিত্যতো ইয়াৰ প্ৰভাৱ নপৰাকৈ থকা নাই। বৰাহীৰজাৰ পৃষ্ঠপোষকতাত কছাৰী ৰজাসকলৰ এটা শাখাই সাহিত্যৰ প্ৰতি যথেষ্ট অনুৰাগী আছিল বুলি ইতিহাসিকবিদসকলে ক'ব বিচাৰে। সোণোৱাল কছাৰীসকলৰ বৌদ্ধিক দিশত গুৰি ধৰোঁতা গগণ সোণোৱাল, দণ্ডিধৰ ফাটোৱালী, ৰজনী হাজৰিকা, এনডুইন লা, লভিত শইকীয়া, মোহন সোণোৱাল, গুণেশ্বৰ সোণোৱাল, নন্দেশ্বৰ কছাৰীৰ উপৰিও সাম্প্ৰতিক সময়ত অনেক নবীন প্ৰবীণ লেখক-লেখিকাসকলে সোণোৱাল কছাৰী অনেক গীত-মাত, ভাষা-সাহিত্য আদি সংগ্ৰহ , সংকলন আৰু প্ৰকাশৰ বাবে আহোপুৰুষাৰ্থ কৰি আহিছে। তদুপৰি সোণোৱাল কছাৰীসমাজৰ বৰণ্য ব্যক্তি যোগেশ দাস, হৰিশ সোণোৱাল আদিও অসমীয়া সাহিত্য ভঁড়াললৈ অনবদ্য সাহিত্য সম্ভাৰ আগবঢ়াই আহিছে।

মূলতঃ সোণোৱাল সমাজ সৰ্বজনৰ ভাব চিন্তা আৰু কল্পনাৰ মিলনতীৰ্থ স্বৰূপ। সোণোৱাল ভাষা-সাহিত্য-সংস্কৃতিয়ে স্বকীয়তা বহন কৰি এই ভাষা-সাহিত্য-সংস্কৃতিৰ সমলৰাজিক ধাৰক-বাহকৰ জৰিয়তে সংৰক্ষণ কৰি ৰাখিলে প্ৰকাৰন্তৰে অসমীয়া ভাষা-সাহিত্যৰ ভঁড়ালো চহকী হ'ব। চহাপ্ৰাণ কৃষিজীৱি সোণোৱাল কছাৰীসকলৰ আঁহে-আঁহে, কোঁহে-কোঁহে ভাষা-সাহিত্য-সংস্কৃতি এনেভাৱে সাঙোৰ খাই আছে, য'ৰ পৰা উৰ্বৰা শস্যৰ ফচলহে গোটাব পাৰি। এই ফচলেই অসমীয়া

ভাষা-সাহিত্য বৰঘৰত কৃষ্টি কঠীয়া হৈ জিলিকি থাকিব।

**উৎস গ্ৰন্থ ঃ**


সোণোৱাল, মোহন ঃ (সম্পাদনা) সোণোৱাল সৌৰভ, সোণোৱাল কছাৰী সাংস্কৃতিক মহোৎসৱ ২০০৭, সোণোৱাল মোহন

সোণোৱাল গুনেশ্বৰ ঃ (সম্পাদনা) সোণোৱাল কছাৰীৰ সমাজ আৰু সংস্কৃতিক ২০০১

হাজৰিকা, ৰজনীকান্ত ঃ মঙ্গোল কছাৰীৰ গুপ্ত ইতিহাস, ১৯৮৫

সোণোৱাল, গগন ঃ সোণোৱাল কছাৰী সংস্কৃতি

ৰাজবংশী, পৰমানন্দ (সম্পাদনা) ঃ অসমীয়া জাতি আৰু সংস্কৃতি

পেইম থি গোহাই ঃ জনজাতি সৌৰভ, ২০০৯

ডেকা, নমিতা (সম্পাদনা) ঃ সংস্কৃতি বিচিত্ৰা

বৰুৱা, ভূপতি ঃ সোণোৱাল কছাৰীসমাজৰ ব্যৱহাৰিক শব্দ সংগ্ৰহ


(এই লেখাত বিভিন্ন জনৰ সহায় লোৱা হৈছে।)





# ৰাভা জনজাতি ঃ সমীক্ষাত্মক অধ্যয়ন

**মণি ৰাভা**

**আদি বাসস্থান ঃ** ৰাভাসকল এসময়ত 'ৰাকাৰাং' অৰ্থাৎ স্বৰ্গৰাজ্যত বাস কৰিছিল বুলি কথিত কাহিনী পোৱা যায়। ৰিছি দেৱতাই (ৰিছি বাই)হে হেনো তেওঁলোকক স্বৰ্গৰাজ্যৰ পৰা পৃথিৱীলৈ নমাই আনি পৃথিৱীৰ সাৰুৱা ঠাইবোৰ দেখুৱাই তাত খেতি-বাতি কৰি শস্য উৎপাদন কৰি জীৱন নিৰ্বাহ কৰিবলৈ উপদেশ দিয়ে। এইজন ৰিছি দেৱতাই হেনো মদ তৈয়াৰ কৰা পদ্ধতি আৰু তেওঁৰ পত্নী ৰন্তুক দেৱীয়ে সূতা কটা, কাপোৰ বোৱা, কাপোৰত ফুল তোলা আৰু বিভিন্ন ধৰণৰ শাক-পাত আদি তৰকাৰী বনাই খাবলৈ শিকায়। সেয়ে ৰাভাসকলে ৰিছিক মুখ্য দেৱতা আৰু ৰন্তু দেৱীক মুখ্য দেৱী বা লক্ষ্মী আইস্বৰূপে পূজা-পাতল কৰে। ৰংদানী, মাইতৰী আৰু কোচ্চা-ৰাভাসকলে ৰিছি-ৰন্তুক দেৱ-দেৱীক নিজ ঘৰৰ মুখ্য (লাই) খুঁটাৰ গুৰিত স্থাপন কৰে। বিভিন্ন উৎসৱ-পাৰ্বণ আৰু বিবাহৰ সময়ত এওঁলোকৰ নামত প্ৰসাদ পাতি দিয়াৰ উপৰি এযোৰ মতা-মাইকী চৰাই বলি দিয়ে। কিছুমান ৰংদানী আৰু পাতি ৰাভা গাঁৱত ৰিছি দেৱতাক লাংগা দেৱতা হিচাপে নাইবা হাছং দেৱতা বা গাঁওৰক্ষক দেৱতা হিচাপে প্ৰতি বছৰে সমূহীয়াভাৱে পূজা কৰে। লাংগা আৰু ৰিছি দেৱতা এজনেই, নামহে বিভিন্ন। আগৰ দিনৰ ৰাভা বুঢ়া-বুঢ়ীসকলে নিজকে নিজে স্বৰ্গৰাজ্যৰ অধিবাসী বুলি গৌৰৱ কৰিছিল। এই স্বৰ্গ ৰাজ্যখন ক'ত বা কোনপিনে বুলি সুধিলে তপৰাই উত্তৰৰ হিমালয় পৰ্বতৰ পিনে আঙুলিয়াই দেখুৱায়। হিমালয় পৰ্বতখন হিমচেঁচা বৰফেৰে আগুৰি থকা বাবে ই মানুহৰ বাসস্থানৰ উপযোগী ঠাই নহয়। সেই হিচাপে অনুমান কৰিব পাৰি যে তেওঁলোকৰ আদি বাসস্থান তিব্বত ৰাজ্য বুলি।

আনপিনে ৰংদানী আৰু কোচ্চা-ৰাভাসকলে নিজকে 'লুং-লুংলুঙা-জুলুংলুঙা, সাত তালা হাচু' অৰ্থাৎ বৃহৎ ওখ আৰু ফোঁপোলা, যিটো পাহাৰৰ সাতটা ঠাক বা সাত খলপা আছে তেনে পাহাৰৰ পৰা ভৈয়ামলৈ নামি অহা বুলি বৰ্ণনা কৰে। এই পাহাৰখন ক'ত

বুলি প্ৰশ্ন কৰিলে উত্তৰৰ হিমালয় পৰ্বতৰ পিনে আঙুলিয়াই দেখুৱায়। ঠিক তেনেদৰে কোচ্চা-ৰাভাৰ আন এটি কাহিনীত তেওঁলোকে 'হান্দাৰ দেউ দেউ হাচু' অৰ্থাৎ এন্ধাৰে ঢাকি ৰখা পৰ্বতৰ পৰা ভৈয়ামলৈ নামি অহা বুলি কয়। এই বিষয়ে প্ৰশ্ন কৰিলে তেওঁলোকেও উত্তৰৰ হিমালয় পৰ্বতৰ পিনে আঙুলি টোৱায়। এই দুটা বাক্যৰ পৰা অনুমান হয় এসময়ত তেওঁলোকে তিব্বতত পৰ্বতত বাস কৰিছিল। যিহেতু তিব্বত বৰ আহল-বহল, কেইবাটাও ঠাক বা খলপা থকা এটি বৃহৎ পৰ্বত। সেইদৰে হিমালয় পৰ্বতো কেইবাটাও ঠাক বা খলপা থকা এটা বৃহৎ পৰ্বত। 'হান্দাৰ দেউ দেউ'-ৰ অৰ্থ যিহেতু তিব্বত পৰ্বতখন বছৰৰ বেছিভাগ সময় কুঁৱলীৰে ঢাক খাই থাকে সেয়ে ইয়াক তেনে পৰ্বত বুলি আখ্যা দিছে। যিহেতু পণ্ডিতসকলে মংগোলীয় জাতিসমূহক মংগোল দেশৰ পৰা প্ৰব্ৰজনযোগে অসম তথা উত্তৰ-পূৰ্বাঞ্চলৰ ৰাজ্যসমূহত প্ৰৱেশ কৰিছে বুলি কয়, সেয়ে অসম, কোচবিহাৰ বা পশ্চিমবংগৰ উত্তৰাঞ্চলত বাস কৰা জনজাতিসমূহো মংগোল দেশৰ পৰা আহি তিব্বত অঞ্চলত বসবাস কৰা বুলি কয়। এইসকল জাতি হ'ল— বড়ো, ৰাভা, কোঁচ, হাজং, গাৰো, নগা, মিজো আৰু অন্যান্য জনজাতিসকল। কিন্তু এই জাতিসমূহে কি কাৰণত মংগোল দেশৰ পৰা চীন দেশত প্ৰৱেশ কৰি লাহে লাহে চীন দেশৰ হোৱাংহো আৰু লুৱাং আদি নৈ অতিক্ৰম কৰি পিছলৈ তিব্বতলৈ আহি তাত কিছু বছৰ বসবাস কৰি বৰ্তমানে অধিকৃত কৰি থকা অসম, মেঘালয়, পশ্চিমবংগ, ছিকিম আৰু বিহাৰৰ উত্তৰাংশত বসবাস কৰিবলৈ ল'লে তাৰ কিছু তথ্য বা যুক্তি ড° সুনীতি কুমাৰ চেটাৰ্জী সমন্বিতে ড° বিমলেন্দু মজুমদাৰ আদিয়ে আগবঢ়াইছে। তেওঁলোকৰ যুক্তি মতে, খ্ৰীঃ পূঃ ১১০০ শতিকাত চীনৰ দক্ষিণ অংশত ছাং বংশৰ ৰাজত্ব কাল আৰম্ভ হয়। তেতিয়াৰ পৰা চীন দেশৰ লিখিত ইতিহাস পোৱা যায়। সেই সময়ত চীনা অৰ্থনীতি কৃষি উৎপাদনৰ যুগত প্ৰৱেশ কৰিছে। ছাং ৰাজত্বৰ সময়টো আছিল দাস ব্যৱস্থা ভিত্তিক সমাজ। শ শ কৃতদাসবিলাকক শ্ৰম নিৰ্ভৰ উৎপাদন কাৰ্যত নিয়োগ কৰা হৈছিল। এই সময়ত কৃতদাস প্ৰথাই ইমান নিৰ্মম আকাৰ ধাৰণ কৰিছিল যে কৃতদাসবিলাকক শ্ৰম নিৰ্ভৰ উৎপাদন কাৰ্যত নিয়োগ কৰা হৈছিল। এই সময়ত কৃতদাস প্ৰথা ইমান নিৰ্মম আকাৰ ধাৰণ কৰিছিল যে কৃতদাসবিলাকৰ বাচি থকাৰ অধিকাৰ পৰ্যন্ত খৰ্ব কৰা হৈছিল। কোনো প্ৰভুৰ মৃত্যু হ'লে তেওঁৰ কৃতদাসবিলাককো জীৱন্ত অৱস্থাতে মৃত প্ৰভুৰ লগত কবৰস্থ কৰা হৈছিল। এনে ধৰণৰ এটা কবৰত দুহেজাৰ কৃতদাসৰ মৃতদেহ আৱিষ্কাৰ কৰিছে প্ৰত্নতাত্ত্বিকসকলে। ইয়াৰ পৰা বুজা যায় এইবিলাক ৰজা বা সমাজৰ অভিজাত শ্ৰেণীৰ কামত সাধাৰণ মানুহৰ জীৱনৰ কোনো মূল্য নাছিল। তাৰ ফল স্বৰূপে সাধাৰণ মানুহে বাধ্য হৈ এওঁলোকৰ আনুগত্য স্বীকাৰ কৰিলেও নিজক ৰক্ষা কৰাৰ বাবে নিজকে নিজে দূৰত ৰখাৰ ব্যৱস্থা কৰা স্বাভাৱিক। (ড°





বিমলেন্দু মজুমদাৰ ঃ ৰাভা, জনজীৱন আৰু লোক কাহিনী, পৃঃ ৩)

তেওঁ আকৌ একেখন কিতাপতে উল্লেখ কৰিছে যে চীন বিপ্লৱৰ প্ৰাত্যহিক কালত চীনৰ প্ৰায় ৩০টা ক্ষুদ্ৰ জাতিৰ অনুমান তিনি কোটি মানুহ সেই ঠাইৰ ভূমিকেন্দ্ৰিক সামন্ততান্ত্ৰিক সমাজ ব্যৱস্থাৰ শোষণত আবদ্ধ আছিল। চীন সমাজ ব্যৱস্থাৰ সৰ্বোচ্চ উন্নীত মানৰ সমাজৰ ইতিহাসৰ সবাতোকৈ দীৰ্ঘস্থায়ী ব্যৱস্থাৰ শিপা সমাজৰ বিভিন্ন শ্ৰেণী বিভক্ত স্তৰ ভেদ কৰি একেবাৰে সৰ্বশেষ স্তৰৰ লগত সংযুক্ত হৈ পৰে। এই সামন্ততান্ত্ৰিক কৃষিনিৰ্ভৰ সমাজৰ মূল শ্ৰম শক্তিৰ উৎস আছিল কৃতদাস সম্প্ৰদায়। সেই সময়ত কমেও এক মিলিয়ন ক্ষুদ্ৰ জাতিৰ (Minority Nationality) মানুহ সেই সামন্ততান্ত্ৰিক ব্যৱস্থাৰ প্ৰাথমিক স্তৰৰ ভূমি দাসত পৰিণত হৈছিল। ইয়াৰ উপৰি সেই জনগোষ্ঠীৰ প্ৰায় ৬,০০০০০ লাখ মানুহ চীন দেশৰ বিভিন্ন দুৰ্গম অঞ্চলত 'আদিম সাম্যবাদী সমাজ ব্যৱস্থা' (Primitive Communism)ত অৱস্থান কৰিছিল। অৰ্থাৎ তেওঁলোকৰ আৰ্থ-সামাজিক পৰিকাঠামোগত কোনো উন্নয়ন নোহোৱা হেতুকে তেওঁলোকে সমাজ বিৱৰ্তনৰ আদিম সাম্যবাদী সমাজ ব্যৱস্থাৰ স্তৰত অৱস্থান কৰিছিল।' (প্ৰাগুক্ত, .... পৃঃ ৫)।

ওপৰত উল্লেখ কৰা কৃতদাস প্ৰথা আৰু লগতে তেওঁলোকৰ ওজা বা প্ৰভুৰ মৃত্যু হ'লে কৃতদাসসকলক জীৱন্তে কবৰস্থ কৰা ব্যৱস্থাৰ হাত সাৰিবলৈ হয়তো ৩০টা যি ক্ষুদ্ৰ জাতিৰ তিনি কোটি লোকৰ মাজৰ পৰা আত্মৰক্ষাৰ বাবে চীন দেশ এৰি অন্য দেশত আশ্ৰয় বিচাৰি দলে দলে উক্ত জাতিসমূহে নিজ বাসস্থান এৰি দিহিঙে-দিপাঙে পলাই ফুৰা যেন লাগে। অনুমান হয় কোচ্চা বা কোচ্চা ৰাভাসকলেও কৃতদাস বৃত্তিৰ ব্যৱস্থাৱলীৰ হাত সাৰিবৰ বাবে চীন দেশৰ কোনো অঞ্চলৰ পৰা পলায়ন কৰে। তেওঁলোকে আদিম যুগৰ পৰা চীন-ভাৰতৰ লগত বেহা-বেপাৰৰ বাবে যাতায়াত কৰা প্ৰসিদ্ধ চিল্ক ৰোড (Silk Road) অনুধাৱন কৰি পলাবলৈ ধৰা যেন লাগে। চীন দেশৰ দক্ষিণ-পশ্চিম আৰু কোকেচিয়ান পৰ্বতমালাৰ মাজত ৰেছমী পথত এতিয়াও কুচা (কুচ্চা) নামৰ এখন বিখ্যাত ঠাই আছে। ইয়াৰ পৰাই আফগানিস্থান প্ৰদেশলৈ যোৱাৰ সুগম পথ আছে। মোৰ ধাৰণা মতে, খুব সম্ভৱ কুচ্চা বা কুচ্চা-ৰাভাসকলক কোনো অজ্ঞাত জাতিয়ে এই ঠাইত তেওঁলোকৰ পথ ৰুদ্ধ কৰে। সেয়ে ইয়াতে দুয়োটা দলৰ মাজত ভীষণ যুঁজ-বাগৰ লাগে। এনে যুঁজ-বাগৰৰ সময়ত কুচ্চাসকলে ছেদেলি-ভেদেলি হৈ চাৰিওপিনে পলাবলৈ ধৰে। যিহেতু ইয়াৰে কুচ্চা সম্প্ৰদায়ক যুঁজত পৰাস্ত কৰি খেদি পঠাবলৈ সক্ষম হয়; সেয়ে এই ঠাইখনৰ নাম কুচা বা কুচ্চা ৰখা বুলি থাৱৰ কৰিব পৰা যায়। সম্ভৱ এটা দলে পথ হেৰুৱাই আফগানিস্থানত প্ৰৱেশ কৰে আৰু তাতে ভাল ঠাই বিচাৰি স্থায়ীভাৱে বসবাস কৰিবলৈ লয়। আন এটা দলে চিল্ক ৰোড

অনুধাৱন কৰি তিব্বতত প্ৰৱেশ কৰে। তাতে তেওঁলোকে নিগাজিকৈ বসবাস কৰিবলৈ চেষ্টা কৰে। কিন্তু সেই সময়ৰ তিব্বতৰ শাসন ব্যৱস্থাৰ লগত নিজক খাপ খুৱাব নোৱাৰি তাৰ পৰাও পলাবলৈ বাধ্য হয়। সেই সময়ৰ তিব্বতৰ শাসন ব্যৱস্থা সম্পৰ্কে ড° বিমলেন্দু মজুমদাৰদেৱে উল্লেখ কৰিছে যে তেওঁ ওপৰত উল্লেখ কৰা ঘটনাবোৰ 'মধ্য যুগত ঘটা ঘটনা নহয়। চীন বিপ্লৱৰ আগৰ ঘটনা। তেতিয়া সম্পূৰ্ণ চীন দেশতে কৃতদাসবিলাকৰ অৱস্থা নিতান্তই অবৰ্ণনীয় আছিল। তাৰ ভিতৰত তিব্বতত কৃতদাসসকলৰ ওপৰত যি অন্যায়-অত্যাচাৰ আৰু শোষণৰ ব্যৱস্থা আছিল ই এটি উদাহৰণবিহীন কাৰ্য-কলাপ আছিল। তিব্বতত ভূমিদাসবিলাকৰ দুটা শ্ৰেণী আছিল। এই দুটা শ্ৰেণী হৈছে ক্ৰমে ছেইপা (Tsaipa) আৰু দেচুং (dechung)। তিব্বতী ভাষাত ছেইপা শব্দৰ অৰ্থ বেগাৰ শ্ৰমদানত বাধ্য প্ৰজা (Corvee Service)। এওঁলোকে ছাছ-আবাদ কৰিবলৈ কিছু জমি, হাল আদি কৰিবলৈ কিছুমান পশু আৰু কিছু যন্ত্ৰ-পাতিৰ অধিকাৰী আছিল। তাৰ পৰিৱৰ্তে স্থানীয় প্ৰশাসনৰ প্ৰয়োজন অনুসৰি বেগাৰ শ্ৰমদান (Corvee labour) কৰিব লাগিছিল। এওঁলোকৰ ব্যক্তিগত কোনো স্বাধীনতা নাছিল। আনপিনে দেচুংসকল আছিল নিতান্ত দৰিদ্ৰ ভূমিদাস। এওঁলোকৰ কোনো জমাজমি বা কোনো প্ৰকাৰ যন্ত্ৰপাতি নাথাকিছিল। এওঁলোকে গোটেই বছৰ ধৰি স্থানীয় ভূস্বামীসকলৰ প্ৰয়োজন অনুপাতে বেগাৰ শ্ৰমদান হিচাপে থাকিবলৈ বাধ্য হৈছিল। ইয়াৰ উপৰি 'নানজান' (Nangan) নামৰ এক শ্ৰেণীৰ শ্ৰমজীৱী আছিল। এওঁলোক আটাইতকৈ হতভাগ্য ব্যক্তিগত কৃতদাস। বংশানুক্ৰমে এওঁলোকে মালিকৰ সেৱা কৰিবলৈ বাধ্য আছিল। (প্ৰাগুক্ত, পৃঃ ৫)।

তিব্বতলৈ আহি পোৱা দলটো চীন দেশত থাকোতে যি ধৰণৰ কৃতদাস পদ্ধতিৰ মাজত জীৱন নিৰ্বাহ কৰিব লাগিছিল ঠিক একে ধৰণৰ নিয়ম-কানুনৰ মাজতে আবদ্ধ থাকিবলগীয়াত পৰিল। নিজস্ব কোনো স্বাধীন কাৰ্য বা মুক্ত জীৱন প্ৰবাহৰ আবহাৱাও বিচাৰি নাপালে। সেই কাৰণে তেওঁলোকে হয়তো তিব্বত এৰি অন্য ভাল ঠাইৰ অনুসন্ধান কৰিবলৈ ধৰিলে। এনেদৰে ঘূৰি ফুৰোতে তিব্বতৰ দক্ষিণ-পূবত অৰ্থাৎ বৰ্তমানৰ অৰুণাচল প্ৰদেশৰ উত্তৰ পিনে অৱস্থিত চন্দুং-বন্দুং নামৰ ঠাইলৈ আহি পায়। খুব সম্ভৱ সেই দুখন ঠাইত তিব্বতৰ ভূস্বামীসকলে তেওঁলোকক অন্য ঠাইলৈ যাবলৈ বাধা প্ৰদান কৰে। কিন্তু তেওঁলোকে তাত থাকিবলৈ অমান্তি হৈ নিজৰ গন্তব্য স্থানৰ পথ সুগম কৰিবলৈ ভূস্বামীৰ কৃতদাসসকলৰ লগত সমুখ সমৰত অৱতীৰ্ণ হয়। চন্দুং-বন্দুং নামৰ দুয়োখন ঠাইতে ভীষণ ৰণ লাগে, যি ৰণত কোচ্চা যোদ্ধাসকল ৰণত নিহিত হয়। আনপিনে কোচ্চা তিৰোতাসকলে সৰু সৰু ল'ৰা-ছোৱালীৰ লগতে অপ্ৰাপ্ত বয়সৰ ল'ৰা-ছোৱালীক লগত লৈ দিশহাৰাভাৱে ঘূৰি ফুৰিবলৈ ধৰে। অতীতৰ স্মৃতি বিজড়িত কৰুণ কাহিনীৰ প্ৰতিধ্বনি তেওঁলোকৰ আক্ষেপমূলক গীতত পোৱা যায়, যেনে- 'লুলুনলুঙা হাচু, চন্দুং-বন্দুং,





কোচ্চা মিয়া ছিয়ৌ, কোচ্চা আমায় নাংপ্ৰাংয়ৌ'- অৰ্থাৎ লুলুনলুঙা পাহাৰৰ চন্দুং-বন্দুং নামৰ ঠাইত কোচ্চা পুৰুষসকল নিহত হ'ল। কোচ্চা মাতৃসকল দিশহাৰা হৈ ঘূৰি ফুৰিব ধৰিলে। তেওঁলোকৰ আৰাধ্য দেৱতা 'ৰিছি' আৰু ধন-সম্পত্তিৰ গৰাকী লক্ষ্মী দেৱী 'বস্তুকক' হয়তো এই তিৰোতাসকলে সুদূৰ মংগোলীয়া, চীন আদি দেশলৈ বোকোচাত লৈ আহি তিব্বততো বোকোচাতে লৈ ফুৰে। অৱশেষত উপায় নাপাই এই তিৰোতাসকলে ৰিছি-বস্তুক আৰাধনা কৰাত হয়তো ভৈয়ামলৈ অৱতীৰ্ণ হ'বলৈ বাট-পথ দেখুৱাই দিয়ে। সেইবাবে 'ৰিছি বাই' (ৰিছি দেৱতাই) তেওঁলোকক স্বৰ্গ ৰাজ্যৰ পৰা বৰ্তমানে বসবাস কৰি থকা ঠাইবোৰ দেখুৱাই দি খেতি-বাতি কৰাৰ পদ্ধতিও শিকাই-বুজাই দিয়ে। কোচ্চা-ৰাভাসকল যে আদিতে চাইবেৰীয়া, মংগোলীয়া আদি ঠাইত বাস কৰিছিল তাৰ এটি প্ৰমাণ তেওঁলোকৰ মাজত প্ৰচলিত বীজমন্ত্ৰ বা ৰিছি দেৱতাক আৰাধনা কৰা স্তুতি গীতৰ পৰা ঠাৱৰ কৰিব পাৰি। মন্ত্ৰটো তলত দিয়া ধৰণে পোৱা যায়ঃ

'চায় ব্ৰে ব্ৰে, মায় ব্ৰে ব্ৰে কোচ্চা হাছং টোৱা,
চায় বিৰিঙৌ, মায় লহং বিৰিঙৌ, কোচ্চা হাছং দোৱা,
কোচ্চা হাছং, সোণা হাছং, জিৰু হাছং টোৱা,
চীনা হাছং, ছাইবেৰিন, টিবিৰিও হাছং, চিকা বিৰিও টোৱা,
হিন্দু কুচি-ছিন্দুকুচ, শোনকুছি-শোনকুচ কোছ মুলুঙা,
চিকা লৌহিতি লোলো খুং চিকা বিৰিএ টি লুলুঙা।"

অৰ্থাৎ— য'ত মদে-ভাতে উভৈনদী, গীত-মাতে পৰিপূৰ্ণ সেই ঠায়ে কোচ্চাৰ দেশ। চাইবেৰীয়া, মংগোলীয়া, চীন-তিব্বত আদি দেশৰ পৰ্বতমালাৰ পাদদেশৰ সমতল ভূমিয়েই কোচ্চাসকলৰ আদিম বাসস্থান। য'ত কোচ্চাসকলৰ আদিম পুৰুষসকলৰ পুণ্য আত্মাই চিৰশান্তি লাভ কৰিছে, তেনে এটি শান্তিৰ দেশেই আমাৰ প্ৰপিতা-প্ৰমাতাসকলৰ শান্তিৰ দেশ, য'ত অতীতৰ শান্তিৰ গীত এতিয়াও প্ৰবাহিত হৈ আছে। সপ্তকুচী, ছিন্দুকুচ, সোণকুচি, মেচি আৰু লৌহিতি আদি নদীৰ পাৰৰ সোণসেৰুৱা উপত্যকাবোৰে কোচ্চা জাতিৰ পুণ্য স্মৃতি অৱগাহন কৰি চিৰপ্ৰৱাহমান হৈ বৈ আছে। (মূল গায়ক— 'ভুবনেশ্বৰ কোচ, সংগ্ৰাহক- শ্ৰীইন্দ্ৰমোহন কোচ)।

এই গীতটোৰ সমৰ্থনত দৰং জিলাত বসবাস কৰা টোটলা ৰাভাসকলৰ মাজত প্ৰচলিত কাহিনীটো উল্লেখ কৰিব পৰা যায়। তেওঁলোকে হেনো 'মেৰু দেশত' বাস কৰিছিল আদিম কালত। তেওঁলোকৰ আদিম আৰু মুখ্য আৰাধ্য দেৱতা হৈছে 'ভূদেৱ' অৰ্থাৎ শিৱ। যাক তেওঁলোকে আদি দেৱ আৰু মনুষ্য জাতিৰ ত্ৰাণকৰ্তা বুলি বিশ্বাস কৰে। এইবোৰ কাহিনীৰ পৰাই উল্লেখ কৰিব পাৰি যে এসময়ত ৰাভাসকল উত্তৰৰ বৰফাবৃত দেশ চাইবেৰীয়া, মংগোলীয়া আদি দেশৰ পৰা প্ৰব্ৰজনযোগে বৰ্তমানে থকা

ঠাই বিশেষলৈ অনুধাবিত হয়।

বৰ্তমানৰ কোচ, কোচ্চা বা কোচ্চা-ৰাভাসকলে বহু কষ্ট, বহু সংঘাতৰ মাজেৰে বৰ্তমানে বসবাস কৰা ঠাইলৈ আহি পাইছিল তেওঁলোকৰ আৰাধ্য দেৱতা শিৱৰ নিৰ্দেশ তথা তেওঁ প্ৰদৰ্শন কৰা বাট-পথ অনুধাবন কৰি তেওঁৰ পিছে পিছে আহি বৃহৎ সমতল, উৰ্বৰা ঠাইবোৰ দেখি কি সুন্দৰ 'হাছাম' অৰ্থাৎ (হা-মাটি, ছাম-ঘাঁহনি) অৰ্থাৎ ঘাঁহনিৰে পৰিপূৰ্ণ এখন সুন্দৰ দেশ বা ঠাই। এই হাছাম শব্দৰ পৰাই পিছলৈ হা-ছাম বা আছাম বা অসম হোৱা বুলি ঠাৱৰ কৰিব পাৰি। সেয়ে আছাম বা অসম নামৰ উৎপত্তিৰ ক্ষেত্ৰত এই কোচ বা কোচ্চা ৰাভা জাতিৰ মুখ্য ভূমিকা নুই কৰিব নোৱাৰি। অসম আৰু ইয়াৰ চুবুৰীয়া ৰাজ্যসমূহত বাস কৰা সকলো মংগোলীয় বা তিব্বত মংগোলীয় গোষ্ঠীৰ জাতিসমূহে তিব্বতৰ পৰা অহা বুলি দাবী কৰে। ওপৰত উল্লেখ কৰা, 'চীন দেশৰ প্ৰায় ত্ৰিশটা ক্ষুদ্ৰ জাতিৰ কমেও তিনি কোটি মানুহ সেই ঠাইৰ ভূমিকেন্দ্ৰিক সামন্ততান্ত্ৰিক সমাজ ব্যৱস্থাৰ শোষণত আৱদ্ধ আছিল।' পণ্ডিতসকলৰ উদ্ভাৱনা আৰু ইতিহাসৰ পৰ্যায়ক্ৰম ঘটনাৱলীৰ অৱতাৰণা মতে অনুমান কৰিব পাৰি দাসত্ব প্ৰথাৰ পৰা মুক্তি পাবৰ বাবে এই ক্ষুদ্ৰ জাতিসকল চীনৰ পৰা পলায়ন কৰি তিব্বতত থিতাপি ল'বলৈ চেষ্টা কৰে। আনপিনে তিব্বতত থকা ভূস্বামীসকলৰ কৃতদাস প্ৰথাৰ নিৰ্যাতন ভুগিব লগা হোৱাত এই ক্ষুদ্ৰ জাতিসমূহে মুক্তিৰ পথ বিচাৰি তিব্বত দেশ এৰি দক্ষিণত ভৈয়ামলৈ ধাৱিত হ'বলৈ বাধ্য হয়। সেই সময়ত এইবোৰ ঠাইত সামন্ততান্ত্ৰিক শাসন আৰু কৃতদাসবিহীন ৰাজ্য লাভ কৰি মুক্তভাৱে বিচৰণ কৰি মুকলিমূৰীয়াকৈ য'তে-ত'তে বসবাস কৰাৰ উপৰি সাৰুৱা পথাৰত খেতি-বাতি কৰি জীৱন নিৰ্বাহ কৰিবলৈ ধৰিলে।

আনপিনে বহু প্ৰাচীন কালৰ পৰা ৰেছমী কাপোৰ-সূতা আৰু অন্যান্য সামগ্ৰী বেহাবলৈ যাতায়াত কৰা চীন-ভাৰতৰ যোগসূত্ৰৰ ৰেছমী পথত পলায়নকাৰী কোচ্চা বা কোচ্চা ৰাভাসকল এটি ঠাইত আহি পাই কোনো অচিন জাতিৰ লগত সমুখ সমৰত পৰি দুয়ো জাতিৰ মাজত তয়াময়া ৰণ লাগিছিল আৰু কোচ্চা-ৰাভাৰ দলটো ছেদেলি-ভেদেলি হৈ পলায়ন কৰিব লগা হৈছিল বাবে সেই ঠাইখনৰ নাম কোচ্চা বা কোচা হোৱা বুলি ধাৰণা হয়। এই জাতিৰ লোকসকল কেইটা ভাগত বিভক্ত হৈ দিহিঙে-দিপাঙে পলায়ন কৰিলে সেইটো বুজা নাযায়। তথাপি এটি দলে আফগানিস্থানত সোমাই সেই ৰাজ্যতে বসবাস কৰি থাকিবলৈ লোৱা বুলি প্ৰমাণ পোৱা যায়। যিহেতু তাত থকা কাফিৰ (Kaffir) নামৰ এটি জাতি আছে। যি জাতিয়ে মুছলমান ধৰ্মত দীক্ষিত নহৈ এতিয়াও নিজৰ কৃষ্টি-সংস্কৃতি বোজাই ৰাখি চলি আছে। তেওঁলোকৰ মাজত প্ৰচলিত বাৰায়-হুছুগ আদি আমাৰ ইয়াতে প্ৰচলিত কোচ বা কোচ্চা-ৰাভাৰ বাৰায়-হুছুগৰ লগত যথেষ্ট মিল দেখা যায়। এই বিষয়ে M. Kamoz (Elphinstone) নামৰ লিখক





এজনে লিখা "An Account of the Kingdom of Kabul (caubule), 1972, p. 376-ত" বৰ্ণনা কৰা আছে। এই বিষয়ে শ্ৰীযুত শিৱেন্দ্ৰ নাৰায়ণ কোচদেৱে (উকিল, তুৰা) তুলনামূলক এটি সমীক্ষা তৈয়াৰ কৰিছে। এই কাফিৰ জাতি আৰু কোচ বা কোচ্চা ৰাভাৰ বাৰ-হুৰ হুবহু মিল দেখা যায়। ইয়াৰ পৰাই ঠাৱৰ কৰিব পাৰি যে কোচ্চা ৰাভাসকলৰ এটি দল কোচ্চা নামৰ ঠাইত বিচ্ছিন্ন হৈ আফগানিস্থানত প্ৰৱেশ কৰি তাতে থাকি আজিও নিজস্ব ধৰ্ম-সংস্কৃতি বা বাৰায়-হুৰি এৰি নিদিয়াকৈ সুকীয়া কাফিৰ অৰ্থাৎ অমুছলিম (Non-Muslim) জাতি হিচাপে বৰ্তি আছে। এই বাৰ হুৰৰ মিলটো তলত উল্লেখ কৰা হ'ল, বিজ্ঞসকলৰ জ্ঞাতাৰ্থে—

| | | |
|---|---|---|
| কাফিৰসকলৰ বাৰ-হুৰ | - | কোচ্চাসকলৰ বাৰ-হুৰ |
| কামোতোজ | - | কামা-টোৰজি |
| পুৰুণি | - | পূৰ্ণি |
| নিছ্ৰ | - | নিছ্ৰ |
| চুংগা | - | পৰচুংগা |
| ওৱাচি | - | ওৱাকদি, ওৱাকজি |
| খালুম | - | খাগ্ৰা |
| দানিশ | - | দোলপা, দাংছা, দাঙু |
| কৌমোজি | - | কামা-ৰাছনজি |
| ট্ৰাইগুণা | - | তাৰাকোনা, তাৰাক |
| তেৰানী | - | তুৰণী |
| কৌমা | - | কামা |
| ধাইং | - | দাহেং |
| গুণবৰ | - | গাৰা |
| হাৰুংছেলো | - | হাৰুংপাৰা |
| চাইনাইছ | - | চিনচাই |
| ওৱাইলু | - | ওৱাইব্ৰা |

সেইদৰে কাফিৰসকলৰ আন এটা বাৰায়ৰ নাম 'খুচটোছ' আৰু এটি নদীৰ নাম 'কুচা' বুলি জনা যায়। এই তুলনাৰ পৰা কোচ্চা-ৰাভাসকলৰ পৰিব্ৰজনৰ বিষয়ে কিছু সম্ভেদ পোৱা যায়।

**বীৰ ছিমাছাং ঃ** ৰাভা জাতিৰ কেইবাটাও ভাগ আছে। সেইবোৰ ভাগ বা শাখাসমূহ হৈছে, — ১। ৰংদানী, ২। মাইতৰী, ৩। পাতি, ৪। দাহুৰী, ৫। হানা, ৬। টোটলা, ৭। বিটলীয়া, ৮। ছুংগা আৰু ৯। কোচ্চা বা কোচ ইত্যাদি। তাৰে ৰংদানীয়া ৰাভাসকলৰ

মাজত প্ৰচলিত কাহিনী মতে, তেওঁলোকে হেনো তিব্বতৰ পৰা নামি আহি ব্ৰহ্মপুত্ৰ নদী পাৰ হৈ ভাল ঠাই বিচাৰি বৰ্তমানৰ গাৰোপাহাৰত প্ৰৱেশ কৰে। সেই সময়ত এই পাহাৰ অঞ্চলত বেলেগ কোনো জাতিৰ প্ৰৱেশ ঘটা নাছিল। তেওঁলোকে পোন প্ৰথমে এই পাহাৰত প্ৰৱেশ কৰি বাস কৰিবলৈ লয়। তেতিয়া ইয়াৰ কোনো নাম নাছিল। এই পাহাৰ অঞ্চলক তেওঁলোকে 'কামালতানি চিমালতানি হাছং' অৰ্থাৎ শান্তিৰ নিৰলা দেশ বুলি আখ্যা দিছিল। বহু বছৰ পিছত হেনো গাৰোসকলে এই পাহাৰত প্ৰৱেশ কৰি বাস কৰিবলৈ লয়। গাৰোসকলে ৰাভাসকলতকৈ বহু বছৰ পিছত প্ৰৱেশ কৰিলেও ৰাভাসকলে তেওঁলোকক কোনো ধৰণৰ বাধা প্ৰদান কৰা নাছিল। বহু বছৰ ধৰি এই দুটা জাতিয়ে মিলাপ্ৰীতিৰ মাজত এই পাহাৰত বাস কৰি কাল কটায়। পিছত গাৰোসকলে নিজৰ প্ৰাধান্য বিস্তাৰ কৰিবলৈ ধৰিলে; যাৰ বাবে ৰাভা-গাৰোৰ মাজত কাজিয়াৰ সৃষ্টি হয়। মাজে সময়ে সৰু-সুৰা মাৰপিট, কটা-কটি আৰম্ভ হয়। এনে কটা-কটি সঘনে ঘটিবলৈ ধৰাত ৰাভাসকলে জাতীয় বীৰৰ অভাৱত বহু বণত হাৰি পাহাৰৰ পৰা ভৈয়ামলৈ নামি আহি ভৈয়ামৰ ঠাইবোৰত বাস কৰিবলৈ লয়। সেই সময়ত তেওঁলোকে থকা ভৈয়াম অঞ্চলটোত অন্য জাতিৰ লোক নাছিল বাবে তেওঁলোকে সুবিধা বুজি ভাল ঠাইবোৰ বাছি গাঁও পাতি খেতি-বাতি কৰি থাকিবলৈ লয়। এনে এটি ঘটনাৰ বিষয়ে আটং পণ্ডিত দেৱান সিং ৰংমথুৱে তেওঁৰ এটি লিখনিত তলত দিয়া ধৰণে লিখিছে;—'ৰাভাসকলৰ এজন শক্তিশালী ব্যক্তি বা ৰজা ৰংৰেংগিৰিৰ পৰা ২০ কি.মি. দূৰৰ উত্তৰ-পশ্চিমত বাস কৰিছিল। এই ঠাইখনৰ নাম আছিল খান্ত্ৰাগিৰি। তেওঁৰ ৰাজত্ব কালৰ বিষয়ে তেওঁ ১২৬৫ খ্ৰীঃ বুলি উল্লেখ কৰিছে। তেওঁৰ নাম আছিল ছিমছাং। এইজন বীৰৰ বাবে গাৰোসকলে ৰাভাসকলক ক্ষতি কৰিব পৰা নাছিল আৰু পাহাৰৰ পৰাও খেদিব পৰা নাছিল। সেয়ে এওঁক কেনেকৈ মাৰিব পাৰি তাৰ চেগ বিচাৰি আছিল। ৰাভাসকলৰ ডাঙৰ উৎসৱ বায়খুৰ সময়ত প্ৰতি বছৰে জেঠ-আহাৰ মাহত বৰ ডাঙৰকৈ স্ফূৰ্তি কৰি উৎসৱ উদ্‌যাপন কৰে। সেয়ে গাৰোসকলে এই উৎসৱৰ সময়লৈ বাট চাই আছিল। ছিমছাং ক'ত থাকে, মদ খাই ক'ত শোৱে, লগত কেইজন লোক থাকে এইবোৰ লক্ষ্য কৰি আছিল। এদিনাখন গাৰোসকলৰ বীৰ কিছুমানে ৰাভাৰ সাজ-পোছাক পিন্ধি ৰাভাৰ মাজত গৈ ছিমছাঙৰ গতি-বিধি লক্ষ্য কৰিলে। দেখিলে যে সিদিনাখন ছিমছাঙে অপৰ্যাপ্তভাৱে মদ খাই নিছা লাগি তেওঁৰ সহকাৰী কিছুমান ডেকা ল'ৰাৰ লগত 'চেংৰা নক' অৰ্থাৎ ডেকাচাঙত শুবলৈ গ'ল। ডেকাসকলেও নিচাত বৰ গভীৰ টোপনি গ'ল। ছিমছাঙো নিচাত বিভোৰ হৈ টোপনিত লাল-কাল হ'ল। এই সুযোগ চাই গাৰো যোদ্ধাসকলে তেওঁলোকৰ সংগীসকলক গোটাই লৈ ছিমচাঙক গলত কাটি দুডোখৰ কৰি মূৰটো পাহাৰৰ দুৰ্গম ঠাইত পুতি ৰাখিলে, লগতে ডেকাসকলকো কাটি-মাৰি





খাস্তাং কৰিলে। ছিমছাঙৰ বৃহৎকায় শৰীৰটো টুকুৰা-টুকুৰ কৰি ওচৰৰে চিমা নামৰ নদীত পেলাই দিলে। পিছদিনা বণ দুন্দুভি বাজি উঠিল। ৰাভাসকলে ছিমছাং বীৰ আৰু তেওঁৰ লগত থকা ডেকাবিলাকক বিচাৰি চলাথ কৰিও বিচাৰি নাপালে। ডেকাচাঙত ক্ষত-বিক্ষত হৈ মৃত অৱস্থাত পৰি থকা ডেকাসকলক দেখা পালে। ছিমছাঙক বিচাৰি নাপালে। এনে অৱস্থাত ৰাভাসকলে বণত সাজু হ'ল যদিও গাৰোসকলৰ আগত তিষ্ঠিব নোৱাৰি ছেদেলি-ভেদেলি হৈ বিভিন্ন দিশত পলাবলৈ ধৰিলে। এনেদৰে এটা দলে ছিমছাংগিৰিৰ দক্ষিণ পিনে পলাবলৈ ধৰিলে। পিছত তেওঁলোকে গম পালে যে তেওঁলোকৰ প্ৰিয় বীৰ ছিমছাঙক ডোখৰ ডোখৰ কৰি কাটি চিমা নদীত পেলাই দিছে। তেওঁলোকে লাহে লাহে গৈ বাঘমাৰাত ভৈয়াম অঞ্চলত উপস্থিত হ'ল। তেওঁলোকে কিছুমানে পাহাৰীয়া ঠাই আন কিছুমানে ভৈয়ামত বাস কৰিবলৈ ল'লে। পিছত তেওঁলোক দেখিলে যে য'ত তেওঁলোকে থিতাপি লৈছে, তাৰ চাৰিওপিনে গাৰো মানুহৰ বসতি। গাৰোসকলে তেওঁলোকৰ পৰিচয় সোধাত হেনো ভয়তে প্ৰকৃত পৰিচয় নিদি আটো খাৱনো কি কৰিম? আটোনা কিহৰ বাবে? আটো ইনো কি ক'ম? আদি প্ৰশ্ন নিজৰ মাজত কৰিবলৈ ধৰিলে। সেয়ে স্থানীয় গাৰোসকলে তেওঁলোকক আটো বা আটং মাত নামকৰণ কৰা বুলি কয়।' এই আটংসকল সৰল চিতিয়া দেখি গাৰোসকলে তেওঁলোকক পাহাৰ আৰু ভৈয়ামত খেতি-বাতি কৰিবলৈ সুবিধা দিলে। সেয়ে হা-টাং অৰ্থাৎ, মাটি চহোৰা বা খেতি কৰোতা নামেৰে জনাজাত হয়। পিছলৈ হা-টাং শব্দৰ পৰাই হাটাং বা আটং হোৱা বুলি কয়। তেওঁলোকৰ মাজত বৰ্তমানেও বাণ্ঠো মাহাৰী বহুত আছে। যাক তেওঁলোকে পাঠো বুলি কয়। তাৰোপৰি গেনেং (গয়নাং), ভয়ৰা (তাৰা) আৰু ৰংদিং (ৰংদুং) আদি মাহাৰী ইত্যাদি বহুতো মাহাৰী আছে, যিবোৰ মাহাৰী ৰংদানী ৰাভা আৰু চংগা বা কোচ্চা ৰাভাৰ মাজত বহুলভাৱে পোৱা যায়। তেওঁলোক বৰ্তমানে আটং গাৰো বুলি জনাজাত। মেঘালয়ৰ প্ৰথম মুখ্যমন্ত্ৰী কেপ্টেইন উইলিয়ামছন চাংমাও এই আটং জাতিৰেই আছিল। সেয়ে তেওঁ নিজকে ৰাভাৰ সন্তান বুলি প্ৰায়ে মেল-মিটিঙত কৈ ফুৰিছিল।

এই কথা ব্ৰিটিছ লেখক তথা পণ্ডিত Friend Pareira-ই তেওঁৰ লেখনিত সমৰ্থনযোগ্য হিচাপে লিখিছে— "The Rongdani Rabhas have tradition that in earlier period of their history they dwelt in the Gallrohis, and after many conflicts with the Garo tribes, they were finally driven down to the plains which they now occupy. They say the cradle of their race was at sumsang, which is the Garo name for the modern Summeswary river and the valley it waters be-

fore Mymonsing." Friend Pareira, Survey of India- 1912, p. 145). তেওঁৰ এই লিখনিয়ে ৰংদানী ৰাভাসকলে কোৱা কথাৰ সাক্ষ্য প্ৰদান কৰে। তেওঁলোকে চিমা নদীটোক 'ছিমছাং চিকা' অৰ্থাৎ য'ত ছিমছাং বীৰক কাটি টুকুৰা-টুকুৰ কৰি পেলাই দিছিল তাক এই নামেৰে অভিহিত কৰিলে। পাহাৰখনকো 'ছিমছাংগিৰি' অৰ্থাৎ ছিমছাং বীৰ বা ৰজাৰ পাহাৰ বুলি আখ্যা দিলে। পিছলৈ গাৰোসকলে এই অঞ্চল আৰু পাহাৰখনকো দখল কৰিলে যদিও ঠাইখনৰ নাম পৰিৱৰ্তন নকৰিলে। এই সংক্ৰান্তত আটংসকলৰ বিষয়ে Major Play Fair চাহাবেও তেওঁৰ "The Garos" নামৰ কিতাপত এইদৰে উল্লেখ কৰিছে,— "The Atongs and Rugas, two divisions of the Garos which resemble each other very closely, but differ considerably from the remaining divisions."-( The Garos, p.20) তেওঁ আকৌ সেই একেখন কিতাপতে উল্লেখ কৰিছে যে— 'I think the Atong and Rugas are of different stock and have a common origin with Rabhas and koches." (The Garos, P. 22).

**বীৰ দ'দান ঃ** ৰাভাসকলৰ মৌখিক কাহিনী মতে, তেওঁলোকৰ এজন মহাপ্ৰতাপী ৰজা আছিল। তেওঁৰ নাম আছিল দ'দান বীৰ। এই বীৰজন হেনো শোণিতপুৰৰ পৰা আহিছিল। তেওঁ কিয় নিজৰ জন্ম ঠাই এৰি অনাই-বনাই ঘূৰি ফুৰি পিছত বাইদাৰ ওচৰত থকা পানকিন্ত্ৰী নামৰ ঠাইত থাকিবলৈ ল'লে সেই বিষয়ে কোৱা হয় যে দ'দান বীৰ হেনো পুৰাণ বিখ্যাত বাণ ৰজাৰ সন্তান আছিল। তেওঁৰ অতি মৰমৰ ভনী ঊষা দেৱীক শ্ৰীকৃষ্ণৰ নাতি অনুৰুদ্ধৰ লগত বিয়া দিব লগা হোৱা বাবে নিজৰ মৰমৰ ভনীয়েকৰ বিচ্ছেদ বেদনাত নিজৰ ৰাজ্য এৰি নীলগিৰি পাহাৰলৈ পলাই আহে। তেওঁ নীলগিৰি পাহাৰলৈ অহাৰ আগতে ভূটান পাহাৰলৈ গৈ ভূটান ৰজাৰ ওচৰত আশ্ৰয় বিচাৰে। ভূটীয়া ৰজাই তেওঁক আশ্ৰয় দিবলৈ অস্বীকাৰ কৰে। সেয়ে তেওঁ ভৈয়ামলৈ আহি আঠীয়াবাৰী নামৰ এখন ঠাইত তেওঁৰ অনুগামীসকলৰ লগত থাকিবলৈ লয়। আঠীয়াবাৰী হেনো এজন ব্ৰাহ্মণ ৰজাৰ অধীনত আছিল। সেয়ে দ'দানক তাত থকা ভাল নাপাই নানা প্ৰকাৰ অত্যাচাৰ কৰিবলৈ ধৰে। সেয়ে দ'দানে তাত থাকি ভাল নাপাই নীলগিৰি পাহাৰলৈ পলাই আহে। তাতে তেওঁ বায়খু দেৱীৰ থান পাতি কিছু কাল থাকিবলৈ লয়। তাতো থাকি শান্তি নাপাই বাঘমেলা পাহাৰলৈ পলাই আহে। বাঘমেলা পাহাৰখন হেনো এজন মায়াৱী ৰজা মাছামাৰুৰ ঠাই আছিল। মাছামাৰু ৰজা হেনো এজন ইন্দ্ৰজালিক ৰজা আছিল। তেওঁ ৰাতিত আধা মানুহ আধা সিংহ অৰ্থাৎ নৰসিংহ ৰূপ ধৰি মানুহ, গৰু আদিৰ চিকাৰ কৰি ফুৰিছিল। দ'দানে এইজন মায়াৱী ৰজাৰ অত্যাচাৰত তিষ্ঠিব নোৱাৰি তাৰ পৰা পলাই ধনুভাংগাৰ দক্ষিণত থকা আঠীয়াবাৰী





নামৰ ঠাইলৈ গুচি আহে। ই বৰ্তমানে গাৰোপাহাৰৰ অন্তৰ্ভুক্ত। তেওঁ ইয়াতে বায়খু দেৱীৰ থাপনা পাতি কিছু কাল থাকিবলৈ লয়। তেওঁ লগ পোৱা মাছামাৰুৰ বিষয়ে ৰাভাসকলৰ মাজত প্ৰচলিত এটি নিচুকণি গীত এতিয়াও পোৱা যায়। গীতটো তলত দিয়া ধৰণে। যেনে—

'খাপে টোৱা, ক্ৰিংএ টোৱা,
কাথা ৰাচা আনা,
হগো হগো ৰিবাইতা
মাছামাৰু ছানা।"

অৰ্থাৎ, — কান্দি থকা, চিঞৰি থকা কথা নুশুনা কিয়? হৌৱা হৌৱা চোৱা, আহিব ধৰিছে, মাছামাৰু খাবলৈ।

পৰৱৰ্তী কালত গাৰোসকলেও তেওঁলোকৰ ভ্ৰাম্যমাণ জীৱনত এই মাছামাৰুক লগ পোৱা বুলি কথিত আছে। তেওঁলোকে হেনো তিব্বতৰ পৰা নামি আহি যোগীঘোপা হৈ ব্ৰহ্মপুত্ৰ নদী পাৰ হৈ নিজৰ বাসস্থানৰ উপযোগী ঠাই বিচাৰি ফুৰোতে বাঘমেলা পাহাৰত উপস্থিত হয়। তেওঁলোকে তিব্বতৰ গাৰু নামৰ ঠাইৰ পৰা আহিছিল। তেওঁলোকে বাঘমেলা পাহাৰত কেইবাটাও মাছামাৰু যাক গাৰো ভাষাত মাচ্চামাৰু লগ পোৱা বুলি তেওঁলোকৰ কাহিনীত পোৱা যায়। এই বিষয়ে Major Play fair চাহাবে তেওঁৰ "The Garos" নামৰ কিতাপত উল্লেখ কৰিছে যে "They took up their residence on Baghmela Pahar, a hill about five miles south-east of Books in the kamrup district. This was unfortunately also abode of a number of demons, the Machamaru or tigerman." (The Garos, p. 10). যিহেতু গাৰোসকলেও একে পাহাৰতে মাছামাৰু নামৰ দৈত্য বা ৰজাক লগ পাইছিল, সেয়ে দ'দানে এনে ৰজাক লগ পোৱা কথাটো সত্য বুলি ঠাৱৰ কৰিব পৰা যায়। কিছুমানে দ'দানক বাণ ৰজাৰ ভাগিন বুলি কয়। তেওঁ বাণ ৰজাৰ সন্তানেই হওক বা ভাগিনেই হওক, তেওঁ যে বাণ ৰজাৰ মুখ্য সেনাপতি আছিল এই বিষয়ে কোনো দ্বিমত নাই। কিছুমান অসমীয়া বুৰঞ্জীত ইন্দ্ৰদমান আদি কৰি বাণ ৰজাৰ পাঁচজন সন্তান আছিল বুলি পোৱা যায়। ইন্দ্ৰদমানেই বাণ ৰজাৰ জ্যেষ্ঠ পুত্ৰ সন্তান বুলি কথিত আছে। যদি সেয়ে হয়, তেনেহ'লে ইন্দ্ৰদমানৰ পৰাই ইন্দ্ৰ বাদ দি দমন বুলি মাতোতে দমনৰ পৰা দমান আৰু দমানৰ পৰা দ'দান নামটো হোৱা বুলি অনুমান কৰিব পৰা যায়। যদি সেয়ে হয় তেন্তে দ'দান ৰজা বাণ ৰজাৰ পুত্ৰ বুলি প্ৰমাণিত হয়।

আন এটা আচৰিত কথা যে ইছ্ৰাইলটো দ'দান নামৰ এজন ব্যক্তি আছিল। এই কথা খ্ৰীষ্টানসকলৰ পৱিত্ৰ বাইবেলৰ অসমীয়া ভাঙনি 'পুৰণা নিয়মত' পোৱা যায়।

উক্ত কাহিনীটো এনে ধৰণৰ— 'পাছে আব্ৰাহামে কটুৰা নামেৰে আৰু এজনী মানুহ বিয়া কৰালে। তাই জিম্ৰাণ, মদান, মিদিয়ান, যিচবক আৰু চুহ এইবিলাক পুত্ৰ তেওঁলৈ প্ৰসৱ কৰিলে। এই মিকচনৰ সন্তান চিবা আৰু দ'দান। আৰু অচৰীয়া, লটুচীয়া, লিয়ুমিয়া এইবিলাক দ'দানৰ সন্তান। মিদিয়নৰ সন্তানৰ ঐফা, এফৰ, হনোক, অবিদা আৰু আলদায়া; এই আটাইবিলাক কটুৰাৰে সন্তান। পাছে আব্ৰাহামে নিজ সৰ্বস্ব ইচহাকক দিলে। কিন্তু উপপত্নীহঁতৰ সন্তানবিলাকক হ'লে দান স্বৰূপে অলপ অলপ দি, আব্ৰাহাম নিজে জীয়াই থাকোতেই তেওঁৰ পুত্ৰ ইচহাকৰ ওচৰৰ পৰা পূব ফালে পূব দেশলৈ পঠাই দিলে। আব্ৰাহামৰ আয়ুস এশ পয়সত্তৰ বছৰ; তেওঁ ইমান বছৰ জীয়াই আছিল।'' (পবিত্ৰ বাইবেল, পুৰণি আৰু নতুন নিয়ম) ভাৰতৰ বাইবেল ছ'চাইটি, ২০৬, মহাত্মা গান্ধী ৰোড, বাংগালোৰ। আদি পুস্তক পৃঃ ২৫ত ২৫নং কাহিনীত 'আব্ৰাহামৰ পুনৰ্ব্বিবাহ আৰু মৃত্যু' নামৰ পাঠ্যক্ৰমত এই কথা পোৱা যায়। ইয়াতে যিহেতু 'তেওঁৰ পুত্ৰ ইচহাকৰ ওচৰৰ পৰা পূব ফালে পূব দেশলৈ পঠাই দিলে।' এইশাৰী বাক্যৰ পৰা চিন্তা কৰিলে ভাব হয়, এই দ'দান ৰজা আব্ৰাহামৰ নাতি ল'ৰা বুলি। যিহেতু তেওঁৰ বংশধৰসকলক পূবফালে পূব দিশলৈ পঠাইছিল। প্ৰশ্ন আহে, আমাৰ ৰাভা ৰজা বীৰ দ'দান আব্ৰাহামৰ নাতি ল'ৰা নে শোণিতপুৰস্থ বাণ ৰজাৰ সন্তান নে ভাগিন? যীশুখ্ৰীষ্টৰ জন্মৰ প্ৰায় চাৰি-পাঁচ হেজাৰ বছৰ পূৰ্বে ইছৰাইলৰ পৰা পূব দেশলৈ আহি ৰাভা সমাজত স্থিতি লৈ ৰজা হিচাপে ৰাজ্য শাসন কৰা সম্ভৱনে? অন্য ধৰণে চিন্তা কৰিলে এই কথাৰ উত্তৰ এনে ধৰণে জুকিয়াই চাব পাৰি। যদি ইছৰাইলৰ পৰা অহা দ'দান হয় তেন্তে সেই সময়ত তেওঁ শোণিতপুৰ এৰি নীলাচল পৰ্বত অভিমুখে দক্ষিণ-পশ্চিমলৈ পলায়ন কৰা বুলি ঠাৱৰ কৰিব পাৰি। কিন্তু ভাৰতৰ বহু ৰাজ্য, তাৰোপৰি ভাৰতৰ সীমাৰ বাহিৰেও চিৰিয়া, ইৰাক, ইৰাণ আৰু আফগানিস্থান আদি দেশ অতিক্ৰম কৰি পূব পিনে শোণিতপুৰত আহি পোৱা আব্ৰাহামৰ নাতি ল'ৰা বুলিও ঠাৱৰ কৰিব নোৱাৰি। সেয়ে আমাৰ মতে, এইজন দ'দান ৰজা শোণিতপুৰস্থ বান ৰজাৰ নিকট আত্মীয় বুলি নিশ্চিত হ'ব পাৰোঁ। যিহেতু কোনো লিখিত তথ্য নাই; সেয়ে ইয়াৰ সঠিক উত্তৰ নিৰ্ণয় কৰাও খুবেই কঠিন। দ'দান বীৰে ৰজাসকলৰ মাজত আহি বসবাস কৰিবলৈ লোৱাত তেওঁক হেনো নিজৰ বাৰায় সোধাত 'বাগনি ঠক' অৰ্থাৎ বাণৰ দাল বুলি পৰিচয় দিছিল। সেয়ে পিছলৈ বাণনি ঠক—বাণঠক—বাঠো বাৰায় হোৱা বুলি কয়। এইযাৰ কথাৰ পৰাও দ'দান যে বাণ ৰজা বংশ সেই কথাও নিশ্চিত হ'ব পাৰোঁ।

দ'দানে হেনো নিজৰ পূজিতা দেৱী বায়খু মাতৃক আঠীয়াবাৰী নামৰ ঠাইত স্থাপন কৰি তেওঁক পূজা-আৰাধনা কৰি থাকিবলৈ লয়। এই দেৱীক হেনো ৰাভাৰ এটি গোত্ৰ 'কামা বাৰায়ে' বোকোচাত লৈ আহিছিল। এই দেৱীক প্ৰথমে নীলগিৰি বা নীলাচল





পাহাৰত স্থাপন কৰিছিল। কামা বাৰায় বা মাহাৰীয়ে সুদূৰ শোণিতপুৰৰ পৰা বোকোচা বান্ধি আনি নীলাচল পাহাৰত স্থাপন কৰা বাবে, কামা-বাৰায়+খা-বন্ধা বা স্থাপন কৰা হেতুকে কামা +খা = কামাখা অৰ্থাৎ কামা বাৰয়ে বোকোচাত বান্ধি আমি তাতে স্থাপন কৰা হেতুকে কামা বাৰায়ৰ দ্বাৰা প্ৰতিষ্ঠিত দেৱী কামাখা বা কামাখ্যা নামকৰণ কৰা হয়। সেয়ে কামাখ্যা দেৱীৰ নামকৰণত ৰাভাসকলৰ অৱদান নুই কৰিব নোৱাৰি। দ'দানে আঠীয়াবাৰীত থাকিও শান্তি নাপাই আকৌ বৰ্তমানৰ আদুগিৰি পাহাৰ হৈ ভটিয়াবলৈ ধৰিলে। পিছত তেওঁ ছিমছাং নদীৰ পাৰ ধৰি দক্ষিণ পিনে গৈ বৰ্তমানৰ বালফাকৰামত উপস্থিত হয়। তাতো তেওঁ জীৱিকাৰ সুচল নাপাই এটা দল লগত লৈ নক্ৰেক পাহাৰ হৈ তুৰা পাহাৰত উপস্থিত হয়। তাতো বেছি দিন নাথাকি ৰাংগিৰি পাহাৰলৈ আহি কিছুদিন থাকে। তাতো তেওঁ থাকি ভাল নাপাই তাৰ পৰা উত্তৰ-পশ্চিম পিনে আগুৱাবলৈ ধৰে। পিছত জিঞ্জিৰাম নৈৰ পাৰে পাৰে উজাবলৈ ধৰে। তেওঁ শেষত বাইদাৰ ওচৰত থকা পানকিস্ত্ৰী নামৰ ঠাইত বসবাস কৰিবলৈ লয়। ছাতাবাৰী নামৰ গাঁৱৰ ওচৰত থকা হাতীশিলা নামৰ পাহাৰত কিছুমান খোদিত গুহা আৰু অন্যান্য চিন-মোকাম এতিয়াও দেখিবলৈ পোৱা যায়। তাত কিছু বছৰ থকাৰ পিছত শান্তিৰ নিৰলা ঠাই বিচাৰি 'দাৰ্মাং চিণু চালেক' নামৰ পাহাৰলৈ গৈ থাকিবলৈ লয়। সেইখন ঠাইত তেওঁ এটি বায়খু থান পাতি পূজা-পাতল কৰি মনৰ শান্তি বিচাৰিবলৈ চেষ্টা কৰে। তাৰে ওচৰত থকা এখন বহল সুন্দৰ ঠাইত ৰাজধানী পাতি স্থায়ীভাৱে থাকিবলৈ লয়। ইয়াকে তেওঁ 'কামালতানি চিমালতানি হাছং' অৰ্থাৎ শান্তিৰ নিৰলা ঠাই বুলি আখ্যা দিছিল। এইখন ঠাইক এতিয়াও 'ৰাভাগিৰি' বুলি জনা যায়। ইখিনি ঠাইক ৰাভাসকলৰ পুৰণি ভিটা বুলি জানি স্থানীয় গাৰোসকলে দখল কৰা নাছিল। বৰ্তমানে ধৰ্মৰ আৱহাৱাত পৰি ঠাইখন কেথলিক মিছনাৰীসকলে দখল কৰি তাত গিৰ্জা ঘৰ, স্কুলঘৰ আৰু ছাত্ৰ-ছাত্ৰী নিবাস আদি সাজি সুন্দৰ সুসজ্জিত কৰি তুলিছে।

বীৰ দ'দানে যাযাবৰী জীৱন নিৰ্বাহ কৰাৰ সময়ত তেওঁৰ লগত তেওঁৰ বিধৱা ভনী চাম্পায়মাৰী জিমাৰিও লগত আহিছিল। তাইৰ কোলাত এজনী কেঁচুৱা ছোৱালীও আহিছিল। দ'দানৰ ঘৈণীৰ নাম আছিল নোদায়। কেঁচুৱা ছোৱালীজনীৰ নাম আছিল তবৌ বা তোবা ৰাণী। এই তোবাৰাণী যুৱতী হ'লত দ'দানে তাইৰ বাবে উপযুক্ত দৰা বিচাৰি ফুৰে। শেষত এজন ছদ্মবেশী ৰাজকুমাৰক লগ পাই তোবা ৰাণীৰ লগত বিয়া দিবলৈ লৈ আহে। তেওঁৰ নাম আছিল মাৰুক্ষেত্ৰী। মাৰুক্ষেত্ৰীৰ মাকৰ নাম আছিল লেমা ৰুকমিনী। মাকৰ কিন্তু এই বিয়াত সন্মতি নাছিল। তথাপি মাৰুক্ষেত্ৰীয়ে দ'দানৰ লগত গৈ তেওঁৰ ভাগিনী ছোৱালী তোবাৰাণীক বিয়া কৰিবলৈ ওলোৱাত হেনো মাকে মনৰ দুখতে মাৰুক্ষেত্ৰীক অভিশাপ দিছিল এইদৰে,— 'যোৱা মোৰ বীৰ পুত্ৰ। তোমাৰ

বল-বিক্ৰম অটুট থাকিব। তুমি কেইবাটাও ৰণত যুঁজিব লাগিব। তুমি সকলো ৰণতে জিকিবা; কিন্তু সপ্তম ৰণত হাৰিবা।' এনে অভিশাপ বাক্যৰে মাৰুক্ষেত্ৰীক বিদায় দিছিল। মাৰুক্ষেত্ৰী হেনো সোণাপুৰৰ ৰাজপুত্ৰ আছিল। দ'দান ৰজাই মাৰুক্ষেত্ৰীক তোবা ৰাণীৰ লগত বিয়া দি তেওঁক মুখ্য সেনাপতি পাতি ৰাজ্যৰ সম্পূৰ্ণ দায়িত্ব অৰ্পণ কৰি নিজে আৰামপ্ৰিয় জীৱন কটাবলৈ ধৰিলে। দ'দানৰ সুখ-শান্তি আৰু আৰামপ্ৰিয় জীৱনৰ খবৰ পাই হিংসাত জৰ্জৰিত হৈ নিজৰে আত্মীয়সকল, যথা- ব্ৰেক, ব্ৰুক, ছামত্ৰং, মেৰমেৰ, মূৰমূৰ আৰু চিক্ৰাং আদি ৰজাই কাশী ৰজাক যুঁজলৈ আহ্বান কৰি আনিলে। তেওঁলোক ছয় ৰজা লগ লাগি কাশী ৰজাসহ দ'দানৰ ৰাজ্য আক্ৰমণ কৰিলে। মাৰুক্ষেত্ৰীয়ে কাশী ৰজাক যুদ্ধত পৰাস্ত কৰি নিহত কৰে। কাশী ৰজাৰ মৃত্যুৰ খবৰ পাই উক্ত ছয় ৰজা লগ লাগি দ'দানৰ দুৰ্ভেদ্য কিল্লা টিক্ৰিকিল্লা আক্ৰমণ কৰি গড়টো ভাঙি ধূলিসাৎ কৰে। ব্ৰেক, ব্ৰুক, মেৰমুৰ, মুৰমুৰ আদি কেবাজন ৰজা মাৰুক্ষেত্ৰীৰ হাতত নিহত হয় যদিও মাৰুক্ষেত্ৰীও ৰণত মৃত্যু বৰণ কৰে। মাৰুক্ষেত্ৰীৰ পৰাজয় আৰু মৃত্যুৰ খবৰ পাই দ'দান ৰজা নিজে যুঁজলৈ ৰাওনা হয়। কিন্তু মাৰুক্ষেত্ৰীক তেওঁ ক'তো বিচাৰি নাপালে। তেওঁ দুখ-বেজাৰ বুকুত বান্ধি লৈ ঘৰলৈ উভতি যোৱাৰ সময়ত শত্ৰু সৈন্যই লুকাই থাকি চিপনচিলা নামৰ ঠাইত তেওঁক কাঁড় মৰাত তেওঁৰ আঁঠুত কাঁড়টো লাগে। তেওঁ ততাতৈয়াকৈ হাতীৰ পিঠিত উঠি নিজৰ ৰাজধানীৰ পিনে যাবলৈ ধৰিলে। কিন্তু তেওঁ ঘৰ নৌপাওঁতেই এখন ঠাইত হাতীৰ পিঠিৰ পৰা বাগৰি পৰি মৃত্যুবৰণ কৰে। য'ত দ'দান ৰজা বাগৰি পৰিছিল তাতে মানুহৰ আকৃতিৰ এখন বিৰাট বিলৰ সৃষ্টি হয়। ইয়াক 'দ'দান ডুবি' বুলি কোৱা হয়। বহুতে 'দ'দান লুপ্ত হোৱা ডুবি' বুলিও কয়। এই ডুবি ৰাভাগিৰিৰ ওচৰত। বৰ্তমানে এই বিলৰ পানী শুকাই যোৱাত ওচৰৰ গাৱঁসকলে খেতি কৰিবলৈ লৈছে। তথাপি মানুহৰ আকৃতিৰ বিলটো সম্পূৰ্ণভাৱে হেৰাই যোৱা নাই।

যেতিয়া ৰাজধানীত খবৰ পালে যে দ'দান আৰু মাৰুক্ষেত্ৰী দুয়ো ৰণত পৰিল তেতিয়া ৰাজধানীত হুৰা-দুৰা লাগিল। দ'দানৰ নিজ ভাগিনী আৰু ভনীসকলৰ নেতৃত্বত ৰাভাসকলে বিভিন্ন দিশলৈ পলাবলৈ ধৰিলে। তেওঁলোক হ'ল ক্ৰমে,— তামাই, নাকাটি, দাদুৰী আৰু ছুছাৰী আদি অতি সাহসী নাৰীসকল। ছুছাৰীৰ নেতৃত্বত এটি দলে তুক্ৰেশ্বৰী পাহাৰ আৰু তাৰ ওচৰ-চুবুৰীয়া ঠাইত আশ্ৰয় ল'লে। নাকাটিয়ে ঘাগুৱা আৰু ছাবাং নৈৰ মধ্যৱৰ্তী ঠাইবোৰত আশ্ৰয় লয়। তামায়ে ছাবাং আৰু ৰংগাই নৈৰ মধ্যৱৰ্তী ঠাইবোৰত আশ্ৰয় লয়। দাদুৰীৰ দলটোৱে ৰংগাই আৰু মাচাংপানী নৈৰ মধ্যৱৰ্তী ঠাইবোৰত আশ্ৰয় লয়। দ'দান-মাৰুক্ষেত্ৰীৰ ঘটনাৱলী আৰু তেওঁলোকৰ বীৰত্বৰ কাহিনী বৰ্ণনা কৰি 'হৈ মাৰু চায়' নামৰ এটি দীঘলীয়া গীত বায়খু পূজাৰ সময়ত পৰিৱেশন কৰে। সাধাৰণতে বায়খু পূজা জেঠ-আহাৰ মাহত উদ্‌যাপন কৰা হয়। বৰ্তমানে জেঠ মাহৰ পূৰ্ণিমাৰ দিনা





পালন কৰিবলৈ লৈছে।

**বীৰ পৰশুৰামৰ কাহিনী ঃ** যোৱা ১৬১৯খৃষ্টাব্দৰ কথা। সেই সময়ত দিল্লীত মহা প্ৰতাপী সম্ৰাট জাহাংগীৰৰ ৰাজত্ব চলি আছিল। তেওঁ উত্তৰ-পূৰ্বাঞ্চলৰ ৰাজ্যবোৰ দখল কৰাৰ কাৰণে কেইবাবাৰো সৈন্য-সামন্ত পঠাই উত্তৰ কুলৰ কোচ ৰাজ্য দখল কৰি হাজোত ইয়াৰ সদৰ কাৰ্যালয় পাতে। উত্তৰ-পূবৰ দখলীকৃত অঞ্চলবোৰ দেখা-শুনা কৰি সেইবোৰ সুৰক্ষিতভাৱে ৰাখিবৰ বাবে ঢাকাত এটি সদৰ কাৰ্যালয় পাতি তাত এজন মুখ্য চুবেদাৰ ৰাখি থৈছিল। সেই সময়ত ঢাকাত থকা মুখ্য চুবেদাৰজনৰ নাম আছিল আলি ফাট জং। এদিনাখন এই আলি ফাট জং আৰু এজন সেনাধ্যক্ষ মিৰ্জা নাথানৰ মাজত কিবা এটি কথা লৈ মনোমালিন্য ঘটিল। সেয়ে এই সুযোগতে তেওঁ মিৰ্জা নাথানক তেওঁৰ অধিকৃত কোচ ৰাজ্য চোৱা-চিতা কৰিবলৈ, লগতে দক্ষিণ কুলৰ বিদ্ৰোহীসকলক দমন কৰিবলৈ মিৰ্জা নাথানক দায়িত্ব দিলে। ফাটজং-এ ক'লে যে মিৰ্জা নাথানে যদি সেইবোৰ অঞ্চল দখল কৰিব পাৰে তেন্তে সেইবোৰ তেওঁক দিয়া হ'ব। মনে মনে ভাবিলে, যদি মিৰ্জা নাথান বিদ্ৰোহীবিলাকৰ হাতত নিহত হয় তেন্তে তেওঁ নিষ্কণ্টক হ'ব পাৰিব। মনে মনে কুবুদ্ধি কৰি নাথানক দক্ষিণ কুলৰ বিদ্ৰোহ দমন কৰিবলৈ পঠালে। যিহেতু তেতিয়ালৈকে দক্ষিণ কুল মোগলৰ অধীনত যোৱা নাছিল। দক্ষিণ কুলৰ এজন ৰাভা ৰজা বীৰ পৰশুৰামে মোগলৰ সদৰ কাৰ্যালয় হাজোলৈ পথোৱা ৰচদ-পাতি যোগীঘোপাৰ ঠেক পানী পথত চকী বহুৱাই আক্ৰমণ কৰি সেইবোৰ কাঢ়ি লৈছিল। এই বীৰ পুৰুষ পৰশুৰাম সান্তোৰ ৰাজ্যৰ ৰজা আছিল; তেওঁৰ ৰাজধানী শোলমাৰীত আছিল। পৰশুৰামে মোগলৰ নাওবোৰ আক্ৰমণ কৰি ঢাকাৰ পৰা পঠোৱা খাদ্য সামগ্ৰী আৰু অস্ত্ৰ আদি কাঢ়ি লৈছিল। বীৰ পৰশুৰামৰ এনে কাৰ্যত মোগলসকল বৰ ব্যতিব্যস্ত হৈ পৰিল। যিহেতু সেই সময়ত নদী পথেই যাতায়াতৰ সুচল পথ আছিল। বীৰ পৰশুৰামৰ এনে কাৰ্যত মোগলৰ জলপথ বন্ধ হৈ পৰিল আৰু হাজোলৈ কোনো ৰচদ-পাতি পঠাব নোৱৰা হৈ গ'ল। পৰশুৰামৰ আক্ৰমণৰ ফলত সিপিনে হাজোত থকা মোগল সৈন্য আৰু ৰাইজৰ দুৰ্গতিৰ সীমা নোহোৱা হ'ল। সেই বিষয়ে 'Baharislan-I-Ghaibi' নামৰ কিতাপত এইদৰে উল্লেখ কৰিছে,— "A rebel of the Dakhinkul named parasuram made plundering raids and blocked the passage transit of rations for the army in kuch and Assam." (Baharistan-I-Ghaibi, vol. II. P.505). সেই সময়ত এনে আক্ৰমণৰ ফলত খাদ্য সামগ্ৰী সৰবৰাহ কৰিব নোৱৰা হেতুকে কোচ ৰাজ্যৰ অধিকৃত অঞ্চলৰ সদৰ কাৰ্যালয় হাজো আৰু অসমৰ বিভিন্ন ঠাইত লোণ আৰু মাখন পোৱা নগৈছিল। লোণ আৰু মাখনৰ দাম কিমান বেছি হৈ গৈছিল সেই বিষয়ে একেখন কিতাপতে বৰ্ণনা

কৰিছে এনেদৰে...." the inhabitants of Hajo were put is great strait, salt was sold at Rs. 42/- per maund and butter could not obtained even by paying Rs. 1-8-0 per seer." এইজন পৰাক্ৰমী যোদ্ধা পৰশুৰামে নিজ ৰাজ্য ৰক্ষাৰ্থে যথেষ্ট পটুতাৰে মোগলৰ লগত সন্মুখ ৰণত যুঁজিছিল যদিও অৱশেষত বন্দী হ'বলগীয়া হয়। তেওঁ যথেষ্ট কৌশল আৰু সাহসেৰে যুঁজ দি পৰাজিত হৈ মাক্ৰি পাহাৰত লুকাই থকা অৱস্থাত শোলমাৰী চকীত থকা বলোভদ্ৰ দাস নামৰ এজন হিন্দু সেনাপতিৰ হাতত বন্দী হয়। বীৰ পৰশুৰামৰ লগতে তেওঁৰ আটাইতকৈ ডাঙৰ ল'ৰাসহ দুজন সৰু ল'ৰা আৰু কেবাজনী ঘৈণীয়েকৰে এজনী ঘৈণী তেওঁৰ লগতে বন্দী হয়। পৰশুৰামৰ মোগল বিৰোধী যুঁজৰ বংদান অঞ্চলৰ ৰাভা ৰজা বীৰ কাল্টাকাৰীও যোগ দিছিল। মোগলে কাল্টাকাৰীৰ ৰাজধানী বংদান গাঁওখন আক্ৰমণ কৰি গাঁওখন জ্বলাই ভস্মীভূত কৰে। চ'ত মাহৰ শুকান বতৰৰ জুয়ে বংদান গাঁৰৰ লগতে এটি বৃহৎ অঞ্চল পুৰি ছাৰখাৰ কৰি পেলায়। ওচৰৰ পাহাৰত বেছিকৈ জুই লগাত মোগলৰ বহু সৈন্যও জুইত পুৰি মৰিছিল। কিছুমান সৈন্য আৰু ঘোঁৰা আধা পোৰা অৱস্থাত কোনোমতে সেই ঠাইৰ পৰা পলাই সাৰিবলৈ সক্ষম হৈছিল। বংদান অঞ্চলৰ ৰজা কাল্টাকাৰীৰ ল'ৰাও দেউতাকৰ লগতে বীৰ পৰশুৰামক যুঁজত সহায় কৰিছিল। তেওঁৰ নাম আছিল তাহানা। তাহানা এজন শক্তিশালী আৰু বিচক্ষণ যুঁজাৰু আছিল বুলি বাহাৰিস্থান ঘাইবীত উল্লেখ কৰিছে। জনজাতীয় ডেকা যোদ্ধাবিলাকৰ ভিতৰতে এজন মহা সাহসী আৰু চতুৰ বীৰ আছিল বুলি প্ৰশংসা কৰিছে। অৱশেষত বীৰ পৰশুৰামক বন্দী অৱস্থাত তেওঁৰ আটাইতকৈ ডাঙৰ ল'ৰা, দুজন সৰু ল'ৰা আৰু এজনী ঘৈণীসহ মিৰ্জা নাথানে ঢাকালৈ লৈ যায়। ইয়াৰ পিছত বীৰজনাৰ কোনো সম্ভেদ পোৱা নাযায়।

**মেচপাৰা জমিদাৰৰ কাহিনী ঃ** যোৱা ১৪৪৭ খ্ৰীঃত এই জমিদাৰী স্থাপিত হয়। ইয়াৰ প্ৰতিষ্ঠাপক জমিদাৰ বা ৰজা আছিল থানা ৰাভা ওৰফে থানা কমল লোচন। থানা ৰাভাক গোবৰ ৰাভাৰ পুতেক বুলি জনা যায়। এই বিষয়ে Bucanan-চাহাবে তেওঁৰ "Montgomery, the History Antiquities, Topagraply & Statistics of Eastern India, Vol-V-pp. 558-ত উল্লেখ কৰিছে। Friend peraira চাহাবেও এই বিষয়ে এনেদৰে উল্লেখ কৰিছে,— "The Rongdanias are found in the that of country between Goalpara and Lakhimpur the seat of the Mechpara Zamindar, who is popularly supposed to be of Rabha origin of the Rangdung Barai." (J. E. Friend Peraira, the Rabhas, in Census of Assam, 1911, vol.- III- pt. I, 1912).





লক্ষীপুৰ জমিদাৰী অঞ্চলখনক কেনেকৈ মেচপাৰা নামকৰণ কৰা হ'ল সেই বিষয়ে কিছু আলোচনা কৰাৰ প্ৰয়োজন আছে। দৰংগা ৰাজ বংশাৱলী মতে, জনা যায় যে গুৱাবৰ ১২জন ভূঞাৰ এজন ভূঞা আছিল। ভূঞাসকলৰ ভিতৰত তেওঁৰ পৰিচয় অন্য ধৰণে পোৱা যায়। বলদেৱ দৈৱজ্ঞই বাৰভূঞাৰ বিষয়ে তলত দিয়া ধৰণে লিখিছে,—

'ক'ত দিন অন্তৰে অৰাজক হৈল,
হৈ হৈ সন্ততিৰ বাৰো ঘৰ মেচ ভৈল,
তাসম্বাৰ নাম কহো তোমাৰ আগত,
মহা পৰাক্ৰমী সব শিবৰ ভকত। ৫০
পাণবৰ ভেদভেদা আবৰ গুৱাবৰ,
ফেদফেদা বৰিহনা মেচ শ্ৰেষ্ঠতৰ,
কঠিয়া বৈহাগু মেঘা যুদ্ধাবৰ নাম,
গৰকাটা জোগাই ডোখৰা অনুপাম। ৫০

ওপৰত উল্লেখ কৰা মতে, গুৱাবৰ মেচসকলৰ এজন। তেতিয়াৰ দিনত অসমৰ বেছিভাগ মানুহেই ৰাভাসকলৰ বিষয়ে নাজানিছিল; সেয়ে যিকোনো লোককে মেচ বুলি কৈছিল। মেচ যে ৰাভা বা কোচ্চা-ৰাভাৰ এটা শাখা বা বংশ এই কথা নাজানিছিল। সেয়ে এই জমিদাৰীক মেচপাৰা নামকৰণ কৰিছিল।

থানা ৰাভাই পিছত থানা কমল লোচন নাম লয়। তেওঁ ১৪৪৭খ্ৰীঃৰ পৰা ১৫০৫ খ্ৰীঃলৈকে অৰ্থাৎ ৫৭ বছৰ কাল জমিদাৰীৰ শাসন চলায়। তেওঁৰ মৃত্যুৰ পিছত তেওঁৰ পুতেক মেঘৰামে ১৪০৪ খ্ৰীঃৰ পৰা ১৫৬১ খ্ৰীঃলৈকে, গোবিন্দ ৰামৰ পুতেক মুকুন্দ ৰামে ১৬২১ খ্ৰীঃৰ পৰা ১৬২১ খ্ৰীঃৰ পৰা ১৬৭৪খ্ৰীঃলৈকে, মুকুন্দ ৰামৰ পুতেক শোভা ৰামে ১৬৭৪ খ্ৰীঃৰ পৰা ১৭৩০খ্ৰীঃলৈকে, পিছত শোভাৰামৰ পুতেক ৰণা ৰামে ১৭৩০খ্ৰীঃৰ পৰা ১৭৯০খ্ৰীঃলৈকে লক্ষীপুৰ জমিদাৰীৰ শাসনভাৰ গ্ৰহণ কৰে। এইজন ৰণা ৰাম বৰ স্বাধীনচিতীয়া আৰু নিভীক শাসনকৰ্তা আছিল। তেওঁৰ দিনত লেখত ল'বলগীয়া কিছুমান ঘটনা ঘটে। সেই সময়ৰ ব্ৰিটিছ চৰকাৰে লক্ষীপুৰ জমিদাৰক নজনোৱাকৈ লক্ষীপুৰ জমিদাৰীখনক কড়াইবাৰী জমিদাৰীৰ লগত চামিল কৰে। যাতে তেওঁলোকে কড়াইবাৰী জমিদাৰৰ যোগেদি লক্ষীপুৰ জমিদাৰীৰ কৰ একেলগে সংগ্ৰহ কৰিব পাৰে। ৰণা ৰামে ব্ৰিটিছৰ এনে কাৰ্যত ক্ষুব্ধ হৈ ব্ৰিটিছক দিবলগীয়া কৰ-কাটল বন্ধ কৰি দিয়ে। এই বিষয়ে ৰংগামাটিত থকা ব্ৰিটিছ শাসক বেইলী চাহাবক জনোৱাত ব্ৰিটিছে ৰমা ৰামৰ লগত ব্ৰিটিছৰ সম্বন্ধ বিচ্ছেদ কৰে। বেইলী চাহাবে ৰণা ৰামৰ ওপৰত ভীষণ খং কৰি এখন চিঠিও লিখি পঠালে এনেদৰে,— "He is a villain who commits depredation and robberies both in the river

and his neighbourhood and centumaciously refuses to come through I have sent repeated porwarhs o that purpose." (Mr. E. A. Gait, History of Assam, P. 48). বেইলী চাহাবৰ চিঠিখন পাই ৰণা ৰামে খং আৰু অভিমানত জ্বলি উঠিছিল। এদিনাখন এইজন বেইলী চাহাবে শাসন কাৰ্য চোৰা-চিতা কৰাৰ বাবে গোৱালপাৰা চহৰৰ হুলুকান্দা পাহাৰত থকা বংগলাত বাস কৰি থকা কালত সুযোগ চাই ৰণা ৰামে মাত্ৰ ৬০০ জন বৰকমদাজ লগত লৈ তেওঁৰ বঙলা আক্ৰমণ কৰিছিল। তেওঁৰ আক্ৰমণত তিষ্ঠিব নোৱাৰি জংগলত পলাই বেইলী চাহাবে আত্মৰক্ষা কৰিছিল। পিছত ৰণা ৰামে গাৰোপাহাৰ অঞ্চলত পলাই গৈ তাৰ পৰাই ব্ৰিটিছৰ বিৰুদ্ধে যুঁজি আছিল। কিন্তু দুৰ্ভাগ্যক্ৰমে ১৭৯০ চনৰ ফেব্ৰুৱাৰী মাহত পলাতক অৱস্থাতে গাৰোপাহাৰত তেওঁৰ মৃত্যু ঘটে।

ৰণা ৰামৰ মৃত্যুৰ পিছত তেওঁৰ সন্তান মহিৰামে জমিদাৰীৰ শাসনভাৰ গ্ৰহণ কৰে। তেওঁ ১৭৯০খ্ৰীঃৰ পৰা ১৮২২ খ্ৰীঃলৈকে শাসনভাৰ চলায়। মহিৰামৰ পিছত তেওঁৰ সন্তান পৃথ্বীৰাজ ওৰফে লক্ষী নাৰায়ণে শাসনভাৰ গ্ৰহণ কৰে। কিন্তু দুৰ্ভাগ্যৰ বিষয় যে পৃথ্বীৰামৰ মৃত্যুৰ পিছত তেওঁৰ পুতেকসকলৰ মাজত কাজিয়াৰ সৃষ্টি হয়। যিহেতু তেওঁৰ তিনিজনী ঘৈণী আছিল, এই তিনিজনী ঘৈণীৰ সন্তান আছিল সাতজনী। তেওঁলোকৰ মাজত কোনে শাসনভাৰ লাভ কৰিব এই বিষয় লৈ কাজিয়াৰ সূত্ৰপাত হয়। তাৰে ভিতৰত খগেন্দ্ৰ নাৰায়ণ চৌধুৰী আছিল প্ৰথমা ঘৈণীৰ সন্তান। দ্বিতীয় ঘৈণীৰ তিনিজন সন্তন আছিল। তেওঁলোক হৈছে— তিলক চৌধুৰী, ভোলানাথ চৌধুৰী আৰু লোকনাথ চৌধুৰী। এই কাজিয়াৰ ফলস্বৰূপে জমিদাৰীৰ অংশক্ৰমে ১১ অনা আৰু পাঁচ অনাকৈ ভাগ কৰা হয়। প্ৰথমা ঘৈণী আৰু তৃতীয় ঘৈণীৰ সন্তানসকলে এঘাৰ অনাৰ ভাগ লাভ কৰিলে। তেওঁলোক হ'ল খগেন্দ্ৰ নাৰায়ণ, উদ্ধৱ নাৰায়ণ, কমলা কান্ত বা কমল আৰু ভবেন্দ্ৰ নাৰায়ণ সকলে। দ্বিতীয় ঘৈণীৰ সন্তানসকল ক্ৰমে ভোলানাথ, লোকনাথ আৰু তিলক নাথে চাৰি অনাৰ অংশ লাভ কৰিলে। আনপিনে লোক নাথ আৰু তিলক নাথ দুয়ো নিঃসন্তান হৈ মৃত্যুবৰণ কৰে। সেয়ে ভোলা নাথৰ মাকে ভোলা নাথ আৰু গোবিন্দাপ্ৰিয়া অৰ্থাৎ মৃত তিলক নাথৰ বিধৱা ঘৈণীৰ বিৰুদ্ধে মামলা ৰজু কৰে। ইয়াৰ ফলস্বৰূপে ভোলা নাথে তিনি অনাৰ অংশ পায়; যাতে তেওঁৰ মাকক মৃত্যুৰধি চোৰা-চিতা কৰিব পাৰে। তিলক নাথৰ ঘৈণী গোবিন্দাপ্ৰিয়াই দুই অনাৰ অংশ লাভ কৰে।

আকৌ ৩০ বছৰ পিছত ১১ অনাৰ অংশীদাৰসকলৰ মাজত কাজিয়াৰ সৃষ্টি হয়। ফলস্বৰূপে পাঁচ অনা ছয় পাইকৈ ভাগ কৰা হয়। আকৌ পাঁচ অনা ছয় পাইক দুটা ভাগত ভাগ কৰা হয়। অৱশেষত মেচপাৰা জমিদাৰীটোক চাৰিটা ভাগত বিভক্ত কৰা





হয়। পিছত আকৌ চাৰিটা ভাগক একেলগ কৰা হয়। ইও মাত্ৰ দহ বছৰলৈকেহে টিকিল। আকৌ ১৯১১ চনত ১৩ অনা আৰু তিনি অনা ভাগত বিভক্ত কৰা হয়। কিছুবছৰৰ পিছত ১৩ অনাৰ অংশক পাঁচ অনা ছয় পাই, চাৰি অনা ন পাই আৰু দুই অনা তিনি পাইকৈ ভাগ কৰা হয়। এনেদৰে লক্ষীপুৰ জমিদাৰীক চাৰিটা ভাগত ভগোৱা হয়। (Rev. B gune, 1922, No. 64-74, Secretariat Record Room, Dispur)।

এইদৰে জমিদাৰ বংশসকলৰ মাজত কাজিয়াৰ সৃষ্টি হোৱাত ইয়াৰ শাসনযন্ত্ৰ বৰ দুৰ্বল হৈ পৰিল। ফলস্বৰূপে ৰাইজৰ অৱস্থা বৰ অসহনীয় হৈ উঠিল। জমিদাৰীৰ এনে অৱস্থা দেখি ভবেন্দ্ৰ নাৰায়ণৰ পুত্ৰ ৰবীন্দ্ৰ নাৰায়ণে ব্ৰিটিছ চৰকাৰক অনুৰোধ কৰিলে যে যাতে বংগদেশৰ ৰায়তী আইন অনুসৰি যুঁটীয়া মেনেজাৰ নিযুক্ত কৰা হয়। কিন্তু জমিদাৰসকলৰ অমনোযোগিতাৰ বাবে ইও কাৰ্যকৰী নহ'ল। অৱশেষত ১৯১৭ চনৰ ছয় মাৰ্চৰ দিনা Court of Award-এ এই জমিদাৰীৰ শাসনভাৰ হাতত লয়।

**ৰাভা জাতিৰ বসতি আৰু জনসংখ্যা ঃ** যদি কোনোবাই প্ৰশ্ন কৰে যে ৰাভা জাতিৰ লোকসকল ক'ত বসবাস কৰে। যিহেতু ৰাভা জাতিৰ লোকসকল ভাৰতৰ বিভিন্ন প্ৰদেশত বাস কৰাৰ উপৰি নেপাল, ভূটান আদি দেশতো বাস কৰে। ভাৰতৰ উত্তৰ-পূৰ্বাঞ্চল প্ৰদেশ যেনে — অসম, মেঘালয়, অৰুণাচল, ছিকিম, ত্ৰিপুৰা আৰু পশ্চিমবংগ আদি প্ৰদেশত বাস কৰে। অসমত বিশেষকৈ কামৰূপ, গোৱালপাৰা আৰু দৰং জিলাতে অধিক ৰাভা জাতিৰ জনসংখ্যা পোৱা যায়। মেঘালয় প্ৰদেশৰো পূব আৰু পশ্চিম গাৰোপাহাৰত বেছিকৈ ৰাভা লোক সংখ্যা দেখা যায়। খাছি পাহাৰতো ৰাভা জাতিৰ লোকসংখ্যা কিছু পৰিমাণে লক্ষ্য কৰা যায়। সেইদৰে ত্ৰিপুৰাতো ৰাভা জাতিৰ লোক বসবাস কৰে যদিও তেওঁলোকক ৰিয়াং বুলিহে জনা যায়। পশ্চিম বংগৰ ৰাভা আৰু কোচ্চাসকলে স্বাধীনতাৰ প্ৰাক কালত বহু শ লোক গৌৰীয় বৈষ্ণৱ ধৰ্মত দীক্ষিত হৈ নিজস্ব কৃষ্টি-সংস্কৃতি এৰি দি বিশুদ্ধ হিন্দু হিচাপে পৰিচয় দিবলৈ প্ৰয়াস কৰাত পশ্চিম বংগৰ ৰাভা জনসংখ্যা ক্ৰমে হ্ৰাস পাই গৈছে।

১৯৬১ চনৰ জিলাভিত্তিক জনসংখ্যা তলত দিয়া ধৰণে পোৱা যায়—

| | |
|---|---|
| ১) গোৱালপাৰা জিলা | ৪৯,২১৯ |
| ২) কামৰূপ জিলা | ৪৩,৭৫৮ |
| ৩) দৰং জিলা | ১০,৬৭৩ |
| ৪) লখিমপুৰ জিলা | ২,৬৮৬ |
| ৫) নগাঁও জিলা | ৮৮৫ |
| ৬) কাছাৰ জিলা | ৬১২ |

৭) শিৱসাগৰ জিলা ১৯৮
মুঠ জনসংখ্যা ১,০৮,০২৯
১৯৭১ চনৰ লোকপিয়ল মতে, অসমৰ মুঠ ১,৩৮,৬৩০ জন।

*(টিক্রিকিল্লা নিৱাসী ৰাভামূলীয় গৱেষক সাহিত্যিক। ইতিমধ্যে অসমীয়া, ৰাভা আৰু ইংৰাজী ভাষাত কুৰিখনৰো অধিক গ্ৰন্থ ৰচনা কৰিছে। লেখক প্ৰাক্তন অধ্যক্ষ, মেঘালয় বিধান সভা)*





# তিৱা জনজাতি ঃ সমীক্ষাত্মক অধ্যয়ন

জ্যোতিৰ্ময় বৰদলৈ

**অৱতৰণিকা ঃ** বৈচিত্ৰ্যপূৰ্ণ ভাষা-সাহিত্য, সংস্কৃতি, জাতি-উপজাতিৰে ভৰা অসমৰ এটা প্ৰাচীন জনগোষ্ঠী 'তিৱা' বা 'লালুং'সকল। এই লোকসকল জন-প্ৰব্ৰজনৰ স্বাভাৱিক প্ৰক্ৰিয়াৰে প্ৰাক্-ঐতিহাসিক কালতে পূব এছিয়াৰ পৰা তিব্বত মালভূমি আৰু হিমালয় পৰ্বতৰ পাদদেশেদি আহি ভাৰতৰ উত্তৰ-পূব অংশত বসতি স্থাপন কৰা বৃহৎ চীন-তিব্বতীয় ভাষা-গোষ্ঠীৰ প্ৰতিনিধি। নৃ-তত্ত্বৰ গৱেষকসকলৰ মতে, তিৱাসকল মংগোলীয় লোক। শাৰীৰিক অৱয়ব, বাসস্থান, খাদ্য, লোকাচাৰ, সামাজিক পৰম্পৰা আৰু সাংস্কৃতিক দিশত তিৱাসকলৰ মাজত মংগোলীয় লোকৰ বৈশিষ্ট্য বাৰুকৈয়ে বিদ্যমান। আনহাতে ভাষিক সম্প্ৰদায় হিচাপে তিৱাসকল বৃহৎ 'চীন-তিব্বতীয়' ভাষা গোষ্ঠীৰ 'তিব্বতবৰ্মী (অসম-বৰ্মীয়) শাখাৰ 'বড়ো-নাগা' ঠালৰ লোক। বিভিন্ন ঐতিহাসিক তথ্যই প্ৰমাণ কৰে যে প্ৰাচীন 'কিৰাত'[1] সকলেই আছিল এওঁলোকৰ পূৰ্বপুৰুষ। এই কিৰাতসকলৰে এটা প্ৰধান ফৈদ আছিল 'বড়ো'। কালক্ৰমত ইয়াৰ পৰাই বড়ো, ৰাভা, ডিমাছা, গাৰো, দেউৰী, হাজং, তিপৰা (কক্‌বৰক), তিৱা (লালুং) আদি উত্তৰ-পূব ভাৰতৰ কেইবাটাও জনগোষ্ঠীৰ সৃষ্টি হয়। উল্লেখ্য যে একোটা মূলৰ পৰা সৃষ্টি হোৱা বাবেই উল্লিখিত জনগোষ্ঠীসমূহৰ ভাষা, সমাজ আৰু সাংস্কৃতিক পৰম্পৰা বহু পৰিমাণে পাৰস্পৰিক সাদৃশ্যযুক্ত।

**তিৱাসকলৰ বাসস্থান ঃ** তিৱা জনগোষ্ঠীৰ লোকসকলৰ বাসস্থান মূলতঃ মধ্য অসমৰ বিভিন্ন অঞ্চল। এওঁলোক উক্ত অঞ্চলবোৰৰ পাহাৰ আৰু ভৈয়াম উভয়তে অতীজৰ পৰাই বসবাস কৰি আহিছে। বিশেষকৈ কপিলী আৰু কলং উপত্যকাৰ লগত তিৱাসকলৰ জীৱন-প্ৰবাহ গভীৰভাৱে জড়িত। ইতিহাসবিদ, পুৰাতাত্বিক ৰাজমোহন নাথৰ মতে, তিৱাসকলে খ্ৰীঃপূৰ্ব প্ৰায় ১৯০০ চনৰ পৰাই মধ্য অসমৰ কপিলী উপত্যকাত 'ত্ৰিবেগ' নামৰ এখন স্বাধীন ৰাজ্য স্থাপন কৰি একেৰাহে বহু পুৰুষ ৰাজত্ব কৰিছিল।[2] এই প্ৰসংগত গৱেষক ড° জি চি শৰ্মা

ঠাকুৰেও সমধৰ্মী ব্যাখ্যা আগবঢ়াইছে। তেওঁ লিখিছে — 'It is reported that the name of the first ruler of lalungs in the Kapilivalley was Pratyardan. The exact location of Tribcg could be ascertained, but in all probability this principality was some where mean kasua Gaon lying on the confluence of Borapani, Jamuna and Kapili.'[৩] তিৱাসকলৰ বৰ্তমানৰ ভৌগোলিক অৱস্থান, বিভিন্ন প্ৰাচীন কীৰ্তি-চিহ্ন আৰু তেওঁলোকৰ সমাজত প্ৰচলিত বহু জনশ্ৰুতিয়েও এই কথাৰ প্ৰাসংগিকতাকে সূচায়।

কিছুসংখ্যক লেখক-গৱেষকৰ মতে, তিৱাসকল আদিতে তিব্বত মালভূমিৰ পৰা হিমালয়ৰ উত্তৰ-পূব কোনেদি আহি অসমৰ শদিয়া-ধেমাজি অঞ্চলতে প্ৰথমে বসতি স্থাপন কৰিছিল। তেওঁলোকে ডফলা আৰু আৱৰসকলৰ ৰাজ্যৰ সীমাতে নিজা ৰাজ্য প্ৰতিষ্ঠা কৰিছিল। কিন্তু সেই ৰাজ্যত তিৱাসকলে সুখে-শান্তিৰে দিন অতিবাহিত কৰিব পৰা নাছিল। কিয়নো ডফলা আৰু আবৰসকলৰ লগত তেওঁলোকৰ বিশেষ সংঘাত নাছিল। তিৱাসকলে তেওঁলোকৰ লগত যুদ্ধ কৰি বহুবাৰ পৰাজিত হৈছিল আৰু শেষত তাত তিষ্ঠিব নোৱাৰি সৰহসংখ্যক তিৱালোক সোৱণশিৰি আৰু লুইতেদি ভটীয়াই আহি দৰং আৰু নগাঁৱত বসতি কৰে। তাতে তেওঁলোকে লুইতৰ দুয়োপাৰে বিস্তাৰিত সমৃদ্ধিশালী হিলালী ৰাজ্য স্থাপন কৰে। এই ৰাজ্যত পৰৱৰ্তী সময়ত বৰ্হি-শত্ৰুৰ আক্ৰমণত বিধ্বস্ত হয়। ইয়াৰ পৰিণতিতে তিৱাসকল বিতাড়িত হৈ লুইতৰ দক্ষিণ পাৰলৈ আৰু তাতে স্থায়ীভাৱে বাস কৰিবলৈ লয়- তিৱা লোকসমাজত প্ৰচলিত 'লালি-হিলালী-গীত'ত এনে স্মৃতিৰ প্ৰতিফলন দেখা যায়। অৱশ্যে এওঁলোকৰে কিছু সংখ্যক লোক প্ৰাচীন হিলালী (বৰ্তমানৰ হেলেম অঞ্চল), শদিয়া, ধেমাজি আদিতে ৰৈ যায়।[৪] উক্ত অঞ্চলবোৰত আজিও বহু তিৱা লোক বাস কৰে। এই প্ৰসংগত কলাগুৰু বিষ্ণু প্ৰসাদ ৰাভা[৫] আৰু বিশিষ্ট সাহিত্যিক, গৱেষক ড° লীলা গগৈয়ে আগবঢ়োৱা সমধৰ্মী ব্যাখ্যাও প্ৰণিধানযোগ্য। এটা কথা উল্লেখনীয় যে তিৱাসকলৰ আদি বাসস্থান প্ৰকৃততে ক'ত আছিল সেয়া আজিও বিচাৰ্য বিষয় হৈয়ে আছে।

বৰ্তমান তিৱা জনগোষ্ঠীৰ লোকসকল অসমৰ নগাঁও জিলা, মৰিগাঁও জিলা, কাৰ্বি আংলং জিলা[৬], কামৰূপ জিলাৰ পূব প্ৰান্ত (প্ৰাচীন ডিমৰীয়া ৰাজ্যৰ অন্তৰ্গত ভূ-খণ্ড), মেঘালয় ৰাজ্যৰ উত্তৰ-পূব অংশ (প্ৰাচীন জয়ন্তীয়া ৰাজ্যৰ অন্তৰ্গত), ধেমাজি জিলাৰ ১৮খন বৃহৎ গাঁও, দৰং জিলাৰ আঠখন গাঁও, শিৱসাগৰৰ দুইখন





গাঁও[৭] আৰু যোৰহাট জিলাৰ তিতাবৰৰ[৮], প্ৰভৃতি অঞ্চলত বসবাস কৰি আছে। এওঁলোকক আকৌ ভৌগোলিক অৱস্থান তথা বাসস্থান অনুসৰি দুটা ভাগত ভাগ কৰা হয়। ইয়াৰে পাহাৰত বাস কৰা তিৱাসকলক 'হাজোৱালি' আৰু ভৈয়ামত বাস কৰাসকলক দাঁতিয়ালি বা 'থলুৱালি' বুলি কোৱা হয়। মন কৰিবলগীয়া যে 'হাজোৱালি' তিৱাসকলৰ প্ৰায় সকলোৱে তিৱা ভাষা কয়। ইয়াৰ বিপৰীতে সমতলবাসী দাঁতিয়ালি তিৱাসকলৰ অধিকসংখ্যক লোকেই ইতিমধ্যে অসমীয়া ভাষাক মাতৃভাষা হিচাপে গ্ৰহণ কৰিছে। চৰকাৰী হিচাপ অনুসৰি ২০০১ চনত তিৱাসকলৰ মুঠ জনসংখ্যা আছিল ১,৭০,৬২২জন।[৯]

**'তিৱা'/'লালুং' শব্দৰ তাৎপৰ্য ঃ** তিৱা লোকসকলক 'লালুং' নামেৰেও জনা যায়। জনবিশ্বাস অনুসৰি তিৱাসকলৰ আদিতম স্ৰষ্টা হ'ল দেৱাদিদেৱ মহাদেৱ। তিৱাসকলৰ তেৱেঁ প্ৰধান উপাস্য দেৱতা। তেওঁলোকৰ মতে, মহাদেৱেই হ'ল জগতৰ উৰণ, বুৰণ, গজন আৰু গমন— এই চাৰিমুঠি জীৱৰ স্ৰষ্টা আৰু প্ৰতিপালক। কথিত আছে যে মহাদেৱে এদিন লাওপানী খাই গাত ৰাগি ধৰিলত লাং খাই পৰি আছিল। তেনে অৱস্থাতে তেওঁৰ দুয়ো কোৱাৰিয়েদি মুখৰ লালবীজ ওলাইছিল। তেওঁৰ সেই লালৰ পৰাই পুৰুষ-স্ত্ৰী দুজনাৰ সৃষ্টি হ'ল। লালৰ পৰা উদ্ভৱ হোৱা হেতুকে এওঁলোকক লালুং বুলি কোৱা হ'ল।[১০] তিৱা জনশ্ৰুতিত আৰু এনেধৰণৰ বহু কাহিনী প্ৰচলিত। তিৱা সমাজত বহুলভাৱে প্ৰচলিত 'লালি-হিলালী গীত', 'ৱান-চ্যোৱাগীত' আদি ইয়াৰ উল্লেখযোগ্য নিদৰ্শন। কেৱল সেয়াই নহয়, পুৰণি লিখিত সাহিত্যিতো লালুং বা তিৱা জাতিৰ উৎপত্তি সম্পৰ্কীয় এনে সমধৰ্মী আখ্যানৰ বৰ্ণনা পোৱা যায়। ইয়াৰ ভিতৰত শ্ৰীশ্ৰীআদি যামাল, হৰিচন্দ্ৰ দ্বিজ প্ৰণীত 'নয়নকন্দ্ধৰ বংশাৱলী', স্বৰ্গীয় লক্ষীসিংহ ডেকাৰ 'মণিকোঁৱৰ আখ্যান', দীন কৰুণাময় হৰিপদ্ গোস্বামীৰ 'ৰূপহীৰ পুনৰাবৃত্তি' প্ৰভৃতি গ্ৰন্থ বিশেষভাৱে উল্লেখনীয়।

পূৰ্বতে তিৱাসকলক 'তিফ্ৰা' বা 'তিৱ্ৰা' বুলি কোৱা হৈছিল। তিৱাসকলেও নিজকে 'তিফ্ৰাছা' বা 'তিৱাছা' বুলি পৰিচয় দিবলৈহে সাধাৰণতে ভাল পায়। তিৱা ভাষাত 'তি', ফ্ৰা, আৰু 'ছা'ৰ অৰ্থ ক্ৰমে— পানী, পিতৃ- (দেউতা) আৰু সন্তান। অৰ্থাৎ তিৱাসকল জলদেৱতাৰ সন্তান। তিৱা লেখক ধৰ্মৰাম বৰদলৈৰ মতে, 'তিফ্ৰা' শব্দই শেষত গৈ 'তিৱা' বা 'তিৱ্ৰা' শব্দৰূপে গঢ় লয়।[১১] আনহাতে, তিৱাসকলে নিজকে 'তিৱা লিবিং' বা 'তিৱা লিবুং (তিৱা মানুহ) বুলি পৰিচয় দি অহাৰ ফলত 'লিবিং' বা 'লিবুং' শব্দৰ পৰাই পৰৱৰ্তী সময়ত লালুং শব্দৰ সৃষ্টি হয় বুলি কোৱা হয়।[১২] এই ফালৰপৰা চাবলৈ গ'লে তিৱাসকলৰ 'লালুং' নামটো অৰ্বাচীন যেনেই লাগে।

**তিৱা সমাজ ব্যৱস্থা ঃ** তিৱাসকল প্ৰাচীন অসমৰ এটি শক্তিশালী জাতি। তেওঁলোকৰ সামাজিক জীৱন অতীতৰে পৰা শৃংখলাবদ্ধ আছিল। ঘাইকৈ মধ্য অসমৰ পাহাৰ আৰু ভৈয়াম অঞ্চলত স্বাধীন ৰাজ্য স্থাপন কৰি যথেষ্ট সুখে-শান্তিৰে তেওঁলোকে জীৱন যাপন কৰি আহিছিল। স্থানান্তৰত ইতিমধ্যে মধ্য অসমৰ কপিলী উপত্যকাৰ এক বিস্তীৰ্ণ অঞ্চলত স্থাপিত প্ৰাচীন 'ত্ৰিবেগ' ৰাজ্যৰ কথা উল্লেখ কৰি অহা হৈছে। ঐতিহাসিক তথ্যৰ পৰা জনা যায় যে তিৱাসকলে মূল প্ৰাচীন 'গোভা' আৰু জয়ন্তীয়া ৰাজ্যক কেন্দ্ৰ কৰি অসমৰ বিভিন্ন ঠাইত সৰু সৰু ৰাজ্য পাতি বসবাস কৰি আহিছিল। ইয়াৰে ঐতিহ্যমণ্ডিত গোভা ৰাজ্যৰ অধীনত সৰু সৰু বাৰখন ৰাজ্য আছিল। সেই ৰাজ্যবোৰৰ প্ৰতিখনকে পোৱালি ৰাজ্য বুলি কোৱা হৈছিল আৰু ৰজাসকলক আখ্যা দিয়া হৈছিল' 'পোৱালি ৰজা'ৰ। উক্ত ৰাজ্যসমূহক আকৌ ক্ৰমে সাতখন আৰু পাঁচখনকৈ দুটা মূল ভাগত ভাগ কৰা হৈছিল; যাক সাতোৰজাৰ ৰাজ্য আৰু পাঁচোৰজাৰ ৰাজ্য বুলি কোৱা হয়। এওঁলোকৰে সাতোৰজাই পশ্চিম অঞ্চলত আৰু পাঁচোৰজাই পূৰ্বত শাসন চলাইছিল। পশ্চিমৰ সাতোৰজাৰ ৰাজ্যকেইখন হ'ল— তেতেলীয়া, বঘৰা, শুখনাগোগ, তৰানী, কলবাৰী, কুমৈ আৰু ঘগুৱা ৰাজ্য। আনহাতে, পাঁচো ৰজাই শাসন চলোৱা পূবৰ ৰাজ্যকেইখন হ'ল— টোপাকুচি, বাৰপূজীয়া, মিকিৰ গাঁও, ফুপলগুৰি আৰু খাইগড়। আনহাতে, প্ৰাচীন জয়ন্তীয়া ৰজাৰ অধীনৰ তিনিখন শক্তিশালী তিৱা ৰাজ্য হ'ল— নেলী, খোলা আৰু চহৰী ৰাজ্য। ইয়াৰ উপৰি তিৱাসকল আছিল ঐতিহ্যমণ্ডিত ডিমৰীয়া, ডমাল দন্দুৱা, মায়ং আদি ৰাজ্যৰ।

তিৱাসকল আছিল মাতৃপ্ৰধান জাতি। তেওঁলোকৰ মাজত পূৰ্বতে বাৰটা বিশেষ কুলৰ প্ৰচলন আছিল বুলি বিশ্বাস কৰা হয়। কিংবদন্তি মতে, আদিতে তিৱাসকলৰ একে কুলৰে বাৰজনী বাই-ভনী আছিল। পিছে, সময় মতে তেওঁলোকৰ বিয়া হোৱা নাছিল। সেয়ে স্বামী নোপোৱাৰ বেজাৰত যুৱতীকেইগৰাকীয়ে নৈত জাঁপ দি মৰিবলৈ যায়; তেনে সময়তে ভগৱানে বাৰজন যুৱকৰ জনম দি যুৱতীকেইগৰাকীৰ দুখ মোচন কৰে। এই বাৰগৰাকী যুৱতীৰ পৰাই তিৱাসকলৰ বাৰটা কুল বা গোত্ৰৰ জন্ম হয়। সংগৃহীত তথ্য অনুসৰি তিৱাসকলৰ কুল বা গোত্ৰসমূহ হ'ল— মচৰং, মাচেৰেং, মাগৰ, মাদুৰ, লাদুৰ, চাগ্ৰা, মালৈ, ফাংচ', পুমা, হোকাই, মাছলাই, মালাং, দাৰফাং, আমফি, আমচি, খলাৰ, আগাই, মথ্ৰং, মনি, কাৰখ, খৰৈ/খৰাই, চমচং, নিফ্ৰি, নাগৰ, মিমি, ৰাদুৰ, লুস্ফে, লুপু, ক্ৰ'ৱালি আদি।[১৩] এইবোৰৰ ভিতৰত 'মচৰং' আৰু 'মাচেৰেং' কুলক শ্ৰেষ্ঠ বুলি কোৱা হয়।





তিৱা লোকসকলে বাস কৰা প্ৰতিখন গাঁৱতে একোটাকৈ খেল পাতি বাস কৰে। তেওঁলোকৰ উচ্চ-নীচ ভেদাভেদ কম। সমাজ পৰিচালনা কৰিবলৈ তিৱালোকসকলে কঠোৰ নীতি-নিয়ম মানি চলে। পৰম্পৰাৰ প্ৰতি তেওঁলোক অধিক শ্ৰদ্ধা দেখা যায়। তেওঁলোকৰ সমাজৰ যিকোনো সমস্যা নিজৰ মাজতে ৰাজহুৱা বিহাৰৰ জৰিয়তে মীমাংসা কৰে। এই ক্ষেত্ৰত গাঁৱৰ মুখ্য বিষয়ববীয়াসকলৰ ভূমিকা উল্লেখযোগ্য। এখন গাঁৱৰ বিভিন্ন বিষয়ববীয়াসকল হ'ল— 'দলৈ'[১৪], বৰজেলা[১৫], সৰুজেলা, মাজু জেলা, লব[১৬], ফৰঙাই, হাতাৰী[১৭], চাংমাজি, চাংদলৈ[১৮], বাৰিকা[১৯], দেউৰী (মূল- পূজাৰী) আদি উল্লেখনীয়। এইসকলৰ উপৰি এখন খেলৰ মূল গিয়াতী, পৰিয়ালসমূহৰ মুৰব্বী আৰু হাড়ীকুঁৱৰী (সমাজৰ ধৰ্মীয় কাম-কাজবোৰৰ মূল মহিলা)ৰ ভূমিকাও তিৱা সমাজত তাৎপৰ্যপূৰ্ণ। অৱশ্যে তিৱা সমাজৰ যিকোনো সামাজিক কাম-কাজ পৰিচালনাৰ ক্ষেত্ৰত খেলৰ বৰজেলা, লৱ আৰু চাংদলৈ অতিশয় গুৰুত্বপূৰ্ণ বিষয়ববীয়া। তিৱাসকলৰ ডেকা চাং 'চামদিয়ৈও সমাজ পৰিচালনাত বিশেষ ভূমিকা পালন কৰে।

**তিৱাসকলৰ লোক-বিশ্বাস আৰু লোকাচাৰ ঃ** তিৱাসকলৰ মাজত বিভিন্ন ধৰণৰ লোকবিশ্বাস আৰু লোকাচাৰ আছে। তেওঁলোকৰ জন্ম-মৃত্যু-বিবাহ তথা ধৰ্মীয় জীৱনৰ লোকাচাৰসমূহ মন কৰিবলগীয়া। তিৱা সমাজত সামাজিক নীতি-নিয়মবোৰ সাধাৰণতে কঠোৰ। এই সমাজত একে গোত্ৰ, কুল বা বংশৰ ল'ৰা-ছোৱালীৰ মাজত বিবাহ নিষিদ্ধ। ইয়াৰ ব্যতিক্ৰম হ'লে দুয়ো গৃহস্থক কঠোৰ শাস্তি প্ৰদান কৰা হয়। দোষীয়ে শাস্তি গ্ৰহণ নকৰিলে সমাজৰ পৰা বহিষ্কাৰো কৰা হয়। একে কুলৰ মাজত বৈবাহিক সম্পৰ্ক হোৱা কাৰ্যক তিৱাসকলে অমংগলজনক বুলি বিশ্বাস কৰে। আনকি আন্তঃসম্পৰ্ক থকা কিছুমান বিশেষ কুলৰ মাজতো বিবাহ পতাটো তেওঁলোকে অনুচিত বুলি ভাবে।

অন্য সুসভ্য সমাজৰ দৰে তিৱা সমাজতো মহিলাসকলক বিশেষ মৰ্যাদা দিয়া হয়। তিৱা সমাজত সন্তান-সম্ভৱা মহিলাক পঞ্চামৃত খুওৱাৰ পৰম্পৰা নাই যদিও সুষম খাদ্য গ্ৰহণ, সজ আচৰণশীল আৰু উদাৰ মনৰ হ'বলৈ তেওঁলোকক সততে উপদেশ দিয়া হয়। মহিলাসকলক সেই সময়ত কষ্টকৰ কাম কৰিবলৈ দিয়া নহয় যদিও অংগসঞ্চালনৰ বাবে ঢেঁকী দিবলৈ দিয়া হয়। অমংগল আৰু অপদেৱতা নাশৰ বাবে বেজ কবিৰাজৰ দ্বাৰা তাবিজ, ঢোল-ফুহতি আদিও পিন্ধোৱা হয়। মহিলাৰ সন্তান প্ৰসৱৰ বাবে গাঁৱৰ অভিজ্ঞ গিয়াতী বা মহিলা ওজাৰ সহায় লোৱা হয়। প্ৰসূতিক সাধাৰণতে পীৰাৰ সলনি খেৰৰ ওডিত বহিবলৈ দিয়া হয়। সেই সময়ত অপদেৱতাৰ কু-দৃষ্টিতনপৰিবৰ বাবে তুঁহ-জুই জ্বলোৱা হয় আৰু তাত সৰিয়হ ছটিয়াই

দিয়া হয়। প্ৰসূতিৰ লগত সৰিয়হৰ তেল, নহৰু আৰু দা-কটাৰী-কাঁচি জাতীয় লোৰে নিৰ্মিত সঁজুলি ৰখাৰ ব্যৱস্থাও কৰা হয়।

তিৱা সমাজত কেঁচুৱা জন্মৰ পিছতে যথাৰীতি মতে, অশৌচ শুদ্ধি কৰা হয়। নাড়ী নসৰা পৰ্যন্ত মাকে সন্তানৰ মংগলাৰ্থে কিছুমান নিয়ম মানি চলিব লাগে। যেনে— মাকে সন্তানলৈ পিঠি দি শুব নাপায়। তিৱা সমাজত বিশ্বাস কৰা হয় যে সন্তানক মাকে পিছ দি শুলে বা গা লুটি মাৰিলে সন্তানৰ পয়া লগা বেমাৰ হয়। সেয়ে মাকে গাৰ এটা ফাল বিষালে তাতেই বাগৰ দি ইফালে বা বিপৰীতে মুখ কৰি নোশোৱে। অন্যফালে শুবলৈ হ'লে শোৱাৰ পৰা উঠি সন্তানৰ বিপৰীত ফালে আহি সন্তানক কোলাত লৈ শোৱে। পয়া লাগিলে পয়া কটাৰ বিভিন জনবিশ্বাস আৰু লোকাচাৰৰো আশ্ৰয় লয় তিৱাসকলে।[২০]

সন্তানৰ জন্মক্ষণৰ পৰা বৰঘৰত নীতি-নিয়ম পালন কৰা হয় আৰু সন্তানক বাহিৰলৈ নুলিওৱা পৰ্যন্ত, সেই কালছোৱাক 'কেঁচুৱা চুৱা' বুলি গণ্য কৰা হয়। এই সময়ছোৱাত ভঁড়াল চোৱা, ভঁড়ালৰ পৰা ধান উলিওৱা-চমুওৱা কৰা, ভকত সেৱা কৰা আৰু সেই কুল বা বংশৰ মানুহ অন্য কুলৰ 'বৰঘৰ'ত প্ৰৱেশ কৰাটো দোষণীয় বুলি গণ্য কৰা হয়। আনহাতে, কেঁচুৱাৰ নাড়ী সৰাৰ পিছতে অশৌচ খেদা অনুষ্ঠান পতা হয়। এই অনুষ্ঠানৰ দিনা পুৱাবেলা গা-পা ধুই মাকে কেঁচুৱাই দুৱাৰ-ডলিৰ বাহিৰলৈ উলিয়াই আনে আৰু গিয়াতী বা হাড়ীকুঁৱৰীয়ে উপাস্য দেৱতাৰ উদ্দেশ্যে পতা আসনৰ ওচৰত পূবলৈ মুখ কৰি বহে। ইয়াৰ লগে লগে গিয়াতী বা হাড়ীকুঁৱৰীয়ে এটি কুকুৰা সন্তানটিৰ মংগলাৰ্থে বলি দিয়ে। ইয়াৰ পিছতে কুকুৰাটিৰ জীউদ্বাৰ আৰু অন্তঃনলীৰ আৱৰণ চাই সন্তানটিৰ ভাগ্য পৰ্যবেক্ষণ কৰা হয়। জীউদ্বাৰ জোঙা-দীঘল-পোন হ'লে সন্তান নীৰোগী, সুখী আৰু দীৰ্ঘায়ু; চুটি হ'লে ভাগ্য মধ্যমীয়া; 'মেৰুনা-মেৰুণি আৰু চুই হ'লে অশুভ ফল সূচক বুলি ধৰা হয়।[২১] ইয়াৰ পিছতে পুনৰ উপাস্য দেৱতাৰ স্তুতি কৰা হয় আৰু ল'ৰা হ'লে ইতিমধ্যে দেউতাকে সাজি থোৱা ধনকাঁড় কেঁচুৱাটিৰ হাতত তুলি দিয়া হয়। তেতিয়াই গিয়াতীয়ে কেঁচুৱাৰ হাতত ধৰাই চাৰিপাট[২২] কাঁড় চাৰিও দিশে মৰায়। কাঁড় মৰাৰ লগে লগে চাৰিজন উপাস্য দেৱতাৰ উদ্দেশ্যে মন্ত্ৰ মাতে। এই চাৰিজন দেৱতা হ'ল ক্ৰমে— নৰেশ্বৰ (নাৰায়ণ), গৰেশ্বৰ (অনন্ত), হেমেশ্বৰ (মহাদেৱ) আৰু ধৰ্মেশ্বৰ (যম)। এইসকল দেৱতাৰ উদ্দেশ্যে মন্ত্ৰ মাতি হোৱাৰ পিছতে ল'ৰা সন্তানটিক উদ্দেশ্যি কোৱা হয়'— 'বোপা, তোৰ ৰণ সদায় বাহিৰত, পূবে যাবি, পশ্চিমে যাবি, উত্তৰে যাবি, দক্ষিণে যাবি, খালে যাবি, বামে যাবি, পাহাৰে যাবি, পৰ্বতে যাবি, খেলে যাবি চঙে যাবি— এই সকলোতে জয় হ'ব লাগে...'। আনহাতে কন্যা সন্তান হ'লে হাতত তুলা-ধুনা-





চাউজি এসোতেৰে তুলা ধুনাৰ নিয়ম দেখুৱাই দি তাইৰ হাতত তুলি দিয়া হয়। তেতিয়া 'তোৰ বন ঘৰতেই' বুলি ভৱিষ্যতে ভাল শিপিনী আৰু সুদক্ষ গৃহিণী হোৱাৰ আশীৰ্বাদ দিয়ে। তাৎপৰ্যপূৰ্ণ যে এই অনুষ্ঠানত পালিত আচাৰ নীতিয়ে তিৱাসকল যে সংগ্ৰামী জাতি তাকে সূচায়।

তিৱা সমাজত জন্ম আৰু বিবাহৰ দৰে মৃত্যু সম্পৰ্কীয়ও বহু লোকবিশ্বাস আৰু লোকাচাৰ আছে। তিৱা সমাজত টান নৰিয়া হোৱা লোকক আৰোগ্য কৰিবলৈ নানান বেজ-কবিৰাজ আৰু বনৌষধৰ আশ্ৰয় লোৱা হয়। এই সংক্ৰান্তত সাধাৰণতে আই শোধোৱা প্ৰথাৰো আশ্ৰয় লোৱা হয়। আনহাতে, দেৱতাৰ আগত বলি-বিধানৰ ব্যৱস্থাও কৰা হয় প্ৰয়োজন অনুসৰি। অৱশ্যে সেই সময়ছোৱাত নিয়তি চৰাই (ফেঁচা) আৰু হুদু গৃহস্থৰ চৌহদৰ গছৰ ডালত বা ঘৰৰ চালত পৰি মাতিলে ৰোগী আৰু ঘৰখনৰ অমংগল নিশ্চিত বুলি ধৰা হয়। তদুপৰি কুকুৰে মানুহৰ সাক্ষাততে ঘৰৰ বেৰ বা পিৰালীত ফেঁপ চোঁচৰালে, গৰুৱে গোহালিৰ খুঁটাত নেজ মেৰিয়াই ল'লে, সপোনত দাঁত আৰু চুলি সৰা দেখিলেও তাক অমংগলৰ চিন বুলি ভবা হয়। এই সকলো অমংগল দূৰীকৰণৰ বাবে সমাজৰ জ্যেষ্ঠসকলক মাতি আশীৰ্বাদ লোৱা অনুষ্ঠানো পতা হয়।

তিৱাসকলে মৃত্যুমুখীজনক মৰণৰ সময়ত তেওঁ যাতে কষ্ট ভোগ কৰিব লগা নহয়, তাৰ বাবে বিশেষ ব্যৱস্থা গ্ৰহণ কৰে। বিশেষকৈ আত্মীয়সকলে সেই সময়ত তেওঁক নানান হেঁপাহৰ বস্তু কিঞ্চিৎ কিঞ্চিৎ মানকৈ খুৱাই দিয়ে। তিৱাসকলে বিশ্বাস কৰে যে মনত অতৃপ্ত বাসনা লৈ বা অতিপাত কষ্ট ভোগ কৰি মৃত্যুবৰণ কৰিলে সেই মৃতকে পিছত 'ফামাৰা' বা 'ফামাৰী' (ভূত) ৰূপে আহি মানুহক অশান্তি দিয়ে। সেয়ে এনে নহ'বলৈ মৰাৰ আগমুহূৰ্তত মৃত্যুমুখীজনৰ মুখত অন্য খাদ্য দ্ৰব্যৰ লগতে তুলসী পানী এচুলোও দিয়া হয়। দেখা যায় যে তিৱা সমাজত এজন মানুহ মৃত্যুৰ আগ মুহূৰ্তত তেওঁক কোনো কাৰণত ঘৰৰ বাহিৰলৈ উলিয়াই অনা নহয়। প্ৰাণবায়ু নোযোৱাকৈ বাহিৰলৈ উলিওৱাটো তিৱা সমাজে গৰ্হিত কাৰ্য বুলিয়ে গণ্য কৰে।

তিৱাসকলৰ মৃতকৰ শেষকৃত্য সম্পাদন কৰাৰ বাবে প্ৰত্যেক গাঁৱতে একোখনকৈ ৰাজহুৱা মৰিশালি থাকে; কিন্তু তাত প্ৰতিটো কুলৰ বাবেই নিজা নিজা হাদাম বা হাঠাম (বিশেষ ঠাই) থাকে। ইয়াতে মৃতদেহত অগ্নিসংযোগ কৰি সৎকাৰ কৰা হয়। অৱশ্যে তিৱাসকলে শিশু আৰু আত্মহত্যা কৰা মৃতকৰ দেহ গাঁত খান্দি পুতি থয় আৰু সেই স্থানত একোজোপা কলৰ পুলি বা গছ ৰোপণ কৰে। ইয়াৰ দ্বাৰা অকালতে মৃত্যু হোৱাজনৰ আধৰুৱা জীৱনৰ পূৰ্ণতা কামনা কৰা হয়। মৃতকৰ সৎকাৰত খেলৰ পুৰুষ-গিয়াতিজনে বিশেষ ভূমিকা লয়। ইয়াত অৱশ্যে গাঁৱৰ মহিলা

গিয়াতীয়েও অংশগ্ৰহণ কৰে। তিৱা সমাজত গৃহস্থই তিনিদিনলৈ উপবাসে থাকে। চতুৰ্থ দিনা টেঙা আৰু খাৰেৰে পৃথকে পৃথকে মাছ ৰান্ধি এভাগ মৃতকলৈ আগবঢ়াই উপবাস ভংগ কৰে। মৃতকৰ শ্ৰাদ্ধ এঘাৰ, তেৰ, বিশ দিন বা তাৰ পাছতো পাতিব পাৰে। তাৰ বাবে তিৱা সমাজত তুলি থোৱা প্ৰথা আছে। মন কৰিবলগীয়া যে তিৱা সমাজত একে কুলৰ বা বংশৰ কেইবাজনো মৃতকৰ শ্ৰাদ্ধ বা কৰম সমূহীয়াকৈ কৰিব পাৰে। তেওঁলোকে শ্ৰাদ্ধত খেলৰ মূল মানুহসকলক মতাৰ লগতে বাৰ খেলৰ (অন্য গাঁৱৰ) লোকসকলকো মাতি পৰম্পৰাগত ধৰ্মীয় কাৰ্যসমূহ সম্পাদন কৰাৰ লগতে ভোজ-ভাতো খুৱায়। এই ভোজ-ভাতত মাছ আৰু গাহৰিৰ মাংসৰ লগতে পৰ্যাপ্ত পৰিমাণৰ ঘৰুৱা মদ (জ্যু) বো ব্যৱস্থা কৰা হয়। শ্ৰাদ্ধৰ দিনা গিয়াতীসকলক বিশেষ সন্মানো জনোৱা হয়।

**তিৱাসকলৰ সামাজিক অনুষ্ঠান ঃ** তিৱাসকলৰ এটি গুৰুত্বপূৰ্ণ সামাজিক অনুষ্ঠান হ'ল ডেকাচাং বা 'চামাদি'। ই তেওঁলোকৰ জীৱনৰ অবিচ্ছেদ্য অংগ। প্ৰাচীন কালৰে পৰা তিৱাসকলৰ মাজত চামাদিৰ পৰম্পৰা প্ৰচলিত। আদিম জনগোষ্ঠীয় লোক হিচাপে যথেষ্ট পিছপৰা আৰু সহজ-সৰল হ'লেও তেওঁলোকৰ মাজত সচৰাচৰ সু-শৃংখলিত সমাজ গঠনৰ প্ৰয়াস দেখা যায়। এনে প্ৰয়াসৰে উজ্জ্বল নিদৰ্শন 'চামাদি'। মূলতঃ ডেকাসকলৰ অনুষ্ঠান যদিও ইয়াৰ দায়বদ্ধতা আৰু দায়িত্ব তিৱা সমাজৰ সকলো দিশতে বিৰাজমান। তিৱা সমাজৰ যিকোনো সমস্যা আৰু শুভ কৰ্মৰ স'তেই 'চামাদি' তথা ইয়াৰ বিষয়ববীয়াসকল জড়িত। সমাজৰ যিকোনো ৰাজহুৱা সমস্যা সমাধানৰ উপৰি তিৱাসকলৰ যিকোনো উৎসৱ-পাৰ্বন অনুষ্ঠিত কৰাতো ছামাদিয়ে বিশেষ ভূমিকা লয়। তিৱাসমাজৰ ভৱিষ্যতৰ সমাজ সংগঠকসকলক এই চামাদিয়েই প্ৰয়োজনীয় প্ৰায় সকলো শিক্ষা দিয়ে। ৰাজহুৱা সম্পত্তি সংৰক্ষণৰ এক কেন্দ্ৰ হিচাপেও ছামাদিৰ বিশেষ গুৰুত্ব আছে। এই অনুষ্ঠানৰ প্ৰধান বিষয়াগৰাকী হ'ল 'চাংদলৈ'। উল্লেখযোগ্য যে তিৱাসকলৰ 'চামাদি' কেৱল যুৱকসকলৰ অৱসৰ বিনোদনৰ স্থলী নহয়; ই তিৱা জনগোষ্ঠীৰ সমাজ সংগঠন আৰু পৰিচালনাৰ এটি সুদৃঢ় ভেটি। 'নু-বাৰ' বা 'নু-পাৰ'[২৩] তিৱাসকল ধৰ্মীয় জীৱনৰ এটি মূল অনুষ্ঠান। ই তেওঁলোকৰ সমূহীয়া 'উপাসনা গৃহ'। তিৱা সমাজত নু-বাৰ (বৰঘৰ)ক কেন্দ্ৰ কৰিয়ে বিভিন্ন পূজা-পাৰ্বন-উৎসৱ আদি উৎযাপিত হয়। ইয়াৰ ভিতৰত 'ৰাতি সেৱা পূজা' বিশেষভাৱে উল্লেখযোগ্য। তিৱাসকলৰ ঘৰুৱা জীৱনৰ বিভিন্ন মাংগলিক কামত বৰঘৰৰ গৃহ দেৱতাক পূজা-অৰ্চনা কৰা হয়। নু-বাৰত ধনু-কাঁড়, ঢাল-তৰোৱাল আদি যুদ্ধাস্ত্ৰও সৰক্ষণ কৰা হয়।

তিৱাসকলৰ আন এটি বৈশিষ্ট্যপূৰ্ণ সামাজিক অনুষ্ঠান 'সচংঘৰ' বা 'সেৱা ঘৰ'।





'সচং' শব্দ সৎ সংগৰ পৰাই ৰূপান্তৰিত হোৱা যেন লাগে, যাৰ অৰ্থ সৎ সংগ। সচঙৰ ধৰ্মীয় দৰ্শন আধ্যাত্মবাদৰ ওপৰত প্ৰতিষ্ঠিত, য'ত নিন্দা, চুৰা জ্ঞাতি-হিংসা আদিৰ স্থান নাই। সচঙৰ অময়া ভকতসকলক মায়া, মৃত্যু, যম-কালাদিয়ে স্পৰ্শ কৰিব নোৱাৰে' বুলি বিশ্বাস কৰা হয়। তিৱাসকলৰ নু-বাৰৰ দৰে ইয়াতো ধৰ্মীয় পূজা-উপাসনা কৰা হয়। উক্ত পূজা উপাসনাত উপাস্য দেৱতাৰ নামত পহু[২৪] (গাহৰি), চৰাই (কুকুৰা), পাৰ আদি উচৰ্গা কৰাৰো নিয়ম আছে।

তিৱা সমাজত গাঁও পৰিষদ বা গাঁৱৰ 'খেল' নামৰ এটি অনুষ্ঠানো থাকে। এই অনুষ্ঠান গাঁৱৰ মূল বিষয়ববীয়াসকলৰ উপৰি প্ৰতিটো কুলৰ মুখ্য ব্যক্তিসকল অৰু গাঁওবুঢ়াৰ দ্বাৰা গঠিত। সাধাৰণতে এই অনুষ্ঠানৰ সদস্যসকল দুটা ভাগত বিভক্ত। এটা হ'ল বুঢ়া খেল আনটো হ'ল ডেকা খেল। এইসকল লোকেই তিৱাসকলৰ সমাজ পৰিচালনা কৰে। এখন তিৱা গাঁৱৰ বাবে এই পৰিষদ সবাতোকৈ ক্ষমতা সম্পন্ন সাৰ্বজনীন সামাজিক অনুষ্ঠান।

**তিৱা জনগোষ্ঠীৰ উৎসৱ-অনুষ্ঠান ঃ** তিৱাসকলৰ মাজত বিভিন্ন সামাজিক আৰু ধৰ্মীয় উৎসৱ-অনুষ্ঠানৰ প্ৰচলন আছে। এই উৎসৱ-অনুষ্ঠানবোৰৰ সৰহভাগেই তেওঁলোকৰ আৰাধ্য দেৱতা শিৱ অৰ্থাৎ ফা-মহাদেউৰ লগত সম্পৰ্কিত। তিৱা লোক বিশ্বাস মতে মহাদেৱেই জগতৰ সৃষ্টি বিনাশ আৰু প্ৰতিপালনৰ প্ৰকৃত গৰাকী। তেওঁলোকৰ কৃষিকৰ্ম, ৰীতি-নীতি, উৎসৱ-পাৰ্বণ, সাজ-পাৰ, খাদ্য, শৌৰ্য-বীৰ্য— এই সকলোকে মহাদেৱৰ দান বুলি বিবেচনা কৰা হয়। আনহাতে, মহাদেৱৰ লগতে দেৱী পাৰ্বতী বা কেঁচাইখাঁতী গোসাঁনীকো তেওঁলোকে গুৰুত্বসহকাৰে পূজা-অৰ্চনা কৰে। তদুপৰি বিভিন্ন দুখ-দুৰ্গতি, অপদেৱতা, ভূত-প্ৰেত, ব্যাধি আদিৰ পৰা পৰিত্ৰাণ পাবলৈ তিৱা সমাজত অনেক আচাৰ-অনুষ্ঠান পালন কৰাৰ লগতে মন্ত্ৰ প্ৰয়োগৰ পৰম্পৰাও তেওঁলোকে মানি চলে।

তিৱা জনগোষ্ঠীৰ প্ৰধান উৎসৱ বিহু আৰু ছগ্ৰা মছাৰা। ভৈয়ামৰ তিৱাসকলে অসমবাসীৰ লগতে ব'হাগ, মাঘ আৰু কাতি বিহু পৰম্পৰাগতভাৱে পালন কৰে। অৱশ্যে এই তিনিওটা বিহু উদ্‌যাপনৰ বহু সুকীয়া ৰীতি বা লোকাচাৰ তেওঁলোকৰ মাজত দেখা যায়। এওঁলোকৰ বিপৰীতে পাহাৰৰ তিৱাসকলে বসন্ত কালত 'ছগ্ৰা মিছাৱো'[২৫] নামৰ এটি বৰ্ণাঢ্য উৎসৱ পালন কৰে। স্বৰূপাৰ্থত ই পাহাৰবাসী তিৱাসকলৰ স্বকীয় ঐতিহ্যৰে মহীয়ান বিহু উৎসৱ। এই উৎসৱ কৃষি কাৰ্যৰ লগত জড়িত। এই উৎসৱ বিশেষ প্ৰস্তুতিৰে পালন কৰা হয়। ছগ্ৰা মিছাৱা উৎসৱৰ প্ৰধান পৃষ্ঠপোষক 'ল'ৰ। ইয়াত সহযোগিতা কৰে 'হাতাৰী'কৈ প্ৰমুখ্য কৰি ওজা খেল, ডেকাসকলৰ ছামাদি অনুষ্ঠান, বন্ধনৰ বাবে থকা ভাণ্ডাৰী খেল, আখৰাৰ পৰ্যবেক্ষণত হোৰমাধৰ,

টাগলা যোগনীয়াৰ 'পাতৰ' আদি বিষয়া। এই উৎসৱৰ এটা প্ৰধান পৰ্ব 'পাংচি ফেলানি' অৰ্থাৎ নতুন বাঁহী সজোৱা অনুষ্ঠান! ছগ্ৰা মিছাৰাত সুন্দৰ গীত-মাতেৰে সমূহীয়াভাৱে নৃত্য কৰা হয়। এই উৎসৱৰ গীতবোৰ সাধাৰণতে আদি ৰসাত্মক বা প্ৰণয়মূলক থুৰাং (বাঁহী) আৰু খ্ৰাম (ঢোল) এই গীত-নৃত্যৰ প্ৰধান বাদ্য। এই উছৱত উপাস্য দেৱতা মহাদেৱ আৰু চাৰিভাই চাবিকবাক উদ্দেশ্যি বিশেষ পূজা-অৰ্চনাও কৰা হয়। তিৱাসকলৰ মাজত এই উৎসৱৰ বাহিৰেও শিঙাল পূজা, জংকং পূজা, ৱান চ্যাৰা (পিঠাগুড়ি খুন্দা) উৎসৱ, খাপ্লাং ৰাৰানে ফুজা (খেৰ কটা পুজা), য়াং লি উৎসৱ, লাংখুন পূজা, বদলমাজি পূজা, চং বাউলী পূজা ৱাচি ৰাৱানে ফুজা, মৰণা মৰা উৎসৱ আদি বছৰৰ বিভিন্ন সময়ত পালন কৰা হয়। ভৈয়ামৰ তিৱাসকলৰ মাজত শনিপূজা, ডিঙা দিয়া পূজা, বাঘদেউ পূজা[২৬] বুঢ়া ডাঙৰীয়া, পূজা, ৰাতিসেৱা পূজা বিশেষ ভাৱে প্ৰচলিত। উল্লেখ্য যে তিৱাসকলৰ প্ৰায়বোৰ পূজাতে উপাস্য দেৱতাক উদ্দেশ্যি জ্যু (মদ) কুকুৰা, পাৰ, গাহৰি, ছাগলী আদি বলি দিয়াৰ বিধান আছে। পূৰ্বতে কিছুমান বিশেষ থান আৰু মন্দিৰত 'নৰবলি' দিও তিৱাসকলে পূজা-অৰ্চনা কৰিছিল বুলি জনা যায়। শুভ কামত 'কণী কটা' প্ৰথাটোও তিৱা সমাজৰ এক উল্লেখনীয় ধৰ্মীয় কাৰ্য।

ভৈয়ামৰ তিৱাসকলৰ দুটা প্ৰধান উৎসৱ হ'ল 'জোনবিল মেলা' আৰু 'বৰত উৎসৱ'। প্ৰধানতঃ গোভা ৰজাৰ পৃষ্ঠপোষকতাত প্ৰাচীন কালৰেপৰা অনুষ্ঠিত হৈ অহা জোনবিল মেলা প্ৰকৃতাৰ্থতে পাহাৰ-ভৈয়ামৰ তিৱাসকলৰ সম্প্ৰীতিৰ মহামেলা। ইয়াত পৰম্পৰাগত 'বিনিময় প্ৰথা'ৰে বিভিন্ন সামগ্ৰীৰ বিনিময় কৰা হয়। এই উৎসৱত কেৱল তিৱাসকলেই নহয় তেওঁলোকৰ ওচৰ-চুবুৰীয়া খাচী, জয়ন্তীয়া, কাৰ্বি আদি লোকেও পাহাৰৰ নানা কৃষিজাত আৰু শিল্পজাত দ্ৰব্য মেলালৈ আনি ভৈয়ামৰ সান্দহ পিঠা-পনা, শুকান মাছ আদিৰ লগত বিনিময় কৰে। পাহাৰ-ভৈয়ামৰ এই সম্প্ৰীতিৰ মেলা প্ৰতিবছৰৰ মাঘ বিহুৰ পিছৰ শুকুৰ আৰু শনিবাৰে উদযাপিত হয়। এই উৎসৱৰ এক বৈশিষ্ট্যপূৰ্ণ অংগ হৈছে 'জোনবিল'ত সমূহীয়াভাৱে মাছ মৰা কাৰ্য আৰু জোনবিল মেলাৰ থলীত অনুষ্ঠিত কৰা 'কুকুৰা যুঁজ'। মাঘ বিহুৰ বতৰত অনুষ্ঠিত এই উৎসৱ অসমৰ জনজাতীয় সংস্কৃতিৰ এক বিৰল দৃষ্টান্ত। স্মৰ্তব্য যে মাঘবিহুৰ লগত ৰজিতা খুৱাই ভৈয়ামৰ তিৱাসকলে জোনবিলৰ উপৰি অন্যান্য বিল-জলাশয় আদিতো সমূহীয়াকৈ মাছ মাৰে, ম'হ যুঁজ, কণী যুঁজ, কুকুৰা যুঁজ, গৰু যুঁজ আদিও অনুষ্ঠিত কৰে।

প্ৰাচীন তেঁতেলীয়া ৰাজ্যৰ এটা প্ৰধান উৎসৱ হ'ল 'বৰত উৎসৱ'। এই উৎসৱ অনুষ্ঠিত কৰা হয় পুহ মাহৰ প্ৰথমটো পূৰ্ণিমা ৰাতিত। তেঁতেলীয়া পাহাৰৰ দাঁতিত





পতা এই উৎসৱত বৃহত্তৰ তেঁতেলীয়া অঞ্চলৰ তিৱা ৰাইজে অংশগ্ৰহণ কৰে। অতিশয় আকৰ্ষণীয় এই বৰত উৎসৱক 'কোনোৱে কুমাৰী পূজা আৰু কোনোৱে ঊষা-অনিৰুদ্ধৰ প্ৰণয়-কাহিনী বুলি ক'ব খোজে।'[২৭] অৱশ্যে বৰত শব্দটোৰ লগত কুমাৰী পূজাৰ বিশেষ সম্পৰ্ক আছে। এই উৎসৱৰ আনুষ্ঠানিকতা কাতি বিহুৰ দিনাৰ পৰাই আৰম্ভ হয়। সেই দিনাই সৰস্বতী দেৱীলৈ পুৰাকল এথোক, চাউল, ফুল, তামোল-পাণ, টেঙা আদি উচৰ্গা কৰি বৰত পূজাৰ পাতনি মেলা হয়। এই উৎসৱ ৰাতিহে পতা হয়। উৎসৱৰ দিনা সমস্ত বৰতস্থলী বান ৰজাৰ অগ্নিগড়ৰ দৰে সজায় তোলা হয়। তাৰ বাবে ৰভাৰ চৌদিশে ৩৬০ গছি বন্তি জ্বলোৱাৰ উপৰি জোঁৰ জ্বলাই ৰখাৰো ব্যৱস্থা কৰা হয়। সেই উৎসৱত তেতেলীয়াৰ তিৱা ৰজাই অংশ গ্ৰহণ কৰে আৰু তেওঁ প্ৰজা-শিল্পীসকল অপূৰ্ব গীত-নৃত্য উপভোগ কৰে। এই উৎসৱৰ নৃত্যত বিভিন্ন জীৱ-জন্তু আৰু দেৱ-দেৱীৰ মুখা ব্যৱহাৰ কৰা হয়। এই উৎসৱত গোৱা গদালীপৰীয়া গীতবোৰ গোৱাৰ পৰত 'চৰাইলৌ' নামৰ এবিধ বাদ্য বিশেষভাৱে ব্যৱহাৰ কৰা হয়। উল্লেখনীয় যে ভৈয়ামৰ তিয়াসকল এই দুটা প্ৰধান উৎসৱৰ উপৰি সাতোৰজা-পাঁচোৰজাৰ ৰাজ্যবোৰত ব'হাগ বিহুৰ বতৰত অনুষ্ঠিত গোসাই উলিওৱা উৎসৱ বা মেলাসমূহ গুৰুত্বপূৰ্ণ উৎসৱ-অনুষ্ঠান।

**তিৱাসকলৰ আৰ্থ-সামাজিক জীৱন ঃ** তিৱাসকলৰ আৰ্থ-সামাজিক জীৱন ঘাইকৈ কৃষিনিৰ্ভৰ। কঠোৰ পৰিশ্ৰমৰ জৰিয়তে জীৱিকা উপাৰ্জন কৰি তেওঁলোকে ভাল পায়। ধান, মৰাপাট, সৰিয়হ, আলু, কচু, আদা, লাও আদি শস্যৰ খেতি তেওঁলোকে প্ৰচুৰ পৰিমাণে কৰে। পাহাৰৰ তিৱাসকলৰ মাজত ঝুমখেতিৰ বিশেষ প্ৰচলন আছে। তেওঁলোকৰ পুৰুষসকল যথেষ্ট সাহসী আৰু কৰ্মপটু। ছামাদি বা ডেকাচাঙৰ শৃংখলাবদ্ধ শিক্ষাই এনে গুণ আয়ত্ব কৰা তিৱা লোকসকলক বিশেষ অৰিহণা যোগায়। হস্ত-শিল্পতো তেওঁলোক খুবেই পাকৈত। ঐতিহাসিক তথ্যই প্ৰমাণ কৰে যে তেওঁলোক পূৰ্বতে লোৰ অস্ত্ৰ-শস্ত্ৰ নিৰ্মানতো অতিশয় স্বাৱলম্বী আৰু পাৰদৰ্শী আছিল। পুৰুষসকলৰ দৰে তিৱা মহিলাসকলো কৰ্মনিপুণা। খেতি-পথাৰত তেওঁলোকে কঠোৰ পৰিশ্ৰম কৰিব পাৰে। তেনেদৰে তেওঁলোক সুদক্ষ শিপিনীও। পুৰুষসকলৰ পোছাক টাগলা, ফালি[২৮] আদি সুন্দৰভাৱে প্ৰস্তুত কৰাৰ সমান্তৰালভাৱে মহিলাই পৰিধান কৰা কাচং[২৯], জচকাই[৩০] আদি অতি দক্ষতাৰে বৈ উলিয়াব পাৰে। এইবোৰ তেওঁলোকে পৰম্পৰাগত পদ্ধতি আৰু আহিলাৰেই প্ৰস্তুত কৰি লয়। তদুপৰি বিভিন্ন পশু-পখী পালন কৰিও তেওঁলোকে অৰ্থ উপাৰ্জন কৰে। মুঠতে দৈনন্দিন ব্যৱহাৰিক জীৱনত তিৱা মহিলাসকল পুৰুষসকলৰ দৰেই প্ৰায় সকলো দিশতে আগৰণুৱা।

**তিৱা লোক-শিল্প-কলা ঃ** অসম তথা উত্তৰ-পূব ভাৰতৰ সংস্কৃতিৱান জাতিসমূহৰ ভিতৰত তিৱাসকলো অন্যতম। তেওঁলোকৰ কাম চিন্তা আৰু সৃষ্টি ৰাজিৰ মাজত শিল্পমনৰ প্ৰতিফলন সুন্দৰভাৱে দেখা যায়। তেওঁলোক আদিম সংস্কৃতিৰ প্ৰতিনিধি হৈয়ো 'ডেকাচাং' বা 'চামাদি'ৰ দৰে মহান অনুষ্ঠানৰ পৃষ্ঠপোষক। স্বৰূপাৰ্থত এই চামাদিয়েই তেওঁলোকৰ শিল্পভাৱনা আৰু সৃষ্টিৰো কঠিয়াতলী। তিৱাসকল অতীজৰে পৰা কৃষ্টি সংস্কৃতি প্ৰৱণ লোক। তেওঁলোকৰ মাজত অছে সমৃদ্ধিশালী কুটীৰ শিল্পৰ পৰম্পৰা, সুন্দৰ গীত-নৃত্য, বহু লোক-বাদ্য, আ-অলংকাৰ, আৰু বৰ্ণাঢ্য লোক-সাহিত্য। কুটীৰ শিল্পজাত সামগ্ৰী নিৰ্মাণত তিৱাসকল পাকৈত। তেওঁলোকৰ আছে লাংখুন, লালিলাং, বৰত আদিৰ দৰে সুন্দৰ সুন্দৰ নৃত্যৰ পৰম্পৰা। তিৱাসকল লোক বাদ্যবোৰো স্বকীয় শিল্প গুণ সমৃদ্ধ। এইবোৰৰ ভিতৰত খ্ৰাম, খ্ৰামবাৰ[৩১], তুম্বাং বা দগৰা থুৰাং[৩২], পাংচি[৩৩], শিঙা, কালি, পাতিঢোল, গগনা আদি। তদুপৰি তেওঁলোকৰ আ-অলংকাৰ, বয়নশিল্পজাত সামগ্ৰী, চিকাৰৰ সঁজুলি, দৈনন্দিন জীৱনত ব্যৱহৃত নানা সঁজুলিৰ নিৰ্মাণে তিৱা শিল্পকলাৰ সম্যক আভাস দাঙি ধৰে। আনহাতে, তিৱা শিল্পকলা এটি অন্যতম গুৰুত্বপূৰ্ণ দিশ। তেওঁলোক লোক-সাহিত্য ৰাজি। এইবোৰৰ ভিতৰত ছগ্ৰামিছাৱা উৎসৱৰ গীত, ৱান-চ্যুৱা উৎসৱৰ গীত, লালিলাংগীত[৩৪], লালি-হিলালী গীত, গদালী-পৰীয়া গীত, বৰতৰ নাম, বিভিন্ন সাধুকথা, ফঁকৰা-যোজনা, প্ৰবাদ-পটন্তৰ আদি উল্লেখনীয় তিৱা লোক-শিল্পৰ সম্পদ।

**উপসংহাৰ ঃ** তিৱা জনগোষ্ঠীৰ লোকসকল স্বভাৱতে সহজ-সৰল জীৱনৰ অনুগামী। অতীজৰে পৰা তেওঁলোকৰ জীৱন প্ৰৱাহ সৰলৰৈখিকভাৱে আগবাঢ়ি আহিছে। জটিলতা তেওঁলোকে ভাল নাপায়। দেখা যায় যে আধুনিক চিন্তা-চেতনাই বহু পলমকৈহে তেওঁলোকক প্ৰভাৱিত কৰে। ভাৰতবৰ্ষই স্বাধীনতা লাভ কৰাৰ পৰৱৰ্তী সময়ত কেইবাটাও দশক পাৰ হৈ যোৱাৰ পিছতো তেওঁলোকৰ মাজত উচ্চ শিক্ষিত লোক, সমাজক নেতৃত্ব দিব পৰা মানুহৰ অভাৱ আছিল। অৱশ্যে তিৱাসকলৰ সবল আৰু পৱিত্ৰ প্ৰাণত দেশ আৰু স্বজাতিৰ প্ৰতি আছে অজস্ৰ ভালপোৱা। ভাৰতৰ স্বাধীনতা সংগ্ৰামত অকপটে প্ৰাণ বিসৰ্জন দিয়া হেমৰাম পাতৰ, গুণাভিৰাম বৰদলৈ, বিখ্যাত ফুলগুৰি ধেৱাৰ সবল নেতৃত্ব দি জীৱনক দেশৰ নামত উচৰ্গা কৰা চাংবৰ লালুং, ৰংবৰ লালুং, লক্ষ্মণসিং সেনাপতি, ৰূপসিং লালুং, হেবেৰা লালুং, চিপচিং লালুং, নৰসিং লালুং, কতীয়া লালুং প্ৰভৃতি সংগ্ৰামী পুৰুষসকল তিৱা জনগোষ্ঠীৰেই লোক। কিন্তু সময়ৰ সোঁতত পৰি তেওঁলোকৰ উত্তৰপুৰুষে আজি আত্মপ্ৰতিষ্ঠাৰ সংগ্ৰাম কৰিব লগা হৈছে। অৱশ্যে পূৰ্বৰ অৱস্থাৰ পৰা তিৱাসকল সম্প্ৰতি কিছুদূৰ আগবাঢ়িবলৈ সক্ষম হৈছে। আধুনিক শিক্ষাৰে শিক্ষিত হৈ তেওঁলোকে অগ্ৰসৰ





হৈছে উৎকৰ্ষৰ বাটেৰে। সময়ে অনা সামাজিক, সাংস্কৃতিক, ৰাজনৈতিক আৰু অৰ্থনৈতিক পৰিৱৰ্তনক তেওঁলোকেও বহু পৰিমাণে গ্ৰহণ কৰিছে। এই ক্ষেত্ৰত তিৱা মাথনলাই তখ্ৰা (তিৱা সাহিত্য সভা), সদৌ অসম তিৱা (লালুং) সন্মিলন, লালুং দৰবাৰ, সদৌ তিৱা ছাত্ৰ সন্থা, তিৱা স্বায়ত্ত শাসন দাবী সংগ্ৰামী মঞ্চ, তিৱা সাংস্কৃতিক সমাজ, সদৌ তিৱা মহিলা সন্থাৰ দৰে জাতীয় সংগঠনসমূহে সৃষ্টি কৰা জন-সচেতনতাৰ ভূমিকা অতিশয় গুৰুত্বপূৰ্ণ বুলিব পাৰি। সম্প্ৰতি তিৱা জাতিসত্তাক বিকশিত আৰু সৰ্বাত্মক ৰূপত উজ্জীৱিত কৰাৰ প্ৰয়াস তেওঁলোকৰ মাজত অব্যাহত আছে।

**পাদ-টীকা**

১. প্ৰাচীন গ্ৰন্থ 'মহাভাৰত' আৰু 'কালিকা-পুৰাণ'ৰ মতে ব্ৰহ্মপুত্ৰ উপত্যকাত আধিপত্য বিস্তাৰ কৰা সকলো জাতিৰ ভিতৰত কিৰাতসকলেই সৰ্বপ্ৰাচীন। যজুৰ্বেদত এওঁলোকক গুৱাহাটী আৰু অথৰ্ব বেদত যোগী ৰূপে বৰ্ণনা কৰা হৈছে। বিশিষ্ট গৱেষক ৰাজমোহন নাথৰ মতে, কিৰাতসকলৰ আদিতম সুমেৰীয় আৰু ক্ৰীট দ্বীপীয় সভ্যতাৰ ধ্বজাবাহী মানৱজাতি; যিসকলে মংগোলীয় আৰু তিববত মালভূমিৰ পৰা আহি ব্ৰহ্মপুত্ৰ উপত্যকাত অতি প্ৰাচীন কালতে বাস কৰিছিলহি।

২. অসমীয়া সংস্কৃতিৰ পটভূমি, নাথ, ৰাজমোহন। পৃঃ ৬৬

৩. Sarma Thakur, G.C. : The lalungs (Twas) pp. 1.

৪. কোঁচ কাকতি, লংকেশ্বৰ ঃ ধেমাজি জিলাৰ তিৱা (লালুং) জনজাতিৰ পৰিশয়। উৎস ঃ তিৱা জনজাতি আৰু ভাষাৰ ইতিহাস। লিখক— মনেশ্বৰ দেউৰী।

৫. নগাঁও জিলা ছাত্ৰ ফেডাৰেশ্যনৰ ৰহাত অনুষ্ঠিত প্ৰথম বাৰ্ষিক অধিৱেশনৰ কৃষ্টি সভাৰ সভাপতিৰ অভিভাষণত 'অসমীয়া কৃষ্টি'ত তিৱাসকলৰ অতীত সম্পৰ্কে কৰা ব্যাখ্যা।

৬. কাৰ্বি আংলং জিলাৰ পশ্চিম অংশতহে সৰ্বাধিক তিৱা লোকে বাস কৰে। পূব কাৰ্বি আংলঙত সাত-আঠখনমান গাঁও থকাৰ বিপৰীতে সেই অংশত প্ৰায় যাঠিখন তিৱা গাঁও আছে।

৭. দ্ৰষ্টব্য ঃ ৰাভা হাকাচাম উপেন— অসমীয়া আৰু অসমৰ ভাষা-উপভাষা, ২০০৮, পৃঃ - ১৭

৮. তিতাবৰত 'লালুং গাঁও' নামেৰে এখন গাঁও বৰ্তমানো আছে; কিন্তু তাৰ অধিবাসীসকলে নিজকে 'লালুং' বা 'তিৱা' বুলি পৰিচয় নিদিয়ে (ক্ষেত্ৰ

অধ্যয়নৰ দ্বাৰা প্ৰমাণিত)।

৯. 'লোকপিয়ল ২০০১'ৰ তথ্য মতে।

১০. তিৱা সমাজত পূৰ্বৰে পৰা প্ৰচলিত জনশ্ৰুতি। তেওঁলোকৰ ৰজাদিনীয়া সাঁচিপাতৰ গৈদ বা বুৰঞ্জীৰ পুথিতো এনে কাহিনী পোৱা যায়।

১১. সেনাপতি, গণেশ (সম্পাঃ) ঃ ৰিংচাং (প্ৰথম সংখ্যা) পৃঃ ৬।

১২. অসম সাহিত্য সভা (সম্পাঃ) ঃ তিৱা সম্প্ৰদায়ৰ পৰিচয়, পৃঃ ৫।

১৩. এইবোৰৰ উপৰি আৰু বহু কুল পাহাৰ আৰু ভৈয়ামৰ তিৱাসকলৰ মাজত পোৱা যায়।

১৪. তিৱা সমাজৰ বুঢ়া খেলৰ মুখ্য বিষয়া।

১৫. তিৱা সমাজত দলৈৰ পিছতে বৰজেলাৰ স্থান।

১৬. তিৱা সমাজৰ প্ৰধান পুৰোহিত।

১৭. ফৰঙাই আৰু হাতাৰী তিৱা সমাজৰ মাধ্যম পৰ্যায়ৰ বিষয়া।

১৮. চাংদলৈ ডেকাচাং বা চমাদিৰ মুখ্য আৰু সৰ্বোচ্চ ক্ষমতাধাৰী বিষয়া।

১৯. মানুহ মতা বা সংগঠিত কৰা বিষয়া।

২০. সেনাপতি, গণেশচন্দ্ৰ ঃ তিৱা সমাজৰ অশৌচ-বিধি (প্ৰবন্ধ)। উৎস— তিৱা সম্প্ৰদায়ৰ পৰিচয়, অসম সাহিত্য সভা। পৃঃ ১৭।

২১. প্ৰাগুক্ত গ্ৰন্থ। পৃঃ ১৭।

২২. অঞ্চলভেদে সাতপাত কাঁড় ব্যৱহাৰ কৰা হয়।

২৩. নু-ঘৰ, 'বাৰ' বা পাৰ — ডাঙৰ; অৰ্থাৎ বৰঘৰ।

২৪. ৰাতি সেৱাৰ বাবে আগবঢ়োৱা জীৱ-জন্তুৰ তিৱাসকলে সাধাৰণতে 'পন্থ' বুলিহে কয়। এই শব্দটো শ্ৰদ্ধামিশ্ৰিত অথবা ধৰ্মীয় ভাৱৰ শব্দ।

২৫. 'ছগ্ৰা'— একাদিক্ৰমে সকলোৱে বা সমূহীয়াকৈ। মিছাৱা— নৃত্য। অৰ্থাৎ সমূহীয়া নৃত্যই ছগ্ৰা-মিছাৱা।

২৬. বাঘদেউ পূজা ভৈয়ামত তিৱাসকলে ব'হাগ বিহুৰ প্ৰথম দিনা নদী-জলাশয়ত গৰু গা ধুৱাবলৈ নিয়াৰ আগত কৰা পূজা। ই মূলতঃ বাঘৰূপী এজন দেৱতাৰ পূজা।

২৭. গগৈ লোকেশ্বৰ ঃ তিৱা সংস্কৃতিৰ ৰূপৰেখা (প্ৰথম খণ্ড), পৃঃ ১৪৬।

২৮. 'ফালি' মানে তিৱা ভাষাত গামোচা।

২৯. তিৱা মহিলাই পৰিধান কৰা মেখেলা।

৩০. তিৱা মহিলাই বুকুত পৰিধান কৰা এখনি ফুলাম কাপোৰ।

৩১. ডাঙৰ ঢোল; যাক বৰঢোল বুলিব পাৰি।





৩২. বিজুলী বাঁহৰ দুটা পাবেৰে তৈয়াৰ কৰা বাঁহী।

৩৩. সৰু বাঁহী।

৩৪. ভৈয়ামৰ তিৱাৰ মাজত প্ৰচলিত অধিক জনপ্ৰিয় এবিধ অশ্লীল গীত বিশেষ। মাঘ বিহুৰ সময়ত সমূহীয়াকৈ মাছ মাৰিবলৈ গ'লে আৰু মেজিশালিত ৰাতি গোৱা হয়।

**সহায়ক গ্ৰন্থ**


অসম সাহিত্য সভা ঃ তিৱা সম্প্ৰদায়ৰ পৰিচয় (সম্পাঃ), ১৯৭৫

গগৈ, লোকেশ্বৰ ঃ তিৱা সংস্কৃতিৰ ৰূপৰেখা (দ্বিতীয় খণ্ড) ১৯৮৭

ঠাকুৰ, নগেন ঃ পৃথিৱীৰ বিভিন্ন ভাষা, ১৯৯৭

দেউৰী, মনেশ্বৰ ঃ তিৱা জনজাতি আৰু ভাষাত ইতিহাস, ১৯৮৮

দেউৰী, মনেশ্বৰ ঃ তিৱা (লালুং) সাংস্কৃতিক শব্দকোষ, ২০০৫

দেউৰী, মনেশ্বৰ ঃ মৰিগাঁও জিলাৰ লোক সংস্কৃতি, ১৯৯৪

নাথ. ৰাজমোহন ঃ অসমীয়া সংস্কৃতিৰ পটভূমি (অনুবাদ), ২০০৫

পাতৰ, মিলেশ্বৰ ঃ তিৱা সংস্কৃতিৰ জিলিঙনি (সম্পাঃ) ২০০৪

ভট্টাচাৰ্য, প্ৰমোদ (সম্পাঃ) ঃ অসমৰ জনজাতি, অসম সাহিত্য সভা, ১৯৬২

ৰাভা হাকাচাম, উপেন ঃ অসমীয়া আৰু অসমৰ তিব্বত-বৰ্মীয় ভাষা, ২০০০

ৰাভাহাকাচাম, উপেন ঃ অসমৰ জনজাতীয় সংস্কৃতি, বাণী মন্দিৰ, ২০০৫

ৰাভাহাকাচাম, উপেন ঃ অসমীয়া আৰু অসমৰ ভাষা-উপভাষা, ২০০৮

শৰ্মা দলৈ, হৰিনাথ ঃ বাৰেবৰণীয়া অসম, ১৯৯৪

সেনাপতি, গণেশ ঃ ৰিংচাং (তিৱা সাহিত্য সভা) ২০০৪

সেনাপতি, গণেশ ঃ তেতেলীয়া ৰাজ্যৰ তিৱা ৰজাৰ বৰত উৎসৱ (তিৱা সাহিত্য সভা)

Chetterfi. S.K. : Kirata-Jana Knti. Nov. 2007.

Sarma Thakur, G.C. : The Lalungs (Tiwas) 1985)




# হাজং জনজাতি ঃ সমীক্ষাত্মক অধ্যয়ন

কানুৰাম হাজং

হাজংসকল অসমৰ এটি জনজাতীয় জনগোষ্ঠী। তেওঁলোকৰ অধিকসংখ্যক গোৱালপাৰা জিলা আৰু ধুবুৰী জিলাৰ মানকাচৰ-শালমাৰা মহকুমাত বসবাস কৰে। আনহাতে ব্ৰহ্মপুত্ৰ উপত্যকাৰ অন্যান্য প্ৰায়ভাগ জিলাৰ বিভিন্ন অঞ্চলতো তেওঁলোক সিঁচৰতি হৈ আছে। মেঘালয়ৰ পশ্চিম, দক্ষিণ গাৰোপাহাৰ আৰু পশ্চিম খাছিয়া পাহাৰ জিলাৰ পাৰ্বত্য সমভূমি অঞ্চলতো বুজন সংখ্যাৰ হাজং মানুহে বসবাস কৰি আছে। উত্তৰ বংগ আৰু অৰুণাচলৰ চাংলাং জিলাতো কিছুসংখ্যক হাজং লোক আছে।

মংগোলীয় গোষ্ঠীৰ দৈহিক গঠনৰ বৈশিষ্ট্য অনুসৰি নৃতত্ত্বৰ আধুনিক পৰিভাষাত হাজংসকল ইন্দো-মংগোলীয় জনজাতি। ইন্দো-মংগোলীয় প্ৰজাতিৰ বিভিন্ন জনগোষ্ঠী সম্পৰ্কত লিখিত বিভিন্ন পণ্ডিতৰ মত আৰু জনগোষ্ঠীসমূহৰ নিজৰ ভিতৰত প্ৰচলিত আঁতিগুৰি সন্দৰ্ভত বেলেগ বেলেগ তথ্য পোৱা যায়। হাজংসকলৰ আঁতিগুৰি সন্দৰ্ভতো কিছু মতভেদ থকা দেখা যায়।

ছিদনী এণ্ডেলে ৰাভা, মেচ, ধিমাল, কোঁচ আৰু গাৰোসকলৰ দৰে হাজংসকলো বৃহত্তৰ বড়ো গোষ্ঠীৰ শাখা বুলি কৈছে।১

কৰ্ণেল ই টি ডেল্টনে জাতিতত্ত্বৰ দৃষ্টিৰে কৈছে যে, হাজং আৰু ৰাভাসকল বৃহৎ কছাৰী জাতিৰ একোটা শাখা আৰু গাৰোৰ সৈতে সম্বন্ধিত।২ তেওঁ হাজংসকলক উত্তৰ কাছাৰৰ হোজাই কছাৰীৰ সৈতে সম্পৰ্ক থকা বুলিও উল্লেখ কৰিছে। পিছে উত্তৰ কাছাৰৰ হোজাই কছাৰীৰ সৈতে হাজংসকলৰ সম্বন্ধ বা সাদৃশ্য কোনখিনিত ডেল্টনে তাক স্পষ্টকৈ বিৱৰণ দিয়া নাই। ড° সুনীতি কুমাৰ চট্টোপাধ্যায়েও হাজংসকলৰ সম্বন্ধত বিতং বিৱৰণ দিয়া নাই। তেওঁ হাজংসকলক মূলতঃ বৃহত্তৰ বড়ো গোষ্ঠীৰ লোক বুলিয়েই মতপোষণ কৰিছে।৩





'বড়ো' শব্দটোৱে আচলতে ব্যাপক অৰ্থত জাতিতত্ত্ব, ভাষাতত্ত্ব, ধৰ্ম-সংস্কৃতিৰ লগত সাঙোৰ খাই থকা বহুতো ইন্দো-মংগোলীয় গোষ্ঠীৰ লোকক সামৰি লয়। ব্ৰিটিছৰ শাসন কালত ভাৰতীয় ভাষাৰ জৰীপ কৰোঁতে ব্ৰিয়ান হটন হড্ছনে ১৮৪৬ খ্ৰীষ্টাব্দত ভাষাৰ শ্ৰেণীকৰণৰ সুবিধাৰ্থে পোন প্ৰথম 'বড়ো' (Bodo) শব্দটো ব্যাপক অৰ্থত প্ৰয়োগ কৰে।৪ তিব্বতৰ পুৰণি থলুৱা নাম 'বোড' শব্দৰ পৰাই 'বড়ো' শব্দৰ উদ্ভৱ বুলি ড° সুনীতি কুমাৰ চট্টোপাধ্যায়, কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাৰ অভিমত। সেয়েহে যিসকল ইন্দো-মংগোলীয় জনগোষ্ঠী অতীজতে তিব্বত হৈ প্ৰব্ৰজন কৰি ব্ৰহ্মপুত্ৰ উপত্যকালৈ আগমন কৰি আহিছিল তেওঁলোককে বড়ো বোলা হৈছে। ভাষাতাত্ত্বিকসকলৰ মতে বোড> বোট> ভোট; বড়ো আৰু ভোট শব্দ দুটা বোড শব্দৰেই অপভ্ৰংশ বুলি কোৱা হয়। মুঠতে একালত ভাষা, ধৰ্ম, সংস্কৃতিৰ সৈতে ওচৰ সম্পৰ্ক থকা বড়ো-কছাৰী, ৰাভা, মেচ, হাজং, গাৰো, তিপৰা, লালুং আদি জনগোষ্ঠীসমূহক বৃহত্তৰ বড়োৰ একোটি জনজাতি বোলা হৈছে। আনহাতে এই বৃহত্তৰ বড়ো বা ইন্দো-মংগোলীয় জনগোষ্ঠীসমূহ প্ৰাচীন কালত কিৰাত নামেৰে পৰিচিত আছিল। ৰাজমোহন নাথে মতপোষণ কৰে ঃ 'আমাৰ দেশৰ কছাৰী, কোঁচ, হাজং, ৰাভা, তিপ্ৰা আদি জাতিয়েই কিৰাত জাতি বুলি অনুমান হয়। মহাভাৰতত অনেক কিৰাত নৃপতিৰ কথা উল্লেখ আছে।' যজুৰ্বেদ, ৰামায়ণ, মহাভাৰত আদি প্ৰাচীন গ্ৰন্থসমূহত ব্যাপক অৰ্থত কিৰাত বুলি উল্লেখিত লোকসকলক নৃতত্ত্বৰ ভাষাৰে ইন্দো-মংগোলীয় হিচাপে নামকৰণ কৰা হৈছে। যোগিনী তন্ত্ৰ আৰু কালিকা পুৰাণতে প্ৰাচীন কামৰূপৰ ধৰ্মক কৈৰাতজ আৰু উত্তৰ-পূৰ্বাঞ্চলক কিৰাত ভূমি বৰ্ণোৱা হৈছে।

প্ৰাচীন কামৰূপৰ ৰত্নপীঠৰ বিভিন্ন ঠাইত প্ৰস্তৰ যুগৰ মানুহ বসবাস কৰা প্ৰমাণৰ ভেটিত কিছুমান প্ৰত্নতাত্ত্বিক, পণ্ডিত আদিয়ে এই অঞ্চলত এটা লৌহিত্যবাসী জাতিৰ অস্তিত্ব আছিল বুলি মতপোষণ কৰে। শিৱানন্দ শৰ্মাই হাজংসকলক গোৱালপাৰা জিলাৰ আদিম আদিবাসী বুলি ধাৰণা কৰে।৫ ১৮৯১ খ্ৰীষ্টাব্দৰ অসমৰ লোকপিয়লৰ প্ৰতিবেদনত হাজংসকলক এটি সুকীয়া জনজাতীয় নৃগোষ্ঠী হিচাপে গণ্য কৰা হৈছে; আনহাতে গাৰো আৰু কছাৰীৰ সৈতে হাজংসকলৰ গোষ্ঠীয় সাদৃশ্য থকা বুলি উল্লেখিত হৈছে।৬

নৃতাত্ত্বিকসকলৰ মত অনুসৰি মংগোলীয় প্ৰজাতিৰ লোকসকল খ্ৰীঃপূঃ প্ৰায় চাৰি হাজাৰ বছৰৰ পূৰ্বতে নৱপ্ৰস্তৰ যুগৰ বিভিন্ন সময়ছোৱাত একাদিক্ৰমে একো একোটা জনগোষ্ঠী এই ভূখণ্ডলৈ প্ৰব্ৰজিত হৈ আছে।৭ মংগোলীয় প্ৰজাতিৰ তিব্বত-

বৰ্মীয় অন্যান্য জনগোষ্ঠীৰ দৰে হাজংসকল অসমৰ উত্তৰ-পশ্চিম কোণেদি ব্ৰহ্মপুত্ৰ উপত্যকালৈ আগমন ঘটিছিল। কথিত আছে যে হাজংসকল তিব্বতৰ পৰা প্ৰব্ৰজন হৈ আহি উত্তৰ বংগৰ কোচবিহাৰৰ উত্তৰৰ ভূটান সীমান্তৰ 'হাজং' নামৰ অঞ্চলত কেইবা শতিকা জুৰি বসবাস কৰি আছিল। কিছুমানৰ মতে হাজংসকল তিব্বতৰ পৰা ভূটান হৈ ব্ৰহ্মপুত্ৰ উপত্যকালৈ আগমন কৰি প্ৰথমতে কামৰূপৰ হাজো অঞ্চলত বসবাস কৰিছিল। মনোৰঞ্জন ৰায় হাজঙৰ মতে, হাজংসকল হাজো অঞ্চলতো কেইবাশতিকা ধৰি বসবাস কৰাৰ পিছত পৰৱৰ্তী কালত তেওঁলোক ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰ হৈ গোৱালপাৰা জিলাৰ দক্ষিণ-পশ্চিমলৈ আহে। এইদৰে হাজংসকল মেচপাৰা লক্ষীপুৰৰ ওচৰৰ শুৱাৰকোণাৰ পৰা দক্ষিণলৈ ধুবুৰী জিলাৰ মানকাচৰ-শালমাৰা মহকুমা, মেঘালয়ৰ পাৰ্বত্য সমভূমি আৰু বাংলাদেশৰ মইমনসিংহ জিলাৰ উত্তৰ শৈলপদীয় অঞ্চলত বিয়পি পৰে। আনহাতে পূবলৈ পশ্চিম খাছিয়া পাহাৰৰ নামনি অঞ্চলকে ধৰি শ্ৰীহট্ট জিলালৈ বিস্তৃত হয়। এসময়ত নামনি অসমৰ এই অঞ্চলত হাজংসকলৰ গণৰাজ্য থকাৰ কথাও উল্লেখ পোৱা যায়। এই গণৰাজ্যৰ নাম 'বাদু হজয়' বা 'বাৰ হাজো' গাৰোপাহাৰৰ পশ্চিমত আৰু ই মইমনসিংহৰ পিনে বিস্তৃত আছিল।৮ মেঘালয়ৰ গাৰোপাহাৰৰ পশ্চিমাংশৰ সমভূমি আৰু নামনি অসমৰ ব্ৰহ্মপুত্ৰ উপত্যকাৰ এই অঞ্চলত হাজংসকল সুদীৰ্ঘ কাল ধৰি বসবাস কৰি আছে। অসম সীমান্তৰ পশ্চিম গাৰোপাহাৰৰ এটি হাজং বসতি অঞ্চল বৰ্তমানেও 'বাৰ' হাজাৰী' অঞ্চল বুলি জনাজাত। 'ইয়াৰ কৰাইবাৰী পৰগণা আৰু দাঁতিকাষৰীয়া ভূখণ্ডৰ থলুৱা জনগোষ্ঠী হাজং; কথিত আছে হাজংসকলৰ কোনোবা মুখীয়া বা সামন্ত ভূঞা এই অঞ্চলৰ গৰাকী আছিল।৯ গাৰোপাহাৰ আৰু মইমনসিংহ জিলাৰ সীমান্তৱৰ্তী অঞ্চলৰ প্ৰাক স্বাধীনতা কালৰ ইতিহাস অধ্যয়ন কৰিলেও পোৱা যায় যে, হাজং, কোঁচ, গাৰো ভূঞা বা ভূপতিসকলে চতুৰ্দশ শতিকালৈকে পুৰণি অসমৰ এই অঞ্চলবোৰৰ বিভিন্ন অংশত প্ৰায় স্বাধীন আৰু স্বতন্ত্ৰভাৱে শাসন কৰিছিল।২০

হাজংসকল বৰ্তমান অসমৰ গোৱালপাৰা, ধুবুৰীৰ ব্ৰহ্মপুত্ৰৰ দক্ষিণপাৰ, কামৰূপ, দৰং, ওদালগুৰি বাক্সা, লখিমপুৰ, ধেমাজি, নগাঁও আদি কৰি প্ৰায়বোৰ জিলাৰে বিভিন্ন অঞ্চলত সিঁচৰতি হৈ বসবাস কৰি আছে। হাজংসকলৰ সামাজিক সংগঠন 'অসম হাজং জাতীয় পৰিষদ'ৰ ২০০০ খ্ৰীষ্টাব্দত সংগৃহীত তথ্য অনুসৰি অসমত হাজংসকলৰ জনসংখ্যা আশী হাজাৰ। এওঁলোক অসমৰ বিভিন্ন জিলাৰ বিভিন্ন অঞ্চলত তাকৰীয়া জনসংখ্যা হিচাপে সিঁচৰতি হৈ আছে। মেঘালয়ৰ গাৰোপাহাৰ





আৰু খাছিয়া পাহাৰৰ দক্ষিণাঞ্চলত হাজংসকল পূৰ্বৰ পৰাই বসবাস কৰি আছে। আনহাতে ১৯৬৪ খ্ৰীষ্টাব্দত পূব পাকিস্তানৰ (বৰ্তমান বাংলাদেশ) মইমনসিংহ জিলাৰ উত্তৰাঞ্চলৰ পৰা শৰণাৰ্থী হিচাপে অহা কিছুসংখ্যক হাজং অসম আৰু অৰুণাচলৰ চাংলাং জিলাত চৰকাৰৰ দ্বাৰা পুনৰ সংস্থাপিত হৈ বসবাস কৰি আছে।

হাজং নামৰ আঁতিগুৰি সম্পৰ্কত বিভিন্নজনৰ বিভিন্ন মত। জনশ্ৰুতি অনুসৰি হাজংসকল এসময়ত 'হাজং' নামৰ ভূখণ্ডৰ পৰা প্ৰব্ৰজিত হৈ অহাৰ কাৰণে এই জনগোষ্ঠীৰ নাম হাজং হৈছে। দ্বিতীয়তে এওঁলোকৰ পূৰ্বপুৰুষজনৰ নাম আছিল হাজো। এইজন হাজোৱে পঞ্চদশ শতিকাত কামৰূপৰ হাজো ৰাজ্য প্ৰতিষ্ঠা কৰে। হাজোৰ পতনৰ পিছত হাজো অঞ্চলৰ পৰা অহা হাজোৰ জন বা বংশধৰ হিচাপে এই জনগোষ্ঠীৰ নাম হাজং হৈছে বুলিও মতপোষণ কৰা হয়। তৃতীয় মত অনুসৰি হাজং শব্দটো গাৰো ভাষাৰ 'আজং' শব্দৰ পৰা উদ্ভৱ হৈছে। বহু শতিকাজুৰি গাৰোসকলৰ প্ৰতিবেশী হিচাপে ওচৰা-উচৰি বসবাস কৰি অহা এই জনগোষ্ঠীক গাৰোসকলে 'আজং' বুলিছিল। গাৰোভাষাত আজং শব্দৰ অৰ্থ অনাগাৰো অৰ্থাৎ যিসকল গাৰো নহয়। এনেদৰে 'আজং' শব্দৰ পৰাই 'হাজং' শব্দৰ উদ্ভৱ হয়। আনহাতে প্ৰচলিত জনশ্ৰুতি অনুসৰি প্ৰতিবেশী গাৰোসকলেই এই জনগোষ্ঠীক হাজং নামেৰে নামকৰণ কৰে। এই জনগোষ্ঠীৰ মূল জীৱিকা কৃষি; কৃষিজীৱী এই জনগোষ্ঠীয়ে বোকা পানীৰে লুতুৰি-পুতুৰি হৈ কঠোৰ পৰিশ্ৰমেৰে খেতি কৰিছিল। এইদৰে ভূমি বা মাটিৰ সৈতে ওতপ্ৰোতভাৱে জড়িত হৈ থকা দেখি গাৰোসকলে এই জনগোষ্ঠীক 'হাজং' বুলি নামকৰণ কৰে। গাৰো ভাষাত 'হা' আৰু 'জং' শব্দৰ অৰ্থ ক্ৰমে মাটি আৰু পোক। এইদৰে হাজং শব্দৰ উদ্ভৱ হোৱা বুলি জনা যায়।

হাজংসকল পূৰ্বতে সামাজিক ৰূপত ছয়টা শ্ৰেণীত বিভক্ত আছিল, যেনে ঃ (১) হাৱাংপাৰীয়া, (২) ভজালু পাৰীয়া, (৩) মানিক পাৰীয়া, (৪) টেপৰ পাৰীয়া, (৫) সাতদল পাৰীয়া আৰু (৬) মাজ্ঞি পাৰীয়া। পিছে, জনগোষ্ঠীটোৰ মাজত সম্প্ৰতি এই সামাজিক শ্ৰেণীবোৰ পোৱা নাযায়। হাজংসকলক বৃহৎ আঞ্চলিক গোট হিচাপে পাঁচ ভাগত পোৱা যায়। এইবোৰ হ'ল ঃ (১) দশকাহানীয়া, (২) চুছঙী, (৩) মেছপাৰীয়া, (৪) কৰাইবাৰীয়া আৰু (৫) বাৰ' হাজাৰী। সাম্প্ৰতিক এই ভাগকেইটাও নিবিড় যোগাযোগ আৰু সংমিশ্ৰণৰ ফলত প্ৰতিটো সামাজিক গোটৰ স্বকীয় বৈশিষ্ট্যসমূহ একীভূত হৈ একক সামাজিক বিশিষ্টতাত পৰিণত হ'বলৈ ধৰিছে।

হাজংসকলে তিনিটা সমাজ বান্ধোনেৰে সমাজ পৰিচালনা কৰে। যেনে ঃ (১)

গাঁও গিয়াতি, (২) পাঁচ গিয়াতি আৰু (৩) জোৰাৰ বা চাকলা। সমাজৰ যিকোনো ধৰণৰ দ্বন্দ্ব-খৰিয়াল প্ৰথমতে গাঁও গিয়াতিৰ মুৰব্বীয়ে মীমাংসা কৰে। গাঁও গিয়াতিৰ মুৰব্বীয়ে যদি গঞাৰ কোনো দ্বন্দ্ব-হাই মীমাংসা কৰিব নোৱাৰে তেনেহ'লে পাঁচ গিয়াতিৰ মুৰব্বীসকলে মেল পাতি সেই বিষয় সমাধান কৰিব লাগে। আনহাতে সমাজৰ কোনো জটিল সামাজিক সমস্যা হ'লে জোৰাৰ বা চাকলাৰ মুৰব্বীসকলে মেল কৰি সমাধান কৰে।

হাজংসকলৰ ঘৰ-বাৰী মুকলিমূৰীয়া। সাধাৰণতে খেতিপথাৰৰ পৰা কিছু দূৰৈত সমতলৰ কিছু ওখ ঠাইত ঘৰ সজায়; মাজত এখন চোতাল ৰাখি চাৰিওকাষেৰে ঘৰবোৰ সজোৱা। আদৰ্শ হাজং গৃহস্থৰ ঘৰ হাউলী এনে ধৰণৰ ঃ এটা মাইজা ঘৰ (বৰ ঘৰ), এটা চাংঘৰ (ভঁৰাল), এটা আখলি ঘৰ (ৰান্ধনি ঘৰ), এটা গুলি ঘৰ (গোহালি) আৰু আগ চোতালত এখন কাছ্ৰি ঘৰ। কাছ্ৰি ঘৰক বাট চ'ৰা ঘৰ বুলি ক'ব পাৰি যদিও আচলতে হাজংসকলৰ ই ডেকা চাং আছিল। এসময়ত গাঁৱৰ মুৰব্বী বা প্ৰতিপত্তিশীল ব্যক্তিৰ ঘৰ হাউলীতহে কাছ্ৰি ঘৰ আছিল। কাছ্ৰি ঘৰত গাঁৱৰ ডেকাসকলেহে নিশা শুইছিল। গাঁৱলৈ পুৰুষ আলহী-অতিথি আহিলেও কাছ্ৰি ঘৰতে ৰাতি থাকিবলৈ দিয়া হৈছিল। গৃহস্থৰ চোতালৰ পূবত গৃহদেৱতা বাইশ বা বাস্তু আৰু হাৰা দেৱী (পদ্মাদেৱী)ৰ থান থাকে। বৈষ্ণৱ পন্থী হাজং গৃহস্থৰ চোতালৰ পূবত হৰিঘৰ আৰু তুলসীৰ থান থাকে।

হাজংসকল এসময়ত মাতৃতান্ত্ৰিক জনগোষ্ঠীয় লোক আছিল। প্ৰাচীন কালৰ পৰা সমাজৰ বিকাশ হৈ একোটা সমাজৰ একোটা দলে গোষ্ঠীবদ্ধভাৱে বা উমৈহতীয়াভাৱে বংশ পৰিচয় দি অহাৰ গোত্ৰ বা টোটেম প্ৰথা হাজং সমাজত আছিল মাতৃবংশীয়। মাতৃ বংশৰ পৰম্পৰাৰে পৰিচালিত হৈ অহা এই গোত্ৰক হাজং ভাষাত 'নিকনি' বুলি জনাজাত। হাজংসকল আৰ্য হিন্দুৰ সংস্পৰ্শলৈ আহি আনহাতে বৈদিক ধৰ্মীয় আচৰণেৰে সামাজিক ক্ৰিয়া-কাণ্ড, নীতি-নিয়ম পালন কৰিবলৈ লোৱাত মাতৃবংশীয় সমাজ ব্যৱস্থাৰ এই 'নিকনি'ৰ পৰম্পৰা পৰিহাৰ কৰি আহিবলৈ ধৰে। বংশৰ পৰিচয় আৰু মৰ্যাদাৰ মূল আছিল মাতৃবংশীয় এই নিকনি। একে নিকনিৰ মাজত বৈবাহিক সম্বন্ধ নিষিদ্ধ। ঘৰুৱা বা সামাজিক কোনো ধৰণৰ মাংগলিক অনুষ্ঠান কৰাৰ পূৰ্বতে নিকনিৰ অধিষ্ঠিত দেৱ-দেৱীলৈ পূজা সেৱা আগবঢ়োৱাটো অপৰিহাৰ্য নিয়ম আছিল। এই পূজাত নিকনিৰ অধিষ্ঠাত্ৰী দেৱ বা দেৱী অনুসৰি হাঁহ, পাৰ, কুকুৰা, কাছ আদি নিৰ্দিষ্ট প্ৰাণী উচৰ্গা কৰিব লাগিছিল। বৰ্তমান এনে প্ৰথা নোহোৱা





হৈ আহিছে। সেই কাৰণে 'নিকনি'ৰ সঠিক তথ্য পোৱা নাযায়। মাতৃবংশীয় এই নিকনিৰ নামবোৰ হ'ল ঃ (১) আকচি গাঁও (২) কেন্দে গাঁও (৩) কাছে গাঁও (৪) কাটা গাঁও (৫) বগা গাঁও (৬) বালি হাতা (৭) তাৰা গাঁও (৮) শিমূল গাঁও (৯) দিফৰা গাঁও (১০) কাটলে গাঁও (১১) মালা গাঁও (১২) ডিংজোৰ (১৩) পোৱা কাছি (১৪) পোৱাচুঙা (১৫) চবাবৰী (১৬) গৰভূঁই (১৭) শালিভূঁই (১৮) ভৰা গাঁও (১৯) চেলা গাঁও (২০) টকলে গাঁও আদি। এই নিকনিবোৰ কিছুমান গছ বা উদ্ভিদৰ নামবাচক, আৰু কিছুমান প্ৰাণীৰ নামবাচক শব্দ। কেতবোৰ নিকনিৰ নামৰ সৈতে 'গাঁও' শব্দৰ সংযোগ ঘটিছে। 'গাঁও' শব্দৰ অৰ্থ শৰীৰ বা দেহ। বংশানুক্ৰমিকভাৱে মানি অহা মাতৃবংশীয় নিকনিৰ লগত ব্যক্তিৰ তেজ আৰু শৰীৰৰ (গাঁওৰ) সৈতে অবিচ্ছেদ্য সম্বন্ধ থকা বুলি ধৰা হয়। একে নিকনিৰ বংশীয়লোক দীৰ্ঘদিন একোটা অঞ্চলত বসবাস কৰি অহাৰ ফলত সেই অঞ্চল বা গাঁওখনৰ নাম সেই নিকনিৰ নামেৰে নামকৰণ হৈ অহাও পৰিলক্ষিত হয়।

হাজং তিৰোতাসকল পাকৈত দাৱনী, ৰোৱনী, মাছুৰৈ আৰু কৰ্মঠ গৃহিণী। এসময়ত সূতা কটা, বোৱা, ৰংবোলোৱা আদি কাৰ্যত তিৰোতাসকল সুদক্ষ আছিল। হাজং তিৰোতা বৰ্তমানেও কাপোৰ বোৱাত একোজনী পাকৈত শিপিনী। তেওঁলোকে পিন্ধা ৰং-বিৰঙৰ কাৰুকাৰ্য খচিত কাপোৰখনি হ'ল 'ৰাঙা-পাটিন'। তেওঁলোকৰ পৰম্পৰাগত কাপোৰ বোৱা পদ্ধতি বা যন্ত্ৰৰ নাম 'বানা'। 'বানা' হ'ল পৰম্পৰাগতভাৱে তৈয়াৰ কৰা বাঁহৰ তাঁত। হাজং শিপিনী এজনীয়ে নিজৰ কাৰণে ৰঙা, নীলা, সেউজীয়া, বেঙুনীয়া, ক'লা আদি সানমিহলি ৰঙেৰে আকৰ্ষণীয় ৰূপত 'ৰাঙা পাটিন' বোৱাৰ উপৰি পুৰুষৰ বাবে 'ভেঝা কাপুৰ' (চুটি চুৰিয়া), ফুলা আগৰুণ, পাছৰা, ফুলা কাণপেছ আদি বয়। সামাজিক উৎসৱ-অনুষ্ঠানত পুৰুষৰ সমানে গাবুৰ (ছোৱালী), আয়ৰক (আয়তী) আৰু বয়োবৃদ্ধাৰ বিশেষ ভূমিকা আছে। মাৰ' পূজাৰ (মাৰৈ পূজা) উজনী বা বাণ উঠা (দেওধনী), কাতি পূজা, গুপনী গাছেন আদি নৃত্য-গীতত হাজং মহিলাৰ ভূমিকা উল্লেখযোগ্য। গাঁৱলীয়া হাজং তিৰোতাই বুকুত ৰাঙা পাটিন পিন্ধি, গাত ফুলা আগৰুণ (ফুলাম চাদৰ) লৈ ঘিলা খোপা বান্ধি ডাঙৰকৈ হুৰুম বা ধান খৈ (আখৈ) বগা পাছৰাৰে টোপোলা বান্ধি গুষ্টি খাবলৈ বা আত্মীয়ৰ ঘৰলৈ যাবলৈ ভাল পায়। হাজং তিৰোতাৰ মাজত ৰূপৰ অলংকাৰ পিন্ধাৰ প্ৰচলন বেছি। সাম্প্ৰতিক তেওঁলোকৰ মাজত পুৰণি আৰ্হিৰ আ-অলংকাৰ পাবলৈ নোহোৱা হ'ল। তেওঁলোকে পূৰ্বৰ পৰা ব্যৱহাৰ কৰি অহা দুই-এপদ অলংকাৰ হ'লঃ বাহুত— কাটা বাজু; ভৰিত বাগ,

গুঞ্জৰী, ঠেংপাতা; কাণত— কৰমফুল, নাকত— নলছ, নাকফুল; ডিঙিত— চিকিছৰা, হাৰমালা, হাছুলী; হাতত— বয়লা, শাকা (শঙ্খ) আৰু আঙুলিত আঙঠি।

হাজং পুৰুষৰ সাজপাৰ অতি সাধাৰণ। তেওঁলোকে পোন্ধ মাৰি কঁকালত পিন্ধা আঁঠুমুৰীয়া চুৰিয়াখনৰ নাম হ'ল 'ভেঝা নিংটি'। ই বগা, নীলা অথবা পখৰা ৰঙৰ হয়। তেওঁলোক গাত বুকছলি (চোলা) আৰু জাৰৰ দিনত ডিঙিত ফুলী কাণপেছ (মাফলাৰ) আৰু আওলান (চাদৰ) মেৰিয়াই লয়।

হাজংসকলৰ জন্ম, বিবাহ আৰু মৃত্যুৰ সৈতে জড়িত বিভিন্ন আচাৰ-অনুষ্ঠান প্ৰচলিত হৈ আহিছে। হাজং সমাজত চাৰি প্ৰকাৰে বিবাহ সম্পন্ন হয়। যেনে ঃ (১) সামাজিক বিয়া (চাই মেলি কৰা বিয়া), (২) দায় পৰা বা ঠেং পাংৰানি (বাধ্যত পৰি ছোৱালীক স্ত্ৰী হিচাপে গ্ৰহণ কৰা) (৩) মনামনি (ডেকা-গাভৰুৱে পৰস্পৰ ভাল পাই হোৱা বিয়া) আৰু (৪) হাঙা বা সাঙা (বিধৱা আৰু বৰলাৰ মাজত হোৱা বিয়া)। সামাজিক বিবাহত যাহু (মাজৰ মানুহ), ধ্বনি মাও-বাপ (ধৰ্মীয় পিতৃ-মাতৃ), সাত বা নজনী সধৱা তিৰোতা বা আয়ৰক (আয়তী), কইনাৰ পিতৃ বা ভ্ৰাতৃ, দৰাৰ সখি বা মিতা, এজন পুৰোহিত (নিজ সম্প্ৰদায়ৰ অধিকাৰী) আৰু বিয়াৰ গীতালু গাহেন দল থাকিব লাগে। সামাজিক বিয়াৰ আগদিনা খেৰেৰে বন্ধা 'ধানৰ পুৰা'ক (কঠীয়াৰ বাবে বান্ধি ৰখা ধানৰ সঁচ) কইনা উপলক্ষ্য কৰি দৰাৰ সৈতে বিয়া দিয়াৰ প্ৰথা এসময়ত আছিল। কাৰণ কইনাজনী লখিমী স্বৰূপে সংসাৰ লৈ আগমন কৰাৰ কামনাৰে এনেদৰে বিবাহ দিয়াৰ প্ৰথা আছিল। হাজং সমাজত বিয়াৰ ক্ষেত্ৰত কইনাৰ গাধন দিয়া প্ৰথা প্ৰচলন আছে। দৰাপক্ষই কইনাৰ কাৰণে কইনাৰ পিতৃ মাতৃলৈ ধান বা টকা-পইচা দিবলগীয়া এই প্ৰথাক 'খালতি' বোলা হয়। বিয়াৰ সময়ত এদল গীতালুৱে বিয়াৰ গীত গায়। গীতালুসকলে বিয়াৰ আনুষ্ঠানিক পৰ্বৰ ক্ৰিয়া-কাৰ্যৰ লগত সংগতি ৰাখি গীতবোৰ গায়। কোনো কোনোৱে বিয়াৰ উপলক্ষ্যত হাৰাদেৱী (কাণী বা পদ্মাদেৱী)ৰ নামত মাৰ' (মাঁৰৈ) পূজা দিয়ে। মাৰ' পূজা থলীত গীতালুসকলে কমেও দুদিন-দুৰাতি পদ্মাদেৱীৰ মাহাত্মমূলক বেউলা-লক্ষিন্দাৰৰ কাহিনীৰ পৰম্পৰাগত মৌখিক গীত ভক্তিসহকাৰে গাই যায়।

হাজং সমাজৰ দায়পৰা বিয়া হ'ল— কোনো পুৰুষ আৰু স্ত্ৰীৰ অবৈধ মিলনৰ ফলত সমাজে ধৰি-মেলি স্বামী-স্ত্ৰী হিচাপে স্বীকৃতি দিয়া বিয়া। কোনো পুৰুষ আৰু স্ত্ৰীৰ অবৈধ মিলন সমাজত কৰ্ণগোচৰ হ'লে নাইবা স্ত্ৰী যদি অবৈধভাৱে গৰ্ভৱতী হয় তেতিয়া সেইহাল পুৰুষ-স্ত্ৰীক সমাজে মেল মাতি দায়-জৰিমনা নিয়ে আৰু স্বামী-





স্ত্ৰী হিচাপে স্বীকৃতি দিয়ে। ইয়াৰ লগতে গঞা সমাজৰ দাবী অনুসৰি পুৰুষ-স্ত্ৰীহালে গঞা ৰাইজক ভোজ-ভাতো দিয়ে। ইয়াকে দায়পৰা বা ঠেংপাংৰানি বিয়া বোলা হয়। আনহাতে ডেকা-গাভৰুৰ প্ৰণয়জনিত বিবাহক মনামনি বিয়া বোলে। হাঙা বিয়া হ'ল এজন বৰলা আৰু এজনী বিধৱাৰ মাজত হোৱা পুনৰ বিবাহ। এই বিয়াত জাকজমকতা নাই। খোৱা-লোৱাৰো বাধ্যবাধকতা নাই।

হাজংসকল পুনৰ জন্ম বিশ্বাসী। তেওঁলোকৰ বিশ্বাস, জীয়াই থকা কালত সদ্ভাৱত থাকিলে মানুহে মৃত্যুৰ পিছত শান্তি লাভ কৰে আৰু দ্বিতীয়বাৰ জন্ম লাভ কৰি সুখ-ভোগ কৰে। আনহাতে অসৎ কাম কৰিলে মৰাৰ পিছত মানুহৰ জীউৱে (আত্মা) দুখ বা যাতনা ভোগ কৰে। হাজং লোকৰ মৃত্যু হ'লে গাঁৱৰ গিয়াতি সমাজে শৱদেহটো শ্মশানলৈ লৈ যায়। শ্মশানত শৱদেহটো খৰিৰে সাজি দাহ কৰে। কোনো কোনোৱে শৱদেহ পুতিও থয়।

হাজংসকল মূলতঃ কৃষিজীৱী। কৃষিকৰ্মৰ সৈতে জড়িত বিভিন্ন ধৰণৰ লোকাচাৰ তেওঁলোকৰ মাজত প্ৰচলিত। যেনে ঃ গুছি পুতা (ন গচি দিয়া), আগ আনা (প্ৰথম ধান কটা), নয়া খাৱা (ন ভাত খোৱা), কাতি গাছা (কঙালী বিহুত ঔ খোলেৰে ধাননি পথাৰত চাকি জ্বলোৱা), শইচ চপোৱা আৰু 'পুষণা'ত (মাঘ বিহুত) চিৰা-পিঠা খোৱা, সঙৰাণি বা বিষুৱাত (ৰঙালী বিহুত) গৰু গা ধুওৱা, কৃষি-সঁজুলি ধুই-পখালি চোতালত থুপাই চাকি জ্বলাই সেৱা-জনোৱা আদি। তদুপৰি বহাগত বাইশ বা বাস্তু পূজা, আহাৰত সাতোৰাৰ চুৱা (অম্বুবাচী) মানা, শাওনত বৰত' (হাৰা বা কাণীদেও পূজা), শৰতত যাত্ৰা পূজা, ভুঁই মাগা, চৰমাগা (চৰখেলা) উৎসৱ, কাতি মাহৰ শেষদিনা কাতি পূজা, পুহ মাহত ধান দাই থকাৰ সময়ত পথাৰত ভালুক মাগা, চপোৱাৰ পিছত গৃহস্থৰ ঘৰে ঘৰে চেমনীয়াহঁতৰ থুৱী মাগা, পুষণা আদি অনুষ্ঠান-পৰ্ব পালন কৰে। শৰতৰ শেষ ভাগত দীপাৱলী আঁউসীৰ পৰা এসপ্তাহ জুৰি হাজংসকলৰ গাঁৱে গাঁৱে চলে চৰমাগা বা চৰখেলাৰ নৃত্য-গীতৰ উৎসৱ। কৃষিজীৱী হাজং ডেকাসকলৰ এই সময়ছোৱা অৱসৰ বিনোদনৰ সময়। ডেকাসকলে ঢাকী (ঢোল), দোতাঁৰা, বাঁহী, তাল আদি বাদ্য-যন্ত্ৰৰে দল বান্ধি ঘৰে ঘৰে নৃত্য-গীত গাই মাগি ফুৰে। এই নৃত্য-গীতৰ উৎসৱত লেৱাটানা, জাখমাৰা, ভাঙা-নাওকা, দেৱী-যুদ্ধ আদি নৃত্য-গীত প্ৰচলিত। চৰমাগাৰ নৃত্য-গীতবোৰৰ ভিতৰত পৰম্পৰাগতভাৱে প্ৰচলিত 'লেৱাটানা' নৃত্য-গীত প্ৰাচীন আৰু জনপ্ৰিয়। 'লেৱাটানা' নৃত্য-গীত ডেকা-গাভৰুৰ প্ৰণয়মূলক ব্যংগ-কৌতুকসূচক আৰু শ্ৰমজীৱী জীৱনৰ চিত্ৰৰে পৰিস্ফুট। চৰমাগা বা চৰখেলা উৎসৱত নৃত্য-গীতৰ

দলে গৃহস্থৰ পৰা বৰঙনি সংগ্ৰহ কৰে আৰু সেই সংগৃহীত ধনেৰে পুষণাত ভোজ-ভাত খায়।

হাজংসকল মাতৃতান্ত্ৰিক সমাজ ব্যৱস্থা, ৰীতি-নীতিৰে স্বকীয় সাংস্কৃতিক ঐতিহ্য বহন কৰি থকা জনগোষ্ঠী আছিল। পৰৱৰ্তী কালত সংস্কৃতায়ন বা আৰ্যীকৰণ প্ৰক্ৰিয়াৰ যোগেদি হাজংসকল মাতৃতান্ত্ৰিক সমাজ ব্যৱস্থাৰ পৰা পিতৃতান্ত্ৰিক সমাজ ব্যৱস্থালৈ উত্তৰিত হৈ আছে। তেওঁলোক হিন্দু ধৰ্মাৱলম্বী হ'লেও তেওঁলোকৰ পৰম্পৰাগত জনগোষ্ঠীয় ধৰ্মও সমন্বিত ৰূপত ক্ৰিয়াশীল হৈ আছে। প্ৰকৃতিৰ বিভিন্ন অশুভ ক্ৰিয়া-কলাপ, অপায়-অমংগলৰ পৰা পৰিত্ৰাণ পাবলৈ হাজংসকলে বিশ্বাস আৰু ভক্তিৰে বিভিন্ন দেৱ-দেৱী পূজা কৰে। তেওঁলোকৰ পূজ্য দেৱ-দেৱীৰ ভিতৰত বাইশ বা বাস্তুদেও মূল দেৱতা। প্ৰতিখন গাওঁ সমাজ মিলি তেওঁলোকে বাইশ বা বাস্তুদেও পূজা কৰে। এই পূজা বহাগ মাহত অনুষ্ঠিত কৰে। প্ৰতিখন চুবুৰি বা গাঁৱৰ পৰা কিছু আঁতৰত ঠাইত বাইশ দেওৰ থান নিৰ্দিষ্ট কৰা থাকে। বাইশ বা বাস্তু দেওৰ লগতে আন আন কেইবাটিও দেৱ-দেৱীৰ থান শাৰী পাতি থাপনা কৰা হয়। এই দেৱ-দেৱীবোৰ হ'ল ঃ কামাখ্যা, লখিমী, পাবনী, চৰাবৰী, আন্দাহুৰা, হমহমী, দমদমী, খাংখাণ্ডী, দাদৰী, বাৰ'দেও, ক্ষেত্ৰদেও, যাত্ৰাদেও। মূলত ঃ বাইশ দেওয়ে মূল দেও কাৰণে থানটোক বাইশশালী বুলি কোৱা হয়। নিয়ম অনুসৰি প্ৰতিটো দেৱ-দেৱীলৈ বলি আৰু মৰুৱা মদ উচৰ্গা কৰা হয়। বাইশ দেওক কাছ, কামাখ্যাক পঠা ছাগলী, লখিমীক কাছ, চৰাবৰীক গাহৰি, খাংখাণ্ডীক কুকুৰা চৰাই, আন্দাহুৰাক পঠা ছাগলী, বাৰ' দেওক কাছ বলি দিয়া হৈছিল। পিছে, বলি হিচাপে আজি কালি সকলোতে পঠা ছাগলীহে উচৰ্গা কৰা হয়।

হাজংসকলে এইবোৰ দেৱ-দেৱীৰ পূজা কৰাৰ উপৰি ভূত, প্ৰেত, অপদেৱতাৰ উপস্থিতিও বিশ্বাস কৰে। এইবোৰ অপশক্তিয়ে মানুহৰ গাত লম্ভি বেমাৰ-আজাৰ কৰে বুলি তেওঁলোকে মানে। সেই কাৰণে বিভিন্ন ৰোগৰ ক্ষেত্ৰত বিভিন্ন দেও-ভূতক তেওঁলোকে পূজা আগবঢ়ায়। এনে কিছুমান দেও-ভূত বা অপদেৱতা হ'ল ঃ ডাইনী, যখিনী, মাংকাবাৰী, ঝাৰাংদেও, মাছাং দেও, হুদুম দেও, শলাইবাৰী, পিঠাদেও, মইলাদেও, গংছ' দেও, পিটনি দেও, ফুল দেও, চুখ ধাপা দেও আদি।

হাজংসকল ভোজনবিলাসী আৰু আমিষহাৰী। বাঁহৰ গাঁজ, কচু আলু, কচুৰ পাত আৰু থোৰা, হিদুল (শুকান মাছ), শাক-পাতৰ শকুতা, কাছ-ডুবা মাছাং (মঙহ), লেবাশাক (চাউলৰ গুৰিৰে ৰন্ধা আঠালতীয়া তৰকাৰী), বিচি ভাত (ভাপত বনোৱা





বৰা চাউলৰ ভাত), বুকনি ভাত, ডিংপোৰা (কাক' বাঁহৰ চুঙাত বনোৱা বৰা চাউলৰ ভাত) তেওঁলোকৰ অতি প্ৰিয়। গাঁৱলীয়া কৃষিজীৱী হাজংসকলৰ প্ৰিয় খাদ্যক এনেদৰেও কোৱা হয়ঃ

ডিংপোৰা, বিচি ভাত,
হুৰুম, ধানখৈ, বুকনি;
কাউছা মাছাং, হিদুল মাছ
লেবা শাক, খাৰপানী।

হাজংসকল বনৰীয়া হৰিণা, পহু, গাহৰি আদি চিকাৰ কৰাত পাকৈত আছিল। তেওঁলোক বনৰীয়া জন্তুৰ লাদ আৰু খোজ নিৰীক্ষণ কৰি জালপাতি চিকাৰ ধৰিছিল। দ্বিতীয়তে ফান্দ পাতি শহাপহু, বন কুকুৰা, হাইতাল, কপৌ, আদি জীৱ-জন্তু চিকাৰ কৰিছিল। এসময়ত গাৰোপাহাৰ আৰু খাছিয়াপাহাৰৰ মইমনসিংহ জিলাৰ সীমান্ত অঞ্চলৰ হাজংসকল বনৰীয়া হাতী ধৰা কামতো নিপুণ আছিল। ব্ৰিটিছৰ দিনত এই অঞ্চলৰ জমিদাৰসকলে হাজংসকলৰ দ্বাৰা বনৰীয়া হাতী ধৰি ব্যৱসায় কৰিছিল। হাজংসকলে সাধাৰণতে চেঁপা, টুহা,·খোৰা আদিপাতি, জাকৈ বাই, জাল মাৰি, প'ল' মাৰি মাছ ধৰে।

হাজংসকল ধৰ্ম আচৰণৰ দিশত দুই শ্ৰেণীত বিভক্ত। যেনেঃ (১) হাজং শাক্ত আৰু (২) খাটল (বৈষ্ণৱ)। জনগোষ্ঠীয় পৰম্পৰা ধৰ্মীয় আচৰণত চলা লোকসকল হাজং শাক্ত আৰু যিসকল হাজঙে বৈষ্ণৱ পন্থা অৱলম্বন কৰি বৈষ্ণৱ, অধিকাৰী হৈছে তেওঁলোক খাটল বা বৈষ্ণৱ শ্ৰেণীৰ। শাক্তসকল মাছ-মঙহ, ঘৰুৱা মদ আদিৰ আমিষ আহাৰী আৰু পৰম্পৰা ৰীতি-নীতিত আস্থাশীল। আনহাতে খাটল শ্ৰেণীৰ লোকসকল বৈষ্ণৱ আচৰণত বিশ্বাসী। হাজংসকলৰ মাজত বৈষ্ণৱ ভক্তি ধৰ্মৰ প্ৰভাৱ পৰে ১৮শ শতিকাত। বংগৰ নৱ-বৈষ্ণৱ ভক্তি ধৰ্মৰ প্ৰৱৰ্তক চৈতন্যদেৱৰ শিষ্য-প্ৰশিষ্যই শৈলপদীয় হাজং বসতি অঞ্চললৈ আহি হাজং লোকক বৈষ্ণৱ ধৰ্মত দীক্ষিত কৰে। বৈষ্ণৱ গুৰু-গোসাঁইসকলে হাজং লোকক দীক্ষা দিয়াৰ লগতে বৈষ্ণৱ আচাৰ নীতি শিকাই অঞ্চলবিশেষে প্ৰশিক্ষিত হাজং বৈষ্ণৱ লোকক কৃষ্ণ নামত দীক্ষা দিয়াৰ কৰ্তৃত্বও প্ৰদান কৰে। দীক্ষা দিয়াৰ কৰ্তৃত্বপ্ৰাপ্ত হাজং বৈষ্ণৱ লোকসকলেই সমাজত অধিকাৰী বুলি গণ্য হয়। বৈষ্ণৱ অধিকাৰী হাজংসকলৰ কাৰো কাৰো ঘৰত শালগ্ৰাম বিগ্ৰহ আছে আৰু পুৰুষানুক্ৰমে এই শালগ্ৰাম বিগ্ৰহক বিষ্ণুদেৱতা হিচাপে নিতৌ পূজা-অৰ্চনা কৰি আহিছে। তেওঁলোকে জন্মাষ্টমী, ৰাধাষ্টমী, ৰাসযাত্ৰা, দোলযাত্ৰা

আদি বিশেষ বিশেষ তিথিত উৎসৱ-পাৰ্বণ উদ্‌যাপন কৰে। উৎসৱত ভাগৱত, ৰামায়ণ, মহাভাৰত, গীতা আদি পাঠ কৰি কৃষ্ণ স্তুতিৰে নাম-কীৰ্তন গায়। গৌড়ীয় বৈষ্ণৱ ধৰ্মত দীক্ষিত হৈ হাজং সমাজত নাম-কীৰ্তনৰ যোগেদি এই ধৰ্মত জনপ্ৰিয় কৰি তোলা হাজং বৈষ্ণৱ আছিল পাথুৰায়। তেওঁ বড়ু চণ্ডীদাসৰ ৰচিত শ্ৰীকৃষ্ণ কীৰ্তন পুথিৰ আধাৰত হাজং সমাজত কীৰ্তন গীতৰ প্ৰচলন কৰিছিল। হাজং সমাজত শ্ৰীমন্ত শংকৰদেৱ প্ৰৱৰ্তিত ভাগৱতী বৈষ্ণৱ ভক্তি ধৰ্মৰ প্ৰভাৱো পৰিলক্ষিত হয়। শ্ৰীমন্ত শংকৰদেৱ-মাধৱদেৱৰ এই বৈষ্ণৱ ভক্ত ধৰ্মত শৰণ লৈছিল ৰাখোৱাল নামৰ এজন হাজঙে। তেওঁ শংকৰদেৱ বিৰচিত নাটৰ আলমত 'বগাসুৰ বধ' ভাওনা হাজং সমাজত জনপ্ৰিয় কৰি তোলে। এই 'বগাসুৰ বধ' লোকনাট্য কলা হিচাপে হাজং সমাজত আজিও প্ৰচলিত।১২

হাজংসকলৰ সুকীয়া ভাষা আছে। ভাষাবিদসকলে হাজং ভাষাক তিব্বত-বৰ্মীয় ভাষা পৰিয়ালৰ বড়ো শাখাৰ অন্তৰ্ভুক্ত কৰিছে। এই জনগোষ্ঠীৰ ভৌগোলিক অৱস্থানৰ ভিত্তিত গাৰোপাহাৰ আৰু উত্তৰ মইমনসিংহৰ শৈলপদীয় অঞ্চলত থকা হাজংসকলৰ ভাষাক ড° সুনীতি কুমাৰ চেটাৰ্জীয়ে বাংলাৰ এটা স্থানীয় উপভাষা Western vanga বা মইমনসিংহ উপ ভাষা বুলি অভিহিত কৰিছে।১৩ ইয়াৰ বিপৰীতে অবিভক্ত গোৱালপাৰা জিলাৰ দক্ষিণ-পশ্চিম অঞ্চলৰ গাৰোপাহাৰ সীমাৰ 'ঝাৰ' অৰ্থাৎ হাবি-জংঘল অঞ্চলত বসবাস কৰা হাজং ভাষাক 'ঝাৰুৱা-ভাষা' বুলি ড° ধীৰেন্দ্ৰ নাৰায়ণ মজুমদাৰে উল্লেখ কৰিছে। ড° সুনীতি কুমাৰ চেটাৰ্জীয়ে হাজং ভাষাক বাংলাৰ এটা উপভাষা বুলি কৈছে যদিও ড° বাণীকান্ত কাকতিয়ে অসমীয়াৰ আৰ্যভিন্ন উপাদান শীৰ্ষক আলোচনাত হাজং ভাষাক উল্লেখ কৰি কৈছে ঃ হাজং ভাষা তিব্বত-বৰ্মীয় জতুৱা ঠাঁচ-খণ্ড বাক্যৰে বৈশিষ্ট্যপূৰ্ণ জনজাতীয় ভাষাৰ ৰূপেৰে পৰিপুষ্ট ভাষা।১৪ কাকতিয়ে হাজং ভাষা আৰু প্ৰাক শংকৰী যুগৰ অসমীয়া তিনিওগৰাকী কবিৰ কাব্যৰ ভাষাৰ সৈতে বহুক্ষেত্ৰত সাদৃশ্য পোৱা বুলি উল্লেখ কৰিছে। সাম্প্ৰতিক কালত হাজং জনগোষ্ঠী আৰু তেওঁলোকৰ ভাষা সন্দৰ্ভত এক বিশ্লেষণাত্মক অধ্যয়নেৰে ড° কান্তা চক্ৰৱৰ্তীয়ে তেওঁৰ গৱেষণা গ্ৰন্থত এই ভাষা সন্দৰ্ভত কৈছে ঃ 'হাজং ভাষাত বাংলা ভাষাৰ প্ৰভাৱ ব্যাকৰণিক গাঁথনিত নাই; কেৱল দুই এটা শাব্দিক মিল পোৱা যায়। হাজংসকলৰ বৰ্তমানৰ ভাষাক 'বাংলা — অসমীয়া মিশ্ৰিত' বুলি কৰা মন্তব্য সঠিক নহয়। ... হাজংসকল প্ৰাচীন কামৰূপৰ অন্তৰ্গত হোৱা কাৰণে পৰৱৰ্তী কালত ভাষাটো তদ্ৰূপ থলুৱা উপাদানেৰে গঢ় লৈ উঠিছে। হাজং ভাষাত মৌলিক শব্দ





ভাণ্ডাৰত এতিয়াও নিজস্ব ভাষাৰ নিদৰ্শন ৰক্ষিত হোৱাৰ উপৰি তিব্বত-বৰ্মীয় উচ্চাৰণভংগী আৰু ধ্বনিগত সাদৃশ্য আছে। যেনে ঃ অ'/ী ধ্বনিৰ উচ্চাৰণ এতিয়াও বিদ্যমান।১৫ হাজং সৰ্বসাধাৰণৰ কথিত ভাষাত স্বকীয় শব্দ, ৰূপ, বচন, প্ৰত্যয় আদি বৈয়াকৰণিক বিশিষ্টতা আছে। কথিত হাজং ভাষাৰ ধ্বনি আৰু ৰূপৰ বিশিষ্টতালৈ চাই এই ভাষাক বহল আঞ্চলিক পৰ্যায়ত দুই ভাগত ভগাব পাৰি। যেনে ঃ (১) দশকাহনীয়া-সুছঙী আৰু (২) মেছপাৰীয়া-কৰাইবাৰীয়া। এই দুই শ্ৰেণীৰ প্ৰথমটোৰে পশ্চিম কামৰূপী উপভাষা আৰু মান্য অসমীয়াৰ সৈতে ধ্বনিগত দিশত সাদৃশ্য আছে। দ্বিতীয়টোৰে গোৱালপৰীয়া উপভাষাৰ সৈতে মিল হোৱাৰ প্ৰৱণতা দেখা যায়। ড° উপেন ৰাভা হাকাচামে হাজং ভাষা সন্দৰ্ভত কৈছে ঃ "এই ভাষাৰ ৰূপ-বচন আৰু বাক্য গাঁথনি অসমীয়া আদি সংস্কৃতমূলীয় ভাষাৰ সৈতে সম্পৰ্কান্বিত যদিও আৰ্যভিন্ন নিজস্ব সম্বন্ধবাচক শব্দ, গৃহস্থালিৰ সা-সঁজুলি আৰু অন্যান্য সাংস্কৃতিক সমল বা উছৱ অনুষ্ঠানৰ নামসমূহেৰে ই স্বমহিমামণ্ডিত।১৬ তেওঁ এই ভাষাত উচ্চ বিবৃতৌষ্ঠ্য ধ্বনি উ'/ী (W)ৰ উপস্থিতি, নাসিক্য ধ্বনিৰ প্ৰাধান্য আদি ধ্বনি ৰীতি আৰু ব্যাকৰণিক ৰূপ আদি বড়ো, ৰাভা, গাৰো ভাষাৰ তুলনাৰে হাজং ভাষাটো অসমীয়াৰ এটি নৃগোষ্ঠীয় উপভাষা হিচাপে স্বীকৃতি পাবৰ যোগ্য বুলি মতপোষণ কৰে।

হাজংসকলৰ মাজত লিখিত সাহিত্যৰ প্ৰাচীন পৰম্পৰা পাবলৈ নাই। পিছে এই জনগোষ্ঠীৰ ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, আনন্দ-উছৱ, মানসিক চিন্তাধাৰা, জনবিশ্বাস আদি বিবিধ অভিজ্ঞতা তেওঁলোকৰ লোক-সাহিত্যৰ অন্তৰালত নিহিত হৈ আছে। এই জনগোষ্ঠীৰ গীত-পদ, ফকৰা, যোজনা, প্ৰবচন, সাঁথৰ, সাধুকথা আদি লোক-সাহিত্যৰ সমলসমূহ তেওঁলোকৰ জনসমাজত মৌখিক পৰম্পৰাৰে প্ৰচলিত।

হাজং ভাষা-সাহিত্য চৰ্চাৰ ক্ষেত্ৰত হাজংসকলৰ সামাজিক সংগঠন 'উত্তৰ-পূব ভাৰত হাজং উন্নয়ন সমিতি' আৰু 'মেঘালয় হাজং কল্যাণ' সমিতি'ৰ ভূমিকা উল্লেখনীয়। এই সংগঠন দুটাই কুৰি শতিকাৰ নব্বৈৰ দশকত পোন প্ৰথম হাজং ভাষা, কৃষ্টি-সংস্কৃতিৰ সজাগতা সৃষ্টি কৰে আৰু হাজং ভাষাটোক লিখিত ৰূপ দিবলৈ প্ৰযত্ন কৰে। সামাজিক সংগঠন দুটাই অধিৱেশনসমূহৰ উপলক্ষ্যত হাজং আৰু অসমীয়া ভাষাত স্মৃতিগ্ৰন্থ, মুখপত্ৰ আদি প্ৰকাশ কৰে। ইয়াৰ পিছতে সাহিত্যানুৰাগী সমাজসেৱী লোকৰ দ্বাৰা মেঘালয়ৰ তুৰাক কেন্দ্ৰ কৰি ১৯৯৫ খ্ৰীষ্টাব্দত 'হাজং ভাষা উন্নয়ন সমিতি' গঠন হয় আৰু হাজং ভাষাক লিখিত ৰূপ দিবলৈ অসমীয়া লিপি গ্ৰহণ কৰে। 'অসম হাজং জাতীয় পৰিষদ' আৰু 'মেঘালয় হাজং কল্যাণ সমিতি'য়েও হাজং ভাষা

লিখাৰ ক্ষেত্ৰত অসমীয়া লিপিকেই গ্ৰহণ কৰিছে। হাজং ভাষাৰ চিন্তা-চৰ্চা আৰু লিখিত সাহিত্য সৃষ্টিৰ উদ্দেশ্যত পশ্চিম গাৰোপাহাৰ জিলাত ১৯৯৯ খ্ৰীষ্টাব্দত 'হাজং ভাষা বিকাশ পৰিষদ' আৰু ২০০০ খ্ৰীষ্টাব্দত 'হাজং সাহিত্য সভা' নামেৰে দুটা সংগঠনৰ জন্ম হয়। ইতিমধ্যে গাইগুটীয়া প্ৰচেষ্টা আৰু সংগঠনসমূহৰ উদ্যোগত প্ৰকাশিত হৈ অহা হাজং ভাষাৰ আলোচনীসমূহ হ'ল ঃ (১) চেতনা (১৯৮৩), (২) জোছনা (১৯৮০), (৩) দ'হাৰ (১৯৯২), (৪) হলক (১৯৯৩), (৫) জিঙুৰা, (৬) সেঙনিলী (১৯৯৭), (৭) ৰাও (১৯৯৭), (৮) খজ (১৯৯৯)। ইয়াৰোপৰি হাজং ভাষা বিকাশ পৰিষদৰ উদ্যোগত এঘাৰটি হাজং কবিতা সংকলন পুথি আৰু চুটি গল্পৰ দুটা সংকলন প্ৰকাশিত হৈছে। ব্যক্তিগত প্ৰচেষ্টাৰে হাজং গাহেন, কবিতা আৰু গল্পৰ সংকলনো প্ৰকাশ পাইছে। শ্ৰীহাজং অৰ্ণৱৰ 'শ্ৰীগুৰুজী'ৰ জীৱন চৰিত, শ্ৰীমদ ভগবদ গীতা আৰু বীৰেন হাজঙৰ 'হাজং সমাজ-সংস্কৃতিলা কথা' হাজং ভাষাৰ গদ্যত প্ৰকাশিত কিতাপ। সেয়ে হ'লেও হাজং ভাষাত প্ৰকাশিত পুথি-কিতাপ সংখ্যাত তাকৰ। হাজং ভাষা-সাহিত্যই আশানুৰূপ বিকাশ আৰু গুণগত উৎকৰ্ষ সাধন লাভ কৰিবলৈ এতিয়াও সমৰ্থ হোৱা নাই বুলিব পাৰি। এই জনগোষ্ঠীৰ মাজৰ পৰা কেইজনমান বিশিষ্ট লেখকে অসমীয়া মাধ্যমেৰে স্বকীয় ভাষা-সাহিত্য সংস্কৃতিৰ চৰ্চা কৰি আহিছে। তেওঁলোকৰ ভিতৰত প্ৰৱেশ হাজং, বীৰেন হাজং, কানুৰাম হাজং, ৰতন কুমাৰ ৰায় হাজং, নীলমাধৱ হাজং, বাসুদেৱ হাজং, ৰঞ্জিৎ হাজং, সতীন্দ্ৰ হাজং আদিৰ নাম উল্লেখযোগ্য। হাজং ভাষা, সাহিত্য-সংস্কৃতিৰ চৰ্চাত অসমৰ ভাষাতাত্ত্বিক গৱেষক, সাহিত্যিকসকলেও বিশেষ প্ৰযত্ন কৰিছে। এই ক্ষেত্ৰত ড° উপেন ৰাভা হাকাচাম, ড° কান্তা চক্ৰৱৰ্তী আৰু ভৱেশ দাসৰ অৱিহণা শলাগ ল'বলগীয়া। বিশেষকৈ ড° ৰাভা হাকাচামে ভাষাতাত্ত্বিক দিশেৰে বিস্তৃত আলোচনাৰে 'হাজং ভাষা'ক অসমৰ এটি নৃগোষ্ঠীয় ভাষা হিচাপে চিহ্নিত কৰাটো অতি প্ৰণিধানযোগ্য। হাজংসকলৰ সামাজিক-সাংস্কৃতিক অনুষ্ঠানসমূহেও হাজং ভাষা-সাহিত্য-সংস্কৃতিৰ বিকাশ আৰু উন্নয়নৰ প্ৰচেষ্টা অব্যাহত ৰাখিছে। অসমৰ বড়ো, ৰাভা আদি জনগোষ্ঠীৰ তুলনাত এই জনগোষ্ঠীৰ সংখ্যা তাকৰ আৰু তেওঁলোক বিভিন্ন অঞ্চলত আঁতৰে আঁতৰে বসবাস কৰে। আনহাতে হাজংসকলৰ মাজত শিল্প-সাহিত্যানুৰাগী লোকৰ সংখ্যাও আশানুৰূপ নোহোৱাত হাজং ভাষা-সাহিত্যৰ বিকাশৰ গতি মন্থৰ। ভাষা-সাহিত্য-সংস্কৃতিৰ অধ্যয়নপুষ্ট লেখকসকলে হাজং ভাষাত একনিষ্ঠভাৱে লিখি থাকিলে হাজং ভাষা-সাহিত্যই গতিশীল হৈ আগবাঢ়ি যাব পাৰিব।





প্ৰসংগ সূচী আৰু পাদটীকা ঃ


১। Endie, Sidney : The Kocharis, (1911) Appendix I.

২। Dalton, E.T. :Tribal History of Eastern India,(1978)p.87-88.

৩। Chatterjee, Dr. S. K. : Kirata janakrti (1974), p. 46.

৪। Brahma, Dr. K. : Aspects of Social customs of the Bodos (1989), p. IV.

৫। শৰ্মা, শিৱানন্দ ঃ গোৱালপাৰা জিলাৰ ইতিহাস, পৃ: ২৬.

৬। Majumdar, Dr. D.N. : Hinduised communities of western Meghalaya in 'Garo Hills and the People' 1984 (ed.) I. S. Gassah.

৭। Sharmas Dr. T.C. : The Indo-Mangoloid and their contribution to the culture and civilization of India. Bulletin, Vol. I (1983), the Assam Research Institution.

৮। হাজৰিকা, ৰজনীকান্ত ঃ মঙ্গল কছাৰীৰ গুপ্ত ইতিহাস (১৯৮৫), পৃ ঃ ৭৬.

৯। Martin, M. : Eastern India, p. 552.

১০। Gupta, Pramatha : Tribal people In Liberation Struggle. (1963), p. 22

১১। দ্ৰষ্টব্য ঃ হাজং, কানুৰাম ঃ হাজং সমাজ, বিশ্বকোষ (নৱম খণ্ড) সমাজ আৰু সংস্কৃতি (ন-য়)ৰ নিবন্ধ, মুখ্য সম্পাদক ঃ ড° মহম্মদ তাহেৰ (২০০৬) পৃ ঃ ৮৮২ - ৮৮৬.

১২। Hajong, Manoranjan Roy : A brief History and culture of the Hajongs, (2001) p. 11.

১৩। Chatterjec, Dr. S. K. : Origin and Development of Bengali Language (1975) (1926) p. 72, 501, 509.

১৪। কাকতি, বাণীকান্ত ঃ অসমীয়া ভাষাৰ গঠন আৰু (অনু: হাজৰিকা, বিশ্বেশ্বৰ) বিকাশ (২০০২), পৃ: ৩১৬-৩১৭.

১৫। চক্ৰৱৰ্তী, কান্তা ঃ হাজং জনগোষ্ঠী আৰু তেওঁলোকৰ ভাষা ঃ এক বিশ্লেষণাত্মক অধ্যয়ন (২০০১), পৃ ঃ ১৮৯. (অপ্ৰকাশিত গৱেষণা পত্ৰ)

১৬। হাকাচাম ৰাভা, উপেন ঃ অসমীয়া আৰু অসমৰ তিব্বত-বৰ্মীয় ভাষা (২০০০) পৃ. ১৭-১৮.এ

# বড়ো জনজাতি ঃ সমীক্ষাত্মক অধ্যয়ন

ৰত্নেশ্বৰ বসুমতাৰী

**বড়োসকলৰ পৰিচয় ঃ** 'বড়ো' শব্দৰ প্ৰকৃত অৰ্থ কি? বডোৰ গূঢ়তম তথ্য কি? ভাবি-চিন্তি, গুণি-গুথি ফহিয়াই চোৱা উচিত হ'ব। নৃতত্ত্ববিদসকলৰ মতে বডোসকলৰ প্ৰাচীন আদিভূমি যেতিয়া তিব্বতেই আছিল সেই হেতুকে তেওঁলোক বোড আছিল। এই বোড় শব্দৰ পৰাই বড়ো হৈছে। বোড় বোডো-ব'ডো-বড়ো-বৰো। কিছুমান পণ্ডিতৰ মতে বড়ো-বোট্-ভোট হৈছে। গতিকে ভৈয়ামৰ কছাৰীসকল হৈছে বড়ো বা বড়ো আৰু পৰ্বতীয়া কছাৰীসকলৰ ভোট— একেই তিব্বতীসকলৰেই বংশধৰ। সেই কাৰণেই তিব্বতী 'বোড' পৰ্বতীয়া, ভুটীয়া ভোট আৰু ভৈয়ামৰকছাৰী বড়োসকল একেই গোষ্ঠীৰেই মানুহ। পিছত এই বড়োসকল তিব্বতী আৰু ভোট বা ভুটীয়াসকলৰ লগত কুৰ্মা বা আত্মীয়ৰ নিচিনা হৈ অৱশেষত এটা বেলেগ গোষ্ঠী হিচাপে নিজকে চিনাকি দিয়ে। (বিষ্ণু ৰাভাৰ ৰচনাৱলী পৃষ্ঠা ৩৪৪)।

জাতীয় পৰিচয়ৰ ফালৰ পৰা যে অসমৰ বড়োসকল বৃহৎ ফৈদৰ অবিচ্ছেদ্য অংগ এই কথা Rev. Sidney Endle, G.A. Grierson, S.K. Chatterji ৰ দৰে মহান পণ্ডিতসকলে যুক্তিপূৰ্ণভাৱে নিজ নিজ অভিমত ব্যক্ত কৰি গৈছে। S. K. Chatterji ৰ Jana-Kriti নামৰ পুথিখনত এঠাইত এনেদৰে লিখিছে "...The Bodos, who spread over the whole of the Brahmaputra Valley and North Bangal as well as East Bengal, forming a solid block in North-Eastern Indo, were the most important India Mongoloid people in Eastern India, and they form one of the main basis of two present day population of these tracts.[2] চ্যাটাৰ্জীৰ এই উক্তিয়ে মংগোলীয় ফৈদৰ লোকৰ লগত ভাৰতীয় লোকৰ যোগসূত্ৰৰ প্ৰাচীন ইতিহাস সোঁৰৰায়। তেখেতে ভাৰতত বসবাস কৰা মংগোলীয়সকলক 'Indo-Mongoloid আৰু Kirata' — এই শব্দ দুটিৰে নামকৰণ কৰিছে।





আনকি এই বিশাল ভূ-খণ্ডত কৈৰাতজঃ ধৰ্মই প্ৰাধান্য লাভ কৰা বুলিও গ্ৰন্থৰ আন এঠাইত উল্লেখ আছে। গতিকে দেখা গ'ল বড়োসকল পূৰ্ব ভাৰতত বসবাস কৰা মংগোলীয় ফৈদৰ মানুহৰ লগত অতঃপ্ৰোতভাৱে সম্পৰ্ক থকা। এই বিশাল ভূ-খণ্ডত তেওঁলোকৰ বসবাস সম্পৰ্কে কোনো নিৰ্দিষ্ট চন-তাৰিখ নিৰ্ধাৰণ কৰি ঐতিহাসিক তথ্যসহকাৰে যুক্তিযুক্ততা প্ৰতিপন্ন কৰিবলৈ কঠিন যদিও এই কথাও কোনোৱে নুই কৰিব নোৱাৰে যে কেইবা হাজাৰ বছৰ পূৰ্বে বড়োসকলে কোনো প্ৰাকৃতিক বা ভৌগোলিক কাৰণত এই বিশাল ভূ-খণ্ডত থিতাপি লৈছিলহি আৰু এক সুকীয়া সাংস্কৃতিক, ভাষিক বৈশিষ্ট্যৰে এই অঞ্চলৰ বিভিন্ন ভাষিক সম্প্ৰদায় আৰু বিভিন্ন সাংস্কৃতিক মূলৰ মানৱ প্ৰজাতিৰ লগত পাৰস্পৰিক দিয়া আৰু লোৱাৰ বিনিময়েৰে বসবাস কৰিছিল। এই ক্ষেত্ৰত চ্যাটাৰ্জীয়ে এনেদৰে মন্তব্য কৰিছে— "Cultural assimilations went hand in hand with a large amount of social fusion, people of the above mentioned races with Austic, Dravidian and Aryan speech (as well as Mongoloid or Sino-Tibetan speech in-Himalayan and North-Eastern India) Inter marriage with each other."

কিৰাত অৰ্থাৎ মংগোলীয় সংস্কৃতি আৰু সভ্যতাই অসম আৰু পূৰ্ব-ভাৰতত প্ৰভাৱ বিস্তাৰ কৰা সম্পৰ্কে কাৰো দ্বিমত নাই। পূব ভাৰতৰ জনগাঁথনিত কিৰাত উপাদান সহজে অনুমেয়। আনকি অষ্ট্ৰিক ভাষা পৰিয়ালৰ অবিচ্ছেদ্য অংগ খাচি আৰু জয়ন্তীয়াসকল জাতিগতভাৱে মংগোলীয় ফৈদৰহে। যজুৰ্বেদ, অথৰ্ববেদ, ৰামায়ণ, মহাভাৰত, কালিকাপুৰাণ, যোগিনীতন্ত্ৰ, কছাৰী বুৰঞ্জী আৰু দৰঙ্গ ৰাজবংশাৱলী আদিত কিৰাত লোক আৰু আচাৰ-বিচাৰ সম্পৰ্কে তথ্য বিস্তাৰিত হৈ আছে। যোগিনীতন্ত্ৰত প্ৰাচীন কামৰূপৰ ধৰ্মক কৈৰাতজঃ বুলি উল্লেখ আছে। চ্যাটাৰ্জীৰ মতে—ই অনাৰ্য লোকক বুজায়। তেখেতে লিখিছে—"...The term Kirates indicated the non-Aryan tribes living in the mountains, particularly, the Himalayas and in the North-Eastern areas of India, who were Mongoloid in origin. These Kiratas were connected with the Cinas or the Chinies, the Bhotus or the Tibetans and other Mongoloid people."[3]

নিঃসন্দেহে কিৰাত শব্দই বড়োসকলকেই সামৰি লৈছে। কামৰূপ, প্ৰাগজ্যোতিষপুৰ আৰু পিছলৈ অসম নামেৰে জনাজাত এই ঐতিহাসিক বিশাল ভূ-খণ্ডত বড়োসকলৰ কেবাশ বছৰীয়া, সাংস্কৃতিক ইতিহাস ঠাহ খাই আছে। এই বিশাল

ভূ-খণ্ডত আহোমসকলে পদাৰ্পণ কৰাৰ কেবাশ বছৰ আগতেই কৈৰাত ফৈদৰ মহিৰংগ দানৱ নৰকাসুৰ, বাণৰজা, ভীষ্মক ৰজা, ভগদত্ত, হিৰিম্বাকে আদি কৰি তুলাৰাম সেনাপতিলৈকে বিভিন্ন ফৈদৰ ৰজাই ৰাজত্ব কৰিছিল বিভিন্ন ৰাজ্যৰ নামেৰে। উক্ত কছাৰী ৰজাসকলৰ অন্তৰ্কলহৰ ফলত কেইবাটাও সৰু সৰু গোটত বিভক্ত হৈ ৰাজ্য স্থাপন কৰিছিল। এই ক্ষেত্ৰত গৱেষক পণ্ডিত ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যই এনেদৰে ব্যক্ত কৰিছে — "The Boro people including their western and eastern branch had royal glories as we gather from records of history. The western section of the old Bodos (Kacharis) occupaied the thornes of Koch-Bihar, Bijini, Darrang and Beltola. An eastrn branch is the name of Chutiya as also eastablished a powerful kingdom with its capital near Sadiya... and then section of the eastern Boros maintained their kingdom with capital at dimapur, Maibong and Khaspur against the continous invason of Ahoms and neighbouring power upto the advent section of the Boros is known to as Dimasa or Dimasa Kachari (Hills Kachari)."[4]

গতিকে বড়ো ৰজাসকলৰ অন্তৰ্কলহ, আহোম আৰু মানৰ আক্ৰমণ আৰু পাছলৈ ব্ৰিটিছৰ সাম্ৰাজ্যবাদী অগ্ৰাসন এনে নানা শক্তিৰ প্ৰভাৱত বড়ো ৰজাসকলৰ অস্তিত্ব থানবান হৈ কালৰ সোঁতত নিঃচিহ্ন হৈছিল আৰু বড়োসকলে নানা প্ৰাকৃতিক দুৰ্যোগ আৰু ৰাজনৈতিক পাকচক্ৰত পৰি বিভিন্ন ঠাইলৈ সিঁচৰতি হৈ পৰিছিল। উল্লেখযোগ্য কথাটো হ'ল বড়ো ৰজাসকলৰ লিখিত বুৰঞ্জীৰ অভাৱত সাম্প্ৰতিক কালত বড়ো জাতিৰ ঐতিহাসিক ধাৰাবাহিকতাৰ ওপৰত অধিক মন্তব্য আগবঢ়াবলৈ কঠিন হৈ পৰিছে।

বৃহৎ মংগোলয়ড় গোষ্ঠীৰ তথা প্ৰজাতিৰ আদি বাসস্থান চাইবেৰীয়া আৰু মংগোলীয় দেশ। আনুমানিক দুহাজাৰ খ্ৰীষ্টীয় পূৰ্বে ইয়াৰ এটা ভাগ ইউৰোপ মহাদেশলৈ, দ্বিতীয় ভাগটো চাইবেৰীয়াইদি বেৰিং প্ৰণালী হৈ উত্তৰ আমেৰিকা আৰু জাপান দ্বীপপুঞ্জৰ ফালে, তৃতীয় ভাগটো দক্ষিণ ফালেদি হোৱাংহো উপত্যকাইদি নামি আহি তিব্বত মালভূমিত বাস কৰিবলৈ লয়। কালক্ৰমত তিব্বতত বাস কৰা ঠালটোৰ এটা অংশই ''ভোট' বা 'বোড' নাম লয় আৰু ব্ৰহ্মপুত্ৰৰ শিৰলু ধৰি অসমত প্ৰবেশ কৰে। এওঁলোকেই 'বড়ো' বা 'বড়ো' নামেৰে জনাজাত হ'ল।

গতিকে দেখা গ'ল 'বড়ো' শব্দৰ পৰাই 'বড়ো' শব্দ ওলাইছে সঁচা কথা! কিন্তু 'বড়ো' বুলি ক'লে অকল বড়ো ভাষী বড়ো কছাৰীক বুজিব নালাগে। ভাষাবিদসকলে





বড়ো শব্দটো বিস্তাৰিত আৰু অতি ব্যাপক অৰ্থত প্ৰয়োগ কৰে। ভাষাতত্ত্বৰ ফালৰ পৰা বিচাৰ কৰি চালে অসম তথা উত্তৰ-পূব ভাৰতৰ জনজাতি লোকক প্ৰধানকৈ দুটা ভাগত ভাগ কৰা হয়। প্ৰথমটো হ'ল অষ্ট্ৰিক আৰু দ্বিতীয়টো মংগোলীয় তথা চীন-তিব্বতীয়। খাছী, জয়ন্তীয়া, চিনটেং আদি মেঘালয়ত থকা জনজাতি লোকক অষ্ট্ৰিকভাষীৰ লোক বুলি কোৱা হয়। নৃতাত্ত্বিকজনিত বিচাৰত তেওঁলোকক মংগোলয়ড় বুলি ঠাৱৰ কৰা হয়। চীন-তিব্বতীয় ভাষা-ভাষীসকলক প্ৰধানকৈ দুটা শ্ৰেণীত বিভক্ত কৰা হয় — তিব্বতবৰ্মী আৰু চীন-শ্যাম। চীন-শ্যাম শাখাৰ টাই বা শ্যামভাষীসকল হ'ল টাই-আহোম, খামটি, চিংফৌ, ফাকিয়াল, নৰা, আইতনীয়া, তুৰুং, শ্যাম ইত্যাদি। তিব্বতবৰ্মী ভাষা-ভাষীক তিনিটা শাখাত ভাগ কৰা হয়। যেনে— তিব্বত-হিমালয়, উত্তৰ অসম আৰু অসমবৰ্মী। তিব্বত-হিমালয় শাখাৰ লোকৰ সংখ্যা অসমত তাকৰ। এই শাখাৰ লোকসকল তিব্বতীয়া, ভুটীয়া, ৰায়, লিম্বু, গুৰুং ইত্যাদি। উত্তৰ অসম শাখাৰ অঁকা, ডফলা, আবৰ (আদি), মিচিং, মিচিপি, গালং, মোমবা, ছেৰডুক্পেন ইত্যাদিয়েই প্ৰধান। এই বড়ো বা বড়োসকলক ভাৰতৰ বিভিন্ন ৰাজ্যত বিভিন্ন নামেৰে নামকৰণ কৰা দেখা যায়। যেনে বিহাৰত থকা বড়োসকলক হাজাৰী, পশ্চিমবংগত মেছ, বাংলাদেশত হাজং, অসমৰ বিভিন্ন ঠাইত বড়ো, বড়ো-কছাৰী, কছাৰী, মেছ, সোণোৱাল কছাৰী, ঠেঙাল-কছাৰী, দেউৰী-চুতীয়া কছাৰী, শৰণীয়া কছাৰী, মদাহী, গাৰো, মৰাণ, মটক ইত্যাদি নামেৰে তেওঁলোক জনাজাত। ঠিক সেইদৰে তিব্বতবৰ্মী ভাষা পৰিয়ালৰ (Tibeto-Burmese Language Family)ৰ কেইবাটাও শাখাৰ এটা প্ৰধান শাখাৰ নাম হৈছে— বড়ো বা বড়ো শাখা। এই শাখাৰ অন্তৰ্গত গোষ্ঠীৰ ভাষাবোৰ হৈছে— বড়ো, ডিমাছা, তিপ্ৰা বা কক্বৰক্, গাৰো, ৰাভা, টিৱা, দেউৰী, চুতীয়া, কোচ ইত্যাদি। আদিতে এই ভাষাবোৰৰ ৰূপ একেই আছিল। পৰৱৰ্তী কালত সময়ৰ কোবাল সোঁতত ভৌগোলিক, ৰাজনৈতিক, অৰ্থনৈতিক কাৰণত তথা যুদ্ধ-বিগ্ৰহ, প্ৰাকৃতিক দুৰ্যোগ, থকা-খোৱা আৰু খাদ্যৰ সন্ধানত বৃহত্তৰ বড়োশাখাৰ মানুহবোৰ কেইবাটাও দলত বিভক্ত হৈ যুগে যুগে ভিন ভিন ঠাইত থাকিব লগীয়া হোৱাত প্ৰতিটো দলৰ ভাষাত ভাষাৰ বিকৃতি ঘটিল। তাৰ উপৰি বিভিন্ন ৰাজ্যৰ মাজত আহ-যাহৰ সম্বন্ধ নোহোৱাত আৰু অন্য চহকী প্ৰভাৱশালী ভাষাৰ প্ৰভাৱত পৰি ধৰ্মান্তৰ হোৱাৰ ফলত নিজৰ ভাষা সলনি হৈ পৃথক হ'ল। আনকি কিছুমান ফৈদে বড়ো ভাষাক সম্পূৰ্ণভাৱে পাহৰি পেলালে। ভাষা নাইকিয়া হোৱা অথবা ভাষা সলনি হোৱাৰ লগে লগে কোনোৱে নিজকে বড়ো নহয় বুলি বিচ্ছিন্ন মনোভাব পোষণ কৰা দেখা যায়। গতিকে বড়ো বা বড়ো বুলি ক'লে কেৱল বড়ো কছাৰীকহে বুজিব নালাগে। বড়োবা বড়ো

বুলি ক'লে বড়ো-কছাৰীৰ বাহিৰেও ডিমাছা-কছাৰী, সোণোৱাল-কছাৰী, ঠেঙাল-কছাৰী, দেউৰী, চুতীয়া, কক্বৰক্ ইত্যাদি ভাষাকো একেলগে বুজায়।

নৃতাত্ত্বিক জাতি-গোষ্ঠীৰ বিচাৰত অসমৰ জনজাতিসকলক মংগোলীয় গোষ্ঠীত স্বাক্ষৰ বহনকাৰী বড়োসকলৰ শাৰীৰিক বৈশিষ্ট্যৰ মূল হ'ল মূৰ চুটি, নাক চেপেটা, সৰু চকুৰা, কপাল বহল, কম গুফীয়া, কলাফুল শকত আৰু দেহৰ বৰণ তামবৰণীয়া। অসমৰ জনজাতিসকলক মুখ্যতঃ মংগোলীয় গোষ্ঠীত ধৰা হয় যদিও সাম্প্ৰতিক নৃতাত্ত্বিক গৱেষণাই প্ৰমাণ কৰিছে যে তেওঁলোকৰ শাৰীৰিক গঠনত অনা মংগোলীয় প্ৰভাৱো বিদ্যমান। বৰ্তমান এওঁলোকৰ মংগোলীয় প্ৰভাৱ বহু পৰিমাণে পৰিবৰ্তন হোৱা পৰিলক্ষিত হৈছে।

আজিৰ পৰা প্ৰায় পঞ্চাশ বছৰ পূৰ্বে Frank Matthias Harmanns নামৰ পণ্ডিত এগৰাকীয়ে এই প্ৰসংগৰ লগত খাপ খোৱাকৈ অতিযুক্তিপূৰ্ণ এষাৰ মন্তব্য আগবঢ়াইছে— "As is the case with the Mache (Mach) so also with the Kachari (Boro), the Mongoloid features are very prominent, the strong check bones, slit-eyes, a sligat growth of thair on body and scant beard. They are shorter and more stocky than the Indians of the North-East."[১]

অসমৰ আদিবাসী বড়োসকল আহোম আৰু আৰ্যসকলৰ কেইবাশ বছৰ আগতে হিমালয়ৰ সিপাৰৰ সুদূৰ মংগোলীয় দেশৰ পৰা কৃষি উপযোগী আৰু উপযুক্ত বাসস্থান বিচাৰি অসমৰ উত্তৰ-পূব আৰু উত্তৰ পশ্চিম চুকেদি অসমত প্ৰৱেশ কৰি ব্ৰহ্মপুত্ৰ, বৰাক, কপিলী আৰু ইয়াৰ উপনদীবোৰৰ পাৰে পাৰে বসবাস কৰিবলৈ লয়। তাৰ প্ৰমাণ বৰ্তমানৰ অসমৰ নদ-নদী, জান-জুৰি, বিল আৰু ঠাইৰ নামৰ পৰাই সুস্পষ্টভাৱে জনা যায়। তাহানিৰ কামৰূপৰ বাহিৰেও অতীজৰ বংগদেশ, বিহাৰ, উৰিষ্যা, পূব পাকিস্তান, নেপালৰ কোনো কোনো ঠাইত এওঁলোকে প্ৰবল প্ৰতাপেৰে শাসন কৰাৰ প্ৰমাণ পোৱা যায়। Captain Fisher 1 মতে The Boro-Kachari kingdom comprised Assam, Sylhert, Mymensing, The Valley to the east of the Brahmaputra rivers. ছাৰ এড্‌ৱাৰ্ড গেইট চাহাবে কৈছে "The major part of Assam and North-East Bengal formed a great Bodo Kachari kingdom." দুখৰ বিষয় অসম বুৰঞ্জী আৰু ভাৰত বুৰঞ্জীত ইয়াৰ উপযুক্ত সমল বিচাৰি পোৱা নাযায়। কিন্তু ভাৰতৰ আদি আৰু প্ৰাচীনতম মহাকাব্য মহাভাৰত, ৰামায়ণ, কালিকা পুৰাণ আৰু যোগিনীতন্ত্ৰ শাস্ত্ৰবোৰত উল্লেখিত কিৰাত, ঘটক, দানৱ, অসুৰ আদি নামেৰে আৰু পিছলৈ বৰাহী, মৰাণ, চুতীয়া, বৰ্মন, পালজিতাৰী,





কোচ-ৰাজবংশী আদি নামেৰে প্ৰাচীন কামৰূপ তথা অসমখনত মহাপ্ৰতাপেৰে ৰাজত্ব কৰিছিল।

ইতিহাসৰ পাত মেলি চালেই দেখা যায় যে অসম নাম পোৱাৰ আগতে প্ৰাচীন কালত কামৰূপ, প্ৰাগজ্যোতিষপুৰ, হিড়িম্বাপুৰ, শোণিতপুৰ, কুণ্ডিল, কমতাপুৰ, ডিমাপুৰ, খাছপুৰ ইত্যাদি ৰাজ্যত মহীৰংগ দানৱকে আদি কৰি নৰক, ভগদত্ত, বাণৰজা, ভীষ্মক, কুমাৰ ভাস্কৰ বৰ্মা, হিড়িম্ব, ঘটোৎকছ, মহামাণিক্য, নৰনাৰায়ণ, ঈৰাগদাউ, তুলাৰাম সেনাপতি ইত্যাদি অনেক অনাৰ্য ৰজা-মহাৰজাই ৰাজত্ব কৰিছিল। এওঁলোক বৃহত্তৰ বড়ো গোষ্ঠীৰেই বিভিন্ন ফৈদৰ পূৰ্বপুৰুষ তথা ৰজা-মহাৰজা আছিল। তেওঁলোক আৰ্য প্ৰজাতিৰ লোক নোহোৱা হেতুকে অনাৰ্য, অসুৰ, দৈত্য-দানৱ বুলি বুৰঞ্জীবিদ, শাস্ত্ৰজ্ঞসকলে ভাৰতৰ প্ৰাচীন মহাকাব্য মহাভাৰত, ৰামায়ণ, যোগিনীতন্ত্ৰত উল্লেখ কৰিছে। ইতিহাসে ঢুকি নোপোৱা দিনৰ পৰা ১৮ শতিকাৰ মধ্যভাগলৈকে ডিমাপুৰৰ ৰাজবাৰী, খাছপুৰৰ ৰাজগৃহৰ ধ্বংসাৱশেষ, শিলকাটি (Rock cut Temple) তৈয়াৰ কৰা মাইবাং চহৰৰ মন্দিৰ আদি বৃহত্তৰ বড়ো জাতিৰ অতীত ইতিহাস আৰু সভ্যতাৰ গৌৰৱোজ্জ্বল অধ্যায়ৰ অনন্য জীৱন্ত কীৰ্তিস্তম্ভ।

**বড়ো সমাজ আৰু সংস্কৃতি ঃ**

বড়োসকল অসমৰ প্ৰাচীনতম বুৰঞ্জীপ্ৰসিদ্ধ সৰ্ববৃহৎ জনগোষ্ঠী। তেওঁলোক বৃহত্তৰ মংগোলীয় প্ৰজাতিৰ অন্তৰ্গত আৰু ভাষাৰ ফালৰ পৰা তিৰ্ব্বতমৰ্বী ভাষা। বড়োভাষী লোকক লৈয়ে বড়ো সমাজ আৰু বড়ো জাতি গঢ়ি উঠিছে। ইতিহাসে ঢুকি নোপোৱা সময়ৰ পৰা ভাৰতৰ উত্তৰ-পূৰ্বাঞ্চলত অন্যান্য মংগোলীয় গোষ্ঠীৰ লোক সমন্বিতে আৰ্যসকলৰ আগমনৰ পিছত আৰ্য-অনাৰ্যৰ সংমিশ্ৰণত মানৱ সভ্যতাৰ পাতনি মেলি সামাজিক, সাংস্কৃতিক, অৰ্থনৈতিক আৰু ৰাজনৈতিক জীৱনধাৰাৰ অংশীদাৰ হৈ পৰিছে।

বড়োসকলে নিজস্বভাৱে সমাজপাতি বসবাস কৰি আহিছে। অসমৰ প্ৰতিখন জিলাতে বুজনসংখ্যক বড়ো জনগোষ্ঠীৰ লোক বাস কৰে। ঘৰসজা পদ্ধতিকে ধৰি বাৰী-বস্তিৰ ব্যৱস্থা, সামাজিক ৰীতি-নীতি, বিবাহ পদ্ধতি, ধৰ্মীয় বিশ্বাস আৰু ৰীতি-নীতি, বিভিন্ন জনবিশ্বাস, ধ্যান-ধাৰণা, নিজস্ব খাদ্য অভ্যাস, জন্ম-মৃত্যুৰ বিবিধ নিয়ম-নীতি মানি অতীতৰ পৰা সুশৃংখল সামাজিক জীৱন পৰিচালিত কৰাৰ লগতে বিভিন্ন জাতীয় উৎসৱ-পাৰ্বণ, ৰং-ৰহইচ, বিভিন্ন ধৰণে পূজা-পাতল কৰি সুখে-দুখে ভৰা জীৱনক সাৰ্থক ৰূপত তুলি ধৰা দেখা যায়। বড়োসকলৰ নিজস্ব সামাজিক ৰীতি-নীতি, ধৰ্মীয় বিধি-বিধান, সাজ-পোছাক আৰু মাতৃভাষাই তেওঁলোকৰ জাতিগত পৰিচয় দাঙি ধৰাৰ লগতে তেওঁলোকে মানৱ সভ্যতাৰ অতীত ঐতিহ্যও বহন কৰি

আহিছে।

ব্যক্তি আৰু সমাজৰ মাজত যি এবাব নোৰাৰা নিবিড় সম্বন্ধ আছে তাক বড়ো সমাজত স্পষ্ট ৰূপত দেখা যায়। প্ৰমাণস্বৰূপে প্ৰতিখন চুবুৰি আৰু গাঁৱত থকা গাঁওসভাৰ কথা উনুকিয়াব পাৰি। প্ৰতিখন বড়ো গাঁৱতে সমাজ পৰিচালনা কৰাৰ কাৰণে একোখনকৈ গাঁওসভা থাকে যাক বড়ো ভাষাত 'গামি আফদা' বুলি কোৱা হয়। আধুনিক কালত সমবায় পদ্ধতিৰে খেতি কৰি সকলো সদস্যই মিলি কাম কৰা আৰু তাৰ ফচল সমানে সকলো সদস্যৰ মাজত ভগাই লোৱা পদ্ধতি বড়োসকলৰ মাজত দূৰ অতীতৰ পৰাই আছিল। তাৰ প্ৰমাণ সমবায় পদ্ধতিৰে খেতি কৰাৰ ফলস্বৰূপে প্ৰতিখন বড়ো গাঁৱতে সমূহীয়াকৈ কৰা খেতি চপোৱাৰ পিছত সমূহীয়াকৈ মৰণা মাৰি ধান বা যিকোনো শস্য ৰাজহুৱা ভঁৰাল ঘৰত জমা কৰি থয়। আকালৰ সময়ত অথবা ৰাইজে আলোচনা-বিলোচনা কৰি শেষত উৎপাদিত শস্য প্ৰতিঘৰ পৰিয়ালৰ মাজত সমানভাৱে বিতৰণ কৰে। কোনোৱে প্ৰাপ্য অধিকাৰৰ পৰা বঞ্চিত কৰিব নোৱাৰে। কেতিয়াবা বহা ৰাজহুৱা উন্নয়নমূলক কামতো ৰাজহুৱা ধন খৰচ কৰা দেখা যায়।

**বড়ো সমাজ মূলত ঃ** পিতৃতান্ত্ৰিক। প্ৰত্নতত্ত্ববিদসকলে মানুহৰ যৌন প্ৰবৃত্তিক নিয়ম আৰু শৃংখলাৰে বান্ধিবলৈ যাওঁতে জনম হোৱা মানৱ সমাজৰ পৰিয়ালক দুভাগত ভগাইছে— পিতৃতান্ত্ৰিক আৰু মাতৃতান্ত্ৰিক বুলি। ড° বিৰিঞ্চি কুমাৰ বৰুৱাৰ মতে মংগোলীয় গোষ্ঠীৰ বড়ো-কছাৰীসকল মাতৃপ্ৰধান জাতিৰ পৰা অহা। তেওঁৰ মতে অসমীয়া ঘৰুৱা জীৱনত স্ত্ৰী জাতিৰ স্বাধীনতাত বড়ো- কছাৰী সংস্কৃতিৰ প্ৰভাৱ পৰিছে। অসমৰ মংগোলীয় গোষ্ঠীৰ ভিতৰত গাৰোসকল আজিও মাতৃপ্ৰধান জাতি হৈ আছে। তদুপৰি খাচিয়াসকলৰ দৰে গাৰোসকলেও ল'ৰাই-ছোৱালীৰ ঘৰত গৈ বিয়া কৰাই ছোৱালীৰ ঘৰতে থাকি যায়। ড° বিৰিঞ্চি কুমাৰ বৰুৱাৰ দৰে ভালেকেইগৰাকী পণ্ডিতে গাৰোসকলৰ নিচিনা ৰাভা আৰু বড়োসকলো এসময়ত মাতৃতান্ত্ৰিক আছিল বুলি ক'ব খোজে। কিন্তু ভালদৰে বিশ্লেষণ কৰি চালে দেখা যায় যে বড়ো পৰিয়াল অথবা বড়ো সমাজখন পিতৃতান্ত্ৰিক আৰু মাতৃতান্ত্ৰিক দুয়োবিধৰ এক সুসংমিশ্ৰণত গঠিত মানৱ সমাজ, যাৰ প্ৰভাৱ বৃহত্তৰ অসমীয়াৰ সামাজিক আৰু পাৰিবাৰিক জীৱনতো দেখা যায়। বড়ো সমাজত সচৰাচৰ পিতৃয়েই ঘৰৰ মুৰব্বী আৰু সম্পত্তিৰ গৰাকী যদিও পিতৃৰ অবৰ্তমানত মাতৃৰো সেই একে ভূমিকা তথা সমান অধিকাৰ থাকে। পিতৃৰ মৃত্যুৰ পিছত উত্তৰাধিকাৰী সূত্ৰে পুত্ৰ সন্তানে সম্পত্তি লাভ কৰে যদিও পৰিস্থিতি সাপেক্ষে কন্যা সন্তানকো সম্পত্তিৰ ভাগ দিয়াৰ ব্যৱস্থা আছে। অৱশ্যে কন্যা সন্তানসৱে ককাই-ভায়েক থাকিলে বাধ্যতামূলকভাৱে





দাবী নকৰে অথবা সম্পত্তিৰ ভাগ নলয়। অসমৰ আন জনজাতীয় সমাজৰ দৰেই বড়োসকলৰ মাজতো পৰিয়াল আৰু সমাজত নাৰীৰ স্থান পুৰুষৰ সমান। কোনো কোনো ক্ষেত্ৰত নাৰীৰ স্থান পুৰুষৰ ওপৰতহে বুলি ক'ব পৰা যায়। পাৰিবাৰিক আৰু সামাজিক কাম-কাজত বড়ো মহিলাই পুৰুষসকলে কৰা কাম-কাজত অংশ গ্ৰহণ কৰা দেখা যায়।

বড়োসকলৰ সামাজিক সংগঠন আৰু বান্ধোন অতি কটকটীয়া আৰু নমনীয়। সমাজ পৰিচালনাৰ ক্ষেত্ৰত বড়ো সমাজত কেতবোৰ পৰম্পৰাগত নীতি কঠোৰভাৱে মানি চলা হয়। গণতান্ত্ৰিক নীতি-নিয়মেই সমাজ পৰিচালনাৰ ঘাই চলিকাশক্তি। গাঁওসভাত সকলো সদস্যই নিজৰ মতামত নিৰ্ভয়ে ব্যক্ত কৰিব পাৰে। ইয়াত ধনী-জমিদাৰ তথা কোনো ক্ষমতাশীল লোকৰ প্ৰভাৱ নাথাকে। অতি পুৰণি কালৰ পৰাই সমাজ পৰিচালনাৰ সমিতি তথা গামি আফাদৰ নেতৃত্ব প্ৰদান কৰি আহিছে গামিব্ৰাইয়ে (গাঁওবুঢ়া) অথবা হাদুংগীৰাই। এই পদবী বংশানুক্ৰমিক নহয়, ৰাইজৰ দ্বাৰা নিৰ্বাচিত। আজিকালি প্ৰতিখন গামি আফাদ তথা গাঁওসভাতে এজন সম্পাদক, এজন সভাপতিসহ এখন কাৰ্যকৰী কমিটী থাকে। লগতে এজন সাৰা থাকে, যাক বড়ো ভাষাত হালমাজি বোলে। তেওঁৰ কাম হ'ল ঘৰে ঘৰে গৈ সভা-সমিতিৰ খা-খবৰ দিয়া আৰু বাদ-বিবাদৰ বিচাৰৰ সময়ত অনুপস্থিত থকা লোকক মাতি আনি হাজিৰ কৰোৱা। তাৰ বাবে তেওঁক ৰাইজৰ ফালৰ পৰা বছৰেকীয়া হিচাপত কিছু মাননি দিয়া হয়। গামি আফাদে সমাজ পৰিচালনা কৰাৰলগতে সমাজত উদ্ভৱ হোৱা বিভিন্ন ধৰণৰ মানুহৰ বাদ-বিবাদ যথাৰীতিৰে নিষ্পত্তি কৰি ব্যক্তি আৰু সমাজৰ শান্তি-শৃংখলা বজাই ৰখা দেখা যায়। অপৰাধৰ ধৰণ-কৰণ অনুসৰি বাদ-বিবাদ নিৰ্ধাৰণৰ বাবে পৰম্পৰাগতভাৱে বড়োসকলে পঞ্চবাদৰ সূত্ৰ ব্যৱহাৰ কৰে যাক বড়ো ভাষাত 'বাদুৱা খাম্থি' বুলি কোৱা হয়।

আধুনিক যুগৰ সমবায় পদ্ধতিৰ লেখীয়া সমূহীয়া সহযোগিতাৰে সামাজিক কাম-কাজ পৰিচালনা কৰি অহা দেখা যায়। আদিম কালৰে পৰা বড়োসকলে সমূহীয়া খেতি-বাতি কৰা, খেতি চপোৱা, নদী-বিলত মাছ ধৰা, অৰণ্যত চিকাৰ কৰিবলৈ যোৱা, সমূহীয়াকৈ সাউৰী খোৱা, নৈ, নিজৰা বান্ধি খেতিপথাৰত পানী যোগান ধৰা, বাট-পথ সজা, পূজা-পাতল কৰা, উৎসৱ-পাৰ্বণ পালন কৰা, বিবাহ উৎসৱত গাঁৱৰ ৰাইজে লগে-ভাগে সহায়-সহযোগ কৰা, মৃতকৰ শ্ৰাদ্ধ-ভোজ আদিত যিয়ে যেনেকৈ পাৰে সহায় কৰা ইত্যাদি কামত গৃহস্থৰ লগত বড়োসকলে শ্ৰমদান কৰি আজিও আদিম মানৱ জীৱনৰ সমূহীয়া জীৱনৰ বৈশিষ্ট্য বজাই ৰখা দেখা যায়। এই বৈশিষ্ট্যসমূহ কালক্ৰমত বৃহত্তৰ অসমীয়া সমাজলৈও সংমিশ্ৰিত ৰূপত সোমাই

পৰা দেখা যায়।

অৱশ্যে এই কথাও আমি স্বীকাৰ কৰিব লাগিব যে সময়ৰ পৰিবৰ্তনৰ লগে লগে বড়োসকলৰ সামাজিক সংগঠনৰ চৰিত্ৰ তথা জীৱন ধাৰণৰ পদ্ধতিও বহুলাংশে পৰিবৰ্তন হৈছে। যিবোৰ অন্যান্য জাতি-জনগোষ্ঠী-সম্প্ৰদায়ৰ ক্ষেত্ৰতো পৰিবৰ্তন ঘটাটো তেনেই স্বাভাৱিক। এটা মাত্ৰ উদাহৰণৰ দ্বাৰা এই কথা প্ৰতীয়মান কৰিব পাৰি। আজিৰ পৰা বিশ বছৰমান আগতে অসমৰ বিভিন্ন জনগোষ্ঠীয় সমাজত ধান চপাবলৈ সাউৰী খোৱাৰ নিয়ম আছিল। চুবুৰিৰ বা গাঁৱৰ যি পৰিয়ালে ধান চপাবলৈ মাতে সেইমতে পৰিয়ালৰ এজনকৈ গৈ সাউৰীমতা পৰিয়ালৰ ধান দলে-বলে গৈ কাটি চপাই আনি দিছিল। আনহাতে ধান ৰুৱাৰ সময়তো কোনোবা পৰিয়ালে তিনি বিঘাৰ পৰা পাঁচ বিঘালৈকে এদিনতে পেক দি ৰুবলৈ সাজু কৰাৰ কথা জানিলেই গৃহস্থই নজনাকৈ প্ৰত্যেক ঘৰৰ পৰা একোজনকৈ ৰোৱনী গৈ দলে-বলে এবেলাৰ ভিতৰতে ভুঁই ৰুই দিছিল। আজিকালি সেই পৰম্পৰা প্ৰায় নাইকিয়া হোৱা বুলি ক'ব পাৰি। নিজৰ পথাৰত ৰেআৱা-তোৱাৰ কাম নাথাকিলেও আজিকালি মানুহে ঘৰতে এনেয়ে বহি সময় কটায় কিন্তু সাউৰী বা বিনামূল্যে কাম কৰি নিদিয়াৰ মনোভাবে গা কৰি উঠা পৰিলক্ষিত হৈছে। যাক আমি এক কথাত ব্যক্তিকেন্দ্ৰিক মনোভাব বা গাইগুটীয়া মনোবৃত্তিৰ ফল বুলি ক'ব পাৰো।

বাথৌ ধৰ্ম বড়োসকলৰ জাতিগত ধৰ্ম হ'লেও বড়োসকলৰ কিছুসংখ্যক লোকে ব্ৰহ্মধৰ্ম, জয়গুৰু, কুষ্ণগুৰু, একশৰণ বৈষ্ণৱ ধৰ্ম, খ্ৰীষ্টান ধৰ্ম গ্ৰহণ কৰি জীৱন নিৰ্বাহ কৰা দেখা যায়।

বড়োসকল মূলতঃ কৃষিজীৱী। কৃষিকাৰ্যই তেওঁলোকৰ জীৱন নিৰ্বাহৰ প্ৰধান আহিলা। কৃষিকৰ্মক কেন্দ্ৰ কৰিয়েই বড়োসকলৰ জাতীয় উৎসৱসমূহ গঢ়ি উঠা দেখা যায়। খেৰাই বড়োসকলৰ কৃষিকেন্দ্ৰিক অনুষ্ঠানসমূহৰ ভিতৰত অন্যতম। কিন্তু কৃষিকেন্দ্ৰিক এই অনুষ্ঠানটো বড়ো ধৰ্মীয় বিশ্বাসৰ সৈতে সম্পৃক্ত হৈ থকা বাবে ধৰ্মীয় অনুষ্ঠান স্বৰূপে সমাপন কৰা দেখা যায়। বৈছাগু বড়োসকলৰ অন্যতম কৃষিকেন্দ্ৰিক জাতীয় উৎসৱ স্বৰূপ। বৈছাগু হ'ল বড়োসকলৰ বিহু। ই বসন্ত কালৰ কৃষি উৎসৱৰ নামান্তৰ মাথোন। বড়োসকলে সাতদিন ধৰি বৈছাগু পালন কৰে প্ৰতি ঘৰে ঘৰে মাগিবলৈ গৈ, নানা ৰং-ৰহইচ আৰু পৰম্পৰাগত নৃত্য-গীত তথা খোৱা-লোৱাৰ মাজেৰে। বড়ো বৈছাগু উৎসৱৰ গীত-মাতসমূহ বিহুগীতৰ দৰেই প্ৰেম আৰু যৌৱনৰআশা-আকাংক্ষা প্ৰকাশক প্ৰেমৰ গীত। বড়োসকলৰ পৰম্পৰাগত বাদ্যসমূহ হ'ল— খাম (মাদল), চিফুং (বাঁহী), ছেৰজা (চৰেন্দা), জথা (তাল) আৰু থৰকা (টোকা)— এই বাদ্যসমূহ বাথৌ ধৰ্মৰ লগত জড়িত খেৰাই পূজাৰ





প্ৰধান বাদ্য হিচাপে নিৰ্মিত হৈছিল বুলি বড়ো পুৰণি কাহিনীয়ে ব্যক্ত কৰিছে।

বড়ো সংস্কৃতিৰ আন এটা দিশ হ'ল— পৰম্পৰাগত নিজস্ব জাতীয় সাজপাৰ। উত্তৰ-পূৰ্বাঞ্চলৰ অন্যান্য মংগোলীয় জনগোষ্ঠীৰ দৰেই বড়োসকলে ঘৰুৱা তাঁতশালত নিজে বোৱা ৰং-বিৰঙৰ পৰম্পৰাগত সাজপাৰ পৰিধান কৰে। তেওঁলোকে নিজ পৰিয়ালৰ সদস্যৰ বাবে প্ৰয়োজনীয় দখনা, ফালি, আৰ'নাই, সাদ্ৰি (শ্বাল), গামচা (গামোচা), বিছনা চাদৰ, ৰুমাল, পৰ্দা আদি কাপোৰ বয়। আদিতে বড়ো মহিলাসকলে এৰী পলু পুহি, এৰি পলুৰ পৰা সূতা কাটি বিভিন্ন ধৰণৰ এৰী কাপোৰ বোৱাত সিদ্ধহস্ত। আদিম কালত বড়োসকলে কপাহ আৰু এৰি সূতাৰে বোৱা কাপোৰ-কানিহে ব্যৱহাৰ কৰিছিল বুলি জনা যায়। সাম্প্ৰতিক কালত বড়ো শিপিনীয়ে বোৱা এৰি মুগা আৰু পাটৰ কাপোৰে বিদেশী ৰাষ্ট্ৰত সমাদৰ লাভ কৰাৰ কথা এইখিনিতে উল্লেখযোগ্য।

বড়ো সংস্কৃতিৰ আন এটা দিশ তেওঁলোকৰ খাদ্যাভ্যাস আৰু ৰন্ধন প্ৰণালী। বড়োসকল মূলতঃ আমিষভোজী। বড়ো আৰু আন আন মংগোলীয় গোষ্ঠীৰ খাদ্যাভ্যাসৰ প্ৰভাৱৰ ফলস্বৰূপে উত্তৰ-পূৰ্বাঞ্চলৰ বৰ্ণহিন্দু সম্প্ৰদায়ৰ লোকে আমিষভোজী হোৱা বুলি পণ্ডিতসকলে মত পোষণ কৰিছে। বড়োসকলে খোৱা মাংসৰ ভিতৰত 'অমাবেদৰ' (গাহৰি মাংস) আৰু দাউদেৰ (মুৰ্গী মাংস) অতি জনপ্ৰিয় যদিও শুকান গাহৰি, শুকান মাছ, নাফাম (সিদল) ইত্যাদিও খুব প্ৰিয় খাদ্য। অনদলা খাৰৈ, সবাই খাৰৈ, শোকোতাৰে ৰন্ধা বিবিধ আঞ্জা বড়োসকলৰ প্ৰিয় খাদ্য। তদুপৰি লাফা-লাইমৈদ্ৰা, মৈথা আঁখ্ৰৈ (মেস্তাটেঙা), ঔৱা মেৱাই (বাঁহ গাঁজ) ইত্যাদি নানা প্ৰকাৰৰ শাক-পাচলি তেওঁলোকৰ প্ৰিয় খাদ্য। বড়োসকলে চাউলৰ পৰা জৌ আৰু জৌবিদৈ প্ৰস্তুত কৰে। কঠোৰ পৰিশ্ৰম কৰি অথবা পূজা-পাতল, বিয়া-সবাহ, শ্ৰাদ্ধ, বিহু আদিত জৌৰ ব্যৱহাৰ অপৰিহাৰ্য। পণ্ডিতসকলে বড়ো সংস্কৃতিক মংগোলীয় সংস্কৃতি বুলি চিহ্নিত কৰিছে যদিও আৰ্য ভাৰতীয় সংস্কৃতিৰ ভালেখিনি উপাদানৰ প্ৰভাৱ পৰাও দেখা গৈছে। ভাষিক উপাদানৰ পৰা আৰম্ভ কৰি ধৰ্মীয় সংস্কৃতিলৈ খাদ্যাভ্যাসৰ পৰা আৰম্ভ কৰি সামাজিক আচাৰ-নীতিলৈ সেই প্ৰভাৱ স্পষ্ট। আৰ্যীকৰণ আৰু সংস্কৃতি সংক্ৰমণৰ ফলত একাংশৰ জীৱন-ধাৰণ পদ্ধতি, আচাৰ-নীতি, ধৰ্ম বিশ্বাস, পিন্ধন-উৰণ আদিত পৰিৱৰ্তন আহিছে যদিও বড়োসকলে নিজস্ব ভাষা-সংস্কৃতি আৰু ধৰ্মীয় বিশ্বাসেৰে বড়ো জাতিৰ সুকীয়া জাতিসত্তা ৰক্ষা কৰি আহিবলৈ সক্ষম হৈছে।

**বড়োসকলৰ ধৰ্ম ঃ** বড়োসকলৰ প্ৰথম আৰু প্ৰধান ধৰ্ম হ'ল বাথৌ। ঠিক তেনেদৰে সৃষ্টিকৰ্তা ঈশ্বৰক বড়ো ভাষাত 'বাথৌ' বা বৌৰাই বাথৌ নামেৰে পৰিচিত

কৰাই দিবলৈ সিব্ৰাইক মানৱ ৰূপত প্ৰেৰণ কৰে আৰু তেওঁ আহাম গুৰুক ঈশ্বৰৰ সৃষ্টি, স্থিতি, লয় ইত্যাদি নানা জ্ঞানৰ দীক্ষা দিয়ে, আহাম গুৰুৱে মৌনসিং সিং গুৰুক, মৌনসিং গুৰুৱে এনা গুৰুক আ এনা গুৰুৱে থেনা গুৰুক জ্ঞানৰ দীক্ষা দিয়ে। উক্ত গুৰুসকলেই প্ৰথমতে মানৱ সমাজক ঈশ্বৰ সম্পৰ্কে তলত দিয়া কথাফাঁকি ঈশ্বৰৰ মাহাত্ম্যৰ বিষয়ে দীক্ষা দিয়াৰ লগতে বিভিন্ন শক্তি আৰু কৰ্মদক্ষতাৰে মৰ্ত্যত মানৱ সমাজৰ নীতি-নিয়ম আৰু বান্ধোনবোৰ দেখুৱাই থৈ যায়। তেওঁলোকে মানুহক জ্ঞান দিয়া কথাফাঁকি হ'ল—

বাথৌনি বান্দীআ বান্দীবা
সিফুংনি গুদুঙা গুদুংবা
থায়গিৰনি খঙা খংবা
বড়ো বীৰাইনি আচাৰাবী আচাৰবা।

অৰ্থাৎ বাথৌৰ বান্ধা বা নীতি পাঁচটা, বাঁহীৰ ফুটাও পাঁচটা, ঔটেঙাৰ কোষ পাঁচটা, বড়ো বুঢ়াৰ আচাৰ-নীতিও পাঁচটা। মন কৰিব লগীয়া কথা যে বড়োসকলে সকলো ক্ষেত্ৰতে আদিতে 'বা' পঞ্চ এই শব্দৰে ঘৰুৱা, সামাজিক ধৰ্মীয় আচাৰ-বিচাৰ, সংখ্যা গণনা, নীতি-নিয়ম পালন কৰে। সেই কাৰণে বাথৌৰ পঞ্চভূতৰ দৰে ব্যক্তিৰ পাঁচ ধৰণৰ আচাৰ-নীতি থকাৰ দৰে সামাজিক ৰীতি-নীতিও পাঁচ প্ৰকাৰৰ নীতি-নিয়মৰ ওপৰত প্ৰাধান্য দি সকলো কাৰ্য সমাপন কৰা দেখা যায়।

আচলতে বড়োসকলৰ প্ৰথম আৰু প্ৰধান ধৰ্মই হ'ল বাথৌ ধৰ্ম। সময়ৰ সোঁতত আৰু মানুহবিলাকৰ চিন্তা-ভাবনা, খোৱা-লোৱাৰ অভাৱ, অন্য ধৰ্মৰ লোকৰ দ্বাৰা প্ৰলোভিত অথবা আৰ্থিক অনাটনত জুৰুলা হৈ কিছু সুবিধাৰ লালসাত পৰি বড়োসকলে প্ৰথমতে হিন্দু ধৰ্মৰ বিভিন্ন পন্থাৰ ধৰ্মত দীক্ষিত হৈ পৰে। তাৰ পিছত ১৮২৬ চনত ইংৰাজে ইয়াণ্ডাবু সন্ধিৰ জৰিয়তে অসমখন দখল কৰা দিনৰ পৰাই খ্ৰীষ্টান মিছনাৰীসকলে বড়োকে আদি কৰি উত্তৰ-পূৰ্বাঞ্চলৰ জনজাতিসকলৰ সামাজিক, আৰ্থিক কুসংস্কাৰৰ কথা জানি তথা অশিক্ষিতৰ গইনা লৈ নানা ৰকমৰ সুবিধা প্ৰদানেৰে খ্ৰীষ্টান ধৰ্মলৈ ৰূপান্তৰ কৰাৰ যি প্ৰক্ৰিয়া আৰম্ভ কৰিছিল সেই প্ৰক্ৰিয়াৰে আজিও ধৰ্মান্তৰ কাৰ্য চলাই আছে। ফলত কিছুসংখ্যক বড়োলোকেও খ্ৰীষ্টান ধৰ্মৰ উপৰি অন্য ধৰ্মও গ্ৰহণ কৰা দেখা যায়। তথাপি বেছিসংখ্যক বড়ো লোকে বড়োসকলৰ আদি ধৰ্ম বাথৌ ধৰ্মকে গ্ৰহণ কৰি পূজা-পাতল দি সৰ্বশক্তিমান ভগৱান বীৰাই বাথৌকে ঈশ্বৰ মানি তেওঁৰ কৃপা লাভ কৰিবলৈ অহৰহ প্ৰাৰ্থনা কৰি আহিছে। যেতিয়া এই বিশ্বব্ৰহ্মাণ্ডৰ কোনো অস্তিত্বই নাছিল তেতিয়াও কিন্তু বিৰাট সৰ্বশক্তিমান শক্তিয়ে বিৰাজ কৰিছিল। এই বিৰাট শক্তিয়ে হৈছে অনাদি অনন্ত





নিৰাকাৰ নিৰঞ্জন ভগৱান, বড়োসকলে যাক আনান গসাই, বিনান গসাই নুৱাথাৰি (নিৰাকাৰ) অবংলাউৰী বুলি কয়। এই বিৰাট শক্তিয়ে হৈছে বীৰাই বাথৌ। 'বাথৌ' শব্দটো বিশ্লেষণ কৰি চালে আমি পাওঁ ইয়াৰ প্ৰথম আখৰ 'বা' মানে পাঁচটা আৰু 'থৌ' মানে গাঁথৌ অৰ্থাৎ গভীৰ। এক কথাত 'বাথৌ' মানে পাঁচটা গভীৰ তত্ত্বৰ সমষ্টি আৰু তাক অক্ষত চিৰবিদ্যমান পঞ্চভূতৰ জৰিয়তে প্ৰকাশ কৰা হয়। যেনেদৰে মাটি, বায়ু, পানী, আকাশ আৰু অগ্নি— এই পঞ্চভূতৰ গৰাকী স্বয়ং পৰম ব্ৰহ্মা। ঠিক সেইদৰে একেই অৰ্থত 'বাথৌ' পৰম ব্ৰহ্মা বীৰাই বাথৌ। সেই কাৰণে বড়োসকলে আদি নিৰঞ্জন বীৰাই বাথৌক পূজা-অৰ্চনা কৰাৰ আদিতে 'ঔং-হ্ৰিং-হুং-খ্‌লিং ফৌদসে' বুলি এই গায়ত্ৰী মহামন্ত্ৰফাঁকি অতি কমেও তিনিবাৰ বা পাঁচবাৰ বা সাতবাৰলৈকে অতি ধ্যানেৰে সুউচ্চাৰণ কৰে। ইয়াত 'ঔং' মানে আকাশ (অখৰাং), 'হ্ৰিং' মানে সূৰ্য (সান), 'হুং' মানে বতাহ (বাৰ), 'খিলং' মানে পানী (দৈ), 'ফৌদ' মানে মাটি (হা) বা পৃথিৱী আৰু 'সে' মানে এক অৰ্থাৎ পঞ্চভূতৰ গৰাকী এজন তেৱেঁই হ'ল ঈশ্বৰ বীৰাই বাথৌ। উক্ত পঞ্চভূতৰ একো একোজন মালিক থাকে আৰু এই মালিকবিলাকক মৌদাই (দেৱতা) বুলি কোৱা হয়। যাৰ কাৰণে সংস্কৃত ভাষাত ঈশ্বৰক 'দেৱেশ্বৰ' বুলি কোৱা হয়। অবংলাউৰি এই পঞ্চদেৱতা একো একোটা জ্ঞানৰ পথ প্ৰদৰ্শক। 'ঔং' বা অখৰাং মৌদাইক আকাশ-দেৱতা। ই বহল মনোভাবাপন্ন আৰু উদাৰতাৰ প্ৰতীক। 'হ্ৰি' শক্তি আৰু সফলতাৰ প্ৰতীক। 'হুং' বা বাৰমৌদাই অথবা খৈলা অৰ্থাৎ বায়ু দেৱতা। ই পবিত্ৰ আৰু সততাৰ প্ৰতীক। খিলং বা দৈ মৌদাই অথবা আগ্ৰাং অৰ্থাৎ জলদেৱতা। ঐক্য আৰু প্ৰগতিৰ প্ৰতীক। 'ফৌদ' বা হা-মৌদাই অথবা হাইলুং। ই ত্যাগ আৰু সহনশীলতাৰ প্ৰদৰ্শক। এওঁলোকো একো একোজন পথ প্ৰদৰ্শক। এনেবোৰ জ্ঞান সম্বলিত পঞ্চভূতেৰে ভগৱানে মানৱক অপ্লায়ুভাৱে সৃষ্টি কৰি হৃদয়ত আত্মাৰূপে উপৰিষ্ট হৈ প্ৰতিপালন কৰি আহিছে।

এই পঞ্চভূতৰ যথাযথ ব্যৱহাৰ, সৃষ্টিৰ মাহাত্ম্য আৰু সাৰ্থকতা তথা ঈশ্বৰ স্থিতিৰ সবল প্ৰামাণ্যৰ বাবে বড়োসকলৰ মাজত দৈৱবাণী হিচাপে শত সহস্ৰ যুগ ধৰি প্ৰতিষ্ঠিত হৈ অহা গভীৰ তাত্ত্বিক কথা এফাঁকি উল্লেখ কৰিব পাৰি যেনে—

'লাউবা লাসৌম খাউবা খাসৌম
আদা গৌসৌম দৈআও বাৰসৌম।'

ইয়াত 'লাউবা' মানে পঞ্চ জ্ঞানেন্দ্ৰিয় যেনে— চকু, কাণ, নাক, জিভা আৰু ছাল। 'লাসৌম' মানে লগত লোৱা বা জৰিয়তে। 'খাউবা' মানে পঞ্চ কামেন্দ্ৰিয়, যেনে— হাত, ভৰি, মুখ, শৌচাদ্বাৰ আৰু যৌনাংগ। 'খাসৌম' মানে শাসনত ৰখা। 'আদা' মানে ককাই। ইয়াত শ্ৰেষ্ঠক বুজোৱা হৈছে। 'গৌসৌম' মানে অন্তৰ অৰ্থাৎ

আদা গীসীম মানে শ্ৰেষ্ঠ বিবেকী বা জীৱশ্ৰেষ্ঠ। 'দৈআও' মানে ইয়াত সংসাৰ সাগৰক বুজোৱা হৈছে। 'বাৰসীম' মানে জঁপিয়াই পৰা বা নিমজ্জিত হোৱা নিৰ্দেশবাণী। অৰ্থাৎ উক্ত কথাফাঁকিৰ গূঢ়াৰ্থ এনে ধৰণৰ— পঞ্চ জ্ঞানেন্দ্ৰিয়ৰ জৰিয়তে পঞ্চম কামেন্দ্ৰিয়ক শাসনত ৰাখিহে শ্ৰেষ্ঠ বিবেকী বা জীৱশ্ৰেষ্ঠ মানৱ এই সংসাৰ সাগৰত নিমজ্জিত হোৱা। এই নিৰ্দেশবাণী পালনত ব্যতিক্ৰম হ'লে আমাৰ জীৱন কণ্টকময় হৈ পৰে। সেই কাৰণেই এই কণ্টকময় জীৱনক মধুময় কৰিবলৈ বৌৱাই বাথৌক পূজা-অৰ্চনা কৰা হয়। পূজাৰ সাৰ্থকতাই মনলৈ বিমল আনন্দ কঢ়িয়াই আনে। যাৰ ফলস্বৰূপে খাম, সিফুং, সেৰজা, জথা, গংগনা, জাবস্ৰি, ৰেগ' থৰখা আদি বাদ্যৰ সুললিত, সুমধুৰ বাদ্য বাজনাৰ তালে তালে পঞ্চ জ্ঞানেন্দ্ৰিয় আৰু পঞ্চ কামেন্দ্ৰিয়ৰ ঈশ্বৰ অনুভূতিৰ সুৰ সঞ্চাৰিত কৰাই অৰ্থবহ নৃত্য নচা হয়। এই নাচকে বড়ো ভাষাত 'খেৰাই মৌসানায়' অৰ্থাৎ খেৰাই নৃত্য বুলি কোৱা হয়। খেৰাই শব্দৰ এটা তাত্ত্বিক দিশ আছে। 'খেৰাই' শব্দটো বিশ্লেষণ কৰিলে আমি দেখিবলৈ পাওঁ যে খেৰাই খে+ৰা+ই। ইয়াত 'খে' মানে আঁঠু খেৰায়নায় অৰ্থাৎ আঁঠু লৈ সেৱা কৰা, 'ৰা' মানে ৰায়সংনায় অৰ্থাৎ গুণানুকীৰ্তন কৰা আৰু 'ই' মানে হ'ল ঈশ্বৰ। অৰ্থাৎ খেৰাই মানে ভগৱানৰ মাহাত্ম্যৰ গুণানুকীৰ্তন কৰি কৰা নৃত্য। ইয়াত 'মৌসানাই' শব্দৰ বিশ্লেষণাত্মক অৰ্থ এনেধৰণৰ 'মৌ মানে মন বা অন্তৰ (মৌন-গীসৌ) 'সা' মান সঞ্চাৰণ (ৰাসায়নায়), 'না' মানে চেষ্টা কৰা (নাজানায়) 'ই' মানে ঈশ্বৰ (ইসৌৰ)। ঈশ্বৰক অন্তৰত সঞ্চাৰিত কৰাৰ চেষ্টাই হ'ল মৌসানাই (নৃত্যকৰণ)। এক কথাত 'খেৰাই মৌসানায়' মানে হ'ল আঁঠু লৈ ঈশ্বৰৰ গুণানুকীৰ্তন কৰাৰ লগতে দেহ-মনত ঈশ্বৰ সঞ্চাৰিত কৰাৰ চেষ্টাই হ'ল এই খেৰাই নৃত্যৰ তাৎপৰ্য। সেই কাৰণে খেৰাই নৃত্যক ঈশ্বৰৰ ভক্তিমূলক নৃত্য বুলি কোৱা হয়। সেয়েহে খেৰাই নৃত্যৰ নাচনীসকলে অতি গাম্ভীৰ্যপূৰ্ণভাৱে একান্তমনে নৃত্য কৰে, য'ত স্ফূৰ্তি বা হাঁহি-খিকিন্দালিৰে বাহ্যিকতা মুঠেই প্ৰদৰ্শন কৰা নহয়।

বাথৌ ধৰ্মাৱলম্বী বড়োসকলে ঈশ্বৰ দৰ্শনৰ বাস্তৱতাক ৰূপ দিয়াৰ বাবে শত-সহস্ৰ যুগ ধৰি উদ্ভিদ অমৰ বৃক্ষ পাঁচ সিৰাযুক্ত সিজু গছক বাথৌৰ বেদীত অতি সন্মানসহ সুপ্ৰতিষ্ঠা কৰি বৌৰআই বাথৌক পূজা-অৰ্চনা কৰি আহিছে আৰু সাম্প্ৰতিক কালত যুগৰ লগত সংস্কাৰমুক্ত হৈ খোজ মিলাই আৰু মানুহৰ দৃষ্টিভংগীৰ লগত ৰজিতা খুৱাই ঘৰুৱা মদ্যপান, বলি-বিধান পৰিহাৰ কৰি ভগৱানক কৰা পূজা-অৰ্চনাৰ পদ্ধতিটোক অধিক সুশৃংখল আৰু বিজ্ঞানসন্মত কৰাৰ সুব্যৱস্থা কৰা হৈছে। বাথৌৰ বেদীত সিজৌ গছক প্ৰতিষ্ঠা কৰাৰ মূল কাৰণ হ'ল সিজৌ বা সিজু গছ বাথৌ ধৰ্মৰ দৃষ্টিত ঈশ্বৰৰ প্ৰতীক। ইয়াত ঈশ্বৰ দৰ্শনৰ সমল পোৱা যায়। সিজু গছক বড়ো





ভাষাত 'সিজৌ' বুলি কোৱা হয়। সি-জৌ— সিজৌ। ইয়াত 'সি' মানে আত্মা 'জৌ' মানে ওখ অৰ্থাৎ সিজৌ মানে পৰমাত্মা। এই গছ শিলৰ ছেলনিত জন্ম হোৱা এবিধ কাঁইটীয়া গছ। সিজু গছৰ ফল নাই আৰু গুটিও নাই। উদ্ভিদ বিজ্ঞানীসকলেও নানা গৱেষণাৰ জৰিয়তে এই সিজু গছক আদি উদ্ভিদ বুলি স্বীকৃতি দিছে। এই গছ অজৰ-অমৰ। কাটি পেলাই দিলেও নমৰে। অৰ্থাৎ আত্মাৰ যে মৰণ নাই সিজু গছৰ জৰিয়তেই সম্যক জ্ঞান। বড়ো বাথৌ ধৰ্মাৱলম্বিসকলে আদিম কালৰ পৰাই পৰম বিশ্বাস কৰি আহিছে। এনে পৰম বিশ্বাসেৰে বড়োসকলে পৰম আত্মাৰ প্ৰতীক হিচাপে লৈ এই গছৰ তলত বৌৰাই বাথৌক পৰমব্ৰহ্ম ৰূপত পূজা-অৰ্চনা কৰি আহিছে। ইয়াত 'বৌৰাই' শব্দৰ গূঢ়াৰ্থ বিশ্লেষণ কৰি ফহিয়াই চালে দেখিবলৈ পাওঁ যে সাধাৰণতে 'বৌৰাই' মানে আমি বুঢ়া মানুহক বুজো আৰু 'বুৰৈ' মানে বুঢ়ী মানুহক বুজো। ইয়াত 'বৌৰাই' মানে মালিক বা গৰাকী। শব্দটোৰ প্ৰথম আখৰ 'বৌ' মানে বয়নিবৌ অৰ্থাৎ সকলোৰে, 'ৰা' মানে ৰনি অৰ্থাৎ শ্ৰেষ্ঠ আৰু 'ই' মানে সি বা তেওঁ অৰ্থাৎ ঈশ্বৰ। ঈশ্বৰ সকলোৰে শ্ৰেষ্ঠ, সৰ্বজান্তা, সৰ্বজ্ঞ আৰু সৰ্বব্যাপ্ত।

সাধাৰণতে 'ধৃ' ধাতুৰ পৰাই ধৰ্ম শব্দৰ উৎপত্তি হৈছে বুলি ধৰি লোৱা হয়। এই 'ধৰ্ম' শব্দৰ অৰ্থ হৈছে ধৰি ৰখা বা ধাৰণ কৰা। যি কাৰ্যৰ দ্বাৰা কোনো এজন ব্যক্তি, পৰিয়াল, সমাজ বা দেশৰ অসংখ্য জনতাক একত্ৰিত কৰি সৎ পথত ধৰি ৰাখে সেই ব্যৱস্থাকে ধৰ্ম বোলা হয়। প্ৰাণীমাত্ৰকে কল্যাণৰ বাবে যি কৰা হয় তাকে ধৰ্ম বোলে। ধৰ্ম কোনো সম্প্ৰদায়, গোষ্ঠী বা জাতিৰ এক নিৰ্দিষ্ট উপাসনা মাত্ৰ নহয়। ই সমগ্ৰ জীৱনজুৰি একান্তভাৱে কৰা একপ্ৰকাৰ সাধনা। শাস্ত্ৰৰ মতে জীৱন মংগল সাধন কৰাই হৈছে ধৰ্ম। আনহাতে যি কাৰ্যই জীৱৰ অপকাৰ সাধন কৰে সেয়ে অধৰ্ম। এই সকলোবোৰ বিষয়ত কৰ্তাই নিজে কৰ্তব্য-অকৰ্তব্য নিৰ্ধাৰণ কৰিব লাগিব। বড়ো ভাষাত উক্ত ধৰ্ম বিশ্লেষণে ওপৰত কোৱা কথাটোৰ যথাৰ্থতা স্পষ্টকৈ প্ৰমাণ কৰে। ইয়াত 'দৌ' মানে দৌন্দাল অৰ্থাৎ দৰখ, 'হৗ' মানে হৗনায়া অৰ্থাৎ দিয়া, 'ৰৗ' মান ৰৗংহংনায় অৰ্থাৎ জ্ঞান দিয়া আৰু 'ম' মানে মানসি অৰ্থাৎ মানুহ। মানুহক জ্ঞান দি দৰখ দি বন্ধা অৰ্থাৎ 'দৌহৗৰৗম' শব্দই মানুহক জ্ঞান দিয়াৰ জৰিয়তে শাসন বা পৰিচালনা কৰাটোকহে বুজাইছে। শাসন বা পৰিচালনা কৰা এই কামটো কিন্তু কোনো অদৃশ্য শক্তিয়েহে কৰিছে। যি অদৃশ্য শক্তিক বিশ্বৰ জাতি, ধৰ্ম, ভাষা, বৰ্ণ নিৰ্বিশেষে ধনী-দুখীয়া, ৰজা-মহাৰজা আৰু মহামনীষী বিজ্ঞানীসকলেও ঈশ্বৰেই বুলি স্বীকাৰ কৰি লৈছে।

'খৰাই' বড়োসকলৰ প্ৰধান ধৰ্মীয় উৎসৱ। বাথৌ দেৱতা তথা বৌৰআই বাথৌক প্ৰাধান্য দি বিভিন্ন দেৱ-দেৱীক পূজা-অৰ্চনা কৰি খাম, সিফুং, আৰু জথা বজাই

নাচে আৰু আনন্দ উপভোগ কৰে। অতীতত বড়োসকলে নানা দেৱ-দেৱীক ভয়, শংকা কৰি তেওঁলোকক সন্তুষ্ট কৰিবলৈ পূজা-অৰ্চনা কৰিছিল। দেৱ-দেৱীৰ ভিতৰত 'বাথৌ' অথবা বৌৰাই বাথৌৰেই প্ৰধান দেৱতা। বড়োসকলে বাথৌ দেৱতাক সৃষ্টিকৰ্তা বৌৰাই বাথৌক স্তুতি কৰাৰ কাৰণে যি অনুষ্ঠান গঢ়ি উঠিছে তাকেই বড়োসকলে খেৰাই বুলি কয়। সেয়েহে সহজভাৱে খেৰাইক অসমীয়া ভাষাত কীৰ্তন বুলি ক'ব পাৰি। বাথৌক বাদ দি খেৰাই উৎসৱ হ'ব নোৱাৰে। য'ত খেৰাই উৎসৱ পাতে তাতেই বাথৌৰ বেদী থাকিবই। এক কথাত বাথৌ দেৱতাক প্ৰাধান্য দিহে খেৰাই উৎসৱ পাতে। বাথৌৰ পিছতহে বাকী সৰু-সুৰা দেৱ-দেৱীক স্থান দিয়া হয়।

হিন্দু ধৰ্মৰ দৰ্শন মতে পৰমব্ৰহ্মাৰ তিনিজনৰ ৰূপ হ'ল ব্ৰহ্মা, বিষ্ণু আৰু মহেশ্বৰ। এজনেই তিনিজনৰ ৰূপত আত্মপ্ৰকাশ কৰিছে। সেইমতে ব্ৰহ্মা হ'ল সৃষ্টিকৰ্তা, বিষ্ণু হ'ল পালনকৰ্তা আৰু মহেশ্বৰ হ'ল সংহাৰকৰ্তা। ঠিক তেনেকৈ বাথৌ ধৰ্মৰ দৰ্শন মতে বাথৌয়েও একে ধৰণে তিনিটা ৰূপ লোৱা বুলি বড়োসকলে বিশ্বাস কৰে। যেনে ৰাংৰাসি, মৈথায়হাজি আৰু বাৰিগংথাম। কিন্তু সিহঁত বেলেগ বেলেগ তিনিজন গৰাকী নহয়। একেজন বাথৌ (ঈশ্বৰ)ৰ তিনিটা শক্তি মাথোন, তাকেহে সূচাইছে— 'ৰাংৰাসি, মৈথায়হাজি, বাৰি গংথাম নোঁং সাসে আফায়ানী ফানা ফানাথাম।" আনকি খ্ৰীষ্টান ধৰ্মতো ঈশ্বৰক দেউতা ঈশ্বৰ (God the father), পুত্ৰ ঈশ্বৰ (God the son), আৰু পৱিত্ৰ ঈশ্বৰ (God the holy spirit)— এই তিনিটা ৰূপত চিন্তা-চৰ্চা কৰিছে। খেৰাই প্ৰাৰ্থনা গীতত থকা 'ৰাং ৰাসি'য়েই হ'ল সৃষ্টিকৰ্তা ব্ৰহ্মাস্বৰূপ, গীহীৰাসিয়েই হ'ল পালনকৰ্তা। মহেশ্বৰস্বৰূপ। সৃষ্টি, পালন আৰু সংহাৰ এই তিনিটা কাৰ্যক একেজন ঈশ্বৰেই নিজৰ খুচিমতে কৰি আহিছে। তেৱেঁই হ'ল 'ভৌৰাই বাথৌ' (ভগৱান, গড অথবা আল্লা)।

ইয়াৰ পৰা আমি ন দি ক'ব পাৰোঁ যে হিন্দু ধৰ্ম বা খ্ৰীষ্টান ধৰ্মত ঈশ্বৰ সম্বন্ধে থকা দৰ্শনৰ লগত বাথৌ ধৰ্মত ঈশ্বৰ সম্বন্ধে থকা দৰ্শন একে পৰ্যায়ৰ। ঈশ্বৰ বা ভগৱান, আল্লা, গড, বাথৌ ইত্যাদি নামবোৰ বিভিন্ন ধৰ্মৰ মানুহে দিয়া বা কোৱা নিৰাকাৰ ভগৱানৰ বিভিন্ন নাম মাত্ৰ। ইয়াৰ পৰা আমি নিশ্চিত হ'ব পাৰোঁ যে ঈশ্বৰক বিচাৰি নিজ ধৰ্মবিশ্বাসক ত্যাগ কৰি আনৰ ধৰ্মক গ্ৰহণ কৰাৰ কোনো বাস্তৱ অৰ্থ নাই। আমি মাথোন নিজ নিজ ধৰ্মীয় নীতি-নিয়মক শুদ্ধ অন্তৰেৰে পালন কৰি সভক্তিৰে সৰ্বনিয়ন্তা ভগৱানক সদায় স্মৰণ কৰি মানৱীয় সৎ আচৰণবোৰ পালন কৰি যোৱাহে প্ৰথম আৰু প্ৰধান দায়িত্ব আৰু কৰ্তব্য। বেলেগ বেলেগ ধৰ্মৰ মানুহে ভগৱানক বিভিন্ন নাম দি বিভিন্ন পন্থাৰে পূজা-অৰ্চনা কৰিলেও ঈশ্বৰ একেজনেই। সেই কাৰণে বড়োসকলেও বড়োসকলৰ আদি ধৰ্ম বাথৌ ধৰ্মক বাদ দি অন্য ধৰ্ম





গ্ৰহণ কৰিবলৈ যোৱাটো নিজকে নিজে চিনি নোপোৱা আৰু সৰ্বশক্তিমান ভগৱানৰ সৃষ্টিৰ মহিমা নুবুজাটোকে সূচায়। আমি বড়োসকলে বাথৌ ধৰ্ম পালনৰ জৰিয়তেই সৃষ্টিকৰ্তা, পালনকৰ্তা আৰু সংহাৰকৰ্তা বৌৰাই বাথৌ, ঈশ্বৰ, গড অথবা আল্লাৰ আশিস-আশীৰ্বাদ পাবলৈ প্ৰচেষ্টা কৰাটোহে উচিত পন্থা হ'ব।

**বড়ো সমাজ আৰু বিবাহ পদ্ধতি**

বিবাহ মানৱ জাতিৰ এক সামাজিক প্ৰথা। ই ব্যক্তিৰ পৰা সামাজিক স্তৰলৈ উত্তৰণ লাভ কৰা এক গুৰুত্বপূৰ্ণ বিৰল অভিজ্ঞতা। বাট-পথৰ জৰিয়তে মানুহে ইঘৰৰ পৰা সিঘৰলৈ অহা-যোৱা কৰি মানুহৰ মাজত পাৰম্পৰিক সম্পূৰ্ণ সু-সংগঠিত হোৱাৰ দৰে পৰিয়ালেও বিবাহ প্ৰথাৰ দ্বাৰা অইন অচিনাকি নতুন পৰিয়ালৰ সৈতে সম্বন্ধ কৰি দুয়োটা পৰিয়ালৰ মাজত আপোন ভাব, আত্মীয়তা গঢ়ি তোলে। ইয়ে ব্যক্তি আৰু সমাজৰ মাজত সু-সম্বন্ধ সৃষ্টি কৰে। নৃতত্ত্ববিদ আৰু প্ৰত্নতত্ত্ববিদসকলে মানৱ জাতিৰ বিবাহ প্ৰথাক দুই ভাগত ভগাইছে— মাতৃবংশীয় আৰু পিতৃবংশীয়। ভাৰতত এই দুই প্ৰথাৰ বিবাহেই প্ৰচলিত। আৰ্য আৰু দ্ৰাবিড়সকলে পিতৃবংশীয় প্ৰথাৰে বিবাহ কাৰ্য সমাধা কৰে।

অষ্ট্ৰিক আৰু মংগোলীয়সকলে মাতৃবংশীয় প্ৰথাৰে বিবাহ কাৰ্য সমাধা কৰে। উত্তৰ-পূৰ্বাঞ্চলৰ অষ্ট্ৰিক শাখাৰ কছাৰীসকলে আৰু মংগোলীয় গাৰোসকলে মাতৃবংশীয় প্ৰথাৰে বিবাহ কাৰ্য সমাধা কৰা দেখা যায়। তাৰ বিপৰীতে উত্তৰ-পূৰ্বাঞ্চলৰ বড়োসকলে আৰ্য সংস্কৃতিৰ প্ৰভাৱত পৰি পিতৃবংশীয় আৰু মাতৃবংশীয় এই দুই প্ৰথাৰ মাধ্যমেৰে বিবাহ কাৰ্য সমাধা কৰে। যেনে—

(১) সমাজৰ দস্তুৰ মতে বিবাহ, (২) ঘৰ-জোঁৱাই ৰাখি দিয়া বিবাহ, (৩) ছোৱালীয়ে গা-যাচি ঘৰ সোমোৱা বিবাহ, (৪) ঢোকা প্ৰথাৰে কৰা বিবাহ, (৫) টানি লৈ গৈ বিবাহ কৰোৱা আৰু (৬) পলুৱাই নি বিবাহ কৰোৱা। উক্ত ছয় প্ৰকাৰৰ বিবাহ পদ্ধতিৰ ভিতৰত সমাজৰ দস্তুৰ মতে বিবাহ আৰু ঘৰ জোঁৱাই ৰাখি দিয়া বিবাহ, ছোৱালী গা-যাচি ঘৰ সোমোৱা আৰু ঢোকা প্ৰথাৰে কৰা বিবাহ পদ্ধতিক সমাজ স্বীকৃত বিবাহ বুলি কোৱা হয়। বাকী টানি লৈ গৈ বিবাহ কৰোৱা আৰু পলুৱাই নি বিবাহ কৰোৱা পদ্ধতিক সমাজ স্বীকৃত বিবাহ বুলি নকৈ অবৈধ কাৰ্য বুলি ধৰা হয়।

**(১) সমাজ দস্তুৰ মতে হোৱা বিবাহ ঃ**

ই এক সামাজিক নিয়ম মতে হোৱা বিবাহ পদ্ধতি। এই নিয়ম মতে দৰা পক্ষৰ ফালৰ পৰা কন্যাপক্ষৰ লগত আনুষ্ঠানিকভাৱে আলোচনা-বিলোচনা কৰি সমাপন কৰা হয়। এই বিবাহ পদ্ধতিৰ ঠাইবিশেষে কিছু প্ৰভেদ থাকিলেও সাধাৰণতে কন্যা

অনাৰ নামত দৰা পক্ষই কন্যা পক্ষৰ ৰাইজক গা-ধন দিবলগীয়া হয়। তাকে ছোৱালীক দিয়া গা-ধন বুলি কোৱা হয়। কন্যাৰ গা-ধনৰ পৰিমাণ ঠাইবিশেষে ১০০ টকাৰ পৰা ১২০ টকা পৰ্যন্ত লোৱাৰ নিয়ম প্ৰচলিত আছিল। আজিকালিও ঠাইবিশেষে কন্যাৰ গা-ধনৰ নামত সেই হাৰে কম-বেছি পৰিমাণৰ গা-ধন লোৱা দেখা যায়। এই বিয়া দুই ধৰণে সম্পন্ন কৰা হয়— এটা অনাড়ম্বৰভাৱে আৰু আনটো অতি ধুমধামেৰে।

উল্লেখযোগ্য যে এই বিয়াত বৈৰাথীয়ে— কন্যাপক্ষ আৰু দৰাপক্ষৰ মানুহৰ মাজত তামোল-পাণ, চাহ-পানী, বিতৰণ কৰে। ধুমধামেৰে হোৱা বিয়াত কন্যাক জোৰোণ দিয়া নিয়ম যিটো অন্যান্য অসমীয়া সমাজতো প্ৰচলিত। কন্যাক জোৰোণ পিন্ধাবৰ বাবে দৰাঘৰীয়াই কন্যাৰ ঘৰলৈ গৈ কন্যাৰ গাঁৱৰ ৰাইজক তামোল-পাণ, মদ, খুৱাই জোৰোণৰ কাম সমাধা কৰিব লাগে। এনে বিয়াত দৰাঘৰীয়াই কন্যাৰ পিতৃ-মাতৃ, বংশৰ আপোন সম্বন্ধ তথা গাঁৱৰ মানুহক এপোন তামোল আৰু এবঙা পাণ বটাত দি সেৱা কৰি মান ধৰা হয়। তাকে বড়ো ভাষাত 'গয়থাও' দিয়া বুলি কয়।

এই সামাজিক নিয়ম মতে হোৱা বিয়াত কন্যা চাবলৈ যোৱাৰ পৰা আদি কৰি বিয়া কাৰ্য সমাপন হোৱালৈকে নানা নীতি-নীয়ম, জনবিশ্বাস, গীত-মাত। কন্যাৰ গা-ধন দিয়াৰ পিছতে 'হাথাচুনি' দিয়া নিয়ম। 'হাথাচুনি' বুলি ক'লে, কন্যাই দৰাৰ ঘৰলৈ আহি দৰাক নিজ হাতে ৰান্ধি-বাঢ়ি ভাত খুৱাই সেইদিনাৰ পৰা দৰাৰ পৰিয়ালৰ ৰান্ধনী ঘৰত প্ৰৱেশ কৰি গৃহিণীৰ অধিকাৰ পায়। অৱশ্যে এইখিনিতে বিশেষভাৱে উল্লেখযোগ্য যে বড়োসকলে বিভিন্ন ধৰ্ম গ্ৰহণ কৰাৰ ফলত বিশেষকৈ বাথৌ ধৰ্মী, ব্ৰহ্মধৰ্মী, আৰু খ্ৰীষ্টানধৰ্মী হোৱাৰ ফলত সাম্প্ৰতিক কালত এই বিবাহ পদ্ধতি বেলেগ বেলেগ হোৱা দেখা যায়।

**(২) ঘৰ-জোঁৱাই ৰাখি দিয়া বিবাহ ঃ**

ইও এক সমাজ স্বীকৃত বিবাহ পদ্ধতি। ছোৱালীক দৰাৰ ঘৰলৈ প্ৰদান নকৰি দৰাক ছোৱালীৰ পিতৃৰ ঘৰত জোঁৱাই হিচাপে থাকি সংসাৰ কৰিবলৈ সন্মতি প্ৰদান কৰা পদ্ধতিকে ঘৰ-জোঁৱাই ৰাখি দিয়া বিবাহ বোলা হয়। বড়ো ভাষাত তাকে 'ঘৌৰজিয়ো লাখিনায়' বুলি কোৱা হয়। বড়ো পৰিয়াল এটাই দুটা কাৰণত ছোৱালী সন্তানক বিয়া দিয়ে— প্ৰথম কাৰণ হৈছে ল'ৰা সন্তান নথকা পৰিয়ালে ছোৱালীজনীৰ কাৰণে ঘৰ-জোঁৱাই ৰাখি তেওঁলোকৰ উৎপাদনৰ দ্বাৰা যাৱজ্জীৱন পোহপাল যায়। দ্বিতীয় কাৰণটো হৈছে ছোৱালীজনীৰ পৰিয়ালত ভৱিষ্যৎ আৰ্থিক সহায় পাবৰ কাৰণে আৰু ছোৱালীজনীৰ বিবাহিত জীৱন সুখময় হ'বৰ কাৰণে ছোৱালীজনীৰ বাবে ঘৰ-জোঁৱাই ৰাখি বিয়া দিয়া হয়।





ঘৰ-জোঁৱাই থাকিবলৈ সন্মত হোৱা ডেকা ল'ৰাজনে ঘৰ-জোঁৱাই থাকিবৰ সময়ত তেওঁৰ পক্ষে এজন ওৱাৰিছ চিনাক্ত কৰি দিব লাগে। সমাজত স্বীকৃতি পোৱা যিকোনো সম্বন্ধৰ মানুহক ওৱাৰিছ কৰিব পাৰে। ওৱাৰিছে ঘৰ-জোঁৱাই থাকিব খোজা ডেকাজনৰ সপক্ষে ঘৰ-জোঁৱাই থকাৰ বাবে সকলো সুবন্দৱস্ত কৰি দিয়াৰ দায়িত্ব ল'বলগীয়া হয়। আনকি ডেকাজনৰ স্বভাৱ-চৰিত্ৰ সম্পৰ্কেও ওৱাৰিছ দায়ী থাকিবলগীয়া হয়। ঘৰ-জোঁৱাই থকাৰ সকলো বন্দৱস্ত হোৱাৰ পিছত ডেকা ল'ৰাজনে এবছৰ কাৰণে বিনা চৰ্তত ছোৱালীৰ ঘৰত কাম-বন কৰি খাটি দিয়াৰ নিয়ম আছে। এই ঘৰ-জোঁৱাই থকা সময়ছোৱাত ঘৰ-জোঁৱাই থকা ডেকাজনৰ স্বভাৱ-চৰিত্ৰ, খেতি-বাতি, কাম-বন কৰাত ভাল হ'লেহে ঘৰ-জোঁৱাইৰ লগত ছোৱালীজনীক বিয়া দিয়ে। অন্যথা নাকচ কৰা হয়। পুত্ৰ সন্তানহীন পৰিয়ালে এইদৰে ছোৱালী সন্তানৰ সহায়ত যাৱজ্জীৱন পোহপাল যায়। এই পদ্ধতিৰ বিবাহ আজিকালি নাই বুলি ক'ব পাৰি।

(৩) ঢোকা থাকি বিবাহ কৰাৰ নিয়ম ঃ

বড়ো সমাজৰ এক স্বীকৃত সামাজিক বিবাহ হ'ল ঢোকা থাকি বিবাহ কৰোৱা। বড়ো ভাষাত তেনেকুৱা পদ্ধতিৰ বিয়াক 'দংখা লাখিনায় হাবা' বুলি কোৱা হয়। এই বিয়াৰ তাৎপৰ্য হ'ল কোনো বিধৱা তিৰোতাৰ পূৰ্বৰ গিৰীয়েকৰ স্থাৱৰ-অস্থাৱৰ সম্পত্তি আৰু নাবালক ল'ৰা-ছোৱালী ৰৈ গ'লে সেই বিধৱাজনীয়ে ঢোকা প্ৰথাৰে আন এজন পুৰুষক বিয়া কৰাই পূৰ্বৰ মৃত স্বামীৰ স্থাৱৰ-অস্থাৱৰ সম্পত্তি ভোগ কৰা অধিকাৰৰ প্ৰথা আছে। এই ঢোকা প্ৰথা বড়োসকলৰ মাতৃপ্ৰধান সমাজৰ অনুগামী নাৰী স্বাধীনতাৰ নিদৰ্শন। ঢোকা থাকিব খোজা মানুহজনে ঢোকা ৰাখিব খোজা বিধৱা তিৰোতাজনীৰ লগত বন্দৱস্ত হ'লে তাৰ চিনস্বৰূপে ৰূপৰ মোহৰ এটা হাতে হাতে দি স্ত্ৰী-পুৰুষ উভয়ে মুখেৰে কয়, 'আজিৰ পৰা মই তোমাৰ, তুমি মোৰ' বুলি। বড়োসকলে ৰূপৰ মোহৰ দিয়া প্ৰথাক 'গংখন হীনায়' বুলি কয়। কোনোবা বিধৱাই পুনৰ বিবাহত সন্মতি দিলে গংখন দিয়া প্ৰথা আছে। ঢোকা থাকিব খোজা মানুহজনে বন্দৱস্ত হোৱাৰ পিছত নিজৰ পিতৃবংশ ত্যাগ কৰি ঢোকা সোমাব লাগে। সাধাৰণতে সম্পত্তি থকা বিধৱা তিৰোতা আৰু নিৰুপায়ত পৰা বৰলা মানুহ উভয়ৰ ভিতৰতহে ঢোকা প্ৰথাৰে বিবাহ হয়। কাচিৎহে বৰলা নোহোৱা ডেকা মানুহৰ লগত ঢোকা প্ৰথাৰে বিবাহ হোৱা দেখা যায়। বিধৱা বিবাহত কোনো আড়ম্বৰৰ আয়োজন কৰা নহয়। বিয়াৰ দিনা কেৱল দুজনী তিৰোতাৰ দ্বাৰা বিয়া দি হাথাচুনিৰ দ্বাৰা বিবাহ কাৰ্য সম্পন্ন কৰা হয়।

**(৪) ছোৱালীয়ে গা-যাচি ঘৰ সোমোৱা বিবাহ ঃ**

কেতিয়াবা বিবাহৰ উপযুক্ত বয়সৰ ছোৱালীয়ে নিজৰ পচন্দৰ ডেকা ল'ৰাৰ ঘৰলৈ গৈ বিবাহ হ'বলৈ ইচ্ছা কৰে। তেনেকুৱা কাৰ্যক বড়োসকলে 'যাৰহননায়' বুলি কয়। কোনো ছোৱালীয়ে নিজে বিয়াত সোমাবলৈ পচন্দ কৰা কোনো ল'ৰা ঘৰত গা-যাচি সোমালে দৰাঘৰীয়াই দুটা মদৰ বটল বা কলহৰ ভাৰ লৈ ছোৱালীৰ অভিভাৱকক ছোৱালীৰ খবৰ দিয়াৰ নিয়ম আছে। অন্যথা দৰাঘৰীয়াই ছোৱালী পলুৱাই অনা বুলি তাৰ দোষত সমাজে দোষী সাব্যস্ত কৰি দণ্ডিত কৰা দেখা যায়। ছোৱালীৰ অভিভাৱকে খবৰ পোৱা মাত্ৰকে ল'ৰাৰ ঘৰৰ পৰা প্ৰথমবাৰৰ কাৰণে ছোৱালী উলিয়াই নিয়া নিয়ম। নহ'লে ল'ৰা-ছোৱালী উভয় পক্ষই সমাজৰ ওচৰত দণ্ডনীয় হ'ব। তাৰ পাছত ছোৱালীয়ে আকৌ ঘূৰি আহিলে ল'ৰাৰ লগত ছোৱালীক বিয়া দিয়ে।

গা-যাচি সোমোৱা বিবাহত কন্যা সম্প্ৰদানৰ বাবে কন্যাৰ অভিভাৱকৰ আৱশ্যক নহয়। ল'ৰাৰ গাঁৱৰ ভিতৰতে এজন মানুহে কন্যাৰ অভিভাৱক হৈ (দেউতাকৰ সম্বন্ধ) কন্যা সম্প্ৰদান কৰে।

**(৫) টানি লৈ গৈ বিবাহ কৰোৱা ঃ**

টানি লৈ গৈ বিবাহ কৰোৱাটো যদিও সমাজৰ পক্ষে গৰ্হিত কাম আৰু অবৈধ কাৰ্য তথাপি বড়ো সমাজত এই প্ৰথাত বিবাহ হোৱাও সমাজৰ দস্তুৰ মতে বিবাহ হোৱাৰ দৰেই প্ৰচলন অছিল। কেতিয়াবা টানি লৈ যোৱা ছোৱালীক উদ্ধাৰ কৰিবলৈ গৈ ঠাইবিশেষে উভয় পক্ষৰ ভিতৰত খণ্ডযুদ্ধ হোৱাও দেখা গৈছিল। আচলতে কোনো ডেকা ল'ৰাই যি ছোৱালীক বিয়া কৰাবলৈ ইচ্ছা কৰে তেনে ছোৱালীক কেইজনমান মানুহক বক্‌ছিচ দি হ'লেও তেওঁলোকৰ দ্বাৰা সুযোগ বুজি বাটৰ পৰাই হওক নাইবা আন উপায়েৰে ইচ্ছুক ডেকাজনৰ কাৰণে জোৰকৈ টানি আনি বিয়া কৰায়। ৫০ বছৰমান আগলৈকে ছোৱালী টানি নি বিয়া কৰোৱা প্ৰথা প্ৰচলিত আছিল। কিন্তু বৰ্তমান এই প্ৰথাৰে হোৱা বিবাহ পদ্ধতি নাই।

**৬। পলুৱাই নি বিবাহ কৰোৱা ঃ**

আনহাতে ছোৱালী পলুৱাই নি বিবাহ কৰোৱা পদ্ধতি মতে ল'ৰা-ছোৱালীৰ মাজত প্ৰণয় গাঢ় হ'লে তেওঁলোকৰ উভয় পক্ষৰ অভিভাৱকে সন্মতি প্ৰকাশ নকৰিলে ডেকা-গাভৰু দুয়ো পলাই গৈ নিজৰ ভিতৰতে বিবাহপাশত আবদ্ধ হয়। আচলতে প্ৰেমিক-প্ৰেমিকাই উভয়ে পলাই গৈ বিবাহ হ'লে সমাজে তেনেকুৱা বিবাহ কাৰ্যক হেয়জ্ঞান কৰে। আৱশ্যক বোধ কৰিলে সমাজে তেনে প্ৰমিক-প্ৰেমিকাৰ ওপৰত কঠোৰ শাস্তি বিহিব পাৰে।





**(৭) কন্যা লৈ গৈ বিবাহ কৰোৱা পদ্ধতি ঃ**

যদিও এনেকুৱা বিবাহ পদ্ধতিক সামাজিকভাৱে বড়ো সমাজে স্বীকৃতি নিদিয়ে কেতিয়াবা কন্যাক লৈ গৈ বিবাহ কৰোৱা পদ্ধতি বড়ো সমাজত প্ৰচলন হোৱা দেখা যায়। এনেকুৱা পদ্ধতিৰে বিবাহৰ ক্ষেত্ৰত দেখা যায়— হয় কন্যাই নিজৰ ভালপোৱা ডেকাৰ লগত পলাই যায়, নহয় মাজৰ মানুহৰ (খাটনিয়াৰ) সহযোগত কন্যাগৰাকীক দৰাৰ ঘৰলৈ কন্যাৰ অভিভাৱকে নজনাকৈ পলুৱাই লৈ যায়। অৱশ্যে এইক্ষেত্ৰত কন্যা আৰু দৰাৰ লগত খাটনিয়াৰ জৰিয়তে পাৰস্পৰিক সন্মতি পোৱাৰ পিছত তেনেকুৱা পদ্ধতিৰে বিবাহ সম্পন্ন হোৱাও দেখা যায়। এনে পদ্ধতিৰ বিবাহ প্ৰথাক আৰ্য সমাজৰ গন্ধৰ্ব বিবাহ পদ্ধতিৰ লগত তুলনা কৰিব পাৰি। বৰ্তমানৰ বড়ো সমাজত এনেকুৱা বিবাহ পদ্ধতি নাই বুলিলেও হয়।

**(৮) বিধৱাৰ পুনৰ বিবাহ প্ৰথা ঃ**

বড়োসকলে বিধৱা বিবাহক সামাজিকভাৱে স্বীকৃতি দিয়ে যদিও ই সমাজদস্তুৰ মতে হোৱা বিবাহ পদ্ধতি নহয়। যিকোনো বিধৱা মহিলাই নিজ জ্ঞাতি-কুটুম্বৰ নোহোৱা যিকোনো পুৰুষকে বিবাহ কৰিব পাৰে। দ্বিতীয়বাৰৰ কাৰণে বিবাহপাশত আবদ্ধ হোৱা মহিলাই আগৰ মৃত স্বামীৰ সকলো স্থাৱৰ-অস্থাৱৰ সম্পত্তি ভোগ কৰাৰ পৰা বঞ্চিত হ'বলগীয়া হয়। অৱশ্যে পুত্ৰ থাকিলে তেওঁ উত্তৰাধিকাৰী সূত্ৰে পিতৃৰ সমগ্ৰ সম্পত্তিৰ অধিকাৰী হয়। বিধৱা মহিলাগৰাকীৰ ছোৱালী সন্তান থাকিলে নতুন গিৰীয়েকৰ ঘৰলৈ ছোৱালীক লগত লৈ যোৱাৰ অনুমতি পায়। ই প্ৰমাণ কৰে যে বড়ো সমাজত বিধৱা বিবাহৰ প্ৰচলন আছে। কিন্তু আন বহুতো জাতি-সম্প্ৰদায়ৰ সমাজত বিধৱা বিবাহৰ প্ৰচলন নাই।

গতিকে দেখা গ'ল বড়ো সমাজৰ সামাজিক গাঁথনি পিতৃতান্ত্ৰিক আৰু মাতৃতান্ত্ৰিক দুয়োবিধৰ এক সুসমন্বয় সংমিশ্ৰিত ৰূপ। ফলত বড়ো সমাজৰ বিবাহ পদ্ধতিতো মাতৃবংশীয় আৰু পিতৃবংশীয় দুয়োটা পদ্ধতিৰ প্ৰভাৱ বিদ্যমান। বড়োসকলৰ বিবাহ পদ্ধতি কোনো কোনো ক্ষেত্ৰত জটিল অসামাজিক যেন লাগিলেও বহুক্ষেত্ৰত স্বতন্ত্ৰ গণতান্ত্ৰিক। অৰ্থনৈতিক ফালৰ পৰা বোজাবিহীন আৰু মিতব্যয়ী। আন বহুতো উন্নত জাতৰ সমাজত থকাৰ দৰে বড়ো সমাজত বাল্য বিবাহ আৰু সতীদাহ পদ্ধতি নাই আৰু ছোৱালী বিয়া দিয়াৰ নামত যৌতুক দিয়া বা লোৱা প্ৰথাও নাই। তদুপৰি আন বহুতো ভাৰতীয় উন্নত সমাজত বিধৱা বিবাহৰ প্ৰচলন আদিম কালৰ পৰাই অপ্ৰচলিত। বড়ো তথা কিৰাত-মংগোলীয় জনগোষ্ঠীৰ বাহিৰে আন ভাৰতীয় সমাজত বিধৱা বিবাহৰ প্ৰচলন এতিয়াহে হ'বলৈ ধৰিছে।

সাম্প্ৰতিক কালত বড়ো সমাজত শিক্ষিতৰ সংখ্যা বৃদ্ধি পাই অহাৰ লগে লগে

আৰু বিভিন্ন সমাজৰ মানুহৰ লগত সংমিশ্ৰিত হৈ পৰাৰ কাৰণেও এতিয়া সংমিশ্ৰিত পদ্ধতিৰে বিবাহ কাৰ্য সমাপন হ'বলৈ ধৰিলে— যাক আমি যুগৰ পৰিৱৰ্তনৰ লগে লগে অতীতৰ সামাজিক ৰীতি-নীতিৰো পৰিৱৰ্তন হ'বলৈ ধৰিছে বুলি কওঁ। তথাপি বড়ো সমাজত এক সুকীয়া বিবাহ পদ্ধতি আজিও বিৰাজমান।

বিহু বড়োসকলৰ আদিমতম কৃষিভিত্তিক উৎসৱ। বড়োসকলে তিনি ধৰণৰ বিহু পালন কৰে। বৈছাগু বিহু (ব'হাগ বিহু) খাথি দমাছি (কাতি বিহু) আৰু মাগৌ দমাছি (মাঘ বিহু)। আচলতে বড়োসকলে বৈছাগু বিহুৰ বাহিৰে কাতি বিহু আৰু মাঘ বিহুক বিহু নুবুলি দমাছি বুলিহে কয়। যি কি নহওক এই তিনিটা বিহুক প্ৰধানকৈ কৃষিজীৱী গাঁৱলীয়া আৰু প্ৰকৃতিৰ মাজত বসবাস কৰা সহজ-সৰল মানৱৰ উৎসৱ। আদিম যুগত সমগ্ৰ বিশ্বত আদিম মানৱে স্থায়ীভাৱে বাস কৰিবলৈ লোৱাৰ পিছতে কৃষি কাৰ্য উদ্ভাৱন হ'ল আৰু কৃষি কাৰ্যক কেন্দ্ৰ কৰি কিছুমান কৃষি উৎসৱ-পাৰ্বণ প্ৰচলিত হ'ল প্ৰকৃতিৰ বিভিন্ন সময়ৰ বিভিন্ন পৰিবৰ্তন অনুসৰণ কৰি। ইয়াক গভীৰ আৰু বহলভাৱে অনুসন্ধান আৰু বিশ্লেষণৰ প্ৰয়াজন।

বড়োসকলেও দুই ৰকমে 'ৰংজালী বৈছাগু' ৰঙালী বিহু পালন কৰে 'মৌচৌ ছান' (গৰু বিহু), আৰু 'মানছি ছান' (মানুহ বিহু)। চ'তৰ সংক্ৰান্তিৰ মৌছৌ ছান (গৰু বিহু) পালন কৰা হয়। কৃষিজীৱী মানৱৰ প্ৰধান আহিলা তথা বন্ধু হ'ল গৰু। গৰু নহ'লে কৃষি কাৰ্য প্ৰায় অসম্ভৱ। খেতিয়কসকলে বিশেষকৈ হিন্দু ধৰ্মৰ কৃষিজীৱী লোকসকলে গৰুক দেৱতা জ্ঞান কৰি পূজা-অৰ্চনা কৰে। এনে এটা পৰ্ব হ'ল গৰু বিহুৰ দিনটো। এই দিনাখন বড়োসকলে দোকমোকালিতে ঘৰৰ সকলোৱে উঠি নিজৰ নিজৰ কামত লাগি যায়। আগদিনাখনে গোটাই থোৱা মাহ, হালধি, লাউ, বেঙেনা ইত্যাদিবোৰ ডোখৰ ডোখৰকৈ কাটি বাঁহৰ শলাৰে ভালেকেইডাল মালা গাঁথে আৰু গৰু-ম'হক সৰিয়হ তেল আৰু লাউপাতৰ লগত ভাত ৰন্ধা হান্দিৰ (চৰুৰ) তলত থকা এঙাৰখিনি চাঁচি একেলগ কৰি পিহি লয় আৰু তিনিডাল তৰা গছ একেলগে বান্ধি লৈ তাৰ তলৰ সমান অংশটো পিহি লোৱা বস্তুত ঘঁহি লৈ গৰু-ম'হৰ গাত পতকা-পতকি চাব মাৰি দিয়ে আৰু মাহ, হালধি, সৰিয়হ সনা তেল গৰু-ম'হৰ শিং আৰু খুড়াত ঘঁহি দিয়ে। ডেকাচামে আৰু গৰখীয়াবিলাকে গোহালিৰ পৰা গৰু, ম'হ উলিয়াই বিল, জান-জুৰি নৈৰ ঘাটলৈ দীঘলতি, মাখীয়তীৰে কোবাই লৈ যায় আৰু গায়—

'দীঘলতী লাওথি মৌছৌনি মুলি
দুদালিজাগীন গাই খুখিলি
দীঘলথি লাওথ্রি খ্রি গাম্থি





জৌংনি মৌছৌআ জাগীন বলদ জাথি
জানায় নঙা গাইদে থেমফ্ৰা
মাৰখা জাগীন ফালৌনি বেহেৰা।'

ইয়াৰ অৰ্থ হ'ল— দীঘলতীৰ এচাৰি গৰুৰ মহা ঔষধি, এই এচাৰিৰে কোবালে গাইগৰু খীৰতী হয়। দীঘলতীৰ এচাৰি ঘন ঘন গাঁঠি। আমাৰ গৰু হ'ব বলদ জাতৰ। আমাৰ গৰু সৰু চাপৰ জাতৰ নহ'ব ইত্যাদি।

এই গৰু বিহুৰ দিনাখন বাঁহ নাইবা কাঠৰ এচাৰিৰে কোবোৱাটো একেবাৰে নিষেধ। দীঘলতী, মাখীয়তী, তৰা আদিৰে কোবালে গৰু-ম'হৰ শৰীৰত থকা সকলো ৰকমৰ বেমাৰ-আজাৰ দূৰ হয় আৰু গাইগৰু খীৰতী হয় বুলি আদিম কালৰে পৰা বড়োসকলে বিশ্বাস কৰি আহিছে। গৰু বা ম'হৰ পখৰা-পাখৰী ফোঁট দিয়াৰ অৰ্থ হ'ল হাবিত এৰি দিওঁতে যাতে বাঘ, সিংহ আদি হিংস্ৰ জন্তুবোৰে আক্ৰমণ কৰিব নোৱাৰে আৰু কোনো ধৰণৰ মাৰি-মৰকে লম্ভিব নোৱাৰে। তাৰ পিছতে গা ধুওৱাৰ পৰ্ব আৰম্ভ হয়। ঘৰৰ পৰা লগত কঢ়িয়াই নিয়া লাউ, বেঙেনা, হালধিৰ টুকুৰাবোৰ গৰু-ম'হৰ গালৈ ছটিয়াই দি ডেকা-গাভৰু আৰু গৰখীয়াবিলাকে এনেদৰে গায়—

'লাও জা ফানথাও জা
বৌছৌৰ বৌছৌৰ এৰ হানজা হানজা।
বিফানি খিথেৰ বিমানি খিথেৰ
নৌংছৌৰ জাগীন হালুৱা গেদেৰ।
বিমা গাইদে বাদি দাজা
বিফা বলদ বাদি জা।'

ইয়াৰ অৰ্থ লাউ খা বেঙেনা খা, বছৰে বছৰে বাঢ়ি যা। মাৰৰ দৰে চুটি-চাপৰ নহ'বি, বাপেৰৰ দৰে হ'বি বলদ জাতৰ।

গা ধুওৱা পৰ্ব শেষ হোৱাৰ পিছত ঘৰৰ পৰা নিয়া লাউ, বেঙেনা, হালধিৰ মালাবোৰ নদীৰ পানীত ধুই-পখালি লয় আৰু মালাবোৰ গৰখীয়াসকলে পৰস্পৰৰ মাজত সাল-সলনি কৰে। এনেদৰে ইজনৰ মালাবোৰ আনজনৰ লগত সাল-সলনি কৰিলে কাৰোবাৰ যদি সৰু-চাপৰ জাতৰ গৰু থাকে তেনেকুৱা কৰাৰ পিছত ডাঙৰ-দীঘল জাতৰ গৰু জন্ম হয় বুলি বড়োসকলে বিশ্বাস কৰে। গধূলি সময়ত আকৌ গৰু-ম'হবোৰক দীঘলতী, মাখীয়তী, তৰাবোৰেৰে কোবাইহে ঘৰলৈ খেদি আনে আৰু নতুন বছৰত নতুন পঘাৰে বান্ধে। এই নতুন পঘাৰে গৰুবোৰ বন্ধাৰ আগতে পঘাবোৰক চোতালৰ উত্তৰ-পূব দিশত থকা বাথৌ বেদীৰ ওচৰত পৱিত্ৰ পানীৰে ঠাইডোখৰ মচি-কাচি এখিলা আগলি কলপাত মাটিত পৰি তাৰ ওপৰত এযোৰ

তামোল-পাণ, মাটিৰ চাকি জ্বলাই পাতৰ ওপৰত পঘাবোৰ ৰাখি সৃষ্টিকৰ্তা বৌৰাই বাথৌ ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰা হয়, যাতে গৰু-ম'হবোৰক মাৰি-মৰকে লম্ভিব নোৱাৰে। তাৰ পিছতে সোণ-ৰূপৰ আৰু তুলসী তিওৱা পানীৰে পঘাবোৰৰ ওপৰত ছটিওৱা হয়। তেনে কৰিলে পঘাবোৰ পবিত্ৰ হয় আৰু বেমাৰ-আজাৰ মাৰি-মৰকে সহজে লম্ভিব নোৱাৰে বুলি বিশ্বাস কৰি আহিছে। ইয়াৰ পিছতহে গৰুবোৰৰ ঠেংবোৰ পানীৰে ধুই নতুন পঘাৰে গোহালিত বন্ধা হয়। এনেদৰে বিভিন্ন জনবিশ্বাসেৰে বড়োসকলে গৰু বিহু 'মৌছৌ ছান' পালন কৰে।

ইয়াৰ পিছতে মানুহ বিহু 'মানছি ছান'। গৰু বিহু পালন কৰাৰ দিনটোৰ পিছৰ দিনটোৱেই মানুহ বিহু। এই দিনটো নতুন বছৰৰ প্ৰথম দিন ব'হাগ মাহৰ পহিলা তাৰিখ। সেইদিনাখন ল'ৰা-ছোৱালী, কিশোৰ-কিশোৰী, ডেকা-গাভৰু, বুঢ়া-মেথা সকলোৱে দোকমোকালিতে বিছনা-পাটী এৰি ধুম-ধামেৰে গা-পা ধোৱে। সৰুৱে ডাঙৰক সেৱা আৰু ডাঙৰে সৰুক আশীৰ্বাদ দিয়ে। বিশেষকৈ মাক-দেউতাকৰ বাহিৰেও গাঁৱৰ বুঢ়া-মেথা, সন্মানিত লোকক সেৱা আৰু শ্ৰদ্ধা জনায়। এই দিনাখনে বিভিন্ন দেৱ-দেৱীক পূজা-অৰ্চনা কৰে। স্বৰ্গগামী পূৰ্বপুৰুষক স্মৰণ কৰি স্বৰ্গগত আত্মাৰ সদগতিৰ কামনা কৰা হয় আৰু তেওঁলোকেও যাতে পৰিয়ালৰ লোকলৈ আশিস দিয়ে তাৰবাবে এনে কৰা হয়। মানুহ বিহুৰ দিনাখন আবাল-বৃদ্ধ-বনিতা, সকলোৱে নতুন গামোচা, দখনা, ফুলাম ফলিৰে সাজি-কাচি ওলায়। সেইদিনাখন আগতে হাবি-বননিৰ পৰা মহিলা, গাভৰুসকলে বুটলি আনি থোৱা বিভিন্ন তিতা-কেঁহা, টেঙা, শাক-পাচলিৰ লগত কুকুৰা-গাহৰিৰ মাংসৰে ৰন্ধা তৰকাৰি মদৰ লগত গাঁৱৰ কোনোবা এঘৰত নাইবা গাঁৱৰ ৰাজহুৱা স্থানত মুনিহ-তিৰোতা সকলোৱে একেলগে নাচি-বাগি ৰং-ধেমালি কৰি খায়। ব'হাগ বিহু বড়োসকলৰ প্ৰধান ৰং-ৰহইচৰ উৎসৱ। বড়োসকলে সুখে-দুখে ভৰা পুৰণি বছৰক বিদায় সম্ভাষণ জনায় আৰু নতুন বছৰক আদৰণি জনায়। এই সময়ছোৱাত মানৱ সমাজৰ বাহিৰেও প্ৰকৃতি ৰাজ্যতো আকাশ, পাতাল, সৰ্বত্ৰ ৰং-ৰহইচৰ পয়োভৰ হয়। খাম, চিফুং, জোথাৰ ঝংকাৰত স্বৰ্গ-মৰ্ত্য-পাতাল, আকাশ মুখৰিত হয়। গাঁৱৰ ডেকা-গাভৰু, বুঢ়া-বুঢ়ী, ল'ৰা-ছোৱালী সকলোৱে দুখ-বেদনা কাটি কৰি থৈ বৈছাগুৰ বা লাগি তৎ নাইকিয়া হয়। খাম, চিফুং, জোথা আৰ গগনাৰ ছেৱে ছেৱে, তালে-তালে গাঁৱৰ ডেকা-ঘাভৰু, বুঢ়া-মেথা, আইতা সকলোৱে জুমে-জুমে দলে-বলে নাচে-গায়। ডেকাহঁতৰ দল, গাভৰুহঁতৰ দল, বুঢ়া-বুঢ়ীৰ দল, কিশোৰ-কিশোৰীৰ দল কিছুমানে আকৌ দূৰ-দূৰণিৰ গাঁৱলৈ মাগিবলৈ ওলাই যায়। গিৰীহঁতে দিয়া বিধে বিধে, তৰহে তৰহে চাউল, টকা-পইচাৰে কান্ধৰ মোনা উপচি পৰে। ঘৰে-ঘৰে বিহু মাৰিবলৈ যাওঁতে





বুঢ়াজাকে কণী, কুকুৰা, মদ পানী খায়, ডেকা-গাভৰু, আদহীয়া, আইতা-তিৰোতাসকলে টকা-পইচা, চাউল ইত্যাদি। বিহু মাৰিবলৈ যাব নোৱাৰাসকলে জ্ঞাতি-গঞ্জাৰ লগ হৈ এঘৰত ভোজ-ভাত খাই ৰং-তামাচা কৰে। কাৰণ বৈছাগুৰ পিছতে খেতিত ছমাহলৈ আবদ্ধ হৈ থাকিব লাগিব। টোপাটোপে কপালৰ ঘাম মাটিত পেলাই প্ৰাণভৰি হেঁপাহেৰে বুকুৰ হাড় মাটি কৰি, তেজক পানী কৰি খেতিত একান্ত মনে মনোনিৱেশ কৰিব লাগিব। সেয়েহে বড়োসকলে নতুন বছৰ বৈছাগু বাঁথৌৰত প্ৰাণ ভৰি নাচে আৰু গায় এইবুলি—

'বৈছাগু আঁই বৈছাগু
বৈছাগু বৈছাগু
বাঁথৌৰ জাঁগামা থাংলায়বায়
বাঁথৌৰ গাঁদানা ফৈলায়বায়
বৈছাগু আঁই বৈছাগু
বাঁথৌৰ গাঁদাননি বাৰ মাঁননানৈ
দৈমা-দৈছা বিফাং লাইফাং দাওমা চাওছা
ৰংজাখাংবায় হনৈ
ফৈদাঁ দিনৈ ফৈদী বয়ৰী
বাঁৰাই-বুৰৈ, ছেংগ্ৰা-ছিখলা
গথ'-গথাই ৰংজাদিনি।'

ইয়াৰ অৰ্থ হ'ল— ৰঙালী বিহু ঐ, ৰঙালী বিহু, পুৰণি বছৰ গ'ল, নতুন বছৰ আহিল। নতুন বছৰৰ বা লাগি নদ-নদী, গছ-বিৰিখ, চৰাই-চিৰিকটি আটায়ে আনন্দত নাচি উঠে। আহা, আজি আমিও বুঢ়া-বুঢ়ী, ডেকা-গাভৰু, ল'ৰা-ছোৱালী সকলোৱে মিলি-জুলি আনন্দ, ৰং-ধেমালি কৰোঁ।

ডেকা-গাভৰুৰ প্ৰেম-প্ৰণয়, মিলন-বিচ্ছেদ, বিৰহ-বেদনা, ভালপোৱাৰ চিনস্বৰূপে ফুলাম গামোচা, ৰুমাল আদি উপহাৰ দিয়াৰ বিৱৰণ বড়ো বৈছাগু গীতত পোৱা যায় এনেদৰে—

'দেগ্লায় বৈছাগুআও হাংমা-হাংসানি
ফালি গাংছেখৌনাঁ লাংফৈস্ৰাদী আদা
বে জাঁনাঁমাও মাঁনাব্লাবী
বৈ জাঁনাঁমাও মাঁনহৈথাঁংছৈ।'

এই বড়ো বৈছাগু গীতৰ অৰ্থ হ'ল— এই বছৰৰ ৰঙালী বিহুটিৰ শেষ হেঁপাহৰ বিহুৱানখনি লৈ যাবহি দাদা (ককাই)। এই জনমত নাপালেও পিছৰ জনমত পাম

আপোনাক।

**বড়োসকলৰ মাগী দমাংছি আৰু ভোগালী বিহুৰ লগত ইয়াৰ সম্বন্ধ ঃ** ভোগালী বিহুৰ আগমনৰ লগে লগে তাহানি ল'ৰালি কালত গাঁৱত ভেলাঘৰ আৰু মেজি সাজি নিশা পৰ্যন্ত মুকলি পথাৰত ভাতে-মাছে-মাংসই বান্ধি-বাঢ়ি খাই ঢোল, খাম, চিফুং-বাঁহী বজাই গোটেই নিশা ৰং-ৰহইচ কৰাৰ সুমধুৰ অতীতৰ কথা মনত পৰে। তেতিয়া আজিৰ দিনৰ দৰে ভোগালীৰ উৰুকাৰ দিনাখন মানুহে মানুহক হত্যা কৰা দূৰৰ কথা হাই-কাজিয়া, দ্বন্দ্ব-খৰিয়াল লগাৰ কথাও মনত নপৰে। শাওণৰ পথাৰত কপালৰ ঘাম মাটিত পেলাই আঘোণৰ সোণালী ধানবোৰ ভঁৰালত ভৰাই কৃষক ৰাইজে খোৱা-লোৱাৰ পয়োভৰেৰে ভোগৰ উৎসৱ ভোগালী বিহুটি উলহ-মালহেৰে পালন কৰি আহিছে।

পুহ মাহৰ জোনাক নিশা বা চুবুৰিৰ সমূহ ডেকা-ল'ৰাই আগোণৰ শুকান নৰা বিঘাই বিঘাই কাটি সেইবোৰ কঢ়িয়াই আনি ভেলাঘৰ সজাস্থলীত থোৱা হয় আৰু চুবুৰিটোৰ প্ৰতিঘৰ মানুহৰ পৰা কমেও এডালকৈ জাতি বাঁহ, মকাল বাঁহ খুজি আনি আকাশচুম্বী মেজি সাজি মকৰ সংক্ৰান্তিৰ দিনাখন সূৰ্য উদয় হোৱাৰ আগতে গা-পা ধুই মেজি জ্বলোৱা মনত পৰে। স্নান নকৰাকৈ আৰু সূৰ্য উদয় হোৱাৰ পিছত মেজি জ্বলালে মেজিৰ বাঁহৰ হিলৈ বৰকৈ নুফুটে বুলি এটা জনবিশ্বাস আজিও জনমানসত বিদ্যমান। সেই কাৰণে হ'বলা বেলি উদয় নহওঁতেই কথা কাউৰীৰ মাত নুশুনোতেই স্নান কৰি মেজিবোৰ জ্বলোৱা হয়।

ভোগালী বিহুৰ তথা মকৰ সংক্ৰান্তিৰ দিনটো প্ৰত্যেক বছৰে ইংৰাজী নৱবৰ্ষৰ প্ৰথম মাহৰ ১৪ জানুৱাৰীত পৰে আৰু ইয়াক ভাৰতৰ ইমূৰৰ পৰা সিমূৰলৈ বিভিন্ন ৰাজ্যত বিভিন্ন ধৰণে আদৰেৰেপালন কৰে। অসমত এই মকৰ সংক্ৰান্তিৰ দিনাখন মাঘ বিহু। মাঘ বিহুক অতি উলহ-মালহেৰে পালন কৰে। ইয়াক কৃষি চপোৱা উৎসৱ বুলিও কোৱা হয়। অসমবাসীয়ে ৰঙালী বিহুক ৰং-ৰহইচৰ উৎসৱ হিচাপে পালন কৰাৰ দৰে মাঘৰ বিহুকো ভোগ-বিলাসৰ উৎসৱ হিচাপে পালন কৰি আহিছে। অসমৰ কৃষিজীৱী বিভিন্ন জনগোষ্ঠীয়ে পথাৰৰ শস্য চপোৱাৰ পিছত কিছুদিনৰ বাবে হ'লেও দুমুঠি খাবলৈ পায়। সেয়েহে ভোগালী বিহুত গাঁৱে-ভূঞে, চহৰে-নগৰে লগ লাগি ভোজ-ভাত, লোক-ভাত খাই ইজনে সিজনৰ প্ৰতি শ্ৰদ্ধা-ভক্তি, মৰম-চেনেহ, প্ৰেম-প্ৰীতি আদান-প্ৰদান কৰাটোৱে ভোগালী বিহুৰ বিশেষ তাৎপৰ্য। পৰ্বত-ভৈয়ামৰ বিভিন্ন জনগোষ্ঠী সম্প্ৰদায়ে গোষ্ঠীগত মতপাৰ্থক্য নাৰাখি ভোগালী বিহুৰ বিভিন্ন সুস্বাদু জলপান আৰু অন্যান্য খাদ্য-পানীয় দ্ৰব্য বন্ধু-বান্ধৱ, আত্মীয়-কুটুম্ব আৰু ওচৰ-চুবুৰীয়াক মাতি আনি খুৱাই মহা আনন্দ লাভ কৰে।





মাঘৰ বিহুৰ আগৰ দিনটোক 'উৰুকা' বুলি কোৱা হয়। উজনি অসমত 'মেজি' নামনি অসমত 'ভেলাঘৰ' সাজি উৰুকাৰ নিশা লোক-ভাত খাই গোটেই নিশা ঢোল, পেঁপা, খোল-তাল বজাই ডেকাল'ৰা গৰখীয়াহঁতে ৰং-ৰহইচ কৰি নিশা উজাগৰে কটাই দিয়ে। বিহুৰ দিনা পুৱা সূৰ্যই ফেঁহুজালি দিয়াৰ আগতে প্ৰাতঃস্নান কৰি মেজি জ্বলাই অগ্নিস্তুতি কৰি দেশৰ-দহৰ মংগলাৰ্থে ঈশ্বৰক প্ৰাৰ্থনা জনোৱা হয়। কৃষিজীৱী সমাজৰ ভোগালী বিহুৰ আন এটা তাৎপৰ্য হ'ল গৰুক দিয়া গুৰুত্ব। গৰুৱে কৃষি-কাৰ্যত কৃষকৰ লগত সমশ্ৰমৰ সমভাগী হৈ অশেষ কষ্ট কৰে বাবেই সেইদিনাখন ফোঁট দি পিঠা-পনাৰ উপৰি ধানৰ আগ খুৱাই মুকলি পথাৰত এৰি দিয়া হয়। ইয়াকে 'উদং এৰা' প্ৰথা বোলে।

অসমৰ বড়োসকলেও মাঘ বিহুক অন্যান্য জনগোষ্ঠী-সম্প্ৰদায়ৰ দৰে অতি ধুমধামেৰে পালন কৰে। তেওঁলোকে মাঘ বিহুক 'বিহু' নুবুলি 'মাগী দমাংছি' বুলি কয়। ঠিক তেনেকৈ কাতি বিহুকো 'খাথি দমাংছি' বুলি কয়। অৱশ্যে নামনি অসমৰ প্ৰায়বোৰ ঠাইৰ মানুহে দুমহি বা দোমাহী বুলি কোৱা শুনা যায়। বড়োসকলেও প্ৰায় একে ধৰণেৰে মাঘ বিহুক দোমাহী হিচাপে খোৱা-লোৱাৰ পয়োভৰেৰে আৰু অতি আনন্দ মনেৰে ৰং-ৰহইচ কৰি পালন কৰি আহিছে। বড়ো গৰখীয়াহঁতে তথা গাঁৱৰ ডেকাল'ৰা, কিশোৰ-কিশোৰীবিলাকে মিলিজুলি পুহ মাহতে কাটি থোৱা নৰাৰে মুকলি ঠাইত গগণচুম্বী ভেলাঘৰ (মেজি বা ভেলাপুজি) সাজে, লগতে ভেলাঘৰো সাজে। ভেলাঘৰটো দুটা কোঠালি কৰি সাজে। ৰান্ধনি আৰু শোৱা কোঠালি। এই ভেলাঘৰতে গৰখীয়াবিলাকে গোটেই ৰাতি ভাত, মাংস, মাছ খাই খাম, জথা (তাল), চিফুং-বাঁহীৰে গান-বাজনা কৰি নিশাটো কটায় আৰু ঠিক সূৰ্য উদয় হোৱাৰ আগতে প্ৰাতঃস্নান কৰি বিহুৰ দিনাখন ভেলাপুজি আৰু ভেলাঘৰবোৰ এটাৰ পিছত আনটো জ্বলাই ৰং-ৰহইচ কৰে। মন কৰিবলগীয়া যে ভেলাপুজি (মেজি) সাজোতে প্ৰতিটো চুবুৰিৰ মাজত কাৰটো আটাইতকৈ ওখ আৰু চকুত লগা হয় তাৰ বাবে তলে তলে অঘোষিত প্ৰতিযোগিতা চলে। সেয়েহে অসমৰ অবড়ো জনগোষ্ঠী-সম্প্ৰদায়ে ভেলাপুজি, ভেলাঘৰ সজাৰ দৰে বড়োসকলে নাসাজি অতি মজবুত ধৰণে মেজি আৰু ভেলাঘৰবোৰ সজা দেখা যায়। জাতি বাঁহবোৰ যিমান দীঘল সিমান ওখ ডাঙৰ দীঘল অকাশচুম্বী মেজিবোৰ নৰাৰে সঁজা হয়। আনকি কোন চুবুৰিৰ মেজিবোৰ বেছি জোৰেৰে আৰু বেছিকৈ হিলৈ ফুটে তাৰ অঘোষিত প্ৰতিযোগিতাও চলে। এই সংক্ৰান্তত গৰখীয়াবিলাকে মেজি জ্বলাওঁতে মানৰ সমাজত বিয়পি থকা ৰোগ-ব্যাধি, মাৰি-মৰকবোৰ নিঃশেষ কৰিবলৈ জয়ধ্বনি দি গোৱা গীত বড়ো ভাষাত গোৱা যায় এনেদৰে—

খংলাহানি ৰ'গ-বিয়াদিআ
খংলাহা থাংথোঁং
সৌনাবাহানি ৰ'গ-বিয়াদিআ
সৌনাবহা থাংথোঁং
ৰ'গ বিয়াদিআ
সাহা থাংথোঁং
সানজানি ৰ'গ-বিয়াদিঅ
সানজাহা থাংথোঁং
জোঁংনি লাগীআ
মায়ৈ দৌয়ৈ
জৈ জৈ মৈ মৈ জাথোঁং।
জোঁংনি লাগীনি মৌসৌআ
গান্দা ফিসাবাদি সখল'-বখল'
গেদেৰ বৌলৌগৌৰা জাথোঁং।

ইয়াৰ অৰ্থ হ'ল জয় জয় জয়, আমাৰ গাঁওখনৰ জয়, দক্ষিণৰ ৰোগ-ব্যাধি, মাৰি-মৰক দক্ষিণ ফালে যাওক, পশ্চিমৰ ৰোগ-ব্যাধি পশ্চিম ফালে যাওক, উত্তৰৰ ৰোগ-ব্যাধি উত্তৰ ফালে যাওক, পূবৰ ৰোগ-ব্যাধি পূব ফালে যাওক। আমাৰ গাঁওখন ধানে-পানীয়ে জয় জয় ময় ময় হওক, আমাৰ গাঁৱৰ বা চুবুৰিৰ গৰুবিলাক গঁড়ৰ পোৱালিৰ দৰে লোদোৰ-পোদোৰ হওক ইত্যাদি।

সাধাৰণতে মেজিৰ সংখ্যা কমেও তিনিটা কৰি সজোৱা হয়। এটা ঘাই মেজি বা দৰা, আনটো মাজ বা কন্যা মেজি আৰু শেষৰটো সৰু মেজি বা গা ধোৱা বুলি কোৱা হয়। উৰুকাৰ দিনাখন গৰখীয়া ভাত (লাওখাৰ ঔংখাম) বা লোক-ভাত খাই-বৈ এই সৰু মেজিটো জ্বলোৱা হয়। আনহাতে বিহুৰ দিনাখন স্নান কৰি আহি প্ৰথমতে মাজ মেজিটো বা কন্যা মেজিটো জ্বলায়। তাৰ পিছতহে ঘাই তথা দৰা মেজিটো জ্বলোৱাৰ নিয়ম। এই দৰা বা বৰ মেজিটো জ্বলোৱাৰ সময়ত গাঁৱৰ প্ৰায় সকলো মানুহে আহি ভাগ লয়। এই মেজি জ্বলোৱা প্ৰথাটো বহুতে অগ্নিদেৱতাক পূজা-অৰ্চনা কৰাৰ অন্য এক প্ৰথা বুলি অভিহিত কৰে। মাঘৰ দোমাহিৰ কেইদিনত গা নুধুলে পৰজনমত মানুহ কাউৰী হয় বুলি বড়োকলৰ মাজত এক প্ৰচলিত জনবিশ্বাস আছে।

এই মাঘ বিহুতো পৰম্পৰাগতভাৱে চলি অহা কিছুমান কাৰ্য সম্পাদনা কৰা দেখা যায়। তাৰ ভিতৰত উৰুকাৰ দিনা দিনৰ ভাগত তামোল, আম, নাৰিকল, জাম,





কঁঠাল আদি গছবোৰত ধানৰ খেৰৰ ৰছীৰে বান্ধোনী বন্ধা হয়। এনে কৰাৰ অৰ্থ আগন্তুক বছৰত গছৰ ফল-মূল ভৰপূৰ হয় বুলি যি জনবিশ্বাস অবড়ো সমাজত প্ৰচলিত থকাৰ দৰে বড়ো সমাজতো বিৰাজমান। তদুপৰি বড়োসকলে বৰঘৰ, সৰুঘৰৰ বেৰৰ চাৰিওফালে গৰুৰ গোবৰেৰে দীঘলকৈ একশাৰী ৰেখা লিপি দিয়ে। তেনে কৰিলে ঘৰখন পবিত্ৰ হয় আৰু ঘৰৰ ভিতৰত কোনো ভূত-প্ৰেত, ৰোগ-ব্যাধি আৰু মাৰি-মৰকে প্ৰৱেশ কৰিব নোৱাৰে বুলি বড়োসকলে বিশ্বাস কৰে।

**বড়ো ভাষা আৰু সাহিত্য**

বড়োসকল চীন-মংগোলীয় জাতিৰ আৰু চীন তিব্বতবৰ্মী ভাষা গোষ্ঠীৰ এক শক্তিশালী জনগোষ্ঠী। অন্যান্য জনগোষ্ঠীৰ দৰে তেওঁলোকৰো নিজস্ব ভাষা আছে। তেওঁলোকে কোৱা ভাষাক বড়ো ভাষা বুলি কোৱা হয়। তিব্বতবৰ্মী ভাষাক তিনি প্ৰধান ভাগত বিভাজন কৰিছে— (ক) তিব্বত-হিমালয়ী, (খ) অসমবৰ্মী আৰু উত্তৰ অসম উপ-শাখা। অসমবৰ্মী শাখাৰ ভাষাবোৰ হ'ল, বড়ো, নগা, কুকি, চীন, কচিন বৰ্মন, লোলোমচু আৰু লাই। বড়ো ভাষাৰ ভগ্নী ভাষাবোৰ হৈছে তিৱা, ডিমাছা, গাৰো, ৰাভা, কোচ, ককবৰক, দেউৰী-চুতীয়া আৰু মৰাণ। উক্ত ভাষাবোৰৰ ভিতৰত একমাত্ৰ বড়ো ভাষাই উত্তৰ-পূৰ্বাঞ্চলৰ ভিতৰতে শিক্ষাৰ মাধ্যম হিচাপে প্ৰাথমিক বিদ্যালয়ৰ পৰা মাধ্যমিক পৰ্যায়লৈকে অসমৰ বড়ো অধ্যুষিত স্কুলসমূহত প্ৰচলিত আৰু প্ৰৱৰ্তিত। তদুপৰি কলেজ, বিশ্ববিদ্যালয়ত আধুনিক ভাৰতীয় ভাষা হিচাপে শিকোৱা হয়। এই ক্ষেত্ৰত গুৱাহাটী বিশ্ববিদ্যালয়, ডিব্ৰুগড় বিশ্ববিদ্যালয় আৰু শ্বিলঙৰ পাৰ্বত্য বিশ্ববিদ্যালয়ৰ দ্বাৰা বড়ো ভাষা আধুনিক ভাৰতীয় ভাষা হিচাপে স্বীকৃত। আনকি বড়ো ভাষাই গুৱাহাটী বিশ্ববিদ্যালয়ত সুকীয়া বড়ো বিভাগ হিচাপেও স্বীকৃত আৰু প্ৰৱৰ্তিত। তাৰ উপৰি ১৯৮৫ চনতে অসম চৰকাৰে বড়ো ভাষাক বড়ো অধ্যুষিত কোকৰাঝাৰ জিলা, ওদালগুৰি মহকুমাত অসমীয়া ভাষাৰ লগতে অসমৰ সহকাৰী চৰকাৰী ভাষা হিচাপে স্বীকৃতি প্ৰদান কৰিছে। অৱশ্যে বিটিচি গঠন হোৱাৰ পিছত ইয়াৰ চাৰিখন জিলা ঃ কোকৰাঝাৰ, চিৰাং, বাগ্‌ছা আৰু ওদালগুৰি জিলাত প্ৰৱৰ্তনৰ ব্যৱস্থা ৰাখিছে। অৱশ্যে প্ৰকৃতাৰ্থত এতিয়াও বড়ো ভাষা চৰকাৰী কাম-কাজত প্ৰয়োগ কৰা হোৱা নাই। অতি আনন্দৰ আৰু গৌৰৱৰ কথা বড়ো ভাষাক কেন্দ্ৰীয় চৰকাৰে ২০০৩ চনত ভাৰতীয় সংবিধানৰ অষ্টম অনুসূচীত অন্তৰ্ভুক্ত কৰি ইয়াক প্ৰাপ্য মৰ্যাদা প্ৰদান কৰিলে। এতিয়ালৈকে অষ্টম অনুসূচীত মুঠ ২২টা ভাষাই ভাৰতীয় সংবিধানৰ দ্বাৰা স্বীকৃত হৈছে। অসমৰ প্ৰধান জনগোষ্ঠীৰ চীন-তিব্বতবৰ্মী ভাষাৰূপে বড়োসকলৰ নেৰানেপেৰা প্ৰচেষ্টা, সংগ্ৰাম, বহু ঘাত-প্ৰতিঘাত, ত্যাগ আৰু মাতৃভাষাৰ প্ৰতি থকা প্ৰেমে অতি চালুকীয়া অৱস্থাৰ পৰা আজি ভাৰতীয়

সংবিধানৰ অষ্টম অনুসূচীত স্বীকৃতি লাভ কৰিবলৈ সফল কৰি তুলিলে। বড়োসকলৰ এই আদৰ্শ আজিলৈকে অনুন্নত আৰু চৰকাৰী স্বীকৃতি নোপোৱা ভাষা-ভাষী জনগোষ্ঠীৰ কাৰণে প্ৰেৰণাৰ উৎস আৰু পথ প্ৰদৰ্শকস্বৰূপ। ২০০৫ চনৰ পৰা ২০০৮ চনলৈকে চাৰিজন বড়ো সাহিত্যিকে সাহিত্য অকাডেমী বঁটা লাভ কৰিছে। ঠিক তেনেকৈ অনুবাদ সাহিত্যৰ ক্ষেত্ৰতো সমানসংখ্যক সাহিত্য অনুবাদকে সাহিত্য অকাডেমী বঁটা লাভ কৰিবলৈ সক্ষম হৈছে।

স্কুল-কলেজ-বিশ্ববিদ্যালয় পৰ্যায়ত মাধ্যমৰূপে চৰকাৰী স্বীকৃতি আৰু চৰকাৰী পৃষ্ঠপোষকতা অবিহনে কোনো ভাষাই বিকাশ লাভ কৰিব নোৱাৰে। সাম্প্ৰতিক কালত অসম চৰকাৰ আৰু ভাৰত চৰকাৰৰে অনুন্নত ভাষাবোৰকো স্বীকৃতি আৰু শিক্ষাৰ মাধ্যম কৰিবলৈ পদক্ষেপ গ্ৰহণ কৰাৰ ফলত ভাষাবোৰ জীয়াই থকাৰ বাট বিচাৰি পাইছে।

এইখিনিতে এটা কথা উল্লেখযোগ্য যে ১৮২৬ চনৰ 'ইয়াণ্ডাবু' সন্ধি হোৱাৰ আগলৈকে সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলতে চীন-তিব্বতবৰ্মী বড়ো শাখাৰ ভাষাবোৰৰ প্ৰভাৱ অতি ব্যাপক আৰু বিস্তৃত আছিল। কিন্তু ইংৰাজ শাসন প্ৰচলনৰ লগে লগে নতুনকৈ প্ৰথমতে বাংলা আৰু শেষত পঢ়াশালি, অফিচ-আদালতত অসমীয়া ভাষাৰ প্ৰচলনে থলুৱা ভূমিপুত্ৰসকলৰ বিশেষকৈ বড়ো, ডিমাছা, ত্ৰিপুৰী, কাৰ্বি, ৰাভা, তিৱা, দেউৰী, তাই আহোমসকলৰ ভাষা তল পৰি প্ৰায় নিশ্চিহ্ন হোৱাৰ উপক্ৰম হৈছিল। কিন্তু স্বাধীনতাৰ পিছত উক্ত জনগোষ্ঠীসমূহৰ মাতৃভাষাৰ প্ৰতি থকা সচেতনতাই উক্ত ভাষাসমূহক জীয়াই ৰাখিবলৈ সক্ষম হৈছে আৰু কোনো কোনো ভাষাই চৰকাৰী স্বীকৃতি পাই উত্তৰণৰ দিশত আগবাঢ়ি আহিছে। এনেকুৱা ভাষাৰ ভিতৰত বড়ো ভাষা অন্যতম অগ্ৰগামী ভাষা। বৰ্তমানলৈ বড়ো লোক-সাহিত্যকে আদি কৰি সাহিত্যৰ সকলো দিশতে লিখিত মৌলিক সাহিত্য আৰু অনুবাদ সাহিত্য সৃষ্টিতো অগ্ৰসৰ হোৱা পৰিলক্ষিত হৈছে।

অৱশ্যে এইখিনিতে এটা কথা উল্লেখযোগ্য যে বড়ো ভাষা সাহিত্যৰ উন্নয়নৰ ক্ষেত্ৰত পোনপ্ৰথমতে খ্ৰীষ্টান মিছনেৰীসকলে আগভাগ লৈছিল। উল্লেখ্য ১৮৯৫ চনতে মিছনেৰীসকলে বড়ো মৌখিক সাহিত্যৰ প্ৰথম সংকলন প্ৰকাশ কৰি উলিয়াইছিল। এই সন্দৰ্ভত জ্যোতি এণ্ডাৰছনৰ 'A Collection of Kachari folk Tates and Rhymes' নামৰ পুথিখনৰ কথা উনুকিয়াব পাৰি। এণ্ডাৰছনৰ অনুপ্ৰেৰণাতে ৰেভাৰেণ্ড ছিডনী এণ্ডেলে তেওঁৰ 'The Kacharis' (1911) গ্ৰন্থখনত সন্নিৱিষ্ট কৰা সাধু কথাবোৰক লিখিত ৰূপ দিয়াৰ প্ৰচেষ্টাৰ কথা এই প্ৰসংগতে উল্লেখযোগ্য। অসমীয়া ভাষা-সাহিত্যৰ উন্নতিৰ কাৰণে খ্ৰীষ্টান মিছনেৰীসকলে বাতৰি





কাকত, আলোচনী, পুথি-পাঁজি উলিওৱাৰ দৰে বড়ো ভাষাতো তেওঁলোকে খ্ৰীষ্টান ধৰ্ম প্ৰচাৰৰ সুবিধাৰ কাৰণে প্ৰথমতে বাইবেল আৰু আন আন পুথি অনুবাদ কৰি উলিয়াইছিল। তেওঁলোকে ১৮৮৪ চনত 'বড়ো ব্যাকৰণ', ১৮৮৯ চনত মেচ ব্যাকৰণ আৰু বড়ো পাঠ্যপুথি প্ৰকাশ কৰে। ৰেভাৰেণ্ড ছিডনী এণ্ডেলে ১৮৮৪ চনত বড়ো ভাষাৰ উন্নতিৰ হকে — A outline Grammar of Kachari (Bodo) Language' পুথিখন লিখি উলিয়াইছিল। এণ্ডে চাহাবেই A Short Grammar of Mach or Boro Language. পুথিখন ৰচনা কৰিছিল। বড়ো জাতিক আৰু বড়ো ভাষা-সাহিত্যক প্ৰথমতে বিশ্বমানৰৰ আগত পৰিচয় দিয়াৰ বাবে বড়োসকলে এণ্ডাৰছন আৰু এণ্ডেল চাহাবক কেতিয়াও পাহৰিব নোৱাৰে। ইয়াৰ পিছত বড়ো তথা সেই সময়ৰ বিভিন্ন জনগোষ্ঠীৰ অন্যতম পথ প্ৰদৰ্শক প্ৰয়াত সতীশ চন্দ্ৰ বসুমতাৰীৰ নেতৃত্বত ইংৰাজী ১৯১৯ চনতে 'বড়ো ছাত্ৰ সন্মিলন' নামৰ এটা ছাত্ৰ সংগঠন কৰা হৈছিল। এই বড়ো ছাত্ৰ সন্মিলনে প্ৰথম কোকৰাঝাৰ অধিৰেশনত 'বিবাৰ' (ফুল) নামৰ এখন আলোচনী প্ৰকাশ কৰিবলৈ সিদ্ধান্ত লয় আৰু ১৯২৪ চনত প্ৰয়াত সতীশ চন্দ্ৰ বসুমতাৰীৰ সম্পাদনাত প্ৰথম বড়ো ভাষাৰ 'বিবাৰ' আলোচনীখন বড়ো সাহিত্যৰ কাননত ৰমক-জমককৈ ফুলি উঠে। এই আলোচনীখনৰ নাম অনুসৰিয়েই সেই সময়ত লিখিত সাহিত্যিক বিবাৰ যুগৰ সাহিত্য বুলি কোৱা হয়। তাৰ সমসাময়িকভাৱে ১৯২৬ চনত 'জেন্থখা' নামৰ সাপ্তাহিক বাতৰি কাকতো উলিওৱা হৈছিল। তদুপৰি ইংৰাজ শাসন কালত আৰু স্বাধীনতাৰ পিছতো আজীৱন মন্ত্ৰী হৈ মৃত্যুবৰণ কৰা ৰূপনাথ ব্ৰহ্ম আৰু পদ্মশ্ৰী মদাৰাম ব্ৰহ্মাই 'খন্থায় মেথায়' নামৰ কবিতা পুথি আৰু পদ্মশ্ৰী মদাৰাম ব্ৰহ্মাই অকলে 'বড়োনি গুদি সিবসা আৰৌ আৰোজ' নামৰ ভক্তিমূলক কবিতাপুথি প্ৰকাশ কৰি তেতিয়াই বড়ো ভাষাৰ সাহিত্য কাননলৈ অৰিহণা আগবঢ়াইছিল। সেই সময়তে প্ৰকাশিত উল্লেখযোগ্য আলোচনীবোৰৰ ভিতৰত 'অলংবাৰ', 'হাতৰ্খি-হালাৰ' কথা উনুকিয়াব পাৰি। উক্ত আলোচনীবোৰ সম্পাদনাৰ মুখ্য ভূমিকাত বড়ো ভাষা অভিধান প্ৰণেতা প্ৰয়াত প্ৰমোদ চন্দ্ৰ ব্ৰহ্মাই আগভাগ লৈছিল। উক্ত আলোচনীবোৰ অৱশ্যে বেছিদিনলৈ বৰ্তি থকা নাছিল।

১৯৫২ চনৰ ১৬ নৱেম্বৰত স্থাপিত বড়ো সাহিত্য সভাৰ অক্লান্ত চেষ্টা আৰু পৰিশ্ৰমৰ ফলস্বৰূপে তাহানিৰ পৰা আজিলৈকে বড়ো ভাষাত গল্প, কবিতা প্ৰবন্ধ, উপন্যাস, নাটক, বাতৰি কাকত, পাঠ্যপুথি আৰু তাত্ত্বিক, গৱেষণামূলক পুথি-পাঁজি, ব্যাকৰণ, অভিধান প্ৰকাশ হৈ আহিছে। বড়ো ভাষাই বিদ্যালয়, মহাবিদ্যালয় আৰু বিশ্ববিদ্যালয় পৰ্যায়ত শিক্ষাৰ মাধ্যমৰূপে স্বীকৃতি পোৱাৰ লগে লগে লেখক, কবি,

সাহিত্যিক তথা বড়ো সাহিত্য সভাৰ ওপৰত গধুৰ বোজা আৰু দায়িত্ব আহি পৰিছেহি। সেই কাৰণে বড়ো ভাষাই অষ্টম অনুসূচীত অন্তৰ্ভুক্ত হোবাৰ কাৰণে আনন্দত মতলীয়া হোৱাৰ পৰিৱৰ্তে। কৰণীয় কামখিনিৰ বিষয়ে বড়ো লেখক, কবি-সাহিত্যিকসকলে আৰু বড়ো সাহিত্য সভাই আলোচনা-বিলোচনা কৰা উচিত। বিশেষকৈ সাহিত্য অকাডেমীৰ দৰে উচ্চমানৰ ৰাষ্ট্ৰীয় সাহিত্য বঁটাৰ সন্মান আনিব পৰা কবিতা, গল্প, উপন্যাস আৰু নাট্য-সাহিত্য সৃষ্টিৰ ওপৰত গুৰুত্ব আৰোপ কৰিব লাগে। তাৰ বাবে লেখকসকলক উদগনি, প্ৰেৰণা দিয়াৰ দায়িত্ব বড়ো সাহিত্য সভাৰ।

+ + +



# খামতি জনজাতি ঃ সমীক্ষাত্মক অধ্যয়ন

চাও লোকেশ্বৰ গগৈ

**আদিম স্থান ঃ** তাই জাতিয়ে হোৱাংহো আৰু ইয়াংচিকিয়াং নৈৰ মধ্যস্থানত যি সভ্যতা গঢ়ি তুলিছিল। সেই সভ্যতা পৃথিৱীৰ প্ৰাচীন চাৰিটা সভ্যতাৰ ভিতৰত এটা। সেই উপত্যকাৰ পৰা বৃহৎ তাই জাতি প্ৰব্ৰজিত হৈ চীন, উত্তৰ ভিয়েটনাম, লাওচ, থাইলেণ্ড, ব্ৰহ্মদেশ (বৰ্তমান ম্যানমাৰ), নেফা (বৰ্তমান অৰুণাচল), অসম আৰু মণিপুৰত প্ৰৱেশ কৰেহি। চীন দেশৰ ছু আং, পু-য়ি, তাই (চীন তাই), নাম আৰু নুংসকল। দক্ষিণ চীন তাই, জ-আং, নুং আৰু বু-য়িসকলে, থাইলেণ্ডত থাই, লাও তাই (লাও থাই), ল্যু, য়ু-আন, শান- (তাই য়াই), ফু-তাই (ফু-থাই), আৰু তাই ডামসকল; উত্তৰ ভিয়েটনামত তাই দাম, তাই দেং, তাই খাও, থো, নুং, ল্যু আৰু ক্ৰাংচাসকল, লাওচৰ লাও তাই (লাও), ল্যু, য়ু-আন, ফু-তাই (ফু-থাই), তাই দামসকল; মালয় পেনিন চুলাৰ শ্যাম; হাইনাম দ্বীপৰ তাই য়ং বে বা বিসকল; উত্তৰ ভিয়েটনামৰ তাই দাম, তাই দেং, তাই খাও, যো, নুং, নাং আৰু ক্ৰাংচাসকল; ব্ৰহ্মদেশৰ শান (তাই), তাই খে (পায়-ই), ল্যু, খুন, তাই খান-তি; অৰুণাচল প্ৰদেশৰ খাম-তি, অসমৰ খামতিসকল, তাই-টুৰুং, তাই আহোম, তাই খানয়াং, তাই নৰা, তাই ফাকে, তাই আয়তন, মণিপুৰৰ ময়সকল আৰু উল্লেখিত লাওচৰ-অনিউ, ফু-আন আৰু চাকসকল। এইসকল বৃহৎ তাই গোষ্ঠীৰ অন্তৰ্গত।

**প্ৰব্ৰজন ঃ** অসমত বসবাস কৰা নাম ফাকে, টিপামৰ ফাকে, বৰ ফাকে আৰু ফাকেসকলক লৈয়েই ফাকেয়াল সম্প্ৰদায় গঠিত হৈছে। এওঁলোকৰ সৰু সৰু গোটবোৰৰ এনে ধৰণৰ নাম তাই, খামুং, টুমটেন আদি। বুৰঞ্জীবিদ চাও ম্যাট গোহাঁইদেৱে কয়, ফাকেসকল স্বৰ্গদেউ ৰামেশ্বৰ সিংহৰ ৰাজত্ব কালত আহোম ৰাজালৈ আহিছিল।

ক্ষেত্ৰ অধ্যয়ন কৰি পোৱা গৈছে যে খাময়াং জনগোষ্ঠীত একাধিক খেলৰ প্ৰচলন আছে যথা খামজাং, চাওলিক, থুমুং, চাওহাই, চাও চাং, চাও লুং, মৌকে, তুনখাং, পায়ুক, প'-মুং, বাই-লং আদি। খাময়াংসকলে চাও ল্যুং চুকাফা স্বৰ্গদেবৰ লগত আহোম

ৰাজ্যলৈ আহিছিল বুলি গৱেষকসকলে কয়। তেওঁলোকক পাটকাই পৰ্বতৰ কাষত থকা খামজাং এলেকাত ৰাজ্য স্থাপন কৰি ৰজা এজনক শাসনকৰ্তা হিচাপে ৰাখিছিল। তেওঁলোকে চিংফৌসকলৰ লগত সংঘৰ্ষত লিপ্ত হোৱাৰ পাছতহে অসমত প্ৰৱেশ কৰেহি।

তাই নৰাসকল ম্যানমাৰৰ মুংকং আৰু হুকং উপত্যকাৰ পৰা স্বৰ্গদেউ চুহুংমুং, চুখামফা আৰু ৰাজেশ্বৰ সিংহৰ ৰাজত্ব কালত অসমলৈ আহিছিল।

তাই টুৰুংসকল ম্যানমাৰৰ টুৰুং নৈৰ কাষৰ পৰা ঊনৈশ শতিকাৰ পহিলা ভাগত অসমলৈ আহিছিল। তাই আয়তনসকল ম্যানমাৰৰ আয়তন এলেকাৰ পৰা ১৮-১৯ শ শতিকাৰ মাজ ভাগত অসমত প্ৰৱেশ কৰে। আয়তন অঞ্চল চিন্দুইন নৈ আদি অংশত অৱস্থিত।

১৩ শ শতিকাত চাও ল্যুং চুকাফাৰ নেতৃত্বত উত্তৰ ব্ৰহ্মৰ শান ৰাজ্যৰ মুংৰিমুংৰাম প্ৰদেশৰ পৰা পাটকাই পৰ্বত অতিক্ৰম কৰি সৌমাৰলৈ অহাসকলেই তাই-আহোম বুলি জনাজাত (তাই জন-সংস্কৃতি, চাও গগৈ, লোকেশ্বৰ ১৯৯৪)।

**ঘৰ-দুৱাৰ ঃ** তাই খামতি জনগোষ্ঠীয়ে অন্যান্য তাই জনগোষ্ঠীৰ দৰে চাং ঘৰ সাজি বসবাস কৰে। অৱশ্যে অধুনা তাৰে কিছুমানে ভৈয়ামত ঘৰ-বাৰী সাজি লৈছে। বাঁহ-কাঠেৰে নিৰ্মাণ কৰা চাংখন ৪-৫ তৰপীয়াকৈ সাজি লয়। চাঙৰ ওপৰত বাঁহৰ বেৰ পাৰি লয়। বেৰা বাঁহেৰেই বেঢ়ি লয়। চাঙত উঠিবলৈ বাঁহ বা কাঠৰ জখলা পাৰি লয়।

খামতিয়ে সৰণ খেৰ, জেঙু পাত বা টকৌ পাতেৰে ঘৰৰ চাওনি দিয়ে। অৱশ্যে ভৈয়ামত বসবাস কৰাসকলে সৰণ খেৰৰ ঘৰ চোৱাৰ ৰীতি-নীতি আছে। টকৌ পাতেৰে চাওনি দিয়া ঘৰ বহুত দিনলৈকে পানী নপৰাকৈ থাকে। সাধাৰণতে খামতিয়ে খিৰিকী ৰখাৰ প্ৰথা নাই। লিখকে নাৰায়ণপুৰৰ বৰখামতি গাঁৱৰ ঘৰবোৰ দেখা পাইছে। সাধাৰণতে খিৰিকী নৰখাৰ বহুতো কাৰণ আছে। খামতিয়ে চাঙৰ তলত পোহনীয়া জীৱ-জন্তুৰ গঁৰাল সজাৰ নিয়ম নাই। চাঙৰ তলত তাঁতশালখন থাকিবই। ফলা খৰিবোৰ থাক থাককৈ সজাই থোৱাৰ দৃশ্য অতি মনোৰম। চাংতলখন ইমান ধুনীয়াকৈ চাফাকৈ ৰাখে যে তাত ফু মাৰি আহাৰ গ্ৰহণ কৰিব পাৰি।

সাধাৰণতে তেওঁলোকৰ ঘৰবোৰত ৫-৬টাকৈ কোঠা থাকে। উত্তৰা-দক্ষিণাকৈ সজা ঘৰৰ দক্ষিণফালে দুৱাৰ থাকে। খেৰৰ সমুখত থকা মুকলি চাং বাৰান্দাখনত (চান্) জাৱক মেলি ৰ'দ লয়, খৰি আৰু ধান ৰ'দত শুকুৱায়। চান্‌ৰ পাছত থকা কোঠাত (টুপ) আলহী-অতিথিক আদৰ অভ্যৰ্থনা জনায়। ইয়াতেই আলহী অতিথিক পাটী-ঢাৰি পাৰি বা তাৰ ওপৰত চাফা বস্ত্ৰ এখন পাৰি বহিবলৈ দিয়াৰ ৰীতি-নীতি আছে। টুপৰ পাছত থাকে 'খক পিনং', য'ত আলহীক নিশা নিদ্ৰা যাপনৰ সুবিধা কৰে। ইয়াৰ পাছত





আছে 'খক-তি-নন', য'ত ঘৰৰ পৰিয়ালবৰ্গই নিদ্ৰিত হয় আৰু ইয়াতেই পুৰুষ-মহিলাৰ বাবে শোৱাৰ পৃথক পৃথক ঠাই সংৰক্ষিত থাকে।

খক-তি-নন্‌ৰ অন্তত থাকে 'তি ফাই', মানে জুহাল, য'ত চৌদিশে চাৰি ডোখৰ এবেগেত ব্যাসাৰ্ধৰ কাঠৰ ঘেৰণৰ ব্যৱস্থা কৰি লয়। ঠাইডোখৰ মাটিৰে ডাঠকৈ লেপি-মচি লয় নাইবা পকী কৰিও লয়। ডিফাইৰ দৈৰ্ঘ্য আৰু প্ৰস্থৰ পৰিমাণ যথাক্ৰমে আঢ়ৈ ফুট। ইয়াতেই জাকি স্থাপন কৰে। জাকিত চৰু, কেৰাহী পাতি আহাৰ ৰান্ধে। তিফাইৰ ওপৰত থাকে ধোঁৱা চাং (কা ফাই), য'ত থাকে জীৱ-জন্তুৰ মাংস, মাছ আদি খৰিচা চুঙা আৰু মাটিৰ টেকেলি য'ত সংৰক্ষিত কৰি ৰাখে ত'ত্ লৱণ আৰু এদাঁতিত এটা বা একাধিক হোৰা বান্ধি ৰাখে। এনে হোৰাৰ ভিতৰত থাকে খৰিকা, ঘোঁটা, বাৰি, তাও বাৰি, এলুমিনিয়ামৰ কৰচালি ইত্যাদি।

আকৌ কা ফাইৰ ওপৰত বৰচাং (খেং) এখন থাকে, য'ত থাকে পুথি-পাঁজি, বাকচ, জপা, পেৰা ইত্যাদি। ইয়াৰ বাদেও ঘৰৰ বেৰৰ কাষত লাগি থকাকৈ এখন চাং (খিইং) থাকে, য'ত থাকে ৰন্ধন শালাৰ আৱশ্যকীয় সঁজুলি। একেবাৰে শেহৰ কোঠাটো হৈছে বুঢ়া-বুঢ়ীসকলৰ শোৱা কোঠা, যাক খামতি ভাষাত কোৱা হয় 'খক না হং'। এই কোঠাৰ বাহিৰৰ ফালে কাঁহী-বাটি ধোৱা এখন চাং থাকে। অধুনা সভ্যতাৰ নতুন পোহৰত খামতিৰ ঘৰবোৰৰ আকৃতি-প্ৰকৃতি সাল-সলনি হোৱা দেখা গৈছে।

খামতিয়ে বাৰীখন জেওৰা-জপনা দি সুন্দৰকৈ বেঢ়ি লয় আৰু পদূলিমুখ স্থাপন কৰে দক্ষিণ ফালে। নঙলা দিয়াৰ ব্যৱস্থা প্ৰতি ঘৰতে আছে আৰু নঙলাৰ পূবত ভঁৰাল (মে), পশ্চিমত গোহালি (খকঙ) সাজি লয়। উল্লেখিত খক না হঙৰ লগতে পশ্চিম দিশত এটি ক্ষুদ্ৰ কোঠা (খক্ ৱাই খৌ) থাকে। ইয়াতেই ঘৰৰ লাগতিয়াল বস্তুসমূহ ৰাখে। খামতিয়ে প্ৰস্ৰাৱখানা, পায়খানা বাৰীৰ পাছ ফালে সুন্দৰকৈ বেঢ়ি লয়। বাৰীত নানাবিধ ফল-মূল ৰুই মোহনীয় কৰি ৰাখে।

**খাদ্য ঃ** সহজ-সৰল খামতিসকলে বিভিন্ন ধৰণৰ পিঠা, চুঙা চাউল (খাউলাম) আৰু বৰা চাউলৰ জলপান খায় বৰ ভাল পায়। চুঙা চাউল বনোৱা খাওলাম নামৰ বাঁহবিধ টুৰুং বসতি অঞ্চলতো দেখিবলৈ পোৱা যায়। খামতিয়ে তাই-আহোমৰ লেখীয়াকৈ সকলোবিধ মাছ আৰু মাংস খায় ভাল পায়। খামতিয়ে নেপুৰা মাছৰ আঞ্জা খায় বৰ সোৱাদ পায়।

তেওঁলোকৰ উহোৱাই খোৱা আৰু ভাজি খোৱাৰ সুন্দৰ প্ৰথা আছে। মছলা হিচাপে 'মাকাত' এবিধ কাঁইটীয়া গছৰ পাত, ৰাম তুলসী (ইনখিম), জালুক (মাকফিত ল'ম), নহৰু, পিয়াজ, জলকীয়া, হালধি আদি ব্যৱহাৰ কৰে। সৰিয়হৰ পৰা তৈয়াৰ কৰা খাৰলিৰে পানী টেঙা বনাই খায়। বাঁহ গাজো তেওঁলোকৰ সুস্বাদু খাদ্য।

**সাজপাৰ ঃ** খামতিৰ সাজপাৰত ব্ৰহ্মদেশৰ প্ৰভাৱ পৰিছে। খামতি শিপিনীয়ে বিভিন্ন ৰঙৰ সূতাৰে পক্ষী, ঘৰ, গছ-লতিকা আদি সুন্দৰকৈ তুলি লয়। পুৰুষৰ বাবে দীঘে মুগা আৰু বাণীয়ে কপাহী সূতাৰে বস্ত্ৰ বৈ লয়। খামতিৰ লুঙিয়েই তাৰ প্ৰমাণ। লুঙিক খামতি ভাষাত 'ফা নমাই' বোলে। পুৰুষৰ চোলা, পাগুৰি, টঙালি, চাদৰ আদি তাঁতশালতেই বয়। বয়োবৃদ্ধসকলে পাগুৰি মাৰে আৰু তেওঁলোকৰ সমাজত উচ্চ স্থান দিয়ে। মহিলাই ফুল তোলা টাছেল ব্যৱহাৰ কৰে। কাৰ্পেটত ফুল তোলাত খামতি মহিলা পাকৈত। টঙালি, মেখেলা আদিত ক'লা ৰঙৰ ব্যৱহাৰে খামতি মহিলাৰ গাম্ভীৰ্য বঢ়ায়। ওৰণি লোৱাৰ প্ৰথা খামতি সমাজত নাই।

**গহনা-গাঁঠৰি ঃ** খামতি মহিলাই শৰীৰ বিভিন্ন অংগত সোণ-ৰূপৰ মণি (পয়), খাৰু, আঙঠি, কাণফুল, কেৰু, গামখাৰু আৰু কাটা (খাত চোও) আদি পিন্ধি জাকত জিলিকি থাকে।

**কেশ বিন্যাস ঃ** নাৰীয়ে খোপা বান্ধে কিন্তু, ফোঁট নলয়। ম'হৰ শিঙৰ বা কাঠৰ ফণিৰে মূৰ ফণিয়াই আৰু খোপাত টাছেল মেৰিয়াই সৌন্দৰ্যমণ্ডিত কৰে। চুলি ক'লা চকচকীয়া কৰিবলৈ খাৰৰ লেখীয়া এবিধ ঔষধ ব্যৱহাৰ কৰে। কোনো কোনো নাৰীয়ে মূৰৰ সামান্য শুভ্ৰ বস্ত্ৰ এখন মেৰিয়াই লয়। খামতি মহিলাই অসমীয়াৰ দৰে ধান-খেৰ পুৰি বা ভীমকলৰ বাকলি পুৰি খাৰ বনাই লয়। এনে খাৰ আওহাত দি খাই বৰ তৃপ্তি পায়।

**কৃষি ঃ** অসমৰ অন্যান্য জাতিৰ দৰে আলু, কচু, মাহ, সৰিয়হ আদি কৰি অনেকবিধ পাচলিৰ খেতি কৰে। খামতি সমাজত ঢেঁকীৰ ব্যৱহাৰ আছে। অৱশ্যে অৰুণাচলত বাস কৰা খামতিসকলৰ ঢেঁকীত ধান বনা পদ্ধতি বেলেগ ধৰণৰ।

**বেহা-বেপাৰ ঃ** খামতিসকল বেহা-বেপাৰত আগৰণুৱা। এই ক্ষেত্ৰত খামতিৰ নামচুনসকল সিদ্ধহস্ত। তেওঁলোকে অতীতৰ দৰে অসমলৈ আহি খামতি দা, খামতি মোনা, আলুগুটি আদি বেছি অত্যাৱশ্যকীয় বচদপাতিবোৰ কিনি নিয়া লিখকে নেফাত (বৰ্তমান অৰুণাচল) শিক্ষকতা কৰোতে দেখা পাইছিল।

**চিকাৰ প্ৰথা ঃ** খামতিসকল চিকাৰপ্ৰিয়। তাই-আহোমৰ গঁড় ধৰা, হাতী ধৰা পদ্ধতি খামতিৰ লগত মিল আছে। তেওঁলোকে বাতি জোনৰ পোহৰত বা জোঁৰ লৈ পানীত মৎস্য চিকাৰ কৰা প্ৰথা আছে। ব্যক্তিগতভাৱে আৰু ৰাজহুৱাভাৱে মাছ মৰা প্ৰথা অসমৰ অন্যান্য জাতিৰ প্ৰথাৰ লগত হুবহু মিল আছে। মাছ মৰাৰ ক্ষেত্ৰত পাৰস্পৰিক বিনিময় প্ৰথাৰো আমাৰ লগত মিল আছে।

**বিবাহ প্ৰথা ঃ** বলেৰে ধৰি নি বিয়া পতা, পলুৱাই নিয়া, গন্ধৰ্ব, সামাজিক প্ৰথাৰে বিবাহ পতা প্ৰথা খামতি সমাজত প্ৰচলন আছে। সামাজিক প্ৰথাকে বিবাহ পতাৰ ক্ষেত্ৰত





আলেঙে আলেঙে কইনা চোৱাৰ ৰীতি-নীতি আছে। কইনাৰ বয়স, স্বভাৱ চৰিত্ৰ আদি বিশেষভাৱে পৰীক্ষা-নিৰীক্ষা কৰিহে কইনা খোজা-বঢ়া কৰাৰ সুন্দৰ নিয়ম আছে। কইনা খোজা-বঢ়া কৰা ক্ষেত্ৰত তিনিবাৰ সামাজিক ৰীতি-নীতি পালন কৰে। চমুকৈ ক'বলৈ গ'লে, প্ৰথমে তামোলৰ টোপোলাৰে দ্বিতীয়তে তামোল-পাণৰ শৰাই আটোম-টোকাৰিকৈ সজাই-পৰাই দি কন্যা খোজা-বঢ়া কৰে। তৃতীয়বাৰ যাওঁতে কইনাক বিয়া দিয়া-নিদিয়াৰ বিষয়টোৰ অন্তিম সিদ্ধান্ত লৈ আহে। যদি কইনা দিয়াৰ সিদ্ধান্ত হয়, তেন্তে দিন-বাৰ গণনা কৰা মানুহ পুৰোহিতৰ কাষ চাপিব লাগে।

খামতি সমাজত ঘৰৰ মান-মৰ্যাদানুসৰি তিনি টকা, সাত টকা, একৈশ টকা আৰু এশ বিছ টকালৈকে কইনাৰ গা-ধন দিয়াৰ প্ৰথা আছে। অৱশ্যে অধুনা অঞ্চলভেদে এই প্ৰথাৰ ব্যতিক্ৰমো দেখা যায়। সাধাৰণতে তামোল-পাণ আৰু অৰিহনাৰে এখন শৰাই, পূৰ্বতে বৈবাহিক সম্বন্ধত বান্ধ নোখোৱা ঘৰখনৰ পৰা বিয়া পাতিব লগীয়া হ'লে এখন শৰাই, ডেকা-গাভৰুৰে বিয়াখন সুচাৰুৰূপে পৰিচালনা কৰিবৰ বাবে এখন শৰাই আৰু দৰা-কইনাৰ বংশধৰৰ অতীতৰ কিবা কাজিয়া-পেচাল কৰি অসূয়া ভাব থাকিলে এখন তামোল-পাণপূৰ্ণ শৰাই কইনাঘৰীয়া সমাজৰ মাজত আগবঢ়াব লাগে। এনে ধৰণৰ দুয়ো পক্ষৰ মাজত এৰা-ধৰা, অপৰাধ মাৰ্জনা কৰাৰ সুন্দৰ ৰীতি-নীতি আমাৰ সমাজতো প্ৰচলন আছে। এনে প্ৰথাই সমাজখন সুপৰিকল্পিতভাৱে একতাৰ পথত অগ্ৰগতি কৰা সেন্দূৰীয়া আলি বান্ধে।

দুৰ্বণিবটীয়া দৰা হ'লে, বিবাহ ঘৰৰ ওচৰত থকা অঙহী-বঙহী এঘৰত খন্তেক জিৰণি লয়। ইয়াৰ অন্তত দৰাঘৰীয়াই নিৰ্বাচিত প্ৰতিনিধিক কন্যা ঘৰলৈ আহিবলৈ অনুমতি বিচাৰি পঠিয়ায়। সেয়ে কটকটীয়া যথাযোগ্য অনুমতি পালে, দৰাঘৰীয়াক গৈ সদৰী কৰে। ৰভাৰ তলত প্ৰৱেশ কৰাৰ সময় ক্ষণ গণনাৰো ব্যৱস্থা আছে। দৰাঘৰীয়াই সেই ৰীতি-নীতি মতে যথা সময়ত কইনাৰ ঘৰত উপস্থিত হয়হি।

দৰা ৰভাতলিত বহাৰ লগে লগে, কইনাক ঘৰৰ ভিতৰৰ পৰা নিমন্ত্ৰণ কৰি আনি দৰাৰ বাওঁফালে বহোৱাৰ নিয়ম আছে। পুৰোহিতে দৰা-কইনাক পুৰোহিতালি কাৰ্য কৰাৰ পাছত মংগলাবাদ দিয়ে। পুৰোহিতালি কৰাৰ বাবত পুৰোহিতক উপযুক্ত মাননি দিয়াৰ সুন্দৰ প্ৰথাৰ প্ৰচলন আছে।

**মৃত্যু উছৱ ঃ** খামতিসকলে, কোনো ব্যক্তিৰ মৃত্যু হ'লে, মৃত্যু হোৱা দিনৰ পৰা সাতদিন পৰ্যন্ত শ্ৰাদ্ধ পালন কৰাৰ দস্তুৰ আছে। তেওঁলোকে শ্ৰাদ্ধত মাছ-মাংসৰে ভোজ-ভাত খুৱাই, আলহী-অতিথি বৰ্গক আপ্যায়িত কৰে। মৃত ব্যক্তিক খৰি দিবৰ বাবে খামতিসকলৰ নিৰ্দিষ্ট সংৰক্ষিত এলেকা আছে। মৃত্যুৰ পাছত মৃতকক একাধিক দিন ঘৰত ৰখাৰ ব্যৱস্থা আছে। এই সময়খিনিত দূৰ-দূৰণিত বাস কৰা মৃতকৰ আত্মীয়-

স্বজনক মৃতকক দৰ্শন দিবৰ বাবে সুন্দৰ নিয়ম প্ৰচলন আছে। তেওঁলোকে অপমৃত্যু ঘটা লোককো খৰি দিয়ে।

মৃত ব্যক্তিক গা ধোৱাই, তিতা বস্ত্ৰবোৰ সলাই ন-বস্ত্ৰ পিন্ধায়। শ্মশানশালিত শুৱাই একাতিকৈ আৰু শিতান দিয়ে উত্তৰ-পূব দিশে। মৃতকৰ ঘৰৰ জ্যেষ্ঠ সন্তানে অগ্নি সংযোগ কৰাৰ নিয়ম আছে। যদি জ্যেষ্ঠ সন্তান নাথাকে, তেওঁৰ পাছৰজনে অগ্নি সংযোগ কৰিব পাৰে। অৱশ্যে পুত্ৰ সন্তান নাথাকিলে মৃত ব্যক্তিৰ পৰিয়ালৰ আন ব্যক্তিয়ে অগ্নি সংযোগ কৰাত কোনো বাধা নিষেধ নাথাকে। শ্মশানৰ কাৰ্যসমূহ শেষ হ'লে, ছাইবোৰ সংগ্ৰহ কৰি তাৰ ওপৰত পানীপূৰ্ণ মাটি কলহ বা টেকেলি এটা স্থাপন কৰে। শ্মশানৰ নিচেই কাষত কলপুলি ৰুই প্ৰাকৃতিক সৌন্দৰ্য আৰু পক্ষীবিলাকৰ বিশ্ৰামৰ আলয় নিৰ্মাণ কৰে। এনে কৰিলে আত্মাই শান্তি পায় বুলি তেওঁলোকে বিশ্বাস কৰে। মৃতকক পিণ্ড দিয়াৰো নিয়ম প্ৰচলন আছে। মৰিশালি গচকা, ডে যোৱা আদিক কেন্দ্ৰ কৰি অনেক লোকবিশ্বাস তেওঁলোকৰ সমাজত প্ৰচলন আছে।

**কুটীৰ শিল্প ঃ** তেওঁলোকৰ মাছ ধৰা হাথিয়াৰ, তাঁতশালৰ সৰঞ্জামসমূহ ভৈয়ামৰ অন্যান্য জাতি-জনজাতিৰ লগত সাদৃশ্য আছে। এনে ধৰণৰ কুটীৰ শিল্পবোৰ পুৰুষে বেঁত, বাঁহেৰে তৈয়াৰ কৰি লয়। গামসকলে সোণাৰি আৰু কমাৰ ভাতী চলাই সোণ-ৰূপৰ অলংকাৰ আৰু দা-কটাৰী গঢ়ে। শ্ৰমণসকলে জীৱ-জন্তুৰ হাড়, কাঠ, হাতী দাঁত আদিৰপৰা বিভিন্ন দেৱ-দেৱীৰ মূৰ্তি আৰু দা-কটাৰীৰ নাল তৈয়াৰ কৰে। দা-কটাৰী নালত দৈত্য-দানৱ, সাপ, বেং, চৰাই আদিৰ চিত্ৰৰে বিচিত্ৰ কৰি উচ্চস্তৰৰ শিল্প গঢ়াত অতি নিপুণ। অকল এয়ে নহয়, কাঠৰ পুতলা তৈয়াৰ কৰা ক্ষেত্ৰতো পাকৈত। কাঠৰ পুতলাৰ ভিতৰত আছে, বাদ্যকাৰ, গায়ক, নাচনী, নাচনি আৰু জীৱ-জন্তুৰ প্ৰতিকৃতিয়েই লেখত ল'বলগীয়া। ম'হৰ শুকান ছালৰ ওপৰত তিল, লা আদি প্ৰয়োগ কৰি মজবুত ঢাল তৈয়াৰ কৰে।

**শুকতি মাছ ঃ** খামতিয়ে খৰিকাত দি, পাতত দি আৰু মাছ ৰ'দ বা জুইৰ তাপত শুকুৱাই উড়ল বা ঢেঁকীত খুন্দি গুড়ি কৰি খোৱাৰ পৰম্পৰা আছে। সাধাৰণতে মাছৰ পেটু বাহিৰ কৰি চালনীত মেলি কা-ফাইত ৰাখে। এনে ধৰণৰ মাছ কণকণীয়াকৈ শুকালে খোৱাৰ উপযোগী হয়। কৃষি বতৰত বা অভাৱৰ দিনত এনে বিধ মাছ আঞ্জা বনাই খাই তৃপ্তি পায়। বন নহৰু, পিঁয়াজ, মাছ আদি একেলগে কুটি মিহি কৰি লাডু বনাই কা ফাইৰ ওপৰত চালনীত মেলি থয়। এনে কৰিলে লাডুখিনি ঘুণেও নাখায় আৰু পোক-পৰুৱাইও অনিষ্ট কৰিব নোৱাৰে। লাডুবোৰ কণকণীয়কৈ শুকালে সৰিয়হৰ তেলত ভাজি খায় পৰম তৃপ্তি পায়।

**ডেকাচাং ঃ** খামতি সমাজত ডেকাচাং আৰু গাভৰু চাঙৰ প্ৰচলন আছে। ডেকাচাঙৰ





ঘৰবোৰ দীঘলীয়া আৰু একোঠালীয়া, য'ত থাকে একাধিক তিফাই আৰু য'ত শীতকালি ঘৰৰ পৰিয়ালবৰ্গ বহি জুই পুৱায় আৰু পাহাৰ অঞ্চলত ইয়াৰ কাষতেই শুই নিঃপালি দিয়ে। দুয়োখন চাঙত বাহৰ বেৰ দিয়া থাকে আৰু বেৰত যুদ্ধৰ অস্ত্ৰ-শস্ত্ৰবোৰ আঁৰি থয়। ডেকাচাঙৰ দলপতিৰ দৰে গাভৰু চাঙতো একোগৰাকী দলপতি থাকে। দলপতিগৰাকী বয়োজ্যেষ্ঠ। তেওঁ গাভৰুবিলাকৰ ওপৰত সম্পূৰ্ণ সতৰ্ক ৰাখে। ডেকাচাঙলৈ গাভৰু আৰু গাভৰুচাঙলৈ ডেকাসকল ৰাতি অহা-যোৱা কৰাত বাধা-নিষেধ আছে। অৱশ্যে নৃত্য-গীতৰ আখৰা কৰা বা কৃষি কৰ্মত সমূহীয়াভাৱে অংশ গ্ৰহণ কৰাত কোনো বাধা নাথাকে। এনেদৰে নৃত্য-গীত কৰোতে বা কৃষি কৰ্মত অংশগ্ৰহণ কৰোতে উভয়ে বন্ধুত্ব সূত্ৰত আবদ্ধ হৈ যুগ্ম জীৱনৰ কামনা কৰে। ইয়াৰ অন্তত দলপতিৰ আদেশানুসৰি বিবাহ পাতি ঘৰ-সংসাৰ কৰে। বিবাহৰ পাছত দুয়োকো ডেকাচাং বা গাভৰুচাঙৰ পৰা বিদায় দিয়ে (বুৰঞ্জীয়ে গৰকা ডেকাচাং অনুষ্ঠান, চাও গগৈ, লম্বেশ্বৰ)

ডেকাচাং বা গাভৰুচাঙত থাকি তেওঁলোকে কৃষি-কৰ্মকে আদি কৰি জীয়াই থকাৰ সকলো বিদ্যাৰ জ্ঞান আহৰণ কৰে। ইয়াতেই নৈতিক শিক্ষাৰে বলীয়ান হৈ, ভৱিষ্যৎ সু-নাগৰিকৰ গঢ় লয়। এনে নৈতিক শিক্ষা দিয়াৰ প্ৰশিক্ষক আছে। এনে ধৰণৰ শিক্ষা দিয়াৰ ক্ষেত্ৰত ডেকাচাং বা গাভৰুচাঙৰ কোনো বিষয়ববীয়াক দা-দৰমহা বা মাননি দিয়া নহয়। ভৱিষ্যতৰ সুনাগৰিক, সুগৃহস্থ, সুগ্ৰাম সেৱক গঢ়ি তোলাত এই দুয়োখন চাঙৰ যি ভূমিকা, সেই ভূমিকা প্ৰশংসনীয়, অনুকৰণীয় আৰু আদৰণীয়। জগতত এনে ভূমিকা থকা অনুষ্ঠান বিৰল। দেহি ঐ। এনে ধৰণৰ নৈতিক শিক্ষাৰ অনুষ্ঠানে যি মহান আদৰ্শ দিছে, অধুনা দা-দৰমহা পোৱা অনুষ্ঠানেও সেই ঠাই পূৰ কৰিব পৰা নাই। কালৰ কুটিল সোঁতত পৰি একো একোখন সমাজ ইয়াৰ অভাৱত ধ্বংসৰ মুখলৈ গতি কৰিছে আৰু দেশৰ অশান্তিয়ে হাতোৰা মেলি জগতখন ধূলিসাৎ কৰিবলৈ বিচাৰিছে (নামচুন, ৰজত, বৰখামতি গাঁও, ডিব্ৰুং)।

**বিনিময় প্ৰথা ঃ** হোজা খামতিসকলৰ যিকোনো সমূহীয়া উছৱ-অনুষ্ঠানসমূহ শ্ৰম বিনিময় প্ৰথাৰে সমাধান কৰে। কৃষিকৰ্মৰ বেলা, হাল বোৱা, কঠীয়া ৰোৱা, ধান দোৱা, ডাঙৰি কঢ়িওৱা আদি কাৰ্যবোৰ প্ৰায়েই বিনিময় প্ৰথাৰে সমাধান কৰে। উছৱ-অনুষ্ঠানৰ বাবে খৰি লুৰি আনি গৃহস্থ ঘৰত যোগাৰ দিয়া কোনো বিনিময় প্ৰথাৰে সমাধান কৰে। খামতি বসতি অঞ্চলত ঠায়ে ঠায়ে সংৰক্ষিত আবাদী ভূমি আছে, য'ত তেওঁলোকে কৃষিকৰ্ম কৰি শস্য ৰখাৰ ভঁৰাল আছে, যি ভঁৰালৰ সদ্ব্যৱহাৰৰ পৰা তেওঁলোকৰ কিমান যে উন্নতি হৈছে, সেই কথা ভাষাৰে প্ৰকাশ কৰিব নোৱাৰি। তেওঁলোকৰ সমাজত প্ৰচলিত সমূহীয়া মৎস্য চিকাৰ আৰু দুৰ্গম হাবিত জীৱ-জন্তু চিকাৰ আদিৰ যি সমূহীয়া কাৰ্য-কলাপৰ ব্যৱস্থা আছে, সেই ব্যৱস্থাই খামতি সমাজখনৰ জাতীয় ঐক্য বজাই

ৰাখিছে।

**জনবিশ্বাস ঃ** খামতি সমাজত জনবিশ্বাসৰ এখন সুকীয়া আসন আছে। ইয়াত কেইটামান লোকবিশ্বাসৰ কথা উল্লেখ কৰা হ'ল। তেওঁলোকে বয়োজ্যেষ্ঠ লোকৰ গাত কেতিয়াও স্পৰ্শ নকৰে। কাচিৎ স্পৰ্শ কৰিব লগীয়া হ'লেও পাপে স্পৰ্শ কৰে বুলি গভীৰ বিশ্বাস কৰে। পুৰুষ আসনত বহি থাকিলে তাৰ মাজেদি মহিলা পাৰ হৈ যোৱা নিষেধ। পুৰুষ বা মহিলাই কাপোৰ মেলা ডাঁৰ বা মেলা সাজপাৰৰ তলেদি, পুৰুষে সৰকি যোৱাত বাধা আছে। পৰুৱাই দলবান্ধি লানি নিছিগাকৈ ওখ ঠাইলৈ যাত্ৰা কৰিলে বা চৰায়ে নৈৰ গৰাৰ গছৰপৰা কণী আন ঠাইলৈ নিলে, অচিৰে সেই ঠাইত বানপানী হয় বুলি বিশ্বাস কৰে। শগুন, বৰটোকোলা আদি কেতবোৰ বিহগে বাহ লোৱা ঠাইত অচিৰে বতাহ, ধুমুহা, বৰষুণ নহয় বুলি বিশ্বাস কৰে।

**উছৱানুষ্ঠান ঃ** খামতিসকল বৌদ্ধধৰ্মী। তেওঁলোকে প্ৰতিমাহে পূৰ্ণিমা, অমাৱস্যা, দুয়োপক্ষৰ অষ্টমী তিথি ৰাজহুৱাভাৱে লালন কৰে। পঞ্চশীল গ্ৰহণ কৰাৰো সুন্দৰ নিয়ম আছে। অষ্টশীল বা দহশীল গ্ৰহণ কৰাৰো আছে। ইয়াৰ বাহিৰেও একাধিক উছৱ পালন কৰা পৰম্পৰা তেওঁলোকৰ সমাজত প্ৰচলন আছে।

খামতি সমাজত নৃত্য-গীতৰ প্ৰচলন আছে। নৃত্যত জীৱ-জন্তুৰ মুখা ব্যৱহাৰ কৰে। নৃত্যৰ বিষয়-বস্তুৰ লগত বৌদ্ধ ধৰ্মৰ নিবিড় সম্বন্ধ আছে। নাচবোৰ বৌদ্ধধৰ্মৰে প্ৰভাৱান্বিত জন-কথা আৰু বোধসত্ত্বৰ কাহিনীসমূহৰ ওপৰত ভিত্তি কৰি ৰচনা কৰা হৈছে। নাচত ঢোল, বৰকাঁহ, খেৰেঙি তাল আদি ব্যৱহাৰ কৰে।

**খেল-ধেমালি ঃ** খামতি সমাজত ল'ৰা-ছোৱালীবোৰে বিবিধ খেল-ধেমালি কৰে। ইয়াৰ ভিতৰত 'টু-চাই', লাঠী খেল, ডোলনা খেল, 'মিতকানা খেল', ঠেলা-ঠেলি খেল, নাৱ খেল, 'টু মুং ফাই খেল', বাবিত উঠা খেল, চেইখুং আদি এশ-এবুৰি খেল আদিৰ নাম ল'ব পাৰি।

**নৃত্য-নাটিকা, 'কা-কংটকাই' নাচ ঃ** কা-কংকটকাই নাচ কুকুৰা যুঁজৰ লেখীয়া। প্ৰতিযোগীদ্বয়ে সাইলাখ কুকুৰা চৰাইৰ দৰে সাজপাৰ পিন্ধি লয়। গাত ফুটফুটীয়া ৰঙৰ আৰু ঠেক ঠেঙা পিন্ধে। মতা কুকুৰা আকৃতিৰ মুখা ব্যৱহাৰ কৰে। মুখাৰ মূৰত ধুনীয়া ফুল এপাহ আৰু ঠোঁটযুক্ত থাকে। প্ৰতিযোগীৰ ডিঙিত একোটাকৈ ঢোল ওলমাই দিয়ে। তেওঁলোকে বাদ্য পৰিৱেশন কৰাৰ লগে লগেই ঠোঁটেৰে খুটীয়া খুটি কৰে। একাধিক ব্যক্তিয়ে তাল আৰু বৰকাঁহ বজাই ঠাইখন উছৱমুখৰ কৰি তোলে।

**'কা-মুকচু' নাচ ঃ** কা-মুকচু নাচ এটি চিকাৰ কাহিনীৰ লগত জড়িত আছে। চিকাৰত চিকাৰীয়ে সাধু পুৰুষ এজনক বধি, কিদৰে অনুতপ্ত হৈছিল তাৰ অনুপম বৰ্ণনা নৃত্যৰ মাধ্যমেদি প্ৰকাশ কৰিছে। বৰ্ণনাটো এনে ধৰণৰ— চিকাৰীজনে চিকাৰলৈ যোৱাৰ





প্ৰাকমুহূৰ্তত পুণ্যাত্মা সাধু পুৰুষক ধনু-কাঁড় লৈ, চিকাৰত সফল হোৱা মানসেৰে সাষ্টাঙ্গে পৰি প্ৰাৰ্থনা জনায়। ইয়াৰ অন্তত হাতত সাৰে ভৰিত সাৰে অৰণ্যত প্ৰৱেশি চিকাৰৰ অনুসন্ধান কৰে। হঠাৎ চিকাৰৰ ইংগিত পাই কাঁড় নিক্ষেপ কৰে। তেওঁ খৰধৰকৈ গৈ দেখে যে ধ্যানৰত সাধু এজনকহে বধ কৰিছে। সাধুজনেও এজোপা গছৰ তলতহে তপস্যা কৰি আছিল। পশু ছাল পৰিধান কৰা বাবে তেওঁক পশু বুলিয়েই চিনাক্ত কৰি লৈছিল। সেই দৃশ্যটো দেখি চিকাৰীজনে মৰ্মান্তিক বেজাৰ পাই, কান্দি কান্দি ক্ষমা প্ৰাৰ্থনা মাগিলে। সাধুজনে তেওঁক সান্ত্বনা দি বহুতো উপদেশ দিলে। পুনৰ চিকাৰীয়ে সাষ্টাঙ্গে পৰি সেৱা জনাই তাৰপৰা আঁতৰি গ'ল।

এনে ধৰণৰ বহুতো নৃত্য-নাটিকা খামতি সমাজত প্ৰচলন আছে। এই প্ৰবন্ধত মাত্ৰ কেইটামানহে নাম উল্লেখ কৰা হ'ল যথা— 'কা-ফিফাই', 'চৌলিউচিয়েন', ইত্যাদি। এনে নৃত্য-নাটিকাৰ মাধ্যমেদি তেওঁলোকে অহিংসা পৰমো ধৰ্ম; চুৰি অপহৰণ আদিৰ পৰা বিৰত থকা, কাম ক্ৰোধ লোভ মোহৰ পৰা বিৰত থকা, মিছা অসৎ, কৰ্কশ টুটকীয়া আদি কথাৰ পৰা বিৰত থকা, মদ্যপান নিচাযুক্ত বস্তু সেৱনৰ পৰা আঁতৰত থকা, দানশীল ভাৱনা আদি শিক্ষা পায়। ইয়াত দান বোলোতে অৰ্থদানৰ উপৰি শাৰীৰিক, মানসিক আদি দানৰ কথা কোৱা হৈছে। 'শীল' পালনৰ দ্বাৰা মনৰ সংযত আৰু স্থিৰতা আহে। 'ভাৱনা' শব্দৰ তাৎপৰ্য হৈছে ধ্যানৰ দ্বাৰা বিশ্বাস আৰু ভক্তিৰ উদ্ৰেক হয়। ইয়াত শীলৰ অৰ্থ হৈছে অনুশাসন। শীল, দান আৰু ভাৱনা— এই আটাইকেইটাই অতি আৱশ্যকীয় ধৰ্মতত্ত্ব। ইয়াৰ এটাক বাদ দি আনটো তিষ্ঠি থাকিব নোৱাৰে। নৃত্য-নাটিকাসমূহত বৌদ্ধধৰ্মৰ পঞ্চশীল আৰু অষ্টশীলৰ দাৰ্শনিক তত্ত্ববোৰেই প্ৰাধান্য লাভ কৰিছে (তাই জন-সংস্কৃতি, চাও লোকেশ্বৰ গগৈ, ১৯৯৩-৯৪)।

*লেখক 'অসমৰ লোক-সংস্কৃতি' নামৰ ৫৮৯ পৃষ্ঠাৰ এখন গ্ৰন্থৰ উপৰি অন্যান্য কেইবাখনো গ্ৰন্থ আৰু শতাধিক প্ৰবন্ধ লিখিছে, নগাঁও জিলাৰ ৰহাৰ বাসিন্দা।*

+ + +

# কাৰবি জনজাতি ঃ সমীক্ষাত্মক অধ্যয়ন

মনালিছা ৰংপিপি

**কাৰবিসকলৰ পৰিচয়** ঃ কাৰবিসকল অসমৰ খিলঞ্জীয়া জনজাতি। আদিতে অনাকাৰবি লোকসকলে 'মিকিৰ' নামেৰে অভিহিত কৰা জনগোষ্ঠীয়ে নিজকে 'কাৰবি' বুলি পৰিচয় দি গৰ্ববোধ কৰে। কাৰবি শব্দটোৰ ব্যুৎপত্তিগত অৰ্থ বিভিন্নজনে বিভিন্নভাৱে দিয়ে। কিন্তু সৰহসংখ্যক কাৰবি চিন্তাশীল ব্যক্তিয়ে "ৰে থেকাৰ + বি'ৰ পৰা কাৰবি শব্দটোৰ উৎপত্তি বুলি ক'ব খোজে। লাংমিংপ' (হেম্ফু) দেৱতাই প্ৰৱৰ্তন কৰা পৱিত্ৰকৰণৰ ৰীতি-নীতিবোৰক 'থেকাৰ' বোলে। যেনে ক্লংক্ৰ' থেকাৰ, আদাম আথেকাৰ, অকহোং আদি। এনে থেকাৰ পালন কৰি থকা জনগোষ্ঠীকে 'কাৰবি' নামেৰে অভিহিত কৰা হৈছে বুলি অনুমান কৰা হয়।

'কাৰবি' শব্দৰ উৎপত্তি সম্পৰ্কে যজ্ঞেৰাম গগৈদেৱে এনেদৰে লিখিছে— "জুই আৰু পানী" এই শব্দ দুটা সকলো ভাষাৰে আদি শব্দ শ্ৰেণীৰ ভিতৰত পৰে। মিকিৰসকলে আদিম যুগৰ পৰাই জুই আৰু পানীৰ ব্যৱহাৰ জানিছিল। তেওঁলোকৰ ভাষাত জুইক 'মে' আৰু পানীক 'লাং' বুলি কয়। প্ৰাচীন কালত কোনোবা এজন মিকিৰ আদিম পুৰুষে নিজৰ ঘৰৰ ভিতৰত একুৰা জুই ধৰিছিল। জুই ধৰাক মিকিৰ ভাষাত 'মে কাৰ' বোলে। জ্বলি উঠা জুইকুৰা মিকিৰ পুৰুষজনে 'বি' অৰ্থাৎ এৰি থৈ অহাত তেওঁৰ পত্নীয়ে হেনো কৈছিল— "মে আকাৰ ছংহয় বিকাং কক?" অৰ্থাৎ জ্বলা জুই কিয় নুনুমুৱাকৈ এৰি থৈ আহিছে? আদিম কাৰবি পুৰুষে 'মে আকাৰ বি' কৰাৰ কাৰণেই পাছলৈ তেওঁৰ বংশধৰসকলে কাৰবি নাম ল'লে।"

ওপৰৰ যুক্তিৰ প্ৰসংগতে ক'ব পাৰি আন কিছুমান চিন্তাশীল ব্যক্তিয়ে 'মে + আকাৰ + বি' শব্দৰ পৰাও কাৰবি শব্দৰ উৎপত্তি হ'ব পাৰে বুলি মত পোষণ কৰে। আদিম যুগত জুইৰ বাবে জুইশলা বাকচ নাছিল। কাৰবিসকলে বাঁহৰ তমাল ঘঁহি, শিলত শিল ঘঁহি অতি কষ্টেৰে জুই ধৰিছিল। সেই জুই বাৰে-বাৰে যেন উলিয়াব নালাগে তাৰ বাবে 'মেহিব' (জুইশাল)ত অনবৰতে জুই জ্বলাই ৰখাৰ বাবে 'মেকাৰ





+বি' আৰু 'মেকাৰ +বি'ৰ পৰা 'কাৰবি শব্দৰ উৎপত্তি হ'ব পাৰে বুলি অনুমান কৰা হয়।

অধ্যাপক ৰংবং তেৰাংদেৱে লিখিছে "নিজকে আৰলেং বুলি পৰিচয় দি ভালপোৱা কাৰবিসকলক অসম বুৰঞ্জীয়ে 'মিকিৰ' নামেৰেই লিপিবদ্ধ কৰিছে। ভাষাতত্ত্বিক দিশৰ পৰা এই জনগোষ্ঠী মূলত ঃ তিব্বত-বৰ্মীয় আৰু নৃতাত্ত্বিক দৃষ্টিকোণৰ পৰা এইসকল মংগোলীয়। বুৰঞ্জীয়ে ঢুকি পোৱা কালৰ পৰাই কাৰবিসকলৰ বাসস্থান হ'ল মধ্য অসমৰ বিশাল পাহাৰীয়া অঞ্চল।"

কাৰবিসকল পূৰ্বে মিকিৰ নামেৰেহে পৰিচিত আছিল। মিকিৰ শব্দৰ উৎপত্তি সম্পৰ্কে যজ্ঞেৰাম গগৈদেৱে লেখিছে,— "মিকিৰ শব্দৰ উৎপত্তিৰ বিষয়েও বিভিন্ন মত আছে। মিকিৰ শব্দটো কাৰবি ভাষাৰ শব্দ নহয়। মিকিৰসকলে নিজৰ মাজত কথা কওঁতে 'মিকিৰ' বুলি নকয়— কাৰবি বা আৰ্লেং বুলিহে উল্লেখ কৰে। পুৰণি কালত হেনো পাহাৰৰ বনে বনে মৃগয়া কৰি জীৱন নিৰ্বাহ কৰি ফুৰা কাৰবি মানুহ দলক অসমৰ অন্যান্য মানুহে তেওঁলোকৰ নাম দিলে মিকিৰ।"

আন এগৰাকী পণ্ডিত সুৰেন্দ্ৰ বৰুৱাই 'মিকিৰ' শব্দৰ তাৎপৰ্য এনেদৰে কৈছে— "কাৰবিসকলক মিকিৰ বুলি কোৱাৰো এটা অৰ্থ আছে। 'মি' শব্দটো কুকি-চীন ভাষাৰ শব্দ। ইয়াৰ অৰ্থ হ'ল মানুহ। কুকি-চীন গোষ্ঠীৰ নামৰ আগত প্ৰায়ে 'মি' শব্দ থাকে। যেনে— মিৰি, মিজু, মিছিং, মিছিমি, মিকিৰ আদি। কিছু লোকে মিকিৰ শব্দটোৰ অৰ্থ এনেকৈ উলিয়ায়— 'মি' মানে মানুহ আৰু 'কিৰ' মানে ভয়াতুৰ। মিকিৰসকল আচলতে ভয়াতুৰ। প্ৰকৃততে শান্তিপ্ৰিয় স্বভাৱৰ বাবেই এওঁলোক পলৰীয়া ধৰণৰ বা ভয়াতুৰ স্বভাৱৰ হ'ল।"

ৰংবং তেৰাংদেৱে আকৌ এনেদৰে কৈছে— "এই শতিকাৰ চতুৰ্থ দশকৰ পিছৰে পৰা মিকিৰসকলে 'কাৰবি' বুলি নিজকে বহিৰ্জগতক পৰিচয় দিবলৈ ধৰিলে। 'কাৰবি' শব্দটোৰ ব্যুৎপত্তি সম্বন্ধে বহুজনৰে সুকীয়া ধাৰণা হয়তো থাকিব পাৰে। এনে বিতৰ্কবোৰলৈ নগৈ, আদিম কাৰবি পুৰুষৰ মনত উদয় হোৱা জুইৰ ধাৰণাৰেই শব্দটোৰ ব্যুৎপত্তিস্থল বুলিব পাৰি। কিয়নো কাৰবি জনগোষ্ঠীৰ মাজত জুইৰ প্ৰতি থকা শ্ৰদ্ধা ভাব আজিও গভীৰভাৱে অংকুৰিত হৈ আছে। তেওঁলোকৰ বৰঘৰৰ 'কুট্' নামৰ মূল কোঠাৰ জুইশালৰ জুই অনিৰ্বাপিত কৰি ৰখাটোৱেই সনাতন কাৰবি ধৰ্মৰ আদৰ্শ। "মে আকাৰ কেবি"— বাক্যাংশৰ পৰাই চমুকৈ "কাৰবি" শব্দটো গঠিত হৈছে। এই শব্দটোৰ বহল অৰ্থ হ'ল— "অগ্নিপূজক"।

Edward Stack'ৰ মতেও 'The name Mikir is that given to the race by the Assamese its origin is unknown. They call themselves

'Arleng' Which means man in general." আকৌ কোনো কোনোৱে 'মেক্ৰি' নামৰ মিকিৰ ৰাজকুঁৱৰী এজনীৰ নামৰ পৰাও অপভ্ৰংশ হৈ 'মিকিৰ' নাম হোৱা বুলি কয়।

এনেধৰণে 'কাৰবি' নামটোৰ উৎপত্তি সম্পৰ্কে বিভিন্ন কিংবদন্তি আৰু অনেক জনশ্ৰুতি চলি আহিছে। ওপৰৰ এটা অধ্যায়ত উল্লেখ কৰাৰ দৰে 'থেকাৰ কিৰি'ৰ থেকাৰৰ 'থে' আৰু 'কিৰি'ৰ 'কি' লুপ্ত হৈ 'কাৰবি' শব্দৰ উৎপত্তি হৈছে বুলি ক'ব পাৰি। অৰ্থাৎ এই জনগোষ্ঠীটোৱে কোনো দেৱ-দেৱীৰ পূজা-পাতল, উৎসৱ-পাৰ্বণত খোৱাৰ আগতেই নিজৰ পাতৰ পৰা সকলোৱে অলপ দেৱতালৈ আগবঢ়াই তৰ্পণ কৰা দেখা যায়। সেইদৰে আন এটা কিংবদন্তিৰ মতে 'মেকাৰবিৰ পৰা কাৰবি হৈছে।' 'মেবাৰ' মানে একেখন গাঁৱৰ লোক আৰু 'বি' মানে ৰখা। অৰ্থাৎ একেখন গাঁৱৰ লোকে অতীজৰ পূজা পদ্ধতিক ৰক্ষা কৰি আছে। সেইকাৰণে তেওঁলোকক জাতি হিচাপে কাৰবি বোলে। আকৌ 'কাৰবি' শব্দৰ অৰ্থ এনেধৰণেও দিয়া হৈছে— 'কাৰ' মানে পোহৰ আৰু 'বি' মানে কৰ্ম। অৰ্থাৎ জ্যোতি যি জাতিৰ মাজত আছে সেয়াই হ'ল 'কাৰবি'।

কাৰবিসকলৰ প্ৰব্ৰজন, ভৌগোলিক অৱস্থান ঃ

ভাষাতাত্ত্বিক দিশৰ পৰা কাৰবিসকল মূলতঃ তিব্বত-বৰ্মীয় আৰু নৃতাত্ত্বিক দৃষ্টিকোণৰ পৰা এইসকল মংগোলীয়। কিছুসংখ্যক কাৰবি লোক বৰ্তমান পশ্চিম ম্যানমাৰ অৰ্থাৎ পশ্চিম ব্ৰহ্মদেশৰ (কুকি-চীন অঞ্চল) আৰু বাংলাদেশৰ উত্তৰ খণ্ডত পাৰ্বত্য অঞ্চলত থকা বুলি গম পোৱা গৈছে। তেওঁলোকৰ অধিকাংশই কাৰবি আংলং জিলাত (য'ত বৰ্তমান স্বায়ত্তশাসিত জিলা পৰিষদ) বাস কৰে যদিও আন আন কিছুসংখ্যকে মেঘালয় ৰি-ভয়, দক্ষিণ-পূব কামৰূপ, নগাঁও, মৰিগাঁও, গোলাঘাট, যোৰহাট জিলাসমূহ আৰু শোণিতপুৰ জিলাৰ পূৰ্বাঞ্চল আদিতো নিগাজিকৈ থাকিবলৈ ল'লে। তদুপৰি কিছুসংখ্যক লখিমপুৰ, অৰুণাচলৰ নিম্ন সোঁৱণশিৰি, বৰাক উপত্যকা, নাগালেণ্ড আৰু মণিপুৰতো বসবাস কৰি আছে।

কাৰবিসকলৰ ভৌগোলিক স্থিতি ব্যাখ্যা কৰিবলৈ হ'লে তেওঁলোকৰ পৌৰাণিক আখ্যান আৰু কিংবদন্তিৰ লগতে মানৱ বিজ্ঞানৰ কিছু তথ্যৰ ওপৰত ভিত্তি কৰিবই লাগিব।

এক কাৰবি আখ্যান অনুসৰি কাৰবিসকল অতীজতে পূবৰ ফালৰ পৰা প্ৰব্ৰজন হৈ উত্তৰ কাছাৰ জিলাত ৰাজ্য পাতি বসবাস কৰিবলৈ লৈছিল। তেওঁলোকৰ পৌৰাণিক গীত 'লক্ষী কেপ্লাং'ত বৰ্ণনা কৰিছে যে তেওঁলোকে আদিতে কুকি লোকৰ পৰা ধান খেতি কৰিবলৈ শিকে। ইয়াৰ পৰা অনুমান হয় যে কাৰবিসকল কুকি লোকৰ সান্নিধ্যত





বাস কৰিছিল। এই প্ৰসংগতে উল্লেখ কৰিব পাৰি যে এডৱাৰ্ড ষ্টেক আৰু ছাৰ্লছ লিয়ালে ভাৰতত ব্ৰহ্মদেশ সীমান্ত অঞ্চল বিশেষকৈ চীন-আৰাকান পাৰ্বত্য অঞ্চলত বাস কৰা কুকি, মিজো আৰু টাংখুল আদি জাতিবোৰৰ লগত কাৰবিসকলৰ ভাষিক আৰু সাংস্কৃতিক দিশত অনেকখিনি মিল থকাটো প্ৰমাণ পাইছে। সেইদৰে মণিপুৰী ভাষাৰ লগতো ইয়াৰ মিল থকা বুলি কৈছে। ফ্ৰায়াৰ [Major G.E. Fryer]ৰ প্ৰত্যক্ষ অভিজ্ঞতাৰ পৰাও আমি জানিব পাৰোঁ যে পশ্চিম ম্যানমাৰ অঞ্চলত বাস কৰা খিয়েংসকলৰো কলা-কৃষ্টি আৰু অনেক সামাজিক ৰীতি-নীতি কাৰবিসকলৰ সৈতে একেই। গতিকে ধৰি ল'ব পাৰি যে দূৰ অতীতত কাৰবিসকল সেইবিলাক জাতিৰ সংস্পৰ্শত আৰু সেইবোৰ অঞ্চলত বাস কৰিছিল।

উত্তৰ কাছাৰ জিলাৰ (বৰ্তমান ডিমা হাচাও) বহুবিলাক নদী আৰু ঠাইৰ নাম আজিও কাৰবি শব্দেৰে পৰিচিত। অৱশ্যে সেই ঠাইবোৰত বৰ্তমান কাৰবি লোক নাই। নগালেণ্ডৰ দক্ষিণ অঞ্চল আৰু মণিপুৰৰ উত্তৰাঞ্চলতো বহুখিনি ঠাইৰ নাম কাৰবি শব্দৰে মতা হয় বুলি ষ্টেক আৰু লিয়ালে উদঘাটন কৰিছে। আনহাতে মৃতকৰ স্মৃতি ৰক্ষাৰ কাৰণে কিছুমান থিয়কৈ পোতা চেপেটা শিল উত্তৰ কাছাৰত আৱিষ্কৃত হৈছে আৰু এনেকুৱা শিল পোতা কাৰ্য আমৰি কাৰবিসকলৰ বুলি বিশিষ্ট পুৰাতত্ত্ববিদ কনকলাল বৰুৱাই মত পোষণ কৰিছে।

উত্তৰ কাছাৰৰ কোনো কোনো অঞ্চলত সৰু আকাৰৰ শুকান পুখুৰী কিছুমান আৱিষ্কৃত হৈছে— এই পুখুৰীবোৰ কাৰবিসকলে শ্ৰাদ্ধ-উৎসৱৰ (চ'মাংকান) সময়ত খান্দিছিল। অনুমান কৰা হয় চ'মাংকানত ভাগ লোৱা ডেকা-গাভৰুহঁতে এই পুখুৰীবোৰৰ পাৰে পাৰে নৃত্য কৰিছিল, যি প্ৰথা এতিয়াও প্ৰচলিত। প্ৰখ্যাত ভাষাতত্ত্ববিদ গ্ৰিয়েৰছন ডাঙৰীয়াই উত্তৰ কাছাৰৰ কপিলী আৰু ডিয়ুং নদীৰ সংগম অঞ্চলক আমৰি কাৰবি দোৱানৰ উৎপত্তিস্থান বুলি অভিমত দিছে— (Linguistic Survey of India. Vol-III. Part-II)। দেখা গৈছে বৰ্তমান এই ঠাইবোৰত কাৰবি লোক প্ৰায় নথকা হ'ল। তথাপি অতীতত তেওঁলোক বহুল পৰিমাণে আছিল আৰু তাৰ পৰাই কাৰবি আংলং, নগাঁও আৰু কামৰূপ আদি অঞ্চললৈ প্ৰব্ৰজন হোৱাটো প্ৰমাণ কৰে।

অধ্যাপক জে এইচ হট্টন আৰু হেমলেট বাৰে ডাঙৰীয়াৰ মতে, অতীজৰ পৰাই দক্ষিণ নগালেণ্ড অঞ্চল ম্যানমাৰৰ পৰা ভাৰতত প্ৰৱেশ কৰা অনেক জাতিৰ কাৰণে গিৰিপথ হিচাপে ব্যৱহৃত হৈছিল ঃ "....Southern Nagaland offered a suitable land route to the tribes migrating from Burma via Manipur hills through which passage was made by tribes who preceded the present

people to the Patkai mountain. The other proceding tribes are described to have tustric and karen affenties."

উল্লেখযোগ্য কথাটো হ'ল যে এই কাৰেণ আৰু খিয়েংসকলৰ লগত আংগামী আৰু কাৰবিসকলৰো সাদৃশ্য পৰিলক্ষিত হয়। আনহাতে কাৰবিসকলৰ অষ্ট্ৰিক (মেনখমেৰ)সকলৰ লগতো সাংস্কৃতিকভাৱে মিল থকা দেখা যায়। কাৰবিসকলে ম্যানমাৰৰ এই পথেৰেই উত্তৰ কাছাৰত প্ৰৱেশ কৰিছিল। কালক্ৰমত তেওঁলোক বৰাইল পৰ্বতৰ উত্তৰেদি অধিক পশ্চিমলৈ গতি কৰি ডিমা (ধনশিৰি) নদী পাৰ হৈ অৱশেষত কপিলী উপত্যকা পায়হি আৰু তাতে দীৰ্ঘদিন ধৰি বসবাস কৰে।

কাৰবিসকলৰ অসম আগমনৰ প্ৰসংগত কনকলাল বৰুৱা ডাঙৰীয়াৰ মন্তব্য এফাঁকিলৈ আঙুলিয়াব পাৰি ঃ 'According to chronology we may undoubtedly accept the Tibeto Burman speakers as the successors of the Khasi-Syntengs and perhaps the other preceding tribes like the Mikirs." তেখেতৰ মতে কাৰবিসকল অসমলৈ খ্ৰীষ্টপূৰ্ব হাজাৰ বছৰ পূৰ্বে আগমন হৈছিল।

ভৌগোলিক দৃষ্টিকোণৰ পৰা চালে দেখা যায়, কাৰবিসকলৰ আমৰি, ৰংহাং, চিন্থং আৰু ডুমুৰালি— এই চাৰিটা বিভাগৰে আমৰিসকল পশ্চিম প্ৰান্তত অৱস্থিত। তেওঁলোক পশ্চিম কাৰবি আংলং অৰ্থাৎ, হামৰেণ মহকুমাৰ পশ্চিমাংশত অৱস্থিত আমৰি উন্নয়ন খণ্ডৰ পৰা আৰম্ভ কৰি মেঘালয়ৰ বিভয় জিলা, পূব গুৱাহাটীৰ আশে-পাশে থকা পাহাৰৰাজিৰ পাদদেশ, চন্দ্ৰপুৰ, ডিমৰীয়া আৰু মায়ং অঞ্চল পৰ্যন্ত বিয়পি আছে।

কথিত কাহিনী অনুসৰি ৰংহাং আৰু চিন্থং কাৰবিসকল মূলতঃ একেই। তেওঁলোক একেলগেই উত্তৰ কাছাৰ হৈ ম্যানমাৰৰ পৰা আহিছে। ৰাংহাংসকলৰ প্ৰধান অঞ্চল হ'ল ৰংখাং। কোনোৱে ৰংখাঙৰ পৰাই ৰংহাং হোৱা বুলি ক'ব খোজে। তেওঁলোকৰ আন আন বসতি অঞ্চল হ'ল নগাঁও জিলা আৰু উত্তৰ কাছাৰৰ কপিলী উপত্যকা। আনহাতে চিন্থংসকল মূলতঃ হামৰেণৰ চিন্থং উন্নয়ন খণ্ড আৰু জয়ন্তীয়া পাহাৰ জিলাৰ কিছু অংশত বসবাস কৰি আছে। জয়ন্তীয়া বা ছিনটেং অঞ্চলৰ পৰা প্ৰব্ৰজন হোৱা অথবা ছিনটেং অঞ্চলত থকা কাৰণেই এওঁলোকক চিন্থং বোলা হয় বুলি অনুমান কৰিব পাৰি। কালক্ৰমত ৰংহাং আৰু চিন্থং কাৰবিসকলেই কপিলী পাৰ হৈ পূবলৈ প্ৰব্ৰজন কৰি হোজাই আৰু পিছত লুম্বাজং আৰু নিলিপ অঞ্চল অৰ্থাৎ সমগ্ৰ ডিফু আৰু বোকাজান মহকুমাত বিয়পি পৰে।

পুৰণি হাবাই পদ্ধতিৰে শাসিত ৰংখাং আজিও সমগ্ৰ কাৰবি প্ৰধান অঞ্চল।





কথিত কাহিনী অনুসৰি হামৰেণ-ৰংখাং অঞ্চলত বিভিন্ন সময়ত তেওঁলোকে কমেও বাৰখন ঠাইত ৰাজধানী পাতিছিল বুলি জনা যায়। সেই ঠাইবোৰ হ'ল— চফলাৰুং, মেনচিৰু, তামুং, কৰেংখাং, ছ'চেং, মুখিম, আমছেলাম, পিদং, থাইহং, থংকেদান, ফংৰংমান আৰু ৰংহাংৰংবং। ৰংহাং ৰংবং ৰাজধানী বৰ্তমানো বিদ্যমান আৰু কাৰবি ৰজাৰ বাসস্থান। ৰংখাং অঞ্চলত বহু বছৰ ধৰি বসবাস কৰাৰ পিছত সম্ভৱতঃ তেওঁলোকৰ জনসংখ্যা বৃদ্ধি পাবলৈ ধৰে। ফলত তেওঁলোকৰ কিছুসংখ্যক লোক কপিলী পাৰ হৈ পূবলৈ প্ৰব্ৰজন ঘটে। এই প্ৰব্ৰজন আকৌ ডিমাপুৰ-ডিফু অঞ্চলত কছাৰীসকলৰ শাসন নাইকিয়া হোৱাৰ পিছতহে হৈছিল (অৰ্থাৎ ১৫৩৬ খ্ৰীষ্টাব্দত চুহুংমুং বা দিহিংগীয়া ৰজাৰ দ্বাৰা ডিমাপুৰ শাসিত হোৱাৰ পিছত)। গতিকে ষোড়শ শতাব্দীৰ অন্ততঃ দ্বিতীয়াৰ্দ্ধত এইসকলৰ প্ৰব্ৰজন হৈছিল।

পশ্চিমে জাগীৰোড, উত্তৰে মৰিগাঁও, পূবে যমুনামুখ আৰু দক্ষিণে বৰপানী উপত্যকা অঞ্চলত বসতি কৰি থকা কাৰবিসকলক ৰংখাংসকলে ডুমুৰালি বা 'থয় আছৱ' বুলি কয়। আহোম স্বৰ্গদেউ জয়ধ্বজ সিংহৰ দিনত (১৬৪৮-১৬৬৩ খ্ৰীঃ) ৰংখাঙৰ কাৰবিসকলৰ লগত বন্ধুত্ব গঢ়ি উঠিছিল। গভৰ্ণৰ ৰহাৰ ৰহিয়াল বৰুৱাৰ পৃষ্ঠপোষকতাত ৰংখাংসকলৰ ৰজাৰ লগত আহোম স্বৰ্গদেউৰ এক সন্ধিৰ চুক্তি হয়, আৰু সেই চুক্তি মতে ৰংখাঙত জয়ন্তীয়াৰ অত্যাচাৰত পদচ্যুত হোৱা কাৰবি ৰজা (পুতেকে) আহোমৰ কৰতলীয়া হিচাপে পুনৰ থাপিত হয়। পাহাৰৰ কাৰবি লোকসকলে তেতিয়াৰ পৰা ৰহা অঞ্চল আৰু তাৰ আশে-পাশে বসবাস কৰিবলৈ সুবিধা পালে। লাহে-লাহে অনেক ৰংখাঙী কাৰবি লোক ৰহা-ভেয়ামলৈ নামি আহে আৰু তেওঁলোক ফুলগুৰি, বেবেজীয়া, নগাঁও, কঠীয়াতলী, কলিয়াবৰ আনকি জখলাবন্ধা পৰ্যন্ত বিয়পি পৰে। মুঠতে আজিৰ পৰা ডেৰশ বা দুশ বছৰৰ আগেয়ে কাৰবিসকলে এনে বসতি আৰম্ভ কৰিছিল বুলি অনুমান কৰিব পাৰি।

শোণিতপুৰ জিলাৰ পৰা লখিমপুৰ পৰ্যন্ত বিয়পি থকা কাৰবিসকল ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰ পৰা যোৱা। ছাৰ্লছ লিয়েল চাহাবৰ বিৱৰণ মতে, তেওঁলোকে নগাঁও জিলাৰ পৰা জখলাবন্ধাৰে ব্ৰহ্মপুত্ৰ পাৰ হৈ বিশ্বনাথৰ বননি অঞ্চলত যোৱা শতিকাৰ নৱৈ দশকৰ শেষৰ ফালে এই বসতি আৰম্ভ কৰিছিল। পাছলৈ তেওঁলোক উত্তৰ লখিমপুৰ পৰ্যন্ত বিয়পি পৰে আৰু স্থায়ীভাৱে থাকিবলৈ লয়। সেইদৰে বোকাজান, ধনশিৰি, ডিমাপুৰ আদি অঞ্চলত বাস কৰা কাৰবিসকলো কালক্ৰমত গোলাঘাট, শিৱসাগৰ আদি অঞ্চললৈকো বিয়পি পৰিল। তেওঁলোকৰ মাজৰে কিছুমান কাৰবি লোকে আজিৰ পৰা অন্ততঃ সত্তৰ বছৰ আগে অৰুণাচলত প্ৰৱেশ কৰি নামি সোঁৱণশিৰি জিলাৰ অসম সীমান্তৰ কাষে কাষে বসতি কৰিবলৈ লয়।

মণিপুৰ আৰু বৰাক উপত্যকাৰ কাৰবিসকলকো বহু পুৰণি বাসিন্দা বুলি জনা যায়। উত্তৰ কাছাৰ বনাঞ্চলৰ ফৰা লাহে লাহে তেওঁলোক বৰাইল পৰ্বতৰ নিম্ন অংশইদি গতি কৰি শেষত বৰাক উপত্যকাৰ উত্তৰাংশ পায়গৈ বুলি অনুমান কৰা হয়। বৰাক উপত্যকা বা কাছাৰ সমভূমিৰ পৰা আকৌ দুভাগ হৈ এভাগে পূবলৈ গৈ মণিপুৰৰ পশ্চিমলৈ গৈ বৰ্তমান বাংলাদেশৰ অন্তৰ্গত শ্ৰীহট্ট ছিলেট আৰু এভাগ পূবলৈ গৈ মণিপুৰৰ পশ্চিমাংশ পায়গৈ।

এনেদৰে বিভিন্ন কাৰণত কাৰবিসকল বিভিন্ন অঞ্চলত বসবাস কৰিবলৈ ল'লে।

কাৰবি সমাজ-সংস্কৃতি ঃ

কাৰবি সমাজখন এক সুশৃংখলিত সমাজ। পৰিয়ালৰ সমষ্টিৰে গঠিত গাঁও একোখনে কাৰবি সমাজৰ বৃহৎ ৰূপক দাঙি ধৰে। গাঁও একোখনত 'ছাৰ্থে' বা 'ছাৰবাছা' জন সন্মানীয় ব্যক্তি বা মুৰব্বী প্ৰধান। ছাৰ্থেক কাংবুৰা অথবা গাঁওবুঢ়া বুলিও কোৱা হয়। ছাৰ্থেৰ পত্নী বাছাপী হ'ল গাঁওখনৰ নাৰীসকলৰ মুৰব্বী এগৰাকী সন্মানীয় মহিলা। ছাৰ্থেজনৰ কুল অনুসৰি কাৰবি গাঁওবোৰৰ নামকৰণ কৰা হয়। অৱশ্যে গাঁও বিশেষে ঠাইখনৰ বৈশিষ্ট্যৰ ওপৰত নিৰ্ভৰ কৰিও গাঁও একোখনৰ নাম দিয়া হয়।

ছাৰবাছাৰ উপৰি হাবাই (হাবে), পিনপ' আদি কাৰবি সামাজিক বিষয়াও থাকে। তেওঁলোকে কাৰবিসকলৰ প্ৰাচীন নিয়ম-নীতি আৰু সামাজিক প্ৰথাবোৰৰ ওপৰত চকু ৰাখে। কোনো লোকে সমাজৰ শৃংখলা অৱমাননা কৰিলে, ব্যক্তিজনক বিচাৰ কৰি দণ্ড দিয়া হয়। তেওঁলোকৰ সমাজ ব্যৱস্থা বৰ কটকটীয়া।

সামাজিক বিষয়াসকলে পৰিচালনা কৰা অঞ্চলবোৰক 'লংৰি' বোলে। এই লংৰিবোৰৰ ওপৰত নিয়ন্ত্ৰণ কৰিবলৈ ৰংছ'পি অৰ্থাৎ ৰাজধানী থাকে। 'লংৰি'ৰ প্ৰতিনিধিসকলে এই ৰংছ'পিত বসতি কৰে আৰু তেওঁলোকক পিনপ' বুলি জনা যায়। ৰংছ'পিত থকা 'কাৰবি ৰেচ্ছ'জন— কাৰবি সমাজৰ শ্ৰেষ্ঠতম' সন্মানেৰে বিভূষিত কাৰবি পুৰুষ।

আলোচনাৰ সুবিধাৰ্থে কাৰবি সমাজ-সংস্কৃতিৰ বিষয়ে তলত কেইটামান শ্ৰেণী বিভাগ কৰি লোৱা হ'ল ঃ—

ক) গোত্ৰ, (খ) ৰীতি-নীতি

গ) বিয়া-বাৰু, ঘ) পূজা-পাতল,

ঙ) সাজপাৰ, আ-অলংকাৰ (চ) দহা-শ্ৰাদ্ধ (চ'মাংকান)।

ক) কাৰবিসকলৰ গোত্ৰ বিভাগ ঃ

অন্যান্য গোষ্ঠী-জনগোষ্ঠীসমূহৰ দৰে কাৰবিসকলো গোত্ৰ-উপগোত্ৰত বিভক্ত।





তেওঁলোকৰ মূল গোত্ৰ বা ফৈদ পাঁচটা। সেয়া হৈছে—টেৰণ, তেৰাং, তিমুং, ইংহি আৰু ইংতি। প্ৰতিটো মূল গোত্ৰ আকৌ কিছুমান উপগোত্ৰত বিভক্ত। যেনে ঃ টেৰণৰ উপগোত্ৰ হৈছে ঃ মিলিক, কংকাত, লাংনে আদি। তেৰাঙৰ উপগোত্ৰ হৈছে ঃ তেৰাং, বে', ক্ৰ' আদি। ইংতিৰ উপগোত্ৰ হৈছে ঃ ইংতি, ইংলেং, কাথাৰ আদি। ইংহিৰ উপগোত্ৰ হৈছে ঃ ৰংপি, ৰংহাং, তিছ', হাঞ্চে, লেকথে, কেআপ, বংৰুং, ক্ৰামছা আদি। তিমুঙৰ উপগোত্ৰ হৈছে ঃ চিংনাৰ, টকবি, ৰংফাৰ আদি। ইংহি আৰু তিমুং মূল গোত্ৰত ত্ৰিশ (৩০) টাকৈ আৰু তেৰাঙৰ তেৰটা (কোনো কোনোৰ মতে ১৮), টেৰণৰ সাত (৭)টা আৰু ইংতিৰ সাত (৭)টা উপগোত্ৰ আছে। অৱশ্যে পিছলৈ এই তিনিটা গোত্ৰৰ উপগোত্ৰ দুই-এটা বাঢ়িছে।

প্ৰতিটো মূল গোত্ৰক কিছুমান উপনামেৰেও জনা যায়। সেয়া হৈছে ঃ টেৰণক ক্ৰনএ, ক্ৰনজাং; তেৰাঙক হানজাং; তিমুঙক তুংএ, তুংজাং; ইংতিক লিএ, লিজাং আৰু ইংহিক এজাং আদি। এই উপনামবোৰ বিশেষকৈ লোকগীতসমূহত ব্যৱহাৰ কৰা দেখা যায়।

কাৰবি সমাজৰ যিমানবোৰ গোত্ৰ-উপগোত্ৰ আছে সিহঁত প্ৰত্যেকৰে একো একোটা উৎপত্তিৰ কাহিনী জড়িত হৈ আছে। তেওঁলোকৰ সমাজখনৰ গোত্ৰ সংগঠন সম্পন্ন হোৱাৰ পিছত কিছুমান গোত্ৰভিত্তিক ৰীতি-নীতি গঢ়ি উঠে। তাৰ কেইটামান ৰীতি-নীতিৰ কথা উল্লেখ কৰা হ'ল। যেনে ঃ

১। সামাজিক ৰীতি-নীতিৰ ক্ষেত্ৰত উপগোত্ৰবোৰৰ কোনো নিজা ভূমিকা নাথাকে আৰু গুৰুত্ব দিয়া নহয়, মূল গোত্ৰতহে প্ৰাধান্য দিয়া হয়।

২। মূল গোত্ৰ আৰু তাৰ অন্তৰ্গত উপগোত্ৰৰ মাজত সম্বন্ধ ভাই-ককাই বা একে পৰিয়ালৰ সম্বন্ধ বুলি জ্ঞান কৰা হয়।

৩। একে গোত্ৰৰ মাজত বৈবাহিক সম্বন্ধ নিষিদ্ধ।

৪। ল'ৰা-ছোৱালীয়ে উত্তৰাধিকাৰী সূত্ৰে পিতৃৰ গোত্ৰ লাভ কৰে।

৫। ছোৱালীৰ বিয়াৰ পিছতো পিতৃগোত্ৰই থাকি যায়।

৬। গোত্ৰহীন ব্যক্তিক সামাজিক মৰ্যাদা দিয়া নহয়।

কুৰকেপন অৰ্থাৎ গোত্ৰান্তৰৰ ৰীতি-নীতি কাৰবি সমাজ-সংস্কৃতিৰ উদাৰনীতিৰ শ্ৰেষ্ঠ নিদৰ্শন। যিকোনো ধৰ্মাৱলম্বী লোকে গোত্ৰান্তৰিত হৈ কাৰবি উপাধি লৈ কাৰবি হিচাপে স্বীকৃতি লাভ কৰিব পাৰে। এই গোত্ৰান্তৰিত হোৱাৰ তিনিধৰণৰ ব্যৱস্থা হৈছে।

গোত্ৰান্তৰত মোমাইৰ ভূমিকা গুৰুত্বপূৰ্ণ। মোমাই স্বীকৃতি নোপোৱালৈকে এই কাম সম্পূৰ্ণ নহয়। গোত্ৰ লোৱা ব্যক্তিজনে গ্ৰহণ কৰিবলগীয়া গোত্ৰৰ মোমাই

সম্পৰ্কীয় ব্যক্তি এজনক এটা লাওৰ পাত্ৰত (বংক্ৰক) লাওপানীৰে আৰু মদৰ বটল এটাৰে মান ধৰিব লাগে।

(খ) কাৰবি সমাজত সংস্কাৰৰ ৰীতি-নীতি ঃ

মানুহৰ জীৱনত জন্ম, মৃত্যু আৰু বিবাহ এই তিনিবিধ সংস্কাৰ বিদ্যমান। সমাজ সংস্কাৰকসকলে এই তিনিবিধ সংস্কাৰক গুৰুত্বসহকাৰে পালন কৰিবলৈ কিছুমান নীতি-নিয়ম বান্ধি দিছে।

জন্ম ঃ কাৰবি সমাজত সন্তান ভূমিষ্ঠ হোৱাৰ লগে লগে সন্তানটিক মন্ত্ৰ উচ্চাৰণেৰে আদৰিব লাগে। তাৰ পাছত কেঁচুৱাটো ছমাহত ভৰি দিয়াৰ লগে লগে ভূত-পিশাচৰ যাতে কু-দৃষ্টি নপৰে তাৰ বাবে বন-দেৱতাৰ পূজা এভাগ কৰিব লাগে।

নামকৰণ ঃ (অছ' আমেন কিইৰ) ঃ এই অনুষ্ঠানটি গীত-মাতৰ মাজেদি সম্পন্ন কৰা হয়। ইয়াৰ লগতে কেঁচুৱা আৰু মাতৃৰ অশৌচ খেদা অনুষ্ঠানটিও জড়িত হৈ থাকে।

কাৰবি লোক-বিশ্বাসৰ মতে বংশৰ কোনো ব্যক্তিৰ মৃত্যু ঘটিলে, সেই মৃতকে পুনৰ সেই পৰিয়ালতে জন্ম গ্ৰহণ কৰে বুলি বিশ্বাস কৰা হয়। গতিকে নৱজাত শিশুটি পূৰ্বজন্মত এই পৰিয়ালৰ কি সম্পৰ্কৰ আছিল, কি নামেৰে পৰিচিত আছিল দেউৰীয়ে কড়ি, চাউল আদিৰে মঙল চাই নৱজাতকৰ পূৰ্বজনমৰ পৰিচয় নিৰ্ধাৰণ কৰে আৰু সেইমতে নামকৰণ কৰি জাতকৰ সোঁহাতত এঁৰা সূতা এডাল বান্ধি দিয়ে। জাতক ছোৱালী হ'লে বাওঁহাতত বান্ধে। পূৰ্বজন্মত যদি জাতক ককা (ফু) আছিল তেন্তে নাম ৰখা হ'ব 'ফুমেন'। সেইদৰে আগতে মৃত্যু হোৱা পৰিয়ালৰে কোনো খৰছিং নামৰ ব্যক্তিয়ে পুনৰ জন্ম লৈছে বুলি মঙলত ওলালে তেতিয়া জাতকৰ ন-নাম খৰছিং বুলি ৰাখিব পাৰিব।

আদাম-আছাৰ (বিয়া-বাৰু) ঃ পূৰ্বতে কাৰবি সমাজত বিয়া-বাৰুৰ কোনো নীতি-নিয়ম নাছিল। বৈধ, অবৈধৰ ধাৰণাৰ জ্ঞান হোৱাৰ পাছত অবাধ যৌনাচাৰ নিয়ন্ত্ৰিত হ'ল আৰু বিয়া-বাৰুৰ ৰীতি-নীতি গঢ়ি উঠিল। তেওঁলোকৰ লোকগীতত পোৱা যায় যে হেম্ফু দেৱতাই প্ৰথমে নিজৰ ভনী ৰাম্ছিনজাক লং মুক্ৰাঙৰ সৈতে বিয়া দি 'আদাম আছাৰ' অৰ্থাৎ কাৰবি বিয়া-বাৰুৰ ৰীতি—নীতি প্ৰৱৰ্তন কৰিলে।

মৃত্যু সংস্কাৰ ঃ কাৰবি সমাজত 'আৰপুম আৰহি' নামৰ আদিম প্ৰথাৰে অন্তিম সংস্কাৰ কৰা হৈছিল আৰু মৃতকৰ আত্মাৰ সদগতিৰ বাবে কৰণীয়খিনি কৰিহে শটো মৰিশালিত নি দাহ কৰা হৈছিল। কালক্ৰমত আত্মা সম্পৰ্কে ইহলোক-পৰলোকৰ ধাৰণা মানুহৰ মনলৈ অহাত পুনৰ জন্মৰ লোকবিশ্বাস গঢ়ি উঠে। 'থিৰেং ৰাংৰেং' নামৰ এগৰাকী সংস্কাৰকে পুনৰ জন্মৰ মতবাদ গঢ়ি তোলে আৰু তাৰ পৰাই দহা বা





'চ'মাংকান' উৎসৱৰ প্ৰচলন হ'ল।

শুদ্ধিকৰণৰ ৰীত-নীতি (আথেকাৰ) ঃ কাৰবি সমাজতো শুচিতাবোধ বা পবিত্ৰতাবোধৰ গুৰুত্ব আছে শুচিতাবোধৰ পৰাই 'থেকাৰ'ৰ ৰীতি-নীতিসমূহ গঢ় লৈ উঠিল। লোকগীতৰ কথা অনুসৰি হেম্ফু দেৱতাই থেকাৰৰ ৰীতি-নীতিসমূহ প্ৰৱৰ্তন কৰে। তেনে ৰীতি-নীতিসমূহ হৈছে ঃ

১। ক্লংক্ৰু থেকাৰ (অৰ্থাৎ চাংঘৰৰ জন্ম অশৌচ খেদা অনুষ্ঠান)।
২। কাৰক্লি আথেকাৰ (অৰ্থাৎ পূজাৰ সামগ্ৰীসমূহৰ শুদ্ধিকৰণ)।
৩। আদাম-অথেকাৰ (বিবাহভিত্তিক পৱিত্ৰকৰণ)।
৪। অকহোং আথেকাৰ (চিকাৰ পৱিত্ৰকৰণ)।
৫। কেথি আথেকাৰ ( মৃতকৰ শুদ্ধিকৰণ)।
৬। কেচ' আথেকাৰ (আহাৰ শুদ্ধি) ইত্যাদি।

কাৰবি সমাজত নাৰীৰ স্থান ঃ ভাবিলে আচৰিত লাগে যি যুগত নাৰীক মাথোঁ সন্তান জন্ম দিয়া যন্ত্ৰৰ দৰে ভাবিছিল, সেই আদিম যুগত কাৰবি সমাজখনে নাৰীক আগশাৰীত স্থান দিছিল। তেওঁলোকে পৰম আৰাধ্য দেৱতা হেম্ফুৰ নিৰ্দেশ মতে মুক্ৰাং আৰু ভনীয়েক ৰাম্ছিনজাকো দেৱত্ব আৰোপ কৰিছিল।

আনহাতে অতীজৰ কাৰবি আজুককাহঁতে মৰ্ত্যৰ নাৰীক স্বৰ্গলৈ পঠিয়াই দেৱীৰ আসনত প্ৰতিষ্ঠিত কৰাৰ কল্পনা কৰিছিল। হাঈমু আছিল তেনে এগৰাকী নাৰী, যিগৰাকী জুম খেতিয়কৰ পত্নী হৈও কালক্ৰমত স্বৰ্গলৈ গৈ দেৱীৰ আসনত অধিষ্ঠিত হ'ল।

কাৰবি লোকবিশ্বাস মতে, 'ছিন্তু' নামৰ এগৰাকী বিদুষী মহিলাই বস্ত্ৰ পৰিধানৰ বাবে কপাহ গছ উলিয়াইছিল। 'ছেলাংদি' নামৰ আন এগৰাকী মহিলাই কপাহৰ পৰা সূতা কাটিবলৈ, 'ৰিমছিপী' নামৰ গাভৰুৱে শালত কাপোৰ বোৱাৰ, 'ছেৰডিহুন' নামৰ গাভৰুৱে কাৰবি বয়ন শিল্পৰ উৎকৰ্ষ সাধন কৰি সমাজৰ নমস্য মহিলাৰূপে পৰিগণিত হয়।

সেইদৰে কাৰেং, কাদিঙ, বাছাপী আৰু লাৰটা এওঁলোকো একোগৰাকী গুণৱতী কাৰবি গাভৰু। 'কাৰেং' খেতিয়ক গৃহিণী হৈও মধ্য যুগৰ সামন্তবাদৰ শোষণমূলক নীতিৰ বিৰুদ্ধে প্ৰতিবাদী জনমত গঢ়ি নাৰীৰ মৰ্যাদা আৰু অধিকাৰৰ বাবে যুঁজ দি 'ৰংফাৰপী ৰংৰে' নামেৰে অমৰ হৈ থাকিল।

**সমাজত নাৰীৰ অধিকাৰ** ঃ পুৰুষ শাসিত সমাজত নাৰীসকল যাতে কোনো কালতে অৱহেলিত নহয় তাৰ বাবে সচেতন হৈ কাৰবি আজোককাহঁতে কিছুমান ৰীতি-নীতি আৰু সামাজিক আইন প্ৰৱৰ্তন কৰি থৈ গৈছিল। ফলত কাৰবি ব্যক্তিৰ

সামাজিক সম্বন্ধ মাতৃৰ ফালৰ পৰাই গঢ়ি উঠিল। এনে ব্যক্তিগত সম্পৰ্কৰ নমস্য ব্যক্তিজন মাতৃবংশৰ পৰাই দিয়া হ'ল। সম্পৰ্কটো হ'ল মোমাই। বিয়া-বাৰুৰ ক্ষেত্ৰতো মাতৃবংশৰ লগতহে সম্পৰ্ক কৰাৰ নিয়ম বান্ধি দিয়া হ'ল। আনহাতে বিয়াৰ পাছতো নাৰীৰ উপাধি পিতৃৰ উপাধিয়েই ৰখা ৰীতি প্ৰচলন কৰা হ'ল।

পিছলৈ অৱশ্যে কাৰবি নাৰীৰ কিছুমান সীমাবদ্ধতা আহি পৰিল। যেনেঃ

১। পূজাৰ অধিকাৰ নাই।

২। বিবাহিতা নাৰীয়ে পৰ-পুৰুষৰ আগে আগে যোৱাটোত সামাজিক বাধা-নিষেধ আছে।

৩। গাঁওবুঢ়া পদৰ অধিকাৰী হ'ব নোৱাৰে, ইত্যাদি।

তথাপি ঘৰখনৰ অৰ্থনীতিত কাৰবি গৃহিণীৰ ভূমিকা পুৰুষৰ সমানেই বুলি ক'ব পাৰি। কেঁচুৱা আপদাল কৰাৰ লগতে জুমতলীৰ কামত অংশ লোৱা, খৰি লুৱা, শাক-পাচলি বিচাৰি যোৱা, এৰী পোহা, মদৰ বাখৰ আৰু মদ তৈয়াৰ কৰা, পানী অনা, ধান খুন্দা, কাপোৰ বোৱা, আলহী সোধা এই সকলো কামেই গৃহিণীৰ দায়িত্বত থাকে।

মৃতকৰ শৰ দাহন আৰু দহাৰ সকামত মহিলাৰ গুৰুত্বপূৰ্ণ ভূমিকা থাকে। মৃতকৰ বিদেহ আত্মাৰ উদ্দেশ্যে বিননি গীত গোৱা, মৃতকৰ বাবে চাউল-চিৰা খুন্দা আদি কামবোৰ মহিলাই কৰিব লাগে।

**দুকজিৰ প্ৰথা ঃ** অতীজত কাৰবি মহিলাই কপালৰ পৰা থুঁতৰিলৈকে উল্কিৰ দাগ লোৱা প্ৰথাকে 'দুকুজিৰ' বোলে। এসময়ত এই 'দুক' পৰম্পৰাটো গুৰুত্বপূৰ্ণ আছিল। বুঢ়া-মেথাই দুক নোলোৱা মহিলাৰ হাতৰে পানী গ্ৰহণ নকৰিছিল। কিন্তু বৰ্তমানে এই পৰম্পৰা সম্পূৰ্ণ লোপ পোৱাৰ পথত।

**কাৰবি সমাজত মোমাইৰ ভূমিকা ঃ** আগতে উল্লেখ কৰা অনুসৰি কাৰবি সমাজত নাৰীৰ মৰ্যাদা অক্ষুণ্ণ ৰাখিবলৈ মাতৃবংশৰ প্ৰতি আনুগত্য প্ৰকাশ কৰাত প্ৰতিজন ব্যক্তিয়েই মোমাই সম্পৰ্কৰ প্ৰতি যাতে দায়বদ্ধ থাকে তাৰ বাবে কিছুমান নিয়ম বান্ধি দিয়ে। যাৰ ফলত তেওঁলোকৰ সমাজত মোমাইৰ ভূমিকা গুৰুত্বপূৰ্ণ হৈ উঠিল।

সমাজ জীৱনত প্ৰায় সকলো কামতে মোমাইৰ প্ৰয়োজন হয়। এনেকি মোমাই সম্পৰ্কটো শহুৰলৈ পৰিণত হোৱাত মোমাইক দেৱতুল্য জ্ঞান কৰা হয়। ব্যক্তি জীৱনত বিভিন্ন সকামত মোমাইৰ ভূমিকা দেখা যায়। যেনে—

ক) ভাগিনীয়েকৰ অৰ্থাৎ বায়েক বা ভনীয়েকৰ সন্তানটোৰ প্ৰথম চুলি খুৰোৱা সকাম;





খ) গৃহ দেৱতা আৰু চ'জুন আদি পূজা-পাতলত মোমাইৰ ভূমিকা;

গ) শৱ দাহনৰ সময়ত আৰু দহা (চ'মাংকান) উৎসৱত মোমাই অবিহনে সু-সম্পন্ন নহয়,

ঘ) কেতিয়াবা এনে কিছুমান বেমাৰে দেখা দিয়ে, য'ত ঔষধে কাম নকৰে, তেতিয়া মোমায়েকে আহি হয় ভাত খুৱাব লাগে নহয় আঙঠি পিন্ধাব লাগে, নাইবা কুকুৰা কাটি পূজা কৰিব লাগে। মোমায়ে উক্ত সকামকেইটা কৰি দিলেহে ভাগিনৰ ব্যাধি নিৰাময় হয় বুলি এক লোকবিশ্বাস।

গ) কাৰবি সমাজৰ বৈবাহিক অনুষ্ঠান ঃ

ঈশ্বৰ হেম্ফুৰে লাংমিংপ' নামেৰে কাৰবি সমাজত অৱতাৰী পুৰুষ হিচাপে আৱিৰ্ভাৱ হয়। তেওঁ নিজৰ ভনীয়েক ৰাছিনজাক ৰাংমুক্ৰাঙৰ পুতেক লংমুক্ৰাঙৰ সৈতে বিয়া পাতি দি বিবাহৰ আদৰ্শ দাঙি ধৰিলে। লাংমুক্ৰাং আৰু ৰাছিনজাৰ বিয়াখনেই কাৰবি সমাজৰ প্ৰথম বিয়া। সেইখনৰ আৰ্হিৰেই কাৰবি সমাজৰ বিয়া-বাৰুৰ নিয়ম প্ৰচলন হয়। এনে ধৰণৰ বিয়াকে 'আদাম আছাৰ' বুলি কোৱা হয়।

কাৰবি সমাজত 'আদাম আছাৰ'ৰ ৰীতি-নীতি মতেঃ

ক) প্ৰথম, বোৱাৰী (বৌৰেক) ননদৰ মাজত আলোচনা হয়, যাক 'নেংপি-নেংছ' কাচিংকি' বোলা হয়।

নেংছ' কাচিংকি' বোলা হয়। দ্বিতীয় পৰ্যায়ত, বিয়াৰ প্ৰস্তাৱ দিবলৈ অহা অৰ্থাৎ 'কেহাং কাপাতিনি'।

খ) দ্বিতীয় পৰ্যায়ত, বিয়াৰ প্ৰস্তাৱ দিবলৈ অহা অৰ্থাৎ 'কেহাং কাপাতিনি'।

গ) তৃতীয় পৰ্যায়ত, বিয়াৰ দিন নিৰ্ধাৰণৰ আলোচনা অৰ্থাৎ 'আজ' আৰণি কেফা'

ঘ) চতুৰ্থ পৰ্যায়ত বিয়া সম্পন্ন কৰা।

**বৌৰেক-ননদৰ আলোচনা ঃ** কাৰবি সমাজৰ এটা মন কৰিবলগীয়া পৰম্পৰা হৈছে ল'ৰাই পৰাপক্ষত মোমায়েকৰ ছোৱালী বিয়া কৰোৱা নিয়ম। প্ৰথমে বৌৰেকে ননদৰ ঘৰলৈ গৈ আলোচনা কৰিব লাগে। ননদে গীত-মাতেৰে প্ৰশ্ন কৰে, 'ক'ৰ পৰা আহিলে, কিয় আহিলে?' তেতিয়া বৌৰেকৰ পক্ষই একেদৰে উত্তৰ দিব লাগে যে তেওঁলোক বুঢ়া হৈছে, চকুৰে কম দেখা হৈছে, গতিকে আলপৈচান ধৰিবলৈ, ঘৰখন চম্ভালিবলৈ বোৱাৰী এজনীৰ প্ৰয়োজন হৈছে। সেয়ে ননদৰ বিয়াৰ উপযুক্ত ছোৱালী আছে যদি বিয়া দিব নেকি জানিবলৈ আহিছে বুলি জনাব লাগে।

ননদে প্ৰথম অৱস্থাত পৰম্পৰা মতে, ছোৱালী নাই বুলি কয়। থাকিলেও তাই উপযুক্ত নহয়, সাংসাৰিক কামত অনভিজ্ঞ, পাছত জানোচা বদনাম হয় আদি কথাবোৰ কয়। বৌৰেকৰ ফালৰ পৰা তেতিয়া কোৱা হয়, ননদে যদি ছোৱালী দিয়ে তেন্তে তাইক ঘৰৰ সকলো কাম-কাজ শিকাই লোৱা হ'ব। শেষত ননদে নিজৰ যোগাত্মক

অভিমত জনায় আৰু ছোৱালীৰ মতামত জানিবলৈ পুনৰ আন এদিনাখন আহিবলৈ আমন্ত্ৰণ জনায়।

**ছোৱালীৰ মতামত আৰু বিয়াৰ প্ৰস্তাৱ ঃ** দ্বিতীয় পৰ্যায়ত ল'ৰাঘৰৰ মানুহে তিতালাওৰ পাত্ৰত মদৰ মাননিসহ ছোৱালীৰ ঘৰলৈ যায় আৰু ছোৱালীৰ মতামত জানি বিয়াখন হ'ব বুলি খাটাং কৰা হয়। এই কামখিনিও গীত-মাতৰ মাধ্যমেৰে সম্পন্ন হয়। গীত-মাতৰ অন্তত ছোৱালীৰ অভিভাৱকে বিয়াৰ দিন থিৰাং কৰিবলৈ বেলেগ এদিন আহিবলৈ আমন্ত্ৰণ জনায়।

**বিয়াৰ দিন ধাৰ্যৰ আলোচনা ঃ** তৃতীয় পৰ্যায়ত দৰাঘৰৰ মানুহবোৰে পৰ্যায়ৰ লাওৰ পাত্ৰত মদৰ মাননি লৈ কইনা ঘৰলৈ গৈ 'আজ আৰণি কেফা'ৰ কামখিনি সম্পন্ন কৰে। এই পৰ্যায়ৰ এই আলোচনা বিয়াৰ দিন থিৰাং কৰাতে সীমিত থাকে।

**বিয়া ঃ** চতুৰ্থ পৰ্যায় অৰ্থাৎ বিয়াৰ দিনৰ দিনা দৰা পক্ষৰ ভনীয়েক আৰু ভাগিনীহঁতে যোগদানৰ বাবে দৰা ঘৰত আহি উপস্থিত হয়। তিনিটা মদৰ খাং মাননি হিচাপে নিবৰ বাবে সাজু কৰা হয়। এটা ভনীহঁতৰ ফালৰ, এটা ভাগিনহঁতৰ ফালৰ আৰু আনটো দৰাৰ নিজৰ ফালৰ পৰা মদৰ কলহ এটা লোৱা হয়।

দৰাপক্ষই কইনাৰ ঘৰলৈ ৰাওনা হওঁতে এই মাননি খাং (যাক 'হৰহাক' বোলা হয়) নিয়াটো বাঞ্ছনীয়। কইনা ঘৰ পাই মাননিৰ খাংবোৰ চাংখনৰ পৱিত্ৰ ঠাইলৈ নিয়া হয় আৰু ঘৰৰ গৃহিণীয়ে সেই খাংবোৰ ধৰি নমাই ৰাখে।

নিশা ল'ৰাৰ অভিভাৱক 'বংচিন (আগজোঙা সৰু লাওৰ পাত্ৰ) কইনাৰ বাপেকৰ হাতত আৰু 'দামদাম' (ডাঙৰ লাওৰ পাত্ৰ) কইনাৰ মাকৰ হাতত দিয়াৰ পাছত বিয়াৰ কাম আৰম্ভ কৰা হয়। কইনা বাপেকে মদৰ পাত্ৰটোৰ পৰা তিনিবাৰ মদ ঢালি দি মন্ত্ৰ মাতি ঈশ্বৰক স্তুতি কৰে আৰু দৰা-কইনাক আশীৰ্বাদ দিয়ে। বিয়াৰ দিনা ৰাতি অন্তেষপুৰত দৰা-কইনাৰ ফুলশয্যা পাতি দি নৱ-যুগল জীৱনৰ শুভাৰম্ভণি কৰা হয়। সেই কাৰণে বিয়াক 'পিছ' পাংবি বা 'আদাম আছাৰ' বোলা হয়।

পাছদিনা 'ৰোব কামাথা' পূজাৰ অন্তত দৰা-কইনাক পূজাৰ পৱিত্ৰ পানী ছটিয়াই আশীৰ্বাদ দিয়া হয়। দিনৰ ভাগলৈ ভনীহঁতৰ মাননি খাঙৰ পৰা লাওৰ পাত্ৰ উলিয়াই আনি কইনাৰ দেউতাক আৰু মাকক মাননি আগবঢ়োৱা হয়।

আনহাতে, বিদায় লোৱাৰ সময়ত ভাগিনীহঁতে অনা মাননিখিনি আগবঢ়োৱা হয়।

অৱশেষত, 'পেছ'বিছ কাচেথন' পৰ্বটো সম্পন্ন হয়। বিয়াৰ তিনি দিন বা সাত দিন বা ন দিনৰ পাছত দৰাই কইনাক লৈ কইনাৰ ঘৰলৈ যাব লাগে। ছোৱালীজনীয়ে বিয়াৰ দিনা মাকৰ ঘৰৰ পৰা পিন্ধি অহা কাপোৰ-কানি আৰু লাওৰ পাত্ৰত মদ





মাকৰ হাতত ঘূৰাই দিব লাগে।

**তিতালাওৰ পাত্ৰৰ গুৰুত্ব ঃ** কাৰ্বি সমাজ জীৱনত তিতালাওৰ পাত্ৰ এক প্ৰয়োজনীয় আহিলা। বিয়া এখনত প্ৰথম আলোচনাৰ পৰা শেষলৈকে পাঁচটা লাওৰ পাত্ৰ নিয়াৰ পৰম্পৰা আছে লাওৰ পাত্ৰৰ মদ ছোৱালীৰ অভিমত বুজিহে পৰিৱেশন কৰিব পাৰি।

বিয়ানামৰ বিশেষত্ব ঃ কাৰ্বি বিয়ানাম অসমীয়া বিয়ানামৰ দৰে মহিলাসকলে নাগায়। সাধাৰণতে কইনাৰ বাপেক আৰু দৰাৰ বাপেকে গোৱা দেখা যায়। আজিকালি দৰাৰ বাপেকৰ হৈ এজনে আৰু ছোৱালীৰ বাপেকৰ হৈ আন এজন পুৰুষে গাই দিয়ে। ইয়াত দুয়োপক্ষৰ প্ৰতিশ্ৰুতি আৰু মানৱীয় আৱেদন নিহিত থাকে।

**কাৰ্বি জনজীৱনত ডেকাচাঙৰ পৰম্পৰা ঃ (জিৰকেদাম)**

জাতি, সমাজ আৰু সংস্কৃতিৰ ভৱিষ্যত নিৰ্ভৰ কৰে উঠি অহা যুৱ শক্তিৰ ওপৰত। গতিকে ভৱিষ্যতৰ উত্তৰাধিকাৰী ডেকা-গাভৰুসকলক আনুষ্ঠানিক শিক্ষাৰ দ্বাৰা সামাজিক ৰীতি-নীতি, আধ্যাত্মিক দৰ্শন, কৃষি, প্ৰশাসন, নৃত্য-গীত, শিল্প আৰু নিয়মানুৱৰ্তিতাৰ শিক্ষাৰে উপযুক্ত কৰি গঢ়ি তুলিবলৈ এক নতুন পৰম্পৰাৰ সৃষ্টি কৰাৰ প্ৰয়োজন হ'ল। যাৰ প্ৰয়োজনত কাৰ্বিসকলৰ শ্ৰেষ্ঠ পুৰুষ ককা হাৰবামনে প্ৰৱৰ্তন কৰিলে 'ডেকাচাং'। ইয়াকে বোলা হয় ডেকাচাঙৰ পৰম্পৰা। 'জিৰ' মানে বন্ধু আৰু 'আছং' মানে সমভাবাপন্ন গোট। অৰ্থাৎ একে আদৰ্শৰ যুৱক-যুৱতীৰ গোটটোৱেই 'জিৰছং'।

ডেকাচাঙৰ 'তেৰাঙক' নামৰ এটা কৰ্মশালা গৃহ থাকে। তাত থাকে এখন মূল আসন। ঠিক চকী এখনৰ দৰে নাম তাৰ 'হংথৰ'। লগতে 'বাৰলন' ১৫-১৬ হাত দীঘল এডাল বাঁহো দেখা যায়। বাঁহডাল ডেকাহঁতে জুমখেতিলৈ যাওঁতে দুই হাতেৰে থিয়কৈ পতাকা লৈ যোৱাৰ দৰে ঢোলে-ডগৰে সমদলৰ আগে আগে নিয়াৰ পৰম্পৰা আছে। এমুখীয়া ঢোলটোক 'চেংবুৰুপ' বোলা হয়। জুমখেতিৰ পৰা আৰম্ভ কৰি বিভিন্ন যুৱ দেৱতাৰ পূজা-পাতলো তেওঁলোকে সম্পন্ন কৰে। মুঠতে ডেকাচাঙৰ কাৰ্যসূচীৰ অন্তৰালত আৰ্থ-সামাজিক উদ্দেশ্য নিহিত থাকে। আদিম এই ডেকাচাঙৰ পৰম্পৰাবোৰৰ জনপ্ৰিয়তা আৰু গুৰুত্ব লাহে লাহে কমি আহিল। বিভিন্ন প্ৰকাৰৰ নৃত্য-গীত আৰু কৰ্মৰ অভিজ্ঞতাৰ আভাসো মন কৰিবলগীয়া। যেনে— হাচা কেকান নৃত্য-গীত, মৃগয়া চিকাৰৰ অভিজ্ঞতা, বনজ সম্পদ সংগ্ৰহ, খেল-ধেমালিৰ অভিজ্ঞতা, সামূহিক মাছ ধৰা অনুষ্ঠান ইত্যাদি।

(ঘ) কাৰ্বি জনসমাজত পূজা-পাতল

অসমৰ সকলোৱে পৰিচিত জনগোষ্ঠী 'কাৰ্বি'সকলৰ মাজতো বিভিন্ন দেৱ-

দেৱীৰ প্ৰতি থকা বিশ্বাস আৰু পূজা-পাতল দেখা পাওঁ। কেৱল এওঁলোকৰ কোনো মঠ-মন্দিৰ, মূৰ্তি, দেৱালয় আদিৰ প্ৰয়োজনীয়তা কম। তথাপি তেওঁলোকৰ বিশ্বাস যে 'তেপ্লংইছি মূৰ্তি এদন, থেংপি এৰং আৰণাম এনুত' (অৰ্থাৎ টিলাই টিলাই দেৱতা, গছে গছে ভূত-প্ৰেত) বিভিন্ন দেৱ-দেৱতা আৰু ভূত-প্ৰেতক লৈয়েই কাৰবি সমাজত যুগে যুগে বিভিন্ন পূজা-পাতল হৈ আহিছে।

কাৰবিসকলৰ পৰম আৰাধ্য দেৱতা হৈছে— হেম্ফু, মুক্ৰাং আৰু একমাত্ৰ দেৱী ৰাছিনজা। হেম্ফু দেৱতাক পালনকৰ্তা আৰু মুক্ৰাং দেৱতাক স্ৰজনকৰ্তা হিচাপে মানি আহিছে। হেম্ফুৰ ভনীয়েক ৰাছিনজা এফালেদি শক্তিৰ অধিষ্ঠাত্ৰী মহাকালৰূপী দেৱী আৰু আনফালে শান্তি প্ৰদায়িনী মাতৃ। তদুপৰি গৃহদেৱতা, কৃষি দেৱতাবোৰৰ পূজা-সেৱাতো আছেই। নানা ধৰণৰ বেমাৰ-আজাৰ, অপায়-অমংগল, মাৰি-মৰক আদিৰ পৰা ৰক্ষা পাবলৈ, বনৰীয়া জীৱ-জন্তুৰ পৰা ৰক্ষা পাবলৈ, মাটিত নাঙল লগোৱাৰ আগতে অনুকূল বতৰ আৰু শস্যৰ কাৰণে ঘৰৰ, গাঁৱৰ আৰু সমাজৰ মংগলৰ বাবে এই দেৱ-দেৱতাসকলক কুকুৰা, গাহৰি আদি বলি দি পূজা কৰা হয়। লগত থাকে হৰবং (মদৰ বটল)।

কাৰবিসকলৰ বিভিন্নধৰণৰ পূজাৰ ভিতৰত চ'জুন, ৰংকেৰ আৰু ৰ'লকেতেৰ' এই তিনিটাই ডাঙৰ পূজা।

**'চ'জুন পূজা ঃ**

কাৰবি সমাজৰ ধৰ্ম জীৱনৰ শ্ৰেষ্ঠ নিদৰ্শন বুলি ক'ব পাৰি। চ'জুন পূজাত পূজিত দেৱতাসকল স্বৰ্গৰ দেৱতা বুলি বিশ্বাস কৰি অহাৰ বাবে এই পূজা 'স্বৰ্গ-পূজা' নামেৰেও জনাজাত। এই পূজা সাধাৰণতে ঘৰুৱাভাৱে আয়োজন কৰা হয়। কোনো কোনো অঞ্চলত অৱশ্যে ৰাজহুৱাভাৱে কৰা দেখা যায়। যাক 'ৰেক আপিৰ্থাৎ' বুলি কোৱা হয়। এই পূজা ৩-৪ বছৰৰ অন্তৰে অন্তৰে কৰা হয়। পূজাৰ মুখ্য দেৱতা হ'ল 'বাৰিথে' (ইন্দ্ৰ), আৰপি (ৰুদ্ৰ) আৰু বীৰেন (অগ্নি) আদি দেৱতাসকল।

জনশ্ৰুতিমতে, 'লংলে কিৰিপ' নামে এজন বৰ চহকী কাৰবি খেতিয়ক আছিল। 'লংলে কিৰিপৰ ভাল অৱস্থা সহ্য কৰিব পৰা নাছিল ছিনিং কিৰিপে'। সেয়ে ছিনিংপই লংলেৰ পথাৰৰ পকা ধান খাবলৈ কিছুমান পোক পঠাই দিলে। বুধিয়ক লংলেই ইয়াৰ প্ৰতিকাৰ স্বৰূপে পোকবোৰ খাবলৈ কিছুমান শালিকা (কোনো কোনোৱে ফেঁচা বোলে) চৰাই খেতিত এৰি দিলে। দ্বিতীয়বাৰ ছিনিংপ'ই সৰগৰ পৰা শিল বৰষুণ পঠালে। এইবাৰো লংলেই খেতিত চালি সাজি দিলে। অৱশেষত হিংসাত উপায়হীন হৈ চিনিংপ' স্বৰ্গৰ পৰা মৰ্ত্যলৈ নামি আহিল। লংলেই তেতিয়া তৰোৱাল লৈ খেদি গ'ল। কিন্তু ছিনিংপ'ই লংলেৰ হাতৰ পৰা তৰোৱালখন কাঢ়ি লৈ নিজে





গাহৰি ৰূপ লৈ তৰোৱালখন এটা দাঁতলৈ ৰূপান্তৰ কৰিলে। সেই গাহৰিক স্তুতি কৰা হ'ল আৰু সকলোৱে মিলি বৰাহমেধ যজ্ঞ সমাপন কৰিলে। ইয়াকেই চ'জুন (আৰ্ণাম কেথে ক্লাৰ্কি) বা স্বৰগ পূজা বোলা হয়। সেইবাবেই গাহৰি চ'জুন পূজাৰ বাবে অতি অপৰিহাৰ্য। এই গাহৰিটো দুই-তিনি বছৰ আগৰে পৰা ভগৱানৰ নামত উছৰ্গা কৰি থ'ব লাগে।

চ'জুন পূজা তিনিদিনীয়াকৈ অনুষ্ঠিত হয়। প্ৰথম দিনা এটা বা দুটা, দ্বিতীয় দিনা দুটা বা তিনিটা আৰু তৃতীয়দিনা তিনিটা বা চাৰিটা গাহৰি বলি দিয়া হয়।

স্বৰ্গৰাজ বাৰিথেই হেনো বিভিন্ন সময়ত ভিন ভিন ৰূপ ধাৰণ কৰি বেলেগে মহিমা দেখুওৱাৰ কাৰণে চ'জুন পূজাৰ ভিতৰুৱা কাম-কাজৰ বিভিন্নতা দেখা যায়। অৰ্থাৎ গৃহস্থই বাৰিথেৰ কোনটো মহিমাক গুৰুত্ব দি চ'জুন কৰিব, পূজাও সেই মতেই হয়। বাৰিথেৰ প্ৰতিটো মহিমাৰ পুৰোহিত (কুৰুছাৰ) বেলেগ বেলেগ থাকে।

কোনো কোনোৰ মতে আকৌ স্বৰ্গৰ ৰজা ছিনিং মৰ্ত্যলৈ নামি আহে আৰু নানা ছলনাৰে ধনী লোক লংলে কিৰিপক কষ্টত পেলায়। লংলে অভাৱ-অনাটনত পৰি লঘোণে দিন কটাবলৈ ধৰে। এদিন স্বৰ্গৰাজে গাহৰিক দানা দিয়া পাত্ৰত খোৱা বস্তু ৰাখি তিনিবাৰ মাত দিয়াত লংলেই ভোক সহিব নোৱাৰি পাত্ৰটোত মুখ দিওঁতেই গাহৰি হৈ পৰে আৰু পাছত সেই গাহৰিকে বলি দিয়া হয়।

এনেধৰণৰ বিভিন্ন আখ্যান পোৱা যায়। মুঠতে গৃহস্থৰ অপায়-অমংগল দূৰীকৰণৰ বাবেই চ'জুন পূজা অনুষ্ঠিত কৰা হয়।

**ৰংকেৰ পূজা ঃ**

গাঁৱৰ খেতিয়সকলে জুম খেতিত নমাৰ আগতে সমূহীয়াভাৱে ৰংকেৰ পূজাৰ আয়োজন কৰে। কোনো গাঁও বা অঞ্চলত যেতিয়া খৰাং বতৰ হয় আৰু যাৰ ফলত খেতি-বাতি নষ্ট হৈ যায়, বেমাৰ-আজাৰ, অপায়-অমংগল আৰু দুৰ্ভিক্ষ আদিয়ে দেখা দিয়ে তেতিয়া সেই অঞ্চলৰ 'হাবে' (গাঁওবুঢ়া)জনৰ তত্ত্বাৱধানত সমূহীয়াভাৱে ৰংকেৰ পূজাৰ আয়োজন কৰা হয়।

সাধাৰণতে ৰংকেৰ দুই ধৰণৰ - ক) পিৰ্দা ৰংকেৰ আৰু (খ) ৰাতিৰ বা আজ' ৰংকেৰ।

কিন্তু অঞ্চলভেদে, পৰিৱেশ-পৰিস্থিতি অনুযায়ী কেবা ধৰণৰো ৰংকেৰ পালন কৰা দেখা যায়। যেনে দেংজা ৰংকেৰ, পিৰ্দা ৰংকেৰ, আজ' ৰংকেৰ, ৰিবত ৰংকেৰ, ৰেক ৰংকেৰ, ৰেকপি ৰংকেৰ আৰু ৰফং ৰংকেৰ অনুষ্ঠিত কৰে।

এই পূজাত হেম্ফু, মুক্ৰাং, ৰাছিনজা, ছনপি, ছাৰচং থানপি, থানক্ৰেহিনি, বামন ক্ৰেহিনি, মাই, নিবত, লাংহে, লংলে আহি-ঈ আদি দেৱতাসকলক আৰাধনা কৰা হয়।

**পূজাৰ বিশেষত্ব ঃ**

ক) ৰংকেৰ পূজা ব্যক্তিগত পূজা নহয়, ই গাঁৱৰ মংগলাৰ্থে কৰা সামূহিক পূজা।

খ) এই পূজাত গৃহ দেৱতাৰো বেদী স্থাপন কৰা হয়।

গ) তিৰোতাই অংশ গ্ৰহণ কৰিব নোৱাৰে।

ঘ) গাঁওখনক ৰোগ, ব্যাধি, মহামাৰীৰ পৰা ৰক্ষা কৰা, হিংস্ৰ জন্তুৰ আক্ৰমণৰ পৰা পৰিত্ৰাণ পোৱা।

ঙ) জুমতলীত কাম কৰোঁতে বিপদ-বিঘিনি নহ'বলৈ আৰু খেতিৰ শ্ৰীবৃদ্ধিৰ বাবে।

**ৰ্ফং ৰংকেৰ ঃ** এই ৰংকেৰ এটা বৃহৎ অঞ্চলৰ মংগলৰ বাবে কৰা হয়। ই দুদিনীয়াকৈ অনুষ্ঠিত হয়। পাঁচ বছৰৰ মূৰে মূৰে এই ৰংকেৰ পতা হয়। ইয়াত হেম্ফু মুক্ৰাং, ৰাছিনজা, ৰংআলং, চিঠং আৰণাম আদি দেৱতাসকলক আৰাধনা কৰা হয়। ৰ্ফং ৰংকেৰৰ প্ৰথম দিনা দেংজা পুৰোহিতৰ প্ৰাধান্য থাকে। অতীজৰ কথা বাদ দি বৰ্তমানে এই পূজাত পঠা বলি দিয়া হয়।

দ্বিতীয় দিনা লখি কেকুৰ পূজা কৰি 'মিনু' বা পূজাৰ ধান ভগাই দিয়া হয়। প্ৰত্যেকে এই ধান নিজৰ কঠীয়া ধানৰ লগত মিহলাই ৰাখে।

**দেংজা ৰংকেৰ ঃ** দেংজাই দেংজা ৰংকেৰৰ একমাত্ৰ অধিকাৰী। নৰবলি দিয়া এই ৰংকেৰ আজিকালি উঠি গৈছে।

**আজ' ৰংকেৰ ঃ** ৰাতি কৰা ৰংকেৰ পূজাকে আজ' ৰংকেৰ বোলে। গাঁৱত যাতে কোনো ধৰণৰ ৰোগ-ব্যাধি বা ভূত-পিশাচ সোমাব নোৱাৰে তাৰ বাবে এই পূজা ভাগ কৰা হয়।

**অন্যান্য পূজা-পাতলবোৰ যেনে ঃ** চিঠং আৰণামৰ পূজা ঃ ইংলং কেলক বা হিমালয়ৰ দেৱতা চিঠং। এই দেৱতাক শক্তিৰ কাৰণে পূজা কৰা হয়। বগা ডাক দিয়া মতা কুকুৰা, বগা পঠা ছাগলী বলি দিয়া হয়।

পেং আৰণামৰ পূজা ঃ পেং গৃহৰ এইজন দেৱতালৈ বছৰেকত এটা ছাগলী বলি-বিধানেৰে অৰ্পণ কৰা হয়। প্ৰতিবছৰে এবাৰ এই দেৱতাৰ পূজা কৰাটো বাঞ্ছনীয়। পূজাৰ শেষত ছাগলীৰ শিং, কুকুৰাৰ পাখি বেৰত গুঁজি থ'ব লাগে।

কাৰবি ধৰ্মীয় জগতখন আদিম লোকবিশ্বাসৰ ভিত্তিত গঢ়ি উঠা। মাথোন বনৰ পিশাচ শ্ৰেণীৰ দেৱতাই নহয়, বৈদিক দেৱতাসকলৰ দৰে উচ্চ পৰ্যায়ৰ লোক দেৱতাৰো স্থান আছে। মাথোন দেউৰী, ওচা, কাথ্ৰেৰ প্ৰাধান্যই নহয় নিষ্ঠাৱান কুলগুৰু পৰ্যায়ৰ কুৰুছাৰসকলৰ মাহাত্ম্যৰেও কাৰবি ধৰ্মীয় সমাজখন সমৃদ্ধ।

ৰ'লকেতেৰ পূজা ঃ কৃষিজীৱী কাৰবিসকলে জুমতলীত গৈ খেতিৰ কাম আৰম্ভ





কৰাৰ আগতে হেম্ফু, মুক্ৰাং আৰু ৰাছিনজালৈ পূজা আগবঢ়াই বতৰৰ দেৱী হাঈমুক আমন্ত্ৰণ জনায়। এই পূজা সৰ্বসাধাৰণ ৰাইজৰ হকে কাৰবি ৰজা আৰু ৰাজ পাৰিষদবৰ্গইহে কৰে। ৰাজ পুৰোহিত কাথাৰবুৰাই পূজাৰ কামভাগ কৰে।

কাৰবিসকলৰ ৰাজধানী ৰংহাং ৰংবঙৰ সীমাত লংৰি গছ এজোপাৰ তলত হেম্ফু, মুক্ৰাং আৰু ৰাছিনজাৰ তিনিটা মাটিৰ বেদী আছে। ৰাছিনজাৰ আৰচকত দুডাল বাঁহৰ ত্ৰিশূল ৰখা হয়। মাজৰ শূল ডালৰ পৰা দুডাল শূল তলমুৱাকৈ থাকে।

ৰাছিনজা দেৱীৰ নামত বগা কুকুৰা আৰু হেম্ফু, মুক্ৰাং দেৱতাক ৰঙা কুকুৰা বলি দি সন্মান জনোৱা হয়।

পূজাৰ অন্তত বতৰৰ দেৱীলৈ স্তুতি কৰি ৰাজ পুৰোহিত কাথাৰবুৰাই তিনিটা গীত গাব লাগে। প্ৰথম গীতটো বেদীৰ কাষত এনেধৰণে গায়ঃ

"চি চি মা নেং নেং
চি চি নাং হাং জেং
বাং বৰ ৰুৱে হাংজেং।।"

অৰ্থাৎ "হে বতৰৰ বাৰ্তাবাহক জিলিহঁত তোমালোকৰ গীতৰ মূৰ্ছনাৰে বৰ্ষাদেৱীক পৃথিৱীলৈ নমাই আনা।"

শস্যৰ কাৰণে পানী উপচি পৰিবৰ উদ্দেশ্যে ভেকুলীয়ে টোৰটোৰায়। সেয়ে ভেকৰাজকো সম্বোধন কৰি গীত গোৱা পৰম্পৰা আছে।

কাৰবিসকলৰ পূজা-পাতলবোৰত, চাউল, পিঠাগুড়ি, তুলসী, ধূনা, কলপাত, হালধি, এঙাৰ, বটগছ, জৰীগছ, বাঁহৰ সৰু সৰু ডাল-পাত, বনৰীয়া গছ-লতা আদি সামগ্ৰীবোৰ ব্যৱহাৰ কৰা হয়। তুলসী আৰু ধূনা তেওঁলোকৰ বাবে অতি পৱিত্ৰ বস্তু।

সাজপাৰ আৰু আ-অলংকাৰ ঃ কাৰবিসকল হৈছে অসমৰ অতি প্ৰাচীন জনগোষ্ঠী। তেওঁলোক আজিৰে পৰা বহু বছৰৰ পূৰ্বে অসমলৈ আহিছিল। সেইখিনি সময়ত সমাজত শিক্ষাৰ পোহৰ পৰা নাছিল। যাৰ ফলত তেওঁলোকে পেটৰ ভোক গুচাবলৈ বনৰ আলু-কচু, ফল-মূল বিচাৰি খাইছিল। তদুপৰি বনৰ বিভিন্ন ধৰণৰ শাক-পাচলি আৰু লতাজাতীয় পাত বিচাৰি আনি ভাত-আঞ্জা আৰু মদ আদি তৈয়াৰ কৰি খাই জীয়াই আছিল। সেই পৰম্পৰাৰে আজিও কাৰবিসকলৰ মাজত বনৰীয়া শাক-পাচলিৰ প্ৰভাৱ অসীম।

সময় বাগৰাৰ লগে লগে তেওঁলোকে বেলেগ জাতিৰ সংস্পৰ্শতেই হওক বা নিজা বুদ্ধি-কৌশলৰ ফলতেই হওক জীয়াই থাকিবলৈ সংগ্ৰাম কৰিবলৈ শিকিলে। তেওঁলোকেও জীৱ-জন্তুৰ চিকাৰ কৰিবলৈ মন মেলিলে। ইয়াৰ পিছৰ পৰাই

'জুমখেতি'ৰ প্ৰথা আৰম্ভ হ'ল। পেটৰ ভোক গুচাৰ পিছত উপযুক্ত বাসস্থানৰ প্ৰয়োজন বোধ কৰিলে। খাদ্য-বাসস্থানৰ লগতে অতিকৈ প্ৰয়োজনীয় আহিলাবিধ অৰ্থাৎ বস্ত্ৰৰ কথাও চিন্তা কৰিববৈলে শিকিলে।

আদিম জনগোষ্ঠী হিচাপে কাৰবিসকলেও প্ৰথম অৱস্থাত গছৰ পাত বা বাকলি আদি পৰিধান কৰি উলংগতাৰ পৰা হাত সাৰিছিল। সভ্যতা-সংস্কৃতিৰ পোহৰ নলগা এই কাৰবিসকলৰ তেনে দুৰৱস্থা হেনো স্বৰ্গৰ দেৱীসকলে সহ্য কৰিব নোৱাৰিলে। সেয়ে জনবোটলাত পোৱা গৈছে যে 'লখিমী দেৱীয়ে সৰগৰ পৰা এশ ভনীৰ লগ হৈ সোণৰ সূতাৰে ধৰাৰৈ নামি আহি কাৰবিসকলৰ দুখ-দুৰ্গতি মোচন কৰি বিভিন্ন ৰকমৰ বস্ত্ৰ প্ৰদান কৰি গ'ল।

কাৰবিসকলে 'ধান' খেতিৰ পিছত, সূতাৰ বাবে 'কপাহ' খেতি কৰিববৈলে শিকিলে। এই কপাহৰ পৰা সূতা কটাৰ কৌশল উলিয়াইছিল 'ছেদাংদি' নামৰ মহিলা শিপিনী এগৰাকীয়ে। আকৌ তেওঁলোকৰ মাজৰে 'দিহুন' নামৰ গাভৰু এজনীয়ে বনৰীয়া গছৰ শিপা, পাত আদি সংগ্ৰহ কৰি তাৰ পৰা ৰং প্ৰস্তুত কৰি সূতাত ৰং দিয়া প্ৰথা উলিয়ালে। তাইৰ নামেই হ'ল 'ছেৰদিহুন'। এইগৰাকীয়ে প্ৰথম কাৰবি শিপিনী গাভৰু যিগৰাকীয়ে পোন প্ৰথমে কাপোৰত ফুলৰ চানেকি তুলি উলিয়াইছিল।

কাৰবি সাজ-পোছাকবোৰত সৌন্দৰ্যপ্ৰিয়তা, শিল্পী মন আৰু সুকুমাৰ প্ৰতিভাৰ পৰিচয় পোৱা যায়। লাগতীয়াল সকলোবোৰ কাপোৰ কাৰবি মহিলাসকলে কঁকালত মেৰিয়াই লয়। তেওঁলোকে এইখনক 'থেৰাং' বা 'পেথেৰাং' বুলি নামকৰণ কৰিছে। অসমীয়া তাঁতশালৰ সঁজুলিৰ দৰে 'থেৰাং'ত প্ৰয়োজন হোৱা সা-সঁজুলিবোৰো বাঁহ আৰু বেতেৰে ঘৰতে প্ৰস্তুত কৰি লোৱা হয়। যেনে — ঠেপুন, ঠেলাংপং, ঠেহু, ঠেনিং উৰেকছ', উৰেকপী, ইংথি, হাৰপি, হনঠাৰি, লাংপং, দাং, বাৰলিম আদি।

এই বাঁহ-বেতৰ সঁজুলিৰ উপৰি গছৰ পাত, ছাল-শিপা আদিৰ পৰা ৰং উলিয়াই কাপোৰত ৰঙীন চানেকি তোলে।

অসমৰ প্ৰত্যেকটো জনগোষ্ঠীৰে পৰম্পৰাগত সাজ-পোছাক আছে। কাৰবিসকলো ইয়াৰ ব্যতিক্ৰম নহয়। তেওঁলোকৰো জাতীয় পৰম্পৰাগত সাজপাৰ আৰু আ-অলংকাৰ আছে। পুৰুষসকলে সাধাৰণতে 'চ'ই (চোৱা), 'ছাতৰ' (চুৰিয়া), ৰিকং (কৌপিন), 'প'হ' (পাগুৰি) আদি কাপোৰবোৰ পৰিধান কৰে। 'চই' হৈছে এবিধ চুটি হাতৰ চোলা। এই চোলাটো পিন্ধিলে কঁকাললৈকে পৰি থাকিব লাগে আৰু চোলাটোৰ তলফালে দীঘল দীঘল দহি ওলমি থাকে। চোলাটোৰ ৰং সাধাৰণতে ক'লা। ইয়াত কিছুমান ফুল বছা থাকে। বিশেষকৈ চোলাটোৰ বুকুৰফালে চাৰি ইঞ্চিমান দীঘল দুই-এশাৰী ফুল বছা থাকে (আজিকালি জাম্বিলী আঠনৰ চানেকি





তোলে)। এই 'চই'টো বেলেগ' ৰঙৰ সূতাৰে বৈ বেলেগ বেলেগ নাম দিয়া হয়। ক'লা সূতাৰে ডেকাসকলৰ বাবে বোৱা চোলাটোক 'চই ইক' বোলে। ৰঙা সূতাৰে বোৱা আদহীয়াসকলৰ চোলাটোক 'চইআ' আৰু ৰঙা-বগা সূতাৰে বোৱা বয়সস্থসকলৰ চোলাটোক 'চইমিৰি' বুলি নাম দিয়া হয়।

'ৰিকং' (কৌপিন) হৈছে কঁকালত মৰা এখন দীঘলীয়া কাপোৰ। 'ৰিকং' ডালত ফুল তোলাও দেখা পাওঁ। এইডালৰ এটা মূৰ কঁকালৰ পৰা আঁঠুলৈকে ওলোমাই পিন্ধা হয়। (The wear only the smallest piece of cotton cloth round the waist which extends not even to the knees.) Keport on Assam."

'চই', 'ৰিকং'ৰ উপৰি প'হ (পাগুৰি) নামৰ সাজ এবিধো পুৰুষৰ বৰ প্ৰিয়। এই প'হ'খন কাৰবি পুৰুষৰ মনত অসমীয়াৰ বিহুৱানখনৰ দৰে মৰমৰ। ইয়াৰ দুই মূৰে বিবিধ ধৰণৰ ফুল বছা থাকে। এই ফুলৰ চানেকিবোৰ গছ, চৰাই, পখিলা, হাতী, হৰিণা আদিৰ লোৱা হয়। কাৰবি সমাজত কেইবাধৰণৰ প'হ'ৰ প্ৰচলন অতীজৰ পৰা হৈ আহিছে যেনে - ৰঙা সূতাৰে বোৱাখনক প'হ' কেএ'ৰ বগা সূতাৰে বোৱাখনক প'হ' কেলক ইত্যাদি।

'ছাতৰ'খন অসমীয়া সমাজৰ চুৰিয়াখনৰ দৰে। এই 'ছাতৰ'খনো কাৰবি পুৰুষৰ সন্মানীয় আৰু মৰমৰ কাপোৰ। ডেকাকে ধৰি বুঢ়া-মেথাসকলোৰে বাবে ই প্ৰয়োজ্য। আজিকালি বিভিন্ন নৃত্য-গীতত এই 'ছাতৰ'খন পিন্ধা পৰিলক্ষিত হয়। ইয়াৰ ৰংটো সাধাৰণতে বগা হয়।

কাৰবি মহিলাই পিন্ধা কাপোৰবোৰ প্ৰায়েই উজ্জ্বল ৰঙৰ হয় যদিও দীঘলীয়া চটাবোৰ ঠেক ঠেক আৰু এইবোৰত সোণবৰণীয়া, গুলপীয়া, ৰঙা, হালধীয়া আদি ৰংবোৰ ব্যৱহাৰ কৰে। মহিলাসকলে সাধাৰণতে যিখন মেখেলা পিন্ধে সেইখনক পিনি 'কামফ্লাক' বোলে। ইয়াৰ ৰংটো ক'লা আৰু পিনিখনৰ ঘেৰটোত কোনো চিলাই নাথাকে। পিনিখনৰ ফুলবোৰ পাজাংৰে, আফিদপ, আছন্তক কেজক, হলুকী ৰালচম আদিৰ চানেকিৰে তোলা হয়। এইবোৰ ক'লা, বগা, নীলা, ৰঙা আদি সূতাৰ দীঘ আৰু বাণিৰে বোৱা হয়। এই সূতাবোৰত নিজে তৈয়াৰ কৰা ৰংহে সনা হয়। আজিকালি অৱশ্যে কঁকালৰ পৰা ভৰিৰ সৰু গাঁঠি ঢাক যোৱাকৈ দীঘল ক'লা ৰঙৰ মেখেলাও পিন্ধা দেখা যায়। এইখনক পিনি লাংপং' বোলা হয়।

পিনিখন টানকৈ ধৰি ৰাখিববৈলে ডেৰ দুই ইঞ্চিমান বহল আৰু চাৰি ফুটমান দীঘল এডাল ফুলাম কাপোৰ পেটি বান্ধি লোৱা হয়। এই ৰছীডালৰ নাম 'ৱামকক'। ইয়াত 'ফংৰং আংচু', 'ফংৰং আমেক', 'বেৰমুম' আদি জাতীয় চানেকিৰে ক'লা সূতাৰে দুই মূৰে ফুল বছা থাকে। 'ৱামকক'ৰ বহুতো প্ৰকাৰ আছে। যেনে- ফুলৰ

চানেকি অনুযায়ী ‘ৰামকক আমেক হ’লং’, ‘লাংলু আবেৰমু’, ‘আপাইপি’, ‘ফংৰং আংচু” ইত্যাদি।

কাৰবি মহিলাৰ প্ৰয়োজনীয় আন এবিধ পোছাক হ’ল গাত আঁৰি লোৱা চাদৰ, যিখনক ‘পেকক’ বোলা হয়। এই পেকক’খন মহিলাসকলে সোঁ-কান্ধৰ ওপৰত গাঁথি মাৰি পিন্ধে। গাভৰু-বোৱাৰী আৰু বয়সস্থ মহিলাৰ বাবে সুকীয়া সুকীয়া ‘পেকক’ ব্যৱহাৰ কৰাটো বাঞ্ছনীয়। এই ‘পেকক’ক সাত ভাগত ভগোৱা হয় (কোনো কোনোৱে মন্তব্য কৰিছে)। সেইবোৰ হৈছে ‘পেছেলেং’ (যিখন বাঁও কান্ধৰ ওপৰেদি নি ওলোমাই গাত মেৰিয়াই ল’ব পাৰি), ‘পে-দুফিৰছ’, ‘পেফিলাই’, ‘পে মজাই’, ‘পেপকপান’, ‘পে জাংফাং’ আৰু ‘পে ছাৰপি’ ইত্যাদি।

কাৰবি মহিলাসকলৰ আন আন সাজ-পোছাকৰ ভিতৰত ‘পীবান’ অৰ্থাৎ মেঠনি, ‘খনজৰি’ আৰু ‘পীবা’ৰ নামো ল’বলগীয়া। মহিলাসকলে বুকুৰ ওপৰত এখন মেঠনি মাৰি লয়। এই মেঠনিখনক ‘জিচ’ বুলিও কোৱা হয়। বিয়াৰ সময়তো কইনাই এই মেঠনি কাপোৰখন ব্যৱহাৰ কৰা পৰিলক্ষিত হয়। তদুপৰি ‘চ’মাংকান’ৰ নিমছ’ কেৰুং নৃত্যৰ সময়ত এই পীবান ব্যৱহাৰ কৰে। ‘খনজৰি কাপোৰখন মাংগলিক অনুষ্ঠান আদিত ব্যৱহাৰ কৰা দেখা যায়। আনহাতে ‘পীবা’ হৈছে কেঁচুৱা লোৱা এখন কাপোৰ।

কাৰবি সমাজত আন এবিধ অতিকৈ প্ৰয়োজনীয় সম্পদ হৈছে ‘কাৰবি মোনা’, যাক ‘জাৰং’ বা জোলোঙা বোলা হয়। মহিলাসকলে তামোল-পাণ, কটাৰী ৰাখিবৰ বাবে ব্যৱহাৰ কৰা মোনাটোক ‘চুই’ বোলে। এই ‘চুই’ৰ উপৰি ‘জাৰং মজাই’, জাৰং মনজিন’, ‘জাৰং মিৰি’, ‘জাৰং কেইৰ বা জামবিলি’ নামৰ মোনাৰ ব্যৱহাৰ কাৰবি সমাজত দেখা যায়।

সেইদৰে সকলোৱে উপযোগীকৈ তৈয়াৰ কৰা জাৰৰ দিনত গাত ল’বলৈ ‘কাচেউম আপে’ নামৰ পাঁচ প্ৰকাৰৰ চাদৰৰ কথা ক’ব পাৰি। এই কাপোৰবোৰ বিভিন্ন আৰ্হিৰে বোৱা হয়। তদুপৰি ‘পেখনজৰি’ নামৰ এবিধ কাপোৰ আছে, যিখন ‘চ’মাংকান’ অৰ্থাৎ দহা নাচত ব্যৱহাৰ কৰা হয়। এইখনৰ দীঘটো ৰঙা সূতাৰ, বাণিটো বগা, ৰঙা আৰু ক’লা সূতাৰে বোৱা হয়।

কাৰবি সমাজত বিছনাত পৰা কপোৰখনো মহিলাসকলে নিজে তৈয়াৰ কৰি লয়। বিছনা কাপোৰবোৰৰ নাম ‘পেলু’, ‘পেলু লাংছাং’, ‘পেলু আমাৰ’ আৰু ‘পেলুক’ বুলি জনা যায়। বিয়াত দৰা-কইনাক এই ‘পেলুত’ বহুৱাৰ পৰম্পৰা আছে।

কাৰবি পুৰুষ-মহিলা উভয়ে নিজকে সজাই-পৰাই তুলিবলৈ বিভিন্ন ধৰণৰ জাতীয় সাজ-পাৰৰ উপৰি নানা প্ৰসাধন সামগ্ৰী আৰু আ-অলংকাৰো পৰিধান





কৰি আহিছে।

আদিম অৱস্থাত পুৰুষসকলে কাণত শামুক, বাঁহৰ কেৰু, পইচা, মণি আদি অলংকাৰ হিচাপে পিন্ধিছিল। জনশ্ৰুতি মতে কাৰবি সমাজত কোনোবা ব্যক্তিৰ বাঁহৰ কেৰু পিন্ধি কাণৰ লতি ফালি গ’লে সেই ব্যক্তিগৰাকীৰ মৃত্যুৰ পাছত দহাৰ সময়ত তেওঁৰ নামত ‘নদাক আলাংটুক’ নামৰ সকাম এটা কৰিব লাগে। অতীজতে কাৰবি পুৰুষে কাণত কাঁইটীয়া গছৰ ত্ৰিশংকু আকৃতিৰ কাঁইট পিন্ধিছিল। মূৰৰ চুলিবোৰ খুৰাই তেওঁলোকে পিছফালে এডাল টিকনিও ৰাখে। মূৰৰ পাগুৰিত ভীমৰাজ চৰাইৰ পাখি খুঁচি লৈ কাৰবি পুৰুষসকলে নিজকে আৰু সৌন্দৰ্যবোধৰ পৰিচয় দিব খোজে।

মহিলাসকলেও হাত, ডিঙি আৰু কাণত পিন্ধিবলৈ নানা ধৰণৰ মণি, খাৰু আৰু কেৰু ব্যৱহাৰ কৰে। বাঁহ, কাঠেৰে তৈয়াৰী অলংকাৰৰ উপৰি তেওঁলোকৰ প্ৰায়ভাগ অলংকাৰ ৰূপেৰে তৈয়াৰী। মহিলাসকলৰ এবিধ প্ৰিয় অলংকাৰ হ’ল ‘লেক’ অৰ্থাৎ ডিঙিত পিন্ধা মণি। ৰূপৰ মণিৰ লগত বজাৰত পোৱা ৰঙা মণি মিলাই সূতাৰে গঁথা ‘লেক পেংখাৰা; ৰঙা আৰু নীলা মণিৰ মাজে মাজে ৰূপৰ মণি মিলাই গঁথা ‘লেক পেংমুই’, ৰূপৰ ‘লেক জেংজিৰি’, ৰূপৰ সিকি পইচাৰে গঁথা ‘লেক সিকি’, লেকৰূৱে’, লেকৰাইকম’, ‘লেক পিলা’ আৰু দুই মূৰে সামান্য ৰূপৰ গোটামণি আৰু ৰঙা মণিৰে গঁথা ‘লেক মান্দুলি’ আদি অলংকাৰবোৰ কাৰবি মহিলাই পৰিধান কৰি মনত আনন্দ উপভোগ কৰে।

কাৰবি মহিলাসকলে হাতত পিন্ধা খাৰুক ‘ৰয়’ বোলে। সেইবোৰ হৈছে ‘ৰয় পেংখাৰা’, ‘ৰয় তাহু’ আৰু ‘ৰয় চেতুং’। ৰয়বোৰ ৰূপেৰে গঢ়োৱা আৰু তাত এৰীপলুৰ চকুৰ নক্সা আৰু কিছুমান কাঁইটৰ নিচিনা নক্সা দিয়া হয়।

কাৰবি মহিলাসকলে কাণত বাঁহৰে তৈয়াৰী ‘নলাংপং’ নামৰ এবিধ বিশেষ অলংকাৰ পিন্ধে। কাণত পিন্ধা অলংকাৰক ‘জাংচাই’ বোলা হয়। সোণ বা ৰূপেৰে গঢ়োৱা আৰু ৰঙা বাখৰ খটোৱা ‘নঠেংপি’ নামৰ এবিধ জাংচায়ো পিন্ধে। বনৰীয়া গছৰ কাঁইটত ৰূপ খটায়ো কাণৰ গহনা সাজে। এইবোৰৰ উপৰি মহিলাসকলে হাতৰ আঙুলিত কেইবা প্ৰকাৰৰো আঙঠি বা ‘আৰণান’ পিন্ধে। ‘আৰণান কেএত’, ‘আৰণান কেলক’, ৰূপ বন্দা’, ‘ছেৰ বন্দা’ নামৰ আঙঠিবোৰৰ ব্যৱহাৰ অতীজৰে পৰা হৈ আহিছে। পুৰোহিত শ্ৰেণীৰ লোকসকলে আকৌ এবিধ তামৰ আৰণান পিন্ধা দেখা যায়।

কাৰবি মহিলাই সকলো সময়তে লগত লৈ ফুৰা এখন কটাৰীৰ ভূমিকাও কম নহয়। এই কটাৰীখনক ‘নকেক’ বোলা হয় আৰু এইখন হাতীৰ দাঁত বা ম’হৰ শিঙেৰে বনাই নালটোত সিকি পইচা এটা লগোৱা হয়।

এনেধৰণৰ সাজ-পোছাক আৰু আ-অলংকাৰ ব্যৱহাৰৰ মাজেদি কাৰবি সমাজখনৰ স্বভাৱত শিল্পীৰ কলা-কুশলতা আৰু সৌন্দৰ্যবোধৰ পৰিচয় পোৱা যায়।

**(চ) চ'মাংকান ঃ** কাৰবিসকলৰ মাজতো কিছুমান লোকবিশ্বাস আছে। সেয়ে তেওঁলোকৰ ধাৰণা যে মানুহ আৰু তেওঁৰ আত্মা একে নহয়। দেহাটো জুইত পুৰি পেলালেও জিৰণি লৈ থাকে, শেষত পৰিয়ালৰ মানুহে দহাৰ কাম সম্পন্ন কৰিলেহে আত্মা স্বৰ্গলৈ গৈ থিতাপি লয় আৰু কিছুদিনৰ পিছত সি পুনৰ নিজৰ পৰিয়ালতে পুনৰ্জন্ম লয়। এনে বিশ্বাসৰ ভিত্তিতে কাৰবি সমাজত মৃতকৰ সংস্কাৰৰ পৰা দহাৰ সকামলৈকে ৰীতি-নীতিবোৰ গঢ়ি উঠিছে।

কাৰবি সমাজত পুনৰ্জন্ম ধাৰণৰ বীজ ৰোপণ কৰিলে থিৰেং ৰাংৰেং নামৰ এজন লোক দাৰ্শনিকে। তেওঁৰ আন এটা নাম থেৰে বে'। কাৰবি সমাজৰ এই লোক দাৰ্শনিক থিৰেং ৰাৰেঙৰ লোকবিশ্বাসৰ পৰাই সমাজত দহা বা চ'মাংকান অনুষ্ঠানৰ জন্ম হ'ল।

আদিম অৱস্থাত দহাৰ কোনো নীতি-নিয়ম নাছিল। মানুহ এজন মৰিলে শটো জ্বলাই 'আৰপুম আৰহী' নামৰ সকাম এভাগ কৰি মৃতকৰ আত্মাৰ সদগতিৰ কাম সম্পন্ন কৰা হৈছিল।

চ'মাংকান' শব্দটোৰ অৰ্থ এনেদৰে বিশ্লেষণ কৰা হৈছে 'চম' মানে 'যম' আৰু 'কান' মানে 'নৃত্য-গীত'। অৰ্থাৎ যমনৃত্য (যমক সন্তুষ্ট কৰিবলৈ কৰা নৃত্য)।

দহা ব্যক্তিকেন্দ্ৰিক অনুষ্ঠান হ'লেও 'চ'মাংকান' এক মহোৎসৱত পৰিণত হ'ল। 'চ'মংকান' যেন কাৰবি জন-জীৱনৰ বহুৰঙী সাংস্কৃতিক প্ৰেৰণাহে।

চ'মাংকানৰ বিশেষত্ব ঃ চ'মাংকান উৎসৱৰ কিছুমান বিশেষত্ব পৰিলক্ষিত হয়। সেইবোৰ তলত উল্লেখ কৰা হ'ল—

ক) চ'মাংকান কৃষি ভিত্তিক সংস্কৃতি নহয়। ই সম্পূৰ্ণ পাৰলৌকিক বিশ্বাসৰ ভিত্তিত গঢ়ি উঠা অনুষ্ঠান।

খ) ইয়াত দুটা দিশ চকুত পৰে (১) ডেকা-গাভৰুৰ যৌন আৱেদনমূলক উল্লাস আৰু (২) বিদেহ আত্মাৰ সৈতে সম্পৰ্কৰ বাবে দাৰ্শনিক কৰ্মকাণ্ড।

গ) চ'মাংকানৰ নৃত্যবোৰকো দুই শ্ৰেণীত ভগাব পাৰি। প্ৰথমতে, নৃত্য-গীতেৰে, ঢোলে-ডগৰে আত্মাক যমপুৰীৰ বাট দেখুৱাই দিয়াৰ প্ৰচেষ্টা আৰু দ্বিতীয়তে নৃত্য-গীত।

ঘ) এই উৎসৱত পুৰোহিত শ্ৰেণীৰ ব্যক্তিৰ প্ৰাধান্য নাথাকে। তাৰ পৰিৱৰ্তে ঢোলবাদক (দহুইদি), চাৰ্হেপী, উচেপী, অবকপী আদিয়েই ভূমিকা গ্ৰহণ কৰে।

ঙ) চ'মাংকানত কোনো লোকদেৱতাৰ উপাসনা কৰা নহয়। ই সম্পূৰ্ণ প্ৰেতকাৰ্য।





চ) অৰ্থনৈতিক আৰু সামাজিক মৰ্যাদাৰ ভিত্তিত তিনিধৰণে চ'মাংকান পতা হয়। (ক) কানফ্লাফ্লা, (খ) লাংটুক আৰু (গ) হাৰ্নে।

চ'মাংকানৰ প্ৰকাৰ ঃ ওপৰত কোৱাৰ দৰে সামাজিক পদমৰ্যাদাৰ ভিত্তিত চ'মাংকান তিনিপ্ৰকাৰে উদযাপন কৰাৰ পৰম্পৰা আছে। (ক) কানফ্লাফ্লা, (খ) লাংটুক আৰু (গ) হাৰ্নে।

ক) কানফ্লাফ্লা ঃ গাঁৱৰ সাধাৰণ আৰু নিম্নমানৰ আৰ্থিক অৱস্থাৰ মানুহবোৰে এই চ'মাংকানেৰেই তেওঁলোকৰ মৃতকসকলৰ আত্মাৰ সদগতিৰ কামনা কৰে। গৃহস্থৰ ঘৰৰ সন্মুখৰ চোতালখনতে এই অনুষ্ঠানটো পতা হয়।

খ) লাংটুক ঃ মৃতকজনৰ সামাজিক মৰ্যাদা থাকিলে আৰু মৃতকৰ পৰিয়ালটোৰ আৰ্থিক মানৰ ওপৰত নিৰ্ভৰ কৰিহে এই প্ৰকাৰৰ চ'মাংকান পতাৰ অধিকাৰী হ'ব পাৰি। সীমাৰ বাহিৰত এটা পুখুৰী খান্দি তাতে কৰ্মভাগ কৰা হয়। এই অনুষ্ঠানলৈ গোটেই অঞ্চলৰ অৰ্থাৎ চৰকাৰী গাঁওবুঢ়াৰ অধীনত থকা গাঁওবোৰৰ মানুহবোৰক আমন্ত্ৰিত কৰা হয়।

গ) হাৰ্নে ঃ সমাজৰ নামজ্বলা ধনী-মানি মৃতকৰ বাবে হাৰ্নে চ'মাংকান কৰা হয়। ইয়ালৈ কেবাখনো মৌজাৰ অন্তৰ্গত গাঁওবোৰৰ মানুহক নিমন্ত্ৰণ জনাব লাগে। হাৰ্নেত পুখুৰীটো বিশেষভাৱে সজাই তুলিব লাগে। ইয়াৰ সকামভাগ আড়ম্বৰপূৰ্ণ আৰু আভিজাত্য মানসম্পন্ন কৰি তুলিব লাগে।

চ'মংকানত ব্যৱহৃত সা-সঁজুলি ঃ চ'মাংকানত কিছুমান আহিলা পাতি আৰু ব্যক্তিৰ ভূমিকা অপৰিহাৰ্য। যেনে ঃ ক) চেংপি (মাদল), (খ) চেংছ' (সৰু ঢোল), (গ) বানজাৰ (বাঁহেৰে সজা এবিধ কাৰুকাৰ্য থকা সঁজুলি), (ঘ) মিৰং ৰাং (আইনা) আৰু (ঙ) জামবিলি আথন (জাতীয় প্ৰতীক দণ্ড) আদি।

লগতে চং (ঢাল) আৰু নক (তৰোৱাল) ৰ ব্যৱহাৰো অপৰিহাৰ্য।

চ'মাংকান মহোৎসৱত ব্যৱহৃত বিভিন্ন জাতৰ ঢাল-তৰোৱাল, ঢোল আৰু নিজা সাজ-পাৰৰ ভিতৰত 'জাম্বিলি আথন' হৈছে অন্যতম। 'জাম্বিলি আথন' কাৰবিসকলৰ জাতীয় প্ৰতীক ৰূপেও পৰিগণিত হৈ আহিছে। ইয়াৰ বিষয়ে থূলমূলকৈ তলত উল্লেখ কৰাৰ প্ৰয়াস কৰা হ'ল।

জাম্বিলি আথনৰ মূল দণ্ড প্ৰায় ৮-১০ ফুট দীঘল। ইয়াৰ মূল দণ্ডৰ ওপৰ ভাগত মূৰলৈকে নানান ফুল আদি তোলা থাকে। মূল দণ্ডৰ পৰা চাৰিডালকৈ শাখা দণ্ড ঠিক মূল দণ্ডৰ আকৃতিৰে ওলাই থাকে। এই সৰু ডালকেইটা প্ৰায় ডেৰ-দুই ফুটমান দীঘল হয়। ইয়াৰ কিছুমানত চাৰিডালকৈ এটা তৰপ আৰু কিছুমানত দুটা তৰপ লগোৱা হয়। মূল দণ্ডডালৰ মূৰত লগোৱা 'ৰ'জাৰু' (ভীমৰাজ) পক্ষীটোও

কিছুমানত এটাকৈ, আকৌ কিছুমানত দুটাকৈ লগোৱা থাকে। আনহাতে প্ৰত্যেকডাল শাখা দণ্ডৰ মূৰত বাঁহৈটোকা চৰাইৰ প্ৰতিকৃতি লগোৱা থাকে। তলৰ তৰপত ডালবিহীন অংশত অকল বাঁহৈটোকা চৰাইৰ প্ৰতিকৃতি লগোৱা থাকে।

'জাম্বিলি আথন' ডালৰ ৰং ক'লা হয়। ইয়াৰ মূল দণ্ডৰ পৰা আৰম্ভ কৰি ওপৰ ভাগত মূৰলৈকে ফুল তোলাৰ মাজে মাজে ক'লা, বগা, ৰঙা ৰঙৰ সৰু সৰু মণি-কড়িৰে বৃত্তাকাৰে গঁথা বিশেষ ধৰণৰ মালা 'লেক পাইকম' লগাই শুৱনিকৈ সুসজ্জিত কৰি তোলা হয়। তদুপৰি ৰজাৰু পক্ষীৰ ডিঙি আৰু বাঁহৈটোকা চৰাইৰ ডিঙিতো মণি-কড়িৰে বিশেষ ধৰণৰ মালা ওলোমাই সৌন্দৰ্য বৰ্ধন কৰা হয়।

জনবোটলাত পোৱা মতে, পোনপ্ৰথমে টেৰণ ৰংছপ' গাঁৱত ছাই টেৰণ ছুৰিৰ ঘৰত চ'মাংকান উৎসৱটি পালন কৰা হৈছিল। অঞ্চলভেদে অৱশ্যে চ'মাংকান উৎসৱ পালনত কিছু অমিল হ'ব পাৰে। মূলতঃ সেই তেতিয়াৰে পৰাই চ'মাংকান উৎসৱটি মৃতকৰ আত্মাৰ সদগতিৰ অৰ্থে শ্ৰাদ্ধানুষ্ঠান হিচাপে কাৰবিসকলে পালন কৰি আহিছে। পৰম্পৰা গতভাৱে মানি অহা এই উৎসৱটি বৰ্ণাঢ্য কাৰ্যসূচীৰে চাৰিদিনীয়াকৈ পালন কৰা হয়। প্ৰথম দিনাক কোৱা হয় 'ৰুকেহুম' অৰ্থাৎ অস্থি সংগ্ৰহ। দ্বিতীয় দিনাক কোৱা হয় 'কানছ', তৃতীয় দিনাক কোৱা হয় 'কানপি' বা 'আৰংকেথন' অৰ্থাৎ বৰদহা আৰু চতুৰ্থ দিনটোক 'থেকুপ কাৰ্কক' বোলা হয়।

এই উৎসৱত সন্মানীয় ব্যক্তিসকল হৈছে নিহু অৰ্থাৎ মাতুল ফৈদৰ। এই মাতুল ফৈদৰ পৰা কোনোবা জ্যেষ্ঠ এজনক মুখ্য অতিথি হিচাপে উৎসৱত থাকিবৰ বাবে আগতীয়াকৈ নিমন্ত্ৰণী আগবঢ়োৱা হয়। আনহাতে 'দুহুইদি' হৈছে মূল ঢোলবাদক আৰু 'উচেপী' হ'ল মৃতকসকলৰ ৰান্ধনী।

চ'মাংকানত কেইবা ধৰণৰো নৃত্য পৰিৱেশন কৰা হয়। যেনে — নিমছ'কেৰুং, চংকেদাম, কেংতিৰ কেকান, বানজাৰ কেকান ইত্যাদি নৃত্যৰ লগতে বিভিন্ন ধৰণৰ গীত মাত পৰিৱেশন কৰা দেখা যায়। ডেকাসকলে 'কাপাএৰ' গীত, মহিলাসকলে 'কাচাৰ্হে লোক-গীত' আৰু আদহীয়া মহিলাসকলে 'মিৰিংবাং' নামৰ গীতৰ উপৰি মৃতকক বিদায় জনোৱাৰ, আৰু জীয়াই থকাৰ দিনবোৰৰ দুখ-দুৰ্গতি, হৰ্ষ-বিষাদ আদি সামৰি গীত পৰিৱেশন কৰে।

সামৰণি ঃ কাৰবি সংস্কৃতিৰ ইতিহাসত কেইগৰাকীমান কাৰবি গুৰুক স্মৰণ কৰা হয়। তেওঁলোক হ'ল — ৰাংছিনা ছাৰ্প, লংমিৰ্জেং, ছিংমিজেং, জিৰছঙৰ ক্লেংছাৰ্প, লংবিচেদু আদি গুৰুসকল। এওঁলোকৰ ভিতৰত ৰাংছিনা ছাৰ্প গুৰুক কাৰবি সংগীত, কলা আৰু সংস্কৃতিৰ আদি গুৰু মনা হয়।

কাৰবি সমাজখনত প্ৰয়োজন হোৱা সামাজিক ন্যায়, শিষ্টাচাৰ আৰু শৃংখলাৰ





বান্ধোনৰ উদ্দেশ্য আগত ৰাখিয়ে 'ৰাংছিনা ছাৰ্প'ই সজ ভাবাদৰ্শৰ ভিত্তিত নতুন সাংস্কৃতিক ধাৰাৰ প্ৰৱৰ্তন কৰি সমাজখনলৈ এক নৱজাগৰণৰ অভ্যুত্থান ঘটায়।

সহায়ক গ্ৰন্থ ঃ

ক) ৰ'থাতলাংছ' স্মৃতিগ্ৰন্থ; অসম সাহিত্য সভাৰ ষষ্ঠ বিশেষ বাৰ্ষিক ৰ'থাতলাংছ' অধিৱেশন, ২০১০ছেৰদিহুন আক্ৰাম, কাৰবি আংলং।

খ) কাৰবি সংস্কৃতিৰ ইতিহাস বিচাৰ ঃ বসন্ত দাস।

গ) কাৰবি সংস্কৃতিৰ প্ৰৱাহ ঃ শৈলেন দাস

ঘ) প্ৰবন্ধ সংকলন ঃ চন্দ্ৰ ফাংচ', ঃ ডঃ ফুকন

ঙ) কাৰবি কৃষ্টিত এভুমুকি ঃ সুৰেণ ক্ৰামছা

চ) সমন্বয় প্ৰৱাহ ঃ ৰংবং তেৰাং

ছ) কাৰবি সংস্কৃতিৰ ধাৰা ঃ বসন্ত দাস

জ) 'যমুনা' স্মৃতিগ্ৰন্থ; অসম সাহিত্য সভা চতুঃষষ্ঠিতম অধিৱেশন, ১৯৯৮ খ্ৰীঃ।



# গাৰো জনজাতিঃ সমাজ সংস্কৃতি

ড° প্ৰণীতা দেৱী

উত্তৰ-পূব ভাৰতৰ মেঘালয় ৰাজ্যত বসবাস কৰি থকা অন্যতম এটা প্ৰধান সম্প্ৰদায় হ'ল গাৰোসকল। নৃতাত্বিক দিশৰ পৰা গাৰোসকল মঙ্গোলীয় জাতিৰ আৰু ভাষাগতভাৱে চীন-তিব্বতীয় ভাষা পৰিয়ালৰ লোক। সমাজ বুলি ক'লে তাৰ লগত জড়িত হয় সংস্কৃতি। সংস্কৃতি হ'ল কোনো এটা জাতি বা সম্প্ৰদায়ৰ দৈনন্দিন ভাবে কৰি অহা ৰীতি-নীতি আচাৰ-ব্যৱহাৰ, সাজ-সজ্জা, আহাৰ-বিহাৰ, সাহিত্য কলা-আদিৰ সমষ্টি মাথোন। এই সংস্কৃতি জাতি বা সম্প্ৰদায় ভেদে সুকীয়া সুকীয়া বৈশিষ্ট্যৰে পৰিপূৰ্ণ। সংস্কৃতি সদায় পৰিবৰ্তনশীল। সভ্যতাৰ অগ্ৰগতিৰ লগে লগে সমাজৰ সংস্কৃতিৰ পৰিবৰ্তন হয়। গাৰোসকলৰো সুকীয়া সংস্কৃতি আছে। ইতিহাসে ঢুকি পোৱা সময়ৰে পৰা বৰ্তমানলৈকে লক্ষ্য কৰিলে দেখা যায় যে এই দীঘলীয়া পৰিক্ৰমাটোত গাৰো সমাজখনত সাংস্কৃতিকভাৱে ভিন ভিন পৰিৱৰ্তনে দেখা দিছে। এই লেখাৰ মাজেৰে গাৰোসকলৰ মাজত প্ৰচলতি কিছুমান পৰম্পৰা, তেওঁলোকৰ মাজত থকা বিনিময় ব্যৱহাৰ আৰু বৰ্তমান সময়ত 'দেখা দিয়া পৰিবৰ্তন সমূহৰ আংশিক ভাৱে দাঙি দৰিবলৈ চেষ্টা কৰা হৈছে।

গাৰোসমাজক মূলত ঃ মাতৃপ্ৰধান সমাজ বুলি কোৱা হয়। মাতৃপ্ৰধান সমাজ ব্যৱস্থাৰ মাতৃ সূত্ৰীয় বংশানুক্ৰম আৰু সম্পত্তিৰ ওপৰত পুত্ৰীৰ অধিকাৰ আদি বৈশিষ্ট্য গাৰো সমাজত বিদ্যমান। ইংৰাজী Matriarchal শব্দটোৰ আভিধানিক অৰ্থ হ'ল 'A Society where women over power men' এই ক্ষেত্ৰত দেখা যায় যে গাৰো সমাজত উপৰোক্ত বৈশিষ্ট্য দুটা থাকিলেও নাৰীয়ে শাসন নচলায় অথবা নাৰীৰ অধিকাৰ পুৰুষতকৈ কোনো গুণে বেছি নহয়। গতিকে গাৰোসমাজক মাতৃপ্ৰধান সমাজব্যৱস্থা বুলি কোৱাতকৈ মাতৃসূত্ৰীয় সমাজ ব্যৱস্থা বুলিহে ক'ব পাৰি।

গাৰো সমাজ কেইবাটাও স্তৰৰ সমষ্টি। এই পৰিয়াল (Nok)। এটা ঘৰত একেলগে থকা লোকসকলক এটা পৰিয়াল বুলি গণ্য কৰা হয়। পৰিয়ালতকৈ





ওপৰৰ স্তৰটো হ'ল গোত্ৰ (Chatchi)। প্ৰতিটো গোত্ৰৰে উপগোত্ৰ (Machong) আছে। গোত্ৰৰ ওপৰৰ স্তৰটো হ'ল মাহাৰী (mahari) ওচৰা উচৰিকৈ বাস কৰা একে ৰক্তসম্পৰ্কীয় একে গোত্ৰৰ লোকসকলক মাহাৰী বোলা হয়। গোত্ৰৰ প্ৰায়বোৰ কাৰ্য্যই মাহাৰীৰ ভিতৰত সীমাবদ্ধ। একোটা মাহাৰীৰ একোটা অঞ্চলৰ ওপৰত স্বত্বাধিকাৰ থাকে। মাহাৰীৰ এই ভূ-সম্পত্তিক আখিং (Aking) বোলা হয়। আখিং পৰিচালনা কৰাৰ ক্ষেত্ৰত যিকোনো এটা পৰিয়ালে মাহাৰীৰ প্ৰতিনিধি ৰূপে দায়িত্ব লয়। এই পৰিয়ালটোৰ মুখ্য মহিলাগৰাকী হ'ল আখিং অধিকাৰী মাহাৰী। এনে পৰিয়ালক গাঁওবুঢ়া (Nokma) বোলা হয়।

পৰম্পৰাগতভাৱে চলি অহা নীতি-নিয়মৰ মাজেৰে গাৰো সমাজ সুন্দৰভাৱে চলি থাকে। এনে নীতি-নিয়মসমূহ স্বতঃস্ফূৰ্তভাৱে মানি চলা হয়। প্ৰতিজন গাৰোলোকো এই ক্ষেত্ৰত আনুগত্যশীল বৰ্তমান আধুনিক সমাজব্যৱস্থাৰ সাংবিধানিক আইন কানুন তথা নতুন নতুন ৰীতি-নীতিয়ে গাৰো সমাজ ব্যৱস্থাক পৰম্পৰাদচ সমাজ ব্যৱস্থাৰ পৰা পৃথক কৰি তুলিছে। পৰম্পৰাগত ৰীতি-নীতি আধাৰিত সমাজ যিমান সহজ সৰল আছিল। আধুনিক গাৰো সমাজ ব্যৱস্থা ভালেখিনি জটিল হৈ পৰিছে।

গাৰো সমাজত ৰীতি-নীতি সম্পৰ্কীয় পৰম্পৰা অতি বৈচিত্ৰ্যপূৰ্ণ ৰীতি-নীতি সম্পৰ্কীয় সকলো কাম কাজত সম্পৰ্কীয় লোকক খবৰ দিয়াটো বাধ্যতামূলক। সকলোৰে উপস্থিতিত উৎযাপিত হোৱা ৰীতি-নীতিৰ পৰম্পৰাই সমাজখনত এক সম্প্ৰীতিৰ লগতে সমতা ৰক্ষাত সহায় কৰি আহিছে। গাঁওসমূহত উৎযাপিত উৎসৱত সৰুৱে হওঁক বা ডাঙৰে হওঁক সম্বন্ধীয় লোকৰ উৎসৱ পৰ্বত খাটি দিয়াটো এক পৰম্পৰা। উৎসৱ পৰ্বত খাটি দিয়াৰ বাবে পাৰিশ্ৰমিক বিনিময়ৰ কোনো ব্যৱস্থা নাই।

জীৱৰ জন্ম হ'লে মৃত্য অনিবাৰ্য। গাৰো সমাজত মানুহৰ মৃত্যু সম্পৰ্কীয় ভালেমান ৰীতি-নীতি পালন কৰাৰ পৰম্পৰা চলি আছে। মৃতকৰ সৎকাৰ সম্পৰ্কীয় পৰ্বত সম্বন্ধীয় লোকৰ এক বিশেষ ভূমিকা আছে। মৃত মানুহৰ মৃত্যু হ'লে তেওঁৰ বংশৰ সদস্যই খোৱা খাদ্য, পানী ইত্যাদি লগত লৈ আহি মৃতকৰ সৎকাৰ কাৰ্যত উপস্থি থাকে আৰু সৎকাৰ কাৰ্যত প্ৰয়োজনীয় খৰচ-পাতি বহন কৰি সহায়-সহযোগিতা আগবঢ়ায়। গৰু, গাই বলধ, গাহৰি, কুকুৰা আহি লৈ অহা সম্বন্ধীয় লোক সকলক মৃতকৰ পৰিয়ালে তেওঁৰ পৈতৃক সম্পত্তি আৰু কাহ পিতলৰ কাঁহী, বাতি, বৰকাঁহ আদি ভগাই দিয়াৰ পৰম্পৰা আছে। সৎকাৰ কাৰ্যত জন্তু উৎসৰ্গ দিয়া হয়। দান দিওঁতাক উৎসৰ্গ কৰা জন্তুৰ এখন ঠেং দিয়া হয়। কাঁহ পিতলৰ

বাচন-বৰ্তন দান দিয়াক Kokam বোলা হয়। পৰম্পৰা আছে যে Kokam গ্ৰহণ কৰা ব্যক্তিয়ে Kokam দান কৰা ব্যক্তিজনৰ মৃত্যু হ'লে Kokam দিব লগা হয়। সেইকাৰণে Kokam পুনৰ গৃহস্থক ঘূৰাই দিয়া হয়। গৃহস্থই Kokam টো গাঁওৰ ৰাইজক দি এটা গৰু মাৰে আৰু মৃতকৰ সন্মানৰ অৰ্থে এটা স্মৃতি সৌধ স্বৰূপ খুঁটা (kima) এটা থিয়কৈ পোতা হয়। Kokam অদল-বদল কৰা কাৰ্য বিশিষ্ট বন্ধু বা আত্মীয় লোকৰ মাজত হে সংঘটিত হয়। পৰম্পৰা আছে যে মৃত শটো ধুৱাবৰ বাবে পানী আৰু মদ কোনো পাত্ৰ ৰদ্বাৰা ব্যৱহৃত হ'লে সেই পাত্ৰটো মৃতকৰ আত্মীয় কোনো মহিলাক দান কৰা হয়। এই পাত্ৰটোক Magual বোলা হয়। যিটো এজনী মাতৃয়ে পুত্ৰৰ মৃত্যুৰ বাবে দিয়া ক্ষতি পূৰণ।

গাৰো সমাজত বিয়াৰ বাবে দৰা-কইনাৰ পৰা টকা-পইচা লোৱাৰ ব্যৱস্থা নাই। কিন্তু কোনো ব্যক্তিৰ মৃত্যু হ'লে মৃতকৰ অভিভাৱকে বিধৱা গৰাকীক নতুন গৃহস্থী এখন পাতিবলৈ কিবা কিছু মৰমৰ উপটোকন ৰূপে দিব পাৰে। স্বামীৰ মৃত্যু হ'লে পত্নীয়ে মৃত স্বামীৰ মাক বাপেকক দুখন পিতলৰ বাচন, দুখন কাপোৰ আৰু এখন খাপৰ দিয়াটো বাধ্যতামূলক। যদিহে মৃতকৰ মাক বাপেকে বস্তু ল'বলৈ অমান্তি হয় তেতিয়াহ'লে টকা-পইচা দিয়াটো বাধ্যতামূলক। মৃতকৰ পত্নীৰ সামৰ্থ নাথাকিলে মৃতুকৰ আত্মীয় বা সম্বন্ধীয় লোকৰ পৰা হ'লেও টকা পইচা দিয়াটো নীতিগত।"

মহিলাৰ মৃত্যু হ'লেও Magual বিনিময়ৰ প্ৰচলন আছে। অৱশ্যে স্বত্বাধিকাৰী মহিলাৰ মৃত্যুৰ ক্ষেত্ৰত এনেধৰণৰ উপঢৌকন দিয়া নহয়। গাৰো সমাজত ই অতি উল্লেখনীয় সাংগঠনিক সমাজ ব্যৱস্থা। সম্বন্ধীয় লোকৰ প্ৰতি থকা উপঢৌকন ব্যৱস্থাই গাৰোসকলৰ মাজত থকা সম্পৰ্ক কটকটীয়া কৰি তোলাত যথেষ্ট সহায় কৰে।

গাৰোসমাজত বয়বস্তু আৰু শ্ৰম বিনিময় ব্যৱস্থা অতি তাৎপৰ্যপূৰ্ণ। সাধাৰণতে ধৰ্মীয় ৰীতি-নীতি পালন কৰিবলৈ এজন পুৰোহিতৰ প্ৰয়োজন। তেওঁক Kamal বোলা হয়। পুৰোহিতজনে ধৰ্মীয় কাৰ্য সম্পাদন কৰাৰ বিনিময়ত গৃহস্থৰ ঘৰত এটা নিৰ্দিষ্ট পৰিমাণৰ খাদ্য গ্ৰহণ কৰে। কোনো জীৱজন্তু উৎসৰ্গা কৰিলে জন্তুটোৰ এখন ঠেং পুৰোহিত জনক দিয়া হয়। যদি কুকুৰা উৎসৰ্গ কৰা হয় তেনেহ'লে পুৰোহিতৰ বাবে খোৱাৰ যোগাৰ কৰা হয়। একেদৰে মৃতকৰ স্মৃতিসৌধত খোদিত কৰা লোকজনক গৰুৰ এখন ঠেং দান কৰা হয়। কেতিয়াবা ধাইজনীক অন্য এদিন ভাত খাবলৈ মতা হয়। এইবোৰ প্ৰত্যক্ষভাৱে নহ'লেও পৰোক্ষভাৱে পাৰিশ্ৰমিক বুলি ধৰিব পাৰি।

গাৰো সমাজত বিনিময় বুলি ক'লে আনুষ্ঠানিক সেৱা বিনিময়ৰ পৰা আৰম্ভ





কৰি অনানুষ্ঠানিক সেৱা অথবা বয়বস্তুৰ বিনিময় কাৰ্য অতি তাৎপৰ্যপূৰ্ণ। কোনো বস্তুৰ বিনিময়ত মূল্য দিয়াৰ উপৰি বয়বস্তু দিয়াৰ ব্যৱস্থাও আছে।

গাঁৱৰ ৰাস্তা বন্ধা, ডেকাচাং মেৰামতি কৰা আদি কামৰ বাবে গাঁৱৰ প্ৰত্যেক পৰিয়ালৰ লোকবোৰ লগ লাগি সমূহীয়াভাৱে সেৱা আগবঢ়োৱা গাৰো সমাজৰ পৰম্পৰা। ইয়াৰ ফলাফল সকলোৱে ভোগ কৰিবলৈ সুযোগ পায়। উৎসৱ-পৰ্ব হ'লেও সমূহীয়াভাৱে পাৰিশ্ৰমিক সেৱা আগবঢ়োৱা হয়। এইবোৰত কোনোধৰণৰ পাৰিশ্ৰমিক বিনিময় নাথাকে।

কৃষি কৰ্মৰ ক্ষেত্ৰত ঠায়ে ঠায়ে বনুৱাক পাৰিশ্ৰমিক বিনিময় দিয়াৰ পৰম্পৰা আছে। গাৰোসকলে বতৰৰ পৰিৱৰ্তনৰ লগে লগে কৃষিভূমিৰ স্থান সলাব লগা হয়। নতুন ঠাই খেতিৰ বাবে উপযোগী কৰাৰ বাবে শুকান হাবি-বননি পোৰা কাৰ্য, শস্য ৰোপন কৰা, খেতি চপোৱা আদি কাৰ্য কৰিবলৈ সমূহীয়াভাৱে আগভাগ লোৱা হয়। এইবোৰ প্ৰথাই লোকসকলক জীৱিকাৰ প্ৰতি আগ্ৰহী কৰি তোলে আৰু প্ৰতিটো পৰিয়ালে সামূহিকভাৱে একত্ৰিত হোৱাৰ সুযোগ পায়। সামূহিকভাৱে কৰা কৃষি কাৰ্যত পাৰিশ্ৰমিক বিনিময়ৰ হিচাপ কৰা নহয় যদিও ফচল ভগোৱাৰ ক্ষেত্ৰত পৰিয়ালে প্ৰতি সমানে ভাগ কৰা হয়। এই ক্ষেত্ৰত অৱশ্যে পৰিয়ালৰ মাজত ক্ষুণ্ণভাৱে প্ৰকাশ নোপোৱাকৈ নাথাকে। বনুৱাৰ পাৰিশ্ৰমিক বিনিময়ৰ ক্ষেত্ৰত সম বিনিময়ৰ বৱস্থাও গাৰো সমাজত আছে। পুৰুষ, মহিলা অথবা শিশুৱে কৰা পৰিশ্ৰমৰ বিনিময়ত একেধৰণে কৰিব লাগে।

গাৰো সমাজৰ আন এক ব্যৱস্থা হ'ল ঋণ ব্যৱস্থা। ঋণ লেনদেনৰ ভালেমান উন্নত ব্যৱস্থা আছে। সেইবোৰৰ ভিতৰ 'Ajakraa' অন্যতম। ধান বা চাউল ধাৰলৈ দিয়াৰ নিয়ম আছে যদিহে ধৰুৱাই ধাৰ দিওঁতাৰ খেতিৰ কামত সহায় কৰি দিয়ে। ধাৰ পৰিশোধ কৰাৰ উদ্দেশ্যে কৰা কামৰ সময়ত অতিৰিক্তভাৱে কোনো ধৰণৰ খোৱা-বোৱা দিয়াৰ ব্যৱস্থা নাই। ঋণ দাতাই ঋণকৃতক যিকোনো সময়তে কাম কৰিবলৈ মাতিব পাৰে। এই ক্ষেত্ৰত ধৰুৱাজনে নিজৰ খেতিত সময়মতে মনোযোগ দিব নোৱাৰি আশা অনুৰূপে ফচল পোৱাৰ পৰা বঞ্চিত হ'ব লাগে। গাৰো সমাজত এই ধৰণৰ ঋণ ব্যৱস্থা সংখ্যা বেছি হ'লে অৰ্থনৈতিক বিকাশত যথেষ্টভাৱে বাধাৰ সন্মুখীন হ'ব লগা হয়। ইয়াৰোপৰি আন একপ্ৰকাৰ ঋণ ব্যৱস্থা আছে যে শস্য অথবা বীজ ধাৰলৈ লৈ বৰ্ধিত পৰিমাণত ঘূৰাই দিব লাগে। খেতি চপোৱাৰ সময়ত চুক্তি অনুসৰি বৰ্দ্ধিত পৰিমানৰ সৈতে শস্য অথবা বীজ ঘূৰাই দিয়া হয়। বৰ্ধিত পৰিমানখিনি সূত হিচাপে ধাৰণা কৰা হয়।

গাৰোসকলৰ ঘৰ সজাৰ ক্ষেত্ৰতো এক সুকীয়া পৰম্পৰা আছে। ঘৰবিলাক

আহল-বহল আৰু নিৰ্দিষ্ট শৈলীৰে সজা হয়। সেয়েহে গাৰো ঘৰ সাজিবলৈ সৰহসংখ্যক বনুৱাৰ প্ৰয়োজন। কোনো পৰিয়ালে ঘৰ সজাৰ খবৰ পোৱাৰ লগে লগে গাৰৰ আন পৰিয়ালৰ লোকে বনুৱা ৰূপে কাম কৰি দিয়ে। সেইবোৰৰ ভিতৰত গৃহস্থৰ একেবাৰে ঘনিষ্ঠ সম্পৰ্ক থকা লোকে নিজ ঘৰৰ পৰা খোৱা বস্তু আৰু মদ লগত লৈ আহে গৃহস্থৰ খৰচৰ সহায় কৰাৰ উদ্দেশ্যে। কাৰণ গৃহস্থই আটাইবোৰ বনুৱাৰে খোৱাৰ ব্যৱস্থা কৰিব লাগে। গাৰো সমাজত গাঁওবাসী লোকৰ চৰম ত্যাগৰ বিনিময়ত এটা ঘৰ গঢ়ি উঠে। গাৰো সমাজত থকা এই ব্যৱস্থা পাৰিশ্ৰমিক বিনিময়ৰ ভাৰসাম্য ৰক্ষাৰ এক সুন্দৰ পৰম্পৰাৰ পৰিচয় পৰিয়ালবোৰে ইটোৱে আনটোৰ ক্ষেত্ৰত প্ৰয়োজন হ'লে নিজে শ্ৰম বিনিময় কৰে। কেতিয়াবা এই বিনিময় সম পৰিমাণৰ নহ'লেও কোনেও কাৰো ওপৰত লাভ কৰাৰ মানসিকতা নাথাকে।

গাৰো পৰিয়ালবোৰৰ মাজত থকা আন্তঃসম্পৰ্কই অৰ্থনৈতিক বিকাশত কিছু পৰিমাণে বাধা আৰোপ নকৰা বুলি ক'ব নোৱাৰি। এটা Aking ৰ অন্তৰ্গত মাটি-বাৰী সকলোৰে সমূহীয়া হোৱাত কোনো পৰিয়ালৰে অবাধ স্বাধীনতা তথা নিজস্ব নাথাকে। ব্যক্তিগতভাৱে অৰ্থনৈতিক বিকাশ নহয়। এফালে জীৱিকাৰ প্ৰয়োজন আনহাতে সম্বন্ধীয়লোকৰ সৈতে সমূহীয়াভাৱে জীয়াই থকাৰ ৰীতি নীতি, দুয়োটাই একেলগে সহাৱস্থান কৰি আছে গাৰোসমাজৰ পৰম্পৰা অব্যাহত ৰাখিছে।

স্বতন্ত্ৰতা গাৰোসকলৰ মাজত কাচিৎহে পোৱা যায়। পাৰম্পৰিক ভাৱে আদান-প্ৰদান হোৱাটো তেওঁলোকৰ সমাজত আটাইতকৈ আদৰণীয়। ভালেই হওক বা বেয়াই হওঁক আটাইবোৰ কামৰ ফলাফল সম্বন্ধীয়লোকৰ মাজত আদান প্ৰদান হয়। কোনো লোকে কিবা কাৰণত জৰিমনা ভৰিব লগা হ'লে মাহাৰীয়ে দায়িত্ব বহন কৰিব লগীয়া হয়। একেদৰে কোনো লোকে বৰঙণি লাভ কৰিলেও মাহাৰীয়ে সমানে তাৰ অংশ পায়। অনাথ বা অভাৱী লোকক মাতৃসম্বন্ধীয় লোকে সুৰক্ষা দিয়াকে গাৰো সকলৰ এক পৰম্পৰা। মাহাৰীৰ অন্তৰ্গত কোনো ব্যক্তিয়ে আন ব্যক্তিৰ প্ৰতি প্ৰতিবাদ কৰিলে মাহাৰীৰ আটাইতকৈ জ্যেষ্ঠজনক সমাধান কৰিবলৈ দিয়া হয়। একে "আখিং (Aking) ৰ মাজত প্ৰতিবাদ হ'লেও আখিং'ৰ জ্যেষ্ঠজনে Nokma ৰ লগত লগ লাগি সমাধান কৰে। এই ধৰণৰ সমাজ ব্যৱস্থা বৃটিছসকলৰ আগমনৰ পিছতো অব্যাহত আছিল।

গাৰো সমাজৰ বিবাহ আইনৰ পৰম্পৰা অতি মন কৰিবলগীয়া। গোত্ৰ, উপ-গোত্ৰ, মাহাৰী পৰিয়াল আৰু সিহঁতৰ মালিকীস্বত্বৰ মাজত হোৱা লেন দেন অথবা আদান প্ৰদান বংশধৰ গৰাকীক কেন্দ্ৰ কৰি চলি থাকে। গাৰোসকলৰ মাজত জীয়ৰীয়ে দেউতাকৰ ভাগিনী অথবা অভিজাকৰ মাজৰ পৰা নিজৰ স্বামী নিৰ্বাচন





কৰি লোৱাটো এক পৰম্পৰা। তেতিয়া জীয়ৰীগৰাকী দেউতাকৰ পূৰ্বৰ পৰিয়ালৰ বাবে বংশধৰ (Akim) হৈ পৰে।

পৰিয়ালৰ সম্পত্তি বৃদ্ধি কৰা আৰু সম্পত্তি চলোৱাত Akim-এ প্ৰধান ভূমিকা গ্ৰহণ কৰিব লাগে। গাৰোসকলৰ মাজত বহুবিবাহ নিষিদ্ধ। নিৰ্দিষ্ট নিয়মৰ বাহিৰে বিধৱাসকলে দ্বিতীয় বিবাহ কৰিব নোৱাৰে। গাৰোসকলৰ মৰ্যাদা লাভৰ ক্ষেত্ৰতো মাহাৰীসকলৰ মাজত থকা অন্তঃসম্পৰ্ক তথা মাহাৰীৰ ব্যক্তিত্ব আৰু আধিপত্য বিস্তাৰৰ দ্বাৰা। এগৰাকী Akim ব্যক্তিগত ভাৱে মৰ্যাদা লাভ কৰে। সমাজত সকলো লোকে সমভাৱে মৰ্যাদা লাভ নকৰে কোনো বিশেষ আঁচনিৰ বাবে Akim ৰ লগত জড়িত হৈ পৰিলে Nokma ৰ দ্বাৰা সমাজত এক মৰ্যাদা পাবলৈ সুযোগ পায়। অন্য লোকে কোনো বিশেষধৰণৰ কাৰ্য অথবা বিনিময়ৰ দ্বাৰাহে সমাজত এক মৰ্যাদা লাভ কৰিব পাৰে।

Nokma নিৰ্বাচনতো এক বিশেষ পৰম্পৰা আছে। ব্যক্তিগতভাৱে কোনেও Nokma হ'ব নোৱাৰে। প্ৰত্যেক আখিঙৰ Nokma পৰিয়াল অনুসৰি অধিষ্ঠিত হৈ থকা Nokma ৰ বংশৰক্ষাকাৰী জীয়াৰীৰ স্বামীয়ে পৰৱৰ্তী সময়ত Nokma ৰূপে অধিষ্ঠিত হ'ব পাৰে। অন্য লোকেও Nokma হ'ব পাৰে। তেওঁক Gana Nokma বোলা হয়। Aking ৰ মানুহবোৰ লগ হৈ উৎসৱ পাতি Gana Nokma অধিস্থিত কৰে। প্ৰকৃত Nokma ৰ দৰে Gana Nokma আধিপত্য বিস্তাৰ কৰিব নোৱাৰে, কেৱল উৎসৱ-পৰ্ব সময় মতে পতাৰ বাবে Gana Nokma পতা হয়। তেওঁৰ পদবীটো এটা অলংকাৰৰ দৰে। কিন্তু তেওঁক যথাবিহিত মৰ্যাদাৰ লগতে সন্মান প্ৰদান কৰা হয়।

গাৰো সমাজৰ এক প্ৰাচীন পৰম্পৰা হ'ল শিৰচ্ছেদ কৰা। এওঁলোকৰ বাবে শিৰচ্ছেদ এক বীৰত্বময় কৰ্ম। এজন লোকে মানুহৰ শিৰ সংগ্ৰহ আৰু সংৰক্ষণ কৰি বীৰত্বৰ মৰ্যাদা লাভ কৰে। বৰ্তমান এই পৰম্পৰা নাইকিয়া হৈ পৰিছে।

গাৰোসকলৰ পৰম্পৰাগত অৰ্থনীতি আছিল জীৱিকা কেন্দ্ৰিক। আনহাতে জীৱিকা আছিল অদল বদল কৰা কৃষিভিত্তিক। বৰ্তমান পৰম্পৰাগত অৰ্থনীতিয়ে পৰিৱৰ্তিত হৈ নতুন ৰূপত ওলাই আহিছে। পূৰ্বতে গাৰোপাহাৰৰ মাটি প্ৰায়ভাগে সাৰুৱা, উৰ্বৰা আছিল আৰু প্ৰচুৰ শস্য উৎপাদন হৈছিল। অনাটন তেওঁলোকৰ সমাজত কেতিয়াও নহৈছিল। এটা সৰু পৰিয়ালে এবছৰ চলিবলৈ ৩-৪ বিঘা মাটিত খেতি কৰিলেই যথেষ্ট আছিল।

সময়ৰ লগে লগে গাৰো সমাজত জনসংখ্যা বৃদ্ধি পালে। এটা সীমিত পৰিসৰৰ মাটিত খেতি কৰা ব্যৱস্থাৰ ওপৰত নিৰ্ভৰশীল সমাজখনত কিছুমান সমস্যাই দেখা

দিলে। মাটিৰ উৰ্বৰাশক্তিৰ হ্ৰাস, বনাঞ্চল ধ্বংস, নদীৰ বুকু বাম হোৱা আদি ভালেমান ধ্বংসমুখী সমস্যাৰ সৃষ্টি হ'ল। ঝুম খেতিৰ পৰা পৰ্যাপ্ত পৰিমানে পোৱাটো সমস্যা হৈ পৰিল। ফলত আধুনিক পদ্ধতিৰে কৃষি কৰ্ম কৰাৰ প্ৰতি বাধ্য হৈ পৰিল। সমূহীয়াভাৱে হাবি বননি পোৰা কাৰ্যৰ সলনি হ'বলৈ আৰম্ভ কৰিলে। গাঁও অঞ্চলত খেতিৰ বাবে একো টুকুৰা ঠাই নিৰ্বাচন কৰি ব্যক্তিগত ভাবে প্ৰস্তুত কৰি লোৱাৰ ব্যৱস্থা হ'ল। সমূহীয়া স্বাৰ্থত শুকান গছগছনি পোৰা কাৰ্য বন্ধ হ'ল। লগে লগে বনপোৰা জুইৰ পৰা হোৱা অঘটনসমূহ কমি আহিল।

পূৰ্বতে গাঁওবোৰত নিজৰ আখিঙৰ ভিতৰত এটা বছৰত যিকোনো দুটুকুৰা ঠাইত খেতি কৰিব পাৰিছিল। সমূহীয়া কৃষিকৰ্ম কৰা ব্যৱস্থাৰ বিপৰীতে বৰ্তমান কোনো পৰিয়ালৰ খেতি কৰাৰ বাবে লোক নাথাকিলে মাটি চন পৰি থাকিবলৈ ল'লে। শ্ৰমৰ বিনিময়ত টকা-পইচাৰ লেনদেন হোৱাত সমূহীয়াভাৱে কৰা পৰম্পৰাগত কৃষি ব্যৱস্থাৰ অন্ত পৰিল।

খেতিৰ বাবে উপযোগী ওখ-চাপৰ অসমান ঠাইৰ ভাগ-বটোৱাৰা কৰি লোৱা ব্যৱস্থাৰো সলনি হ'ল। যিবোৰ ঠাইত দুবছৰকৈ ঝুমখেতি কৰা হৈছিল সেইবোৰ খেতি সৰু সৰু টিলাবোৰলৈ স্থানান্তৰ কৰা হয়। ঠাইৰ সলনিৰ লগে লগে ঝুম খেতিৰো পৰিবৰ্তন হ'ল। টিলাৰ ওপৰৰ দুবছৰীয়া ঝুম খেতি কৰি উৎপাদন বেছি হয় বুলি গাৰো লোকৰ মাজত দৃঢ় বিশ্বাস।

খেতিৰ বাবে নতুনকৈ মাটি প্ৰস্তুত কৰি লোৱাৰ বিষয়ে তেওঁলোক অৱগত নহয়। ফলত সেই একেডৰা মাটিতে অদল-বদল কৰি খেতি কৰি থকা পদ্ধতিটো চলি আছে। বৰ্তমান গাঁওবোৰত আধাখিনি লোকে অস্থায়ীভাৱে আৰু আধাখিনিয়ে স্থায়ীভাৱে খেতি কৰিবলৈ লৈছে।

ব্ৰিটিছসকল পশ্চিম গাৰোপাহাৰৰ তুৰা অঞ্চল ঢুকি পোৱাৰ পিছৰে পৰা অঞ্চলটোৰ সম্প্ৰসাৰণ হ'বলৈ আৰম্ভ কৰে যদিও মেঘালয় সুকীয়া ৰাজ্য ৰূপ স্বীকৃতি পোৱাৰ পিছত ১৯৭২ চনৰ পিছৰ পৰা তুৰা অঞ্চলে যথেষ্টভাবে সম্প্ৰসাৰিত হ'বলৈ আৰম্ভ কৰিলে। সম্প্ৰসাৰিত তুৰাক কৰি গাৰোসমাজত যথেষ্ট পৰিৱৰ্তন হ'ল। সম্প্ৰসাৰিত তুৰাত ৰন্ধা-বঢ়াৰ কাৰণে খৰিৰ প্ৰয়োজন হৈ পৰিল। বনপোৰা জুইৰ আধা পোৰা কাঠৰ টুকুৰাবিলাক সংগ্ৰহ কৰি গাৰোপাহাৰৰ বিভিন্ন অঞ্চলৰ পৰা, বিশেষকৈ পূব অঞ্চলৰ পৰা বিক্ৰি কৰাৰ উদ্দেশ্যে অনাৰ আৰম্ভণি হ'ল। গাঁৱলীয়া লোকে খৰিৰ বিনিময়ত কাঠ বিক্ৰী কৰি নগদ টকা-পইচা পোৱাৰ সুযোগ লাভ কৰিলে। পৰম্পৰাগত সমাজ ব্যৱস্থাত বয়বস্তু আৰু শ্ৰম বিনিময়ৰ যি ব্যৱস্থা আছিল টকা-পইচাৰ লেনদেনে নাইকীয়া কৰিলে বৃটিছ সকল তুৰা অঞ্চলত প্ৰবেশ





কৰাত তেওঁলোকৰ বয়বস্তু অনা নিয়াৰ কাৰণে ভৈয়ামৰ পৰা কুলি লৈ আনিছিল টকা-পইচাৰ বিনিময়ত। এইদৰে গাৰোপাহাৰত বনুৱাৰ পাৰিশ্ৰমিক ৰূপে টকা-পইচাৰ লেনদেন আৰম্ভ হৈছিল। সেই সময়ত একেবাৰে সীমিতসংখ্যক লোকেহে তুৰা অঞ্চললৈ কাম বিচাৰি যাব পাৰিছিল। বৰ্তমান গাৰো সমাজত আত্মীয় লোক হ'লেও তেওঁলোকৰ মাজত পৰম্পৰাগত শ্ৰম ব্যৱস্থাৰ প্ৰচলন নাই।

শ্ৰমৰ বিনিময়ত দৈনিক হাজিৰা ব্যৱস্থাৰ প্ৰচলন হ'ল। বৰ্তমান কিছুমান কাম ঠিকাভিত্তিত কৰাৰ ব্যৱস্থা হৈছে। ঠিকাভিত্তিক কামত ঠিকাদাৰ আৰু বনুৱাই একেলগে চৰকাৰৰ পৰা টকা-পইচা লাভ কৰিবলৈ আৰম্ভ কৰিলে। কৃষিকৰ্মতো ঠিকা ভিত্তিক কামৰ প্ৰচলন হৈছে। ফলত গৃহস্থই শাৰীৰিক তথা মানসিক ৰোগৰ পৰা আঁতৰি থাকিবলৈ আৰম্ভ কৰিলে।

পৰম্পৰাগত গাৰো সমাজৰ কৃষি ভিত্তিক জীৱিকাৰ উপৰি সময়ৰ লগে লগে গাৰোসকলে অন্যান্য কিছুমান জীৱিকাৰ উপায় বিচাৰি ল'লে। গাৰোসকলৰ মূলত ঃ পৰিয়ালৰ গৃহস্থজনৰ জীৱিকাক কেন্দ্ৰ কৰি পৰিয়ালৰ আন সদস্যসকলৰ জীৱিকা নিৰ্ভৰ কৰে। এওঁলোকৰ জীৱন নিৰ্বাহত যৌথ প্ৰচেষ্টা এক সুকীয়া বৈশিষ্ট্য গৃহস্থজনৰ জীৱিকাত পৰিয়ালৰ আন সদস্যই পূৰ্ণ সহযোগিতা আগবঢ়ায়। পৰিয়ালৰ মুৰব্বীজন বেলেগ মাহাৰী বা বেলেগ গাঁৱৰ হ'লেও শহুৰেকৰ ঘৰ তেওঁ লোকৰ কৰ্মৰ মাজত সোমাই পৰে।

সময়ৰ পৰিৱৰ্তনৰ লগে লগে জীৱিকাৰ কৰ্মও পৃথক হৈ পৰিছে। কাৰণ কোনো ব্যক্তিৰ শহুৰেকৰ কৰ্মৰ লগত হুবহু নিমিলিবও পাৰে। পূৰ্বতে বিশেষকৈ প্ৰাক-স্বাধীনতাৰ কালছোৱাত গাৰোসকলৰ প্ৰধান জীৱিকা আছিল ঝুম খেতি। স্বাধোত্তৰ যুগত প্ৰশাসনিক ব্যৱস্থাই কৃষি কৰ্মৰ উপৰি বিভিন্ন আচনি যুগুত কৰি নতুন নতুন জীৱিকাৰ উপায় উলিয়াইছে। চৰকাৰী চাকৰি, ব্যৱসায় আদি নতুন নতুন জীৱিকা হৈ পৰিল। আনকি কৃষি কৰ্মকো যথেষ্ট আধুনীকৰণ কৰি জীৱিকাৰ উপায় অধিক উন্নত কৰি তুলিলে। ফলত গাৰোসমাজত জীৱিকা গাঁথনিক ভাবে সলনি হৈ পৰিল। পৰম্পৰাগত অৰ্থনীতি স্বাধীনচেতীয়া ভাবে জীৱিকা অৰ্জন কৰা পদ্ধতি চৰকাৰ অথবা জিলা প্ৰশাসন অথবা কোনো বেচৰকাৰী প্ৰতিষ্ঠানৰ দ্বাৰা পৰিচালিত জীৱিকাত নাইকীয়া হৈ পৰিল। উল্লেখনীয় যে চৰকাৰী চাকৰিয়ালবোৰৰ উপাৰ্জনৰ নিৰাপত্তা, অবসৰৰ পিছত পেঞ্চন আদিৰ ব্যৱস্থাই নতুন জীৱিকাসমূহক যথেষ্ট উন্নত কৰি তুলিলে কৃষিভিত্তিক জীৱীকাতকৈ চৰকাৰী চাকৰিয়ালৰ কৰ্ম তুলনা মূলক ভাবে কম বিৰক্তিদায়ক আৰু মৰ্যাদাপূৰ্ণ বুলি ধাৰণা কৰা হয়। ফলস্বৰূপে জীৱিকা হিচাপে কৃষি কৰ্মৰ চাহিদা গাৰোসমাজত হ্ৰাস পালে। নিৰাপত্তা পূৰ্ণ তথা মৰ্যাদাপূৰ্ণ জীৱিকাৰ

প্ৰতি আগ্ৰহী হৈ পৰিল।

কৃষিজীৱীসকলে ঝুম খেতিৰ উপৰি কল, তামোল, আনাৰস, কঠাল, আম, নেমুটেঙা আৰু বিভিন্ন শাক-পাচলি কৰাৰ প্ৰতি আগ্ৰহী হৈ পৰিল। তুৰা অঞ্চলত বজাৰৰ চাহিদা বঢ়াৰ লগে লগে ফলমূল অথবা শাক-পাচলি বিক্ৰী কৰা কাৰ্য একোটা পৰিয়ালৰ জীৱিকা নিৰ্বাহৰ উৎস হৈ পৰিল। নিৰাপত্তাপূৰ্ণ জীৱিকা থকাৰ উপৰিও কিছুসংখ্যক লোকে তামোল, কল, আনাৰস আদিৰ খেতি কৰি চাহ অথবা গেলামালৰ দোকান আদি দি ব্যৱসায় কৰি অতিৰিক্ত উপাৰ্জন কৰাৰ মানসিকতা গঢ় লৈ উঠিল। গাৰো সমাজত থকা ধৰ্মীয় ৰীতি-নীতি আৰু উৎসৱ পৰ্বত জীৱ জন্তু উৎসৰ্গ কৰা পৰম্পৰা আছে। প্ৰচলিত পৰম্পৰা সাপেক্ষে কুকুৰা, ছাগলী, শহাপহু আদি পোহা হৈছিল আৰু খাদ্যলৈ পৰিণত হৈছিল। সময়ৰ লগে লগে জীৱ-জন্তুৰ মাংসৰ চাহিদা বঢ়াত জীৱ-জন্তু তথা তাৰ মাংস বিক্ৰী কৰি জীৱিকা নিৰ্বাহ কৰাৰ পৰম্পৰা গঢ় লৈ উঠিল।

মঙ্গোলীয় হিচাপে গাৰো লোকৰ মাজত গাখীৰৰ ব্যৱহাৰ নাছিল। বৰ্তমান গাৰোসকলে গাখীৰ খাবলৈ আৰম্ভ কৰিছে। তেওঁলোকে গাখীৰেৰে বনোৱা বেছি মিঠা চাহ খাবলৈ ভাল পায়। ল'ৰা-ছোৱালীৰ স্বাস্থ্যৰ উন্নতিৰ বাবেও গাখীৰৰ প্ৰয়োজনীয়তা সম্পৰ্কে সচেতন হৈ পৰিছে। লগে লগে গ্ৰামাঞ্চলবোৰত গাখীৰৰ চাহিদা বাঢ়িছে। ফলত গাখীৰৰ বাবে গাইগৰু, ছাগলী আদি পুহিবলৈ আৰম্ভ কৰিছে। ১৯৮৫ চনৰ ইম্পিৰিয়েল গেজেটত উল্লেখ আছে যে গাৰো পাহাৰত কোনোধৰণৰ স্থানীয় উৎপাদন নাছিল। পৰৱৰ্তী সময়ত গাৰোসকলে অসমীয়া আৰু বঙালীৰ আৰ্হিত পুৰুষ আৰু মহিলাৰ বাবে কাপোৰ ব'বলৈ শালৰ ব্যৱহাৰ কৰিছিল।" শালৰ ব্যৱহাৰে গাৰোসকলৰ পৰম্পৰাগত জীৱনধাৰাত যথেষ্ট ভাৱে পৰিৱৰ্তন আনিলে। মহিলাসকলো যথেষ্ট আগ্ৰহী হৈ পৰিল। কিন্তু ই জীৱিকাৰূপে নিয়মীয়া নহ'ল। কাৰণ গাঁও অঞ্চলত বেছিভাগ পৰিয়ালেই কৃষিজীৱি। দিনটোৰ বেছিভাগ সময় ঝুমখেতিত জড়িত হ'ব লাগে। ফলত শাল ববলৈ সময়ৰ অভাৱ। আন এটা কাৰণ হ'ল আৰ্থিক ভাবে দুৰ্বল। কাপোৰ ব'বলৈ যিমানখিনি সজুলিৰ প্ৰয়োজন, ইচ্ছুকসকলো লোকৰ পক্ষে সম্ভৱ নহয়। তাত শালৰ চাহিদা কমি যোৱাৰ অন্য এক কাৰণ হ'ল, মহিলাৰ প্ৰধান পোছাক Dakmanda যথেষ্টখিনি অসম আৰু বংগদেশৰ পৰা আমদানি কৰা হয়।

সভ্যতাৰ অগ্ৰগতিৰ লগে লগে প্ৰত্যেক জাতি, সম্প্ৰদায়ৰে সাংস্কৃতিকভাৱে পৰিৱৰ্তন হৈছে। গাৰো সম্প্ৰদায়ৰ মাজত অন্যান্য কিছুমান জীৱিকাৰ উপায় আছে যদিও পূৰ্বৰ পৰম্পৰাগত সমাজখনত সেইবোৰ অৱলম্বন কৰা হোৱা নাছিল।





সেইবোৰৰ ভিতৰত ডাক্তৰ, মিস্ত্ৰী, ধুবী, মুচি, নাপিত, চুইপাৰ ইত্যাদিবোৰৰ বিষয়ে উল্লেখ কৰিব পাৰি। জীৱনধাৰণৰ মান অনুসৰি এওঁলোকৰ মাজত ভিন ভিন জাতিৰ সৃষ্টি হোৱা নাছিল। জাতিবৰ্নহীন গাৰো সমাজখনত বেমাৰৰ চিকিৎসাৰ নামত গাঁৱলীয়া বনদৰব আৰু জৰা-ফুকা কৰা বেজৰহে ব্যৱস্থা আছিল। বৰ্তমানৰ নিচিনা চিকিৎসা আৰু চিকিৎসকৰ ব্যৱস্থা নাছিল। মিস্ত্ৰীৰ দ্বাৰা বনোৱা আচবাব পত্ৰৰ ব্যৱহাৰ নাছিল। গাৰোপাহাৰ জলবায়ুৰ ফালৰ পৰা খুউব ঠাণ্ডা ঠাই। অতিশয় ঠাণ্ডাৰ মানুহে কাপোৰ কানি খুববৰ বাবে ইচ্ছা নকৰিছিল। পুৰুষে হওঁক বা মহিলাই হওঁক চুলিবোৰ দীঘলকৈ ৰাখিছিল আৰু চুলি কটাৰ ব্যৱস্থা নাছিল। জোতা চেণ্ডেল হিচাপ কৰিব দিনৰ আগৰ পৰাহে পিন্ধিবলৈ আৰম্ভ কৰিছে। গতিকে জোতা চেণ্ডেল ভালকৰিবলৈ মুচিৰ প্ৰয়োজন নাছিল। গাৰোলোকসকলৰ খোলা ঠাই শৌচাগাৰ হিচাপে ব্যৱহাৰ কৰে। বৰ্তমানৰ নিচিনা নিৰ্দিষ্ট ঠাইত সুব্যৱস্থা কৰি শৌচাগাৰ হিচাপে ব্যৱহাৰ কৰাৰ ব্যৱস্থা নাছিল। শৌচাগাৰৰ প্ৰয়োগৰ পিছতহে চুইপাৰৰ সৃষ্টি হ'ল। বৰ্তমান সময়ৰ পৰিৱৰ্তনৰ লগে লগে জীৱন ধাৰণৰ মানদণ্ড উন্নত হৈ পৰিল। নতুন নতুন বিষয়ৰ লগত, জড়িত হৈ পৰি । সাংস্কৃতিক ভাবে যথেষ্ট উন্নত হৈ পৰিল। নতুন নতুন কৰ্মৰ সৃষ্টি হ'ল আৰু জীৱিকাৰ পথো ভিন ভিন দিশেৰে উন্মোচিত হ'বলৈ আৰম্ভ কৰিলে।

বৃটিছসকল ভাৰতবৰ্ষলৈ অহাৰ পিছত বিশেষকৈ গাৰোপাহাৰ অঞ্চলত প্ৰৱেশ কৰাৰ পিছত গাৰোসমাজত থকা পৰম্পৰা সমূহৰ ভালেখিনি পৰিৱৰ্তন হ'ল। গাৰোসমাজত মন কৰিব লগীয়া পৰম্পৰা হ'ল ভূস্বত্ব সমাজৰ দ্বাৰা নিয়ন্ত্ৰিত। সমাজত Akim ৰ লগত ওতঃপ্ৰোতঃভাবে জড়িত হৈ থাকে। ভূস্বত্ব নিয়ন্ত্ৰণত Akim একচেতীয়া অধিকাৰ। Akim ৰ দ্বাৰা ভূ বিতৰণত সমতাৰ মাত্ৰাৰ কেতিয়াবা তাৰতম্যও ঘটে। এই ক্ষেত্ৰত সমাজত যে অ-যোৱাহৰ সৃষ্টি নহয় তেনে নহয়। আখিমৰ দ্বাৰা বিতৰণৰ পিছত কিছুমান মাটি অব্যৱহৃত ভাবে থাকি যায়। অব্যাৱহৃত ভূমি Nokma ৰ শুভদৃষ্টি সম্পন্ন ব্যক্তিয়ে হে লাভ কৰিব পাৰে। কোনো পৰিয়ালে ঝুম খেতিৰ বাবে প্ৰতিবছৰে একেখিনি ঠাইকে মোকলাই লৈ খেতি কৰিলে ঠাই বা মাটি টুকুৰাক সেই পৰিয়ালৰ বাবে নিৰ্দিষ্ট কৰা হয়। মাটিৰ উপৰি অন্যান্য প্ৰাকৃতিক সম্পদৰ ক্ষেত্ৰতো ব্যক্তিগত ভাবে ব্যৱহাৰ কৰা সম্পদৰ ওপৰত ব্যক্তিৰ সম্পূৰ্ণ; অধিকাৰ সাব্যস্ত কৰা হয়। অৱশ্যে কিছুমান সম্পদৰ ওপৰত সমূহীয়া অধিকাৰহে সাব্যস্ত কৰা হয়। Akim ৰ দ্বাৰা নিয়ন্ত্ৰিত, Nokma দ্বাৰা বিতৰণ কৰা ভূসম্পত্তি বিক্ৰি কৰা অথবা সালসলনি কৰাৰ অধিকাৰ নাথাকে। Nokma আৰু মাহাৰীৰ জেষ্ঠ্যজনে লগহৈ ভূসম্পত্তিৰ ৰক্ষণা-বেক্ষণ দিব লাগে। কেতিয়াবা আখিংৰ

বহিৰৰ কোনো দম্পত্তিয়ে কোনো আখিংৰ ভিতৰত সোমাব খুজিলে, নিয়ম অনুসৰি মাচুল জমা দি আখিংৰ অন্তৰ্ভূক্ত হ'ব পাৰে। বৃটিছসকলৰ শাসন ব্যৱস্থাই গাৰোসমাজৰ এই পৰম্পৰা সমূহ সলনি কৰি পেলালে। ঘৰৰ ওপৰত অযথা কৰ জাপি দি পৰম্পৰাগত স্বাভাৱিক অধিকাৰ সমূহ কাঢ়ি ল'লে। ভূমিৰ ৰাজহ লোৱা নাছিল যদিও বিভিন্ন আখিংৰ অৰ্ন্তগাত ১৩৯ বৰ্গ মাইল মাটি বনাঞ্চল ঘোষণা কৰি গাৰোলোকৰ অধিকাৰ সৰ্ব কৰিছিল। ১৮৮২ চনৰ আইন অনুসৰি উপৰি অন্যান্য প্ৰাকৃতিক সম্পদ যেনে হাতী, ইয়াক, অগৰু গছ বাহ গছ আদিৰ মহলৰ ওপৰত আধিপত্য বিস্তাৰ কৰিছিল। আনকি বৃটিছসকলে বেছা-কিনা কৰাৰ অধিকাৰো সাব্যস্ত কৰিছিল। গাৰোসকলে কেৱল প্ৰয়োজনীয় সম্পদখিনিহে ব্যৱহাৰ কৰাৰ সুযোগ পাইছিল।

ইয়াৰোপৰি বৃটিছসকলে গাৰোসকলৰ ভূসম্পত্তি Aking ৰ চাৰিসীমা নিৰ্দ্ধাৰণ কৰি দিছিল। আখিং সম্পৰ্কে মানিব লগীয়া বিভিন্ন নিয়মাৱলীও দাঙি ধৰিছিল। অৱশেষত প্ৰত্যেক ভূসম্পত্তিৰ বাবে একো একোজন স্বত্তাধিকাৰী পাতি দিছিল। সময়ৰ লগে লগে গাৰোসমাজত থকা ভূসম্পত্তিৰ কিছু অংশ চৰকাৰী খাচ ভূমিৰূপে চিহ্নিত কৰা হৈছিল। ১৯২৫ চনত গাৰোসমাজত পোন প্ৰথমবাৰৰ বাবে Nokma ৰ পৰা মাটি কিনা ব্যৱস্থাৰ আৰম্ভণী হৈছিল আৰু ১ নং মৌজা ৰূপে চিহ্নিত হৈছিল। বৰ্তমান প্ৰশাসনীয় নীতি-নিয়মৰ অনুকৰণত গাৰোসমাজৰ নিয়ম কানুন মানি চলা হয়।

বৃটিছসকল অসমত প্ৰবেশ কৰি প্ৰশাসনৰ লগতে জনজাতীয় লোকসকলৰ মাজত ধৰ্মপ্ৰসাৰৰ প্ৰচেষ্টা চলাইছিল। খ্ৰীষ্টান ধৰ্মত দীক্ষিত হ'বলৈ আৰম্ভ কৰি বৰ্তণান গাৰোসকলৰ সৰহ সংখ্যক লোকেই খ্ৰীষ্ট ধৰ্মাৱলম্বী হৈ পৰিল। খ্ৰীষ্ট ধৰ্ণৰ প্ৰাধান্যই গাৰোসকলক পুৰণি পৰম্পৰাৰ পৰা বহুখিনি আতৰাই নিলে। পুৰণি সমাজব্যৱস্থাৰ পৰিৰ্বতন হৈ পৰিল।





# টাই-খাময়াং জনজাতি ঃ সমীক্ষাত্মক অধ্যয়ন

ড° বলীন সন্দিকৈ

অসমত বসবাস কৰি থকা বিভিন্ন জনগোষ্ঠীসমূহৰ ভিতৰত এটি উল্লেখযোগ্য জনগোষ্ঠী হৈছে টাই জনগোষ্ঠী। নৃতাত্বিক বিচাৰত এই জনগোষ্ঠীৰ লোকসকল মংগোলীয় গোষ্ঠীৰ আৰু ভাষাতাত্বিক বিচাৰত চীন-তিব্বতীয় ভাষা পৰিয়ালৰ শ্যামচীন বা থাইচীন শাখাৰ অন্তৰ্গত। এই থাইচীন শাখাৰ লোকসকলকেই অসমত 'টাই' নামেৰে জনা যায়। বৰ্তমান টাই গোষ্ঠীৰ লোকসকলে চীনৰ সোৱাঝি ৰাজ্যৰ পৰা আৰম্ভ কৰি ভাৰতৰ উত্তৰ-পূব প্ৰান্তত থকা অসম, আৰু তাৰো পূবত থকা হাইনান দ্বীপলৈকে বিয়পি আছে। মুঠতে চীনৰ দক্ষিণ অঞ্চল, লাওচ, উত্তৰ ভিয়েটনাম, থাইলেণ্ড আৰু ম্যানমাৰ আদি ঠাইত এই টাইভাষী লোকসকলে বসবাস কৰি আছে। বিভিন্ন ঠাইত বসবাস কৰা টাইসকলক বিভিন্ন নামেৰে জনা যায়[১]।

অসমলৈ প্ৰব্ৰজন কৰা টাইসকলৰ ভিতৰত আহোমসকলেই আটাইতকৈ পুৰণি। টাই-আহোমসকলে ১২২৮ খ্ৰীষ্টাব্দত পাটকাই পৰ্বত পাৰ হৈ অসমলৈ আহে। তেওঁলোকে ছশবছৰ অসমত ৰাজত্ব কৰে। টাই-আহোমসকলে তেওঁলোকৰ ৰাজ্য প্ৰসাৰ আৰু জনপ্ৰিয়তাৰ উদ্দেশ্যেই নিজ ভাষা আৰু ধৰ্ম ত্যাগ কৰি অসমীয়া ভাষা আৰু হিন্দু ধৰ্ম গ্ৰহণ কৰে। তেওঁলোকে ৰাজ্য স্থাপন কৰা বহু বছৰৰ পাছত প্ৰায় অষ্টাদশ শতিকাৰ শেষৰফালে টাই গোষ্ঠীয় ঠালৰ কেইটামান দলে অসমত প্ৰৱেশ কৰে। তেওঁলোকেই পাছলৈ টাই-খামতি, টাই-ফাকে, টাই-খাময়াং, টাই-আইটন আৰু টাই-টুৰুং আদি থলুৱা নামেৰে পৰিচিত হয়[২]।

**নৰা আৰু খাময়াং শব্দ ঃ**

টাই-খাময়াংসকলক পূৰ্বতে 'নৰা' নামেৰে জনা গৈছিল। 'নৰা' নামটো

সম্ভৱতঃ থলুৱা মানুহে দিছিল। ভালেমান অসম বুৰঞ্জীতো 'নৰা' নামটোৰ উল্লেখ আছে[৩]। কিন্তু খাময়াংসকলে নিজকে 'খাময়াং' বুলিহে পৰিচয় দি ভাল পায়[৪]।

খাময়াংসকলে এসময়ত পাটকাইৰ পাদদেশত অৱস্থিত 'নংখেউ নক্‌জাং'ত বসবাস কৰিছিল। 'তাই খাময়াং বুৰঞ্জী'ৰ এঠাইত উল্লেখ আছে যে 'নংখেউ নং নক্‌জাং' নামৰ যিখন ঠাই আছে সেই ঠাইখন দুখন ঠাইৰ সমষ্টি। সেয়া হৈছে— 'নংখেউ আৰু 'নংক্‌জাং'। 'নং নক্‌জাং' হৈছে বিস্তৃতভাৱে থকা এটা জলাতক অঞ্চল। এই জলাতক অঞ্চলত বছৰৰ বাৰমাহেই বগলী চৰাই পৰি থকা দেখি খাময়াংসকলে ঠাইখনৰ নাম ৰাখিলে 'নং নক্‌জাং'। 'নং নক্‌জাং'ৰ অৰ্থ হৈছে 'নং' মানে 'বিল' আৰু 'নক্‌জাং' মানে 'বগলী চৰাই' অৰ্থাৎ 'বগলী পৰা বিল'। উক্ত জলাকত অঞ্চল মৌংকং ৰাজ্যৰ প্ৰৱেশদ্বাৰত অৱস্থিত বাবে সেই ৰাজ্যলৈ যাওঁতে এই বিশাল জলৰাশি অতিক্ৰম কৰি যাবলগীয়া হৈছিল। সেয়েহে টাই-আহোমসকলে সেই ঠাইখনক চমুকৈ 'না-লা' অৰ্থাৎ জলাতক ভূমি বুলি কৈছিল। কালক্ৰমত এই 'না-লা' শব্দই 'না-ৰা' লৈ পৰিৱৰ্তন হৈ 'নৰা' (না-লা〉 না-ৰা〉 নৰা) হ'ল, সেয়েহে অসম বুৰঞ্জীসমূহত এই ঠাইখনত বসবাস কৰা মানুহখিনিক 'নৰা' মানুহ আৰু মৌংকং ৰাজ্যক 'নৰা দেশ' বুলি কোৱা হৈছে[৫]। G. A. Griarson য়ে আঙুলিয়াই দেখুৱাইছে যে ছান ভাষাত 'ল' আৰু 'ৰ' ধ্বনিৰ কোনো পাৰ্থক্য নাই। তেওঁলোকৰ সমাজত কোনো কোনোৱে 'ল' আৰু কোনো কোনোৱে 'ৰ' উচ্চাৰণ কৰিছিল[৬]। গতিকে 'না-লা'ৰ পৰাই 'নৰা' হ'ল।

বিংশ শতিকাৰ পঞ্চম, ষষ্ঠ দশকলৈকে খাময়াংসকল 'নৰা' নামেৰে পৰিচিত আছিল আৰু তাৰ পাছতহে 'খাময়াং' নামেৰে পৰিচিত হয়। G. A. Griarsonৰ মতে—

Nora is the name by which Muankang Shans are known to Ahoms, frequent references are made under that name in the Ahom chronicles. The person known to us khamjangs or Khamgangs, are a section of that race, who formerly resided on the patkai Range...[৭].

তেওঁ দৃঢ়তাৰে কৈছে যে পাটকাইৰ পাদদেশত বসতি কৰা যিসকল লোকক আহোমৰ বুৰঞ্জী, ইতিবৃত্ত আদিত 'নৰা' মানুহ বুলি উল্লেখ কৰিছে, সেইসকল প্ৰকৃততে 'খামজাং' বা 'খাময়াং' লোকহে।

'তাই খাময়াং বুৰঞ্জী'ত উল্লেখ থকা মতে সপ্তদশ শতিকাৰ মাজভাগত খাময়াংসকলে পাটকাই অতিক্ৰম কৰি সৌমাৰলৈ যাত্ৰা আৰম্ভ কৰিলে। তেওঁলোকে 'নং নকজাং' ত্যাগ কৰি সুৰক্ষিত স্থানৰ সন্ধানত আহি পাটকাইৰ





এই পাৰৰ সমতল ভূমিত উপস্থিত হ'লহি। এই সমতল ভূমি অৰুণাচল প্ৰদেশৰ চাংলাং জিলাৰ সীমান্তত অৱস্থিত। মনোমোহা এই সমতল ভূমি খণ্ডক খাময়াংসকলে নামকৰণ কৰিলে 'খামজাং-নাং' বুলি (ন-পথাৰ, অৰ্থাৎ খাময়া পথাৰ)। খাময়াং সকলে এইঠাইত প্ৰায় এশ বছৰ বসবাস কৰিছিল আৰু তাৰ পাছতহে অসমত প্ৰৱেশ কৰে[৮]।

অসম বুৰঞ্জীত 'খামজাং' শব্দটোৰ উল্লেখ আছে[৯]। সেই ভাষাত 'খাম' মানে 'সোণ' আৰু 'য়াং' মানে 'থকা' অৰ্থাৎ সেৱা থকা ঠাই বা সোণাপুৰ[১০]। এই ঠাইডোখৰৰ পৰাই খাময়াংসকলে অসমত প্ৰৱেশ কৰে আৰু থলুৱা অসমীয়া লোকে 'খামজাং'ৰ পৰা অহা মানুহ বাবে তেওঁলোকক 'খাময়াং' বুলি অভিহিত কৰে[১১]। মুঠতে 'খামজাং' শব্দই পৰিৱৰ্তন হৈ 'খাময়াং' (খামজাং খাময়াং) হয়। আৰু টাই জনগোষ্ঠীৰ এই বিশেষ ঠালটো পূৰ্বতে 'নৰা' নামেৰে পৰিচিত আছিল যদিও পাছলৈ 'খাময়াং' থলুৱা নামেৰেহে পৰিচিত হয়।

**টাই খাময়াংসকলৰ আদি বাসস্থান আৰু অসমলৈ আগমন ঃ**

টাইসকলৰ আদিম গৃহভূমি দক্ষিণ-পশ্চিম চীন আৰু তাৰ পৰাই উত্তৰ-বাৰ্মালৈ প্ৰব্ৰজন কৰে[১২]। মূল টাই জনগোষ্ঠীৰ পৰা খাময়াংসকলে কি কাৰণত বা কিমান সময়ত বিচ্ছিন্ন হৈ আহিছিল সেই কথা স্পষ্টভাৱে ক'ব পৰা নাযায়। খাময়াংসকলৰ প্ৰবাদ অনুসৰি তেওঁলোকৰ আদিম গৃহভূমি আছিল 'মৌংকং' ৰাজ্য[১৩]। 'মৌংকঙ'ৰ পৰাই খাময়াংসকলে আহি পাটকাই পৰ্বতৰ ওচৰৰ 'খামজাং'ত কিছু বছৰ থাকি ১৮ শতিকাৰ মাজভাগত অসমত প্ৰৱেশ কৰে।

'তাই খাময়াং বুৰঞ্জী'ত উল্লেখ থকা মতে একাদশ-দ্বাদশ শতিকাত 'মৌংনা, মৌংছা, মৌংৱান, মৌংমাও, মৌংখন, মৌংখো; মৌংছান-ছে, মৌংথেম, মৌংজোন, মৌংখুন, ছিং-ফাং, কুংমা আৰু মৌংমিট নামৰ তেৰখন ৰাজ্যত টাই বংশীয় ৰজাই ৰাজত্ব কৰিছিল। ইয়াৰে মৌংমিট ৰাজ্যৰ ৰজা ফুটাংখাঙৰ মৃত্যুৰ পাছত তেওঁৰ জ্যেষ্ঠ পুত্ৰ চ্যুজাতফাই সিংহাসনত উঠে। কিন্তু তেওঁৰো অকাল মৃত্যু হোৱাত পুতেক চ্যুকানফাই সিংহাসনত আৰোহণ কৰি ভায়েক চ্যুকাফাক যুৱৰাজ পাতে। চ্যুৱানফা আৰু চ্যুবাফাৰ কিবা কথাত মনোমালিন্য ঘটাৰ বাবে চ্যুকাফাই সেই ৰাজ্য ত্যাগ কৰি পাটকাই পাৰ হৈ ১২২৮ খ্ৰীঃত সৌমাৰ পীঠত ভৰি দি আহোম ৰাজ্য প্ৰতিষ্ঠা কৰে। চ্যুকানফাই ভায়েক চ্যুকাফাই স্বদেশ ত্যাগ কৰি যোৱাত অনুতপ্ত হৈ ভায়েকৰ অনুসন্ধানৰ বাবে দলে দলে মানুহ পঠাবলৈ ধৰিলে। শেষত টাই-খাময়াং লোকেৰে গঠিত 'নটা' ফৈদৰ বছা বছা নজন বিষয়া'ৰ নেতৃত্বত এটা শক্তিশালী দল পঠালে। সেই সময়ত খাময়াংসকলে মৌংমিট আৰু মৌংকাং

ৰাজ্যৰ সীমামূৰীয়া খামজাং নামৰ ঠাইত বসবাস কৰি আছিল[১৪]। এই 'খামজাং' নামৰ ঠাইডোখৰৰ কথা বুৰঞ্জীসমূহতো উল্লেখ আছে। অসমলৈ চুকাফাই অহাৰ বাটত খামজাং, নংজাং পাঙ হৈ নামজাং বিলৰ কাষত কিছুদিন থাকি অহাৰ কথা 'দেউধাই' অসম বুৰঞ্জী'ত উল্লেখ আছে[১৫]।

সেই সময়ত চুকাফাই অভয়াপুৰত অস্থায়ী ৰাজধানী পাতি আছিল। চ্যুকাফা অহা ন বছৰৰ পাছত আনুমানিক ১২৩৬/৩৭ খ্রীষ্টাব্দত খাময়াংসকলে অভয়াপুৰত চ্যুকাফাক লগ ধৰি ককায়েক চ্যুকানফাৰ অভিপ্ৰায়ৰ কথা শুনালেহি। চ্যুকাফাই খাময়াংসকল বহন কৰি অনা জন্মভূমিৰ শুভ সংবাদ আৰু অভিবাদন সাদৰেৰে গ্ৰহণ কৰিলে। কিছুদিন থকাৰ পাছত খাময়াংসকলে চ্যুকাফাৰ পৰা বিদায় ল'লে আৰু উভয় ৰাজ্যৰ মাজত সম্ভাৱ-সম্প্ৰীতি ৰক্ষাৰ্থে আৰু যোগাযোগৰ সুবিধাৰ্থে উভয় দেশৰ সীমান্তত বসতি স্থাপন কৰিবলৈ চ্যুকাফাই আগবঢ়োৱা প্ৰস্তাৱ ককায়েকক জনালেহি। ককায়েক চ্যুকানফায়ো সন্মতি জনালে আৰু টাই-খাময়াংসকলে যাত্ৰা পথত দেখি অহা পাটকাইৰ পাদদেশত অৱস্থিত 'নংখেউনং নক্‌জাং' নামৰ ঠাইত পৰিয়ালবৰ্গসহিতে বসতি স্থাপন কৰিবলৈ ল'লে। জনসংখ্যা বৃদ্ধিৰ লগে লগে তেওঁলোকে দুটা ভাগত ভাগ লৈ বসবাস কৰিবলৈ ল'লে। পৰ্বতীয়া অঞ্চলত বাস কৰাসকল— 'সান্-নাম' নামেৰে পৰিচিত হ'ল[১৬]। এই 'নংখেউ নং নকজাং' নামৰ ঠাইডোখৰ কথা অসম বুৰঞ্জীসমূহতো উল্লেখ আছে। হৰকান্ত বৰুৱাৰ 'অসম বুৰঞ্জী'ৰমতে ১৩২৩ খ্ৰীঃ পাটকাই পৰ্বতৰ ওচৰত থকা 'নঙ্গ-এাঙ্গ' (নক্‌জাং) নামৰ বিলখনকে (নঙ্গ-বিল, এাঙ্গ-আছে) আহোম আৰু নৰা ৰাজ্যৰ সীমা নিৰ্ধাৰণ কৰা হৈছিল[১৭]। এই কথা অসম বুৰঞ্জীসাৰতো উল্লেখ আছে।

'নংখেউ নংনকজাং'ত খাময়াংসকলে তিনিশৰো অধিক কাল বসবাস কৰাৰ পাছত বিভিন্ন কাৰণত প্ৰায় ২০০ ঘৰ মান মানুহে টালি-টোপোলা বান্ধি পাটকাই পালিত পাৰ হৈ এখন উৰ্বৰা মুকলি সমতল ভূমিত বসবাস কৰিবলৈ ল'লে। অৰুণাচল প্ৰদেশৰ চাংলাং জিলাৰ সীমান্তত অৱস্থিত এই মনোমোহা সমতল ভূমিক খাময়াংসকলে নামকৰণ কৰিলে 'খামজাং-না' বুলি। তাত কিছু বছৰ থকাৰ পাছত কিছু বছৰ 'মামচুম'ত থাকি শেষত মৌংতেউলা অৰ্থাৎ শদিয়াত খাময়াংসকলে থাকিবলৈ ল'লে[১৮]।

মৌংতেউলা (শদিয়া)ত কিছু বছৰ থকাৰ পাছত খাময়াংসকলৰ 'মান-নাম' দলটোৰ সৰহসংখ্যক লোকে খাম্‌তি ৰাজ্য অৰ্থাৎ মৌংতেউলা (শদিয়া) ত্যাগ কৰি ১৭৮৪ খ্ৰীঃত অসমত প্ৰৱেশ কৰিলে। কিছুদিন তেওঁলোকে অসমৰ





অ'ত-ত'ত অস্থায়ীকৈ থাকি স্বৰ্গদেউ গৌৰীনাথ সিংহক লগ ধৰিবলৈহি। থাকি অহা দলটোৱে ১৮৩৯ খ্ৰীঃলৈকে মৌংতেউলা (শদিয়া)তেই বসবাস কৰি থাকিল। গৌৰীনাথ সিংহ স্বৰ্গদেউ খাময়াংসকলক যোৰহাট জিলাৰ তিতাবৰৰ ধলী নৈৰ কাষত খাট-পাম দি সংস্থাপিত কৰিছে। পাছত মৌংতেউলা (শদিয়া)ত থাকি অহা দলটোৱেও আহি ধলীৰ খাময়াংসকলৰ লগ লাগিলহি। অন্যহাতে কিছু 'মান-নয়' লোক মৌংতেউলাতে (শদিয়া) থাকি আহিল। থাকি অহা দলটোৱে পাছত ব্ৰহ্মপুত্ৰ পাৰ হৈ ডিব্ৰুগড়লৈ আহি খনিকৰ, জকাই আদিত বুঢ়ীদিহিঙৰ সংগমস্থলত বসতি কৰিবলৈ ল'লে। কিন্তু তাতো খাময়াংসকল চিৰস্থায়ী নহ'ল। দ্বিতীয় মহাসমৰৰ পাছতহে বৰ্তমান পাৰৈমুখ গাঁওখন প্ৰতিষ্ঠা কৰি বৰ্তমানলৈকে বুঢ়ীদিঙিৰ পাৰতে বসবাস কৰি আছে[২০]। অন্যহাতে 'আহোম বুৰঞ্জী'ত উল্লেখ আছে যে ১৭৭৯ খ্ৰীঃ খামতি, ফাকিয়াল, নৰা, মিৰি, মিছিমি আৰু আবৰসকলে লগলাগি আহোমৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰি পৰাজয় বৰণ কৰে আৰু আহোমে তেওঁলোকক অসমৰ বিভিন্ন ঠাইত স্থাপন কৰে[২১]।

উল্লেখিত বুৰঞ্জীৰ মত, প্ৰবাদ আদিৰ পৰা এটা কথা স্পষ্টকৈ ক'ব পাৰি যে খাময়াংসকলে ১৮ শতিকাৰ মাজভাগতেই অসমলৈ আগমন কৰিছিল। তেওঁলোকে পাটকাই পৰ্বতৰ কাষতে থকা 'খামজাং' নামৰ ঠাইৰ পৰা আহিছিল বাবে অসমৰ থলুৱা মানুহে 'খাময়াং' বুলি অভিহিত কৰিলে।

**টাই-খাময়াংসকলৰ বৰ্তমানৰ বাসস্থান ঃ**

স্বৰ্গদেউ গৌৰীনাথ সিংহই খাময়াংসকলক প্ৰদান কৰা 'ধলী' ঠাইখন চাহ উদ্যোগৰ বাবে উপযুক্ত হোৱাৰ বাবে তেওঁলোকে অনিচ্ছা সত্ত্বেও 'আসাম টি কোম্পানী'ক এৰি দিবলগীয়া হয়। সেয়েহে খাময়াংসকলে সেই ঠাই ত্যাগ কৰি দক্ষিণ-পশ্চিম ফালে পাহাৰৰ কাষত বৰ্তমান বান্দৰচলিয়া চাহ বাগিচাৰ ওচৰত নতুনকৈ গাঁও পাতিলেগৈ। গাঁওখনৰ নাম ৰাখিলে 'বৰগাঁও'[২২]। কিছুদিন তাত থকাৰ পাছত গাঁওখনত হাইজা, কলেৰা আদি নানা মহামাৰীয়ে দেখা দিলে। মহামাৰীয়ে এনে ভয়াবহ ৰূপ ল'লে যে খাময়াংসকলে গাঁও এৰি যাবলৈ বাধ্য হ'ল। খাময়াংসকলে সেয়েহে বৰগাঁৱৰ পৰা এক মাইল দূৰত দক্ষিণ-পূব দিশত নতুনকৈ এখন গাঁও প্ৰতিষ্ঠা কৰিলে। খাময়াংসকলে ওচৰ-পাঁজৰৰ মানুহৰ আগত নিজকে 'মান্-নাম' বুলি পৰিচয় দিলে। সেয়েহে 'মান-নাম' শব্দকে অসমীয়ালৈ অনুবাদ কৰি গাঁওখনৰ নাম ৰাখিলে 'পানী নৰা গাঁও'[২৩]। পানীনৰা গাঁৱতো খাময়াংসকলে বেছি দিন থাকিব নোৱাৰিলে। বিভিন্ন বেমাৰ-আজাৰ, বিপদ-বিঘিনি আদিয়ে খাময়াংসকলৰ লগ নেৰা হ'ল। খাময়াং মানুহখিনিয়ে

সেই গাঁওখনো ত্যাগ কৰি বিভিন্ন ঠাইত সিঁচৰতি হৈ পৰে। ফলস্বৰূপে উজনি অসমৰ যোৰহাট, গোলাঘাট, শিৱসাগৰ, তিনিচুকীয়া আদি জিলাত কেইবাখনো খাময়াং গাঁও নতুনকৈ প্ৰতিষ্ঠা হ'ল।

টাই-খাময়াংসকলে বৰ্তমান উজনি অসমৰ চাৰিখন জিলাৰ নখনমান গাঁৱত বসবাস কৰি আছে। সেই জিলাকেইখনৰ খাময়াং গাঁওকেইখন হৈছে— যোৰহাট জিলাৰ খৰিকটিয়াৰ 'বালিজান', 'বেতবাৰী' আৰউ 'ন-শ্যাম' গাঁও; শিৱসাগৰৰ জিলাৰ চাফ্ৰাইৰ 'দিচাংপানী', লাকুৱাৰ 'চলাপথাৰ শ্যামগাঁও, আৰু 'চলা মণিৰ্টিং' সাপেখাতীৰ 'ৰহন শ্যাম গাঁও; গোলঘাট জিলাৰ সৰুপথাৰৰ '১নং ৰজাপুখুৰী'; তিনিচুকীয়া জিলাৰ 'পাবৈমুখ' শ্যামগাঁও। অসমৰ এই খাময়াং গাঁওকেইখনত প্ৰায় ২৫০০ মান মানুহে বসবাস কৰি আছে।

অৰুণাচল প্ৰদেশৰ লোহিত আৰু চাংলাং জিলাতো কেইখনমান খাময়াং গাঁও আছে। লোহিত জিলাৰ খাময়াং গাঁওকেইখন হৈছে— নামচাই, না-নাম, ১৯০ খাময়াং, ২নং নালাম খাময়াং, কাইচু, লাথাও, দেওবিল, হো-ফাই, ১নং জনা, ৪নং জনা, নংটাও উইংচো, নংটাও খাময়াং আদি। চাংলা জিলাৰ খাময়াং গাঁওকেইখন হৈছে— বৰডুমচা, সোমবৈ, গিদিং নামলেং, দিৰাক পথাৰ আদি।

**সমাজ ব্যৱস্থা ঃ**

টাই-খাময়াংসকল অতি সহজ-সৰল, অতিথি পৰায়ণ আৰু মৰমিয়াল। তেওঁলোকৰ পৰিয়ালত পিতৃয়েই মূল ব্যক্তি। ঘৰৰ সকলো গুৰুত্বপূৰ্ণ কামত পিতৃৰ মতামত লোৱা হয়। তেওঁলোকৰ সমাজ পিতৃপ্ৰধান হ'লেও মাতৃৰ ভূমিকাও অপৰিসীম। কিয়নো তেওঁলোকৰ সমাজত নাৰী আৰু পুৰুষৰ সমমৰ্যাদা আৰু সমস্থান আছে। ধৰ্মীয় কাৰ্যবিলাকতো নাৰীগৰাকীক সমমৰ্যাদা আৰু সমস্থান প্ৰদান কৰা হয়[২৪]।

টাই-খাময়াংসকলৰ সামাজিক বান্ধোন অতি কটকটীয়া। তেওঁলোকে সাধাৰণতে অসমৰ অন্যান্য জনজাতিসকলৰ দৰে গাঁও পাতি থাকিবলৈ ভাল পায়। তেওঁলোকৰ সমাজত কেইবাটাও ফৈদ আছে। সেই ফৈদসমূহ হৈছে— থাওমুং, চাওলু, ৱাইলুং, পাংয়্যুক, চাউলিক্‌, চাওছাং, তুনখাং, খেনলুং, মৌকে, লুংকিং, খেক্‌, চাও কং, চাও টেউ মুং, কামথং, নিংখী, মানচে, মালয়, ঙোম্‌, আৰু কুমছাই ইত্যাদি[২৫]। এই প্ৰতিটো ফৈদক একো একোটা বংশ বুলি কোৱা হয়। একে ফৈদৰ সকলো লোক ককাই-ভাই, বাই-ভনীৰ দৰে। সেয়ে একে ফৈদৰ মাজত বিবাহ নিষিদ্ধ। তেওঁলোকৰ সমাজত জ্যেষ্ঠজনক সাধাৰণতে 'চাও' সম্বোধন কৰিহে বাৰ্তালাপ কৰা হয়। সেইদৰে জ্যেষ্ঠসকলেও পুৰুষৰ কনিষ্ঠজনক





'ছোং' আৰু মহিলাৰ কনিষ্ঠগৰাকীক 'নাং' সম্বোধন কৰিহে বাৰ্তালাপ কৰে। উল্লেখযোগ্য যে অসমৰ খাময়াংসকলৰ কোনো কোনোৰ মতে তেওঁলোকৰ মূল ফৈদ নটাহে। সেই নটাৰ ভিতৰতো বৰ্তমান ছটা ফৈদহে আছেগৈ। সেয়েহে এই ছটা ফৈদৰ ভিত্তিত বৰ্তমান মূল ছটা বংশহে তেওঁলোকৰ সমাজত আছে[২৬]।

একক আৰু যৌথ দুয়োবিধ পৰিয়ালেই তেওঁলোকৰ সমাজত আছে। গাঁওবুঢ়াই গাঁৱৰ মুখীয়াল লোক। গাঁওবুঢ়াকে প্ৰমুখ্য কৰি প্ৰতি গাঁৱতে এখন সমিতি থাকে। এই সমিতিৰ লোকসকলে গাঁৱৰ সকলো দিশ চকু দিয়াৰ উপৰিও এঘৰৰ বিপদ-আপদত সহায় কৰে। গাঁৱৰ সমাজ ব্যৱস্থা এই সমিতিৰ নিৰ্দেশমতেই চলে। গাঁৱৰ যিকোনো সিদ্ধান্ত এই সমিতি আৰু গাঁওবুঢ়াৰ আলোচনা অনুসৰি লোৱা হয়।

**বাসস্থান ঃ**

সাধাৰণতে টাই-খাময়াংসকলে ওখ চাংঘৰত বসবাস কৰে। কিন্তু সময়ৰ পৰিৱৰ্তনৰ লগে লগে বৰ্তমান তেওঁলোকে অসমৰ অন্যান্য জনজাতিসকলৰ দৰে মাটিতে ভেটি বান্ধি ঘৰ সাজি থাকিবলৈ লৈছে। অৱশ্যে অসমৰ খাময়াং গাঁওকেইখনত ভালেসংখ্যক চাংঘৰ আছে। সাধাৰণতে তেওঁলোকৰ এটা প্ৰধান ঘৰ থাকে আৰু তাৰ লগতে এটি পাকঘৰ থাকে। মূল ঘৰৰ ওচৰতে ভঁৰাল ঘৰ, গোহালি ঘৰ আৰু উপাসনা কৰা ঘৰ থাকে।

**জন্ম আৰু শিশুৰ নামকৰণ পদ্ধতি ঃ**

নৱজাত শিশু জন্ম হোৱাৰ পাছতে সাধাৰণতে বুঢ়ী এগৰাকীয়ে বাঁহৰ মহুৰা এটাৰে শিশুটিৰে কাণত ফু দি দি তিনিবাৰ কয়— 'পিতৃ-মাতৃ, ৰজা আৰু গুৰুৰ কথা শুনিবা।' ইয়াৰ পাছত বাঁহৰ চোঁচৰে শিশুটিৰ নাড়ী কটা হয়। শিশুটিৰ নাড়ী শুকাই সৰিলেই মহিলাসকলে পৰম্পৰাগত ৰীতি-নীতিৰে শুদ্ধিকাৰ্য সম্পন্ন কৰে[২৭]।

টাই-খাময়াংসকলে সন্তান-সন্ততিৰ নামকৰণৰ ক্ষেত্ৰত টাইনীতি গ্ৰহণ কৰা দেখা যায়। সেই অনুসৰি ল'ৰা সন্তানৰ প্ৰথমটিৰে নামৰ আগত 'আই', সংযোগ কৰা হয়। সেইদৰে দ্বিতীয়টোৰ নামৰ আগত 'ঙী', তৃতীয়টোৰ আগত 'ছাম', চতুৰ্থটিৰ আগত 'ছাই', পঞ্চমটিৰ আগত 'ঙো', ষষ্ঠটিৰ আগত 'নোক' আৰু সপ্তমটিৰ আগত 'নক' যোগ কৰা হয়। ছোৱালী সন্তানৰ প্ৰথমগৰাকীৰ নামৰ আগত 'জে', দ্বিতীয়গৰাকীৰ আগত 'ই', তৃতীয়গৰাকীৰ আগত 'আম', চতুৰ্থগৰাকীৰ আগত 'তই', পঞ্চমগৰাকীৰ আগত 'অ', ষষ্ঠগৰাকীৰ আগত 'উক' আৰু সপ্তমগৰাকীৰ নামৰ আগত 'ইই', যোগ কৰা হয়[২৮]।

**মৃত্যু আৰু শৱ সৎকাৰ পদ্ধতি ঃ**

টাই-খাময়াং সমাজত কোনো লোকৰ স্বাভাৱিকভাৱে মৃত্যু হ'লে সাধাৰণতে সাত দিনৰ ভিতৰত শ্ৰাদ্ধ অৰ্থাৎ 'চম-চেত-ৱান' অনুষ্ঠান সম্পাত কৰে। কোনো লোকৰ মৃত্যুৰ দিন ধৰি সাতদিন মৃতকৰ ঘৰত নিতৌ পুৱা-গধূলি বৌদ্ধ ধৰ্মীয় ৰীতি-নীতিৰে 'খাম্‌চিন থমত্ৰা' অৰ্থাৎ প্ৰাৰ্থনা অনুষ্ঠান পাতে[২৯]।

টাই-খাময়াং সমাজত কোনো লোকৰ মৃত্যু হ'লে সাধাৰণতে সমাধি দিয়া হয়। কিন্তু মৃতদেহ শ্মশানলৈ নিওঁতে দুই ধৰণেৰে নিয়া হয়। বিবাহিত লোকৰ মৃতদেহ দুডাল কান্ধমাৰি সংলগ্ন চাঙত বাকচত ভৰাই চাৰিজনে কঢ়িয়াই শ্মশানলৈ নিয়ে। আনহাতে অবিবাহিতসকলৰ মৃতদেহ এডাল কান্ধমাৰিত দুজনেই কঢ়িয়াই নিব লগা হয়। টাই-খাময়াং সমাজৰ সন্মানীয়জনৰ বিশেষকৈ বিহাৰৰ ভিক্ষুজনৰ মৃতদেহ এক বিশেষ পদ্ধতিৰে দাহ কৰা হয়। তদুপৰি দুৰাৰোগ্য ব্যাধিত মৃত্যু হোৱা, সাপে খুটি মৰা মানুহৰ মৃতদেহ সমাধিস্থ নকৰি দাহ কৰা হয়। উল্লেখযোগ্য যে অকাল মৃত্যু বা দুৰ্ঘটনাত মৃত্যু হোৱা বা গাঁৱৰ বাহিৰত হস্পিটেল আদিত মৃত্যু হোৱা লোকৰ মৃতদেহ ভিতৰলৈ নানি গাঁৱৰ বাহিৰতেই সমাধি দিয়া হয়। এনে লোকৰ শ্ৰাদ্ধকাৰ্যও গাঁৱৰ বাহিৰতেই সম্পন্ন কৰা হয়[৩০]।

**বিবাহ ঃ**

বিবাহ প্ৰত্যেক সমাজৰে এক সামাজিক অনুষ্ঠান। টাই-খাময়ংসকলে মূলতঃ দুটা পদ্ধতিৰে বিবাহ কাৰ্য সম্পন্ন কৰা দেখা যায়। সেয়া হৈছে— 'পান্-লুং' পদ্ধতি আৰু 'পান্-অন' পদ্ধতি। 'পানলুং' পদ্ধতি ব্যয়বহুল আৰু অতীততে উচ্চ পদবীধাৰী ৰজা-বিষয়াসকলেহে এই পদ্ধতিৰে বিবাহ সম্পন্ন কৰিছিল। বৰ্তমান তেওঁলোকৰ সমাজত 'পান্-অন' পদ্ধতিটোহে অধিক জনপ্ৰিয়। অতীততে টাই-খাময়াং সমাজত মোমায়েকৰ ছোৱালীক বিয়া কৰোৱাটো গৌৰৱৰ কথা আছিল যদিও বৰ্তমান এই নিয়ম কাচিৎহে দেখা যায়।

বিবাহৰ নীতি-নিয়মৰ ক্ষেত্ৰত সমগ্ৰ মানৱ জাতিৰে কিছুমান মিল আছে যদিও প্ৰত্যেকটো জাতিৰে কিছুমান নিজা ৰীতি-নীতি পৰিলক্ষিত হয়। টাই-খাময়াংসকলৰো কিছুমান নিজা ৰীতি-নীতি আছে। সাধাৰণতে তেওঁলোকৰ সমাজত এজনী ছোৱালী পচন্দ কৰি তামোল-পাণ পেলোৱাৰ পৰা ঘৰ আনি সোমোৱালৈকে কেইবাটাও পৰ্যায় অতিক্ৰম কৰিবলগীয়া হয়। প্ৰথম পৰ্যায়ত ল'ৰাপক্ষই ছোৱালী পচন্দ কৰি এজন বিশ্বস্ত লোক অৰ্থাৎ কটকীৰ, সহায়ত ছোৱালীৰ মতামত জানিবৰ বাবে তামোল-পাণ দি বিষয়টো অৱগত কৰোৱায়। কিছুদিনৰ পাছত ছোৱালীপক্ষই ছোৱালী আৰু বংশ-পৰিয়ালৰ মত লৈ বিয়াৰ





বাবে সন্মতি প্ৰদান কৰে। দ্বিতীয় পৰ্যায়ত শুভ দিন এটা চাই কটকীৰ সহায়ত ল'ৰা পক্ষই পুনৰ তামোল-পাণৰ শৰাই লৈ ছোৱালীৰ ঘৰত উপস্থিত হয়গৈ। নিৰ্দিষ্ট সময়ত ছোৱালীৰ ঘৰৰ 'ফি-লাম অৰ্থাৎ লাইখুঁটা থকা বৰঘৰত দুয়োপক্ষ সমবেত হয় আৰু কটকীয়ে তামোল-পাণ শৰাই আগবঢ়াই তেওঁলোক অহাৰ উদ্দেশ্যৰ বিষয়ে অৱগত কৰে। ছোৱালীৰ মাক-দেউতাকে সকলোৰে আগত অৰ্থাৎ ৰাজহুৱাকৈ নিজৰসন্মতি ব্যক্ত কৰি বিয়াৰ চূড়ান্ত বন্দৱস্তি কৰে। এই অনুষ্ঠানতে ভাল দিন এটা চাই দুয়োপক্ষই বিবাহৰ দিন ধাৰ্য কৰে।

তৃতীয় পৰ্যায়ত মূল বিবাহৰ দিনা অসমীয়া সমাজৰ দৰেই দৰাই আত্মীয় কুটুম্বৰ সৈতে কইনাৰ ঘৰত উপস্থিত হয়গৈ আৰু তেওঁলোকক পদূলি মুখৰ পৰাই ফুলৰ শৰাই দি নীতি-নিয়মেৰে আদৰি নিয়ে। তেওঁলোকৰ পৰম্পৰা অনুসৰি দৰাপক্ষই সেইদিনা পাঁচখন তামোল-পাণৰ শৰাই আৰু ভোজৰ চাউল-পাত আদি ৰাইজৰ আগতে কইনাৰ মাক-দেউতাকক চমজাই দিয়ে। চাহ-জলপান খোৱাৰ পাছতে কইনাপক্ষৰ মত সাপেক্ষে কটকীসহ দৰাপক্ষৰ লোকসকলে পুনৰ সেই শৰাইকেইখন ৰাইজলৈ আগবঢ়াই দিয়ে। কটকীয়ে ল'ৰা-ছোৱালীহালৰ বৈবাহিক সম্বন্ধ স্থাপন কৰাৰ বিষয়ে কৈ ৰাইজৰ ওচৰত সেৱা লয় আৰ ৰাইজেও ল'ৰা-ছোৱালীহালৰ উত্তৰোত্তৰ কামনা কৰি আশীৰ্বাদ দিয়ে। তামোল-পাণৰ পাঁচখন শৰাইৰ ভিতৰত প্ৰথমখন ৰাইজলৈ (১০০ যোৰ তামোল-পাণ), দ্বিতীয়খন মোমাইজনীয়ালৈ (১০০যোৰ তামোল-পাণ), তৃতীয়খন দদাইজনীয়ালৈ (১০০ যোৰ তামোল-পাণ), চতুৰ্থখন ছোৱালীৰ দেউতাকলৈ (৮০ যোৰ তামোল-পাণ) আৰু পঞ্চমখন ছোৱালীৰ মাকলৈ (৮০ যোৰ তামোল-পাণ) যথা নিয়মেৰে দৰা পক্ষই প্ৰদান কৰে[৩১]।

সকলোৰে মিলি-জুলি ভোজ-ভাত খোৱাৰ পাছত বৰঘৰৰ 'ফি-নাম' অৰ্থাৎ লাইখুঁটা থকা ঠাইত আগৰে পৰা বহি থকা দৰাৰ কাষলৈ কইনাক আনি বহুওৱা হয়। কইনাৰ মাক-দেউতাকে দৰা-কইনাৰ যুগ্মজীৱনৰ শুভকামনাৰে বগা এৰীঁ সূতাৰে দৰাৰ সোঁ-হাতত আৰু কইনাৰ বাঁওহাতত বান্ধি 'চুলাপ' প্ৰদান কৰে। দৰা-কইনাই সেৱা লয় আৰু মাক-দেউতাকে আশীৰ্বাদ দিয়ে। তেওঁলোকৰ পাছতে অন্যান্য আত্মীয়-কুটুম্ব আৰু উপস্থিত ৰাইজে দৰা-কইনাক একে পদ্ধতিৰে এৰীঁসূতা বান্ধি আশীৰ্বাদ দিয়ে। ইয়াৰ পাছতে অন্যান্য নীতি-নিয়ম কৰি যথাসময়ত ছোৱালীক সম্প্ৰদান কৰা হয় আৰু যথা নিয়মেৰে সকলোকে বিদায় দিয়ে।

দৰা গৈ নিজৰ ঘৰত প্ৰথমে প্ৰৱেশ কৰে। কইনা গৰাকীয়ে ঘৰৰ দুৱাৰডলিত ৰাখি থোৱা পানীপূৰ্ণ কলহত হাত ভৰাই সোণ-ৰূপৰ গহণা আদি লৈহে ঘৰত

প্ৰৱেশ কৰে। দৰা ঘৰতো ভোজভাত খাই শেষ হোৱাৰ পাছত কইনা যোগানীয়াসকলে নীতি-নিয়মেৰে কইনাক 'চুং তাও' অৰ্থাৎ চমজাই বিদায় লয়[২২]।

টাই-খাময়াং সমাজত এই 'পান্-অন' পদ্ধতিৰ উপৰি 'চাওলি' পদ্ধতিৰেও বিবাহ কাৰ্য সম্পাদন কৰা দেখা যায়। এই পদ্ধতিটো একেবাৰে চমু আৰু খৰচো কম হয়। তদুপৰি কেতিয়াবা ছোৱালী পলুৱাই নি অৰ্থাৎ গন্ধৰ্ব পদ্ধতিৰেও বিবাহ কাৰ্য সম্পন্ন কৰে। পাছত তেওঁলোকক সামাজিকভাৱে স্বীকৃতি দি ৰীতি-নীতিৰে বিবাহ কাৰ্য আনুষ্ঠানিকভাৱে সমাপন কৰে।

তেওঁলোকৰ সমাজত ভাদ, কাতি, পুহ, চ'ত আৰু বৰ্ষাবাসৰ তিনিমাহত সাধাৰণতে বিয়া পতা নহয়। ঘৰৰ ডাঙৰ ল'ৰা আৰু ঘৰৰ ডাঙৰ ছোৱালীৰ মাজত বিবাহ জ্যোতিষ বিৰুদ্ধ। বিবাহত কইনাঘৰৰ আমন্ত্ৰিত বাইজক দৰাঘৰে ভোজ-ভাত খুৱাব লাগে। তেওঁলোকৰ সমাজত যৌতুক ধৰা-বন্ধা নিয়ম নহয়। এই সমাজত ছোৱালীয়ে বিয়া হোৱাৰ পাছত সেন্দূৰ নলয়। তেওঁলোকৰ সমাজত ছোৱালীৰ তোলনী বিয়া পতা নহয়। টাই-খাময়াং সমাজত বাল্য বিবাহৰ প্ৰচলন নাই আৰু বিধৱা বিবাহৰ প্ৰচলন আছে। ককায়েকৰ মৃত্যু হ'লে বৌয়েকক দেউৰেকে বিয়া কৰাব পাৰে। বহুবিবাহ আৰু অসবৰ্ণ বিবাহত বাধা নাই যদিও এনে উদাহৰণ বৰ বিৰল।

**খাদ্য ঃ**

খাময়াংসকলৰ প্ৰধান খাদ্য ভাত। ভাপত সিজোৱা চোৱা দিয়া বৰা ভাতৰ টোপোলা তেওঁলোকৰ বৰ প্ৰিয় খাদ্য। খাময়াংসকলৰ কোনো কোনোৱে আমিষ আহাৰ আৰু কোনো কোনোৱে নিৰামিষ আহাৰ ভোজন কৰে। আমিষ ভোজীসকলে মাছৰ লগতে হাঁহ, কুকুৰা, ছাগলী, গাহৰি আদি মাংসৰ উপৰিও পহু, শিয়াল, ডৰিক আদিৰ মাংসও ভোজ কৰে। তদুপৰি বতৰত হোৱা প্ৰায়বিলাক ফল-মূলেই গ্ৰহণ কৰে। তেওঁলোকে 'খাওলাম' অৰ্থাৎ চুঙা চাউল খাই বৰ ভাল পায়। অতিথিসকলক 'খাওলামে'ৰে আপ্যায়ণ কৰি আনন্দিত হয়। 'খাওলাম'ৰ উপৰি 'খাওটেক' অৰ্থাৎ আখৈ, 'খাওপুক' অৰ্থাৎ খুন্দাপিঠা, 'তংতেপ' অৰ্থাৎ তৰাপাত বা কৌপাতত তিনিচুকীয়াকৈ বনোৱা পিঠা আদি উৎসৱ, অনুষ্ঠানত ব্যৱহাৰ কৰে। অন্যহাতে হাবিৰ পৰা বিচাৰি অনা নেফাফ্, মেজেঙা, ছেংমৰা, টিকনিবৰুৱা, বাঁহগাজ, বেতগাজ, ছেৱাগছৰ মজা আদি আঞ্জা কৰি খায়। বাঁহগছৰ পৰা প্ৰস্তুত কৰা খৰিচাৰ লগতে 'পা-নাও' অৰ্থাৎ শুকতি আৰু 'ফাক্থাম' অৰ্থাৎ পিটিকা তেওঁলোকৰ বৰ প্ৰিয় খাদ্য। 'প-ফই-হুম' নামৰ গছৰ পাত আৰু 'মাকাও' নামৰ এবিধ গছৰ গুটি মছলা হিচাপে ব্যৱহাৰ কৰে।





**জীৱিকা ঃ**

ধান খেতিয়েই তেওঁলোকৰ প্ৰধান জীৱিকা। ধান খেতিৰ উপৰি খৰালি মাহত মাহ, সৰিয়হ, ঘেঁহু, আলু, পিয়াজ, আদি বিভিন্ন শাক-পাচলিৰ খেতি কৰে। বৰ্তমান সময়ৰ লগত খোজ মিলাই তেওঁলোকে এই বিভিন্ন খেতিসমূহ বৈজ্ঞানিক পদ্ধতিৰে কৰিবলৈ লোৱা দেখা গৈছে। খেতিত উৎপাদিত বস্তুসমূহ বজাৰত বিক্ৰী কৰি তাৰেই জীৱন-নিৰ্বাহ কৰে। কোনো কোনোৱে হাঁহ-ছাগলী, গৰু-ম'হ, গাহৰি আদি বৈজ্ঞানিক পদ্ধতিৰে পালন কৰি দুই-এপইছা উলিওৱা দেখা যায়। শিক্ষিতলোকৰ জনসংখ্যা বৃদ্ধিৰ লগে লগে টাই-খাময়াংসকলৰ দুই-একে চৰকাৰী আৰু বেচৰকাৰী চাকৰি কৰিও জীৱন-নিৰ্বাহ কৰা দেখা যায়।

**সাজপাৰ ঃ**

টাই-খাময়াং তিৰোতাসকল বোৱা-কটাত অতি পাকৈত। ৰং-বিৰঙৰ চালে চকু ৰোৱাকৈ বিভিন্ন ৰঙৰ ফুল বাচি ঘৰৰ তাঁত শালতে প্ৰয়োজনীয় সকলোবোৰ সাজপাৰ তৈয়াৰ কৰি লয়। তদুপৰি ঘৰতে এবিধ বিশেষ গছৰ পৰা বিশেষ পদ্ধতিৰে ক'ৰা ৰং (ৰ'ম্) প্ৰস্তুত কৰি লয়। তেওঁলোকৰ সাজপাৰত স্বকীয় বিশেষত্ব পৰিলক্ষিত হয়। মহিলাৰ পৰম্পৰাগত সাজপাৰবোৰ হৈছে— ক'লা ৰঙৰ 'ছিন্' অৰ্থাৎ মেখেলা, কঁকালত মৰা 'ছাইকাপ্' অৰ্থাৎ পেটী, গাত পিন্ধা 'চ্যু' অৰ্থাৎ চোলা, কঁকালত 'ছাইকাপ'ৰ তলত পিন্ধা লংবাত' অৰ্থাৎ ৰিহা, গাত ছটিয়াই লোৱা 'ফা-মাই' অৰ্থাৎ চাদৰ আদিয়েই প্ৰধান। বিয়াৰ পাছত মহিলাই সেন্দূৰ নলয় বাবে সাজপাৰৰ পৰাই এগৰাকী মহিলা বিয়া হোৱা নে নোহোৱা বুজিব পাৰি। অবিবাহিতা মহিলাই 'ছিন' অৰ্থাৎ মেখেলাখন কঁকালত গাঁঠি মাৰি পিন্ধে আৰু বিবাহিতা মহিলাই বুকুত গাঁঠি মাৰি পিন্ধে।

টাই-খাময়াং পুৰুষসকলৰ পৰম্পৰাগত সাজপাৰবোৰৰ ভিতৰত 'ফা-লুং' অৰ্থাৎ লুঙী, 'চ্যু' অৰ্থাৎ চোলা, 'ফা-চেত' অৰ্থাৎ গামোছা আৰু 'পক্খ' অৰ্থাৎ পাগুৰি আদিয়েই প্ৰধান। অৱশ্যে সাজপাৰৰ ক্ষেত্ৰত যথেষ্ট পৰিৱৰ্তন দেখা গৈছে।

**অলংকাৰ ঃ**

টাই-খাময়াং মহিলাসকলে সোণ-ৰূপৰ 'কাত্-কাও' অৰ্থাৎ খোপাত মৰা ফুল, হাতত ডেনটান' অৰ্থাৎ মুঠিখাৰু, ডিঙিত সোণ-ৰূপৰ 'পয়-খাম' বা 'পয়-ঙন্ন' অৰ্থাৎ গেজেৰামণি আৰু হাতৰ আঙুলিত 'লাক্ছপ' অৰ্থাৎ আঙঠি, কাণত 'পাট্' অৰ্থাৎ জাংফাই আদি পৰম্পৰাগত অলংকাৰ পৰিধান কৰে। তদুপৰি বিবাহ অনুষ্ঠানত কইনাই উল্লেখিত অলংকাৰবোৰৰ উপৰি 'বেন-ফাক্' অৰ্থাৎ গামখাৰু

পৰিধান কৰে। এইবিলাক পৰম্পৰাগত অলংকাৰৰ উপৰিও টাই-খাময়াং মহিলাসকলে বৰ্তমান বজাৰত পোৱা বিভিন্ন অলংকাৰো পৰিধান কৰে।

**ধৰ্ম ঃ**

টাই-লাময়ংসকল থেৰাবাদী বৌদ্ধধৰ্মী। ভগৱান বুদ্ধই তেওঁলোকৰ ভগৱান। তদুপৰি বৌদ্ধধৰ্মৰ বহিৰ্ভূত কিছু অপদেৱতাও টাই-খাময়াংসকলে বিশ্বাস কৰে। তেওঁলোকে অসমত থকা অন্যান্য টাইসকলৰ দৰেই একে পদ্ধতিৰে ভগৱান বুদ্ধক উপাসনা কৰে। প্ৰত্যেক গাঁৱতেই একোটাকৈ বৌদ্ধ বিহাৰ 'কিয়ং চাং' থাকে। বিহাৰৰ ওচৰতে এটা 'পেগুদা' অৰ্থাৎ মন্দিৰ থাকে। বিহাৰত সৰু-ডাঙৰ অনেক বুদ্ধ মূৰ্তি আৰু টাই ভাষাৰ ধৰ্মীয় পুথিসমূহ সযতনে ৰাখে। বুদ্ধক পূজা বা উপাসনা কৰোঁতে টাই আৰু পালি ভাষা ব্যৱহাৰ কৰে। ধৰ্মীয় কাম-কাজবোৰ গাঁৱৰ ৰাইজে মিলিজুলি কৰে। তেওঁলোকে বৌদ্ধধৰ্ম গ্ৰহণ কৰাৰ আগতে তাওধৰ্মী আছিল বুলি বিশ্বাস কৰে[৩৩]।

**উৎসৱ-অনুষ্ঠান ঃ**

টাই-খাময়ংসকলে বিভিন্ন ধৰ্মীয় উৎসৱ-অনুষ্ঠান প্ৰতি বছৰে অতি উলহ-মালহেৰে পালন কৰি আহিছে। তলত তাৰে কেইটামানৰ বিষয়ে পৰিচয় দিয়া হ'ল।

**পয়-চাংকেন ঃ**

ই এটা ধৰ্মীয় উৎসৱ। ব'হাগ মাহৰ প্ৰথম সপ্তাহত এই চাংকেন উৎসৱ অতি উলহ-মালহেৰে পালন কৰা হয়। উৎসৱৰ দিনা ধৰ্মীয় নিয়মেৰে শোভাযাত্ৰা কৰি বুদ্ধ মূৰ্তিসমূহ বিহাৰৰ 'প্লাং' অৰ্থাৎ বেদীৰ পৰা বাহিৰলৈ উলিয়াই অনা হয়। বিহাৰৰ গাতে সংলগ্ন হৈ থকা নাও এখনত পানী লৈ তাৰ ওপৰত 'ক্যংফা'ত বুদ্ধ মূৰ্তিসমূহক 'কুংপান' নামৰ এবিধ বিশেষ যন্ত্ৰৰে বিশেষ পদ্ধতিৰে গা ধুৱায়। বুদ্ধ মূৰ্তিসমূহক প্ৰথমতে বিহাৰৰ ভিক্ষুজনে গা ধুৱায় আৰু তাৰ পাছতহে অন্যান্যসকলেও একে পদ্ধতিৰে একাদিক্ৰমে মূৰ্তিসমূহক গা ধুৱাই মনৰ আশা পূৰ্ণ হোৱাৰ কামনা কৰে। এই উৎসৱত বুদ্ধ মূৰ্তিসমূহক গা ধুৱাই থকা সময়ত ইজনে সিজনৰ গালৈ পানী ছটিওৱা ছটি কৰি আনন্দ কৰে। ইয়াৰ তিনিদিনৰ পাছত গাঁৱৰ সকলোৰে মংগল কামনাৰে পুনৰ মূল বেদিত বুদ্ধ মূৰ্তিসমূহ স্থাপন কৰি 'মাংলা মৌং' অনুষ্ঠান পাতি পয়-চাংকেন উৎসৱৰ সামৰণি মাৰে[৩৪]।

**মাইকো-চুম্-ফাই ঃ**

মাঘী পূৰ্ণিমাত টাই খাময়াংসকলেও অন্যান্য টাইসকলৰ দৰে মেজি জ্বলাই 'মাইকো-চুম্-ফাই' উৎসৱ পালন কৰে। তেওঁলোকৰ মেজিটোৰ তলৰ অংশ





অষ্টকোণীয়া আৰু ওপৰ অংশ চাৰিকোণীয়া। মেজিটোত খৰিবোৰ তৰপে তৰপে এনেদৰে জপা হয় যে মেজিটো দেখিবলৈ যাতে কলডিলটোৰ দৰে হয়। মেজিৰ ওপৰত চাকু, টানখন আদি সজাই ভিক্ষুৰ হতুৱাই মংগল-সূত্ৰ পাঠ কৰোৱাই মেজিটো ভগবানক দান কৰে অৰ্থাৎ বুদ্ধক জুই দান দিয়ে। নিশা ডেকা-গাভৰুসকলে মেজিটো পহৰা দিয়ে আৰু পুৱতি নিশা মেজিটো জ্বলাই দিয়ে। মেজিৰ ওপৰৰ অংশতহে জুই দিয়া হয়। ইয়াৰ পাছত ৰাইজে মিলিজুলি ভোজভাত খাই ৰং-ৰহইচ কৰি এই উৎসৱৰ সামৰণি মাৰে।

**পয়-অক্ৱা ঃ**

ইও এটা ধৰ্মীয় উৎসৱ। এই উৎসৱ লক্ষ্মীপূজাৰ সময়ত অৰ্থাৎ আহিন-কাতি মাহত পতা হয়। আহাৰৰ পূৰ্ণিমা তিথিৰ পৰা তেওঁলোকে তিনিমহীয়া বৰ্ষাব্ৰত পালন কৰে। এই তিনিমহীয়া বৰ্ষাব্ৰত আৰম্ভ হোৱাৰ পৰা প্ৰতি অষ্টমী, পূৰ্ণিমা, আৰু অমাৱস্যা আদি তিথিসমূহ ধৰ্মীয় ৰীতিৰে তেওঁলোকে পালন কৰে। প্ৰতি তিথিতেই গাঁৱৰ সকলোৰে বিহাৰলৈ গৈ পঞ্চশীল গ্ৰহণ কৰি ভিক্ষুৰ পৰা ধৰ্মৰ বাণী শুনে। প্ৰতিটো তিথি এনেদৰে পালন কৰাৰ পাছত শেষৰ মাহৰ শেষৰ তিথিটো অতি উলহ-মালহেৰে পালন কৰে। এইতিথিটোকেই 'পয়-অক্ৱা' বুলি কোৱা হয়। সেইদিনা বিহাৰলৈ গৈ সকলোৰে ফলমূল গ্ৰহণ কৰি সমূহীয়া প্ৰাৰ্থনা কৰে। পাছত সকলোৰে ভোজ-ভাত খাই এই উৎসৱৰ সামৰণি মাৰে।

এই ধৰ্মীয় উৎসৱকেইটাৰ উপৰি টাই-খাময়াংসকলে বুদ্ধ জয়ন্তী, কঠিন চীৱৰ দান, পয়-লোং, পয় খাময়াং, পয় থামকে, পয়-লু-লিক্, পয়-লুক-ফ্ৰা আৰু পয়-লু-ক্যাং আদি উৎসৱসমূহো অতি উলহ- মালহেৰে পালন কৰে[৩৫]।

**ভাষা ঃ**

টাই-খাময়াংসকলৰ ভাষা মূলতঃ টাই ভাষা হ'লেও আহোমসকলৰ দৰে তেওঁলোকৰ প্ৰায়ভাগেই অসমীয়া ভাষাকো মাতৃভাষাৰূপে গ্ৰহণ কৰিছে। সেয়েহে সংস্কৃতিৰ ক্ষেত্ৰত আটাইকেইখন জিলাৰ খাময়াংসকলৰ মিল থাকিলেও সংস্কৃতিৰে অন্যতম উপাদান ভাষাৰ ক্ষেত্ৰত অমিল পৰিলক্ষিত হয়। কিয়নো টাই-খাময়াং ভাষাটো কেৱল তিনিচুকীয়া জিলাৰ মাৰ্ঘেৰিটাৰ পাৱৈমুখ গাঁৱৰ বয়সিয়াল লোকসকলেহে ঘৰুৱা জীৱনত ব্যৱহাৰ কৰে। বাকী যোৰহাট, গোলাঘাট আৰু শিৱসাগৰ জিলাৰ খাময়াংসকলে সকলো ক্ষেত্ৰতে অসমীয়া ভাষাহে ব্যৱহাৰ কৰে। অৱশ্যে তেওঁলোকৰ কথিত অসমীয়া ভাষাত যথেষ্ট টাই-খাময়াং শব্দ ব্যৱহাৰ হোৱা দেখা যায়। ফলস্বৰূপে তেওঁলোকৰ কথিত অসমীয়া ভাষাই

সুকীয়া ৰূপত গঢ় লৈ উঠিছে। তলত টাই-খাময়ংসকলে প্ৰত্যাহিক জীৱনত ভাষাৰ আদান-প্ৰদান কৰোঁতে কথিত অসমীয়া ভাষাত ব্যৱহাৰ কৰা কেইটামান টাই-খাময়াং শব্দ উল্লেখ কৰা হ'ল—

| | | |
|---|---|---|
| চাই | — | ককাই |
| মে | — | আই/মা |
| পো | — | দেউতা |
| পুথাও | — | মাকৰ দেউতাক |
| পা | — | বাপেকৰ বায়েক |
| নাঙ্ | — | ভনী |
| চম-চেত্-ৰান | — | মৃতকৰ শ্ৰাদ্ধ |
| পান্-লুং | — | বিয়াৰ এক পদ্ধতি |
| পান্-অন | — | বিয়াৰ এক পদ্ধতি |
| চাওলি | — | বিয়াৰ এক পদ্ধতি |
| চাং তাও | — | চমজাই দয়া |
| খাওলাম | — | চুঙা চাউল |
| খাওতেক | — | আখৈ |
| খাওপুক | — | খুন্দপিঠা |
| তাংতেপ | — | তিনিচুকীয়াকৈ বনোৱা পিঠা |
| পা-নাও | — | শুকতি |
| ফাক্-থাম | — | পিটিকা |
| ছিন্ | — | মেখেলা |
| ছাইকাপ | — | কঁকালত মৰা পেটী |
| চ্যু | — | চোলা |
| লংবাত | — | ৰিহা |
| ফা-মাই | — | চাদৰ |
| ফা-লুং | — | লুঙি |
| ফা-চেত | — | গামোচা |
| কাত্-কাও | — | খোপাত মৰা ফুল আকৃতিৰ অলংকাৰ |
| বেন্ টান | — | মুঠখাৰু |
| বেন্ ফাক | — | গামখাৰু |
| লাক্ ছপ | — | আঙঠি ইত্যাদি |





**লিপি আৰু সাহিত্য ঃ**

টাই-খাময়াংসকলৰ নিজা লিপি আছে। সেই লিপি টাই ভাষাৰ বৃত্তাকাৰী লিপি। মৌখিক সাহিত্যত খাময়াংসকল যথেষ্ট চহকী। তেওঁলোকৰ মাজত অসংখ্য সাধুকথা, ফকৰা-যোজনা, আদি সংৰক্ষিত হৈ আছে। কিন্তু লিখিত সাহিত্যৰ দিশত খাময়াংসকল যথেষ্ট পিছপৰি আছে। অৱশ্যে তেওঁলোকৰ মাজত কিছু লিখিত সাহিত্যও পোৱা যায়। টাই-খাময়াংসকলে বৌদ্ধ বিহাৰলৈ দান কৰা পুথিবোৰৰ কিছুমান টাই লিপিৰে হাতে লিখা পুথি। কোনো লোকৰ মৃত্যু হ'লে মৃতকৰ আত্মাৰ সদগতিৰ অৰ্থে আত্মীয়সকলে এনে হাতে লিখা পুথি বৌদ্ধ বিহাৰত দান দিয়ে। এনে অনেক পুথি বৌদ্ধ বিহাৰ বিলাকত সংৰক্ষিত হৈ আছে। পুথিসমূহ পালি ভাষাত ৰচনা কৰা ত্ৰিপিটক বা জাতকৰ পৰা টাই ভাষালৈ অনুবাদ কৰা।

বৰ্তমান তেওঁলোকে নিজৰ ইতিহাস, ভাষা-সমাজ-সংস্কৃতি আদি দিশত অসমীয়া ভাষাৰে প্ৰবন্ধপাতি, গ্ৰন্থ আদি লিখা-মেলা কৰা দেখা গৈছে। তাৰেই ফলশ্ৰুতিত জন্ম হৈছে 'তাই খাময়াং বুৰঞ্জী'শীৰ্ষক এখন মূল্যৱান গ্ৰন্থ। এই বুৰঞ্জী প্ৰণয়ন সমিতিয়ে সম্পাদনা কৰি প্ৰকাশ কৰে। গ্ৰন্থখনিত টাই-খাময়াংসকলৰ ইতিহাস, সমাজ , সংস্কৃতি আদি দিশবোৰ সন্নিৱিষ্ট হৈছে। তদুপৰি অৰুণাচল প্ৰদেশৰ চাংলাং জিলাৰ কুমচাই গাঁৱৰ লাইঠন মৌকেই ২০০৮চনত টাই খাময়াং ভাষাৰ ওপৰত ভিত্তি কৰি ৰচনা কৰা অতি মূল্যৱান গ্ৰন্থখন হৈছে— 'তাই ভাষাৰ শিক্ষা' (Likson Kham Tai)। ভাষা বিষয়ক এইগ্ৰন্থখনিত টাই-খাময়াং, অসমীয়া আৰু ইংৰাজী ভাষা ব্যৱহাৰ কৰাৰ উপৰি টাই-খাময়াং, অসমীয়া আৰু ৰোমান লিপি ব্যৱহাৰ কৰা হৈছে।

টাই-খাময়াংসকলৰ উপৰি অসমৰ অন্য লেখক-সাহিত্যিক সকলেও বিভিন্ন সময়ত এই জনগোষ্ঠীটোৰ ভাষা, সমাজ, সংস্কৃতি আদি দিশত ভালেমান প্ৰবন্ধ পাতি লেখা-মেলা কৰা দেখা গৈছে। প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য সম্পাদিত 'অসমৰ জনজাতি' (১৯৬২) শীৰ্ষক গ্ৰন্থত নৰা বা খাময়াংসকলৰ চমু পৰিচয় আগবঢ়াইছে। সৰ্বনন্দ ৰাজকুমাৰে 'ভীমকান্ত বৰুৱাৰ 'অসমৰ ভাষা (১৯৮৯), Stephen Moreyৰ 'The Tai Languages of Assam–a grammar and texts (২০০৫)', উপেন ৰাভা হাকাচামৰ 'অসমীয়া আৰু অসমৰ ভাষা-উপভাষা' (২০০৯) শীৰ্ষক গ্ৰন্থতিনিখনত টাই-খাময়াং ভাষা সম্পৰ্কে চমু আলোচনা সন্নিৱিষ্ট হৈছে। অন্যহাতে প্ৰভাত শৰ্মাই 'Change and Continuty among the Tai-Khamyang of Assam' (2001)' শীৰ্ষক প্ৰকাশিত গৱেষণাগ্ৰন্থত খাময়াংসকলৰ

সমাজৰ পৰম্পৰা আৰু পৰিৱৰ্তন সম্পৰ্কে আলোচনা কৰিছে। তদুপৰি বিভিন্ন আলোচনী, স্মৃতিগ্ৰন্থ আদিত টাই-খাময়াং সমাজ-সংস্কৃতি সম্পৰ্কীয় ভালেমান প্ৰৱন্ধ সিঁচৰিত হৈ আছে।

**উপসংহাৰ ঃ**

অসমৰ বিভিন্ন টাই-খাময়াং অধ্যুষিত অঞ্চল পৰিভ্ৰমণ কৰি দেখা যায় যে অসমৰ অন্যান্য টাইসকলৰ দৰে তেওঁলোকেও নিজা টাই-খাময়াং সংস্কৃতি জীয়াই ৰাখিছে। তেওঁলোকৰ সংস্কৃতিৰ অনেক দিশত ধৰ্মীয় প্ৰভাৱ পৰিলক্ষিত হয়। কিন্তু সময়ৰ পৰিৱৰ্তনৰ লগে লগে বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ উন্নতি তথা শিক্ষাৰ প্ৰভাৱে তেওঁলোকৰ সংস্কৃতিলৈ দুই-এটা দিশত কিছু পৰিৱৰ্তন আনিছে বুলি ক'ব পাৰি। তদুপৰি দীৰ্ঘদিন ধৰি বৃহত্তৰ অসমীয়া সমাজৰ লগত একেলগে বসবাস কৰাৰ ফলত তেওঁলোকৰ সংস্কৃতিত অসমীয়া সংস্কৃতিৰ প্ৰভাৱ পৰিচে। সেয়েহে অসমৰ টাই-খাময়াংসকলে নিজা পৰম্পৰাক ধৰি ৰাখিও সময়ৰ পৰিৱৰ্তনক আদৰি লৈছে। বৰ্তমান টাই-খাময়াংসকলে তেওঁলোকৰ নিজা ভাষা-সংস্কৃতি সংৰক্ষণ কৰাত আৰু অক্ষুণ্ণ ৰখাত যথেষ্ট গুৰুত্ব দিয়া পৰিলক্ষিত হৈছে।

**প্ৰসংগ-সূত্ৰ ঃ**

১। বলীন সন্দিকৈ, টাই-টুৰুং ভাষা ঃ এটি বৰ্ণনাত্মক অধ্যয়ন, ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অপ্ৰকাশিত গৱেষণা গ্ৰন্থ, পৃঃ ২।

২। ভীমকান্ত বৰুৱা; অসমৰ ভাষা, পৃঃ২৪।

৩। ক...এনেতে দৈবাৎ কুং কং দেশৰ নইচান্ ফা নৰা ৰাজাই চোমদেউক বিচাৰি নেপাই চুকাফাই হেন ভাবি চুকাফ ৰজাক ধৰিবলৈ মানুহ পঠালে।২৩।।

সেই মানুহে খেদি আহি চুকাফা ৰজাক লগ নাপাই যি ঠাইৰে পৰা উলটি গ'ল সেইখিনি ঠাইকে নৰা-ওলটা বোলে। (হৰকান্ত বৰুৱা সদৰামিনৰ অসম বুৰঞ্জী, সূৰ্য কুমাৰ ভূঞা (সম্পাধ, পৃঃ ১১)

খ.... পাচে সংশয় কৰি তাচুলায়ে,টাই তিপামে, তামাৰদেৰে, এই তিনিয়ে দ্ৰোহ কৰি নৰা ৰাজ্যলৈ পলাই গৈ সকলো কথা চুৰুং ফা নৰা ৰজাত ক'লৈগৈ,... (দেউ ধাই অসম বুৰঞ্জী; সূৰ্য কুমাৰ ভূঞা (সম্পা), পু-৯)

৪। ভীমকান্ত বৰুৱা; পূৰ্বোল্লিখিত, পৃঃ ৪৯

৫। তাই খাময়াং বুৰঞ্জী; তাই খাময়াং বুৰঞ্জী প্ৰণয়ন সমিতি, পৃঃ ৬-৭,

৬। G. A. Grierson, Linguistic Survey of India, Voll-II, p.-64

৭। Sir G. A. Grison, op, Cit. p. 65





৮। তাই খাময়াং বুৰঞ্জী; পূৰ্বোল্লিখিত, পৃঃ ৩৭

৯। ... তাৰো পৰা নামতিলিক-কাংতাই পালেহি। তাৰ পৰা লাক্‌নি কাপ্‌চ্যেউশকত খামজাং পালেহি। ...পাচে চুকাফা ৰাজাদেৰে কাংজাং মুঙ্গক খামজাঙ্গত হৈ আহিল (দেউধাই অসম বুৰঞ্জী; সূৰ্য কুমাৰ ভূঞা (সম্পা) পৃঃ ৬)

১০। তাই খাময়াং বুৰঞ্জী; পূৰ্বোল্লিখিত, পৃঃ ৩০

১১। বন্তি ৰাণী গগৈ ফুকন; অসমৰ বৌদ্ধ ধৰ্মাৱলম্বী টাইসকলৰ জনজীৱনত এভূমুকি, পৃঃ ৫৯

১২। Sir G. A. Grison, op, Cit. p. 59

১৩। তথ্য দাতা- মুহী চন্দ্ৰ শ্যাম (৮৮), চলা মণিটিং গাঁও, শিৱসাগৰ, ০৬/১১/২০০৯

১৪। তাই খাময়াং বুৰঞ্জী; পূৰ্বোল্লিখিত, পৃঃ ২৭—৩০

১৫। সূৰ্য কুমাৰ ভূঞা (সম্পা); দেউধাই অসম বুৰঞ্জী, পৃঃ ৬

১৬। তাই খাময়াং বুৰঞ্জী; পূৰ্বোল্লিখিত, পৃঃ ৩-৩৪

১৭। সূৰ্য কুমাৰ ভূঞা(সম্পা); হৰকান্ত বৰুৱা সদৰামিনৰ অসম বুৰঞ্জী, পৃঃ ১৮

১৮। তাই খাময়াং বুৰঞ্জী; পূৰ্বোল্লিখিত, পৃঃ ১৪

১৯। তাই খাময়াং বুৰঞ্জী; পূৰ্বোল্লিখিত, পৃঃ ৩৭-৪০

২০। উল্লিখিত; পৃঃ ৪৬-৫১

২১। Rai Sahib Golap Chandra Barua (ed.??); Ahom Buranji, p. 364.

২২। তাই খাময়াং বুৰঞ্জী; পূৰ্বোল্লিখিত, পৃঃ ৬০,

২৩। উল্লিখিত; পৃঃ ৬১

২৪। তথ্য দাতা— নাৰ্গিছ শ্যাম (৩৭), দি?? পানীগাঁও, শিৱসাগৰ ০৬/১০/২০০৯

২৫। তাই থাময়াং বুৰঞ্জী, পূৰ্বোল্লিখিত, পৃঃ ১০৪

২৬। তথ্যদাতা— প্ৰফুল্ল শ্যাম (৫৫), চলাপথাৰ শ্যামগাঁও, শিৱসাগৰ, ০৭/১০/২০০৯

২৭। তথ্যদাতা— দনীকী শ্যাম (৮০), চলা মনিটিং গাঁও, শিৱসাগৰ, ০৬/১১/২০০৯

২৮। তাই খাময়াং বুৰঞ্জী; পূৰ্বোল্লিখিত, পৃঃ ১৮,

২৯। তথ্যদাতা— কনছেং শ্যাম (৪৩), চলাপথাৰ শ্যামগাঁও, শিৱসাগৰ, ০৭/১০/২০০৯

৩০। তথ্যদাতা— প্ৰফুল্ল শ্যাম (৫৫), চলাপথাৰ শ্যামগাঁও, শিৱসাগৰ,

০৭/১০/২০০৯

৩১। তথ্যদাতা উল্লিখিত

৩২। তথ্যদাতা— মালৰিকা শ্যাম (৪০), চলাপথাৰ শ্যামগাঁও, শিৱসাগৰ, ০৭/১০/২০০৯

৩৩। তাই খাময়াং বুৰঞ্জী, পূৰ্বোল্লিখিত, পৃঃ ৭৯

৩৪। তথ্যদাতা— মুহীচন্দ্ৰ শ্যাম (৮৮), চলা মণিটিং গাঁও, শিৱসাগৰ, ০৬/১১/২০০৯

৩৫। দূবৰি শৰ্মা তামুলী; 'টাই-খাময়াং জনগোষ্ঠীৰ কেইটামান উৎসৱ', লু-লান-চি, অষ্টম সংখ্যা, ২০০৮, ভীমকান্ত বৰুৱা (সম্পা) পৃঃ ১৮-২০

ড° বলীন সন্দিকৈ
প্ৰবক্তা, অসমীয়া বিভাগ
মৰাণ মহাবিদ্যালয়
মৰাণহাট, শিৱসাগৰ
ভ্ৰাম্যভাষ ঃ ৯৪৩৫৪২৯৭৪২(ম'বাইল)





# চিংফৌ জনজাতি ঃ সমীক্ষাত্মক অধ্যয়ন

ৰুমী খালেন

**পৰিচয় আৰু ভৌগোলিক অৱস্থান ঃ**

বিভিন্ন সময়ত বিভিন্ন কাৰণত অসমলৈ আহি অৱশেষত অসমৰ সাৰুৱা ভূমিত স্থায়ীভাৱে বসবাস কৰি অসমীয়া জাতি আৰু সংস্কৃতিলৈ অৱদান আগবঢ়াই অসমীয়া সংস্কৃতি সৃষ্টিত অৰিহণা যোগোৱা এক অন্যতম জনগোষ্ঠী হৈছে চিংফৌ জনগোষ্ঠী। চিংফৌ জনগোষ্ঠীৰ লোকসকল উত্তৰ-পূৰ্বাঞ্চলত বসবাস কৰা দেখা যায়। ঘাইকৈ অসমৰ পূব প্ৰান্তৰ সীমান্তত আৰু অৰুণাচল প্ৰদেশত চিংফৌসকল বসবাস কৰি আছে। জনশ্ৰুতি অনুসৰি চিংফৌসকলৰ আদি বাসস্থান আছিল 'মুজই চিংৰা বুম্'। পাছলৈ পাটকাই পাৰ হৈ আহি তেওঁলোকৰ কিছুমান ঠাল অসমৰ শদিয়াত বসতি কৰিবলৈ লয়. সৰ্বানন্দ ৰাজকুমাৰৰ 'চিংফৌ জনগোষ্ঠী' নামৰ পুথিখনৰ আগকথাত উল্লেখ কৰিছে যে খৃঃ অষ্টাদশ শতাব্দীৰ শেষভাগত চিংফৌসকলে অসমত প্ৰৱেশ কৰিছিল। শ্ৰী প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্যৰ দ্বাৰা সম্পাদিত 'অসমৰ জনজাতি' নামৰ গ্ৰন্থত ড° মহেশ্বৰ নেওগদেৱে উল্লেখ কৰিছে যে 'হান্নে চাহাবৰ মতে, বৰ্মাৰ ইৰাৱতী নৈৰ পূব শাখাৰপাৰৰ কাকু বা কাখ্যেন্‌সকলেৰে চিংফৌসকল একে।' এই লোকসকলে উত্তৰ স্বান সাম্ৰাজ্য ভাগি যোৱাৰ পিছত আনৰ ৰাজ্য আক্ৰমণ কৰিবলৈ আৰম্ভ কৰে। আৰু উজনি অসম আৰু ভামোৰ মাজৰ প্ৰায় সমস্ত অঞ্চল নিজৰ দখললৈ নিয়ে। ১৭৯৩ চন মানত গৌৰীনাথ সিংহৰ দিনত চিংফৌসকল অসমত প্ৰৱেশ কৰে। মেকেঞ্জী চাহাবৰ টোকাত উল্লেখ আছে যে ১৮২৫ চনত পোন প্ৰথম বাৰৰ বাবে এদল চিংফৌক পাটকাইৰ পশ্চিমভাগত দেখা গৈছিল। মাৰ্ঘেৰিটা মহকুমাৰ কেটেটং অঞ্চলৰ এজন চিংফৌ বয়োজ্যেষ্ঠ ব্যক্তি শ্ৰীযুত ভুপেশ্বৰ নিংদা দেৱে ব্যক্ত কৰিছিল যে খ্ৰীষ্টপূৰ্ব প্ৰায় ৮০০ৰ পৰা ৭০০ চনৰ ভিতৰত চিফৌসকলে মংগোলীয়ৰ পৰা প্ৰব্ৰজন হৈ আহি তিব্বতৰ মালভূমিত কেইবাশ বছৰ বসবাস কৰাৰ পিছত খ্ৰীষ্টপূৰ্ব প্ৰায় এশ বছৰ পূৰ্বে

চাম্পো নৈয়েদি ভটিয়াই ব্ৰহ্মপুত্ৰ হৈ সৌমাৰৰ উত্তৰ-পূব খণ্ডত প্ৰৱেশ কৰে। এই সম্পৰ্কে চীন দেশৰ বুৰঞ্জী (চিদুলাবউ পৃঃ ১)ত উল্লেখ আছে। ভবানন্দ বুঢ়াগোহাঁই দেৱৰ 'শদিয়াৰ বুৰঞ্জী' পুথিখনত উল্লেখ আছে যে ১৮০০ খ্ৰীষ্টাব্দত দেখা দিয়া খামটি বিদ্ৰোহৰ সময়ত চিংফৌ নায়ক লুথঃ গামে আহোমক পাৰ্যমানে সহায় কৰিছিল। ড° সূৰ্যকুমাৰ ভূঞাই সম্পাদনা কৰা 'দেওধাই বুৰঞ্জী'ত উল্লেখ আছে যে চুকাফাৰ লগত অসমত প্ৰৱেশ কৰা বহুকেইজন ব্যক্তিৰ নাম চিংফৌ নেতাৰ নামৰ সৈতে সাদৃশ্য থকা। সেইসকলৰ ভিতৰত মিৰিপ ব্ৰাং, লিচু ব্ৰাং, খাসমাং, লাঘেপ, টাংখুন লা ইত্যাদি উল্লেখযোগ্য এই চিংফৌ নেতাসকলৰ লগত তেওঁলোকৰ অনুচৰসকলো চুকাফাৰ সহযোগী হিচাপে অহাটো অনুমান কৰিব পাৰি।

যি কি নহওক, বাৰশ শতিকামানতেই চিংফৌসকল অসমত প্ৰৱেশ কৰিছিল যদিও অসম বুৰঞ্জীত কেইবাশ বছৰৰ চিংফৌসকলৰ সম্পৰ্কে তথ্য পোৱা নাযায়। কাৰণ বুৰঞ্জী লিখাৰ পৰম্পৰা চিংফৌসকল মাজত নাছিল। অৱশ্যে পুৰুষানুক্ৰমে তেওঁলোকৰ মৌখিক বুৰঞ্জী প্ৰচলিত হৈ অহা দেখা যায়। এতেকে মুখ বাগৰি অহা বাবেই চিংফৌসকলৰ ইতিহাসৰ পৰা বহু তথ্য হেৰাই যোৱা দেখা যায়। অসমৰ ইংৰাজসকলৰ বিভিন্ন টোকাত চিংফৌসকলৰ সম্পৰ্কে কিছু তথ্য পোৱা যায়।

চিংফৌসকলে প্ৰথমে পাটকাইৰ নামনিৰ টেঙাপানী অঞ্চলত আৰু বুঢ়ীদিহিং নৈৰ পাৰৰ নামৰূপ অঞ্চলত গাঁও পাতি বসবাস কৰিবলৈ লয়। চিংফৌসকলক অসমত চিংফৌ বুলি জনা যায় আৰু ম্যানমাৰত কাচিন বুলি নামকৰণ কৰা হয়। আনহাতে চীন দেশত এওঁলোকক চিংফৌ নামেৰে জনা যায়। ভাৰতবৰ্ষৰ অসম আৰু অৰুণাচলত বিশেষভাৱে চিংফৌ জনগোষ্ঠীৰ লোকসকলে বসবাস কৰি আছে। তেওঁলোকৰ পাঁচটা ফৈদ দেখা যায়।— ১। মিৰিপ (Marip), ২। লুংথ (Lahtaw), ৩। লাফাই (Lahtai), ৪। ইনখুম (Ntikum) আৰু মৰাণ। চিংফৌসকলৰ প্ৰতিখন গাঁৱত একোজনকৈ গাম আছিল। বিছা, নিংৰু, দুফা, লংথ আদি ক্ষমতাসম্পন্ন নেতাই নিজ নিজ এলেকাত গাম হিচাপে শাসন চলাইছিল। চিংফৌসকল যুদ্ধপ্ৰিয় আছিল আৰু বন্দুক বাৰুদৰ সৈতে সহবাস কৰিছিল। চিংফৌ নেতাসকলৰ মাজত একতাৰ ভাব নথকাৰ সুযোগ লৈ ইংৰাজে ১৮২৬ চনৰ মে' মাহৰ ৫ তাৰিখে ব্ৰিটিছ চিংফৌ চুক্তি সম্পাদিত কৰে। ব্ৰিটিছে ১৮২৬ চনৰ ইয়াণ্ডাবু সন্ধিৰ পিছতো চিংফৌসকলক নিয়ন্ত্ৰণ কৰিব পৰা নাছিল বাবেই সুকীয়াকৈ ব্ৰিটিছ চিংফৌ চুক্তি





স্বাক্ষৰিত কৰিব লগা হৈছিল। কিন্তু ইংৰাজৰ বশ্যতা স্বীকাৰ নকৰি দফাগাম ব্ৰহ্মদেশলৈ গৈ পুনৰ ১৮৩৫ চনত উভতি আহি নবৈজন মানুহক হত্যা কৰি ব্ৰিটিছক প্ৰত্যাহ্বান জনালে। কিন্তু পৰৱৰ্তী সময়ত গামসকলে আত্মসমৰ্পণ কৰে। অৱশেষত কেপ্টেইন নিউফভিল চাহাবৰ উদ্যোগত ছহেজাৰ অসমীয়া বন্দী উদ্ধাৰ কৰা হয়। ১৮১৬ চনত ডেভিদ স্কট শদিয়ালৈ যাওঁতে চিংফৌ গাম সকলে তেওঁক লগ ধৰি শান্তি স্থাপনৰ বাবে উদ্যোগ গ্ৰহণ কৰে। ডেভিদ স্কটে বিচাগামক সকলো গামৰ ওপৰত গামপাতি এক নতুন আঁছনি প্ৰস্তুত কৰিলে। কিন্তু ব্ৰিটিছ শাসকসকলক চিংফৌসকলে শান্তিত থাকিবলৈ দিয়া নাছিল। ১৮৩০ চনত বিছা গামে খামটিসকলৰ সৈতে লগ হৈ ব্ৰিটিছৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰিছিল যদিও নিউফভিলে তাক ব্যৰ্থ কৰে। অৱশেষত চিংফৌসকলক দমন কৰাৰ অৰ্থে ব্ৰিটিছে এক অভিনৱ পন্থা হাতত লয়। চিংফৌ সমাজত কানিৰ প্ৰচলন আৰম্ভ কৰে আৰু ইংৰাজৰ এই বিহ অস্ত্ৰ প্ৰয়োগৰ ফলস্বৰূপে জাতিটো পংগু হৈ পৰে।

চিংফৌসকল সাধাৰণতে সুন্দৰ স্বাস্থ্যৰ অধিকাৰী আৰু কষ্টসহিষ্ণু দেহৰ অধিকাৰী। তেওঁলোকৰ গঢ়-পিট মংগোলীয় ধৰণৰ। পূৰ্বতে তেওঁলোক জড়ো পামক আছিল। বৰ্তমান অসমত বসবাস কৰা চিংফৌসকল বৌদ্ধ ধৰ্মাৱলম্বী। তেওঁলোকৰ নিজস্ব কথিত ভাষা আছে আৰু ৰোমান লিপি ব্যৱহাৰ কৰে। চিংফৌসকল অনুসূচিত জনজাতিৰ লোক। শিক্ষা-দীক্ষাৰ ক্ষেত্ৰত এতিয়াও তেওঁলোক যথেষ্ট পিছপৰা। কিন্তু এই জনগোষ্ঠীৰ সমাজ-সংস্কৃতি, আচাৰ-ব্যৱহাৰ তথা মৌখিক লোক সাহিত্য নিজস্ব গৰিমাৰে সমৃদ্ধ। অৰুনোদইৰ পাতত চিংফৌ বিৱৰণ শীৰ্ষক লেখাত থকা তথ্য মতে, চিংফৌ ৰাজ্যৰ চাৰিসীমা এনেধৰণৰ উত্তৰে-ব্ৰহ্মপুত্ৰ, পূবে মিচিমি পৰ্বত, দক্ষিণে পাটকাই পৰ্বত আৰু পশ্চিমে ন দিহিং মুখৰ পৰা পোনে পোনে বুঢ়ীদিহিং নদীৰ দক্ষিণলৈকে (অৰুণোদয় Vol-III, Sibsagar, Assam, August 1846 No. 8)। অৰুণাচল প্ৰদেশ হিচাপে বেলেগ ৰাজ্য হোৱাত চিংফৌসকল দ্বিবিভক্ত হৈ পৰিল। অৱশ্যে পূৰ্বৰ নিজস্ব পৰম্পৰা ৰাখি আজিও অসম আৰু অৰুণাচলত বসবাস কৰা চিংফৌসকল পৰম্পৰাৰ সৈতে সংযুক্ত হৈ আছে। বৰ্তমান অসমৰ পূৰ্ব প্ৰান্তৰ তিনিচুকীয়া জিলাৰ মাৰ্ঘেৰিটা মহকুমাৰ মাকুম মৌজা, বুঢ়ীদিহিং মৌজা আৰু টিৰাপ মৌজাত চিংফৌসকল বসবাস কৰি আছে। শিৱসাগৰ আৰু যোৰহাট জিলাতো বহুখিনি চিংফৌ বসবাস কৰি আছে। চিংফৌ শব্দৰ অসমীয়া অৰ্থ হৈছে মানুহ। কেইখনমান চিংফৌ গাঁৱৰ নাম এনেধৰণৰ— শিৱসাগৰ

জিলাৰ অন্তৰ্গত ঔগুৰি আৰু দীঘলী, তিনিচুকীয়া জিলাৰ মাৰ্ঘেৰিটা মহকুমাৰ অন্তৰ্গত ডুবুগা (দুৱাৰমৰা), মুংগাং গা (মুংগাংপথাৰ), ইন্দুম, উলুপ, কুৱাটু, বাহবাড়ী, পাং নাং, কেতেটাং, ইনথাং, ডিবং, নামদেং, বিছা, কুমচাই, পাংচুন, হাচাক, কথা, পাৱৈখূ (ভিতৰ পাৱৈ), খাজান গা (পাণবণাড়ী) গাঁও উল্লেখযোগ্য। বৰ্তমান অসমৰ বহুকেইখন ঠাইৰ নাম চিংফৌ খেলৰ নামৰ লগত মিল থকা দেখা যায়। যেনে শিৱসাগৰ বেতবাৰী অঞ্চলৰ উম্বন গাঁও (বনগাঁও), দিচাং পানী অঞ্চলৰ লাছেং গাঁও, ইয়াৰ উপৰিও লিংগাম, জাগুণ, লাজুম, মাইবং, দিৰাক ইত্যাদি ঠাইসমূহৰ নাম চিংফৌ খেলৰ নামৰ পৰা উদ্ভৱ হোৱা বুলি ভবাৰ থল আছে।

**বাসস্থান ঃ** অসমৰ আন আন বহুতো জনগোষ্ঠীৰ দৰে চিংফৌসকলেও চাংঘৰ সাজি বসবাস কৰে। সাধাৰণতে চাংঘৰবোৰ দীঘলীয়া হয়। যৌথ পৰিয়াল থকাৰ সুবিধাৰ বাবেই এই ব্যৱস্থা যেন লাগে। চিংফৌসকলৰ চাংঘৰৰ এক নিজস্ব আৰ্হি আছে। এই চাংঘৰসমূহ মাটিৰ পৰা প্ৰায় চাৰি-পাঁচ ফুট উচ্চতাত নিৰ্মাণ কৰা হয়। ঘৰৰ বেৰ বাঁহৰ গাটেৰে তৈয়াৰ কৰা হয়। ঘৰৰ খুঁটাসমূহ বাঁহ বা কাঠৰ। বৰ্তমান ইটা, বালি, চিমেণ্টেৰেও নিৰ্মাণ কৰা দেখা যায়। ওপৰলৈ উঠিবলৈ জখলাৰ ব্যৱস্থা থাকে। সেয়া বাঁহ, কাঠেৰে তৈয়াৰ কৰা হয়। ঘৰটোৰ সমুখভাগ খোলা থাকে। এই অংশত খেতিৰ নানা সঁজুলিৰ লগতে তিৰোতাসকলৰ তাঁতশাল আৰু তাঁতৰ সামগ্ৰী থাকে। ঘৰৰ পিছফালে বাচন ধোৱা, চাং এখন থাকে য'ত তেওঁলোকে ধান শুকোৱা কামো কৰে। পূজা-পাতল কৰাৰ অৰ্থে ঘৰৰ পূব দিশৰ কোঠাত থাপনা স্থাপন কৰা হয় য'ত বুদ্ধদেৱক উপাসনা কৰা হয়। ঘৰৰ প্ৰায় প্ৰতি কোঠাত জুইশাল থাকে। চাঙৰ ওপৰত জুইশাল তেওঁলোকে নিজা পদ্ধতিৰে তৈয়াৰ কৰি লয়। কাঠ বা বাঁহেৰে এটা আয়াকাৰ ফ্ৰেম সাজি তাক বাঁহেৰে গঁঠা হয় আৰু তাৰ ওপৰত গোবৰ মাটিৰ প্ৰলেপ দি চৌকা সাজি জুই জ্বলোৱাৰ ব্যৱস্থা কৰা হয়। চালৰ পৰা জুইৰ ওপৰত এখন চাং ওলমাই ৰাখে। উক্ত ধোঁৱাচাংখনত খৰিৰ লগতে মাছ, মঙহ শুকুৱাই ৰখা হয়। যদিও বৰ্তমান চিংফৌ সমাজলৈ আধুনিকতাৰ প্ৰভাৱ আহিছে তথাপি তেওঁলোকে পৰম্পৰাগত চাংঘৰ সাজি বসবাস কৰা আজিও দেখা যায়।

**সাজপাৰ ঃ** চিংফৌ জনগোষ্ঠীৰ লোকসকলৰ সাজপাৰো সুকীয়া। মহিলাসকলে 'খামুখমাং' পিন্ধে। ই চিংফৌ মহিলাৰ জাতীয় সাজপাৰ। ইয়াৰ উপৰিও বুকাং (মেখেলা), নুৱাত (মেঠনি), চিংকেত (কাপোৰৰ পেটি) পোছাকৰূপে ব্যৱহাৰ কৰে আৰু চুটি হাতৰ চোলা পিন্ধে। অবিবাহিতাই বুকুত





মেঠনি নেমাৰে। তেওঁলোকে 'কোম্ফাংপলং' নামৰ মণিযুক্ত এবিধ বিশেষ চোলাও ব্যৱহাৰ কৰে। পুৰুষসকলে বাকা বা বোপা (লুঙী) পিন্ধে। এই লুঙী বিভিন্ন সূতাৰ সংমিশ্ৰণেৰে চিংফৌ মহিলাসকলে বৈ উলিয়ায়। চিংফৌ পুৰুষে মূৰত পাগুৰী মাৰে। ইয়াক বিভিন্ন ৰঙৰ সূতাৰে সৰু সৰু গাৰি দি প্ৰস্তুত কৰা হয়। তিৰোতাসকলেও পুৰুষৰ দৰেই পাগুৰী মৰা দেখা যায়। সাধাৰণতে চিংফৌ মহিলাই খোপা বন্ধা দেখা যায় আৰু খোপাত ৰূপৰ অলংকাৰ মাৰে। ইয়াৰ উপৰিও মিনা কৰা মণি আৰু জাংফাই কেৰু-অলংকাৰ ৰূপে ব্যৱহাৰ কৰে। চিংফৌ পুৰুষসকলে দীঘল হাতৰ চোলা পিন্ধে আৰু 'য়ামফুলং' নামৰ চোলাবিধ চিংফৌ মুখিয়াল (দুৱা)সকলে পৰিধান কৰে। ৰঙা ৰঙৰ মোনা আৰু দীঘল তৰোৱাল লোৱাটো চিংফৌ সংস্কৃতিৰ এক বৈশিষ্ট্য। চিংফৌ জাতীয় উৎসৱ "স্বপংয়ঙ মানাও পায়' অনুষ্ঠানত নৃত্য কৰিবলৈ চিংফৌ মহিলাসকলে মানমৌ খ্ৰিং নামৰ এবিধ পোছাক পিন্ধে। এই পোছাক সাধাৰণতে ঠাণ্ডা জলবায়ু অঞ্চলত জনপ্ৰিয়। প্ৰতিগৰাকী চিংফৌ মহিলাই একোগৰাকী পাকৈত শিপিনী। আনকি বৃদ্ধাকো তাঁতৰ পাটত বহি থকা দেখা যায়। পুৰুষ-মহিলা উভয়ৰে বাবে প্ৰয়োজনীয় বস্ত্ৰ চিংফৌ মহিলাই বৈ উলিয়ায়। তেওঁলোকে সূতাত প্ৰাকৃতিক উপায়েৰে ৰং দিয়ে। অৱশ্যে ই কমি যোৱা দেখা গৈছে, কাৰণ বজাৰত বিভিন্ন ৰঙৰ সূতা বৰ্তমান সহজলভ্য। ফুলৰ চানেকীত ৰেখা, ত্ৰিভুজ কোণ, চতুৰ্ভুজ আদি দেখা যায়। 'নিজৰ কঁকালতে এছটা চামৰা লগাই ৰছীৰ সৈতে তাঁতখন কাঁকালত বান্ধি লৈ বয়' বুলি সৰ্বানন্দ ৰাজকুমাৰে 'চিংফৌ জনগোষ্ঠী' গ্ৰন্থত উল্লেখ কৰিছে। বৰ্তমান মাটি, শাল আৰু হেগুলুমাৰ ব্যৱহাৰো দেখা যায়। চিংফৌ সমাজত মৃতকৰ বাবে আছুতীয়াকৈ কাপোৰ বৈ থোৱা প্ৰথা বিদ্যমান। এই বস্ত্ৰক 'মিজিপ ওস্বা' বোলে।

**বিবাহ ঃ** চিংফৌ সমাজত বিবাহ তিনি প্ৰকাৰে সম্পন্ন হয়। সেয়া হৈছে ১। বৰ বিবাহ (চুকা অং), ২। অনুষ্টুপীয়া বিবাহ (ছিমাতলাম), ৩। পলুৱাই নিয়া বিবাহ (ফংগান)। চিংফৌ সমাজত মাকৰ ককায়েক বা ভায়েকৰ জীয়ৰীক বিবাহ কৰোৱাৰ এক পৰম্পৰা আছে। চিংফৌ দৰাই কইনাৰ ঘৰলৈ যোৱাৰ নিয়ম নাই। কইনা আনিবলৈ দুজন ঘটকৰ লগত এগৰাকী মহিলা আৰু এগৰাকী পুৰুষ যায়। তেওঁলোকে কইনা আনি দৰাৰ ঘৰত বিবাহকাৰ্য সম্পন্ন কৰে। দৰাপক্ষই কইনা পক্ষক গা ধন দিয়াৰ পৰম্পৰা দেখা যায়। এই গা ধনক 'ফাগাছী' বোলে। ইয়াত দহোবিধ সম্পদ দৰাপক্ষই কইনা পক্ষলৈ আগবঢ়াব লাগে। বৰ্তমান এই প্ৰথা এৰা ধৰাৰ মাজেৰে সম্পন্ন হোৱা দেখা যায়। দৰাৰ ঘৰত কইনাক নল

খাগৰি (গুমকাং) পুতি তাৰ মাজেদি আগুৱাই নিয়ে। বৌদ্ধ ধৰ্মীয় ৰীতি অনুসৰি বিবাহৰ পিছদিনা ধৰ্মগুৰুক নিমন্ত্ৰণ কৰি গুৰু সেৱা কৰাই নৱ বিবাহিতৰ আৰু পৰিয়ালটিৰ মংগল কামনা কৰা হয়।

**খাদ্যসম্ভাৰ ঃ** চিংফৌ সকল আমিষ ভোজী। তেওঁলোকে ভাত মূল খাদ্যৰূপে ব্যৱহাৰ কৰে আৰু মূল পানীয় ৰূপে ব্যৱহাৰ কৰে চাহ (ফালাপ)। চিংফৌসকলে কুকুৰাৰ ব্যৱহাৰ প্ৰায়বোৰ কামতে কৰে অৰ্থাৎ এওঁলোকৰ খাদ্যাভ্যাসৰ সৈতে কুকুৰাৰ সম্পৰ্ক অভিন্ন। ঘৰলৈ মান্যজন ফুৰিবলৈ আহিলে তেনে অতিথিক বুকুৰ পৰা মূৰলৈ অক্ষতভাৱে সিজোৱা কুকুৰাৰ আঞ্জাৰে আপ্যায়িত কৰিব পাৰিলে ইয়াক অতিথিৰ বাবে অতি সমাদৰ আৰু গৰাকীৰ বাবে গৌৰৱৰ কথা বুলি গণ্য কৰা হয়। এওঁলোকে খাদ্যত বনৰীয়া শাক-পাতৰ ব্যৱহাৰ কৰে। চিংফৌসকলে নিজা পদ্ধতিৰে কেঁচা চাহ পাতৰ পৰা চাহ খোৱাৰ উপযোগীকৈ ইয়াক তৈয়াৰ কৰি লয়। এই কথা সকলোৰে জ্ঞাত যে অসমত ব্ৰুচ চাহাবে বিছা গামৰ সহায়ত চাহ গছৰ সন্ধান পাইছিল। প্ৰধান খাদ্য হিচাপে ভাত আৰু তেল ব্যৱহাৰ নকৰাকৈ প্ৰস্তুত কৰা ব্যঞ্জন তেওঁলোকে গ্ৰহণ কৰে। চেৰা দি টোপোলা ভাত প্ৰস্তুত কৰে আৰু কৌপাতত এই টোপোলা কৰা হয়। টোপোলা ভাতক 'চাত মাকাই' বোলে। বিভিন্ন বনৰীয়া শাক-পাচলি আৰু মা-মছলাৰ পাতসমূহ সংগ্ৰহ কৰি নিজৰ ৰুচি অনুসৰি পাতত দি, চুঙাত দি, খৰিকাত দি আৰু উহোৱাই তেওঁলোকে সুস্বাদু ব্যঞ্জন প্ৰস্তুত কৰে। শাক-পাচলি তথা মাছ-মাংসত ঘৰত ৰোপন কৰি লোৱা মছলাৰ পাত ব্যৱহাৰ কৰে। মাছ-মাংস ধোঁৱাচাঙত ৰাখি শুকুৱাই সংৰক্ষণ কৰা প্ৰথা বিভিন্ন জনজাতিৰ মাজত দেখা যায়। কিন্তু চিংফৌসকলে মাছ-মাংস দীৰ্ঘদিনলৈ কেঁচাকৈ ৰাখিবলৈ এক অভিনৱ পদ্ধতি অৱলম্বন কৰে। নিমখ, চাউল মিহলি কৰি মাংসখিনি বাঁহৰ চুঙাত টানকৈ সোপা দি বহুদিনলৈ সংৰক্ষণ কৰি ৰাখে। ঠিক তেনেকৈ মাছ-টেঙা কৰি দীৰ্ঘ দিনৰ বাবে সংৰক্ষণ কৰি পিছত তাক খাদ্যৰূপে ব্যৱহাৰ কৰে। কেৱল মাছ-মাংসই নহয় লাই-মূলা আদি শাকৰ পাত টেঙা কৰি ৰাখি মাছৰ ব্যঞ্জন প্ৰস্তুত কৰোতে সেই টেঙা পাত প্ৰয়োগ কৰি খাদ্যৰূপে গ্ৰহণ কৰাও দেখা যায়। বেতগাজ, তৰা গাজলি, কলডিল, বাঁহগাজ, টকৌ গছৰ কোমল অংশ, কছু ইত্যাদিৰ লগতে কাঠফুলা আৰু বিভিন্ন জংঘলী শাকপাত তেওঁলোকে বিভিন্ন পদ্ধতিৰে প্ৰস্তুত কৰি খাদ্যৰূপে ব্যৱহাৰ কৰে।

বৌদ্ধ ধৰ্ম গ্ৰহণ কৰাৰ আগতে চিংফৌসকলৰ মাজত লাউপানী (চাপুপ) ব্যৱহাৰ কৰাৰ প্ৰথা আছিল। বৰ্তমান বৌদ্ধ ধৰ্মৰ প্ৰভাৱত এই পৰম্পৰা নাইকিয়া





হৈ অহা দেখা যায়।

**জন্ম-মৃত্যু সম্পৰ্কীয় লোকাচাৰ ঃ** প্ৰত্যেক জনগোষ্ঠীৰ জন্ম-মৃত্যু সম্পৰ্কীয় নিজস্ব আচাৰ-নীতি থকা দেখা যায়। ঠিক তেনেকৈ চিংফৌ জনগোষ্ঠীৰ লোকসকলেও জন্ম-মৃত্যু সম্পৰ্কীয় কিছুমান ৰীতি-নীতি মানি চলা দেখা যায়। চিংফৌ সমাজত নৱজাত শিশুৰ জন্ম হ'লে পূৰ্বতে বন্দুক ফুটোৱাই নৱজাত শিশুক স্বাগতম জনোৱাৰ নিয়ম আছিল। বৰ্তমান এই প্ৰথা লুপ্তপ্ৰায়। জন্মৰ চাৰি বা সাত দিনৰ দিনা নৱজাতকক ঘৰৰ বাহিৰলৈ অনা হয় আৰু শিশুৰ ভৰিৰে মাটি স্পৰ্শ কৰোৱায়। ইয়াৰ পিছত ধনু আৰু চাৰিপাট কাঁড় লৈ পূব, পশ্চিম, উত্তৰ, দক্ষিণ এই চাৰিওদিশলৈ একোপাটকৈ কাঁড় মাৰি শিশুটিক দিশৰ ধাৰণা দিয়া হয় আৰু সেইদিনাই শিশুটিৰ নামকৰণ কৰা হয়। চিংফৌ সমাজত সন্তান জন্ম হ'লে ডাঙৰৰ পৰা নিৰ্দিষ্ট ক্ৰম অনুসৰি নামকৰণ কৰা প্ৰথা আছে। প্ৰত্যেক চিংফৌ পৰিয়ালত ই প্ৰযোজ্য। যদি সন্তান ল'ৰা হয় তেনেহ'লে ক্ৰম অনুসৰি নাম হ'ব এনেধৰণৰ— প্ৰথম সন্তান- গাম, দ্বিতীয় সন্তান - নং, তৃতীয় সন্তান-লাঃ, চতুৰ্থ সন্তান- দুঃ, পঞ্চম সন্তান- টাং ইত্যাদি। ঠিক তেনেকৈ কন্যা সন্তানৰো নামকৰণ কৰা হয়। প্ৰথম সন্তান- কঃ, দ্বিতীয় সন্তান - লুঃ, তৃতীয় সন্তান- ৰই ইত্যাদি। ইয়াৰ পিছত সেই ল'ৰাটো বা ছোৱালীজনীৰ পৰিচয় হ'ব এনে ধৰণৰ যেনে 'চাইকৌ গাম' অৰ্থাৎ চাইকৌ উপাধী ধাৰী পৰিয়ালটোৰ ডাঙৰজন ল'ৰা বা 'নিংখী কঃ অৰ্থাৎ নিংখী পৰিয়ালৰ প্ৰথম জনী ছোৱালী। এনে ধৰণৰ নামকৰণৰ অভিনৱ পৰম্পৰা চিংফৌ জন সমাজত দেখা যায়।

চিংফৌ সমাজত পূৰ্বতে মৃতকক মাটিত পুতি সৎকাৰ কৰা হৈছিল। এই প্ৰথাক 'লুপথু-মাংবু' বোলে। বৰ্তমান বৌদ্ধ ধৰ্মৰ প্ৰভাৱৰ ফলত মৃতকক দাহ কৰাৰ প্ৰথা চিংফৌ সমাজত দেখা যায়। অৱশ্যে অপৈণত বয়সৰ ল'ৰা-ছোৱালী বা আঘাতত মৃত্যু হ'লে কেতিয়াও দাহ কৰা নহয়। মৰাৰ পিছত শটো আত্মীয়সকল গোট খোৱালৈকে এটা শৱাধাৰত ৰখা হয়। পূৰ্বতে আঘাতত মৃত্যু হ'লে এটা ম'হ-বলি দি ম'হৰ মূৰটো বাঁহ পুতি কেপেয়া কৰি তাতে আঁৰি ৰখা প্ৰথা আছিল। বৰ্তমান ই লুপ্ত হৈ আহিছে। চিংফৌ সমাজত লঘোণ দিয়া প্ৰথা নাই বৰঞ্চ যিমান আত্মীয় আহে সকলোকে ভালকৈ খাদ্যৰ যোগান ধৰে নহ'লে মৃতকৰ আত্মাই কষ্ট পাব বুলি তেওঁলোকে বিশ্বাস কৰে। মৃত্যুৰ সাত দিনত বৌদ্ধ ভিক্ষুক মাতি-আনি সকলো কাজ সম্পন্ন কৰা হয়। খাদ্য সামগ্ৰীৰ পৰা আৰম্ভ কৰি গেৰুৱা বসনলৈকে য'ত যি ব্যৱহাৰ্য সামগ্ৰী সাধ্য অনুসাৰে ডিস্বক দান কৰি মৃতকৰ আত্মাৰ মুক্তিৰ কামনা কৰা হয়।

**ধৰ্ম ঃ** বৌদ্ধ ধৰ্ম গ্ৰহণ কৰাৰ আগত চিংফৌসকলে বিভিন্ন দেৱতাক পূজা কৰিছিল। তেওঁলোকে বেমাৰ-আজাৰ, বিপদ-আপদ, অপায়-অমংগলৰ মূলতে কিছুমান অপদেৱতাৰ কুপ্ৰভাৱ বুলি ভাবি সেই বিলাকক সন্তুষ্ট কৰিবলৈ নানা পূজা-পাতল কৰিছিল। পৰৱৰ্তী কালত বৌদ্ধ ধৰ্ম গ্ৰহণ কৰি চিংফৌসকলে বুদ্ধদেৱক একমাত্ৰ উপাস্য দেৱতা বুলি জ্ঞান কৰে। চিংফৌ সকলৰ মাজত কোনো পুৰোহিত শ্ৰেণী বুলি নিৰ্দিষ্ট শ্ৰেণী নাই। এওঁলোক পৰজন্মত বিশ্বাসী আৰু বহু পৰিমাণে অন্ধসংস্কাৰী। তেওঁলোকে পালন কৰা ধৰ্মীয় উৎসৱ পাৰ্বণসমূহ এনেধৰণৰ— পয়-চাংকেন, পয় নৌ হোক, পয় অক ৱা, পয় মাই ক চুম ফাই, পয় নৌন চি, লেং পয়, কিথিংপয় আদি উল্লেখযোগ্য। চিংফৌসকলৰ জাতীয় উৎসৱ হৈছে স্বপংয়ঙ মানাও পয়। পয় চাংকেন পতা হয় বহাগ বিহুৰ আৰম্ভণিত। বুদ্ধ মূৰ্তিক বৌদ্ধ বিহাৰৰ পৰা আনি বিহাৰৰ প্ৰাংগণত নিৰ্মাণ কৰা এক আছুতীয়া স্থানত প্ৰতিষ্ঠা কৰা হয় য'ত বুদ্ধ মূৰ্তিক স্নান কৰাই আৰু চিংফৌ ৰাইজে ইজনে-সিজনৰ গালৈ পানী ছটিয়াই ৰং-ধেমালি কৰে। সন্ধিয়া উক্ত স্থানত বন্তি প্ৰজ্বলন কৰা হয়। এনেদৰে তিনিদিন ধৰি এই কাৰ্য কৰাৰ পিছত পুনৰ বৌদ্ধ বিহাৰত মূৰ্তি স্থাপন কৰা হয়। বৌদ্ধ জয়ন্তী উৎসৱটোক পয় নৌন হোক বোলে। তিনিমহীয়া বৰ্ষা বতৰৰ শেষত আহিনৰ পূৰ্ণিমাৰ দিনা পয় অক ৱা পালন কৰা হয়। তিনিমহীয়া বৰ্ষা ব্ৰত চলি থাকোতে চিংফৌ সমাজত বিবাহকাৰ্য সম্পন্ন কৰাটো নিষেধ। চিংফৌ সমাজত পালন কৰা ধৰ্মীয় উৎসৱ সমূহৰ প্ৰসাদৰূপে ব্যৱহাৰ কৰা হয়। গুৰ পগাই আকৈৰে বনোৱা লাড়ু 'খাউটেক' আৰু বিভিন্ন পিঠাপনা। তেল পিঠাৰ উপৰিও টংটেপ (বৰা চাউল আৰু আন চাউলৰ পিঠা লগতে চেনি আৰু নাৰিকল মিশ্ৰণ কৰি কৌপাতত বান্ধি ভাপত সিজোৱা এবিধ পিঠা) আৰু খাউপোক (তিল আৰু বৰা চাউল মিহলি কৰি প্ৰস্তুত কৰা এবিধ পিঠা) ইত্যাদিও ধৰ্মীয় অনুষ্ঠানত ব্যৱহাৰ কৰা হয়। চিংফৌসকলৰ দৰেই টাই ফাকে, টুৰুং, খাময়াং আদি আন আন বৌদ্ধ ধৰ্মাৱলম্বী জনগোষ্ঠীয়ে উক্ত ধৰ্মীয় উৎসৱ সমূহ পালন কৰে। চিংফৌসকলৰ জাতীয় উৎসৱ স্বপাংয়ঙ মানাও পয়। আন আন বৌদ্ধ ধৰ্মাৱলম্বী জনগোষ্ঠীৰ পৰা তেওঁলোকক পৃথক কৰিছে। চিংফৌৰ পূৰ্বপুৰুষ 'মাটুম মাঠাৰ' আশীৰ লাভ কৰাৰ উদ্দেশ্যে এই উৎসৱ পালন কৰা হয়। পূৰ্বপুৰুষৰ স্মৃতিচাৰণ তথা স্মৃতি ৰক্ষাৰ অৰ্থে এই উৎসৱ পালন কৰি আহিছে চিংফৌসকলে। নৃত্য আৰু গীতেৰে মুখৰিত এই উৎসৱত চিংফৌসকল আত্মহাৰা হৈ পৰে। প্ৰথমে পুৰুষ আৰু স্ত্ৰী বা প্ৰকৃতি সূচক দণ্ড (স্বাদুং) প্ৰতিষ্ঠা





কৰা হয়। এই পুৰুষ আৰু প্ৰকৃতিক দুংলা আৰু দুংবি বোলে। দুয়োৰে ওপৰ অংশত সূৰ্য আৰু চন্দ্ৰ অংকণ কৰা থাকে। ধনেশ পক্ষীৰ চিহ্নও এই স্বাদুঙৰ অংকিত থাকে। চিংফৌসকলে বিশ্বাস কৰে যে ধনেশ পক্ষীৰ পৰাই মানৱ সন্তানে নৃত্য বিদ্যা আয়ত্ব কৰিছিল। পূৰ্বতে এই উৎসৱত বলি-বিধান তথা নিচাযুক্ত পানীয়ৰ ব্যৱহাৰ চলিছিল। পৰমপিতাৰ সন্তুষ্টিৰ অৰ্থে মহ-বলি দিয়া পৰম্পৰা আছিল। বৌদ্ধ ধৰ্মৰ অনুগামী হোৱাৰ পিছত বলি বিধান সম্পূৰ্ণৰূপে ত্যাগ কৰা হৈছে। ধৰ্মৰ লগত জড়িত এই উৎসৱটিয়ে চিংফৌ জনসমাজত বৰ্ণাঢ্য সংস্কৃতিৰ বাহকস্বৰূপ হৈ পৰিছে।

**ভাষা সাহিত্য ঃ** চিংফৌ সকলৰ মাজত প্ৰচলিত ভাষা হৈছে চীন তিব্বতীয় পৰিয়ালৰ তিব্বত বৰ্মী শাখাৰ ভাষা। ই তিব্বত বৰ্মী শাখাৰ মধ্য আৰু দক্ষিণ অসম শাখাৰ অন্তৰ্গত এটি ভাষা। এই ভাষাৰ লগত ব্ৰহ্ম দেশৰ ভাষাৰ সাদৃশ্য লক্ষণীয়। ড. ভীমকান্ত বৰুৱাই 'অসমৰ ভাষআ' নামৰ গ্ৰন্থত উল্লেখ কৰিছে যে চিংফৌ ভাষাত সাতোটা স্বৰধ্বনি আৰুকুৰিটা ব্যঞ্জন ধ্বনি পোৱা যায়। মাইলছ ব্ৰনছন চাহাবে চিংফৌ লিপি প্ৰস্তুত কৰি উলিয়াইছিল আৰু সেই লিপিক Dr. Ola Hanson এ ১৯১১ চনত নতুন ৰূপত সংশোধন কৰি উপস্থাপন কৰে। উপযুক্ত পাঠ্যপুথি নথকাৰ বাবে চিংফৌ ভাষাই বিস্তৰ লাভ কৰাত অসমৰ্থ হ'ল। ইয়াৰ পৰৱৰ্তী সময়ত বিংশ শতিকাৰ আশী দশকৰ পাছৰ পৰা চিংফৌ ভাষা সাহিত্যৰ সমৃদ্ধিৰ অৰ্থে— Singpho Cultural Society ৰ সৃষ্টি হয়। এই সংগঠনটিৰ উদ্যোগত প্ৰাথমিক স্তৰৰ উপযোগীকৈ চিংফৌ পাঠ্যপুথিয়ে প্ৰকাশৰ মুখ দেখা পালে।

চিংফৌসকল লোক সাহিত্যৰ দিশত যথেষ্ট সমৃদ্ধ। চিংফৌসকলৰ নিজস্ব কিছুমান গীত-মাত, ফকৰা যোজনা, প্ৰবাদ প্ৰবচন, সাধুকথা, কথিত ৰূপক তেওঁলোকৰ মাজত প্ৰচলিত হৈ আছে যি তেওঁলোকৰ মৌখিক লোক সাহিত্যৰ পৰিচয় দিয়ে। নৃত্য আৰু গীত চিংফৌৰ এৰাব নোৱৰা সম্পদ. চিংফৌ ভাষাত নৃত্য বুজাবলৈ 'মানাও' শব্দটো ব্যৱহাৰ কৰা হয়। নৃত্যসমূহৰ লগত অৰ্থ প্ৰকাশক গীতো জড়িত হৈ আছে। কেতিয়াবা দুই-তিনি শাৰী বাক্যকে বাৰম্বাৰ আওঁৰাই সমাপ্তি ঘটোৱা হয়। চিংফৌসকলৰ লোক নৃত্যত পুৰুষ-নাৰী উভয়েৰে সমানে অংশগ্ৰহণ কৰে। তেওঁলোকৰ মাজত আঠ প্ৰকাৰৰ লোক নৃত্যৰ প্ৰচলন আছে। চিংফৌ জনশ্ৰুতি অনুসৰি চিংফৌৰ পূবৰুৰুষ মাঠুমমন্তু-মাঠাই বিশ্বসৃষ্টি কৰাৰ পিছত সমগ্ৰ প্ৰকৃতি গছ-গছনি, ফল-ফুলেৰে জাতিষ্কাৰ হৈ উঠে। এই ফল-ফুলৰ প্ৰথম স্বাদ গ্ৰহণ কৰাৰ মানসেৰে ধনেশ পক্ষীৰ নেতৃত্বত নৃত্য

উৎসৱৰ আয়োজন কৰা হৈছিল। আৰু এই নৃত্য উৎসৱত এজন মানৱ সন্তানে অংশগ্ৰহণ কৰিছিল। এনেদৰেই পক্ষীকুলৰ পৰা চিংফৌসকলে নৃত্য বিদ্যা আয়ত্ব কৰে। সেই নৃত্যসমূহ হ'ল—

১। চি মানও (মৃতকৰ সৎকাৰ কৰাৰ আগতে কৰা নৃত্য)

২। পাদাং মানাও (যুদ্ধজয় কৰি আনন্দত কৰা নৃত্য)

৩। চ্যত মানাও (ধন-সম্পদৰ গৰাকী হৈ বা আগলৈ আৰু বেছি সম্পদশালী হ'বলৈ কামনা কৰি কৰা নৃত্য)

৪। ডুম মানাও (অতিথিৰ আগমনত আনন্দিত হৈ কৰা নৃত্য)

৫। কোমৰাল মানাও (আপোনজনক দীৰ্ঘ বিৰতিৰ পিছত লগ পাই আনন্দিত কৰা নৃত্য)

৬। দু মানাও (দেৱতাক সন্তুষ্ট কৰিবলৈ কৰা নৃত্য- ই আধ্যাত্মিক)

৭। কোমৰাণ মানাও (শস্য চপোৱাৰ পিছত কৰা নৃত্য)

**চিংফৌ লোকগীত ঃ**

১। আখ্যানমূলক গীত

২। প্ৰেমমূলক গীত

৩। নাৱত গোৱা গীত

৪। ধানখুন্দা গীত

৫। নিচুকনি গীত

৬। যোৰা নাম

৭। বিবাহ অনুষ্ঠানত গোৱা গীত।

**আখ্যানমূলক গীত ঃ** আখ্যানমূলক গীত গোৱা লোকক 'কাংফেৰা ডুমচাৰা' বোলে। এই গীতসমূহত বিভিন্ন দেৱতা, অপদেৱতা, ভূত-প্ৰেত আদি বৃত্তান্তৰ লগতে সংসাৰৰ ৰহস্য সম্পৰ্কে বৰ্ণনা থাকে।

**প্ৰেমমূলক গীত ঃ** প্ৰেমমূলক গীতক চিংফৌ ভাষাত 'চিয়গ'ই বোলে। চিয়গইত প্ৰেম প্ৰণয়, বিৰহ-মিলন আদিৰ বৰ্ণনাৰ লগতে প্ৰকৃতিৰ সৌন্দৰ্যৰ বৰ্ণনা থাকে। কোনো কোনো চিয়গইত কোনো বিশেষ ব্যক্তিৰ সমগ্ৰ জীৱন বৃত্তান্তৰ বৰ্ণনা কৰে।

**নাৱত গোৱা গীত ঃ** এই গীতসমূহক 'কায়ং নিং কিন' বোলে। এই গীতসমূহত কিছুমান কাহিনীৰ বৰ্ণনা কৰা হয় আৰু এই গীতসমূহ যথেষ্ট দীঘলীয়া হয়। এই গীতৰ বিষয়বস্তু চিংফৌসকলৰ ইতিহাস, প্ৰেম-বিষাদ ইত্যাদি যিকোনো হ'ব পাৰে। অতীতৰ সুন্দৰ দিনৰ স্মৰণ কৰা হয় এই গীতৰ





মাজেৰে। প্ৰেম বিষয়ক লোকগাঁথাক ইলিজীৰ সৈতে তুলনা কৰিব পাৰি।

**ধান খুন্দা গীত ঃ** চিংফৌ মহিলাসকলে গোট খাই চাংঘৰৰ কাষত ডাঙৰ কাঠৰ খুন্দনাত ধান খুন্দে। ধান খুন্দিবলৈ আৰম্ভ কৰাৰ লগতে যি লয়ৰ সৃষ্টি হয় সেই লয়ৰ তালে তালে তেওঁলোকে গীত গাবলৈ আৰম্ভ কৰে। এই গীতত মহিলাসকলৰ জীৱন কাহিনী প্ৰকাশ পায়। এই গীতক 'মামুথ চয়ৰা' বোলে। এই গীত গাওঁতে এগৰাকীয়ে গীতটোৰ আঁত ধৰে আৰু আনসকলে তাত সহযোগ কৰে। উদাহৰণ—

yai sa yai sa

Ja hkawn sawi mhpawng dam hkav htu nare law yai sa yoi sa.

Nyai hlu mam gaw mprang rai naw yai sa yoi sa

Sa na maram mawng yang rai nu yai sa yoi sa ....

(আমি মহিলাসকলে 'ইম্ফা' খুন্দো অতিথি আহিছে ঘৰলৈ।

আমি সকলোৱে মিলি মিলি শাল গছৰ খুন্দনাত ইম্ফং ধান খুন্দো। বান্ধৱীসকল ধান খুন্দা- এই খুন্দনা মাৰিডাল হৈছে নাহৰ গছৰ আমি যে মহিলা...)

**নিচুকনি গীত ঃ** চিংফৌ সমাজত নিচুকনি গীত আইতাকে নাতিয়েকক গাই শুনায়। কামত ব্যস্ত হৈ থকা মাকক আমনি কৰা শিশুক আইতাকে নিচুকাই শুৱাবলৈ যত্ন কৰে। উদাহৰণ—

Oo, Oo.....

Adai Na miripsa

Aako yupsa Low ...

Oo Adui Na chidang dung gusa

roia low ...

Oic ... ia....oi...oi

Adui Na Chidang gusa ga aie ...

(আইতাই মৰম কৰি শুৱাইছে মইনা .... টোপনি যোৰা ....)

**যোৰা নাম ঃ** চিংফৌ সমাজত যোৰা নামৰ প্ৰচলন দেখা যায়। নদীলৈ পানী আনিবলৈ যোৱা বা খৰি লুৰিবলৈ যোৱা জীয়ৰীহঁতৰ লগত চিংফৌ ডেকাসকলে বিভিন্ন চুপতি ধেমালি কৰা দেখা যায় আৰু এনে পৰিৱেশতে যোৰা নামৰ সৃষ্টি হয়। চিংফৌ জনসমাজে প্ৰকৃতিৰ সৈতে ওতপ্ৰোতভাৱে জড়িত। সেয়েহে যোৰা নামসমূহত নিজৰ মনৰ ভাব ব্যক্ত কৰিবলৈ যাওঁতে প্ৰকৃতিৰ বিভিন্ন বস্তুৰ

উদাহৰণ দিয়া হয়।

**বিবাহ অনুষ্ঠানত গোৱা গীত ঃ** অসমীয়া বিয়া নামৰ দৰে দৰা-কইনাক লৈ এই গীত গোৱা নহয়। দৰা-কইনাৰ নামহে উল্লেখ থাকে। এই গীতত কাৰ বংশৰ ল'ৰাৰ সৈতে কাৰ বংশৰ ছোৱালীৰ বিবাহ হৈছে, নতুন মিতিৰৰ সৈতে চিনাকি হোৱা ইত্যাদি কথা উল্লেখ থাকে। চিংফৌ দৰাই যিহেতু নিজে কইনা আনিবলৈ কইনাৰ ঘৰলৈ নাহে। সেয়েহে দৰা-কইনাক লৈ যোৱা নাম গোৱা নহয়। চিংফৌ সমাজত বৰ্তমান লোক গীতৰ চৰ্চা কমি আহিছে। ২০০৭ চনৰ পৰা এটি গৱেষকৰ দলে চিংফৌ লোকগীত বিশ্লেষণ তথা সংৰক্ষণৰ বাবে বিশেষভাৱে উদ্যোগ লৈছে। অষ্ট্ৰেলিয়াৰ ভাষাবিদ ড. ষ্টিফেন ম'ৰে, জাৰ্মান গৱেষক ড. য়াগেন স্কফ্ অৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ ভাষাতত্ত্ব বিভাগৰ পলাশ কুমাৰ নাথে উক্ত জনগোষ্ঠীসমূহৰ লোকগীতসমূহ সংৰক্ষণৰ অৰ্থে গৱেষণা কৰিছে।

**ফকৰা যেজনা ঃ** চিংফৌ জনসমাজত ফকৰা যোজনাৰ ব্যৱহাৰ বৰ্তমান লুপ্তপ্ৰায়। দুই এজন বয়োবৃদ্ধই দুই-এটা ফকৰা-যোজনা তেওঁলোকৰ মুখে মুখে সংৰক্ষণ কৰি ৰাখিছে। উদাহৰণস্বৰূপে এটা চিংফৌ ফকৰা যোজনাৰ ভাবানুবাদ তলত উল্লেখ কৰা হ'ল—

মেখেলা বেয়া পিন্ধিলেও
আমাতকৈ ধুনীয়া কোন?

**প্ৰবাদ প্ৰবচন ঃ** চিংফৌ জনসমাজত পূৰ্বতে প্ৰচুৰ পৰিমাণে প্ৰবাদ প্ৰবচনৰ ব্যৱহাৰ আছিল। কিন্তু বৰ্তমান ব্যৱহাৰ নকৰাৰ ফলত ই লুপ্তপ্ৰায় হৈছে। উদাহৰণ—

Wan bnlee wan insa
(জুই পানীৰ মিলন অসম্ভৱ অৰ্থাৎ মোৰ শত্ৰু)

**মন্ত্ৰ ঃ** চিংফৌ জনসমাজত পূৰ্বৰে পৰা দেৱতা-অপদেৱতাৰ বিশ্বাস বিদ্যমান। সেয়েহে মন্ত্ৰৰ ব্যৱহাৰ সঘনে হোৱা দেখা যায়। অসমীয়াত আলখনিয়ে কামোৱা বুলি কথা এষাৰ আছে আৰু এই আলখনিয়ে কামুৰিলে চিংফৌসকলে এই মন্ত্ৰ ব্যৱহাৰ কৰি ইয়াক দূৰ কৰাৰ চেষ্টা কৰে। এই মন্ত্ৰটো এনেধৰণৰ—

An Injoti ga saga
Lu tho ga ma saga Punang Kriwe saga
Thaiwong Nepti
Thaitong Nepti





**সাধু কথা ঃ** আন আন জনগোষ্ঠীৰ দৰে চিংফৌজনসমাজতো কিছুমান সাধু কথাৰ প্ৰচলন আছে। এই সাধুৰ মাজেদি নৈতিক উপদেশ প্ৰদান কৰাৰ যত্ন কৰা হয়। সাধুৰ উপৰিও কিছুমান আখ্যানেও চিংফৌ জন সমাজত মুখে মুখে প্ৰচলিত হৈ অহা দেখা যায়। তলত এটা সাধু চমুকৈ উদাহৰণস্বৰূপে উল্লেখ কৰা হ'ল—

দুই মাউৰা ককায়েক আৰু ভায়েকে এবাৰ হাবিত কৌপাত কাটিবলৈ যাওঁতে বাট হেৰুৱালে। ঘোৰ অৰণ্যৰ মাজত দুয়ো ভয়ত থৰ থৰকৈ কঁপিবলৈ ধৰিলে। এনেতে এটা ৰাক্ষসে মানুহৰ গোন্ধ পাই গোন্ধৰ উৎসৰ উমান লৈ দুই ককাই-ভাইক দেখা পালে। ৰাক্ষসে ভাবিলে এটাক ধৰিবলৈ যাওঁতে আনটো পলাব। দুয়োটাকে খোৱাৰ বুদ্ধি কৰিব লাগিব। তাকে ভাবি ৰাক্ষসে মানুহৰ ৰূপ ধৰি ককায়েক-ভায়েকক মাত লগালে আৰু ক'লে যে তেওঁ দুয়োকে বাট দেখুৱাই দিব। মানুহৰূপী ৰাক্ষসৰ কথাত বিশ্বাস কৰি ককায়েক-ভায়েকে পিছে পিছে যাবলৈ ধৰিলে। গৈ গৈ এখন ডাঙৰ নদী পালেগৈ। তাত এখন প্ৰায় ভাগো ভাগোকৈ থকা দলং আছিল। তিনিও দলঙৰ ওপৰত উঠিল আৰু আগবাঢ়ি যাবলৈ ধৰিলে। মানুহৰূপী ৰাক্ষস মাজত আৰু দুই ককাই-ভাই আগত আৰু পিছত হৈ যাবলৈ ধৰিলে। এনেতে ককায়েকে নদীৰ পানীলৈ চাই মানুহৰূপী ৰাক্ষসৰ আচল ৰূপটো দেখা পালে। ভায়েকে আগে আগে গৈ আছে। কি কৰিম বুলি ভাবি ককায়েকে এটা বুদ্ধি সাজি ৰাক্ষসটোক উদ্দেশি ক'লে— 'আদি' (বৰদেউতা) আমি তিনিও একেলগে গ'লে দলংখন ভাঙি পৰিব। সেয়েহে এটা এটাকৈ পাৰ হওঁ। ৰাক্ষসে ভাবিলে কথাটো ঠিক। দলংখন ভাগি যাবও পাৰে। এতেকে প্ৰথমতে ভায়েক পাৰ হ'ল। ৰাক্ষসে ভাবিলে যদি মই পাৰ হৈ যাওঁ তেনেহ'লে ই পলাব পাৰে গতিকে তাক আগে আগে যাবলৈ দি মই পিছে পিছে যাওঁ। ৰাক্ষস আৰু ককায়েক দুয়ো অলপ দূৰে দূৰে একে লগে দলং বগাবলৈ ধৰিলে। দলঙৰ সিটো মূৰলৈ অলপ দূৰ থাকোতে ককায়েকে ধপ ধপকৈ দলঙৰ ওপৰেদি দৌৰ দিলে আৰু সেই জোকাৰণীত দলংখন সো মাজতে ভাগি থাকিল আৰু ৰাক্ষস গৈ নদীৰ পানীত পৰিল। ককায়েকে নদীৰ কাষৰ বালিত পৰিল কিন্তু ৰাক্ষসৰ পৰা হাত সাৰিলে। অতি লোভৰ বাবেই ৰাক্ষসৰ এই দশা হ'ল। উক্ত সাধুটোৰ দৰে আৰু বহুতো সাধু চিংফৌ আদুই আছি (আইতা-ককা)ৰ মুখে মুখে সংৰক্ষিত হৈ আছে। মানুহৰ সৃষ্টি কেনেকৈ হ'ল, পৃথিৱীলৈ পানী কেনেকৈ আহিল... ইত্যাদি বিষয়ক বহুতো আখ্যান তেওঁলোকৰ মাজত প্ৰচলিত হৈ আছে। বিভিন্ন কাৰণত ক্ৰমে সংখ্যা লঘু

হৈ অহা এই জনগোষ্ঠীৰ মৌখিক লোক সাহিত্যক সংৰক্ষণ কৰাটো অতি প্ৰয়োজনীয় হৈ পৰিছে কাৰণ এটা জাতিৰ আত্মাৰ অস্তিত্ব লুকাই থাকে জাতিটোৰ লোক সাহিত্যত।

**উপসংহাৰ ঃ** বৰ্তমান অসমত বসতি কৰি থকা চিংফৌ জনগোষ্ঠীৰ লোকসকল অসমীয়া জনজীৱনৰ লগত নিবিড়ভাৱে সাঙোৰ খাই পৰিছে আৰু বৃহৎ অসমীয়া সংস্কৃতিক সমৃদ্ধ কৰিছে। উক্ত আলোচনাত চিংফৌ জনগোষ্ঠীৰ ঐতিহাসিক প্ৰেক্ষাপট, সমাজ-সংস্কৃতি তথা ভাষা-সাহিত্য সম্পৰ্কে আলোচনা কৰাৰ যত্ন কৰা হ'ল। স্বকীয় বৈশিষ্ট্যৰে মহিমামণ্ডিত এই জনগোষ্ঠীৰ সম্পৰ্কে আলোচনা কৰোতে এই প্ৰবন্ধত সকলোবোৰ দিশ বিতংভাৱে ফঁহিয়াই দেখুৱাটো সম্ভৱ হৈ উঠা নাই। সেয়েহে ভৱিষ্যতে এই সম্পৰ্কে আৰু বিশদ ৰূপত আলোচনা কৰাৰ থল আছে।

কিছুমান চিংফৌ শব্দৰ অসমীয়া প্ৰতিশব্দ তলত উল্লেখ কৰা হৈছে—

| | | |
|---|---|---|
| আনু | — | মা |
| আৱা | — | দেউতা |
| আছি | — | ককা |
| আড়ুই | — | আইতা |
| আফু | — | ককাইদেউ |
| আবা | — | বাইদেউ |
| আবা ছি | — | বাইদেউ (দ্বিতীয়) |
| আবা পান | — | বাইদেউ (তৃতীয়) |
| আমৈ | — | পেহী/শাহু |
| আকু | — | পেহা /শহুৰ |
| আত্মং | — | মাকৰ বায়েক বা বৰমা |
| আফ্ৰিং | — | জোঁৱাই/ভিনিহিদেউ |
| আচা | — | মোমাই |
| আনি | — | মামী |
| আনুদয় | — | মাহী |
| আ নাম | — | বোৱাৰী |
| আ নাও | — | ভাই /ভনী |
| আ দৈ | — | খুৰাদেউ |
| আচি | — | খুৰীদেউ |





| | | |
|---|---|---|
| আদি | — | বৰদেউতা |
| বং | — | মূৰ |
| মিঃ | — | চকু |
| না | — | কাণ |
| নাদি | — | নাক |
| ৱা | — | দাঁত |
| লাটা | — | হাত |
| চিংলেট | — | জিভা |
| লগং | — | ভৰি |
| লয়ুং | — | আঙুলি |
| ইন্টা | — | ঘৰ |
| মেৰেং | — | গাঁও |
| বুম | — | পাহাৰ |
| ইন্ ছীন | — | পানী |
| খাঃ | — | নদ-নদী |
| ৱান | — | জুই |
| জান | — | সূৰ্য |
| ছাতা | — | চন্দ্ৰ |
| ইন বুং | — | বতাহ |
| গিন্‌ছ | — | গৰু |
| গোমৰাং | — | ঘোঁৰা |
| মুগুই | — | হাতী |
| বানিাম | — | ছাগলী |
| ও | — | কুকুৰা |
| আই/লাঙাই | — | এক |
| লখং | — | দুই |
| মুছুম | — | তিনি |
| মিলি | — | চাৰি |
| মাঙা | — | পাঁচ |
| ক্ৰুঃ | — | ছয় |
| চিনিট | — | সাত |

মাছাত — আঠ
চুখু — ন
চি — দহ
ৰাতা — ব'হাগ
বততা — জেঠ
চ্লাতা — আহাৰ
চিখুম্তা — শাওন
চিঙামৃতা — ভাদ
চিমৰি তা — আহিন
গুপ্চি তা — কাতি
গুপতংতা — আঘোন
ক্লাতা — পুহ
মিচিতা — মাঘ
মুকা তা — ফাগুন
খুতা — চ'ত
ঙাই — মই
নাঙ — তুমি
গাম — প্ৰথম ল'ৰা
নং — দ্বিতীয় ল'ৰা
লাং — তৃতীয় ল'ৰা
দু — চতুৰ্থ ল'ৰা
টাং — পঞ্চম ল'ৰা
য়ং — ষষ্ঠ ল'ৰা
খা — সপ্তম ল'ৰা
ক — প্ৰথম ছোৱালী
লু — দ্বিতীয় ছোৱালী
ৰই — তৃতীয় ছোৱালী
থু — চতুৰ্থ ছোৱালী
ফাই — পঞ্চম ছোৱালী
দিম্ — ষষ্ঠ ছোৱালী
পি — সপ্তম ছোৱালী





**প্ৰসংগ পুথি ঃ** ১। অসমৰ জনজাতি— শ্ৰীপ্ৰমোদ ভট্টাচাৰ্য (সম্পাদক)
২। চিংফৌ সমাজ আৰু সভ্যতা — ৰাজীৱ নিংখী
৩। অসমৰ ভাষা — ড. ভীমকান্ত বৰুৱা

**লেখিকাৰ ঠিকনা ঃ** অধ্যাপিকা, তিনিচুকীয়া মহিলা মহাবিদ্যালয়, চিংফৌ আৰু টুৰং জনগোষ্ঠীৰ সমাজ সংস্কৃতি বিষয়ক গৱেষিকা, ডিব্ৰুগড় বিশ্ববিদ্যালয়



# টাইফাকে জনজাতি ঃ সমীক্ষাত্মক অধ্যয়ন

পেইম থি গোহাঁই

**পৰিচয় আৰু ইতিহাস**

টাইফাকেসকল বৰ্তমানে অসমত বসবাস কৰা অন্যতম ক্ষুদ্ৰ জনগোষ্ঠী। ডিব্ৰুগড় আৰু তিনিচুকীয়াৰ কেইখনমান গাঁৱত বসবাস কৰা তেওঁলোকৰ জনসংখ্যা মাত্ৰ দুহেজাৰ। লিপিবদ্ধ তথ্য অনুসৰি ১৭৭৫ চনত তেওঁলোক অসমলৈ প্ৰব্ৰজন কৰিছিল বৰ্তমান উত্তৰ ম্যানমাৰৰ হৌকং উপত্যকাৰ পৰা। উক্ত অঞ্চলত তেওঁলোক প্ৰায় ছশ বছৰ বসবাস কৰিছিল আৰু তাৰ পূৰ্বে তেওঁলোক মধ্য ম্যানমাৰৰ শ্বান প্ৰদেশ আৰু তাৰো পূৰ্বে তেওঁলোক দক্ষিণ চীন য়ুনান প্ৰদেশত বসবাস কৰিছিল। য়ুনান প্ৰদেশেই টাই জাতিৰ আদি বাসস্থান হিচাপে ধৰা হয়।

**প্ৰাক প্ৰব্ৰজন কালৰ ইতিহাস (১২১৫-১৭৭০) ঃ**

টাইফাকেসকলৰ ইতিহাস ধৰি ৰখা দুখন পুথি বৰ্তমানে তেওঁলোকৰ সমাজত পোৱা যায়। সেই দুখন পুথি হ'ল — 'লিক্ খৌখুন' (ৰাজবংশাৱলী) আৰু 'লিক্ খৌমৌং' (জাতীয় বুৰঞ্জী)। এই দুয়োখন পুথিত চুকাফাৰ সময়ৰ পৰা অসমলৈ প্ৰব্ৰজনৰ পৰৱৰ্তী সময়লৈকে জাতীয় জীৱনৰ লগতে ৰাজবংশৰ নানা উত্থান-পতন আদিৰ বিৱৰণ পোৱা যায়। 'লিক্ খৌখুন' পুথিত লিপিবদ্ধ তথ্যৰ বিৱৰণ অনুসৰি ১২১৫ চনত চুকাফাই অসম অভিযানৰ সমসাময়িক কালত 'মাওলুং' ৰাজ্যৰ সিংহাসনত বহিয়েই ৰজা চুখানফাই ৰাজকুমাৰ 'চাওতাই ফৌউক' ফাকে ৰাজ্য শাসন কৰিবলৈ পঠাইছিল। পুথিখনত 'ফাকে' জাতিৰ উৎপত্তিৰ বিষয়ে লিখিছে এনেদৰে — অঞ্চলটো প্ৰকাণ্ড শিলে ফাট মেলি গুহাৰ সৃষ্টি কৰিছিল কাৰণেই সেই অঞ্চলত বসবাস কৰা মানুহখিনিক ফাকে ৰাজ্যৰ মানুহ আৰু ৰজাৰ নামো ফাকে ৰজা বুলি নামকৰণ কৰা হ'ল। এই ফাকে শব্দৰ অৰ্থ হ'ল





— ফা = শিলৰ বেৰ, কে = পুৰণি। ফাকে ৰাজ্যৰ ভৌগোলিক অৱস্থিতি আছিল পাটকাইৰ ঠিক সিপাৰে হৌকং উপত্যকাত। বুৰঞ্জীৰ তথ্য অনুসৰি চুকাফাই অসম অভিযানৰ সময়ত হৌকং উপতকাত ফাকে ৰাজ্য অতিক্ৰম কৰি আহিছিল আৰু তেতিয়া জাতিটোক 'ফাকে চেৰিং' বা 'ফাকে চেৰিণ' বুলিছিল। অসমত আহোম ৰাজত্বৰ সমসাময়িক ফাকেসকলেও হৌকং উপত্যকাতেই ৰাজ্য পাতি বসবাস কৰিছিল। সেই সময়ছোৱাৰ তেওঁলোকৰ জাতীয় জীৱনৰ উত্থান-পতন আদিৰ বিষয়ে অসম বুৰঞ্জীত বিশেষ উল্লেখ পোৱা নাযায়।

**১৭৭০ ৰ পৰা ১৮৫০ চনলৈ (অস্তিত্ব সংগ্ৰামৰ ট্ৰেজিক ক্ষণ) ঃ**

ফাকেসকলৰ ইতিহাসত ১৭৭০ চনৰ পৰা ১৮৫০ চনৰ এই আশীবছৰৰ সময়ছোৱা হ'ল জীৱন আৰু জাতীয় কৃষ্টি ৰক্ষাৰ ক্ষেত্ৰত তেওঁলোকে সন্মুখীন হোৱা আটাইতকৈ কৰুণতম সময়। এইখিনি সময় বলিষ্ঠভাৱে নিজৰ জাতীয় কৃষ্টি, পৰম্পৰা, নানা বিপদ-বিঘিনিৰ মাজেৰে ৰক্ষা নকৰাহেঁতেন আজি বিশ্বৰ ইতিহাসৰ পৰাই জাতিটোৰ অস্তিত্ব চিৰকাললৈ হেৰাই গ'লহেঁতেন। ৰাজনৈতিক বিপৰ্যয়, অৰ্থনৈতিক, সামাজিক, প্ৰাকৃতিক দুৰ্যোগ আদি নানা কাৰণত ১৭৭০ চনত ফাকেসকলে নিজৰ ৰাজ্য এৰি পাটকাই পাৰ হৈ অসমত প্ৰৱেশ কৰি প্ৰথমতে বৰ্তমানৰ অৰুণাচলৰ 'নংতাও' নামে ঠাইত বসতি স্থাপন কৰে। 'নংতাও'ত থকা কালছোৱাতেই ফাকেসকলে খামতিসকলৰ সান্নিধ্যলৈ আহে আৰু ১৭৯৭ চনত শদিয়াখোৱা গোহাঁইৰ বিৰুদ্ধে খামতিসকলে কৰা বিদ্ৰোহৰ সময়ত খামতিসকলক সহযোগ কৰি শদিয়াখোৱা গোহাঁইক হত্যা কৰে। পৰৱৰ্তী সময়ত আহোম স্বৰ্গদেৱে সেই বিদ্ৰোহ দমন কৰি ফাকেসকলক নংতাও তথা শদিয়া অঞ্চলৰ পৰা সেইসময়ৰ আহোম ৰাজধানী যোৰহাটলৈ লৈ আনে আৰু সমীপৰ দিচৈ নদীৰ পাৰত (দিচৈৰ অৱস্থান বৰ্তমান ককিলামুখত বুলি কোৱা হয়) স্থাপন কৰে। পৰৱৰ্তী সময়ত আহোম ৰজাই নংতাওত থাকি যোৱা অতিৰিক্ত টাই-ফাকেসকলকো অনোৱাৰ ব্যৱস্থা কৰি দিচৈ নদীৰ পাৰত বহুৱায়। দিচৈত থকা সময়ছোৱাতেই মানৰ প্ৰথম আক্ৰমণ সংঘটিত হয় ১৮১৬ চনত। বুৰঞ্জীৰ তথ্য মতে আক্ৰমণৰ শেহত ম্যানমাৰলৈ (তেতিয়াৰ ব্ৰহ্মদেশ) উভতি যোৱাৰ সময়ত মান সেনাপতিয়ে ফাকেসকলক পুনৰ নিজৰ দেশলৈ উভতি যাবলৈ নিৰ্দেশ দি যায়। আৰু ফাকেসকলেও ১৮১৭ চনত মান সৈন্যৰ সৈতে উভতি গৈ বৰ্তমান অৰুণাচলৰ 'নামচিক' পাইগৈ। কিন্তু নামচিক পোৱাৰ লগে লগে বাৰিষা আৰম্ভ হোৱাত বাট-পথ দুৰ্গম আৰু নানা প্ৰাকৃতিক দুৰ্যোগৰ আশংকা কৰি

মান সেনাপতিৰ সন্মতি সাপেক্ষে ফাকেসকল নামচিকতে থাকি যায়। তাৰ পিচত ফাকেসকল 'মান' দেশলৈ ঘূৰি যোৱা হৈ নুঠিল। পৰৱৰ্তী সময়ত সমগ্ৰ অসমেই ব্ৰিটিছৰ অধীনলৈ যোৱাত টাইফাকেসকলো পুনৰ ভৈয়ামলৈ নামি আহে। আৰু ১৮২৬-২৭ চন মানত বুঢ়ীদিহিং নদীৰ পাৰত মাৰ্ঘেৰিটাৰ সমীপত ইংথং নামে ঠাইত নিজাকৈ গাঁও স্থাপন কৰিছিল যদিও বসবাসৰ বাবে তাত সুবিধা কৰি ল'ব নোৱাৰাত তাত বসবাস কৰা এচামে ১৮৪৫-৫০ বৰ্ষৰ সময়ছোৱাত বুঢ়ীদিহিং নদীয়েদি ভটিয়াই আহি নাহৰকটীয়াৰ সমীপৰ নামফাকে আৰু টিপামত গাঁও পাতি বসতি স্থাপন কৰে। আৰু বাস্তৱত ইয়াত আৰম্ভ কৰা গাঁওখনেই শেহলৈ স্থায়িত্ব লাভ কৰে। ১৮৫০ চনৰ সময়ছোৱাত নামফাকে গাঁও প্ৰতিষ্ঠাৰ পৰৱৰ্তী সময়তহে কাৰ্যতঃ টাইফাকে জনগোষ্ঠীৰ জীৱন সংগ্ৰামত নতুন অধ্যায়ৰ সূচনা হ'ল বুলি ক'ব পাৰি।

**স্থায়ী গাঁও প্ৰতিষ্ঠা (১৮৩০-১৯৪০)**

বৰ্তমানৰ টাইফাকে গাঁওসমূহ আপাততঃ ১৮৩০ চনৰ পৰা ১৯৫০ চনৰ ভিতৰতে প্ৰতিষ্ঠা হোৱা। এইখিনি লোক নামফাকে আৰু পূৰ্বৰ ইংথং আৰু পৰৱৰ্তী সময়ত সামান্যভাৱে স্থানান্তৰিত বৰফাকে গাঁৱৰ পৰা গৈ নতুন গাঁও প্ৰতিষ্ঠা কৰিছিল। এই এশ বছৰত তাৰো আগতে ১৯২৮ চনত ইংথং গাঁও প্ৰতিষ্ঠাৰ পৰা ধৰিলে বৰ্তমানলৈ প্ৰতিষ্ঠা হোৱা টাইফাকে গাঁওসমূহ হ'ল ইংথংৰ পৰা বৰফাকে, নংলাই, টিৰাপমুখৰ পৰা মান ম', নামফাকে গাঁৱৰ পৰা লংফাকে আৰু নিংগাম, মান ম'ৰ পৰা ফানেং আদিৰ লগতে টিপাম, মৌলাং গাঁওসমূহ বিভিন্ন সময়ত প্ৰতিষ্ঠা কৰা হৈছিল যিবোৰত বৰ্তমানেও তেওঁলোকে বসবাস কৰি আছে। তেওঁলোকে সেই সময়ত কৰা গাঁও প্ৰতিষ্ঠাৰ সংগ্ৰামত বৰ্তমানৰ গাঁওবাসীসকলৰ নগৰায়ণ প্ৰৱণতাৰ দৰে নাছিল। তেওঁলোকে নিজে গৈ হাবি-জংঘল কাটি মুকলি কৰি বসবাসৰ বাবে সুবিধা কৰি লৈছিল আৰু এইক্ষেত্ৰত তেওঁলোকে বাচি লৈছিল নদীৰ পাৰ। আৰু স্বাভাৱিকতে এইক্ষেত্ৰত টাই সভ্যতাৰ উপত্যকা হিচাপে বিবেচিত বুঢ়ীদিহিং নদীখনে বিশেষ ভূমিকা পালন কৰিছিল।

**সমাজ জীৱন ঃ**

**(ক) ধৰ্মীয় আৰু লোক পৰম্পৰা**

টাইফাকেসকল বৌদ্ধধৰ্মাৱলম্বী। তেওঁলোকৰ সমাজ জীৱনত বৌদ্ধ দৰ্শনৰ নানা দিশ প্ৰতিফলিত হৈছে। যুগ যুগ ধৰি বৌদ্ধ ধৰ্ম পালন কৰি অহাৰ ফলত চাৰিত্ৰিক গঠনতো তাৰ প্ৰভাৱ পৰিছে। তেওঁলোকে পালন কৰা উৎসৱ আৰু





অন্যান্য অনুষ্ঠানতো তাৰ প্ৰতিফলন ঘটিছে। সেই দৃষ্টিৰে টাইফাকেসকলৰ উৎসৱ দুটা ভাগত ভাগ কৰিব পাৰি — লোক-উৎসৱ আৰু ধৰ্মীয় উৎসৱ। অৱশ্যে ধৰ্মীয় অনুষ্ঠানৰ বহুখিনিও পূৰ্বতে লোক পৰম্পৰাৰেই চলি আহিছিল। মাথোঁ পৰৱৰ্তী সময়ত সেইবোৰত ধৰ্মীয় ৰীতিৰ সংযোগ ঘটিছে। ফলত নিৰ্দিষ্ট কেইটামান অনুষ্ঠানৰ বাহিৰে প্ৰায় আটাইবোৰ উৎসৱ-অনুষ্ঠানেই লোক পৰম্পৰা আৰু ধৰ্মীয় বিধানৰ অপূৰ্ব সমন্বয় ঘটিছে। অৱশ্যে এতিয়াও তেওঁলোকৰ সমাজত কিছুমান লোক পৰম্পৰা প্ৰচলিত যিবোৰত বৌদ্ধ ভিক্ষু তথা ধৰ্মীয় পৰম্পৰা অনুশীলন কৰা নহয়। তাৰ ভিতৰত — 'হংখন' (ৰোগীক ভাল কৰা বিশেষ অনুষ্ঠান), শিশুৰ নামকৰণ অনুষ্ঠান, বিবাহ অনুষ্ঠান আদি। তদুপৰি তেওঁলোকৰ মাজত এতিয়াও 'চাও ফিচৌ' (জাতি তথা গাঁওখনৰ সকলো অপশক্তিৰ পৰা ৰক্ষা কৰা শক্তি)ৰ বিশ্বাস কৰে আৰু বছৰত দুদিন তাৰ প্ৰতি পূজা-অৰ্চনা কৰা হয়। আনহাতে প্ৰতি আঠদিনৰ মূৰে মূৰে 'গেনা' (টাই ভাষাত 'ৱান কাম') পালন কৰাটোও টাইফাকে সমাজ জীৱনৰ অন্যতম বৈশিষ্ট্য। এই দুটা দিনত পথাৰত হাল বোৱা, মাটি খন্দা, দা-কুঠাৰৰ কাম, তাঁত বোৱা আদি আৰু পুৰা-গধূলি বেছি হাই-উৰুমি নকৰা আনকি উক্ত দুদিনত বিশেষ বৃহৎ উৎসৱ অনুষ্ঠান আয়োজিত নকৰা কাৰ্যই 'গেনা' দিনৰ গুৰুত্বৰ কথা অনুমান কৰিব পাৰি। গতিকে দেখা যায় যে বৰ্তমান টাইফাকেসকলৰ মাজত ধৰ্মীয় পৰম্পৰা তথা ভাৱনাই যেনে স্থান লাভ কৰিছে অনুৰূপ ধৰণেৰে গুৰুত্ব লাভ কৰি আছে লোক পৰম্পৰাসমূহো।

**খ) উৎসৱ অনুষ্ঠান**

উৎসৱ অনুষ্ঠান হ'ল কোনো জনগোষ্ঠীৰ সংস্কৃতিৰ প্ৰধান উপাদান। এনে অনুষ্ঠান-পৰম্পৰাৰ মাজেদিয়েই জনগোষ্ঠীৰ সাংস্কৃতিক জীৱন প্ৰতিফলিত হয়। টাইফাকেসকলে পালন কৰা উৎসৱ-অনুষ্ঠানসমূহক বৈশিষ্ট্য অনুৰূপে বিভিন্ন ধৰণেৰে ভাগ কৰি আলোচনা কৰিব পাৰি।

**(১) পয় চাং কেন ঃ**

টাইফাকেসকলে গ্ৰহণ কৰা পঞ্জিকা আৰু নতুন বছৰৰ মাজত পাৰ্থক্য দেখা যায়। সাধাৰণতে পঞ্জিকাৰ প্ৰথম মাহ আৰম্ভ হয় নৱেম্বৰ মাহৰ মাজভাগৰপৰা ডিছেম্বৰ মাহৰ মধ্যভাগৰ সময়ছোৱাত। বছৰৰ প্ৰতম মাহটোক টাইফাকে ভাষাত 'নৌন চেইং' কোৱা হয়। আনহাতে বছৰৰ পঞ্চম মাহত (কেতিয়াবা ষষ্ঠ মাহত) পালন কৰা 'পয় চাং কেন' (প্ৰতি বছৰে ১৪ এপ্ৰিলত) পৰাহে নতুন বছৰৰ আৰম্ভণি বুলি ধৰা পৰিলক্ষিত হয়। এই উৎসৱ অনুষ্ঠানত গাঁওবাসীয়ে বৌদ্ধ বিহাৰৰ পৰা বুদ্ধমূৰ্তিসমূহ আনুষ্ঠানিক নীতি-নিয়মেৰে নমাই

আনি বিশেষভাৱে নির্মিত 'ক্যাংফ্ৰা'ত স্থাপন কৰে। 'ক্যাংফ্ৰা'ত বুদ্ধ মূর্তিসমূহ মুঠ ৫২ ঘণ্টা ৰখাৰ সময়ছোৱাত গাঁওবাসীয়ে পানী ছটিয়াই মূর্তি ধোৱে আৰু পৰস্পৰেও পানী ছটিয়াই আনন্দ কৰে। তদুপৰি পুৰা-গধূলি সকলোৱে ধূপ-মম, ফুল, প্ৰসাদ আদিৰে অৰ্চনা কৰে। এইখিনি অৰ্চনা আৰু পানী ছটিয়াই মূর্তি ধোৱা কাম অতি পবিত্ৰ কৰ্ম হিচাপে বিবেচনা কৰা হয় আৰু সকলোৱে অংশগ্ৰহণ কৰিব বিচাৰে। সেইবাবে পয় চাং কেন টাইফাকে (লগতে বৌদ্ধ ধর্মাৱলম্বী অন্য টাইগোষ্ঠী আৰু চিংফৌসকলেও পালন কৰে) সকলৰ প্ৰধান উৎসৱ হিচাপে ধৰা হয়।

**(২) পয় নৌন হৌক ঃ**

বুদ্ধ পূর্ণিমাৰ স'তে সংগতি ৰাখি আয়োজন কৰা উৎসৱ অনুষ্ঠানটো হ'ল পয় নৌন হৌক। সাধাৰণতে বুদ্ধ পূৰ্ণিমা পঞ্জিকা মতে ষষ্ঠ মাহত (পয় = উৎসৱ, নৌন = মাহ, হৌক = ছয়, ষষ্ঠ) পৰে বাবে অনুষ্ঠানটোক 'পয় নৌন হৌক' হিচাপেও জনা যায়। এই অনুষ্ঠানৰ কোনো নিৰ্দিষ্ট পালনীয় বিধি বিধান নাথাকে। সুবিধা অনুযায়ী ধৰ্মীয় আনুষ্ঠানিকতাৰ স'তে অন্য কাৰ্যসূচী যোগ দি পালন কৰা হয়। ই ধৰ্মীয় পঞ্জিকা, পঞ্জিকা আশ্ৰয়ী ৰাজহুৱা উৎসৱ।

**(৩) পয় খাওৱা ঃ**

ই ধৰ্মীয় উৎসৱ। পঞ্জিকাৰ অষ্টম মাহৰ পূৰ্ণিমা তিথিত (শাওণ মাহৰ পূৰ্ণিমা) এই উৎসৱ পালন কৰা হয়। বৌদ্ধ ধৰ্মীয় পৰম্পৰাৰ পবিত্ৰ বৰ্ষাবাস ব্ৰত পালনৰ আৰম্ভণি হিচাপে ইয়াক পালন কৰা হয়। যিসকল ধৰ্মপ্ৰাণ পুৰুষ-মহিলাই বৰ্ষাব্ৰত ৰাখিব বিচাৰে তেওঁলোকে উক্ত দিনৰ পৰা তিনি মাহলৈ বিভিন্ন বিধি-ব্ৰত পালন কৰে। এই উৎসৱত অন্য বিশেষ লৌকিক লোকাচাৰ, নৃত্য-গীত আদি আয়োজন কৰা নহয়। এই উৎসৱ পালনৰ লগে লগে পৰৱৰ্তী মাহলৈ বহু সামাজিক কাৰ্যকলাপতো বাধা নিষেধ আহি পৰে।

**(৪) চা-লে ঃ**

ই ধৰ্মীয় উৎসৱ। বৰ্ষাবাস ব্ৰত চলি থকাৰ মাজতে তেওঁলোকৰ পঞ্জিকা মতে বছৰৰ দশম মাহৰ পূৰ্ণিমা তিথিত 'চা-লে' পালন কৰা হয়। এই উৎসৱত গাঁওবাসীয়ে বিভিন্ন খাদ্য সামগ্ৰী (চাউল, বতৰৰ ফল-মূল আদিকে ধৰি) সজাত ভৰাই বৌদ্ধ বিহাৰত দান দিয়েগৈ। বুদ্ধ যুগত প্ৰচলিত প্ৰবাদৰ সূত্ৰ ধৰি এই পৰম্পৰা চলি আহিছে বুলি ধৰা হৈছে। সাধাৰণতে বতৰৰ ফল-মূলবিলাক উক্ত উৎসৱ-অনুষ্ঠানত দান দিয়াৰ পিচতহে নিজে খাবলৈ ছিঙিব লাগে বুলি জনবিশ্বাস ঠাই বিশেষে প্ৰচলিত হৈ আহিছে।





**(৫) মে পি**

'চালে'ৰ ১৫ দিনৰ পিচত অমাৱস্যা তিথিত এই অনুষ্ঠান পালন কৰা হয়। এই পৰম্পৰা টাইফাকে সমাজত কেনেদৰে প্ৰচলিত হ'ল এই বিষয়ে স্পষ্ট জনশ্ৰুতি নাই। উক্ত দিনা পুৱতি নিশাই সকলোৱে গা-ধোৱাতো এক সামাজিক ৰীতি হিচাপেই প্ৰচলন হৈ পৰিছে। তদুপৰি সকলো লোকে তাৰ আগদিনা কাঁইটীয়া গছৰ ডাল আনি ঘৰৰ, ভঁৰালৰ সকলো দুৱাৰ, খিৰিকিত লগাই থয়। এনে পৰম্পৰাৰো বহু জনশ্ৰুতি যুক্ত হৈ আছে। ই পঞ্জিকা আশ্ৰয়ী উৎসৱ।

**(৬) পয় অকৰা ঃ**

বৰ্ষাবাস ব্ৰতত 'পয় খাও ৱা' পালন কৰাৰ দৰে তিনি মাহৰ মূৰত বৰ্ষাবাস ব্ৰত সমাপ্তিৰ সময়ত পয় অকৰা পালন কৰা হয়। সাধাৰণতে কাতিৰ পূৰ্ণিমা তিথিৰ দিনাই এই উৎসৱৰ দিন পৰে। টাই পঞ্জিকামতে একাদশ মাহৰ পূৰ্ণিমা তিথিত এই উৎসৱ পালন কৰা হয়। অৱশ্যে মন কৰিবলগীয়া কথা হ'ল পূৰ্ণিমাৰ দিনা আনুষ্ঠানিকভাৱে বৰ্ষাবাস ব্ৰত সমাপ্তি ঘটালেও ৰাইজে তাৰ দুই-তিনিদিনৰ পিচত নিজৰ সুবিধা অনুযায়ীহে মূল অনুষ্ঠানটো উদ্‌যাপন কৰে আৰু এই অনুষ্ঠানটোকহে প্ৰকৃততে 'পয় অকৰা' হিচাপে গণ কৰা হয়।

'পক অকৰা'ৰ আয়োজন প্ৰত্যেক বছৰে সুবিধা অনুযায়ী বেলেগ বেলেগ অনুষ্ঠানেৰে সমাপন কৰা দেখা যায়। সেইসমূহৰ ভিতৰত হ'ল পয় প-টে-চা, পয় মৌ হেইং', পয় কিথিং (কঠিন চীবৰ) আদি।

**(ক) পয় প-টে-চা ঃ**

এই উৎসৱত এখন কল্পতৰু সাজি লৈ ৰাইজে নিজে দান কৰিব বিচৰা সকলো সামগ্ৰী তাত আৰি দিয়া হয়। আৰু পিচত ঢোলে-দগৰে, গীত-নৃত্যৰে তাক লৈ শোভাযাত্ৰা কৰি বৌদ্ধ বিহাৰত দান দিয়া হয়।

**(খ) পয় মৌ হেইং ঃ**

ই হ'ল হেজাৰ পদুম দানোৎসৱ। উৎসৱৰ দিনা হেজাৰ পাহ পদুম ফুল সংগ্ৰহ কৰি আনি বিশেষভাৱে নিৰ্মিত গৃহত স্থাপন কৰা হয় আৰু পিচত দানোৎসৱ সমাপন কৰা হয়। এই দান সমাপন কৰাৰ আগনিশা এখন বিশেষ পুথি বিৰতি নোহোৱাকৈ পঢ়ি শেষ কৰাৰ পৰম্পৰাও সংযোজিত হৈ আছে।

**(গ) পয় কিথিং ঃ**

সাধাৰণতে পয় কিথিং দুই ধৰণেৰে উদ্‌যাপন কৰা হয়। এটা পৰম্পৰামতে একে নিশাৰ বাবে সূতা কাটি কাপোৰ বৈ উলিয়াই তাক দানৰ বাবে সাজু কৰা

হয় আৰু আনটো ব্যৱস্থাত তেনে ব্যৱস্থা কৰা নহয় আৰু সাধাৰণভাৱে সমাপন কৰে।

এই আটাইবোৰ উৎসৱ-পৰম্পৰাই বৌদ্ধ ধৰ্মৰ প্ৰভাৱযুক্ত। বৌদ্ধ প্ৰবাদৰ পৰাই টাইফাকেসকলে এনে উৎসৱ পালন কৰি আহিছে।

**(৭) পয় কান্‌ট' সাংঘা ঃ**

ইও এক বৰ্ষীয় উৎসৱ। সাধাৰণতে 'পয় অকৰা'ৰ এমাহৰ ভিতৰত এই উৎসৱ আয়োজন কৰা হয়। তিনি মাহৰ বৰ্ষাবাস ব্ৰতৰ অন্তত বৌদ্ধ উপাসকসকলে তিনি মাহত কৰা বিভিন্ন দোষ-ত্ৰুটিৰ মাৰ্জনা বিচৰা আৰু বৌদ্ধ ভিক্ষুসকলেও কনিষ্ঠজনে জ্যেষ্ঠজনৰ ওচৰত মাৰ্জনা বিচাৰাৰ অৰ্থেই এই উৎসৱ আয়োজন কৰা হয়। এই উৎসৱত অকল টাইফাকে জনগোষ্ঠীয়েই নহয় বৌদ্ধ ধৰ্মাৱলম্বী সকলো জনগোষ্ঠীয়েই সমানে অংশগ্ৰহণ কৰে।

**(৮) পয় মাই ক' চুম ফাই ঃ**

টাই পঞ্জিকামতে বছৰৰ তৃতীয় মাহৰ পূৰ্ণিমা তিথিত এই উৎসৱ পালন কৰা হয়। এই উৎসৱত মেজি সাজি উৎসৱৰ আগদিনা সন্ধিয়া জ্বলাই উছৰ্গা কৰা হয়। উৎসৱৰ দিনা ঘৰুৱাভাৱে আৰু ৰাজহুৱাভাৱেও 'য়াকু'ভাত (খিচিৰি) প্ৰস্তুত কৰি খোৱা আৰু পৰিৱেশন কৰা নিয়ম প্ৰচলিত। মেজি জ্বলোৱাৰ সময়ত ধৰ্মীয় পৰম্পৰাৰে সমাপন কৰা হয় আৰু থলীত বিভিন্ন ৰং-ৰইচ কৰা হয়। সাধাৰণতে একোখন গাঁৱত এটাকৈহে মেজি নিৰ্মাণ কৰি সমূহীয়াভাৱে জ্বলাই উছৰ্গা কৰা হয়। ই পঞ্জিকা আশ্ৰয়ী আৰু ধৰ্মীয় উৎসৱ।

**(৯) পায় নৌন চি ঃ**

টাই পঞ্জিকাৰ চতুৰ্থ মাহৰ পূৰ্ণিমা তিথিত উৎসৱ পালন কৰা হয়। 'পয় অকৰা' নিচিনাকৈ এই উৎসৱতো সুবিধা অনুযায়ী বিভিন্ন অনুষ্ঠানেৰে সমাপন কৰা হয়। সেইসমূহৰ ভিতৰত হ'ল 'পয় জে টি', 'পয় মাং কাপা', 'পয় পেত মৌ চি হেইং' আদি। এই আটাইবোৰ উৎসৱ-পৰম্পৰাই বৌদ্ধ ধৰ্মৰ বিভিন্ন প্ৰবাদৰ পৰা গ্ৰহণ কৰা হৈছে বুলিব পাৰি।

**(ক) পয় জে টি ঃ**

এই উৎসৱ আয়োজনত বিশেষ জটিলতা নাই। তিথিৰ আগদিনা সন্ধিয়া সাধাৰণতে বৌদ্ধ বিহাৰৰ সন্মুখত এটা বালিৰ স্তূপ সাজি তাত বিবিধ কাগজ, কাপোৰৰ ৰং-বিৰঙৰ 'পতাকা' স্থাপন কৰি পিচত ফুল, মম আদি আগবঢ়াই ধৰ্মীয় কাৰ্য সমাপন কৰে।





**(খ) পয় মাং কা পা ঃ**

এই উৎসৱ আয়োজনত কিছু ঠাইৰ প্ৰয়োজন আৰু প্ৰক্ৰিয়াটোও কিছু জটিল। সেইবাবে বৰ্তমান সময়ত ইয়াৰ আয়োজন কমি আহিছে।

**(গ) পয় পেত মৌ চি হেইং ঃ**

'পেত মৌন চি হেইঙ'ৰ ভাঙনি হ'ল চৌৰাশী হেজাৰ। এই উৎসৱত চৌৰাশী হেজাৰ সৰু সৰু মন্দিৰসদৃশ স্তূপ নিৰ্মাণ কৰি তাক দান কৰা হয়। এনে আয়োজনৰ বাবে কিছু ঠাইৰ প্ৰয়োজন হয় বাবে এই উৎসৱ আয়োজনো কিছু কমি আহিছে। ধৰ্মীয় প্ৰবাদ অনুসৰিয়েই এই পৰম্পৰা টাইফাকে সমাজত প্ৰচলিত হৈ আহিছে।

উল্লেখিত আটাইবোৰ উৎসৱেই হৈছে ৰাজহুৱাভাৱে আয়োজিত অনুষ্ঠান। এইখিনিৰ বাহিৰেও কিছুমান অনুষ্ঠান ঘৰুৱাভাৱে আৰু কিছুমান ৰাজহুৱাভাৱে অথচ প্ৰয়োজনবোধে আয়োজন কৰা হয়। সেই সমূহৰ ভিতৰত—

**(১০) মাং কালা ঃ**

ই এক ঘৰুৱা অনুষ্ঠান। ঘৰৰ, পৰিয়ালৰ সুখ-সমৃদ্ধিৰ বাবে, অপায়-অমংগল দূৰ কৰিবৰ বাবে বছৰৰ যিকোনো সময়তে (সাধাৰণতে নতুন বছৰৰ আৰম্ভণিতে) একোটা পৰিয়ালে এই অনুষ্ঠান আয়োজন কৰে। এই উৎসৱ বা আচাৰ-অনুষ্ঠানত গাঁৱৰ সকলো পৰিয়ালক আমন্ত্ৰণ কৰা হয়। আৰু বৌদ্ধ ভিক্ষুসকলৰ উপস্থিতিত মাংগলিক অনুষ্ঠান সমাপন কৰা হয়। এই অনুষ্ঠান পুৱা ভাগতে সমাপ্ত কৰা হয়।

**(১১) আনট্ৰে ঃ**

'মাংকালা'ৰ অনুৰূপ ইও ঘৰুৱা অনুষ্ঠান। পৰিয়ালৰ সুখ-সমৃদ্ধি আৰু বিভিন্ন দোষ মোচনৰ বাবে পালন কৰা এই অনুষ্ঠান সাধাৰণতে সন্ধিয়া সময়ত আয়োজন কৰা হয়।

**(১২) হং খন ঃ**

এই অনুষ্ঠানক উৎসৱ অনুষ্ঠান হিচাপে অভিহিত কৰিব নোৱাৰি যদিও ইও টাইফাকে সমাজত প্ৰচলিত হৈ থকা এক উল্লেখনীয় আচাৰ অনুষ্ঠান। 'হং খন'ৰ অৰ্থ হ'ল আত্মাক আহবান। সাধাৰণতে কোনো ব্যক্তি বিশেষ পূৰ্বৰ লক্ষণ নেদেখুৱাকৈ অকস্মাতে বেমাৰত পৰিলে বা কোনো যাত্ৰাৰ অন্তত আহি বেমাৰত পৰিলে বা কিবা কাৰণত ভয় খাই বেমাৰত পৰিলে সেয়া ভিতৰৰ মনটোৰ (আত্মা?) দুৰ্বলতাৰ বাবে হোৱা বুলি ধৰা হয়। এনে লোক-বিশ্বাসৰ

আধাৰতে অতীজৰে পৰা 'হংখন' অনুষ্ঠান পালন কৰি অহা হৈছে। বিশ্বাস অনুসৰি এনে কৰিলে 'আত্মা' শক্তিশালী হৈ উঠে আৰু ব্যক্তিয়ে আৰোগ্য লাভ কৰে। এনে অনুষ্ঠান দুই ধৰণেৰে কৰা হয়। এই অনুষ্ঠান নদীত জাকৈ মাৰি সমাপন কৰে গাঁৱৰ মহিলাসকলে আৰু আনটো অনুষ্ঠান ঘৰতে পুথি পঢ়ি সমাপন কৰা হয়। ই এক লোক পৰম্পৰাগত অনুষ্ঠান। তদুপৰি পঞ্জিকা অনুসৰি কোনো নিৰ্দিষ্ট দিনত ইয়াক পালন কৰাৰ সলনি প্ৰয়োজন আৰু ইচ্ছা অনুসৰি যিকোনো দিনতে পালন কৰিব পাৰি।

**(১৩) খাম চাং ঃ**

ই এক ধৰ্মীয় উৎসৱ অনুষ্ঠান। কিন্তু পঞ্জিকা আশ্ৰয়ী নহয়। বছৰৰ যিকোনো দিনতে ইয়াক এদিনীয়া বা দুদিনীয়াকৈ পালন কৰা হয়। শিশু বা কিশোৰক শ্ৰমণলৈ দীক্ষিত কৰাবলৈ আগ্ৰহী অভিভাৱকসকলে প্ৰথমতে বৌদ্ধ ভিক্ষুৰ তত্ত্বাৱধানত বৌদ্ধ ধৰ্মৰ শিক্ষা গ্ৰহণৰ বাবে ৰাখে আৰু পিচত তেওঁলোকক এক অনুষ্ঠানৰ যোগেদি শ্ৰমণলৈ দীক্ষিত কৰা হয়। এই অনুষ্ঠানটোৱেই হ'ল 'খাম চাং'। সাধাৰণতে এনে উৎসৱ অনুষ্ঠান শ্ৰমণলৈ দীক্ষিত হ'ব বিচৰা ল'ৰাৰ পৰিয়ালটোৱে আয়োজন কৰে যদিও গাঁৱৰ সকলো লোকে সমানে অংশগ্ৰহণ আৰু সহযোগ কৰে। ই বৌদ্ধ ধৰ্মাৱলম্বী আন জনগোষ্ঠীয়েও পালন কৰে। এনে অনুষ্ঠানত সম্পূৰ্ণ ধৰ্মীয় বিধি-বিধানমতে পালন কৰা হয়।

**(১৪) পয় লেং ঃ**

'পয় লেং' এক ধৰ্মীয় অনুষ্ঠান। ই পঞ্জিকা অনুসৰি কোনো নিৰ্দিষ্ট দিন বা বাৰত পালন কৰা নহয়। 'পয় লেং' আচলতে বৌদ্ধ ভিক্ষুৰ এক শ্ৰাদ্ধ অনুষ্ঠান। টাইফাকে সমাজত বৌদ্ধ ভিক্ষুসকলক বহু উচ্চ স্থান দিয়া হয় বাবে ভিক্ষুৰ মৃত্যু হ'লে অতি ভক্তিভাৱেৰে এক অনুষ্ঠান আয়োজন কৰা হয়। 'পয় লেঙ'ত অংশগ্ৰহণ কৰাটো সকলোৱে পবিত্ৰ আৰু মংগলকাৰক বুলি ভাবে। এনে অনুষ্ঠানত বৌদ্ধ ভিক্ষুৰ মৃতদেহক এখন ৰথত ৰখা হয় (পলমকৈ আয়োজন কৰাবোৰৰ ক্ষেত্ৰত অস্থি, চিতাভস্ম আদি ৰখা হয়)। আৰু তাক অংশগ্ৰহণকাৰীসকলে ধূপ-মম-ফুলেৰে শ্ৰদ্ধা জনোৱাৰ লগতে দুয়োদিশে সংলগ্ন কৰা ৰছী টানি ভাগ লয়।

**(১৫) এ্যাপ মান ঃ**

মাংকালাৰ অনুৰূপে ই সমজুৱাকৈ পালন কৰা এক অনুষ্ঠান। সাধাৰণতে বিভিন্ন কাৰণত গাঁৱৰ স্বাভাৱিক অৱস্থাৰ অৱনতি ঘটিলে, বেমাৰ-আজাৰৰ





প্ৰাদুৰ্ভাৱ বেছিকৈ দেখা পোৱা গ'লে গাঁৱৰ সৰ্বাংগীন উন্নতি আৰু মংগল সাধনৰ বাবে এনে অনুষ্ঠানৰ আয়োজন কৰে। এনে অনুষ্ঠানৰ সমাপন ধৰ্মীয় পৰম্পৰাৰে কৰা হয়।

**শিশু নামকৰণ পদ্ধতি**

প্ৰায় সকলো সমাজতে জন্ম হোৱা শিশুৰ নামকৰণৰ সময়ত একোটা অনুষ্ঠান আয়োজন কৰা দেখা যায়। টাইফাকে সমাজতো শিশু জন্মৰ প্ৰথম দুমাহৰ ভিতৰত এনে নামকৰণ অনুষ্ঠান অনুষ্ঠিত হয়। এনে দিন বাৰ ঠিক কৰাৰ ক্ষেত্ৰত পঞ্জিকাৰ আশ্ৰয় লয়।

নামকৰণৰ ক্ষেত্ৰত তেওঁলোকে লোৱা ৰীতি-নীতি বিশেষ মন কৰিবলগীয়া। সেয়া হ'ল এটি শিশু নামৰ পৰাই শিশুটো কন্যা নে পুত্ৰ সন্তান আৰু ই কোনবাৰত জন্মগ্ৰহণ কৰিছে আৰু পৰিয়ালটোৰ কিমান ক্ৰমৰ সন্তান সকলো ওলাই পৰে। নামটো জানিয়েই কোনো অচিনলোকেও সেই কথা বুজি পাব পাৰে।

ল'ৰা সন্তানৰ ক্ষেত্ৰত আৰু কন্যা সন্তানৰ ক্ষেত্ৰত পৃথক পৃথক ক্ৰম থাকে। সেই ক্ৰমৰ পৰাই শিশুৰ নামকৰণ কৰা হয়। পুত্ৰ সন্তানৰ ক্ষেত্ৰত প্ৰথমৰ পৰা অষ্টমলৈ ক্ৰমটো হ'ল — 'আই', 'ঙি', 'চাম', 'চাই', 'ঙৌ', 'নুক', 'নাক', 'নৌক'। অৰ্থাৎ নামটো 'আই'ৰ পৰা আৰম্ভ হ'লে বুজিব লাগিব যে সি পৰিয়ালটোৰ প্ৰথম পুত্ৰ সন্তান। তেনেকৈ 'ঙি'ৰে আৰম্ভ হ'লে হ'ব পৰিয়ালটোৰ দ্বিতীয় পুত্ৰ সন্তান। এই ক্ৰম অষ্টমতে শেষ। যদি অষ্টমৰ পিছতো আৰু পুত্ৰ সন্তানৰ জন্ম হয় তেতিয়া আকৌ প্ৰথমৰ পৰা আৰম্ভ কৰে। বৰ্তমান কালত এনে হোৱাৰ কোনো সম্ভাৱনা নাই যদিও তাহানি দিনত এনে হোৱাৰ বহুত উদাহৰণ পোৱা যায়। তেনেকৈ কন্যা সন্তানৰ ক্ষেত্ৰত সেই ক্ৰমটো হ'ল প্ৰথমৰ পৰা অষ্টমলৈ ক্ৰমে 'য়ে', 'ই', 'আম', 'আয়', 'ঔক', 'এইত', 'আত', 'অ'ত'। সেইমতে 'য়ে'ৰ পৰা নাম আৰম্ভ হ'লে ই পৰিয়ালৰ প্ৰথম কন্যা সন্তান 'ই'ৰ পৰা নাম আৰম্ভ হ'লে পৰিয়ালৰ দ্বিতীয় কন্যা সন্তান বুলি গম পোৱা যায়। তাৰ পিছত এই নামকৰণৰ অন্যটো বৈশিষ্ট্য হ'ল শিশুটোৱে কোন বাৰে জন্মগ্ৰহণ কৰিছে অৰ্থাৎ ৰাশি কি হ'ব সেয়া নিৰ্দিষ্ট কৰা। ল'ৰাৰ ক্ষেত্ৰত সেয়া নামক্ৰমৰ ঠিক পিছতেই থাকে। অৰ্থাৎ উদাহৰণস্বৰূপে নাম — আই ক্য বুলি ক'লে বুজিব লাগিব — ই পৰিয়ালৰ প্ৰথম পুত্ৰ সন্তান আৰু 'ক' ৰাশিৰ। তেনেকে 'ঙি তান' বুলি ক'লে বুজা হ'ব যে পৰিয়ালৰ দ্বিতীয় পুত্ৰ সন্তান আৰু জন্মগ্ৰহণ কৰা আৰু 'ত'

ৰাশিৰ। এই শব্দযুক্ত নামৰ উপৰিও আৰু বহু অৰ্থযুক্ত শব্দ নামৰ স'তে সংযোগ কৰা দেখা যায়। সাধাৰণতে প্ৰায় প্ৰতিটো শিশুৰ নামেই চাৰিটা অথবা পাঁচটা শব্দ ৰাশিৰ হয়। আৰু সেইবোৰেৰেই একোটি শিশুৰ নাম অৰ্থব্যঞ্জক হৈ পৰে। কন্যা সন্তান নামকৰণৰ ক্ষেত্ৰত জন্ম বাৰ নিৰ্দেশ কৰা শব্দটো নামৰ একেবাৰে শেহত দিয়া হয়। উদাহৰণ স্বৰূপে 'য়ে হম এইম' বুলি নামাংকৃত কৰিলে বুজিব লাগিব যে তাই পৰিয়ালটোৰ প্ৰথমা কন্যা আৰু 'এ' ৰাশিৰ। আৰু ই প্যা ফে বুলি কওঁতে জানিব লাগিব যে ই পৰিয়ালৰ দ্বিতীয় কন্যা সন্তান আৰু 'ফ' ৰাশিৰ। ইত্যাদি। সেইমতে সন্তানৰ জন্মৰ বাৰ উলিওৱা হয়।

**নামকৰণৰ সাংস্কৃতিক বৈশিষ্ট্য ঃ**

কেঁচুৱা নামকৰণ অনুষ্ঠান সাধাৰণতে মহিলা সকলেহে অংশগ্ৰহণ কৰে। উক্ত দিনা কেঁচুৱাক আনুষ্ঠানিকভাৱে মুকলি আকাশলৈ আনি মাটি স্পৰ্শ কৰোৱা হয়। এই ক্ষেত্ৰত পৰিয়ালৰ লোকে আগভাগ নলৈ অন্যলোকৰ দ্বাৰাহে সম্পাদন কৰা হয়। বোকোচাত লৈ মাটিলৈ নমাই অনাৰ পূৰ্বে কেঁচুৱাটোক গা-ধুৱাই, নতুন চোলা-কাপোৰ পিন্ধাই কিছু সাংস্কৃতিক আনুষ্ঠানিকতা পালন কৰা হয়। এই ক্ষেত্ৰত গাঁৱৰ প্ৰায় সকলো মহিলাক আমন্ত্ৰণ কৰা হয়। তেওঁলোকৰ সমাজত এটা প্ৰথা প্ৰচলিত যে কেঁচুৱাৰ জন্ম হোৱাৰ পিছত মহিলাসকলে কেঁচুৱা চাবলৈ আহি আশীৰ্বাদ দি যায় আৰু মুক্ত মনেৰে টকা-পইচা বা চোলা-কাপোৰ আদি উপহাৰ দিয়ে। আৰু এনেকৈ চাবলৈ অহা সকলোকে নামকৰণ অনুষ্ঠানলৈ আমন্ত্ৰণ কৰা হয়।

এনে অনুষ্ঠানত প্ৰয়োজন হোৱা সামগ্ৰী কিছুমান হ'ল — ভাত, কণী, কুঁহিয়াৰ, কল, টেঙামাছ (পা-চৌম), 'চাম পু', 'ফা' ইত্যাদি। এইবোৰ কেঁচুৱাক মাটিলৈ নমাই নিওঁতে লগত নিয়া হয়। তদুপৰি গা ধুওৱাবলৈ ৰখা পানীৰ পাত্ৰত সোণ, ৰূপ, লো আদি বস্তু ৰখা হয়। তেওঁলোকৰ বিশ্বাস যে এনে কৰিলে নৱজাত শিশু তেনে বস্তুবোৰৰ দৰে শক্তিশালী আৰু উজ্জ্বল হয়। আৰু ঘৰৰ পৰা মুকলি আকাশৰ তললৈ নিয়াৰ সময়তো সেইবোৰ লগত নিয়া হয়। সাধাৰণতে ল'ৰা সন্তান হ'লে লগত দা, কুঠাৰ জাতীয় আৰু কন্যা সন্তান হ'লে তাঁতশালৰ বস্তু লগত লোৱা হয়। এনেবোৰ কাম সম্পন্ন কৰিবলৈ শিশুটোৱে জন্ম লাভ কৰা বাৰৰ লগত মিলা মহিলাক আমন্ত্ৰণ কৰা হয় আৰু তেওঁলোকৰ হতুৱাই এই কাম কৰা হয়। তেওঁলোকে কেঁচুৱাক গা-ধুৱাই বোকোচাত লৈ মাটিত নমাই একেবাৰে শেষ হোৱালৈ প্ৰয়োজনীয় সকলো কাম সম্পন্ন কৰে। বিশ্বাস কৰা হয় যে এনে কাম কৰোঁতা জনৰ





ব্যক্তিত্ব, চৰিত্ৰ অনুযায়ী পিছলৈ সন্তানটোৰ চৰিত্ৰ গঢ়ি উঠে। সেইবাবে এনে বিলাকত ব্যক্তি নিৰ্বাচন কৰোঁতে খুব সাৱধানতা অৱলম্বন কৰা হয়।

এনে অনুষ্ঠানলৈ অহা সকলো সৰু-বৰ লোক সকললৈ শেহত পৰিয়ালৰ সামৰ্থ অনুযায়ী চেনিৰ টোপোলা, বিস্কুটৰ পেকেট, কণী আদি বিলোৱা হয়। যি সকলে আহিব নোৱাৰে তেওঁলোককো ঘৰতে দি অহাৰ ব্যৱস্থা কৰা হয়। এনে টোপোলা পোৱাৰপৰা কোনো লোক বাদ পৰি যোৱাতো বেয়া বুলি তেওঁলোকে গণ্য কৰে বাবে এই ক্ষেত্ৰত খুব সাৱধানতা অৱলম্বন কৰা হয়।

আগৰ দিনত এনে অনুষ্ঠানত উপস্থিত লোকসকলৰ সন্মুখত দুই-তিনিটা নামৰ প্ৰস্তাৱ কৰা হয় আৰু তেওঁলোকে এটা নাম গ্ৰহণ কৰি লয় কিন্তু বৰ্তমান শিশুৰ জন্মৰ প্ৰমাণ পত্ৰ প্ৰস্তুত কৰাটো বাধ্যতামূলক হৈ পৰা বাবে জন্মৰ প্ৰায় লগে লগে পৰিয়ালৰ লোকে নাম ঠিক কৰি দিয়ে আৰু তেনে অনুষ্ঠানত শেহত আনুষ্ঠানিকভাৱে ৰাজহুৱা কৰি দিয়া হয় মাত্ৰ।

**বিবাহ পদ্ধতি ঃ**

টাইফাকেসকল সাংস্কৃতিকভাৱে অতি চহকী এটি জনগোষ্ঠী। জনসংখ্যাৰ ফালৰ পৰা কম হ'লেও তেওঁলোকে এতিয়াও নিজৰ ভাষা চৰ্চা অব্যাহত ৰাখিছে। তদুপৰি অন্যান্য লোকাচাৰ, উৎসৱ, গীত-মাত, সাজপাৰ, খাদ্যাভ্যাস আদিৰ ফালৰ পৰাও নিজৰ স্বকীয়তা বজাই ৰাখি আহিছে। টাইফাকেসকলৰ সাংস্কৃতিক ঐতিহ্য প্ৰতিফলন ঘটে তেওঁলোকৰ বিবাহ পৰম্পৰাত। বিবাহ পৰম্পৰাত কেৱল পৰম্পৰাগত ৰীতি-নীতিয়েই প্ৰতিফলন এনে নহয় তাৰ লগে লগে বৈশিষ্ট্যপূৰ্ণ সাজপাৰৰো পূৰ্ণ প্ৰতিফলন ঘটে। বিবাহ অনুষ্ঠানক টাইফাকেসকলে যথেষ্ট গুৰুত্ব দিয়া দেখা যায়। সেইবাবে প্ৰত্যেক পৰিয়ালে বিবাহ আয়োজনৰ ক্ষেত্ৰত পৰম্পৰাক সন্মান কৰি আয়োজন কৰিবলৈ যত্ন কৰে।

**টাইফাকেসকলৰ বিবাহ পৰম্পৰা ঃ**

টাইফাকেসকলৰ বিবাহ পৰম্পৰাক কেইবাটাও ভাগত ভাগ কৰিব পাৰি। যেনে — (ক) সামাজিক বিবাহ আৰু (খ) পলুৱাই নিয়া বিবাহ। সামাজিক বিবাহক আকৌ তিনি ভাগত ভাগ কৰিব পাৰি। প্ৰথম ব্যৱস্থাটোত সমাজৰ সকলোৰে উপস্থিতিত সম্পন্ন হয়। দ্বিতীয় ব্যৱস্থাত পৰিয়ালৰ সদস্য আৰু আত্মীয় কুটুম্বৰ উপস্থিতি কিছুমান বিবাহ সম্পন্ন কৰা হয়। তৃতীয় ব্যৱস্থাত দৰাই কইনাৰ ঘৰলৈ জোৱাই উঠে। সেইফালৰ পৰা টাইফাকে সমাজত চাৰিধৰণৰ

বিবাহ দেখিবলৈ পোৱা যায়।

**(ক) সামাজিকভাৱে হোৱা বিবাহ ঃ** এই বিবাহ পদ্ধতিত প্ৰথম অৱস্থাত দৰা ঘৰে কইনা ঘৰত আনুষ্ঠানিকভাৱে এটি টোপোলা অৰ্পণ কৰে। টোপোলাটো বগা কাগজৰ ভিতৰত সামান্য ধপাত বন্ধা হয়। (কইনা ঠিক কৰাৰ ক্ষেত্ৰত দৰা কইনাৰ সন্মতিক গুৰুত্ব দিয়া হয় আৰু কেতিয়াবা ঘৰখনৰ বয়োজ্যেষ্ঠসকলে পৰস্পৰৰ মাজত আলোচনা কৰি ঠিক কৰে।) কইনা ঘৰে টোপোলাটো গ্ৰহণ কৰিলে বিবাহৰ বাবে ঠিক হোৱা বুলি ধৰা হয়। টোপোলা গ্ৰহণ কৰাৰ পিছত ছোৱালী অন্য ল'ৰালৈ পৰিয়ালে বিয়া দিলে বা ছোৱালী নিজে নিজে পলাই গ'লে গুৰুতৰ সামাজিক অপৰাধ বুলি ধৰা হয়। এই ক্ষেত্ৰত টোপোলা দিয়া পৰিয়ালটোক ছোৱালীঘৰে জৰিমণা ভৰাৰ ব্যৱস্থাও আছে। টোপোলা দিয়া আৰু গ্ৰহণ কৰাৰ পিছত ল'ৰা আৰু ছোৱালীৰ ঘৰে পৰস্পৰে আলোচনা কৰি বিয়াৰ দিন-বাৰ ঠিক কৰে। সাধাৰণতে বিয়াৰ দিনাৰ কইনা ঘৰৰ সকলো খৰচ-পাতি দৰা ঘৰে বহন কৰে (কেতিয়াবা কইনা ঘৰে সেয়া নিবিচাৰে)। সেইবাবে তাৰ তদাৰক আৰু অন্যান্য প্ৰয়োজনীয় যোগাযোগৰ বাবে দৰা ঘৰে এজন বা দুজন কটকী নিয়োগ কৰে। তেৱেঁই বিবাহ সম্পন্ন নোহোৱালৈ সকলো খবৰ তথা যোগাযোগ ৰাখে। অৱশ্যে বিবাহ দিনৰ আগদিনা কইনা ঘৰত সমবেত হোৱা মানুহৰ আপ্যায়ন কইনা ঘৰে নিজে কৰে।

বিবাহৰ দিনা পুৱাই কইনা সজাবলৈ দৰা পক্ষৰ ফালৰ পৰা কইনাৰ সাজপাৰ, গহনা আদিকে ধৰি প্ৰয়োজনীয় অন্য বয়বস্তু নি কইনাৰ ঘৰত উপস্থিত হয় (একেখন গাঁৱত হ'লে দৰাপক্ষই ঘৰৰ পৰাই যায়, অন্য গাঁৱৰ হ'লে দৰা পক্ষই আগদিনাই গৈ বাহৰ পাতেগৈ।) উপস্থিত হৈ কইনাক পৰম্পৰাগত সাজেৰে সজোৱায়। কইনাক পিন্ধাবলৈ ব্যৱহাৰ কৰা চাদৰটো হ'ল — 'নাংৱাত পজুং'। সম্পূৰ্ণ মুগাৰে এই কাপোৰ বৈ উলিওৱা হয়। কইনাই এই সাজ কাপোৰ লোৱাটো একপ্ৰকাৰ নিয়ম (আৰ্থিকভাৱে দুৰ্বল পৰিয়ালে উক্ত কাপোৰ প্ৰস্তুত কৰিব নোৱাৰিলে বিবাহৰ দিনত ব্যৱহাৰৰ বাবে ধাৰে লোৱাও দেখা যায়।) কইনাক সজোৱাৰ সময়ছোৱাত দৰা ঘৰে যোগান ধৰা 'পাচৌম' (টেঙা মাছ) (বিশেষভাৱে টাইফাকে সমাজতে প্ৰচলিত আৰু তেওঁলোকে পৰম্পৰাগত পদ্ধতিৰে টেঙা মাছ বা 'পাচৌম' প্ৰস্তুত কৰে। ইয়াক প্ৰস্তুত কৰিবলৈ কমেও এসপ্তাহৰ প্ৰয়োজন হয়। সেইবাবে বিবাহৰ দিনৰ এসপ্তাহৰ আগতে তাক প্ৰস্তুত কৰা হয়।) টোপোলা কৰি উপস্থিত ৰাইজক বিলাই আৰু কইনাৰ ঘৰত ৰান্ধি আপ্যায়ন কৰে। ৰাতিপুৱা আনুষ্ঠানিকতা সমাপ্ত কৰি দৰা পক্ষ





উভতি যায়। তাৰ পিছত দিনটো দুয়ো ঘৰতে অভ্যাগতসকলৰ আপ্যায়ন চলি থাকে। এইক্ষেত্ৰত কইনা ঘৰৰ ভাত সাজো দৰা ঘৰৰ পৰা যোগান ধৰা হয় (অৱশ্যে কেতিয়াবা বুজাবুজিৰ ভিত্তিত কেচা সামগ্ৰীও যোগান ধৰা হয়। অৱশ্যে যোগান ধৰিবই লাগিব বুলি ধৰাবন্ধা নিয়ম নাই। দুয়ো ঘৰে বুজাবুজিৰ মাজেৰে তাক ঠিক কৰে।)

সন্ধিয়া দৰাপক্ষৰ ফালৰ পৰা কইনা আনিবলৈ নিৰ্ধাৰিত কিছু মানুহ যায়। এইক্ষেত্ৰত কটকীয়ে বিশেষ ভূমিকা পালন কৰে। দৰাৰ দলে কইনা পক্ষক মান ধৰিব লাগে। কইনা ঘৰৰ 'ঘৰ দেৱতা' — 'চাও ফি নাম' , চাই ফিনামৰ বাবে কেঁচা কণী আৰু পৰিয়ালৰ মুৰব্বীৰ বাবে সিজোৱা কণী দিয়া হয়। আৰু পৰিয়ালৰ মুৰব্বীৰ বাবে শৰাই আগবঢ়োৱা হয়। এই শৰাইত কণী দিয়া হয়। তদুপৰি কইনা ঘৰত আত্মীয় অন্য জ্যেষ্ঠ সদস্যসকলৰ বাবেও মান ধৰা হয়। এই ক্ষেত্ৰত কইনাৰ দেউতাকৰ পৰিয়াল, কইনাৰ মাকৰ পৰিয়াল, মোমায়েক, বিয়া নোহোৱা কইনাৰ কোনো জ্যেষ্ঠ ভগ্নী থাকিলে মান ধৰা হয়। এইবোৰ মান ধৰিবলৈ একোখন শৰাই লৈ একোজনকৈ দৰাৰ লগত যাব লাগে। ফলত কেতিয়াবা দৰাৰ দল বহু ডাঙৰ হৈ পৰে। যথাসময়ত তেওঁলোকে সমদল কৰি যায়। কইনাৰ ঘৰত উপস্থিত হৈ দৰা পক্ষক নেতৃত্ব কৰি যোৱা লোকজনে সমাজৰ আগত বিবাহৰ কথা সদৰি কৰি যথাৰীতি মান আগবঢ়ায়। এইক্ষেত্ৰত কইনাৰ তথা সমাজৰ কোনো আপত্তি নাথাকিলে কইনাক উলিয়াই আনি সমাজৰ আগত দৰাৰ কাষত বহুওৱা হয়। তাৰ পিছত প্ৰথমতে কইনাৰ মাকে দৰা-কইনাক উভয়কে সূঁতাৰে হাতত বান্ধি আশীৰ্বাদ কৰে। পিচত পৰিয়াল, আত্মীয়স্বজন সকলোৱে একে পদ্ধতিৰে আশীৰ্বাদ দিয়ে।

টাইফাকে সকলৰ বিবাহ পদ্ধতিত কইনা-দৰাৰ লগত যোৱাৰ নিয়ম নাই। সকলো আনুষ্ঠানিকতা শেষ কৰি দৰা আগতীয়াকৈ যায়গৈ। পিচত কইনা পক্ষই কইনাক দৰাৰ ঘৰত থৈ আহে। দৰা নাথাকিলেও অৱশ্যে দৰা পক্ষৰ অন্য লোকসকলে কইনা পক্ষক লগে লগে আগবঢ়াই আনে আৰু বাটে বাটে — আপ্যায়ন কৰি আহে। সাধাৰণতে বিবাহ দিনটোতেই কইনাক দৰা ঘৰত উপস্থিত কৰোৱাব লাগে। অৰ্থাৎ নিশা বাৰ বজাৰ আগতেই কইনা ঘৰৰ পক্ষই কইনাক লৈ দৰাৰ ঘৰত উপস্থিত হয়। কইনা উপস্থিত হোৱাৰ লগে লগে পদূলিত পৰম্পৰাগতভাৱে আদৰা হয় আৰু ঘৰত উপস্থিত হোৱাৰ পিছতো ঘৰত পূৰ্বপুৰুষ ৰূপে মানি অহা 'দেৱতা' — 'চাও ফি নাম'ক ঘৰৰ নতুন সদস্যৰ আগমনৰ বিষয়ে অৱগত কৰে। তাৰ পিচত দৰা পক্ষই কইনাৰ লগত অহা

সকলক আপ্যায়ন কৰে। কইনাৰ ঘৰ একেখন গাঁৱত হ'লে নিশাতেই কইনা পক্ষ ঘূৰি যায় আৰু দূৰৈৰ হ'লে পুৱাৰ লগে লগে উভতি যায়। তেওঁলোক সকলোকে দৰা পক্ষৰ ফালৰ পৰা নামমাত্ৰ মাননি দিয়াটো নিয়ম।

**(খ) পৰিয়ালৰ মাজতে সম্পন্ন হোৱা বিবাহ ঃ** বিভিন্ন কাৰণত কেতিয়াবা পৰিয়ালৰ সদস্যৰ উপস্থিতিত বিবাহ কাৰ্য সম্পন্ন কৰা হয়। সাধাৰণতে বা কইনা পক্ষই সমূহ ৰাইজক আপ্যায়ন কৰিবলৈ অসমৰ্থ হ'লে বা খুব কম সময়ৰ ভিতৰতে বিবাহৰ আয়োজন কৰিবলগীয়া হ'লে বা আন যিকোনো কাৰণত দৰা আৰু কইনা পক্ষই পৰস্পৰৰ বুজাবুজিৰে কেৱল পৰিয়াল তথা আত্মীয় কুটুম্বৰ উপস্থিতিত বিবাহ আয়োজন কৰা হয়। এই ক্ষেত্ৰত দৰা পক্ষই কইনা পক্ষক আপ্যায়ন সামগ্ৰী যোগান ধৰা, 'পাচৌম' আদি যোগান কৰা পৰম্পৰাবোৰ বাদ পৰে। অৱশ্যে ঘৰৰ পূৰ্বপুৰুষ, দেৱতা আৰু পৰিয়ালৰ বাবে কণীযুক্ত বাতি আগবঢ়োৱাৰ নিয়ম মানি চলা হয়। সকলো নীতি-নিয়ম আনুষ্ঠানিকতা সম্পন্ন হোৱাৰ পিছত কইনাক দৰাৰ ঘৰলৈ পঠিয়াই দিয়া হয়।

**(গ) ঘৰ জোঁৱাই উঠা বিবাহ ঃ** টাইফাকে সমাজত ঘৰ জোঁৱাই উঠা প্ৰথা প্ৰচলিত হৈ আহিছে। এই বিবাহ প্ৰথাক 'খৌন খৈ' বোলা হয়। এই ব্যৱস্থাটোতো সামাজিক বিবাহ প্ৰথাৰ দৰেই সকলো আয়োজন চলে। কিন্তু দৰা পক্ষই কইনা ঘৰলৈ আহি সমাজৰ জ্যেষ্ঠ সকলৰ উপস্থিতিত বিবাহ কাৰ্য সম্পন্ন কৰাৰ পিছত দৰা কইনাৰ ঘৰতে থাকি যায়। সাধাৰণতে কইনা ঘৰৰ বিশেষ অসুবিধা হ'লেহে এনে বিবাহৰ প্ৰস্তাৱ দিয়া হয় আৰু দৰাৰ সন্মতিত আয়োজন কৰা হয়।

**(ঘ) পলুৱাই নি কৰা বিবাহ ঃ** বৰ্তমান সময়ত টাইফাকে সমাজত প্ৰচলিত এটি বিবাহ প্ৰথা হ'ল পলুৱাই নি কৰা বিবাহ। সাধাৰণতে ল'ৰা-ছোৱালীয়ে পৰস্পৰক ভাল পালে কিন্তু ঘৰৰ কোনো পক্ষ সন্মত নহ'লে ল'ৰাই ছোৱালীক পলুৱাই লৈ বিবাহ পাতে। কেতিয়াবা আকৌ দুয়োপক্ষৰ সন্মতি সপক্ষেও এনে বিবাহ কাৰ্য সম্পন্ন হয়। বিবাহৰ বাবে সঠিক দিন বা নহ'লে তাৎক্ষণিকভাৱে ৰাইজক অভ্যৰ্থনা কৰিবলৈ অসুবিধা হ'লে বা আন যিকোনো কাৰণত দুয়ো পক্ষৰ জ্ঞাতে ল'ৰাই ছোৱালী পলুৱাই নিয়ে। তেনে ক্ষেত্ৰত ল'ৰা পক্ষই লগে লগে ছোৱালী নিয়াৰ বিষয়ে ছোৱালীৰ পৰিয়াল আৰু সমাজক (সাধাৰণতে গাঁওবুঢ়া) অৱগত কৰে। তাৰ বাবে পৰিয়াল তথা সমাজে বান্ধি দিয়া জৰিমণা দৰা পক্ষই দিব লাগে। বিবাহৰ ক্ষেত্ৰত জৰিমণা ধৰাৰ একক হ'ল 'জয়'। এক 'জয়'ৰ পৰিমাণ ১৪০ টকা। সেই হিচাপেৰে জৰিমণা দিয়া হয় বা মান ধৰা





হয়। ছোৱালী পলুৱাই আনি বিবাহ কাৰ্য সম্পন্ন কৰিলেও পিছত যিকোনো সময়ত দুয়োপক্ষই আনুষ্ঠানিক বিবাহৰ আয়োজন কৰিব লাগে। তেতিয়া আকৌ সামাজিক বিবাহৰ সকলোবোৰ নিয়ম মানি চলা হয়। এনে বিবাহৰ আনুষ্ঠানিকতা কেতিয়াবা লগে লগে আৰু কেতিয়াবা কেইবাবছৰৰ মূৰত কৰা হয়।

**বিবাহৰ পিছৰ আনুষ্ঠানিকতা ঃ** বিবাহৰ কিমান দিনৰ পিছত কইনাই মাকৰ ঘৰলৈ যাব পাৰিব এনে কোনো ধৰাবন্ধা নিয়ম নাই। সেইবাবে ওচৰতে ঘৰ হ'লে বিবাহৰ পিছ দিনাই কইনাই মাকৰ ঘৰলৈ যাব পাৰে বা যোৱা দেখা যায়। অৱশ্যে সাতদিনৰ পিছত দৰা-কইনাই যথাৰীতিৰে কইনাৰ মাকৰ ঘৰলৈ গৈ আশীৰ্বাদ গ্ৰহণ কৰে। অকল মাকৰ ঘৰেই নহয় আত্মীয় অন্যসকলৰ ঘৰলৈকো গৈ দৰা-কইনাই আশীৰ্বাদ গ্ৰহণ কৰে। এনে আশীৰ্বাদ লওঁতে দৰা-কইনাই প্ৰত্যেককে একোটি সামান্য উপহাৰ দিয়ে। এইখিনি শেষ হোৱাৰ পিছত বিবাহৰ সকলো আনুষ্ঠানিকতা শেষ হয়।

**যৌতুক প্ৰথা ঃ** টাইফাকে সমাজত যৌতুক প্ৰথাৰ প্ৰচলন নাই। দৰাপক্ষই কোনো কাৰণতেই কইনা পক্ষই কইনাৰ লগত কি আনিব লাগিব ইত্যাদি ধৰণৰ দাবী কৰিব নোৱাৰে। বৰং তেওঁলোকৰ সমাজত কইনা পক্ষই গুৰুত্ব লাভ কৰে আৰু বিবাহ আয়োজনৰ ক্ষেত্ৰত আপ্যায়নৰ বাবে প্ৰয়োজনীয় সামগ্ৰী দাবী কৰিব পাৰে। (যৌতুকক লৈ পৰিয়াল বা দাম্পত্য জীৱন অশান্তি হোৱাৰো নজিৰ নাই টাইফাকে সমাজত।)

**ফৈদ কুলৰ বিচাৰ ঃ** টাইফাকে সমাজত দহৰো অধিক উপাধিৰ লোক আছে। সেইসকলক পৃথক ফৈদ হিচাপে ধৰা হয়। এই উপাধিসমূহ হ'ল — থামৌং, ৱেইংকেন, চাখাপ, হাইলৌং, পমুং, চতন, মানহাই, মাংনয়, টুমটেন, খেন আদি। একোটা উপাধিৰ মাজত বিবাহ সম্পন্ন কৰা নহয়। (অৱশ্যে থামৌং আৰু ৱেইংকেনৰ দুটাকৈ ফৈদ আছে। গতিকে কেতিয়াবা থামৌং আৰু ৱেইংকেন উপাধিৰ মাজতো বিবাহ হোৱা দেখা যায়। এই ক্ষেত্ৰত কিন্তু পৃথক ফৈদৰ হোৱা প্ৰয়োজনীয়।

**হস্তশিল্প ঃ**

কোনো এটা জনগোষ্ঠীৰ লোকসংস্কৃতিৰ অন্তৰ্গত এটা বিষয় হ'ল হস্তশিল্পৰ নিদৰ্শনবোৰ। হস্তশিল্পৰ নানান কাৰুকাৰ্য, জনগোষ্ঠীৰ জনজীৱনৰ বহু বৈশিষ্ট্যৰ বিষয়ে আভাস পাব পাৰি। অকল আভাস পোৱাই নহয়; গভীৰ অধ্যয়ন কৰিলে জনগোষ্ঠীটোৰ নৃতাত্বিক, সামাজিক ইতিহাসৰ ক্ৰমবিবৰ্তনৰ বিষয়েও গম পাব পাৰি।

টাইফাকেসকলৰ হস্তশিল্পৰ উল্লেখযোগ্য নিদৰ্শনবোৰ হ'ল — 'ওপ' (বাঁহ বা বেতৰ), 'ওপ' (কাঠৰ), 'পান' (কাঠৰ), 'পান' (বাঁহ বা বেতৰ), 'ফাক ফা', 'ফাক মিট', 'চ্ছক' (বাঁহৰ), 'মুং' (বাঁহৰ), 'চ্ছা' (বাঁহৰ) আদি। এইবোৰৰ প্ৰায়বোৰৰে নিজস্ব সামাজিক আৰু সাংস্কৃতিক মৰ্যাদা আছে আৰু তেওঁলোকৰ সমাজৰ পাকৈত লোকসকলে সেইবোৰ তৈয়াৰ কৰে।

**'ওপ' (বাঁহ বা বেতৰ)** ঃ এইবিধক টাইফাকে সমাজে অন্যতম সন্মানীয় হস্তশিল্প সামগ্ৰী হিচাপে গণ্য কৰে পাৰি। সাধাৰণতে বাঁহ বা বেতেৰে এইধৰণৰ সামগ্ৰী তৈয়াৰ কৰা হয়। এই সামগ্ৰীবিধ সাধাৰণতে পৰিয়ালৰ লোক বা আন সন্মানীয় লোকক আহাৰ পৰিৱেশন কৰিবলৈ ব্যৱহাৰ কৰা হয়। প্ৰায় ১৫ ছেণ্টিমিটাৰ ওখ খুৰাযুক্ত আৰু ডেৰ মিটাৰ ব্যাসৰ ওখ খুৰাযুক্ত আৰু ডেৰমিটাৰ ব্যাসৰ এই যতনবিধ ঢাকনিযুক্ত। ঢাকনি সাধাৰণতে মন্দিৰৰ চূড়াৰ আৰ্হিত জোঙাকৈ আৰু বিবিধ কাৰুকাৰ্যৰে প্ৰস্তুত কৰা হয়। ঢাকি থোৱা অৱস্থাত দূৰৰপৰা সৰু মন্দিৰৰ স্তূপ যেন লাগে।

**'ওপ' (কাঠৰ)** ঃ এইবিধ হস্তশিল্প কাঠেৰে নিৰ্মিত। ইয়াৰ আকাৰ সৰু আৰু পূজা অৰ্চনাত বেছিকৈ ব্যৱহাৰ কৰা হয়। এইবিধ 'ওপ'ৰ আৰ্হি ঠিক বৌদ্ধ মন্দিৰৰ চৈত্যবোৰৰ দৰে। অসমলৈ প্ৰব্ৰজনৰ বহু আগতেই বৌদ্ধ ধৰ্ম গ্ৰহণ কৰা টাইফাকেসকলৰ এইবিধ হস্তশিল্প সম্পূৰ্ণ ধৰ্মীয় আৱেশতে বিকাশ লাভ কৰিছিল। সৰলভাৱে ইয়াক ঢাকনিযুক্ত বটা বুলিব পাৰি। এইবোৰৰ উচ্চতা সাধাৰণতে ৩০ ছেণ্টিমিটাৰপৰা ৬০ চেণ্টিমিটাৰ পৰ্যন্ত হয়।

**'পান' (কাঠৰ)** ঃ কাঠেৰে নিৰ্মিত এইবিধ সামগ্ৰীৰ কাঠেৰে নিৰ্মিত 'ওপ'ৰ সৈতে কিছু সামঞ্জস্য আছে। অৱশ্যে পানৰ ঢাকনি নাথাকে। এইবোৰ সাধাৰণতে ধৰ্মীয় কাম-কাজতে বেছি ব্যৱহাৰ কৰা হয় যদিও বৰ্তমান ঘৰুৱা কাম, যেনে — অতিথিক তামোল-পাণ দিয়া আদিৰ দৰে কামতো ব্যৱহাৰ কৰা দেখা যায়।

**'পান' (বাঁহ বা বেতৰ)** ঃ এইবিধ সামগ্ৰী বৌদ্ধ বিহাৰসমূহত বেছিকৈ ব্যৱহাৰ কৰা হয়। ইয়াৰপৰাই অনুমান কৰিব পাৰি যে এনে বৈশিষ্ট্যযুক্ত হস্তশিল্পৰ বিকাশৰ ক্ষেত্ৰত পৃষ্ঠপোষকতা কৰিছিল বৌদ্ধ ধৰ্মীয় সংস্কৃতিয়ে। বিভিন্ন উৎসৱ-পাৰ্বণত এনেধৰণৰ 'পান'বোৰত গাঁওবাসীয়ে বিভিন্ন উপহাৰ সামগ্ৰী লৈ বিহাৰলৈ সেৱা আগবঢ়ায়। ঢাকনিখন গুচাই দিলে এই ধৰণৰ 'পান'ৰ বাঁহ বা বেতেৰে তৈয়াৰী 'ওপ'ৰ যথেষ্ট মিল আছে। এনেধৰণৰ পান ৩০ ছেণ্টিমিটাৰ ব্যসৰ পৰা ১২০ ছেণ্টিমিটাৰ ব্যাসলৈকে থকা দেখা যায়।





**'ফাক ফা'** ঃ 'ফাক ফা' হ'ল টাইফাকেসকলে ব্যৱহাৰ কৰা 'দা'ৰ বিশেষ খাপ। এনে খাপ অন্য টাইগোষ্ঠীৰ (বৌদ্ধ ধৰ্মাৱলম্বী) লোকসকলেও ব্যৱহাৰ কৰে। কিন্তু প্ৰত্যেক জনগোষ্ঠীৰ নিৰ্মাণ পদ্ধতিৰ সামান্য পাৰ্থক্য আছে। সেই 'ফাক ফা'ও (দাৰ খাপ) দাখন ভৰাই ডিঙিত লৈ কাম-কাজ সমাপন কৰে। এনেদৰে 'ফাক ফা' ব্যৱহাৰ কৰি কাম কৰাটো যথেষ্ট সুৰক্ষিত। তদুপৰি তাক যি ৰূপত ব্যৱহাৰ কৰা হয় সেয়াও যথেষ্ট পদ্ধতিগত। খুব সহজতে তাক খাপৰপৰা উলিয়াই আনি ব্যৱহাৰ কৰিব পাৰি। প্ৰত্যেক পৰিয়াল কেইবাটাও ফাক ফা মজুত কৰি ৰাখে।

**'ফাক মিট'** ঃ ই হ'ল কাঠেৰে নিৰ্মিত ছুৰী-কটাৰীৰ খাপ। ফাক মানে খাপ আৰু মিট হ'ল ছুৰী বা ছুৰীজাতীয়। কটাৰীক সম্পূৰ্ণৰূপে সামৰি লৈ তৈয়াৰ কৰা খাপবিধ অন্য জনগোষ্ঠীয় সমাজত বিৰল। এনে খাপযুক্ত কটাৰী প্ৰায় প্ৰত্যেক ঘৰতে আপুৰুগীয়া সম্পদ হিচাপে সংৰক্ষণ কৰি ৰখাৰ উপৰিও প্ৰায় প্ৰত্যেকজন লোকেই নিজাববীয়াকৈ একোটা ফাকযুক্ত কটাৰী (ফাক মিট) ৰাখে।

**'চ্ছক'** ঃ চ্ছক (হোৰা) টাইফাকেসকলৰ ঘৰুৱা জীৱনৰ এবিধ অপৰিহাৰ্য সম্পদ। বিশেষকৈ মহিলাসকলে ব্যৱহাৰ কৰা এইবিধ যতন পূৰ্বতে ঘৰৰপৰা বাহিৰলৈ ওলালেই মহিলাসকলে লগত নিয়া দেখা গৈছিল। ইয়াক মূৰত বা কান্ধত ল'ব পাৰি। উত্তৰ-পূৰ্বাঞ্চলৰ অন্য পাহাৰী জনগোষ্ঠীসমূহেও এনে ধৰণৰ যতন ব্যৱহাৰ কৰা দেখা যায় যদিও নিৰ্মাণশৈলীৰ চানেকিৰ কিছু তাৰতম্য আছে। 'চ্ছক'ক টাইফাকেসকলে সামাজিক-সাংস্কৃতিক জীৱনৰ অংগ হিচাপে গণ্য কৰাৰ লগতে বিবাহৰ সময়তো কইনাক অন্য দৈনন্দিন ব্যৱহাৰ্য সামগ্ৰীৰ সৈতে উপহাৰ দিয়া দেখা যায়। ইয়াৰপৰা 'চ্ছক'ৰ সামাজিক গুৰুত্ব আৰু মৰ্যাদা অনুমান কৰিব পৰি।

**'মুং' (পাচি)** ঃ এইবিধ যতন কৃষিজীৱী সমাজ ব্যৱস্থাৰ সূত্ৰ ধৰি বিকাশ লাভ কৰিছিল বুলি ক'ব পাৰি। কাৰণ ইয়াক কৃষিকৰ্মৰ নানা সামগ্ৰী অনা-নিয়া আদিত ব্যৱহাৰ কৰা হয়। এনেধৰণৰ কামত অন্য সমাজে বেছিকৈ খৰাহি ব্যৱহাৰ কৰে যদিও টাইফাকে সমাজত মুঙৰ (পাচি) ব্যৱহাৰহে বেছি।

**'চ্ছা'** ঃ এই যতনবিধক সচৰাচৰ অসমীয়া সমাজত ব্যৱহৃত হোৱা কৰণিৰ সৈতে তুলনা কৰিব পাৰি। অৱশ্যে 'চ্ছা'বোৰ ঠেংযুক্ত। ই তেওঁলোকৰ ঘৰুৱা জীৱনত প্ৰয়োজন হৈ থকা অন্যতম লাগতিয়াল সামগ্ৰী। 'চ্ছক' বা 'মুং' সাধাৰণ সৰিয়হ একোটাও সৰকিব নোৱৰাকৈ গোঁঠা হয়, কিন্তু চ্ছাবিলাক ফুটা ৰাখি

গোঁঠা হয়। যাতে পানীবোৰ নিমিষতে তললৈ সৰি পৰে। সেয়ে শাক-পাচলি আদি ধোৱা-পখলাৰ কামত ইয়াক সচৰাচৰ ব্যৱহাৰ কৰা হয়।

দেখা যায় যে টাইফাকেসকলে চাংঘৰত বসবাস কৰে বাবে বাঁহ আৰু বেতৰ লগত সম্পৰ্কটো ওতপ্ৰোতঃ। ঘৰ সাজি বাসবাস কৰিবলৈ লোৱাৰপৰাই একোজোপা বাঁহ গছ ৰুই লৈ দৈনন্দিন বিভিন্ন কামতো বাঁহবোৰ ব্যৱহাৰ কৰে। তেনেদৰে সামাজিক জীৱনত বাঁহ-বেতৰ নানান হস্তশিল্পই গুৰুত্বপূৰ্ণ স্থান দখল কৰি আহিছে। অন্যহাতেদি যিবোৰ হস্তশিল্পত বৌদ্ধধৰ্মীয় সংস্কৃতিৰ প্ৰভাৱ দেখিবলৈ পোৱা যায়, সেইবোৰ এতিয়াও ধৰ্মীয় কাম-কাজতে বেছিকৈ ব্যৱহাৰ কৰা দেখা যায়। তদুপৰি সেইবোৰ যথেষ্ট সন্মানীয় দৃষ্টিৰে চোৱা হয় আৰু কৰা হয়। টাইফাকেসকলৰ হস্তশিল্পত দৈনন্দিন ঘৰুৱা জীৱন আৰু ধৰ্মীয় আবেশৰ পৃষ্ঠপোষকতাৰ বাবেই সাংস্কৃতিক সম্পদৰূপে তেওঁলোকৰ সাংস্কৃতিক জীৱনৰ লগে লগে বৰ্তি থাকিব বুলি আশা কৰিব পাৰি।

**চাংঘৰ পৰম্পৰা ঃ**

টাইফাকে জনগোষ্ঠীৰ সাংস্কৃতিক জীৱনৰ বৃহৎ অংশ অধিকাৰ কৰি আহিছে তেওঁলোকৰ চাংঘৰৰ পৰম্পৰাই। অন্য ধৰণেৰে ক'ব পাৰি তেওঁলোকৰ সমাজ জীৱনৰ পৰা এদিন যদি চাংঘৰৰ পৰম্পৰা বিলুপ্ত হৈ যায় তেতিয়া তেওঁলোকৰ সাংস্কৃতিক জীৱন হৈ পৰিব ভংগুৰ, হৈ পৰিব আধৰুৱা। সাংস্কৃতিক সম্পদ হিচাপে চাংঘৰে জনগোষ্ঠীটোক কৰি ৰাখিছে সৌন্দৰ্যময়, ঐশ্বৰ্যময়।

টাই ভাষাত চাংঘৰক কোৱা হয় 'হৌনহাং' (হৌন অৰ্থাৎ ঘৰ, হাং অৰ্থাৎ চাং)। টাইফাকেসকলৰ চাংঘৰ সাধাৰণতে সাত খলপীয়া হয়। অৰ্থাৎ মাটিত পোতা খুঁটাৰ পৰা মানুহ বহিব পৰা, থাকিব পৰা অৱস্থালৈকে সাতটা বিভিন্ন জাপ থাকে। সেইখিনি হ'ল যথা — প্ৰথম খলপাত খুঁটা (চাও), তাৰ ওপৰত দ্বিতীয় খলপাত ভীম কাঠ (হোন) এই কাঠখিনিয়ে এটা খুঁটাৰ স'তে আনটো খুঁটাক সংযোগ কৰে। তৃতীয় খলপাত ভীমকাঠখিনিক সংযোগ কৰি প্ৰায় দুই ফুট বহলকৈ গুৰিবাঁহ পাৰি দিয়া হয়। ইয়াক টাই ভাষাত কোৱা হয় 'হৌন ফাং'। চতুৰ্থ খলপাত বাঁহডালৰ বিপৰীতে প্ৰায় ছয় ইঞ্চিৰ আঁতৰে আঁতৰে কিছু পৰিমাণে সৰু আকাৰৰ বাঁহ পাৰি দিয়া হয়। ইয়াক কোৱা হয় টৌং। পঞ্চম খলপাত এই বাঁহডালৰ বিপৰীত দিশেদি বাঁহ চাৰি বা ছফালকৈ ফালি তাক চাৰিৰ পৰা ছয় ইঞ্চিৰ আঁতৰে আঁতৰে কামি পাৰি দিয়া হয়। তাক কোৱা হয় 'কেপ'। ষষ্ঠ খলপাত বহিব পৰাকৈ উপযুক্ত কৰি বাঁহক সৰু সৰুকৈ ফালি বহলকৈ মেলি





দিয়া হয়। তাক টাই ভাষাত কোৱা হয় 'ফাক'। সপ্তম খলপাত 'ফাক'ৰ ওপৰত পাটী পাৰি বহিব পৰাকৈ প্ৰস্তুত কৰি তোলা হয়। টাইফাকে সমাজৰ চাংঘৰ নিৰ্মাণ কৰিলে অৱশ্যকীয়ভাৱে এই সাতটা পৰ্যায়ৰ মাজেৰে নিৰ্মাণ কৰিব লাগে। আনহাতে, চাংঘৰৰ খুঁটাবোৰ মুঠ তিনিটা ভাগত ভাগ কৰি লৈ সেই মতে পৰ্যায়ক্ৰমে নিৰ্মাণ কৰা হয়। সেইবোৰ হ'ল 'চাও ফি নাম' (মূল খুঁটা এই খুঁটা পুতি ঘৰ নিৰ্মাণৰ আনুষ্ঠানিকতা অৱন্ত কৰা হয়।) 'চাও পেক' (ঘৰৰ অন্যান্য খুঁটাবোৰ) আৰু 'চাও চম' (বাৰাণ্ডাৰ খুঁটা) অনুৰূপ ধৰণেৰে চাংঘৰৰ অন্যান্যবোৰৰো 'লাংখা', টকৌ পাতখিনি য'ত চোওৱা হয় সেয়া 'কেপ' আৰু 'কেপ' যাৰ ওপৰত বন্ধা হয় তাক 'কণ' কোৱা হয়। এনেদৰে প্ৰত্যেকৰেই পৃথক নাম থাকে। তদুপৰি ঘৰৰ ব্যৱহাৰ, কোঠালিবোৰৰ ব্যৱহাৰ, ঘৰ সজোৱাৰ ধৰণ আদি অনুসৰিও ভিন্ন নাম দিয়া হয়। আলহী-অতিথিক আপ্যায়ন কৰিবৰ বাবে 'কান নক', শোৱা কোঠা ব্যৱহাৰ কৰাখিনিক 'কান্নন্' ৰান্ধনিঘৰক 'হৌন তাংখাও', প্ৰাৰ্থনাগৃহ হিচাপে 'খক্ তাং চম' আদি। সেই সকলোবোৰ ব্যৱস্থাৱলী ৰাখিহে চাংঘৰৰ পৰিকল্পনা তথা নিৰ্মাণ কৰা দেখা যায়। সাধাৰণভাৱে টাইফাকে সমাজৰ পৰম্পৰাগত চাংঘৰসমূহ দুটাঘৰ একত্ৰে সমান্তৰালকৈ নিৰ্মাণ কৰা হয়। ইয়াৰে এটা মূলঘৰ হিচাপে আৰু আনটো ৰান্ধনিঘৰ হিচাপে ব্যৱহাৰ কৰা হয়। মূলঘৰত চ'ৰাঘৰ, খোৱা কোঠালিতে ৰান্ধনিঘৰত ৰন্ধা-মেলা, খোৱা-মেলাকে ধৰি অন্যান্য ঘৰুৱা কাম-কাজৰ বাবে ব্যৱস্থা কৰা দেখা যায়। বৰ্তমান অৱস্থাত চাংঘৰৰ নিৰ্মাণ শৈলী কিছু পৰিৱৰ্তন হোৱা দেখা যায়। বৰ্তমান অৱস্থাত চাংঘৰ নিৰ্মাণ শৈলীৰ কিছু পৰিৱৰ্তন হোৱা দেখা গৈছে যদিও মূল যি ব্যৱস্থাৱলী সেইবোৰৰ কোনো পৰিৱৰ্তন হোৱা নাই। টাইফাকেসকলৰ চাংঘৰৰ অন্য এক বৈশিষ্ট্যপূৰ্ণ অংগ হ'ল মুকলি চাঙৰ ব্যৱস্থা। ইয়াক টাই ভাষাত 'ছ্যান' কোৱা হয়। এই চাঙৰ ওপৰত কোনোধৰণৰ চালি তথা বেৰ দিয়া নহয়। সাধাৰণতে চাঙৰ ওপৰতে কাঁহি-বাটি ধুবলৈ, বিভিন্ন সামগ্ৰী শুকুৱাবলৈ, মুকলি আকাশৰ তলত বহি পৰিয়ালৰ স'তে আলাপ কৰিবলৈ, তিতা কাপোৰ-কানি শুকুৱাবলৈ ইত্যাদি বিভিন্ন কাম-কাজ চাঙৰ ওপৰতে সমাপনৰ সুবিধাৰ বাবে 'ছ্যান'ৰ ব্যৱস্থা কৰা হয়। প্ৰত্যেক চাংঘৰতে এখন বা দুখন 'ছ্যান'ৰ ব্যৱস্থা কৰা দেখা যায়। প্ৰসংগতে উল্লেখ কৰিব পাৰি যে অতীততে 'ছ্যান'তে বেছিভাগ লোক-কাহিনী, প্ৰবাদ, গীতসমূহ সৃষ্টি হৈছিল। 'ছ্যান'ত বহি বয়োজ্যেষ্ঠসকলে কণ কণ শিশুসকলক নীতিশিক্ষামূলক লোকগীত, সাধু আদি শুনাইছিল। যিবোৰ আজিও তেওঁলোকৰ সমাজত 'খামন্ন্ ছ্যান' (ছ্যানতে শুই/জিৰণি গোৱা গীত) নামে পৰিচিত।

টাইফাকেসকলে চাংঘৰৰ ওপৰতে জুই জ্বলাই ৰন্ধা-মেলা কৰিবৰ সুবিধাৰ বাবে বিশেষ ব্যৱস্থা চাংঘৰৰ ওপৰতে কৰি লয়। তাক কোৱা হয় 'ফাংফাই'। 'ফাংফাই'ক কেন্দ্ৰ কৰি আৰু কিছু ব্যৱস্থাৱলী সংযোজন ঘটোৱা হয়। ঠিক জুইৰ ওপৰত এটি চাং ওলোমাই দি তাত বিভিন্ন সামগ্ৰী ৰখা হয়। তাক কোৱা হয় 'খা-ফাই' (জুইৰ ওপৰত চাং)। খা-ফাইৰ স'তে টাইফাকে সংস্কৃতিৰ বহু বিষয় পোণপটীয়াকৈ যুক্ত হৈ আহিছে।

চাংঘৰৰ তলখিনিও টাইফাকে সমাজে নানা কামত ব্যৱহাৰ কৰা দেখা যায়। বিভিন্ন সামগ্ৰী মজুত কৰি ৰখা, তাঁত শিল্পৰ বাবে ব্যৱহাৰ কৰা আদিৰ উপৰি কিছু লোকে পোহনীয়া গৰু বন্ধাৰ কামতো ব্যৱহাৰ কৰে। মুঠৰ ওপৰত আধুনিকতাৰ প্ৰভাৱ কম-বেছি পৰিমাণে পৰিলেও টাইফাকেসকলে এতিয়াও চাংঘৰক আদৰ্শ বাসস্থান হিচাপে গ্ৰহণ কৰি আহিছে। চাংঘৰত থাকিয়েই তেওঁলোকে ভাল পায় আৰু চাংঘৰৰ স'তে যুক্ত সাংস্কৃতিক বিষয়বোৰকো জীয়াই ৰাখিবলৈ চেষ্টা কৰি আহিছে।

**প্ৰচলিত বিধিব্যৱস্থা ঃ**

টাইফাকেসকল সাংস্কৃতিকভাৱে অতি সমৃদ্ধিশালী জনগোষ্ঠী। তেওঁলোকৰ সমাজত দেখা দিয়া বিভিন্ন ঘৰুৱা তথা সামাজিক বিবাদৰ ক্ষেত্ৰত এনে লোকপৰম্পৰাগত বিধিব্যৱস্থাৰেই নিষ্পত্তি কৰি আহিছে। বিবাদীয় বিষয়বোৰ নিম্নোক্তধৰণেৰে আলোচনা কৰিব পাৰি। বিবাদ কোন পৰ্যায়ত সৃষ্টি হৈছে তাৰ প্ৰতি লক্ষ্য ৰাখি ঘৰুৱা আৰু সামাজিক বিবাদ দুই ধৰণেৰে ভাগ কৰিব পাৰি। (ক) এটা পৰিয়ালৰ সদস্যৰ মাজত মাটিবাৰী, সা-সম্পত্তিক লৈ বা আন কোনো কাৰণত বিবাদৰ সৃষ্টি হ'লে তাক ঘৰুৱা বিবাদ আৰু (খ) ৰাজহুৱা সা-সম্পত্তি চুৰি, কোনো এটা পৰিয়ালৰ সম্পত্তি অন্য লোকে চুৰি কৰা, নষ্ট কৰা আদিক লৈ হোৱা বিবাদবোৰ ৰাজহুৱা বিবাদ বা সামাজিক বিবাদ বুলি অভিহিত কৰিব পাৰি।

অন্যহাতে কেনে কেনে বিষয়ক লৈ বিবাদৰ সৃষ্টি হ'লে পৰম্পৰাগত বিধি অনুযায়ী মীমাংসা কৰিব পাৰে বা কৰা হয় সেইবোৰৰ ভিতৰত হ'ল —

(ক) ছোৱালী পলুৱাই নিয়াৰ ফলত বিবাদ হ'লে।

(খ) অবৈধ সম্পৰ্ক, অবৈধ মাতৃত্বৰ ক্ষেত্ৰত।

(গ) ধন ধাৰে লোৱাৰ ফলত বিবাদ সৃষ্টি হ'লে।

(ঘ) কাঠ, গছ অবৈধভাৱে কটা, চোৰ কৰাৰ ক্ষেত্ৰত।

(ঙ) মাছ, চেপা আদি চোৰ কৰাৰ ক্ষেত্ৰত।





(চ) মাক-দেউতাকৰ মৃত্যুত পৰিয়ালৰ সদস্যৰ মাজত বিবাদ সৃষ্টি হ'লে।

(ছ) গৰু বা আন পোহনীয়া পশু-পক্ষী হত্যা কৰা, চোৰ কৰাৰ ফলত বিবাদ সৃষ্টি হ'লে।

(জ) পৰস্পৰৰ মাজত কাজিয়াৰ ফলত কটা-কটি, মৰামৰি হ'লে।

(ঝ) লগুৱা বিক্ৰি কৰিলে।

(ঞ) ৰাস্তাত টকা বা অন্য সামগ্ৰী বুটলি লোৱাৰ ফলত বিবাদৰ সৃষ্টি হ'লে।

(ট) অন্যৰ বাৰীৰ শাক চুৰ কৰা বা নষ্ট কৰিলে।

(ঠ) মাটিবাৰীৰ ভাগ বটৰোৱাৰ ক্ষেত্ৰত বিবাদ সৃষ্টি হ'লে আদি।

এনেবোৰ বিষয়ত বিবাদ সৃষ্টি পৰম্পৰাগত পদ্ধতি আৰু বিধিৰে বিবাদ মীমাংসা কৰা হয়। এনে বিবাদ নিষ্পত্তিৰ বাবে পৰিচালনা কৰে গাঁৱৰ মুৰব্বীয়ে। উল্লেখযোগ্য যে পূৰ্বতে প্ৰত্যেকখন গাঁৱৰ একোজনক গাঁৱৰ মুৰব্বী (চাও মান) হিচাপে ৰাজহুৱাভাৱে স্বীকৃতি দিয়া হৈছিল আৰু গোচৰ দিবলগীয়া হ'লে তেওঁৰ ওচৰত দিছিল আৰু তেওঁ বিবাদ পৰিচালনাৰ বাবে নিজৰ সহযোগী নিযুক্তি দিছিল। সাধাৰণতে টাইফাকে সমাজৰ মুঠ নটা উপাধিধাৰী ফৈদৰ ভিতৰৰে ৱেইংকেন, থামৌং আৰু চাখাপ এই তিনিটা ফৈদৰ লোককহে গাঁৱৰ মুৰব্বী হিচাপে অধিষ্ঠিত কৰাৰ পৰম্পৰা প্ৰচলিত আছিল। এতিয়া এই পৰম্পৰা বিলুপ্তিৰ পথত।

**বিবাদ নিষ্পত্তিৰ পদ্ধতি ঃ**

বিবাদ নিষ্পত্তিৰ ক্ষেত্ৰত সাধাৰণতে কোনো ৰাজহুৱা স্থান নতুবা মুৰব্বী জনৰ ঘৰত বিবাদীয় দুই পক্ষৰ উপস্থিতিত এখনি সভা আহ্বান কৰা হয়। সভাখনত দুয়োপক্ষক মন্তব্য আগবঢ়াবলৈ সুযোগ দিয়া হয়। আৰু উপস্থিত ৰাইজৰো মতামত গ্ৰহণ কৰা হয়। সকলোপক্ষৰ মত গ্ৰহণ কৰি শেহত ৰাইজৰ গৰিষ্ঠমতৰ সপক্ষে আৰু ভৱিষ্যত সমাজৰ প্ৰতি লক্ষ্য ৰাখি গাঁৱৰ মুৰব্বীজনে ৰায় দান কৰে।

**শাস্তিমূলক ব্যৱস্থা ঃ**

বিবাদ নিষ্পত্তিৰ বাবে লোৱা উদ্যোগত কোনো পক্ষই সহমত প্ৰকাশ নকৰিলে বা উপস্থিত নহ'লে বা দোষী প্ৰমাণিত হ'লে শাস্তিমূলক ব্যৱস্থা আৰোপ কৰা হয়। এনে শাস্তিমূলক ব্যৱস্থাৰ ভিতৰত —

(ক) সমাজৰ পৰা এঘৰীয়া (সাময়িকভাৱে)।

(খ) সা-সম্পত্তিৰ পৰিপূৰক ক্ষতিপূৰণ।

(গ) ধনৰ ক্ষতিপূৰণ।

(ঘ) অবৈধ সম্পৰ্ক, অবৈধ মাতৃত্বৰ ক্ষেত্ৰত সম্পৰ্ক স্বীকাৰ কৰাৰ বাধ্যতা।

(ঙ) ৰাজহুৱা ক্ষমা প্ৰাৰ্থনা আদি।

ধনৰ ক্ষতিপূৰণৰ ক্ষেত্ৰত সাধাৰণতে আৰোপ কৰা পৰিমাণৰ একক সমূহ হ'ল —

| | | |
|---|---|---|
| (ক) মু | = | দুই অনা |
| (খ) ঠে | = | চাৰি অনা |
| (গ) কেপ | = | এটকা |
| (ঘ) হং | = | তিনি টকা |
| (ঙ) খাম | = | চৈধ্য টকা |
| (চ) যয় | = | এশ চল্লিশ টকা |

এইখিনিতে উল্লেখ কৰিব পাৰি যে ধৰ্মীয় বিবাদৰ ক্ষেত্ৰত শাস্তিমূলক ব্যৱস্থা পৃথক হৈ পৰে। তেতিয়া ধৰ্মীয় গুৰু তথা ভিক্ষু সংঘ বা ধৰ্মীয় বিধান অনুসৰি দোষীজনে শাস্তি ভোগ কৰিবলগীয়া হয়।

**উপৰঞ্চি ঃ**

বিবাদীয় বিষয়ৰ পৰিচালনাৰ উপৰিও টাইফাকে সমাজত ভূমি, বন আৰু অন্যান্য জনগোষ্ঠীয় সম্পদ সংৰক্ষণৰ ক্ষেত্ৰতো কিছু নিজস্ব পৰিচালনা পদ্ধতি মানি চলি অহা দেখা যায়। বিশেষকৈ নিজৰ পৈতৃক ভূমি সম্পত্তি ভাগ কৰাৰ ক্ষেত্ৰত পৰিয়ালৰ ভিতৰতে নিষ্পত্তি কৰা হয় যদিও বহু সময়ত ৰাজহুৱা ভূমি যেনে নদী চাপৰি, মুকলি কৰা গ্ৰেজিং আদিৰ ভাগ কৰাৰ ক্ষেত্ৰত সকলো পক্ষক আশ্বস্ত কৰি ভাগ কৰাৰ ব্যৱস্থাও আছে। তেনেদৰে ভৱিষ্যত দিনলৈ বনজসম্পদ ৰক্ষাৰ বাবেই হওক বা পৰিৱেশ ৰক্ষাৰ স্বাৰ্থতেই হওক একোখন গাঁৱত এক নিৰ্দিষ্ট পৰিমাণৰ বনভূমি সংৰক্ষণৰ ব্যৱস্থা আছে। এই বনভূমিৰ পৰা সাধাৰণতে কোনো ব্যক্তিগত ব্যৱহাৰৰ বাবে গছ কাটিবৰ বাবে অনুমতি দিয়া নহয়। কেৱল ৰাজহুৱা ব্যৱহাৰৰ বাবেহে সেই বনজ সম্পদ কাটিব পাৰে। জনগোষ্ঠীয় সংস্কৃতিৰ লগত যুক্ত সম্পদৰ ক্ষেত্ৰতো টাইফাকেসকলৰ মাজত নিৰ্দিষ্ট পৰিচালনা পদ্ধতি আছে। এনেবোৰ সম্পত্তি সাধাৰণতে ৰাজহুৱা স্থানত আৰু সকলোৰে ব্যৱহাৰ কৰিব পৰা স্থানত ৰখা হয়। ইয়াৰ ব্যৱহাৰৰ ক্ষেত্ৰত কোনো ধৰণৰ সংকীৰ্ণ মনোভাৱ পোষণ কৰা নহয়।

বৰ্তমান টাইফাকে সমাজত পূৰ্বৰ পৰম্পৰাগত মুৰব্বী নিযুক্তি দিয়া প্ৰথা প্ৰায় বিলুপ্তিৰ পথত। তাৰ ঠাইত চৰকাৰৰ দ্বাৰা নিযুক্ত গাঁওবুঢ়াই এনে বিবাদ নিষ্পত্তি কৰা দেখা যায় যদিও বহু সময়ত বহু গাঁৱত চৰকাৰৰ দ্বাৰা নিযুক্ত





গাঁওবুঢ়া নথকাৰ বাবে বা থাকিলেও গাঁওবাসীৰ ওপৰত থাকিবলগীয়া প্ৰভাৱ আৰু গাঁওবাসীৰো তেওঁৰ ওপৰত থাকিবলগীয়া আস্থা নথকাৰ ফলত বহু বিবাদ নিষ্পত্তি কৰিব নোৱাৰি আইন আদালতৰ মজিয়া পোৱাৰ উদাহৰণো সাম্প্ৰতিক সময়ত দেখিবলৈ পোৱা গৈছে। কোনো কোনো ঠাইত আকৌ আধুনিক সমাজ ব্যৱস্থাৰ অনুকৰণত এক সৰ্বকৰ্তৃত্ব ক্ষমতাৰ সমিতি গঠন কৰি এনে বিবাদ নিষ্পত্তিৰ দায়িত্ব দিয়াও দেখা গৈছে।

**ভাষা-সাহিত্য ঃ**

টাইফাকেসকলৰ জনসংখ্যা কম যদিও তেওঁলোকে বজাই ৰাখিছে তেওঁলোকৰ সাংস্কৃতিক, ভাষিক স্বকীয়তা। ভাষা চৰ্চা, সাহিত্য চৰ্চা অদ্যাপি তেওঁলোকে অটুত ৰাখি আহিছে। তদুপৰি পুথি লিখন আৰু দান কৰা পৰম্পৰা ধৰ্মীয় পৰম্পৰাৰ লগত যুক্ত হৈ পৰাৰ ফলত সাহিত্য চৰ্চাই বিশেষ গুৰুত্ব লাভ কৰি আহিছে। টাইফাকে লোকসহিত্যৰ মাজতেই সাধাৰণতে বিচাৰি পোৱা যায় তেওঁলোকৰ জীৱন অন্বেষণৰ বৰ্ণময় অনুভৱবোৰ। সাহিত্যৰ মাজেদিয়েই প্ৰতিফলিত হৈছে তেওঁলোকৰ হাঁহি-কান্দোন, দুখ-বেদনাৰ ব্যঞ্জনাবোৰ। সাহিত্য তেওঁলোকৰ জীৱন নিৰ্যাসৰ দ্যোতনা। টাইফাকেসকলৰ অতীত জীৱন তেওঁলোকৰ লোকসাহিত্যৰ মাজতেই অন্তৰ্লীন হৈ প্ৰকাশি উঠিছে। জীৱন সম্পৰ্কে, জগত সম্পৰ্কে তেওঁলোকৰ অনুভৱ, ধাৰণা ইত্যাদিবোৰ কেনেকুৱা আছিল, সময় আৰু পৰিৱেশৰ প্ৰতি তেওঁলোকে কেনে সুবিচাৰ কৰিছিল এই সকলোবোৰ তেওঁলোকৰ বিভিন্ন সাহিত্য সমলবিলাকত বিচাৰি পোৱা যায়। তদুপৰি অসমলৈ প্ৰব্ৰজন কৰি অহাৰ পিচত অসমৰ বায়ু-মাটিত তেওঁলোকে যি সাহিত্য বিকাশ কৰিলে সেইখিনিয়ে তেওঁলোকৰ জাতীয় জীৱনকেই প্ৰতিনিধিত্ব কৰিব পাৰিছে। এইক্ষেত্ৰত দেখা যায় যে অতীতৰ পৰা তেওঁলোকৰ জীৱন সম্পূৰ্ণ প্ৰকৃতি নিৰ্ভৰ আছিল বাবে লোকসাহিত্যবোৰতো সেইৰিলাকৰ প্ৰাধান্য বেছি। তাত কোনোধৰণৰ যান্ত্ৰিক সভ্যতাৰ হৈ-চৈ নাই। টাইফাকেসকলৰ ভাষা মুঠ সোতৰটা বৰ্ণলিপিৰে উপস্থাপন কৰা হয়। অসমীয়া ভাষাৰ বৰ্ণলিপিৰ লগত তুলনা কৰিলে দেখা যায় যে এই গোটেইবিলাক বৰ্ণই ব্যঞ্জন ধ্বনিকহে প্ৰতিনিধিত্ব কৰি আহিছে। গতিকে এইবোৰক ব্যঞ্জন বৰ্ণ নামকৰণ কৰা হৈছে। টাইফাকেসকলৰ ভাষাৰ স্বৰবৰ্ণ কেৱল চিহ্নৰ দ্বাৰাহে প্ৰতিনিধিত্ব কৰা হয়। লোকগীতবিলাক, বনগীতবিলাক, বিভিন্ন ধৰণৰ ভক্তিবন্দনা, মন্ত্ৰ বিদ্যাৰ সাহিত্য, সাধুকথা, সাঁথৰ, জতুৱা ঠাঁচ, ফকৰা-যোজনা, উপমা আদিৰ ক্ষেত্ৰত টাইফাকে ভাষা সাহিত্য যথেষ্ট চহকী আৰু এইবিলাক বিকাশৰ বাবে

কৰা চৰ্চাৰ লগত ভাষা চৰ্চাৰ বিষয়টো পোনপটীয়াভাৱে সম্পৰ্কিত নহয়। দেখা যায় যে বিগত দুটা শতিকাত যিসকলে সাহিত্যৰ এই গোটেইবিলাক দিশৰ বিকাশৰ বাবে বিশেষধৰণৰ অৱদান দি গ'ল তেওঁলোকৰ কিছুমানৰ ভাষাৰ লিখিত ৰূপৰ জ্ঞান নাছিল। তেওঁলোকে এইবিলাক সাহিত্য কথিত বা মৌখিকভাৱেই চৰ্চা কৰিছিল। বৰ্তমানলৈকো টাইফাকেসকলৰ সাহিত্য যিমান লিখিত ৰূপত আছে তাতোকৈ বেচি আছে কথিত বা মৌখিক ৰূপত। মানুহৰ মুখে মুখে লোকগীতবোৰ, সাধুকথা, সাঁথৰবোৰ, ফকৰা-যোজনাবোৰ পুৰুষৰ পিচত পুৰুষলৈ প্ৰবাহিত হৈ আহিছে। ক'ব পাৰি এইবিলাকে লিখিত ৰূপ পালে টাইফাকেসকলৰ লগতে অসমীয়া ভাষা-সাহিত্যও যথেষ্টখিনি লাভৱান হ'ব।

টাইফাকেসকলৰ সাহিত্যৰ মাথো এটা দিশহে বৰ্তমান লিখিত ৰূপ পাইছে বুলি ক'ব পাৰি। সেয়া হৈছে ধৰ্ম সাহিত্য। জাতকমালা, কিছুমান নীতিশিক্ষামূলক প্ৰবাদ, মহাকাব্য (ৰামায়ণ-মহাভাৰত আদি), বুৰঞ্জী (জাতীয়) ইত্যাদিবিলাকহে বৰ্তমানে লিখিত সাহিত্য ৰূপত পোৱা যায়। আনহাতে লোকগীত, বনগীত, নিচুকণি গীত, সাধুকথা, যোজনা, মন্ত্ৰ সাহিত্য, স্তুতি বন্দনা আদি এতিয়াও লিখিত ৰূপ পোৱা নাই বুলিব পাৰি। ফলত বিভিন্ন ঠাই, বিভিন্ন পৰিৱেশত এটা পুৰুষৰ পৰা পিচৰ পুৰুষলৈ এই মৌখিক সাহিত্যসমূহ বাগৰি বাগৰি আহোতে বহুখিনি হৰণ-ভগনো হৈছে। কিছুমান হয়তো বাটতে হেৰাই গৈছে আৰু কিছুমান নতুনকৈ যোগ হৈছে। পৰিতাপৰ কথা যে বৰ্তমানো এইবিলাক মৌখিক সাহিত্যৰ সমলসমূহ লিখিত ৰূপ প্ৰদান কৰাৰ ক্ষেত্ৰত বিশেষ উদ্যোগ নাই আৰু অসমীয়া সাহিত্যৰ ভঁৰাল সমৃদ্ধিশালী কৰাৰ ক্ষেত্ৰতো এইখিনিতে স্তিমিত হৈ পৰিবলগা হৈছে। এইফালৰ পৰা টাইফাকেসকলৰ লোকসাহিত্য এটা পৰ্যায়তে বৈ গৈছে। আকৌ সংখ্যালঘু হিচাপে বৃহৎ অসমীয়াভাষী সমাজৰ মাজত বসবাস কৰিবলগীয়া হোৱা হেতুকে আৰু ভাষা চৰ্চাৰ ক্ষেত্ৰতো এটা পৰ্যায়তে বৈ যাবলগীয়া হোৱাত সেইফালৰ পৰা সাহিত্য চৰ্চাৰ লিখিত ৰূপদানত বাধাপ্ৰাপ্ত হৈছে। নতুন চামৰ মাজত এইবিলাক চৰ্চা লাহে লাহে সীমিত হৈ আহিছে আৰু কেন্দ্ৰীভূত হৈছে বয়োজ্যেষ্ঠসকলৰ মাজত। এইফালৰ পৰাও সাহিত্যৰ বিকাশৰ গতি স্তিমিত হৈছে।

আনহাতে অন্যভাষিক গোষ্ঠীৰ মাজত একোটা সাহিত্য অনুষ্ঠান গঢ় লৈ উঠাৰ দৰে টাইফাকেসকলৰ মাজত এতিয়াও সাহিত্যৰ অনুষ্ঠান গঢ় লৈ উঠা





নাই। যাৰফলত সেই দিশেদিও সাহিত্যৰ চৰ্চা আৰু বিকাশত সহায়ক হোৱা নাই। যি কি নহওক, বৰ্তমানলৈ অসমীয়া ভাষা-সাহিত্যৰ পথাৰখন সমৃদ্ধিশালী কৰাৰ ক্ষেত্ৰত টাইফাকে লোকসমাজ আৰু লোকসাহিত্যৰ মাজত পৰ্যাপ্ত সমল আছে। তেওঁলোকৰ জাতীয় জীৱনক লৈ সাহিত্যৰ নতুন এটা দিশ উন্মোচিত কৰিবলৈ এতিয়াও বাকী।

**ভাষা-সাহিত্য**

টাইফাকেসকলৰ জনসংখ্যা কম যদিও তেওঁলোকে বজাই ৰাখিছে তেওঁলোকৰ সাংস্কৃতিক, ভাষিক স্বকীয়তা। ভাষা চৰ্চা, সাহিত্য চৰ্চা অদ্যাপি তেওঁলোকে অটুত ৰাখি আহিছে। তদুপৰি পুথি লিখন আৰু দান কৰা পৰম্পৰা ধৰ্মীয় পৰম্পৰাৰ লগত যুক্ত হৈ পৰাৰ ফলত সাহিত্য চৰ্চাই বিশেষ গুৰুত্ব লাভ কৰি আহিছে। টাইফাকে লোকসহিত্যৰ মাজতেই সাধাৰণতে বিচাৰি পোৱা যায় তেওঁলোকৰ জীৱন অন্বেষণৰ বৰ্ণময় অনুভৱবোৰ। সাহিত্যৰ মাজেদিয়েই প্ৰতিফলিত হৈছে তেওঁলোকৰ হাঁহি-কান্দোন, দুখ-বেদনাৰ ব্যঞ্জনাবোৰ। সাহিত্য তেওঁলোকৰ জীৱন নিৰ্যাসৰ দ্যোতনা। টাইফাকেসকলৰ অতীত জীৱন তেওঁলোকৰ লোকসাহিত্যৰ মাজতেই অন্তৰ্লীন হৈ প্ৰকাশি উঠিছে। জীৱন সম্পৰ্কে, জগত সম্পৰ্কে তেওঁলোকৰ অনুভৱ, ধাৰণা ইত্যাদিবোৰ কেনেকুৱা আছিল, সময় আৰু পৰিৱেশৰ প্ৰতি তেওঁলোকে কেনে সুবিচাৰ কৰিছিল এই সকলোবোৰ তেওঁলোকৰ বিভিন্ন সাহিত্য সমলবিলাকত বিচাৰি পোৱা যায়। তদুপৰি অসমলৈ প্ৰব্ৰজন কৰি অহাৰ পিচত অসমৰ বায়ু-মাটিত তেওঁলোকে যি সাহিত্য বিকাশ কৰিলে সেইখিনিয়ে তেওঁলোকৰ জাতীয় জীৱনকেই প্ৰতিনিধিত্ব কৰিব পাৰিছে। এইক্ষেত্ৰত দেখা যায় যে অতীতৰ পৰা তেওঁলোকৰ জীৱন সম্পূৰ্ণ প্ৰকৃতি নিৰ্ভৰ আছিল বাবে লোকসাহিত্যবোৰতো সেইবিলাকৰ প্ৰাধান্য বেছি। তাত কোনোধৰণৰ যান্ত্ৰিক সভ্যতাৰ হৈ-চৈ নাই। টাইফাকেসকলৰ ভাষা মুঠ সোতৰটা বৰ্ণলিপিৰে উপস্থাপন কৰা হয়। অসমীয়া ভাষাৰ বৰ্ণলিপিৰ লগত তুলনা কৰিলে দেখা যায় যে এই গোটেইবিলাক বৰ্ণই ব্যঞ্জন ধ্বনিকহে প্ৰতিনিধিত্ব কৰি আহিছে। গতিকে এইবোৰক ব্যঞ্জন বৰ্ণ নামকৰণ কৰা হৈছে। টাইফাকেসকলৰ ভাষাৰ স্বৰবৰ্ণ কেৱল চিহ্নৰ দ্বাৰাহে প্ৰতিনিধিত্ব কৰা হয়। লোকগীতবিলাক, বনগীতবিলাক, বিভিন্ন ধৰণৰ ভক্তিবন্দনা, মন্ত্ৰ বিদ্যাৰ সাহিত্য, সাধুকথা, সাঁথৰ, জতুৱা ঠাঁচ, ফকৰা-যোজনা, উপমা আদিৰ ক্ষেত্ৰত টাইফাকে ভাষা সাহিত্য যথেষ্ট চহকী আৰু এইবিলাক বিকাশৰ বাবে কৰা চৰ্চাৰ লগত ভাষা চৰ্চাৰ বিষয়টো পোনপটীয়াভাৱে সম্পৰ্কিত নহয়। দেখা

যায় যে বিগত দুটা শতিকাত যিসকলে সাহিত্যৰ এই গোটেইবিলাক দিশৰ বিকাশৰ বাবে বিশেষধৰণৰ অৱদান দি গ'ল তেওঁলোকৰ কিছুমানৰ ভাষাৰ লিখিত ৰূপৰ জ্ঞান নাছিল। তেওঁলোকে এইবিলাক সাহিত্য কথিত বা মৌখিকভাৱেহে চৰ্চা কৰিছিল। বৰ্তমানলৈকো টাইফাকেসকলৰ সাহিত্য যিমান লিখিত ৰূপত আছে তাতোকৈ বেচি আছে কথিত বা মৌখিক ৰূপত। মানুহৰ মুখে মুখে লোকগীতবোৰ, সাধুকথা, সাঁথৰবোৰ, ফকৰা-যোজনাবোৰ পুৰুষৰ পিচত পুৰুষলৈ প্ৰবাহিত হৈ আহিছে। ক'ব পাৰি এইবিলাকে লিখিত ৰূপ পালে টাইফাকেসকলৰ লগতে অসমীয়া ভাষা-সাহিত্যও যথেষ্টখিনি লাভৱান হ'ব।

টাইফাকেসকলৰ সাহিত্যৰ মাথো এটা দিশহে বৰ্তমান লিখিত ৰূপ পাইছে বুলি ক'ব পাৰি। সেয়া হৈছে ধৰ্ম সাহিত্য। জাতকমালা, কিছুমান নীতিশিক্ষামূলক প্ৰবাদ, মহাকাব্য (ৰামায়ণ-মহাভাৰত আদি), বুৰঞ্জী (জাতীয়) ইত্যাদিবিলাকহে বৰ্তমানে লিখিত সাহিত্য ৰূপত পোৱা যায়। আনহাতে লোকগীত, বনগীত, নিচুকণি গীত, সাধুকথা, যোজনা, মন্ত্ৰ সাহিত্য, স্তুতি বন্দনা আদি এতিয়াও লিখিত ৰূপ পোৱা নাই বুলিব পাৰি। ফলত বিভিন্ন ঠাই, বিভিন্ন পৰিৱেশত এটা পুৰুষৰ পৰা পিচৰ পুৰুষলৈ এই মৌখিক সাহিত্যসমূহ বাগৰি বাগৰি আহোতে বহুখিনি হৰণ-ভগনো হৈছে। কিছুমান হয়তো বাটতে হেৰাই গৈছে আৰু কিছুমান নতুনকৈ যোগ হৈছে। পৰিতাপৰ কথা যে বৰ্তমানো এইবিলাক মৌখিক সাহিত্যৰ সমলসমূহ লিখিত ৰূপ প্ৰদান কৰাৰ ক্ষেত্ৰত বিশেষ উদ্যোগ নাই আৰু অসমীয়া সাহিত্যৰ ভঁৰাল সমৃদ্ধিশালী কৰাৰ ক্ষেত্ৰতো এইখিনিতে স্তিমিত হৈ পৰিবলগা হৈছে। এইফালৰ পৰা টাইফাকেসকলৰ লোকসাহিত্য এটা পৰ্যায়তে ৰৈ গৈছে। আকৌ সংখ্যালঘু হিচাপে বৃহৎ অসমীয়াভাষী সমাজৰ মাজত বসবাস কৰিবলগীয়া হোৱা হেতুকে আৰু ভাষা চৰ্চাৰ ক্ষেত্ৰতো এটা পৰ্যায়তে ৰৈ যাবলগীয়া হোৱাত সেইফালৰ পৰা সাহিত্য চৰ্চাৰ লিখিত ৰূপদানত বাধাপ্ৰাপ্ত হৈছে। নতুন চামৰ মাজত এইবিলাক চৰ্চা লাহে লাহে সীমিত হৈ আহিছে আৰু কেন্দ্ৰীভূত হৈছে বয়োজ্যেষ্ঠসকলৰ মাজত। এইফালৰ পৰাও সাহিত্যৰ বিকাশৰ গতি স্তিমিত হৈছে।

আনহাতে অন্যভাষিক গোষ্ঠীৰ মাজত একোটা সাহিত্য অনুষ্ঠান গঢ় লৈ উঠাৰ দৰে টাইফাকেসকলৰ মাজত এতিয়াও সাহিত্যৰ অনুষ্ঠান গঢ় লৈ উঠা নাই। যাৰফলত সেই দিশেদিও সাহিত্যৰ চৰ্চা আৰু বিকাশত সহায়ক হোৱা নাই।





যি কি নহওক, বৰ্তমানলৈ অসমীয়া ভাষা-সাহিত্যৰ পথাৰখন সমৃদ্ধিশালী কৰাৰ ক্ষেত্ৰত টাইফাকে লোকসমাজ আৰু লোকসাহিত্যৰ মাজত পৰ্যাপ্ত সমল আছে। তেওঁলোকৰ জাতীয় জীৱনক লৈ সাহিত্যৰ নতুন এটা দিশ উন্মোচিত কৰিবলৈ এতিয়াও বাকী।

**লোকগীত ঃ**

অসমৰ প্ৰত্যেক জনগোষ্ঠীৰেই লৌকিক আৰু লিপিবদ্ধ সাহিত্য ভঁৰাল সমৃদ্ধিশালী কৰি ৰখা এটি ভাগ হ'ল জনগোষ্ঠীটোৰ গীত-মাতসমূহ। অন্য ধৰণেৰে ক'বলৈ গ'লে লৌকিক গীত-মাত অবিহনে কোনো জনগোষ্ঠীৰেই সাংস্কৃতিক জীৱনৰ চিত্ৰ পৰিপূৰ্ণ নহয়। সেই গীত-মাতসমূহে অকল গীত হিচাপেই বিশিষ্টতা বহন কৰে এনে নহয়, তাৰ লগে লগে পৰম্পৰাগত জন জীৱনৰ চিত্ৰও দাঙি ধৰে।

অসমত তেনেই সীমিত জনসংখ্যাৰে বসবাস কৰা টাইফাকে জনগোষ্ঠীৰ লৌকিক গীত-মাতৰ ভঁৰাল যথেষ্ট চহকী। বিভিন্ন পৰিৱেশত বেলেগ বেলেগ বৈশিষ্ট্যৰে তেওঁলোকে পৰিৱেশন কৰা গীত-মাতসমূহ আৰু প্ৰাত্যহিক জীৱনৰ বিভিন্ন উপলক্ষত তেওঁলোকে পৰিৱেশন কৰা শ্লোক, স্তুতি, প্ৰাৰ্থনা, আশীৰ্বাদ আদি সমূহতো

সুৰৰ যি বৈশিষ্ট্যময়তাৰ আৱেশ প্ৰকাশ পায় সেয়াও তেওঁলোকৰ গীত-মাতক সমৃদ্ধিশালী তথা মাধুৰ্যময় কৰি তুলিছে।

টাইফাকে সমাজত বৰ্তমানে প্ৰচলিত লোকগীতসমূহ উপস্থাপন শৈলী, সুৰ, বিষয়বস্তু আদিবোৰৰ ভিত্তিত কেইবাটাও ভাগত ভাগ কৰিব পাৰি। সেইবোৰৰ ভিতৰত অন্যতম হ'ল — 'চা-ঐ', 'চয় য়য়', 'খ্যে খ্যাং, 'খাম নন চ্ছান', 'খাম লাও লুক অন', 'খাম পাই ফ্ৰা', 'খাম পু চন লান' আদি।

(ক) চা ঐ গীতৰ বৈশিষ্ট্য অসমীয়া বনগীতৰ দৰে। এই গীতত প্ৰকৃতি, প্ৰকৃতি বৰ্ণনা তাৰ মূল অলংকাৰ। প্ৰকৃতিৰ ৰূপবৰ্ণ, জোন-তৰা, ফুল-পখিলা আদিবোৰক প্ৰতীক উপমা অলংকাৰ হিচাপে ব্যৱহাৰ কৰি ডেকা গাভৰুৰ প্ৰেম নিবেদন ইয়াৰ মূল উপজীব্য। অতীতৰ পৰাই মৌখিকভাৱে চলি অহা 'চা-ঐ' গীতসমূহ বৰ্তমানো মৌখিকভাৱেই টাইফাকে সমাজত প্ৰচলিত হৈ আছে। এনে গীতসমূহৰ কথাংশখিনি পোনপটীয়া নহৈ প্ৰতীক, উপমাৰে পৰিৱেশন কৰা হয় বাবে ব্যক্তি বিশেষৰ দৃষ্টিভংগী, বিচাৰ অনুপাতে গীতৰ কথাংশও সলনি হৈ থাকে। এনে বিলাক লক্ষণৰ বাবে গীতসমূহ আধুনিক কবিতাৰো ওচৰ চপা।

(খ) ছয় য়য় শব্দই টাইফাকে ভাষাত কোনো ধৰণৰ আভিধানিক অৰ্থ

প্ৰকাশ নকৰে। ই গীতটোক ছন্দোবদ্ধ তথা আগবঢ়াই নিবৰ সুবিধাৰ বাবেই সংযোজন কৰা হৈছে বুলিব পাৰি। এই গীতবিলাক বিষয় নিৰ্দিষ্ট নহয়। সুখ-দুখ, আনন্দ-বিষাদ সকলোবোৰকে গীতৰ বিষয়বস্তু কৰিব পাৰি। অৱশ্যে 'ছয় য়য়'ৰ এটি বৈশিষ্ট্য হ'ল ই আত্মনিবেদনমূলক। গীতত গায়ক বা গায়িকাই নিজক, ঘৰুৱা পৰিৱেশ বা সামূহিকভাৱে গাঁওবাসীক গীতৰ বিষয়বস্তু হিচাপে লৈ নিজক কেন্দ্ৰ কৰিয়েই পৰিৱেশন কৰা দেখা যায়। তাহানিতে এনে গীতৰ সৃষ্টিৰ উৎস আছিল গ্ৰাম্য জীৱন পৰিৱেশত উৰালত ধান বনাওতে হোৱা শব্দৰ ছন্দোবদ্ধ প্ৰকাশ। বৰ্তমান সেই পৰিবেশ নাইকিয়া হ'লেও গীতি বিশিষ্টতাখিনি সাংস্কৃতিক জীৱনৰ অংগ ৰূপে থাকি গৈছে।

(গ) **খ্যে খ্যাং** হ'ল সমূহীয়াভাৱে পৰিৱেশন কৰা গীত।। খ্যে খ্যাং শব্দই বিশেষ অৰ্থ বহন নকৰে। ইয়াৰ গীতৰ সুৰ ছন্দোবদ্ধ। সুৰ আৰু ছন্দক উপেক্ষা কৰি খ্যে খ্যাং গীত ৰচনা আৰু গাব নোৱাৰি। কাৰণ বিষয়বস্তু বা কাহিনী নহয় নিৰ্দিষ্ট সুৰহে খ্যে খ্যাঙৰ মূল বৈশিষ্ট্য বহন কৰে। খ্যে খ্যাঙত প্ৰথম শাৰীৰ লগত দ্বিতীয় শাৰীৰ শেষৰ শব্দৰ মিল নাথাকে। কিন্তু দ্বিতীয় শাৰীৰ শেহৰ শব্দৰ লগত তৃতীয় শাৰীৰ শেহৰ শব্দৰ মিল থাকে আকৌ তৃতীয় শাৰী শেহৰ শব্দৰ লগত চতুৰ্থ শাৰী মিল নাথাকে। অৰ্থাৎ শাৰীবোৰ ক, খ — খ, গ — গ, ঘ — ঘ, ঙ এনেদৰে আগবাঢ়ি গৈ থাকে।

(ঘ) **নিচুকণি গীত** টাইফাকেসকলৰ গীতি সাহিত্যৰ অন্য এটি অপৰিহাৰ্য অংগ। সাধাৰণভাৱেই সুৰ প্ৰধান টাইভাষাত সুৰীয়াকৈ পৰিৱেশন কৰা এই গীতসমূহৰ সাংগীতিক বৈশিষ্ট্যও লেখত ল'বলগীয়া। কেৱল শিশু বা কেঁচুৱাক নিচুকাওঁতেই এনে গীত পৰিৱেশন কৰা হয় যদিও এই ধৰণৰ গীতে জনগোষ্ঠীটোৰ গীতিসম্পদত এক উল্লেখনীয় স্থান দখল কৰি অহাৰ লগতে এক উল্লেখযোগ্য ধাৰাও বহন কৰি আহিছে।

(ঙ) **খাম নন চ্ছান** প্ৰায় নিচুকণি গীতৰ সমপৰ্যায়ৰ। শিশুসকলক উদ্দেশ্য কৰি ছন্দোবদ্ধভাৱে নীতিশিক্ষামূলক, অৰ্থযুক্ত গীত পৰিৱেশন কৰা হয়। অসমীয়া ফকৰা যোজনা আদিৰ দৰে অৱশ্যে গীতৰ শৈলীত ইয়াক সাধাৰণতে পৰিৱেশন কৰা দেখা যায়। অতীজতে চাংঘৰৰ মুকলি চাঙত সন্ধিয়াৰ সময়ত পৰিয়ালৰ সকলোৱে বহোতে বয়োজ্যেষ্ঠসকলে অনুজসকলক তেনে নীতিশিক্ষামূলক গীত পৰিৱেশন কৰোঁতে কালক্ৰমত স্বকীয় ধাৰা প্ৰতিষ্ঠিত হৈ পৰিছে।

(চ) **খাম পু চন লান** গীতি ধাৰাও 'খাম নম চ্ছানে' সমপৰ্যায়ৰ বুলিব





পাৰি। মাথো তাৰ পৰিৱেশন শৈলীৰ কিছু পাৰ্থক্য আছে। তদুপৰি 'খাম ন চ্ছান'ৰ গীতি ধাৰাই লঘু বিষয়বস্তু আৰু প্ৰতীক, উপমা ব্যৱহাৰেৰে পৰিৱেশন কৰাৰ বিপৰীতে 'খাম পু চন লান'ত কিছু তাত্ত্বিক, জীৱনমুখী চিন্তাৰ বিষয়বস্তু সন্নিবিষ্ট কৰা দেখা যায়। 'খাম পু চন লান'ৰ অৰ্থ হ'ল ককাই নাতিক দিয়া নীতি শিক্ষা।

(ছ) খাম পাই ফ্ৰা হ'ল ধৰ্মীয় স্তুতি। যদিও এনেবোৰ বিষয়বস্তু গীত হিচাপে পৰিবেশিত নহয় বা কোনোধৰণৰ বাদ্য ব্যৱহাৰ কৰা নহয় তথাপিও পৰিবেশনৰ সুৰীয়া মাধুৰ্যই এইবোৰকো গীত পৰ্যায়লৈ উন্নীত কৰিছে আৰু সকলোবোৰকে গীতি সাহিত্যৰ একোটি ধাৰা হিচাপেই আলোচনা কৰিব পাৰি।

**মৃতকৰ মৃতকৰ সৎকাৰ অনুষ্ঠান ঃ**

টাইফাকেসকলৰ মৃতকৰ সৎকাৰ অনুষ্ঠানত বৰ্তমানে লোকবিশ্বাস আৰু ধৰ্মীয় বিশ্বাস এই দুয়োটাৰ সমন্বয়ত পৰম্পৰা গঢ়ি উঠিছে। সাধাৰণতে মৃতকৰ সৎকাৰ অনুষ্ঠানটোৰ আলোচনাৰ সুবিধাৰ্থে দুইধৰণেৰে ভাগ কৰি ল'ব পাৰি। যেনে স্বাভাৱিক মৃত্যু আৰু অস্বাভাৱিক মৃত্যু। যিবিলাক মৃত্যু পৰিয়াল বা অন্য দ্বিতীয় ব্যক্তিৰ সন্মুখত সাধাৰণ আৰু স্বাভাৱিক বেমাৰ ইত্যাদিত সংঘটিত হয়, ঘৰ বা গাঁৱৰ ভিতৰত মৃত্যু হয় তেনেবোৰক স্বাভাৱিক মৃত্যু বোলা হয় আৰু যিবোৰ মৃত্যু খুব অকস্মাতে, অস্বাভাৱিক বেমাৰত ঘৰ বা গাঁৱৰ সীমাৰ বাহিৰত, কিবা দুৰ্ঘটনাত বা মৃত্যু হওঁতে মৃতকৰ কাষত কোনো নাথাকিলে তেতিয়া তেনে মৃত্যুক অস্বাভাৱিক মৃত্যু বুলি কোৱা হয়। সেই অনুযায়ী মৃতকৰ সৎকাৰ অনুষ্ঠানটোৰ বিধানো বেলেগ বেলেগ হয়। যিমানেই সন্মানীয় ব্যক্তি নহওক কিয় এই দুই শ্ৰেণীৰ বিধানৰ আধাৰতেই আনুষ্ঠানিকতাবোৰ পালন কৰা হয়।

মৃতকৰ স্বাভাৱিক মৃত্যু হৈছে বুলি বিবেচিত হ'লে তেওঁক সাধাৰণতে জুইত পুৰি সৎকাৰ কৰা হয়। এই কাম য'তে ত'তে কৰাৰ সলনি মৰিশালি হিচাপে ৰাইজে গ্ৰহণ কৰা ৰাজহুৱা স্থানত নি সৎকাৰ কৰা হয়। এনে কামত গাঁৱৰ বয়োজ্যেষ্ঠ আৰু পুৰুষসকলেহে অংশগ্ৰহণ কৰে। এই কাম সাধাৰণতে গধূলি ভাগত সম্পন্ন কৰা হয়। অৱশ্যে কেতিয়াবা তাৰ ব্যতিক্ৰম ঘটি সন্ধিয়া বা মাজৰাতি ভাগতো কৰা হয়। সাধাৰণতে ব্যক্তি মৃত্যুৰ পিছদিনাখন সৎকাৰ কৰা হয় যদিও কেতিয়াবা মৃতকগৰাকীৰ জন্মৰ বাৰ বা তাৰ পিছদিনা পূৰ্ণিমা, অমাৱস্যা আদি তিথি পৰিলে মৃত্যুৰ দিনাই সময় থাকিলে সৎকাৰ ব্যৱস্থা কৰা হয়, নতুবা এদিন পিচুৱাই দিয়া হয়। মৃত ব্যক্তিৰ সৎকাৰ আনুষ্ঠানিকতা বা খবৰ লোৱাৰ ক্ষেত্ৰত মৃতকৰ পৰিয়াল, আত্মীয়সকলৰ বাহিৰে অন্য ঘৰৰ সৰু ল'ৰা-ছোৱালীসকলে খবৰ ল'বলৈ নাযায়। বয়োজ্যেষ্ঠ মহিলাসকলে তেনে মৃতক থকা

ঘৰলৈ গ'লে, লগত কাঁইট থকা গছৰ পাত অথবা সৰু কটাৰী লগত লৈ যোৱাটো নিয়ম। সাধাৰণতে এই নিয়ম কোনেও উলংঘন নকৰে। মৃতকৰ আত্মাই যাতে কোনোধৰণৰ অপকাৰ কৰিব নোৱাৰে তাৰ বাবেই এই পৰম্পৰা প্ৰচলিত কৰা হৈছিল বুজি জনা যায়। তদুপৰি মৃতকৰ খবৰ ল'বলৈ যোৱা সকলো ব্যক্তিয়ে আহোতে গা ধুইহে নিজৰ ঘৰত প্ৰৱেশ কৰাটো পৰম্পৰা। যিসকল পুৰুষে সৎকাৰ কৰিবলৈ মৰিশালিলৈ যায় তেওঁলোকে আহোতে বাটত গা ধুই প্ৰথমতে মৃতকৰ ঘৰত উঠি আশীৰ্বাদ লৈ পিছত ঘৰ উঠাৰ পূৰ্বে জুইৰ অঙঠা লৈ নিজৰ গাৰ চাৰিওফালে ঘূৰাই লৈহে ঘৰত প্ৰৱেশ কৰে। এনে কামত যাওঁতে মৃতকৰ আত্মাই যাতে একো অপকাৰ কৰিব নোৱাৰে, লগত আহিলেও যাতে ঘৰৰ ভিতৰলৈ প্ৰৱেশ কৰিব নোৱাৰে তাৰ বাবেই এনে নিয়ম। অন্যহাতেদি যিবোৰ মৃত্যু অস্বাভাৱিক বুলি বিবেচনা কৰা হয় তেনে মৃতকক জুইত পুৰি সৎকাৰ কৰা নহয়। তেনে লোকক পুতি থোৱাহে নিয়ম। কেঁচুৱা অৱস্থাত মৃত্যু হোৱাসকলকো অস্বাভাৱিক মৃত্যু বুলি ধৰা হয় আৰু শিশু মৃতকক পুতি থোৱা হয়। এইখিনি পাৰ্থক্যৰ বাহিৰেও পিছৰ অনুষ্ঠান পালনৰ ক্ষেত্ৰতে দুই শ্ৰেণীৰ মৃতক সৎকাৰ অনুষ্ঠানত পাৰ্থক্য দেখা যায়।

টাইফাকে সমাজত মৃত্যুৰ সাতদিনৰ ভিতৰত (স্বাভাৱিক মৃত্যুৰ ক্ষেত্ৰত) মৃতকক লৈ কৰা আনুষ্ঠানিকতাবোৰ সম্পন্ন কৰা হয়। বিশ্বাস কৰা হয় যে মৃত্যুৰ লগে লগে মৃতকৰ আত্মাই মুক্তি নাপায় আৰু ঘৰৰ চাৰিওফালে ঘূৰি থাকে। সেইবাবে এই সময়ছোৱাৰ ভিতৰত পৰিয়ালৰ লোকক ৰাতি অকলে বাহিৰত ঘূৰিবলৈ দিয়া নহয় আৰু মৃতকৰ আত্মাৰ মুক্তিৰ বাবে সাতদিন ধৰি ৰাইজে মিলিত হৈ ধৰ্মীয় ৰীতিৰে প্ৰাৰ্থনা কৰে। এনেকৈ ষষ্ঠদিনা ৰাজহুৱা স্থানত এক পতাকাসদৃশ তিনি বা চাৰিটা পতাকাসদৃশ নিচান স্থাপন কৰা হয়। এই কাৰ্যই মৃতকক আনুষ্ঠানিক বিদায় সম্ভাষণ জনায়। বৈকুণ্ঠধামত নিজৰ ধৰণেৰে জীৱন যাপন কৰিবলৈ প্ৰয়োজনীয় প্ৰায় সকলো বস্তু মৃতকক উদ্দেশি দান দিয়া হয়। সাধাৰণতে এনে দান কাৰ্যত মৃত ব্যক্তিয়ে ব্যৱহাৰ কৰা সকলো বস্তু, ঘৰুৱা জীৱনত প্ৰয়োজনীয় সকলো সামগ্ৰী তেওঁৰ উদ্দেশ্যে উৎসৰ্গা কৰা হয়। এইবোৰ পিছত বৌদ্ধ বিহাৰত জমা হয় আৰু তেওঁলোকে আৰু ৰাইজে ব্যৱহাৰ কৰে। কিন্তু নিজৰ পৰিয়ালৰ লোকে দান দিয়া বস্তু পুনৰ ব্যৱহাৰ কৰিব নোৱাৰে। বৰ্তমান যুগত আৰ্থিকভাৱে স্বচ্ছল নোহোৱা পৰিয়ালে সাতদিনৰ ঠাইত তিনিদিনতো এনে কাৰ্য সম্পাদন কৰে। সাধাৰণতে এনে অনুষ্ঠান মৃত্যুৰ লগে লগে পিছৰ ছদিনত সম্পাদন কৰি অহা হয় যদিও কেতিয়াবা মাজতে অমাৱস্যা





বা পূৰ্ণিমা তিথি পৰিলে এনে অনুষ্ঠান সাতদিন পালন কৰিব নেপায়।

অন্যহাতে অস্বাভাৱিক মৃত্যুৰ ক্ষেত্ৰত এনে আনুষ্ঠানিকতা লগে লগে আৰু সাতদিন কোনোটোৱেই কৰিব নোৱাৰে। এনেবোৰ আনুষ্ঠানিকতা মৃত্যুৰ কেইবামাহৰ পিছত মাত্ৰ এদিনতেই কৰিবলগীয়া আনুষ্ঠানিক কাম-কাজ সম্পন্ন কৰিব লাগে। তদুপৰি এই কাম ঘৰত কৰিব নোৱাৰে। ঘৰৰ চৌহদৰ বাহিৰতহে এনে কাম সম্পাদনা কৰা হয়।

**খাদ্যাভ্যাস**

খাদ্যাভ্যাসৰ ক্ষেত্ৰতো টাইফাকেসকলৰ সুকীয়া বৈশিষ্ট্য আছে। তেওঁলোকে জাতীয় খাদ্য হিচাপে খোৱা খাদ্যসমূহৰ ভিতৰত — 'পা চৌম' (টেঙা মাছ), 'পা-চা' (কেঁচা উৰিয়াম পাতৰ সৈতে তৈয়াৰ কৰা বিশেষ মাছৰ জোল), 'খাও হ'' (টোপোলা ভাত), 'খাও লাম' (চুঙাভাত), 'খাও পুক' (এবিধ পিঠা), 'পেং হ'খান' (এবিধ পিঠা), 'পা-পুক' (তৰকাৰী বিশেষ), 'পাকাত চৌম' (লাই টেঙা) আদি। এইখিনিৰ লগতে তেওঁলোকৰ দৈনন্দিন খাদ্য সামগ্ৰীৰ তালিকাত যিবোৰ বনৰীয়া শাক-পাচলি ব্যৱহাৰ কৰে সেইবোৰৰ ভিতৰত হ'ল — মেছাকী (খাংখা), মেডেলুৱা (পালাপ মৌন), মেজেঙা (কান জাং), তেজমূৰী (নাম হ্ম), মানিমুনি (পানাং), তিতাকচি (পানিত), নেফাফু (খিকাই), উৰিয়াম গছৰ পাত আদি।

**সামৰণি ঃ**

এইবোৰৰ বাহিৰেও যিবোৰ স্বকীয় বৈশিষ্ট্যৰ বাবে টাইফাকেসকলক পৃথকে আলোচনা কৰিব পাৰি সেইবোৰ হ'ল স্বকীয় সাজ-পাৰ আৰু সেইবোৰ নিজে বোৱা আৰু ৰং কৰা পদ্ধতি। যেনে — 'ফা' (লুঙি), চিন (মেখেলা), নাংৱাত (বিবাহিত মহিলাই বুকুত পিন্ধা মেঠনি), ফা ফ'ক (অবিবাহিত মহিলাই লোৱা চাদৰ), নাংৱাত পজুং (বিয়াৰ সময়ত কইনাই বুকুত পিন্ধা মুগাৰ মেঠনি), ফাহু (বয়োজ্যেষ্ঠসকলে মূৰত লোৱা পাগুৰি) আদি। তাৰ বাহিৰে গীত-নৃত্য, শিল্প কলা, চাংঘৰ বৈশিষ্ট্যৰে ঘৰ-দুৱাৰ আদি সকলো দিশেদি টাইফাকেসকলে অন্যৰূপত স্বকীয়তাৰে নিজকে বৰ অসমত তুলি ধৰিছে তীব্ৰ সংগ্ৰামৰ মাজতো। বিগত দুটা শতিকাতকৈ অধিক কালত তেওঁলোক বহুত হেৰুৱাইছে তাৰ পিচতো তেওঁলোকৰ এতিয়াও আছে সংস্কৃতিৰ বহু অক্ষয় ভাণ্ডাৰ।

কিন্তু কিমান দিনলৈ? সময়ৰ সৈতে খোজ মিলাবলৈ যাওঁতে নতুন প্ৰজন্মই নগৰায়ণৰ মানসিকতাৰে প্ৰস্তুত হৈ উঠাৰ সময়তে স্বাভাৱিকতে প্ৰশ্নৰ উদ্ভৱ হৈছে আজিৰ দহবছৰীয়া কিশোৰ-কিশোৰীয়ে অহা ত্ৰিশ বছৰ পিচৰ বয়স্ক জীৱনত টাইফাকে ভাষা-সাহিত্য, তাঁত শিল্প, ঘৰ-দুৱাৰ, লোকাচাৰ, খাদ্যাভ্যাস, উৎসৱ

সকলো এতিয়াৰ দৰেই অটুট থাকিবনে? দুটা শতিকাৰ ট্ৰেজেডীময় সংগ্ৰামৰ মূল্য আৰু সন্মান অহা বিশ বছৰত কি দৰে ৰক্ষা কৰা হ'ব তাৰ ওপৰতেই আপাততঃ নিৰ্ভৰ কৰিছে টাইফাকেসকলৰ অস্তিত্ব ৰক্ষাৰ সমাধানৰ উত্তৰো।





# চাহ জনজাতি ঃ সমীক্ষাত্মক অধ্যয়ন

দেৱেন তাছা

**প্ৰস্তাৱনা ঃ** কোনো এক জাতি বা জনজাতিৰ বিষয়ে কবলৈ যোৱাৰ আগেয়ে সেই জাতি বা জনজাতিটোৰ বিষয়ে বিতংকৈ জানি লোৱাটো অতিকে জৰুৰী হৈ পৰে। সেই জাতি বা জনজাতিটোৰ উৎপত্তি, গঠন প্ৰক্ৰিয়া, জাতি, জনজাতি সমূহৰ অন্তৰ্ভুক্ত বিভিন্ন গোষ্ঠী-সম্প্ৰদায় আদিৰ উপস্থিতি, অনুপস্থিতি আদিৰ সম্যক ধাৰণা কৰি লোৱা ভাল। দুটা তেনেই সাধাৰণ শব্দৰ সংযুক্তিৰে গঠিত এই 'জাতি' শব্দটিৰ অৰ্থ বহু ব্যাপক। এই শব্দটিৰ মাজত সোমাই আছে সমগ্ৰ বিশ্ব চৰাচৰৰ জড় তথা জীৱ জগত।

**গোষ্ঠীগত নাম আৰু পৰিচয় ঃ** ব্ৰিটিছ চাহাব ৰবাৰ্ট ব্ৰুচে অসমত চাহ গছৰ সন্ধান পোৱাৰ পিছত আৰু অসমৰ মাটি চাহ গছৰ বাবে উপযুক্ত বুলি জনাৰ পিছত অসমত চাহ খেতি কৰিবলৈ মন মেলে। কিন্তু,অসম তথা ইয়াৰ ওচৰ চুবুৰীয়া ৰাজ্যত সস্তীয়া বনুৱা বিচাৰি নোপোৱাত ভাৰতৰ বিভিন্ন প্ৰান্তৰ পৰা সস্তীয়া বনুৱা অনাৰ প্ৰক্ৰিয়া আৰ কৰে। এনেকৈ অসমৰ চাহ বাগিচাত শ্ৰমিক হিচাবে কাম কৰিবলৈ ভাৰতৰ বিভিন্ন প্ৰান্তৰ পৰা অনা লোক সকলকে চাহ শ্ৰমিক বোলা হয়। পিচলৈ এই সকল লোককে চাহ জনজাতি নামেৰে জনা যায়। প্ৰকৃতপক্ষে চাহ জনজাতি বুলি কোনো এক নিৰ্দিষ্ট জাতিগোষ্ঠীৰ লোক নাই। ই হ'ল তেওঁলোকৰ পৰিচয়জ্ঞাপক এটি নামহে। চাহ শ্ৰমিক হিচাবে অসমলৈ অহা এইসকল লোকৰ জাতি-উপজাতিৰ সংখ্যা ইমানেই বেছি যে, কোনো এটা জাতিৰ নামেৰে তেওঁলোকৰ জাতীয় পৰিচয় দিব নোৱাৰি। কোনোবা এটা জাতিৰ নামেৰে নামকৰণ কৰিলে অইনবিলাক জাতি-গোষ্ঠীৰ লোক বেয়া পোৱাৰ স ৱনা থাকে। গতিকে, কোনো এক বিশেষ জাতি-গোষ্ঠীক প্ৰাধান্য নিদি একে পৰিৱেশত থাকি একে উদ্যোগত একে ধৰণৰ কাম কৰাৰ বাবে উদ্যোগটোৰ নামেৰে এইসকল লোকক উমৈহতীয়াভাৱে চাহ জনজাতি হিচাবে নামকৰণ হয়। এনে কৰাৰ ফলত কোনো জাতি গোষ্ঠীৰ লোক

ক্ষুণ্ণ হোৱাৰ অৱকাশ নাথাকিল। গতিকেই চাহ জনগোষ্ঠী বুলি কোনো জাতি নথকা সত্ত্বেও তেওঁলোকক চাহ জনজাতি বুলি কোৱা হয়। এই নাম লৈ তেওঁলোকো সুখী। শেহতীয়াকৈ কোকৰাঝাৰ গোৱালপাৰা আদি অঞ্চলৰ আদিবাসী সকলে নিজৰ সুকীয়া পৰিচয় ডাঙি ধৰিলত চাহ শ্ৰমিক হিচাবে থকা এই সম্প্ৰদায় কিছু লোকে নিজকে চাহ জনগোষ্ঠীৰ পৰিৱৰ্তে আদিবাসী বুলি চিনাকি দিবলৈ প্ৰয়াস কৰিছে। অৱশ্যে সেয়া সংখ্যাত তাকৰ। এইখিনিতে এটা কথা পৰিস্কাৰ কৰি দিয়া ভাল হ'ব যে, চাহ শ্ৰমিক আৰু আদিবাসী সকলৰ মাজত বৃত্তিগতভাৱে পাৰ্থক্য আছে। গতিকে, চাহ জনজাতি বুলি কলে মুখ্যতঃ অসমৰ চাহ উদ্যোগৰ লগত জড়িত শ্ৰমিক আৰু তেওঁলোকৰ সতি সন্ততিৰ কথাকে বুজা যায়। বৰ্ত্তমান ৭৫-৮০ লাখ জনসংখ্যাৰ এক বিশাল জন সমষ্টিৰ প্ৰতিভূ হৈছে এই চাহ জনজাতিৰ লোকসকল। শতাধিক জাতি গোষ্ঠীৰে গঠিত লোকসকলৰ উমৈহতীয়া পৰিচয় হৈছে 'চাহ জনজাতি'। বৃহৎ অসমীয়া জাতিৰ অন্যতম অংশীদাৰ চাহ জনজাতি সকলৰ জনগাথঁনিও বৰ বৈচিত্ৰপূৰ্ণ। শতপুষ্প শতদলৰ একো একোপাহ পাহিৰ দৰে হৈছে ইয়াৰ প্ৰতিটো জাতি-উপজাতিৰলোকসকল। চাহ জন-জাতি লোকসকলৰ সম্প্ৰদায় আৰু উপ-জাত বিলাক হৈছে–অসুৰ, উৰাং, কন্ধ, কৰণ, কোল, কন্ধেৰ, কালিন্দী, কৰুৱা, কুম্হাৰ, কাহাঁৰ, কামাৰ, কয়া, কাৱা, কৈৱী, কানতিয়াৰ, কাঁচাৰী, কন্দপান, কুথৰিয়, কৰ্মকাৰ, কুৰ্মী, কিষাণ, কেওঁট, খদাল, খেৰিয়া, খণ্ডাইত, গণ, গৌড়, গন্দ, গঞ্জু, গোঁশৈই, গৰাইত, গলৱাৰ, গাজলু, গোৱালা, ঘাঁছী, ঘাটোৱাৰ, চাওঁতাল, চিক, চুৰি, চাওঁৰা, চৰাগ, চাহু, চাষা, চৰয়া, চামাৰ, চৌহান, চৰাগ, চাঁচনি, চৰেন, ছত্ৰী, ছেনা, জাতপদাৰা, জলহা, টুৰী, টেলেঙ্গা, টুডু, টামাৰীয়া, ঠাকুৰ, ডম, ডাকুৱা, তম্প, তপ্ন, তেলি, তাঁতী, তাছা, তন্তুবাই, দাস, নায়ক, নাইক, নাগবংশী, নন্দ, নাইডু, পৰজা, পুৰাণ, পাঁছি, পাতৰ, পাণিকা, পাইক, পাটোৱাৰী, প্ৰধান, পাহাৰীয়া, পান, পাত্ৰপাতুৰা, পণ্ডৰ, বামুণ ,বেদিয়া, বিৰহৰ, বাৰিক, বাগতি, বাঢৈ, বাইগা, বণিয়া, বাউৰী, বৰাইক, বৰাহী, বেহৰা, বৈদ, বাণীদাস, ভীল, ভক্তা, ভূঞা, ভাট, ভূমিজ, ভগত, ভাণ্ডাৰী, মাল, মাছুৱা, মাঝি, মাহত্ব, মল্লিক, মাৰাণ্ডি, মোদী, মুণ্ডা, মাহলি, মালুৱা, মালি, মানকি, মুৰ্মু, মহান্তি, ৰজক, ৰায়, ৰাজুৱাৰ, ৰবিদাস, ৰাউতীয়া, ৰাজপুত, ৰাজবংশী, লাকৰা, লোহাৰ, শীল, সুতবংশী, সৱৰ, সোণাৰ, সাও, সোঁৱেই, সনাতন, হো, হাজাম, হাঁসদা, হেম্বৰম, হাড়ী, হীৰা, হালোৱাই, ক্ষেত্ৰপাল আদি।

চাহ শ্ৰমিকসকলৰ ইতিহাস বৰ গৌৰৱোজ্জল নহয়। শ্ৰমিক জীৱনৰ ইতিহাস মানেই বঞ্চনা, প্ৰতাৰণা আৰু দুঃখময় জীৱনৰ এক কৰুণ কাহিনী। চাহ জনজাতি সকলৰ অসমলৈ প্ৰব্ৰজিত হোৱাৰ অন্তৰালত নিহিত হৈ আছে শ্ৰমিক জীৱনৰ এক





অকথিত কাহিনী। ভাৰতৰ বিভিন্ন প্ৰদেশৰ পৰা দুখীয়া লোকসকলক ফুচুলাই মেলি অসমলৈ অনা কথা আমি ইতিমধ্যেই উল্লেখ কৰিছো। গৃহ ৰাজ্যত খেতিয়ক হিচাবে নিয়োজিত হোৱা অথবা জীৱন প্ৰবৰ্তোৱা লোকসকলেই অসমলৈ আহি খেতিয়কৰ পৰা শ্ৰমিকলৈ ৰূপান্তৰিত হয়। এনেকৈয়ে আৰা হয় তেওঁলোকৰ শ্ৰমিক জীৱনৰ দুখাৰ গী। শ্ৰমিক জীৱনৰ পাতনি মেলা শ্ৰমিক সকল চাহ-বাগিচা খুলি নিজৰ তেজ ঘামেৰে চাহগছ জীপাল কৰি ইয়াতেই হাড় পেলালে। ব্ৰিটিছৰ যুগত শ্ৰমিক হিচাবে অহা শ্ৰমিক সকল এতিয়া ইতিহাস। বৰ্তমানৰ চাহ জন-জাতিৰ লোকসকল তেওঁলোকৰ নাতি-পৰিনাতিহে। বৰ্তমানৰ এই সকল শ্ৰমিকৰ জন্ম অসমতে। বৰ্তমান অসমেই তেওঁলোকৰ জন্ম তথা কৰ্ম ভূমি। এয়াই হৈছে অসমৰ চাহ বাগিচাত কাম কৰা শ্ৰমিকসকলৰ শ্ৰমিক জীৱনৰ ইতিহাস।

চাহ শ্ৰমিকসকলৰ প্ৰায়ভাগ লোকেই প্ৰষ্ট-অষ্ট্ৰলয়দ ফৈদৰ। তেনেই সীমিত সংখ্যক দুই এঘৰ আৰ্য আৰু দ্ৰাবিড়ীয় গোষ্ঠীৰ লোক পোৱা যায়। একে পৰিৱেশত বসবাস কৰিলেও,জীৱন-জীৱিকাৰ প্ৰণালী একে হ'লেও, জীৱনৰ মান একে ৰেখাৰে গতি কৰিলেও এওঁলোকৰ জীৱন ধাৰণ প্ৰণালী বেলেগ। শতাধিক জাতি-উপজাতিৰে গঠিত এইসকল লোক একেই চাহ উদ্যোগৰ কৰ্মী হোৱা হেতুকে উমৈহতীয়া পৰিচয় হৈছে চাহ জনজাতি। বৰ্তমান কোকৰাঝাৰ, গোৱালপাৰা আদি অঞ্চলৰ আদিবাসী লোক সকলৰ আহিঁত বাগিচা অঞ্চলত বসবাস কৰা জনগোষ্ঠীয় লোকসকলেও নিজকে আদিবাসী বুলি চিনাকি দিব খোজে। ভিন্ন ৰাজ্যৰ পৰা অহা ভিন্ন জাতি-গোষ্ঠীৰ লোক হোৱা হেতুকে এওঁলোকৰ গাৰ ৰং আৰু শৰীৰৰ গঠন জাতি-জন-গোষ্ঠী ভেদে বেলেগ দেখা যায়। আদিবাসী সকল সাধাৰণতে পাহাৰীয়া লোক হোৱা বাবে এওঁলোকৰ শৰীৰৰ গঠন আটিল আৰু মজবুত। সাধাৰণতে নাক চুটি আৰু ভোটা,চকুৰ বাদু ওলমা,উচ্চতা কিছু চাপৰৰ পৰা মধ্যমীয়া,গাৰ ৰং সাধাৰণতে ক'লা। মুখৰ চেহেৰাত আদিবাসীৰ চেহেৰা ফুটি উঠে। অৱশ্যে কিছু লোকৰ গাৰ ৰং কলাৰ বিপৰীতে বগা হোৱা সত্ত্বেও চেহেৰাত পাৰ্থক্য দেখা যায়। আদিবাসীসকলৰ বাদে অন্যান্যসকলৰ উচ্চতা, শৰীৰৰ গঠন আৰু ৰং কিছু বেলেগ। বেছিভাগৰে গাৰ ৰং উজল বগা, ওখ আৰু দেখাত সুশ্ৰী। মুখৰ চেহেৰা সুগঠিত, নাক দীঘল, জোঙা। দেখা যায় আদিবাসীসকলৰ প্ৰায় বিলাক তিৰোতাই হাত-ভৰি আদি কৰি শৰীৰৰ বিভিন্ন অঙ্গ-প্ৰত্যঙ্গ, চকুৰ চেলাউৰী, কপাল, থুতুৰী আদিত খদনা বা গদনা আঁকি লয়। অন্যান্য সকলৰ দুই-এগৰাকীকো কম পৰিমাণে খদনা বা গদনা আঁকি লোৱা দেখা যায়॥ কোনো কোনো মতা মানুহেও হাত আদিত সাপ,চৰাই,মাছ,নিজৰ নাম আদি বিভিন্ন ধৰণৰ চিত্ৰ অঁকাই লয়।

সমীক্ষামতে পৃথিৱীৰ কোনো এটা জাতিয়েই একক জাতি-গোষ্ঠীৰে গঠিত হোৱা নাই। প্ৰতিটো জাতিৰ গঠন প্ৰক্ৰিয়া সাধিত হৈছে জনপ্ৰব্ৰজনৰ বিভিন্ন কাৰকৰ দ্বাৰা। এই কাৰকসমূহৰ অন্যতম হৈছে আত্মসংস্থাপন। অসমলৈ পব্ৰজিত হোৱা লোকসকলো ভিন্ ভিন্ সময়ত ভিন্ ভিন্ উদ্দেশ্যত আহি ইয়াত থিতাপি লৈ অসমীয়া জাতি গঢ়ি তুলিছিল। আত্মসংস্থাপনৰ তাগিদা আছিল যদিও চাহ জন-জাতিৰ লোকসকল কিন্তু নিজে নিজে অসমলৈ অহা নাছিল। তেওঁলোকক আনিছিল বৃটিচ চাহাব সকলে নানা প্ৰলোভন দি। অসমৰ বাহিৰৰ পৰা শ্ৰমিক অনা ইতিহাসৰ কথা ইতিমধ্যে বৰ্ণনা কৰা হৈছে। হাবি জংঘল কাটি পাহাৰ ভাঙি চাহ বাগিচা খোলাটো সকলো লোকৰ আয়ত্বৰ ভিতৰত নাছিল। তাতে হাবি জংঘলেৰে ভৰা অসমত তেতিয়া বিষাক্ত সাপ, জোক, পোক আদি কৰি হিংস্ৰ বাঘ ঘোঙেৰে ভৰি আছিল। সেইক্ষেত্ৰত এই কাম কৰা সকলো শ্ৰমিকৰ পক্ষে স ব নাছিল। প্ৰথম অৱস্থাত বৃটিছে কিছু চীনা শ্ৰমিক লগাইছিল যদিও চীনা শ্ৰমিকক শাসন কৰা ইমান সহজ নাছিল। ইয়াৰ পিচত কছাৰী শ্ৰমিকৰ লগতে অন্য কিছু স্থানীয় শ্ৰমিককো লগোৱা হৈছিল। এই সকল শ্ৰমিক সোৰোপা হোৱাৰ বাবে তেওঁলোকৰ পৰাও কাম নহৈছিল। তদুপৰি তেওঁলোকে অধিক নিৰিখৰ দৰমহা দাবী কৰিছিল। শেষত উপায় নাপাই ব্ৰিটিছে ঠিকাদাৰ,দালাল আদিৰ যোগেদি বনুৱা অনাৰ ব্যৱস্থা কৰিছিল। এইসকল বনুৱাৰ কিছুমানক কোনো নীতি-নিয়মৰ বান্ধোন নথকাকৈ অনা হৈছিল। এনে ধৰণে বনুৱা অনা প্ৰথাক 'আড়কাঠীয়া' চ্চালান আৰু কিছুমানক ঠিকাদাৰৰ যোগেদি ঠিকাদাৰী প্ৰথাৰে আনিছিল। ইয়াত কিছু নিয়ম বন্ধা আছিল আৰু এক নিৰ্দিষ্ট সময়ৰ পিচত এই সকল বনুৱাক স্ব-দেশলৈ ঘূৰাই পঠিয়াব লগা হৈছিল। এনেদৰে বনুৱা অনা প্ৰথাকে বাগিচা অঞ্চলত 'গিৰমিটিয়া' (এগ্ৰিমেণ্ট) প্ৰথা বোলা হৈছিল। কিন্তু, দেখা গ'ল অসমলৈ অনাৰ পিচত সকলো নীতি-নিয়ম বিসৰ্জন দি তেওঁলোককো বলপূৰ্বকভাবে অসমতে ৰাখি থোৱা হ'ল। পৰিয়াল পৰিজন এৰি অহা সকলৰো পৰিয়ালৰ লগত সংযোগ চিগি যোৱাৰ উপৰিও নিজ ৰাজ্যৰ লগতো সম্পৰ্ক ছেদ হৈ পৰিল। অসমলৈ শ্ৰমিক হিচাবে কাম কৰিবলৈ উত্তৰ ভাৰতক বাদ দি বাকী প্ৰায় ভাগ ৰাজ্যৰপৰা দুখীয়া লোকসকলক ফুচুলাই অনা হৈছিল।

**ভৌগোলিক অৱস্থান ঃ** অতীজত নিজ প্ৰদেশৰ বিভিন্ন অঞ্চলত এওঁলোকৰ পূৰ্বপুৰুষসকলে বসবাস কৰিছিল। কোনোলোকে নদীৰ পাৰত বসবাস কৰিছিল। অইন কোনোবা পাহাৰীয়া ঠাই, সমভূমি অঞ্চলত বসবাস কৰিছিল। অসমলৈ অহাৰ পিচত অসমৰ বিভিন্ন অঞ্চলত বিশেষকৈ চাহ খেতিৰ বাবে উপযোগী পাহৰীয়া কিছু ওখ আৰু এটলীয়া অঞ্চলসমূহত ব্ৰিটিছ চাহাবসকলে এওঁলোকক সংস্থাপিত





কৰিছিল। কালক্ৰমত এইসমূহ ঠায়েই এওঁলোকৰ আবাসভূমি হৈ পৰিল। ভৌগোলিক হিচাবে অসমৰ চাৰিসীমাৰ ভিতৰতেই এওঁলোকৰ বাসস্থান বুলি কব পাৰি। অসমৰ চাৰিওফালে চুকে কোণে সিঁচৰিত হৈ থকা চাহ-বাগিচা অঞ্চলেই এওঁলোকৰ বসতি স্থান। অৱশ্যে কিছু শ্ৰমিকৰ সতি-সন্ততিসকল প্ৰাক্তন শ্ৰমিক হিচাবে বাগিচাৰ ওচৰৰে গাওঁ বা বস্তি অঞ্চলত বসবাস কৰি আছে। দুই এক পৰিয়াল নগৰ অঞ্চলতো বাসস্থান কৰি লৈছে। অসমত চাহজনজাতিসকলৰ নিজা ঘৰ বা ভেটি নাই। বাগিচাৰ কোম্পাণী অথবা মালিক পক্ষই সাজি দিয়া ঘৰতে বসবাস কৰি আছে। ৰাস্তাৰ দুয়ো পাৰে শাৰী শাৰীকৈ সাজি দিয়া পকা ঘৰৰ কেঁচা মজিয়াৰ দুটা কোঠা আৰু এখন বাৰাণ্ডাৰে সৈতে পাঁচ-ছয় জনীয়া পৰিয়াল লৈ যেনে তেনে থকা দেখা যায়। ভিন্ন সম্প্ৰদায় আৰু জাতি-গোষ্ঠী ভেদে সমাজৰ গোটবিলাকো বেলেগ বেলেগ হ'লেও চাহ জন-গোষ্ঠীৰ লোক হিচাবে একেলগে একে ঠাইতে বসবাস কৰি আছে।

অতীজত তেওলোকৰ পূৰ্বপুৰুষ সকলৰ নিজ নিজ ঠাইৰ জলবায়ু আৰু পাৰি পাৰ্শ্বিক অৱস্থা ভেদে ঘৰ আৰু ঘৰৰ নিৰ্মাণ পদ্ধতি বেলেগ আছিল যদিও অসমত বসবাস কৰাৰ পিচৰ পৰা একে পাৰি পাৰ্শ্বিক আৰু জলবায়ুৰ অধীনত থাকিবলৈ লোৱাত সকলোৰে গৃহ নিৰ্মাণ পদ্ধতিও একে হৈ পৰিল। বসবাসৰ বাবে মূল ঘৰ বিলাক মালিক অথবা কোম্পাণী বিলাকে সাজি দিলেও ডাঙৰ পৰিয়াল থকা লোক সকলৰ বাবে সেয়া যথেষ্ট নোহোৱাত তেওঁলোকে বেলেগে নিজা ববীয়াকৈ একোটিকৈ সৰু ঘৰ সাজি লোৱা দেখা যায়। তেওঁ লোকে নিজে সাজি লোৱা ঘৰবিলাক খেৰ আৰু বাঁহৰ। বাঁহৰ খুঁটা পুতি তাৰ ওপৰত বাঁহৰ চালি দি খেৰেৰে চাই লোৱা হয়। খেৰ বাঁহৰ ঘৰ বিলাক অসমৰ অন্যান্য জাতি-গোষ্ঠীৰ ঘৰ বিলাকৰ দৰে একেই।

**সমাজ :** সমাজ বিজ্ঞানী সকলৰ মতে ব্যক্তিৰ সমষ্টিয়েই সমাজ। আপেক্ষিক ভাৱে সূত্ৰ যিয়েই নহওক লাগে ব্যৱহাৰিক দিশত ইয়াৰ অৰ্থ বহু ব্যাপক। আমাৰ দেশত জাতি,ধৰ্ম,সম্প্ৰদায়ক লৈয়ো সমাজৰ সৃষ্টি কৰা হৈছে। মানুহৰ সৃষ্ট সমাজৰ মাজত বহু ক্ষুদ্ৰ-ক্ষুদ্ৰ সমাজ বৰ্তি থকা দেখা যায়। উদাহৰণ স্বৰূপে জাতিক লৈ গঠিত সমাজবিলাক হৈছে-অসমীয়া মানুহেৰে গঠিত সমাজক অসমীয়া সমাজ,বঙালী মানুহেৰে গঠিত সমাজক বঙালী সমাজ। ঠিক তেনেকৈ দেউৰী সমাজ, মিচিং সমাজ, কাৰবি সমাজ ইত্যাদি ইত্যাদি। একেদৰে ধৰ্মক লৈয়ো আমাৰ ইয়াত সমাজ গঠিত হোৱা দেখা যায়। সেই বিলাকৰ ভিতৰত-হিন্দু সমাজ, মুছলিম সমাজ, জৈন সমাজ খ্ৰীষ্টিয়ান সমাজ ইত্যাদি ইত্যাদি। সেইদৰে সম্প্ৰদায়ক লৈয়ো সমাজৰ সৃষ্টি কৰা হৈছে। উদাহৰণ স্বৰূপে ব্ৰাহ্মণ সমাজ, কলিতা সমাজ, কৈৱৰ্ত সমাজ ইত্যাদি

ইত্যাদি। সমাজৰ নামকৰণ যিহৰ কাৰণে যি ভিত্তিতে নহওক লাগে প্ৰতিটো সমাজৰে জনসমষ্টিয়েই হৈছে মুখ্য উপাদান। অন্যহাতেদি এই জনসমষ্টিয়েই হৈছে ব্যক্তিৰ বহুবাচক। গতিকে ক'ব পাৰি ব্যক্তিৰ বৃহত্তৰ গোট অথবা সমষ্টিয়েই হৈছে সমাজ।

সমাজ বুলিলেই কিছু নিয়ম থাকিব। লগতে থাকিব কিছু বিধি ব্যৱস্থা। এই বিধি-ব্যৱস্থাৰ মাজত থাকিব কিছু আচাৰ- অনুষ্ঠান, নীতি-নিয়ম। সমাজ পৰিচালনাৰ বাবে প্ৰস্তুত কৰা এই নীতি-নিয়ম, বিধি ব্যৱস্থা, নিয়ম কানুন প্ৰত্যেক সমাজতে আছে আৰু এইবোৰ সকলোৱে মানি চলিব লাগিব। অন্যহাতেদি জাতি সম্প্ৰদায়ভেদে এইবিলাকৰো পাৰ্থক্য দেখা যায়। চাহ জনজাতীয় লোকসকলৰ জাতি,ধৰ্ম সম্প্ৰদায়ৰ ভিত্তিত গঠিত সমাজসমূহ জাতি নামৰ বৃহৎ সমাজৰ অন্তৰ্ভুক্ত হৈ পৰে। ইয়াৰ পৰা এই কথা প্ৰতীয়মান হ'ল যে,সমাজ নামৰ এই বৃহৎ অভিধাটিৰ মাজত সকলোবোৰ ক্ষুদ্ৰ ক্ষুদ্ৰ সমাজ অন্তৰ্ভুক্ত হৈ আছে। গতিকে, ক'ব পাৰি চাহ জনজাতি নামৰ এই অভিধাটিৰ আলমত অসমৰ চাহবাগিচাৰ সকলোবোৰ জাতি-গোষ্ঠী-সম্প্ৰদায় একেডাল সূতাৰে বান্ধ খাই আছে। সমাজ নামৰ এই অভিধাটিৰ আলমত গঢ় লৈ উঠিছে বৃহৎ চাহজনজাতি আৰু ইয়াক আশ্ৰয় কৰি গঢ়ি উঠিছে মৰম ভালপোৱা। আৰু এই মৰম ভালপেৱাৰ ভেটিতেই গঢ় লৈ উঠিছে সমন্বয়-সম্প্ৰীতি। সমন্বয় আৰু সম্প্ৰীতিৰ এই নেদেখা সূতাডালেৰে বান্ধ খাই আছে সমগ্ৰ চাহজনগোষ্ঠীয় জাতি।

**পৰিয়াল ঃ** সাধাৰণতে নিজৰ তেজৰ লগত সম্পৰ্ক থকা লোকসকলকহে মানুহে নিজৰ পৰিয়ালৰ লোক বুলি কয়। এই সূত্ৰ প্ৰায় সকলোবিলাক মানুহৰ ক্ষেত্ৰতেই প্ৰযোজ্য। অতীজত চাহ জনগোষ্ঠীসকলৰ মাজত দুই ৰকমৰ পৰিয়াল ব্যৱস্থাৰ প্ৰচলন আছিল। সেই দুটা হৈছে-(১) একক পৰিয়াল ব্যৱস্থা আৰু (২) যৌথ পৰিয়াল ব্যৱস্থা। বৰ্তমান মালিক পক্ষ বা কোম্পাণীয়ে সাজি দিয়া সৰু একোটা ঘৰত ডাঙৰ ল'ৰা-ছোৱালীক একলগে লৈ থাকিবলৈ অসুবিধা হোৱাত বিয়া কৰোৱাৰ পিচতেই পুতেক-বোৱাৰী সুকীয়াকৈ থাকিবলৈ লয়। ফলত যৌথ পৰিয়াল ব্যৱস্থা প্ৰায় নাইকিয়া বুলিয়েই কব পাৰি। বৰ্তমান চাহ বাগিচা অঞ্চলত একক পৰিয়াল ব্যৱস্থাহে দেখিবলৈ পোৱা যায়।

**একক পৰিয়াল ঃ** এজন মূৰব্বী অথবা মূখ্য ব্যক্তিক কেন্দ্ৰ কৰি অন্যান্য সদস্যসকলক লৈ একেলগে বসবাস কৰি থকা লোকসকলক একক পৰিয়ালৰ লোক বুলি কোৱা হয়। একক পৰিয়ালৰ মূখ্য ব্যক্তিজনেই উপাৰ্জনৰ পৰা আদি কৰি ঘৰ পৰিচালনা কৰাৰ সকলো দায়িত্ব মূৰ পাতি ল'ব লগা হয়। এনে পৰিয়ালৰ মূৰব্বীজন সাধাৰণতে বাপেকেই হয়। তেওঁৰ লগত সহযোগী হিচাবে মাকক স্থান দিয়া হয়।





ইয়াৰ পিচত বায়েক বা ককায়েক, ভায়েক, ভনীয়েক আদি কৰি অন্যান্যসকল থাকে।

**যৌথ পৰিয়াল ঃ** যৌথ পৰিয়ালত একেলগে এজনতকৈ অধিক দুই বা তিনিজন মূৰব্বী থাকিব পাৰে। এনেকৈ একেলগে কেইবাটাও পৰিয়াল বসবাস কৰি থকাকে যৌথ পৰিয়াল বোলা হয়। ইয়াৰ প্ৰতিটো ক্ষুদ্ৰ পৰিয়ালতে একোজন মূৰব্বী,এগৰাকী সহযোগীৰ লগতে অন্যান্য সদস্যসকল থাকে। উপাৰ্জনৰ পৰা আৰ কৰি সকলোবোৰ কাম প্ৰতিটো ক্ষুদ্ৰ পৰিয়ালৰ মূৰব্বীয়েই দায়িত্ব ল'ব লগা হয়। ইয়াত আমি একক অথবা যৌথ পৰিয়ালৰ সুবিধা অসুবিধা আদি কথাবোৰ আলোচনা কৰাৰ পৰা বিৰত থাকিলো।

**খেল বিভাজন ঃ** প্ৰতিটো জাতি-গোষ্ঠীৰে খেল বিভাজন থকাৰ দৰে চাহ-জনগোষ্ঠীয় লোকসকলৰ মাজতো খেল বিভাজন আছে। অন্যান্য জাতি গোষ্ঠীৰ তুলনাত চাহ-জনগোষ্ঠীৰ খেলৰ সংখ্যা বহুত বেছি। শতাধিক জাতি-উপজাতিৰ সমষ্টি হোৱা বাবে এওঁলোকৰ মাজত থকা গোত্ৰ বা খেলৰ সংখ্যাও সেই অনুপাতে অধিক। নিজ জাতি-গোষ্ঠীৰ মাজতেই সাধাৰণতে এওঁলোকৰ বিয়া-বাৰু হোৱা দেখা যায়। কোনো কাৰণতে একে গোত্ৰীয় লোকৰ লগত বিয়া নহয়। একে গোত্ৰীয় লোকৰ লগত তেজৰ সম্পৰ্ক থাকে বুলি এওঁলোকে বিশ্বাস কৰে। সেই কাৰণে এনে বিয়াত অনুমতি দিয়া নহয়। একে জাতি-গোষ্ঠীৰে বেলোগ গোত্ৰৰ লগতহে বিয়া-বাৰুৰ সম্পৰ্ক গঢ়ি তোলা হয়। ইয়াৰ লগতে আছে নিজ গোত্ৰীয় বিভাগ। এওঁলোকৰমাজৰ প্ৰথম বিভাগ হ'ল প্ৰদেশানুযায়ী জাতিৰ নামকৰণ। তাৰ পিচত নিজৰ উপজাতিগত বা গোত্ৰীয় ভাগ। তাৰ পিচত জাতি-উপজাতি,সম্প্ৰদায়গত ভাগ। ইমানবিলাক ভাগ থকাৰ পিচতো কিন্তু, বৃহৎ অৰ্থত তেওঁলোক এক চাহজন-জাতিৰ লোক। নিজ নিজ গোষ্ঠীয় বা সম্প্ৰদায়ৰ মাজত খোৱা-বোৱা,উঠা-বহা আদি কৰি অন্যান্য সামাজিক কামবোৰ নিজস্বভাৱে পালন কৰিলেও সমূহীয়াভাৱে তেওঁলোক এক চাহ জন-জাতি। আজি শ শ বছৰ একেলগে বসবাস কৰি আহিছে যদিও কোনো দিনে কোনো কাৰণতেই তেওঁলোক গোষ্ঠী দ্বন্দ্বত লিপ্ত হোৱা নাই। ইয়াৰ প্ৰধান কাৰণ হ'ল একে পৰিৱেশত থাকি,একেলগে খেলা ধূলা কৰি,ডাঙৰ-দীঘল হোৱা, একেধৰণৰ কামত নিয়োজিত হৈ একে স্তৰৰ জীৱন যাপন কৰাৰ বাবে তেওঁলোকৰ মাজত অন্য ভিন্নতা দেখা পোৱা নাযায়। একগোষ্ঠীৰ কোনোবা লোকৰ লগত অন্য কোনো গোষ্ঠীৰ লোকৰ সংঘাত লাগিলেও সমজুৱাভাৱে দোষৰহে বিচাৰ কৰা হয়। কোনো ক্ষেত্ৰতে গোষ্ঠীয় চিন্তাধাৰাই ঠাই নাপায়। স্ব-গোষ্ঠীয় হ'লেও দোষী ব্যক্তিক দোষী হিচাবেই চিনাক্ত কৰা হয়। এনেবোৰ নিৰপেক্ষ ভূমিকাৰ বাবেই শতাধিক ভিন্ন জাতি-গোষ্ঠীৰ লোক একেলগে বসবাস কৰি থাকিলেও কোনো দিনেই

গোষ্ঠী সংঘৰ্ষত লিপ্ত হোৱা দেখা নাযায়।

**খাদ্যাভ্যাসঃ** অতীজৰ নিজ বাস ভূমিৰ পাৰি-পাৰ্শ্বিক অৱস্থা আৰু জলবায়ুৰ ওপৰত নিৰ্ভৰ কৰি এওঁলোকৰ খাদ্য সামগ্ৰীৰ কিছু পাৰ্থক্য দেখা গৈছিল। (৩) অসমত কেইবা শতিকা ধৰি একে লগে একে পৰিৱেশত বসবাস কৰিব লগা হোৱাত তেওঁলোকৰ খাদ্যৰ তালিকাও অসমৰ জনসাধাৰণৰ খাদ্যৰ তালিকাৰ অন্তৰ্গত হৈ পৰিল। চাহ সমাজৰ লোক সকলে খাদ্য হিচাবে গ্ৰহণ কৰা দ্ৰব্যসমূহ হৈছে ভাত দাইল, ৰুটী, চিৰা মুৰী, আখৈ, সান্দহ, মাংসাহাৰী সকলে হাঁহ, কুকুৰা, ছাগলি, পাৰ আদিৰ মাংস খাদ্য হিচাবে গ্ৰহণ কৰে। দুই এক লোকে গৰুৱা মাছ, শাল, নেৰীয়া আদিৰ মাছ আৰু কাছ মাংস নাখায়। ইয়াৰ মাজৰে দুই এক জাতিৰ লোকে আকৌ গৰু, গাহৰীৰ মাংসও খায়। বাগিচাৰ কিছুলোকে বামুণ-ভেকুলা, মুছা (ডালশলিয়া) শিয়াল, নেওল, কাউৰী বগলি আদিৰ মাংসও খায়। কিছুলোকে ঘঙী (পানী শামুক)ৰ মাংসও খায়। শাক পাচলিৰ ভিতৰত লাই,লফা,পালেং শাককে অসমত উৎপাদিত লাউ, বেঙেনা, জিকা, ভেণ্ডি আদি কৰি সকলোবোৰ শাক পাচলি খায়। ফলমূলৰ ভিতৰতো আম, কঁঠাল কল নাৰিকলকে আদি কৰি অসমত উৎপাদিত প্ৰায় সকলোবোৰ ফলমূল খোৱা দেখা যায়। মূঠৰ ওপৰত বৰ্ত্তমান সকলোবোৰ খাদ্য বস্তুৱেই এওঁলোকৰো খাদ্য হিচাবে পৰিগণিত হৈছে। বাগিচাৰ মানুহবিলাকৰ আৰু এবিধ অতিকে প্ৰিয় খাদ্য হৈছে 'ছাতু'(কাঠ ফুলা)। এই ছাতু তেওঁলোকে বেছ জুতি লগাকৈ ৰান্ধি খাব জানে। অৱশ্যে প্ৰকৃত ছাতু চিনি নোপোৱাৰ দোষত কিছু লোকে বিষাক্ত জাতীয় কাঠ ফুলা খাই মৃত্যু মুখত পৰাৰ কথাও শুনিবলৈ পোৱা যায়। সাধাৰণতে আহাৰ শাওন মাহত গজা ছাতুহে খাবৰ উপযোগী বুলি বিবেচনা কৰা হয়।

**দৈনন্দিন জীৱন ঃ** ৰাতি পুৱাৰ লগে লগে সূৰ্য উদয় হোৱাটো যেনেদৰে নিত্য নৈমিতিক ঘটনা তেনেদৰে চাহ সমাজৰ মাজতো প্ৰতি পুৱা চাহ সমাজে কিছু নিত্য নৈমিতিক কৰ্মকৰিব লগা হয়। ৰাতিপুৱা শুৱা পাটি এৰিয়েই সৰ্বপ্ৰথমে হাঁহ, কুকুৰা, গৰু-ছাগলি আদি মুকলি কৰি দি গডাল, গোহালি-ঘৰ আদি চাফা কৰা নিয়ম। তাৰ পিচত পাক ঘৰৰ বাদে বাকী ঘৰৰ আটাই বিলাক কোঠা সাৰি মেলি লোৱা হয়। তাৰ পিচত গোবৰ পানীৰে চোতালত 'ছেৰা' দিয়া নিয়ম। গোৱৰ পানীত ঘূলি ছটিয়াই দিয়াটোকে ছেৰা দিয়া বুলি কয়। ছেৰা দিয়াৰ পিচত চোতাল সৰা হয়। সৰা-মেলা কৰাৰ পিচত বাটি-বাচন ধূই নৈৰ ঘাটলৈ গৈ শৌচ-প্ৰসাৰ কৰি গা-পা ধূই আহি পাকঘৰ সাৰি-পূচি চৌকা মচি ৰন্ধা কামত লাগে। উল্লেখ্য যে, বাহি গা নোধোৱাকৈ তিৰোতা মানুহে পাক ঘৰ সোমাব নাপায়। এই নিয়ম কিন্তু পুৰুষ





সকলৰ বাবে প্ৰযোয্য নহয়। গা ধূই অহাৰ পিচত গোহালি ঘৰ,তুলসী তলত গোবৰ মাটিৰে লিপি মাড়ল, ছিতা আদি দি তুলসী গছত পানী ঢালে। এই কাৰ্য অৱশ্যে সকলো তিৰোতাক কৰা দেখা নাযায়। প্ৰদেশৰ ভিন্নতাৰ বাবেও এনে হ'ব পাৰে। দেখা যায় পুৱা শোৱা পাটী এৰাৰ পিচৰ পৰাই তিৰোতা গৰাকীয়েই ঘৰৰ সকলো যাৱতীয় কাম কৰিব লগা হয়। মুঠতে পুৱা শুই উঠাৰ পৰা ৰাতি শোৱালৈকে তিৰোতা সকলৰ কামৰ অন্ত নাই। পুৰুষসকলে কেৱল বাগিচাৰ কাম আৰু হাল-কোৰ বোৱা, ঢেঁকী দিয়া, খৰি ফলা আদি কঠিন কামবিলাক কৰাৰ বিপৰীতে তিৰোতাসকলে ঘৰৰ সকলো কামেই কৰিব লগীয়া হয়।

**সমাজত নাৰীৰ ভূমিকা**

**পৰিয়ালত ঃ** চাহ সমাজৰ পৰিয়ালত পুৰুষতকৈ নাৰীৰ স্থান গৌণ। নাৰীক পুৰুষৰ সহযোগী হিচাবে গণ্য কৰা হয়। প্ৰধানতঃ পুৰুষৰ কথামতেই সংসাৰ চলে যদিও জটীল বিষয়ত নাৰী গৰাকীৰ লগতো পৰামৰ্শ কৰা হয় ।নাৰীৰ স্থান গৌণ হ'লেও সংসাৰ চলোৱাৰ ক্ষেত্ৰত 'তিৰীৰ হে ঘৰ' বুলি কোৱা হয়। সেই ফালৰ পৰা চাবলৈ গ'লে ঘৰৰ সকলো তদাৰকৰ ভাৰ নাৰীগৰাকীৰ ওপৰতেই পৰে।

**সমাজত ঃ** সামাজিক অনুষ্ঠান সমূহতো নাৰীৰ স্থান গৌণ। অৱশ্যে নাৰী কেন্দ্ৰীক কাৰ্য সমূহ নাৰীৰ মতেই চলে। সাধাৰণতে ছোৱালীৰ সৰু বৰ দুয়োটা বিয়াতে নাৰীসকলেই মূখ্য স্থান লয়। ইয়াত পুৰুষৰ বিশেষ স্থান নাথাকে।

**উৎসৱ-পাৰ্বণ, ধৰ্মীয় অনুষ্ঠানত ঃ** উৎসৱ পাৰ্ব্বণ সমূহতো পুৰুষৰ প্ৰাধান্য বেছি। তিৰোতা সকল সহযোগী হিচাবে কাৰ্য কৰে। ধৰ্মীয় অনুষ্ঠান বিলাকতো নাৰীৰ স্থান পুৰুষৰ পিচত। অৱশ্যে নাৰী কেন্দ্ৰীক পূজা সমূহ যেনে-লক্ষ্মী পূজা, তুলসীপূজা, উষাব্ৰত আদি নাৰীৰ মতেই সমাধা কৰা হয়। গতিকে, সেই ফালৰ পৰা চাবলৈ গ'লে চাহ সমাজত নাৰীৰ স্থান গৌণ হ'লেও নাৰীক সম্পূৰ্ণৰূপে উপেক্ষা কৰিব পৰা বিধৰ নহয়। নাৰীক মূখ্য স্থান নিদিলেও নাৰীৰ উপস্থিতিৰ আৱশ্যকতা অনুভৱ কৰা যায়।

**ধৰ্ম, লোক বিশ্বাস আৰু পৰম্পৰা ঃ** ধৰ্মৰ প্ৰতি বিশেষ ধাৰণা নথকা এই সকল লোকে পূৰ্ব পুৰুষৰ পৰম্পৰা অনুযায়ী নিজ নিজ ধৰ্ম আচৰণ কৰি আহিছে। বিশেষ ভাৱে বিভিন্ন পূজা পাতলত বিশ্বাসী এইসকল লোকে হিন্দু ধৰ্মৰ ৰীতি-নীতিৰে ধৰ্ম আচৰণ কৰে। শিক্ষা-দীক্ষা নথকা বাবে ধৰ্মৰ পৰিভাষা বুজি নাপায়। সেই কাৰণে তেওঁলোকৰ মাজত ধৰ্মৰ কোনো গোড়ামি নাই। পূজা-পাতল কৰি উৎসৱ-পাৰ্ব্বণ সমূহ পালন কৰিব লাগে, পেটৰ জালাত বেচিকৈ পীড়িত হোৱা বাবে ধৰ্মৰ আঁতি গুৰি বিচাৰিবলৈ তেওঁলোকে আহৰি নাপায়। কৰলৈ গ'লে ধৰ্মৰ

বিষয়ে বিশেষ ধাৰণা নথকা কাৰণেই এই সকল লোক ইমান দিনে শান্তিৰে একেলগে বসবাস কৰিব পাৰিছে। যি দিনাই ধৰ্মৰ বিষয়ে ধাৰণা কৰিব পাৰিব সেই দিনাই ধুমুহা বলিব। এতিয়ালৈকে কৰ্মই তেওঁলোকৰ মানত ধৰ্ম হৈ আছে। 'বিশ্বাস' হৈছে 'ধৰ্ম'ৰ চালিকাশক্তি। বিশ্বাস অবিহনে কোনো ধৰ্ম বৰ্ত্তি থাকিব নোৱাৰে। এনে বিশ্বাস যেতিয়া বহু দিন ধৰি পুৰুষানুক্ৰমে বা বংশাণুক্ৰমে চলি থাকে তেতিয়া সিয়েই পৰম্পৰা ৰূপ পায়। চাহ জনজাতিৰ লোক সকলে পূৰ্বপুৰুষৰ পৰম্পৰাকে বুকুত সাৱটি সেই মতে ধৰ্মৰ আচাৰ অনুষ্ঠান সমূহ পালন কৰি আহিছে। ইতিবাচক ফল দিয়াবোৰক বিশ্বাস বোলাৰ বিপৰীতে নেতিবাচক ফল দিয়াবোৰক অন্ধ বিশ্বাস বোলা হয়। এই বিশ্বাসৰ দ্বাৰা বান্ধ খাই পৰম্পৰা অনুসৰি এওঁলোকে সাপ, গছ ভূমি, চন্দ্ৰ, সূৰ্য, আদি দেৱতাৰ পূজা কৰে। গছৰ ভিতৰত বৰ গছ, আহঁত, তুলসী, বেল আদি গছক পূজা কৰি মন চিত্ত শুদ্ধ হোৱা যেন অনুমান কৰে। মনসা পূজাৰ যোগেদি সৰ্প পূজা কৰে। বহুবোৰ পূজাত বলি বিধান আদিও কৰা হয়। পৰম্পৰা অনুসৰি চাহ সমাজৰ লোকে ৰাতি বা সাঁজ লাগিলে কিছুমান বস্তুৰ নাম নলয়। সেইবিলাকৰ ভিতৰত বেজী,সেন্দুৰ,হালধি ইত্যাদি। অগত্যা নাম লব লগা হ'লে সেন্দুৰক ফুল,বুলি কৈ বিচাৰে। একেদৰে ৰাতি হ'লে সাপক দীঘল, হাতীক বাবা, বুলি কয়। তিৰোতা মানুহে নিজৰ গিৰীয়েকৰ নাম কাঢ়িব নাপায়। সেইদৰে মামা শহুৰ,দাদা শহুৰৰো নাম লব নাপায়। ৰাতি ডুলিৰ পৰা ধান উলিওৱা,ৰাতি তিতা খোৱা,ৰাতি পইচা ধাৰলৈ দিয়া, সন্ধ্যা লাগিলে ঘৰ চোতাল সাৰা, তিৰোতা মানুহে চুলি আঁচুৰা, ৰাতি চৌকাৰ পৰা জুই-ছাঁই বাহিৰ কৰা নিষেধ। গো-বধ, তিৰী বধ মহা পাপ হিচাবে গণ্য কৰা হয়। কিবা দুৰ্বিপাকত গো-বধ হ'লে প্ৰায় এমাহ কাল ডিঙিত ৰছী লগাই গৰুৰ দৰে হেম্বেলিয়াই পাপৰ প্ৰায়চিত্ত কৰিব লগা হয়। এমাহৰ পিচত পৰাচিত হৈহে পুনৰ সমাজৰ সংগ লব পাৰে। গৰুৰ গোহালি কোৰেৰে বা ঝাৰুৰে চফা কৰা নিষেধ। গৰুৰ গোবৰ আদি হাতেৰে পেলোৱা নিয়ম। সেইদৰে তিৰোতা মানুহে মতা মানুহৰ ছাঁ গছকিব নাপায়। পিন্ধা শাৰী চাদৰ আদিৰ আঁচল মতা মানুহৰ গাত লাগিব নাপায়। কেনেবাকৈ অকস্মাৎ লাগিলেও মাটিত চোচৰাই জাৰি পেলাব লাগে। মেলানি আদিও দেই যাব নাপায়। মৃতকৰ ঘৰ বা কেচুৱা জন্ম হোৱা মানুহৰ ঘৰলৈ গ'লে বাহিৰে বাহিৰে আহি কানি কাপোৰ তিয়াই গা ধোৱা নিয়ম। জন বিশ্বাস মতে জেঠীয়ে টিক টিক কৰিলে কোৱা কথাৰ সত্যতা প্ৰতিপন্ন হোৱা বুলি ভাবে। দিনত শিয়ালে হুৱা দিয়া,মাজ ৰাতি কুকুৰাই ডাক দিয়া, কুকুৰ, মেকুৰী চোতালত আঁচোৰা, বা গাঁত খন্দা অমঙ্গল সূচক বুলি ভবা হয়। যাত্ৰাৰ সময়ত কলা মেকুৰী সন্মূখেদি পাৰ হৈ যোৱা অমঙ্গল বুলি ধাৰণা কৰা হয়। ঘৰৰ





মুধচত হুদু,শগুণ আদি পৰা,মানুহৰ গাত শগুণ,কাউৰীয়ে হগা কাৰ্যই অশুভ সূচায়। ঘৰৰ ভিতৰলৈ ফেঁচা সোমাই যোৱা, নিউ নিউকৈ মাতা, কুকুৰ, মেকুৰীয়ে কন্দা আদি অশুভ কাৰক বুলি ভবা হয়। হাতৰ পৰা বাটি-বাচন পৰিলে, ঘৰৰ ওচৰত কাউৰীয়ে ৰমলীয়ালে, ফেঁচাই সুললিত মাতেৰে কুৰুলিয়ালে, মঙ্গল হয় বুলি কয়। সেইদৰে কাউৰীয়ে কৰ্কশমাতেৰে দীঘলীয়াকৈ আৰাও দিয়া অমঙ্গলজনক। যাত্ৰাৰ সময়ত আগেদি নেউল পাৰ হৈ গ'লে শত্ৰু নাশ হয় বুলি কয়।

এনেবিলাক বিশ্বাসৰ উপৰিও আৰু বহু বিশ্বাস পৰম্পৰাৰে বান্ধ খাই আছে এওঁলোকৰ জীৱন। বিশ্বাস কৰা যায় যে, কেচুৱাই বৰকৈ কান্দিলে হাতত অলপ সৰিয়হ লৈ কেঁচুৱাৰ মূৰৰ পৰা ভৰিলৈকে তিনি বাৰ জাৰি জুইত পেলাই দিলে কেচুৱাৰ মুখ লগা দোষ নাইকিয়া হয়। একেদৰে কেঁচুৱাক মুখ নালাগিবৰ বাবে কপালৰ সোঁফালে কলা ফোঁট দিলে মানুহৰ মুখ নালাগে। মুখ লগা কাৰণে বদহজম হ'লে নিমখ জাৰি সেই নিমখ পানীত গুলি খালে আৰু জুইত পুৰিলে মুখ লগা কাৰণে হোৱা বদ হজম দূৰ হয়। কোনো অপদেৱতাৰ কোপদৃষ্টিৰ বাবে জৰ বমি, পেটচলা আদি বেমাৰ হ'লে বেজৰ হতুৱাই জৰালে অথবা তাবিজ পিন্ধিলে ৰোগ নিৰাময় হয়। এনেবোৰ বিশ্বাসৰ বাবেই বহুতো অপদেৱতাৰ পূজা-পাতলো তেওঁলোকে কৰে। ইয়াৰ বাদেও আই সকল দেখা দিলে আই সকলৰ নাম অনুসৰি বৰ আই দেখা দিলে ৭দিন মাজু আই হ'লে ৫ দিন আৰু সৰু আই দেখা দিলে ৩ দিনলৈকে ঘৰত মাছ-মাংস তেল-হালধি খোৱা নিষেধ। তদুপৰি সেই কেইদিন সদায় ঘৰ সাৰি পুচি ধূপ-ধূনা জলাই পৱিত্ৰ ভাৱত থকা নিয়ম। আই সকল দেখা দিয়া ঘৰত যি মতে হয় সেই মতে ৭, ৫ বা ৩ দিনত আই সকল দেখা দিয়া ব্যক্তি জনক নিমপাতসহ হালধি পিহি তেল হালধিৰে গা-পা ধুৱাই বাটৰ তিনি আলি বা চাৰি আলিৰ এচুকত এডোখৰ ঠাই গোবৰ পানীৰে মচি তাত ধূপ-ধূনা জলাই সেৱা সৎকাৰ কৰি আই সকলক বিদায় দিয়া হয়। ইয়াকে চাহ সমাজে 'নিমছা দিয়া' বা 'মেলানি দিয়া' বুলি কয়। ঠিক সেইদৰে ভূত- প্ৰেতৰ পৰা ৰক্ষা পাবলৈ ঘৰৰ দৰ্জা মুখত ফটা জালৰ টুকুৰা, দুৱাৰ মুখত ভগা-চিগা ঝাৰু, নেঙটা (নাল নোহোৱা) কটাৰী, পুৰ-খুণ্টা (আধাপুৰা খৰি) ৰখা কথা আগতে অনুকিয়াই অহা হৈছে। পোঁৱাতী তিৰোতাৰ কাষত, কেচুৱাৰ ওচৰত এনেধৰণৰ বস্তু ৰখা নিয়ম। খাবৰ সময়ত চৰ্চৰণি খালে শত্ৰু পক্ষই কুৎসা ৰটনা কৰা বুলি ভাবে। এই বিলাকৰ যে, কিবা ভিত্তি আছে ভাবিলে টান হ'লেও কাকো বুজাব নোৱাৰি। এইবিলাকৰ বাদেও আৰু এনে কিছুমান অন্ধবিশ্বাস আছে যিবোৰৰ পৰা মানুহবিলাক ভয়ানক ধৰণে পীড়িত হৈ আহিছে যদিও বিৰত কৰিব পৰা হোৱা নাই। তেওঁলোকৰ মতে আজিৰ দিনতো মানুহ ডাইনী

হৈ কাৰোবাৰ তেজ শুহিব পাৰে। এনে অন্ধবিশ্বাসৰ বাবে ওচৰৰ কোনোবা লোকৰ মৃত্যু হ'লে কাজিয়া লাগি থোৱা মানুহ ঘৰে তেনে কৰিলে বুলি ধৰি লৈ সেই পৰিয়ালৰ কোনোবা জনক অথবা পৰিয়ালৰ আটাইবোৰ সদস্যক হত্যা কৰি পোটক তোলে। ফলত অনাহকত বহু পৰিয়াল এনেকৈয়ে ধ্বংস হৈ গৈছে. ২০০৬ চনত বিশ্বনাথ চাৰিআলিৰ সাকোমটা বাগিচাত একে পৰিয়ালৰ ৫ জন সদস্যক এই ডাইনী সন্দেহতে হত্যা কৰা হৈছিল। এই বছৰো (২০০৮চনত) বিশ্বনাথ মহকুমাৰ বনগাৱঁত একে পৰিয়ালৰ ৪জন সদস্যক হত্যা কৰি মাটিত পুতি থোৱা হৈছিল। দেখা যায় বাগিচা অঞ্চলৰ অশিক্ষিত লোক সকল এই আপদীয়া ব্যাধিত বেছিকৈ পীড়িত হৈছে। শিক্ষাহীনতাই যে এই সকলো অথন্তৰৰ,মূল সেই কথা বেলেগে বুজাই কব নালাগে। কোনো লোকে চেৰ্দুৱা নামৰ বিৰাব যোগেদি ধন-সম্পত্তি চুৰ কৰে বুলিও বিশ্বাস কৰে। একেদৰে বজাৰৰ জীৱ-জন্তু গৰু, গাই আদি কিনি আনিলে ঘৰ আহি পোৱাৰ লগে লগে আগৰ পৰা যতনাই থোৱা হালধি পানীৰে শিং,খুৰা আদি ধুই তালু আৰু শিঙত তেল-হালধি সনা নিয়ম। মন্দিৰ, নামঘৰ আদিৰ সন্মূখেদি পাৰ হৈ যাব লগা হ'লে মূৰ দোঁৱাই যোৱা নিয়ম। একে দৰে হাঁহ, কুকৰা, পাৰ আদি কিনি আনিলেও ডেউকাৰ পাখি আৰু নেজৰ আগ কাটি নাকৰ আগত দি গড়ালৰ মুখত পুতি ৰখা নিয়ম। এনে কৰিলে হাঁহ, কুকুৰা, পাৰ আদি সহজে পোহ মানে বুলি কয়। সেইদৰে মানুহ,গৰু অথবা ছাগলি আদিৰ পাচ শাল ছাঁ পৰা ঠাইত পুতি ৰখা নিয়ম। এইবিলাকৰ বাদেও বিভিন্ন ক্ৰিয়া কৰ্মত বহু ধৰণৰ জনবিশ্বাস প্ৰচলিত হৈ আহিছে। উদাহৰণ স্বৰূপে জোনাকত বাঁহ কাটিলে বাঁহত ঘূণে ধৰে বুলি জনবিশ্বাস প্ৰচলিত হৈ আহিছে। একেদৰে মঙ্গল আৰু শনিবাৰে বাঁহ কাটিব নাপায় বুলি কয়। অৱশ্যে ইয়াৰ কাৰণ জনা নাযায়। নিজৰ জন্ম বাৰত নখ, দাড়ি, চুলি কাটিব নাপায়। কিছুমানে শনি,মঙ্গল আৰু বৃহস্পতিবাৰতো নাকাটে। সেইদৰে ঘৰৰ খুটা আদি পোতা ঘৰ লোৱা আদি কাৰ্য দিন বাৰ চাইহে কৰে। হাল জোৰা,ধান ৰোৱা,ধান কটা, লক্ষী অনা আদি কাৰ্য যেই কোনো দিনা নকৰি দিনবাৰ আদি চাইহে কৰা হয়। সেইদৰে লোহাৰ বস্তু চুৰি কৰিলে মানুহ গৰীৱ হোৱা, গাখীৰ চুৰ কৰিলে হাত,মুখ,গাত বগা দাগ পৰা,কণী চুৰ কৰিলে শৰীৰত টেমুনা বন্ধা আদি ৰোগ হয় বুলি বিশ্বাস কৰা হয়। শৰীৰত খদনা লবৰ সময়ত সৰু ল'ৰা-ছোৱালীৰ কান ফুটাবৰ সময়ত.মুখ লাগিলে ঘা নুশুকায় বুলি কয়। তেনে হ'লে তেল জাৰি লগালে ঘা শুকাই আহে। শৰীৰৰ কোনো ঠাইৰ ঘা নুশুকালে সেই ঠাইত চুলি বান্ধি থলে সহজে মানুহৰ মুখ নালাগে।তদুপৰি ৰাতি আৰু শনিবাৰে নিজেও নতুন কানি-কাপোৰ পিন্ধিব নাপায় আৰু সৰু ল'ৰা-ছোৱালীকো পিন্ধাব নাপায়। দেৱ-দেৱীৰ





মূৰ্ত্তি আনোতে সৰু ল'ৰা-ছোৱালীক আগফালে যাবলৈ দিব নাপায়। বিশেষভাৱে দেৱী মূৰ্ত্তি আগ মূৱাকৈ আনিব নাপায়। দেখা যায় এনে ধৰণৰ বহুবোৰ বিশ্বাস-অন্ধ বিশ্বাস পায় আৰু নাপায়ৰ কটকটিয়া বান্ধোনেৰে বান্ধ খাই আছে এওঁলোকৰ জীৱন। তথাপি ইমানৰ পিচতো কিন্তু তেওঁলোকে এই বিলাক নিয়মৰ প্ৰতি বীতশ্ৰদ্ধ নহয়। বৰঞ্চ এইবিলাক পালন কৰি নিজকে সৌভাগ্যবান বুলিহে ভাবে।

**বৈবাহিক সম্পৰ্ক :** সাধাৰণতেই নিজ গোষ্ঠীয় নিজৰ খেলৰ লোকৰ মাজত বিয়া বাৰুৰ সম্পৰ্ক-স্হাপন কৰা নিয়ম। পূৰ্বতে এই নিয়ম কঠোৰভাৱে পালন কৰা হৈছিল। বৰ্ত্তমানেও সামাজিকভাৱে আগবঢ়া বিয়া স্ব-গোষ্ঠীয় লোকৰ মাজতেই সম্.পন্ন কৰা হয়। যুগৰ পৰিৱৰ্তনৰ লগে ভাগে এই প্ৰথাৰ পৰিৱৰ্তন ঘটিছে। বৰ্ত্তমান নিজ গোষ্ঠীয় নহয়, অলপ ইফাল-সিফাল হ'লেও সামাজিকভাৱে স্বীকাৰ কৰি বিয়া পাতে। প্ৰেম বিবাহত একো নিয়ম নাখাটে। এই বিবাহত ল'ৰা-ছোৱালীৰ নিজৰ পছন্দ মতে যিকোনো গোষ্ঠীৰ লগত(পাৰ্থক্য যিমানেই নাথাকক কিয় বিয়া কৰায়। পূৰ্বতে এনে বিয়াত সমাজে স্বীকৃতি নিদি পুত্ৰ-বধুক ত্যাগ কৰিছিল। বৰ্ত্তমান সমাজ সলনি হৈছে। পূৰ্বৰ দৰে কঠোৰ নীতি-নিয়ম বিলাক বহুপৰিমানে শিথিল কৰা দেখা যায়। ই সঁচাই শুভ লক্ষণ। এনে সৰল মনোভাৱে সমগ্ৰ জাতিটোকে উপকৃত কৰিব।

**বিবাহ আৰু বিবাহ পদ্ধতি ঃ** বিবাহক মানৱ জীৱনৰ আটাইতকৈ উল্লেখ যোগ্য অধ্যায় বুলি কব পৰা যায়। বিবাহৰ যোগেদি দুটি ভিন্ন শৰীৰৰ আত্মা এক হৈ পৰে। বিবাহে মানুহৰ জীৱনক পূৰ্ণতা আনি দিয়ে, জীৱন হৈ পৰে অধিক ব্যঞ্জনাময়। বিবাহ হৈছে এক সামাজিক অনুষ্ঠান,যাৰ যোগেদি এহাল যুৱক যুৱতীক সাংসাৰ পাতি যুগ্ম জীৱন আৰু কৰি পৰিয়াল বৃদ্ধি কৰিবলৈ সামাজিক ভাৱে স্বীকৃতি প্ৰদান কৰা হয়। আজি যুগ যুগ ধৰি জাতি, ধৰ্ম, বৰ্ণ, ভাষা নিৰ্বিশেষে এই নিয়ম মানি চলি আহিছে। চাহ জনজাতিৰ লোক সকলো ইয়াৰ ব্যতিক্ৰম নহয়। চাহ জনজাতি সকলৰ বিয়াৰ পদ্ধতি বৰ দীঘলীয়া। কোনো এক পৰিয়ালত ল'ৰা ছোৱালী যৌৱন প্ৰাপ্ত হোৱাৰ লগে লগে মাক-বাপেকে ল'ৰা-ছোৱলীৰ বিয়া পাতি দিবৰ বাবে উদগ্ৰীৱ হৈ পৰে। কাৰণ অইন লোকৰ দৰে পঢ়া-শুনা বা অন্য কোনো বিশেষ কামৰ বাবে তেওঁলোক অপেক্ষা কৰিব লগীয়া নহয়। গতিকে, বিয়া খনকে পাতি দি মাক-বাপেকেও চিন্তা মুক্ত হোৱা যেন অনুভৱ কৰে। চাহ সমাজৰ লোক সকলে অন্য জাতি-গোষ্ঠীৰ লোকতকৈ কিছু সোনকালে বিয়া পাতে। সেই কাৰণে ল'ৰা ডাঙৰ হোৱাৰ লগে লগে মাক-বাপেকে ছোৱালী চোৱাত লাগি যায়। উপযুক্ত ছোৱালী পালে জ্ঞাতি কুটুম্বৰ মানুহ গৈ ছোৱালীৰ মাক-বাপেকৰ লগত কথা পতে। দুয়ো ঘৰৰ

মন মিলিলে বিয়াৰ বাবে আগ বাঢে। বিয়াৰ আৰ ণী হিচাবে প্ৰথমে ল'ৰা ঘৰৰ মানুহে কইনা চাবলৈ যায়। জ্ঞাতি-কুটুম্বৰ দুই চাৰি জন লোক গৈ ছোৱালী ঘৰত এৰাতি থাকি খাই বৈ আহে। ইয়াকে 'কইনা দেখা' বোলা হয়। চাহ সমাজে এনেয়ে আলহীক যথেষ্ট আদৰ সাদৰ কৰে। তাতে দৰা ঘৰৰ লোক বুলি এই আদৰ-যত্নৰ মাত্ৰা আৰু বাঢ়ি যায়। ইয়াৰ পিচত ছোৱালী ঘৰৰ লোক একে ধৰণে গৈ ল'ৰাৰ ঘৰত গৈ থাকি খাই বৈ আহে। ইয়াকে 'বৰ দেখা' বুলি কোৱা হয়। ইয়াৰ পিচত বিয়াৰ কাম আগ বাঢ়ে।

**বিবাহৰ প্ৰকাৰ ঃ** চাহজনজাতি সকলৰ মাজত সাধাৰণতে ছয় প্ৰকাৰৰ বিবাহ পদ্ধতি প্ৰচলিত হৈ থকা দেখা যায়। সেই বিলাকৰ ভিতৰত—( ১) ফুল চাদী (তুলনি বিয়া) (২) ডাঙৰ চাদী (বৰ বিয়া) (৩) প্ৰেম বিবাহ (৪) দুছৰা চাদী (দ্বিতীয় বিবাহ) (৫) বুঢা চাদী (বুঢা বিয়া) (৬) ৰাণ্ড বিবাহ (বিধৱা বিবাহ)। (১) ফুল চাদী (তুলনি বিয়া) —চাহ জনজাতি সকলৰ মাজত অসমৰ অন্য সমাজৰ দৰে বৰ্ণাঢ্য ৰূপত তুলনি বিয়া পতা নিয়ম নাই যদিও অন্যান্য কিছু নীতি-নিয়ম পালন কৰাৰ ব্যৱস্থা আছে। কন্যা শান্তি হোৱাৰ কথা গম পোৱাৰ লগে লগেই ছোৱালী জনীক এক আঁচুতীয়া স্থানত মতা মানুহৰ দৃষ্টিৰ পৰা আঁতৰত ৰখাৰ ব্যৱস্থা কৰা হয়। এনেদৰে ৭ দিনলৈকে আঁচুতিয়াকৈ ৰাখি কেৱল ফল মূল আৰু নিৰামিষ আহাৰ খাবলৈ দিয়া হয়। কোনো ধৰণৰ উত্তেজক দ্ৰব্য খাবলৈ দিয়া নহয়। সম্‌পূৰ্ণ ৭ দিনৰ দিনা ঢল পুৱাতেই উঠি বাগিচাৰে ৫-৭ গৰাকী তিৰোতা মাতি তেল হালধি সানি গা ধোৱাই দিয়া হয়। তাৰ পিচত নতুন কানি-কাপোৰ পিন্ধি পিতৃ-মাতৃ আদি কৰি জ্যেষ্ঠ জনক সেৱা কৰা হয়। সেই দিনা ৰাতিলৈ পুৱাৰ কাৰ্যত সহযোগ কৰা তিৰোতা সকলক লাওপানী, চৰাপেৰ, মাংস, ভাত আদিৰে আপ্যায়ন কৰি বিদায় দিয়া হয়। সেই দিনাৰ পৰা ছোৱালীয়ে পূৰ্বৰ দৰে সাধাৰণ জীৱন যাপন কৰিব পাৰে। এনেকৈয়ে চাহ সমাজৰ লোকে ফুল চাদীৰ সামৰণি মাৰে। ফুল চাদীৰ পিচৰ পৰা ছোৱালীয়ে গাত চাদৰ লব লাগে।

**চাদী (বৰ বিয়া) পদ্ধতি ঃ** চাহ সমাজত বৰ বিয়াক অকল চাদী বুলি কয়। বহু জাতি-গোষ্ঠীৰ সংমিশ্ৰণৰ সমষ্টি চাহ জনজাতি সকলৰ গোষ্ঠী ভেদে দুই এটা সাধাৰণ পাৰ্থক্যৰ বাদে বিশেষ ধৰণৰ পাৰ্থক্য দেখা নাযায়। সাধাৰণতেই চাহ সমাজৰ লোক সকলৰ নিজ জাতি সম্প্ৰদায়ৰ লোকৰ লগত বিয়া বাৰু কৰা দেখা যায়। পৰাপক্ষত অন্য সম্‌প্ৰদায়ৰ ল'ৰা-ছোৱালীৰ লগত সামাজিক ভাৱে বিয়া নাপাতে। সামাজিক ভাৱে পতা বিয়াত এই নিয়ম কঠোৰ ভাৱে পালন কৰা হয়। অৱশ্যে প্ৰেম বিবাহৰ ক্ষেত্ৰত এই নিয়ম নাখাটে। পূৰ্বতে নিজ সম্‌প্ৰদায়ৰ বাদে





অন্য ছোৱালী বিয়া কৰালে দণ্ড ভৰিব লগীয়া হৈছিল। অৱশ্যে বৰ্ত্তমান এই নিয়ম শিথিল হৈছে। আজি কালি সামাজিক ভাৱে পতা বিয়া খুওব কমেই হে হোৱা দেখা যায়। প্ৰায় বিলাক বিবাহেই প্ৰেমৰ যোগেদি সম্‌পাদিত হয়। প্ৰেম বিবাহত সাধাৰণতেই ভিন্ন সম্‌প্ৰদায়ৰ মাজত সংঘটিত হোৱা দেখা যায়। সমাজে ধৰিলে নিজৰ জ্ঞাতিক ভোজ দিব লগা হয়। এই ক্ষেত্ৰত জাতত উঠাই লোৱাৰ প্ৰথাও প্ৰচলিত আছে। ভিন্ন সম্‌প্ৰদায়ৰ ছোৱালী বিয়া কৰালে পৰগঞা অৰ্থাৎ ওচৰৰ অন্য ঠাইৰ নিজ জ্ঞাতিৰ মানুহ মাতি ভোজ দি জাতত উঠাৰ জাননি দিয়া হয়। অন্যথা জ্ঞাতিৰ অন্যলোকে সেই ঘৰৰ ল'ৰালৈ ছোৱালী দিয়া অথবা সেই ঘৰৰ পৰা ছোৱালী বিয়া কৰাই নিয়াত বাধা আহি পৰে। সামাজিক বান্ধোন টান হ'লেও প্ৰেম বিবাহৰ কাৰণে এনে বহুবোৰ নিয়ম শিথিল কৰা হৈছে। অৱশ্যে এনে কৰাৰ কাৰণে বহুতো সুবিধা হৈছে। যুগ যুগ ধৰি একে লগে বসবাস কৰিলেও ভিন্ন জাতৰ হোৱা বাবে তেওঁ লোকৰ লগত উঠা বহা কৰা নহয়। কিন্তু বিবাহৰ যোগেদি মিতিৰ হৈ পৰাত তেনে বাধাই বিশেষ বাধা স্বৰূপে দেখা নিদিয়ে। গতিকে, সমাজ গঢ়াত প্ৰেম বিবাহৰ এক সদৰ্থক দিশ আছে বুলিও কব পাৰি। বিবাহ যেনেদৰেই নহওক লাগে, সামাজিকভাৱে আনুষ্ঠানিক বিয়া পাতিবই লাগিব আৰু বিয়াৰ বাবত জ্ঞাতি-কুটুম্বকে আদি কৰি ৰাইজক ভোজ খুৱাবই লাগিব। সামাজিক ভাৱে বিয়াত নবহিলে সমাজে এঘৰীয়া কৰি থয়।

পূৰ্বতে বিয়া ৫ দিনলৈকে চলিছিল। আজি কালি ২বা ৩ দিনতেই শেষ কৰা হয়। বিয়াত ২-৩ দিন জাতিক ভোজ খুউৱা নিয়ম। দৰা কইনাৰ যোৰা, বিয়াৰ দিন বাৰ সময় আদি গণকৰ হতুৱাই চোৱাই লয়। দিন বাৰ ঠিকে ৰাখি কাৰ্য কৰে যদিও সময়ৰ ক্ষেত্ৰত এওঁলোকক কিছু শিথিল হোৱা দেখা যায়। দৰাৰ যাত্ৰাৰ সময়, কন্যা বিদায় দিয়া সময় এই বিলাকত বাৰুকৈয়ে বেমেজালি দেখা যায়। সামাজিক নিয়ম বিলাকক অগ্ৰাধিকাৰ দি কাৰ্য কৰিবলৈ যাওঁতে প্ৰায়ে এই সময় মানি কাৰ্য কৰা দেখা নাযায়। গতিকে, গণকৰ হতুৱা চোওৱা কাৰ্যৰো কোনো প্ৰাসঙ্গিকতা নোহোৱা হৈ পৰে। বিয়াৰ লগন ধৰাৰ দিন ধৰি বিয়া আৰ বুলি ধৰা হয়। লগন ধৰাৰ পিচত দৰাই হাতত গুৱা( চুপাৰি), গুৱাকাতি ৰখা আৰু কইনাই আঁচলত চুৰি কটাৰি বান্ধি ৰখা নিয়ম। কইনা অকলে কলৈকো যাব নোৱাৰে। আনকি বাহিৰ ফুৰিবলৈ গ'লেও লগত ভনীয়েক অথবা বান্ধৱীক লগত লৈ যাব লাগে। লগন ধৰা দিন ধৰি পুৱা গধূলি দৰা কইনাক পুৱা গধূলি দুবাৰকৈ গা ধুউৱা নিয়ম। পূৰ্বতে বিয়াত দৰাই হালধি বোলোৱা ধূতি পিন্ধাৰ নিয়ম আছিল যদিও বৰ্ত্তমান ই উঠি গৈছে। বৰ্ত্তমান চাদা বা বগা ধূতি পিন্ধিলেও হয়। কইনাৰ ঘৰলৈ যাওঁতে দৰাৰ হাতত নাৰিকল আৰু

মুখত চুপাৰি ৰখা নিয়ম।বিয়াৰ দিনা দৰাৰ মূৰত পাগুৰি আৰু মুকুট আৰু কইনাই মূৰত মুকুট পিন্ধিব লাগে। দৰা কইনা উভয় ঘৰতে ৰভা দিয়া আৰু বেদী সজা নিয়ম।বিয়াৰ সকলো কৰ্ম বেদীৰ তলতেই কৰা হয়। চাহ সমাজৰ বাবে বেদীয়েই হৈছে বিয়াৰ মূল আধাৰ। বেদী অবিহনে চাহ সমাজৰ বিয়া হ'ব নোৱাৰে। লগন ধৰা দিনাই দৰা কইনা উভয় ঘৰতে আমডালি বন্ধা নিয়ম। দৰা ঘৰৰ লোকৰ বাবে সীমা বান্ধি মূল ঘৰৰ পৰা কিছু দূৰৈত আম্রতৰণী বান্ধি দিয়া হয়। এই আম্রতৰণী দৰাঘৰৰ কোনো লোকে পাৰ হৈ আহিব নোবাৰে। দৰা আহি আম্রতৰণীৰ তলতে থাকিব। লগৰ মানুহৰ লগতে কইনাৰ মাকে কুলাত আৰৈ চাউল, দূবৰি বন, ৭ টা গোবৰৰ লাড়ু, ধূপ-দীপ আদি লৈ দৰাক আদৰি আনিলেহে দৰা আৰু দৰা ঘৰৰ মানুহ আম্র তৰণী পাৰ হৈ আহিব পাৰে। দৰা আদৰা সময়ত আম্রতৰণীৰ তলত খুলশালীয়েকে দৰাৰ ভৰি ধুৱাই দিব লাগে। এনে কৰোতে দৰাই খুলশালীয়েকৰ হাতত পইচা গুঁজি দিয়া নিয়ম। দৰা আদৰা কাম সম্পূৰ্ণ হোৱাৰ পিচত চালা (খুলশালিয়ে)কে দৰাক দাংকোলা কৰি নি বেদীত বহুৱাই দিয়া নিয়ম। ইয়াৰ পিচত খুলশালীয়েকে দৰাৰ পিঠিত ডাঙৰকৈ ধকা এটা মাৰে ।ইয়াকে 'শলা বিধা' বুলি কোৱা হয়। বেদীত দৰা কইনা কুশ বনত বহা নিয়ম। কুশ বন অবিহনে খেৰ পাৰি বহে। বেদীৰ তলত যথা বিধি হোম আদি পূৰি বিয়াৰ কাম সম্পন্ন কৰা হয়।বেদী তলত দৰা-কইনাই কড়ি খেলা নিয়ম। বিয়াৰ কাৰ্য সম্পন্ন হোৱাৰ পিচত কইনাৰ বাপেকে কইনা দান কৰে। 'কন্যা দান' কাৰ্যক এক পূণ্যৰ কাম বুলি ভাবে। মন্ত্ৰ পাঠ আদি শেষ হোৱাৰ পিচত দৰাই আঁৰ কাপোৰৰ তলত কইনাৰ শিৰত সেন্দুৰ সানি দিয়ে। ইয়াকে 'সিন্দৰা দান' কৰা বুলি কয়। সিন্দৰা দান বিবাহ কাৰ্যৰ অন্যতম বিশেষ কাৰ্য। এই কাৰ্য অবিহনে পতি-পত্নীৰ সম্বন্ধ গঢ়ি নুঠে। বিয়াৰ সেই দিন ধৰি তিৰোতাগৰাকীয়ে গিৰিয়েক জীয়াই থকালৈকে সদায় শিৰত সেন্দুৰ লৈ থাকে। চাহ সমাজৰ মানত সেন্দুৰ সধৱা স্ত্ৰীৰ পৰিচায়ক। আৰু সেই কাৰণে সেন্দুৰক তিৰোতাৰ অন্যতম শ্ৰেষ্ঠ অলঙ্কাৰ হিচাবে গণ্য কৰা হয়। শিৰৰ সেন্দুৰ অবিহনে অন্য অলঙ্কাৰৰ কোনো মূল্য নাই। সেই কাৰণে বিধৱা তিৰোতাই কোনো ধৰণৰ অলঙ্কাৰ নিপিন্ধে। বছৰেকীয়া হৈ যোৱাৰ পিচত কোনোবাই ইচ্ছা কৰিলে হাতত এপাট খাৰু পিন্ধিব পাৰে যদিও বহুতে নিপিন্ধাকৈয়ে থাকে।সিন্দৰা দানৰ পিচতেই দৰাৰ গাৰ কাপোৰৰ লগত কইনাৰ আঁচল যুটী দিয়া হয়। তাৰ পিচত 'ফেৰত লোৱা' নিয়ম (বেদীৰ চাৰিওফালে ঘূৰা কাৰ্য)। ৭ পাক ফেৰত সম্পূৰ্ণ কৰাৰ লগে লগে বিয়াকাৰ্য সম্পূৰ্ণ হোৱা বুজায়। ইয়াৰ পিচত আৰু বিয়া ভগাৰ প্ৰশ্ন নুঠে। এই কাৰ্যৰ পাচৰ পৰাই দৰা-কন্যা দুয়ো পতি-পত্নী সম্বন্ধত বান্ধ খাই পৰে। ইয়াৰ পিচত দৰা- কইনাক





ভিতৰলৈ নি পায়স খাবলৈ দিয়া হয়। দৰাই ঠেহ ধৰি আহাৰ গ্ৰহণ নকৰিলে নানা ধৰণৰ বুজনি দি আহাৰ খুৱাবলৈ যত্ন কৰে। এনে কৰোতে দৰাক ইটো দিম সিটো দিম কৈ হৈ মনাব খোজে। এটা সময়ত দৰাই সকলো ঠেহ পেচ এৰি মুখ খোলে। তেতিয়া কইনাৰ মাকে প্ৰথম গৰাহ পায়স খুৱাই দিয়ে। তাৰ পিচত দৰাই নিজে খায়। তদনুৰূপ কাৰ্য কইনায়ো দৰাৰ ঘৰত কৰে সেই একে প্ৰক্ৰিয়াৰে কইনাকো প্ৰবোধ কৰি আৰু আহাৰ খুওৱা হয়। সকলো কাম শেষ হোৱাৰ পিচত কিছু সময় জিৰাই সতাই বিদায় পৰ্ব আৰ হয়। কইনা বিদায় দিবৰ পৰত ছোৱালী বিয়া কৰাই পৰিয়াল টোক উদ্ধাৰ কৰাৰ বাবত কইনাৰ বাপেকে দৰাক সেৱা জনায়। কইনাক বিদায় দিবৰ পৰত মাক ওলাই নাহে। বাপেকেহে বিদায় দিয়ে। যাবৰ পৰত কইনা কিছুদূৰ গৈ পুনৰ ঘূৰি চোৱা নিয়ম। একে মুখে গুচি যোৱা ভাল নহয়। কইনা থবলৈ মামা, মামী আৰু ভনীয়েক লগত যায়। পিচ দিনা পুৱাই তেওঁলোক গুচি অহা নিয়ম। কইনাৰ লগত কেৱল ভনীয়েক বা ভনীয়েক সম্বন্ধীয় ছোৱালী এজনীহে থাকিব পাৰে। তিনি দিনৰ দিনাখন তেৰোঁ গুচি আহে। বিয়াৰ পিচ দিনাই ধ ল পুৱাতে বেদীত ওলমাই থোৱা টেকেলিটো মাটিত থেকেচি ভাঙি উঠি আগতে ঠিক কৰি থোৱা সম্বন্ধীয়া মানুহৰ ঘৰলৈ কইনা গুচি যায়। এনেকৈ দুদিন থকাৰ পিচত তৃতীয় দিনা দৰাই গৈ বিচাৰি আনে। এনে প্ৰথাক বহুতে লক্ষ্মী দেৱী শ্ৰীকৃষ্ণৰ লগত মনোমালিন্য লাগি গুচি যোৱা আৰু পিচত শ্ৰীকৃষ্ণই প্ৰবোধ দি ঘৰলৈ ফিৰাই অনাৰ লগত সম্বন্ধ থকা বুলি কব খোজে। সেই দিনা কইনাৰ বাপেকে গৈ ল'ৰা-ছোৱালী উভয়কে আশীৰ্বাদ দি বুজাই বঢ়াই থৈ আহে। সেই বিশেষ দিন টোতেতে বিয়ৈ-বিয়ৈনীৰ মাজত ধুতি-শাৰী কাপোৰ আদান প্ৰদানৰ মাজত বন্ধুত্ব গঢ়া হয়। ইয়াকে 'সমন্ধি ভেট' বুলি কোৱা হয়। এই কাৰ্য নকৰিলে দুয়ো ঘৰৰ মাজত ব্যৱধান থাকি যায় আৰু তেতিয়া ভৱিষ্যতলৈ আহ যাহ কৰিবলৈ অসুবিধা হয়। দিনৰ ভাগতে সকলো কাম শেষ কৰি সেই দিনা কইনা ঘৰৰ সকলো লোক ঘৰলৈ ঘূৰি আহে। দুপৰীয়া সময়ত দৰা কইনাক সম্পূৰ্ণ দৰা কইনা সাজ পিন্ধাই নৈৰ ঘাটলৈ নিয়া হয়। নৈৰ ঘাটলৈ যাওঁতে কইনাই এখিলাকৈ আম পাত আগে আগে পাৰি যায় আৰু দৰাই হাতত থকা ধনুৰে কাঁড় মাৰি গৈ থাকে। কইনাই প্ৰত্যেক বাৰেই সেই কাঁড় দৰাৰ হাতত তুলি দি ঘটীত লৈ যোৱা গুড় পানী দৰাৰ মুখত দিয়ে। এনেকৈ ৭ বাৰ কাঁড় মাৰি নদী ঘাট পাবগৈ লাগে। এনেদৰে কাঁড় মাৰি যোৱা কাৰ্য পূৰ্বৰ সয়ম্বৰ প্ৰথাৰ লগত সম্পৰ্কিত বুলি কোৱা শুনা যায়। নদী ঘাটত প্ৰথমে ঘটি লুকুওৱা খেল খেলা হয়। দৰা কইনা উভয়ে ৫ বা ৭ বাৰ ঘটি লুকুৱাব আৰু আনজনে বিচাৰি উলিয়াব। এনেকৈ উভয়ে ৫ বা ৭বাৰ কৰাৰ পিচত এই খেল সামৰা হয়। এই খেলত দৰাৰ বন্ধু বান্ধৱে দৰাক আৰু

কইনাৰ বান্ধৱীয়ে কইনাক সহায় কৰে। ইয়াৰ পিচত কাদা (বোকা) খেল আৰ   কৰা হয়। দৰা কইনা উভয়েই ৭ টাকৈ মাটিৰ লদি প্ৰত্যেকে প্ৰত্যেকৰ গালে মাৰে! এনেকৈ 'কাদা খেলা' শেষ কৰাৰ পিচত বিয়াৰ অন্যান্য দ্ৰব্যসমূহ নৈত উটুৱাই হাঁহি তামাচা কৰি ঘৰলৈ ঘূৰি আহে। ইয়াৰ পিচত দুয়ো পতি পত্নী  হিচাবে ৰাতি যাপন কৰে। ৮ দিনৰ দিনা  দৰা কইনা একেলগে কইনাৰ ঘৰলৈ যায়।  ইয়াকে 'আঠ মঙ্গলা খোৱা' বোলা হয়। কইনা ঘৰত ওলমাই থোৱা টেকেলি ভাঙি তাত থকা পিঠা-পনা সকলোৱে ভগাই খায়। আৰু এনেকৈ এক দীঘলীয়া প্ৰক্ৰিয়াৰে বিয়াৰ সামৰণি মৰা হয়। বিয়াৰ সামৰণি মৰাৰ পিচত পৰজাতিক ভোজ দিয়া নিয়ম। আজিকালি ভোজৰ সলনি লুচি ভাজি আদি খুওৱা দেখা যায়।

পূৰ্বতে কইনাৰ মাকক কইনাক গাখীৰ খুওৱাৰ বাবদ  পাঁচ সিকি পইচা দিয়াৰ নিয়ম আছিল। ইয়াক গাখীৰৰ ধাৰ শুজা বুলি কয়। আজিকালি এনে নিয়ম উঠি গৈছে। বিয়াৰ আগতেই বেদীৰ তলত দৰাৰ ফালৰ পৰা কইনাৰ ঘৰৰ মাকক মা শাড়ী, বাপেকক বাপ ধুতি, কাকাকক কাকা ধুতি, খুড়ীয়েকক খুড়ী শাৰী, মামাকক মামাধুতি, মামীয়েকক মামী শাৰী, কইনাৰ ককা-আইতা থাকিলে অজা ধুতি, 'আঈ শাৰী, শালা-শালীক কানি-কাপোৰ দিয়াৰ নিয়ম প্ৰচলিত আছে। কইনা ঘৰৰ ফালৰ পৰাও তদনুৰূপ ধুতী, শাড়ী-কাপোৰ দিয়াৰ নিয়ম আছে। ইয়াৰ অৰ্থ এইটোৱেই যে বিয়া নামৰ উৎসৱত সকলোৱে নতুন কানি-কাপোৰ পিন্ধি আনন্দ মনেৰে বিয়াৰ কাম সমাপন কৰিব লাগে। বিশেষ উল্লেখযোগ্য যে কইনাৰ কাৰণে যোগাৰ কৰা কানি-কাপোৰকে আদি কৰি সকলো বস্তু ইষ্ট দেৱতাৰ থানত উছৰ্গা কৰাৰ পিচত হে কইনা ঘৰলৈ নিব পাৰে।

চাহ সমাজৰ বিয়াৰ এটা প্ৰধান দিশ হ'ল বিয়াত দৰা-কইনাক কূলাত ধূপ-দীপ আদিৰে আদৰা হয়। বিয়াৰ এই কূলা মাকে ধৰিব লাগে। মাক নাথাকিলে অথবা মাক সামাজিকভাৱে বিয়াত নুঠিলে কূলা ধৰিববলৈ দিয়া নহয়। সেই কাৰণে ল'ৰা-ছোৱালীৰ বিয়াৰ আগতেই তেনে মাক বাপেক থাকিলে সামাজিক ভাৱে বিয়াত উঠি লয়। এই কৰ্ম সাধাৰণতে চুপ চাপকৈ ৰাতি কৰা হয় যাতে ল'ৰা-ছোৱালী থাকিলে গম নাপায়। ল'ৰা-ছোৱালী জন্ম হোৱাৰ পিচত মাক-বাপেক বিয়া হ'ব লগা হোৱা বিয়াক 'বুঢ়া চাদী' (বুঢ়া বিয়া) বোলে। মাক নথকা বা বিয়াত নুঠা লোকৰ কূলা খুৰিয়েক বা মামীয়েকে ধৰে। চাহ সমাজৰ লোক সকলৰ আৰ্থিক অৱস্থা ভাল নোহোৱাৰ বাবে জ্ঞাতি কুটুম্বই সহায় কৰে। প্ৰচলিত নিয়ম মতে বিয়াৰ আগতে নিৰ্ধাৰিত কৰি থোৱা ধৰণে চাউল, দাইল, শাক, পাচলি আদি দি যায়। ইয়াকে 'বেভাৰ দিয়া' বুলি কয়। নিজ কুটুম্বৰ লোক সকলে কানি-কাপোৰ, হাঁহ, ছাগলি, লাওপানী





আদিও বেভাৰত আনে। বেভাৰ অনা পাচি দউড়া আদি খালি কৰি ঘূৰাই দিব নাপায় কাৰণে তাত কিছু চিৰা, মুৰি, আখৈ দিয়া নিয়ম প্ৰচলিত আছে। এনে বেভাৰ আনোতে জ্ঞাতি-কুটুম্বৰ লোকে লগত বাদ্য আদি বজাই আহে। বিয়া ঘৰত ঢোল, মাইক বেণ্ড আদি বজাই ডেকা ল'ৰাবিলাকে নৃত্যাদি কৰে। বিয়াত দৰা কইনা উভয়ৰ ঘৰতে ঢোল ,চেহনাই বাজি থকা নিয়ম। বিশেষ ভাৱে জয়ঢোল আৰু চেহনাই বজোৱা নিয়ম। ঢোল চেহনাই আৰু উৰুলিক মঙ্গল সূচক ধ্বনি হিচাবে গণ্য কৰা হয়। সেই কাৰণে বিয়াৰ আৰ  গিৰ পৰাই চেহনাই বাজি থাকে। পানী তোলাৰ পৰা আৰ কৰি দৰা-কইনাক গা ধুউৱা আদি প্ৰতিটো কামৰ সময়ত চেহনাই বজোৱাটো নিয়ম। চাহ সমাজৰ লোকসকলে ছোৱালী চাবলৈ গ'লে প্ৰথমতে ওচৰচুবুৰীয়াৰ পৰা ছোৱালী সম্বন্ধে জানি বুজি লোৱাৰ পিচতহে বন্দবস্তিৰ বাবে আগবাঢ়ে। চাহ সমাজৰ ৰীতি মতে পোন পটীয়াকৈ ছোৱালী বিচৰা কথা নকয়। এঘটি পানী বিচৰা বুলিহে কয়। ছোৱালী দিবলৈ মন থাকিলে ছোৱালী ঘৰৰ মানুহে সঁহাৰি দিয়ে। অন্যথা কিবা অন্য কথা কৈ মূল বিষয়ৰ পৰা আঁতৰি যায়। কথাৰ উমান পায় ল'ৰাৰ ঘৰৰ মানুহেও অধিক আগ নাবাঢ়ে। যদি সঁহাৰি পাব তেতিয়া হ'লে কথা আগবাঢ়ে। পূৰ্বতে বিয়া বাৰুৰ ক্ষেত্ৰত ছোৱলীৰ মতামত লোৱা নহৈছিল। মাক বাপেকে ঠিক কৰি দিয়া জনৰ লগতে বিয়া হৈছিল। আজিকালি ল'ৰা-ছোৱালী উভয়ে নিজৰ পছন্দৰ মতেহে বিয়াত বহে। ছোৱালী বন্দবস্ত কৰা দিন ধৰি বিয়া হৈ নোযোৱা পৰ্যন্ত দৰা ঘৰৰ পৰা প্ৰত্যেক পূজা-পৰ্বণতে ছোৱালীক কানি-কাপোৰ দিয়া নিয়ম। বিয়া যিমান পলম হয় সিমানেই অসুবিধা হয়। পূৰ্বতে ল'ৰাই ছোৱালীৰ ঘৰত গা খাটি দিয়া নিয়ম আছিল। এনেকৈ গা খাটি দিবলৈ যাওঁতে ছোৱালী ঘৰৰ মানুহে ল'ৰাৰ সামৰ্থ্য চাবৰ বাবে শুকান গছৰ টান টান মুঢ়া খৰি ফালিব দিয়ে। ল'ৰায়ো নিজৰ ইজ্জত বচাবৰ বাবে প্ৰাণপণে যত্ন কৰি হ'লেও সকলো কাম কৰি নিজৰ যোগ্যতাৰ পৰিচয় দিয়ে। আজিকালি তেনে নিয়ম উঠি গৈছে। অন্যান্য সমাজত তামোল পান পেলোৱা কাৰ্যক চাহ সমাজৰ লোকে 'পোৰা-গণ্ডিৰা' পেলোৱা বুলি কয়। পোৰা-গণ্ডিৰাত পিঠা পণাৰ পৰা আৰ   কৰি মাছ, শাক, পাচলি, ছোৱালীৰ বাবে শাৰী, কাপোৰ, তেল, ফণী, কাজল, সেন্দূৰ আদি কৰি সকলো বস্তু দি পঠিয়াব লাগে। বিয়াৰ দিনা জাতিৰ লোকক ভোজ খুৱাই হে কইনা ঘৰলৈ যোৱা হয়। অতীজত বিয়াৰ আগ মুহূৰ্তলৈকে ল'ৰাই ছোৱালী দেখা নাপায়। ছোৱালীয়ে কিন্তু লুকাই লুকাই ল'ৰাটোক চাই লয়। ল'ৰাই সম্পূৰ্ণ বাপেকৰ ওপৰত নিৰ্ভৰ কৰিয়েই ছোৱালী বিয়া কৰায়। বৰ্ত্তমান এই প্ৰথা উঠি গৈছে। বৰ্তমান ল'ৰা- ছোৱালী দুয়ো দুয়োকে পছন্দ কৰিলেহে বিয়া হ'ব পাৰে অন্যথা নহয়।

আগৰ দিনত গৰু গাড়ীৰে দৰা যোৱাৰ ব্যৱস্থা কৰা হৈছিল। গৰু গাড়ীত দৰা আৰু দৰাৰ লগত 'লগদিন'(দৰা ধৰা) যাব পাৰে। তাৰ বাদে বাকী সকলো লোকেই খোজ কাঢ়ি যাব লাগে। আজি কালি বাছৰ ব্যৱস্থা হলত যাতায়তৰ অসুবিধা বহু পৰিমানে হ্ৰাস পালে। গাড়ীখনত ৰং বিৰঙৰ ফুল কাটি বাঁহৰ শলাত মেৰিয়াই ফুলবোৰ চৈদিয়া গাড়ীখনৰ চাৰিওফালে খুচি দিয়া হয়। ৰং বিৰঙৰ ফুলেৰে সজোৱা গাড়ীখনৰ  পিচফালে এখন কাপোৰ বান্ধি দিয়া হয়। ৰাতি আন্ধাৰৰ বাবে গাড়ীৰ তলফালে লেম এটাও ওলোমাই নিয়া হয়। গৰুৰ ডিঙিত ডাঙৰ ঘন্টি (টিলিঙা) বান্ধি দিয়া হয়। মুৰ জোকাৰি গৰু হাল আগবাঢ়োতে ডিঙিত বান্ধি থোৱা ঘন্টি বিলাকৰ পৰা টিলিং টিলিংকৈ কৈ মধুৰ শব্দ কৰি আগবাঢ়ি গৈ থাকে। এই টিলিঙাৰ শব্দ বহু দূৰলৈকে শুনা যায়। পূৰ্বতে এনে ঘণ্টাৰ শব্দ শুনিলে বিয়া গাড়ী অহা বুলি মানুহে সহজে গম পাইছিল। চাহ সমাজৰ লোক সকলে সাধাৰণতে ফাগুন আৰু বহাগ মাহতহে বিয়া পাতে। কেতিয়াবা সুবিধা হ'লে অন্য মাহত পাতিলেও কোনো কাৰণতে পুহ আৰু জেঠ মাহত বিয়া নাপাতে। চাহ সমাজৰ লোকে জেঠ মাহক অণ্ডিৰা মাহবুলি কয়। অন্যহাতে ফাগুনৰ শেষত বিয়া হ'লে ছোৱালী মাকৰ ঘৰলৈ আঠমঙলাৰ বাবে ঘূৰাই পঠিয়াব পৰা নাযায়। চ'ত মাহ সোমাব বুলি। বিয়াত সাধাৰণতে চিঠি পত্ৰ বিলোৱা ব্যৱস্থা নাই।' গুৱা' বিলাই বিয়া মতা নিয়ম। অৱশ্যে ইয়াৰ এটা কাৰণ এইটো হ'ব পাৰে -যিহেতু প্ৰায় বিলাক শ্ৰমিকেই অশিক্ষিত তেনে স্হলত চিঠি বিলাই লাভ কি.? বৰ্ত্তমান লিখিব পঢ়িব পৰা হোৱাত চিঠি বিলোৱা দেখা যায়। বিয়াৰ গুৱা নভঙা পৰ্যন্ত বিয়া মাতিব নোৱাৰে। বিয়াৰ কিছু দিনৰ আগতে দৰা ঘৰৰ তিনি বা পাঁচ জন লোক কইনা ঘৰলৈ গৈ চুপাৰিৰ লগত হালধি আৰু আৰৈ চাউল দি দুয়ো ঘৰে মিলি একে লগে মথি 'গোৱা ভঙা' কাৰ্য সমাধা কৰে। এই গুৱা দুভাগ কৰি দুয়োঘৰে বিয়া মতাৰ দিহা কৰে। গুৱা বিলোৱা মানে হালধি বোলোৱা চাউলৰ ৪-৫ টা নিমন্ত্ৰণ কৰিব লগা মানুহৰ ঘৰত দি আহিলেই বিয়া মতা হয়। এনে দৰে বিয়া মতাৰ আৰু এটা কাৰণ হ'ব পাৰে যে,আৰ্থিক ভাৱে জুৰুলা লোক সকলে চিঠি-পত্ৰ চপাই অযথা খৰছ বঢ়াই নলৈ এনেদৰে অতি সহজতে গুৱাৰে বিয়া মাতিব পাৰে। এই ক্ষেত্ৰত ই এটা সদৰ্থক দিশবুলি কব পৰা যায়। ন-কইনাই কিছু দিনলৈ যাতে ক'তো কাৰো ওচৰত হাত পাতিব নালাগে তাৰ বাবে ডলা-কুলাৰ পৰা আৰ   কৰি ঘৰৰ সকলো যৰতীয় বস্ত লগত দি পঠিয়ায়। সৰু সুৰা খৰছৰ বাবে কিছু নগদ পইচাও দি পঠিওৱা হয়। বিয়াৰ পিচত বাপেকে ছোৱালী চাবলৈ গ'লে ছোৱালীৰ ঘৰত একো নাখায়। দৰা ঘৰৰ কোনোবা সম্‌পৰ্কীয় লোকৰ ঘৰতহে খায়। আনকি ঠাণ্ডা পানীও। তাৰ পিচত





তেনে কোনো ধৰা বন্ধা নিয়ম নাথাকে।

**বেদী ঃ** চাহ জনজাতি সকলৰ বিবাহত বেদী হৈছে অন্যতম প্ৰধান তথা অপৰিহাৰ্য  আছিলা। বেদী অবিহনে চাহ সমাজৰ বিবাহ কাৰ্য সম্‌পন্ন হব নোৱাৰে। চাৰি ফলে চাৰিটা বাঁহৰ খুটা পুতি খুটা চাৰিটা আগুৰি থকাকৈ গুৰি মাটিৰে এই বেদী সজা হয়। উল্লেখ্য যে, এই বেদী দৰা বা কইনাৰ ভিনীহি অথবা মামা সম্বন্ধীয় লোকেহে সাজিব লাগে। বেদীৰ খুটাৰ ওপৰত পথালিলিকৈ বাঁহ বান্ধি তাৰ ওপৰত আমৰ ডাল পাৰি দিয়া হয়। খুটা বিলাকত ৰং বিৰঙৰ কাগজৰ ফুল কাটি মেৰিয়াই,দেখিবলৈ ধুনীয়া কৰি তোলা হয়। বেদীত চিতা দিয়া নিয়ম প্ৰচলিত আছে। চাউলৰ গুৰিৰে ঘূল কৰি সেই ঘূলেৰে চিতা দিয়া নিয়ম। বাগিচাৰ প্ৰায়বিলাক তিৰোতাই চিতা দিব জানে যদিও দৰা কইনাৰ মামীয়েক বা খুড়ীয়েকেহে চিতা দিয়া নিয়ম। দক্ষ হাতেৰে অঙ্কন কৰা চিতাৰ দৃষ্টি নন্দন দৃশ্যই যি কোনো কলাপ্ৰেমী লোকৰে মন-প্ৰাণ হৰি নিব পাৰে। বেদীত পানীৰে পূৰ্ণ ঘট এটাৰ ওপৰত পাঁচপতীয়া আমৰ ডাল দি তাৰ ওপৰত পাঁচমুখীয়া এটা চাকি জলাই ৰখা নিয়ম। এই চাকি বিয়াৰ আৰ  ণি দিনাৰ পৰা বিয়া শেষ নোহোৱা পৰ্যন্ত জলি থকা নিয়ম। ঘটৰ তলত কিছু ধান ৰখা হয়। এই বেদীৰ তলতেই বিবাহৰ সমস্ত কৰ্ম সম্পাদন কৰা হয়। মূল বিবাহৰ পিচত দৰা-কইনাৰ উ  ্যেশ্যে 'চুমান' পৰ্বৰ আয়োজন কৰে। 'চুমান পৰ্ব' আন একো নহয়। অসমৰ অন্যান্য জাতি-গোষ্ঠীৰ লোক সকলে দৰা বা কইনাৰ উ  ্যেশ্যে অনা উপহাৰ সমূহ হাতে হাতে দি দিয়ে। চাহ সমাজত বিবাহ মণ্ডপৰ বেদীৰ তলত দৰা-কইনাক বহুৱাই লৈ এই চুমান পৰ্ব পালন কৰা হয়। ইয়াতেই যি যেনেকৈ আনিছে উপহাৰ সমূহ আগবঢাই দিয়ে। চুমান কৰোতে তিৰোতা সকলে কুলাত সজাই থোৱা ধুপ-দীপেৰে আদৰণী জনাই আৰৈ চাউল চটিয়াই মৰমেৰে চুমা খোৱাৰ উপৰিও শুভ কামনা কৰে। সাধাৰণতে দেখা যায় সামগ্ৰিক ভাৱে সমস্ত চাহ জন-গোষ্ঠীৰে বিবাহৰ নীতি নিয়ম প্ৰায় বিলাক একে হ'লেও তাৰ মাজত দুই এটা সৰুসুৰা পাৰ্থক্য নথকা নহয়। উদাহৰণস্বৰূপে  উড়িয়া সম্প্ৰদায়ৰ লোক সকলে বেদীৰ ওপৰত পিঠা-পনাৰে পূৰ্ণ টেকেলি বান্ধি ৰখাৰ বিপৰীতে ভূঞা আদি কৰি কিছু লোকে বেদীৰ মাজত বাঁহ গছৰ আগ নতুবা গছৰ ডাল পুতি ৰাখে। কিছু লোকে আকৌ ওভোটাকৈ নাঙল পুতি ৰখাৰ নিয়ম। যি কি নহওক সৰুসুৰা দুই-এটা এনে ধৰণৰ পাৰ্থক্য বাদ দিলে সমগ্ৰ চাহ জনজাতি সকলৰ বিবাহৰ ধৰণ কৰণ একেই বুলি কব পাৰি।

**দুছৰা চাদী ঃ** দুৰ্ঘটনাবশতঃ কিবা কাৰণত কোনোবা লোকৰ পত্নীবিয়োগ হ'লে অথবা কিবা কাৰণত এৰা এৰি হ'লে উভয়ে নিজ নিজ পছন্দ মতে দুছৰা

বিবাহ (২য় বিবাহ) পাতিব পাৰে। ইয়াক সমাজে স্বীকৃতি দিয়ে। এই বিবাহ অন্য বিবাহৰ দৰে ধূম-ধামেৰে পতা নহয়। নাম মাত্র নিয়ম কৰি জ্ঞাতি-কুটুম্বক ভোজ-ভাত খুৱালেই হৈ যায়।

**বিধৱা বিবাহ ঃ** চাহ সমাজত বিধৱা বিবাহ বুলি বেলেগে বিবাহৰ ব্যৱস্থা নাই যদিও দুছৰা বিবাহৰ আধাৰতেই এই বিবাহ সম্পন্ন কৰা হয়। এই ক্ষেত্ৰত বিধৱা বা বৰলা সকলকো সামৰি লোৱা হয়। বুঢ়া চাদী (বৃদ্ধ বিবাহ) এই বিষয়ে আমি আগতে অনুকিয়াই আহিছো যে, সামাজিকভাৱে বিয়া নুসুমুৱা লোকৰ লগত সমাজে সঙ্গ নিদিয়ে। অন্যহাতেদি বিয়া নোহোৱা মাক-বাপেকে বিয়াত আগভাগ ল'ব নোৱাৰে। এনেবিলাক অসুবিধাৰ পৰা উদ্ধাৰ পাবৰ হেতু পৰাপক্ষত সকলোৱেই পলমকৈ হ'লেও 'অবাড়ুৱা পানী' ভাঙি সামাজিকভাৱে বিয়া সুমুৱা নিয়ম। ল'ৰা-ছোৱালীৰ বিয়াৰ অ.গমুহূর্তত হ'লেও এই বিবাহ কাৰ্য কৰি ল'ব লাগিব। উল্লেখ্য যে, স্ব-গোষ্ঠীয় ৫-৭ গৰাকী তিৰোতা মানুহে একে লগে নৈৰ ঘাটলৈ বা পানী কলৰ পৰা পানী তুলি আনি ধল পুৰাতেই ল'ৰা বা ছোৱালীৰ মূৰৰ ওপৰত পানী ঢালি 'অবাড়ুৱা' পানী ভাঙি স্নান কৰোৱায়। এনে ধৰণৰ অবাড়ুৱা পানী নভঙা লোকক অশুচি তথা অশুদ্ধ গণ্য কৰা হয়। সেই কাৰণেই এই স্নানৰ গুৰুত্ব ইমান বেছি।

**বিবাহত সম্পত্তিৰ সম্পৰ্কঃ** দেখা যায় চাহ জনজাতি সকলৰ বিবাহৰ ক্ষেত্ৰত ধন-সম্পত্তিৰ কথাই বৰ এটা গুৰুত্ব নাপায়। বিয়াত যি যেনেকৈ পাৰে নিজ সাধ্যানুসাৰে নিজৰ ছোৱালীৰ লগত দিবলৈ যত্ন কৰে। নোৱাৰাজনেও যৎ সামান্য বস্তুৰে ছোৱালী বিয়া দিয়ে। বিয়াত কি দিছে সেইটো লক্ষণীয় বিষয় নহয়। বিয়াত দৰা ঘৰীয়া লোকসকলক কেনে ধৰণে আলপৈচান ধৰিছে সেইটোহে মুখ্য বিষয়। তথাপি কইনা ঘৰত ধেমালিৰ ছলেৰে দৰা ঘৰৰ ফালৰ পৰা নিম্ন মানৰ শাৰী-কাপোৰ গহনা-গাঁঠি দিলে কিছু সমালোচনা কৰা দেখা যায়। সেই কথাও বাগিচাৰ মানুহৰ মুখেদিহে প্ৰকাশ পায়। এই ক্ষেত্ৰত ছোৱালী ঘৰৰ লোকে অথবা ওচৰ সম্বন্ধীয়াই একো নকয়। একে দৰে কইনা ঘৰৰ ফালৰ পৰাও কি দিছে নিদিছে সেই বিষয়ে বিশেষ চিন্তা চৰ্চা কৰা নহয়। চাহ সমাজৰ ই এটা ভাল দিশ বুলি কব পাৰি। অন্য হাতেদি বিয়াৰ পিচত দৰা ঘৰৰ সকলো সম্পত্তিৰ ওপৰত পুতেকৰ দৰে বোৱাৰী গৰাকীৰো সম্পূৰ্ণ কতৃত্ব থাকে। বিয়াৰ পিচত বোৱাৰী গৰাকী সম্পৰ্ণ ৰূপে দৰা ঘৰৰ মানুহ হৈ পৰে। বিয়া মণ্ডপতে বাপেকে কুশ চিঙি সম্পৰ্ক ছেদ কৰিম্পূৰ্ণকৈ দৰাক গতাই দিয়াৰ পিচত ছোৱালীৰ ওপৰত জন্ম দাতা পিতৃ-মাতৃৰ কতৃত্বও নাইকিয়া হৈ যায়। বিয়াৰ পিচৰ পৰা কইনা সম্পূৰ্ণ ৰূপে দৰাৰ ঘৰৰ নীতি-নিয়ম মানি দৰা ঘৰৰ মতেই চলিব লগা হয়। অৱশ্যে কইনা গৰাকীৰ নিজস্ব একো নাথাকে এনে





কথা নহয়।

**লোকাচাৰ ঃ** প্ৰত্যেক জনগোষ্ঠীয়েই নিজ নিজ একো একোটা নীতি নিয়মৰ মাজেদি পৰিচালিত হয়। সামাজিক ধৰা-বন্ধা নীতি- নিয়মৰ উপৰিও ব্যক্তিগত তথা ঘৰুৱা জীৱনতো কিছুমান পৰিয়াল কেন্দ্ৰিক নীতি-নিয়ম মানি চলিব লগা হয়। চাহবাগিচাৰ অন্যান্য জনগোষ্ঠীৰ লোকসকলেও দৈনন্দিন তথা সামাজিক জীৱনত কিছুমান নীতি-নিয়ম মানিহে কোনো কামত আগবাঢ়িব পাৰে। এইবিলাকৰ ভিতৰত ব্যক্তিগত খোৱা বোৱা (পৰিয়ালৰ মাজত) ৰাজহুৱা ভোজৰ উপৰি মাছ-মাংসৰ ব্যৱহাৰ, ছাৰাপ, লাওপানীৰ ব্যৱহাৰ ইত্যাদি।

**পৰিয়ালকেন্দ্ৰিক খোৱা-বোৱাৰ নীতি-নিয়ম ঃ** ঘৰতেই হওক বা ৰাজহুৱা স্থানতেই হওক ভাত আঞ্জা ৰান্ধি হ'লে,কিছু সময় বিৰতি লোৱাৰ পিছতহে খাব পাৰি। ভাত নমোৱাৰ লগে লগে বাঢ়ি খাব নাপায়। ভাত বাঢ়োতেও ঘৰৰ মূৰব্বীজনৰ কাৰণে প্ৰথমে বঢ়া হয়। খাবৰ সময়তো ঘৰৰ মূৰব্বী জনে অন্ন প্ৰথমে মুখলৈ নিয়ে তাৰ পিচত হে অন্য সকলে খায়। খোৱাৰ অন্তত সন্তোষ মনেৰে খোৱা থালখনক সেৱা জনাই খোৱা পাতৰ পৰা উঠা নিয়ম। কেতিয়াও গৰম ভাত ফুৰাই খাব নাপায়। অৱশ্যে যদি কোনোবা আত্মীয় স্বজনৰ মৃত্যু হোৱা খবৰ পায় তেতিয়া হ'লে খোৱা আধাতে ত্যাগ কৰে। সেইকাৰণে খাই থকা বুলি গম পালে কোনো লোকেই মৃত্যুৰ বাতৰি নিদিয়ে। খোৱা শেষ হোৱা পৰ্যন্ত অপেক্ষা কৰে। কিবা কাৰণত খোৱা পাতৰ পৰা উঠিব লগা হ'লে পুনৰ বহি আহাৰ গ্ৰহণ নকৰে। সেইকাৰণে কয়, 'খাবলৈ বহিছে বুলি গম পালে ৰজাৰ চিপাহীও থমকি ৰয়'। গতিকে, দেখা যায় অন্ন গ্ৰহণক চাহ জনজাতিৰ লোকসকলে যথেষ্ট মৰ্যদা দিয়ে।

আগৰ দিনত গিৰিয়েকে আহাৰ গ্ৰহণ কৰাৰ পিচতহে ঘৈণীয়েকে আহাৰ গ্ৰহণ কৰাৰ নিয়ম প্ৰচলিত আছিল। বৰ্তমান সময় আৰু সুবিধাৰ প্ৰতি লক্ষ্য ৰাখি এনে ব্যৱস্থাৰ শিথিল কৰা হৈছে। চাহ সমাজৰ ৰীতি মতে মতা মানুহে চুৱা বুটলিব নাপায়। সেই কাৰণে খায়েই মতা মানুহবিলাক ভাতৰ পাতৰ পৰা উঠি যায়। পিচত মানুহগৰাকীয়ে খোৱা বাচন-বৰ্তন উঠাই চুৱা বুটলি ঠাইডোখৰ চাফা কৰে। খোৱাৰ পিচত ঠাই ডোখৰ গোবৰ মাটিৰে মুচা নিয়ম। ইয়াকে চাহ বাগানীয়া ভাষাৰে 'নেগুৰা মৰা' বুলি কয়। ভাত বঢ়াৰ আগেযে ঠাই ডোখৰ সাৰি পুচি পানী ছটিওৱা নিয়ম।বহাৰ আগতে ভাত দি থৈ যোৱা নিয়ম বেয়া। একেদৰে খোৱাৰ পিচতো ঠাইডোখৰত পানী ছটিয়াই গোবৰ পানীৰে মচি পেলোৱা হয়। খোৱা থালৰ এচুকত হ'লেও কিছু আহাৰ এৰাৰ নিয়ম প্ৰচলিত আছে। এই এৰেহা আহাৰ অন্যান্য প্ৰাণীবিলাকৰ কাৰণে এৰা হয় বুলি কয়। খোৱা পাতত বহি কাজিয়া-পেচাল কৰা নিষেধ। এনে

কৰিলে খোৱা আহাৰ গাত নালাগে বুলি কয়। তেনেকৈ আধা খোৱাকৈ উঠি যাবও নাপায়। অন্ন দানক চাহ সমাজে মহান দান জ্ঞান কৰে। সেই কাৰণে নিজলৈ নহ'লেও পাৰ্যমানে দুখী দৰিদ্ৰক অন্ন দান কৰে। খাবৰ সময়ত খং ৰাগ কৰি খোৱাও অনুচিত। যি আহাৰেই নহওক আনন্দ মনেৰে গ্ৰহণ কৰা উচিত। খোৱা পাতত বহি অন্ন ভাল বেয়া বুলি ক'ব নাপায়। ৰাতি চৰু কেৰাহী সম্পূৰ্ণ উদং কৰি খাব নাপায়। ৰাতি ১২ বজাত কোনোবা আহি ওলালেও যাতে এসাঁজ খাবলৈ পায় তাৰ বাবে কিছু আহাৰ থৈ দিয়া নিয়ম। ৰাতি কোনো কাৰণতে তিতা নাখায়। কেৱল পিতৃ-মাতৃ আত্মীয়-স্বজন মৰিলেহে ৰাতি তিতা খায়। আগ- ৰাতিৰ বাচন-বৰ্তন নোধোৱাকৈ আহাৰ ৰন্ধন কৰিব নাপায়। আগৰাতিৰ বাচন পুৱাই ফুট ছাঁইৰে মাজি ধুই পখালিহে পুনৰ ৰন্ধা নিয়ম।

**ৰাজহুৱা ভোজ ঃ** চাহ সমাজৰ ৰীতি মতে ৰাজহুৱা ভোজ সদায় ঘৰৰ বাহিৰত ৰন্ধা নিয়ম। পদুলিত 'খন্দা' কাটি (দীঘলীয়াকৈ খন্দা গাঁতক 'খন্দা' বোলে।) টিন বা ঢাৰিৰে বেৰি কুৰি লৈ ভোজ ৰন্ধা হয়। ৰাজহুৱা ভোজ গৃহস্থই ৰান্ধিব নোৱাৰে । গৃহস্থই বস্তু পাতিৰ যোগাৰ দিব আৰু ৰাইজে নিৰ্দিষ্ট কৰি দিয়া লোকেহে এই ভোজ ৰান্ধিব পাৰিব। খন্দা জলোৱাৰ আগতে খন্দাৰ ওচৰতে পূব ফালে এটি মাটিৰ চাকি জলাই আগলি কলপাতত কিছু আৰৈ চাউল,পাঁচ সিকি পইচা, তামোল-পাণ আগ কৰিহে খন্দাৰ জুই জলোৱা হয়। ৰন্ধা শেষ হ'লে ৰাইজে নিয়োজিত কৰি থোৱা ডাকুৱাই ঘৰে ঘৰে গৈ সকলোকে মাতি থৈ আহে। সকলো লোক গোট খালে একেলগে বহি ভোজ খায়। এই ভোজ বাহিৰৰ চোতালতেই খোৱা হয়। ভোজ খাব লগা ঠাইডোখৰ মানুহ বহাৰ আগতে সাৰি পুচি ঘটি পানী ছটিয়াই ঠাইডোখৰ নিকা কৰি লোৱা হয়। তাৰ পিচত ঘূৰণীয়াকৈ ৰাইজ বহাৰ লগে লগে বিলনিয়াই কলপাত পাৰি যায়। উল্লেখ্য যে ৰাজহুৱা ভোজ সদায় কলপাতত হে খোৱা নিয়ম। পাত পৰাৰ পিচত এজন এজনকৈ নিমখ জলকীয়া, ভাত, দাইল আদি কৰি অন্যান্য ব্যঞ্জন আদি দি যায়। এনেকৈ সকলো বস্তু দিয়া হ'লে ৰাইজক আহাৰ গ্ৰহণ কৰিবলৈ কোৱা হয় আৰু তেতিয়া সকলোৱে আহাৰ গ্ৰহণ কৰে। ৰাজহুৱা ভোজত আগতে খোৱা হ'লেও কোনো লোক আগতীয়াকৈ উঠি যাব নাপায়। সকলোৰে খোৱা শেষ হ'লে একেলগে উঠা নিয়ম। .এই নিয়ম সৰু ল'ৰা-ছোৱালীৰ ক্ষেত্ৰত প্ৰযোজ্য নহয়। ভোজলৈ আহিব নোৱাৰা বৃদ্ধ,বেমাৰী লোকৰ বাবে আহাৰ ঘৰলৈ দি পঠিওৱা নিয়ম। ভোজত পুৰুষসকলক আগতে খাবলৈ দিয়া নিয়ম। পুৰুষসকলৰ খোৱা হলেহে তিৰোতাক দিয়া নিয়ম প্ৰচলিত হৈ আহিছে। এবাৰ খোৱাৰ পিচত ঠাইডোখৰ পুনৰ সাৰি-পুচি পানী ছটিয়াই নিকা কৰি লোৱা হয়। তাৰ পিচত পুনৰ আগৰ





প্ৰক্ৰিয়াৰে ভাত বিলোৱা হয়। খোৱাৰ শেষত তামোল-পাণ খাবলৈ দি ৰাইজক বিদায় দিয়া হয়। উল্লেখ্য যে ৰাজহুৱা ভোজ ৰন্ধা লোকৰ বাবে লাওপানী বা চেৰাপ দিব লগা হয়। ৰান্ধি থাকোতেই মাজে মাজে তাৰে দুই এবাটি খাই লয়। মদ বা লাও পানী আগতীয়াকৈ উলিয়াই নিদিলে ভোজ ৰান্ধিবলৈকে ইচ্ছা নকৰে। হেজাৰেই মাছ-মাংস দিয়া নহওক কিয় এইটুপি নিদিলে সকলো মিছা। আনকি মৃতকৰ উদ্দেশ্যেও মদ, লাওপানী আগ কৰা হয়। অৱশ্যে বৰ্তমান শঙ্কৰী ধৰ্মত দীক্ষিত হোৱা লোক সকলে ইয়াৰ পৰা পৰিত্ৰাণ পোৱা দেখা যায়। ভোজৰ সকলো দ্ৰব্যৰে অলপ অলপকৈ লৈ আগলি কলপাতত প্ৰথমে মৃতকসকলৰ প্ৰতি উছৰ্গা কৰি লোৱা নিয়ম। মৃতকলৈ উছৰ্গা নকৰাকৈ ভোজৰ আহাৰ গ্ৰহণ কৰা নহয়।

চাহ বাগিচাৰ লোকসকল সাধাৰণভাৱে শ্ৰমিক হোৱাৰ কাৰণে পুৱাৰ পৰাই তেওঁলোকৰ জীৱন-যাত্ৰাৰ আৰম্ভণি হয় কোৰ, কুঠাৰ, কটাৰী আদিৰ লগত। ফলত বহু সময়ত তেওঁলোকৰ কটা-ছিঙা, জখম পোৱা আদি ঘটনাবোৰ ঘটি থাকে। সকলো সময়তে হস্পিতেললৈ যোৱাৰ সুবিধা নথকাৰ বাবে সৰু-সুৰা কটা-ছিঙা আদিত তেওঁলোকে সাধাৰণভাৱে নিজেই কিছু প্ৰাথমিক চিকিৎসা কৰি লোৱাৰ জ্ঞান আহৰণ কৰি লৈছে। বিভিন্ন ৰোগ-ব্যাধিৰ উপশমৰ বাবে তেওঁলোকে নিজে উদ্ভাৱন কৰা পদ্ধতিসমূহ প্ৰায়বিলাকেই বিজ্ঞানসন্মত।

সংস্কৃতি ঃ সংস্কৃতি বুলিলে সাধাৰণ অৰ্থত নৃত্য-গীত,বাদ্য আৰু অন্যান্য পূজা, উৎসৱ-পাৰ্ৱণ সমূহৰ কথাকে বুজা যায় যদিও বাস্তৱ ক্ষেত্ৰত ইয়াৰ অৰ্থ বহু ব্যাপক। ই হৈছে জাতি বা জনজাতি এটাৰ ধাৰক তথা বাহক। সংস্কৃতিক সমাজৰ দাপোন বুলিও কোৱা হয়। কাৰণ কোনো এক জাতি-গোষ্ঠীৰ সংস্কৃতি সম্ভাৱৰ পৰা সেই জাতি বা জনজাতিটোৰ বিষয়ে সম্যক ধাৰণা কৰিব পাৰি। সংস্কৃতি হৈছে জাতি এটাৰ জাতীয় পৰিচয়। বিশিষ্ট সাহিত্যিক ডঃ শিৱনাথ বৰ্মনৰ মতে-'সংস্কৃতি সমাজ জীৱনৰ অভিব্যক্তি। সংস্কৃতি মানে কেৱল নাচ-গান, পৰম্পৰা আদি নহয়। জন জীৱনৰ লগত জড়িত চৌপাশৰ ঘটনা, পৰিঘটনা সকলো সামৰিয়েই সংস্কৃতি। 'অন্যহাতেদি সমাজৰ সামূহিক আচৰণৰ প্ৰকাশেই সংস্কৃতি। তেখেত পুনৰ কৈছে- 'যি দৰে সভ্যতাৰ ইতিহাসত কোনো বিশুদ্ধ জাতি বিচাৰি পোৱা নাযায়, তেনেদৰে বিশুদ্ধ সংস্কৃতি পোৱাটোও অসম্ভৱ। প্ৰতিটো সংস্কৃতি সময়ৰ ভেটিতহে গঢ় লৈ উঠে'।

চাহ জনজাতিৰ সংস্কৃতিৰ পথাৰখন বৰ চহকী। এই সংস্কৃতিয়ে ৰামধেনুৰ সাত ৰং বোলাব পৰাৰ ক্ষমতা ধৰি ৰাখিছে। চাহ জনজাতিৰ বাৰেৰহণীয়া সংস্কৃতি একক আৰু অদ্বিতীয়। ভাৰতবৰ্ষৰ প্ৰত্যেক প্ৰদেশৰ লোক নিজ নিজ সংস্কৃতিৰে

মহীয়ান। কিন্তু চাহ জনজাতিসকলেই হৈছে একমাত্ৰ জনগোষ্ঠী য'ত ভাৰতৰ এশৰো অধিক জাতি-গোষ্ঠীৰ সংস্কৃতি একত্ৰে থূপ খুৱাই ৰাখিব পাৰিছে। এনে এক বৰ্ণিল আৰু বৰ্ণাঢ্য সংস্কৃতি পৃথিৱীৰ অইন ক'ৰবাত বিচাৰি পোৱা যাব নে নাযায় তাত সন্দেহ আছে। শতাধিক জাতি-গোষ্ঠীৰ গীত-মাত, নৃত্য-বাদ্য, যাত্ৰা-নাটক আদিৰে মহীয়ান এওঁলোকৰ সংস্কৃতি। চাহ জনগোষ্ঠীয় সংস্কৃতিৰ প্ৰতি আকৃষ্ট হৈ বিশিষ্ট লেখক ৰাজেন গগৈদেৱে কৈছে- 'চাহ জন-গোষ্ঠীয় লোকসকলৰ একো নাথাকিলেও তেওঁলোকৰ আছে এক বৰ্ণাঢ্য সংস্কৃতি আৰু স্বভাৱসুলভ শিল্পী মন— যিয়ে এই জনগোষ্ঠীটোক অসীম দুখ-কষ্টৰ মাজতো জীয়াই থকাৰ প্ৰেৰণা দিছে। ভাৰতৰ বিভিন্ন প্ৰান্তৰ পৰা অসমলৈ চাহ জনগোষ্ঠীসকল চাহ খেতিৰ শ্ৰমিক হিচাপে আহোঁতে লগত একো সা-সম্পত্তি আনিব পৰা নাছিল।কিন্তু মনৰ মাজত টোপোলা বান্ধি লৈ আহিছিল স্বদেশ-স্বজাতিৰ গীত-মাত নৃত্য-গীতৰ মূৰ্ছনা।

**পূজা-পাতল, উৎসৱ-পাৰ্বণ ঃ** শতাধিক জাতি-জনজাতীয় লোকৰ সমষ্টি হোৱা হেতুকে এওঁলোকৰ উপাস্য দেৱ-দেৱী,পূজা-পাতলৰ সংখ্যাও অধিক। বহুতৰ মাজত আকৌ কিছু অপদেৱতাৰ পূজা-পাতল কৰাৰ ব্যৱস্থাও চলি আছে। এনে বিলাক অপ দেৱতা হৈছে- ডাইন, যক্ষিণী, পিতলচকুৱা, বফুল চুন্দৰী, চিৰগুণী, ডাল খাঙ্গ ইত্যাদি। জাতি-সম্প্ৰদায় হোৱা বাবে উপাস্য দেৱী তথা পূজাৰ বিধিও বেলেগ। সাধাৰণভাৱে পূজা সেৱা আগবঢ়োৱা দেৱ-দেৱীৰ নামসমূহ হৈছে- দুৰ্গাপূজা, কালীপূজা, মনসাপূজা, গ্ৰামপূজা, বুঢ়া ডাঙৰীয়াপূজা, লক্ষ্মীপূজা, টুচুপূজা, কৰমপূজা, বীৰপূজা বা তুলসীপূজা, উষা ব্ৰত (পূজা), সৰ্বমঙ্গলাপূজা ইত্যাদি। চাহ জনগোষ্ঠীয় লোক সকলে পালন কৰা উৎসৱ-পাৰ্বণসমূহৰ ভিতৰত ওপৰত উল্লিখিত পূজা সমূহৰ উপৰিও চহৰাই পৰৱ, হলী বা ফাকুৱা, দণ্ড যাত্ৰা,ৰজ বা ডুলি পৰৱ আদি পালন কৰে। দেখা যায় চাহজনগোষ্ঠীৰ লোকসকলে এই পূজা উৎসৱসমূহ যথেষ্ট শ্ৰদ্ধা আৰু ভক্তিভাৱেৰে পালন কৰে। উৎসৱৰ নাম ভিন্ন হ'ব পাৰে উদ্‌যাপনৰ ধৰণ বেলেগ হ'ব পাৰে কিন্তু উ শ্য একেটাই। আনন্দ-স্ফূৰ্তি। নামৰ ভিন্নতা থাকিব পাৰে কিন্তু গুৰুত্ব একেই। এই ভিন্ন নামৰ অন্তৰালত লুকাই আছে পূজা-পৰৱ সমূহৰ তাৎপৰ্য। যি কি নহওক নামৰ পাৰ্থক্য থাকিলেও উদযাপনৰ পদ্ধতি বেলেগ হ'লেও উৎসৱ উপভোগৰ মাত্ৰা একে, মাদকতাও একে। ইয়াত কোনোধৰণৰ পাৰ্থক্য দেখা নাযায়। কাৰণ উৎসৱ মানেই ৰং-ৰহইচ, আনন্দ-স্ ৰ্তি উৎসৱ মানেই মৰম-ভাল-পোৱা হিয়া দিয়া-নিয়া। গতিকে, যান্ত্ৰিক জীৱনত পূজা-উৎসৱ-পাৰ্বণ সমূহক বাদ দি জনজীৱন বৰ্ত্তীয় থকাটো স ৱ নহয়।

চাহ জনগোষ্ঠীয় লোক জীৱনত তেওঁলোকে পালন কৰা পূজা সমূহত





বিশেষভাৱে কিছুমান দ্ৰব্যৰ প্ৰয়োজন হয়। এই বিশেষ দ্ৰব্য বিলাকৰ অবিহনে তেওঁলোকৰ পূজা সম্পন্ন হ'ব নোৱাৰে। তেনে কিছুমান দ্ৰব্য হৈছে- (দেৱ-দেৱীৰ পূজাত) অকুৱা বা আৰু ৱা-চাউল (আৰৈ-চাউল), দুৱলা-ঘাঁহ (দুবৰি-বন), কাঁচা-গোবৰ (কেঁচা-গোবৰ), বেল-পাত, আম-পাত, তুলসী-পাতা, দিয়া(চাকি), ধূপ-ধূনা, কৰ্পূৰ, দহি, গাখীৰ, গুড়, মধু, চিন্দুৰ, কল-কুহিঁয়াৰ, নাৰিকল আদি ফলমূল, গুটি ধান, মূৰা, আখৈ, বিশেষ বিশেষ উপলক্ষত বানা, ঝাণ্ডা, চামৰ, লাল-চালু, উৰমাল, ভিন্ন ধৰণৰ বাদ্যযন্ত্ৰ(পূজা অনুসৰি),চিলিম, ভাং, চুপাৰী, গুলি-ছুতা, কল পুলি, ঘট, চৰু, মলা, ইত্যাদি। ঠিক সেইদৰে অপদেৱতাৰ বাবে-দিয়া, চিন্দুৰ, চেৰাপ, চেঙ্গণা (কুকুৰা-পোৱালি) চৰা,দনা,খোল বা ঢকুৱা ইত্যাদি। ইয়াৰ বাদেও নিমছ্চা বা মেলানি দিবলৈ কেঁচা হালধি,ধূপ-ধূনা, ঘটি-পানীৰ আৱশ্যক হয়।

**লোক গীত ঃ** উৎসৱ পাৰ্ব্বণৰ লগত জড়িত লোক গীত সমূহৰ সুৰ,লয়,তাল,মানৰো ভিন্নতা লক্ষ্য কৰা যায়। এই লোক গীত সমূহে চাহ সমাজৰ সংগীতৰ দিশ টোক চহকী কৰি ৰাখিছে। চাহ সমাজত প্ৰচলিত হৈ থকা লোক গীত সমূহ হৈছে- মনসা গীত, টুচু গীত, ঝুমইৰ গীত, ডুলিগীত, চাদীগীত, পাল্লাগীত, নটুৱা গীত, হোলী গীত, গলৱাৰী, চাওঁৰানৃত্য গীত, আদিবাসী নৃত্যৰ গীত, চহৰাই গীত, লক্ষ্মী বন্দনা গীত, লাঠি খেল গীত, ফাকুৱা গীত,সৰ্ব মঙ্গলাস্ততি, জন্মাষ্টমী গীত, গণেশ বন্দনা, দণ্ড গীত, ঘেৰা গীত, ছেনা খেলা ( নিচুকনি) গীত, গীতকে আদি কৰি বহুত লোক গীতৰ প্ৰচলন হৈ আছে। এই লোকগীতসমূহৰ কেইটামান হৈছে ঃ

১) মনসা গীত(ক) 'একটি ফুলেৰ লাগি, অত' অপমান গ'/দুৱাৰে বনাই দিব ফুলেবী বাগান গ'॥ (খ) 'একটি সণাৰ ঘৰ বনাই দে গ' সদাগৰ/ কিছে ৰাখিব লখিন্দৰ গ' কিছে ৰাখিব লখিন্দৰ' ॥(গ)' মা যাবে গয়া পাৰ ফিৰে কি আছিবে আৰ নৰলোকেৰ কি হ'বে উপায় গ'/নৰলোকেৰ কি হবে উপায়'॥

২) টুচু গীত (ক) 'গাই আইল' বাচ্ছুৰী আইল' আইল' ভগৱতী গ'/সন্ধ্যা বেলা সঞ্জা লেও মা কুলেৰ কুলৱতী গ' '॥ (খ)' কি বলব' গ' মাসী-পিসী কি বলব' দুখেৰ কথা /কাঁসা বাঁশে ঘূণ ধৰেছে তেমনি হামদেৰ দুৰ্দশা '॥

৩) ঝুমইৰ গীত (ক)' আখড়া বন্দনা কৰি সৰস্বতী মাগ' বলি/ দ্বিতীয়ে বন্দনা পেজ' (ব্ৰজ) নাৰী/ মদনে ঝুমইৰ লাগল ভাৰী '॥ (খ) 'পাহাড়ে পৰ্বতে লতা ফুল ফুটে থকা থকা/ কেমনে বান্ধিব ঢাইলেৰ খপা/ তাই তোলে হইল' এমন দশা '॥

৪) কাঠি নৃত্যৰ গীত (ক) 'কাঠি কাঠি বীৰবল কাঠি কাঠিৰ নাচ চলেৰে/ চক্ষে কাণে লাগে গেলে মৰণ সমান বে'॥ (খ) 'কাঠি নাচ খেলতে গেলি কুঢ়াই

পাইলি মালাবে/ হামদেৰ ঘৰে ছেনা নাই যে কি কৰিব মালাবে' ॥

৫) চহৰাই গীত (ক) 'অহিৰে, খোজ' খোজ' তে আইলি পুছ্' পুছ্' তে আইলি /ফলনাকে ঘৰ' কতি দূৰ'/ ফলনাকে আঙ্গনামে তুলসী কা পিণ্ডাহো. ওপৰেতে উড়ে হংস ৰাজা ' ॥ (খ) 'কন' শিংগে লেবে বৰদা তেল' সিন্দূৰ গ'/ কন' শিংগে লেবে দূৱ ধান /দুন' শিংগে লেবে বৰদা তেল' সিন্দূৰ' হে/ কপালেতে লেবে দূৱ' ধানৰে' ।

৬) ফাকুৱা গীত (ক)' আজি ফাগুনেৰ বেলা /আবিৰ উড়িল ৰে আবিৰ উড়িল /গোপী সঙ্গে শ্যাম কানু আবিৰ খেলিল' ॥(খ)'গোপী সব' সঙ্গে লিয়া হৰি খেলে হোলি/দাণ্ডে বেঢ়াই যশোদা ৰাণী খোজে বনমালী।

৭) ডুলি গীত (ক)'এ ডুলি কিয়ে বান্ধিছি ডুলি বন্ধা ভাঈ বুলি যাঈছি/ বুলি যাইছি যে, তা ডুলি শূণ্যে উড়ুচ্ছি' ॥ (খ)'ডুলি কলা ৰাঁঈ-ঝাঁঈ ডুলি শবদৰে আসিলো ধাঁঈ/সখী ল' মোঁ ত' ডুলি ছাড়ি দেবি নাঁহি ॥

৮) ছেনা খেলা গীত (ক)' আই ৰে বাণ্ডিয়া শিয়াল ঘৰ পিণ্ডাৰে থাক / বাবুৰ মায়ে জলকে গেলে বাবুৰ কান কাট' ॥(খ) 'আই ৰে চ্চান্দা মামা আই আই আই /হামদেৰ বাবুৰ ঘুম ধৰেচ্ছে ঘনে পাৰে হাই।

**৯) খেলা গীত ঃ** (ক) এত' এত' পানী ঘূৰ্ ঘূৰাণি /এত' এত' কাদা চাহাব দাদা,/ চ্ছট' চাহাবেৰ চ্ছট' ঘড়া বড়' চাহাবেৰ বড়' ঘড়া /চ্চাভুক মাৰে জড়া জড়া' ॥ (খ) 'আতুল-পাতুল চিমলা চাতুল চিমলা গেল' হাট/ দিদীৰ ঘৰে ঢাক্ক বাজিচ্ছে দে গ' দিদী ভাত' ॥

**লোক বাদ্য ঃ** লোকগীতৰ দৰে লোক বাদ্যৰ ক্ষেত্ৰখনতো চাহ সমাজৰ স্থান সুকীয়া। ভিন্ন উৎসৱ পাৰ্ব্বণৰ বাবে আৱশ্যক হোৱা ভিন্ন স্বৰৰ বাদ্যৰ বাবে এই সমাজত বহু ধৰণৰ বাদ্যযন্ত্ৰব্যৱহাৰ হৈ থকা দেখা যায়। চাহ সমাজত ব্যৱহাৰ হৈ থকা বাদ্যযন্ত্ৰসমূহৰ ভিতৰত–জয়ঢোল বা ঢাক, হাড়ী ঢোল, ঢোল, ঢোলক বা ঢুলকী, দবা, নাগৰা, দুগৰু, মাদল, ঢাপলা, খোল, মৃদঙ্গ, খঞ্জণী বা খঞ্জৰী, সাৰেঙ্গী, বীণ বা বীণা, এক তাঁৰা, দু-তাঁৰা, তুমড়ী, বাঁশী বা বঁইশী, বেণু, মুৰুলী, চেহনাই, শিঙ্গা, মদন ভেড়ী (অধুনা লুপ্ত), পেঁপাটি, শংখ, ঘণ্টা, ঝাঞ্ঝ, বৰতাল, সৰু তাল, গিণি, (খুঁটি তাল) কৰতাল, ঘুঙুৰু, নূপুৰ, ডম্বৰু, চাঙ্গো আদি হৰেক ৰকমৰ বাদ্য প্ৰচলিত হৈ আছে।

**চাহ সমাজৰ লোককলা ঃ** লোককলা সম্পদতো চাহ জন-জাতিৰ লোকসকল যথেষ্ট চহকী। পূজা-পাৰ্বনৰ সময়ত, বিয়া আদিত তিৰোতাসকলে ঘৰৰ বেৰত অঙ্কণ কৰা বিভিন্ন ধৰণৰ চিত্ৰ-বিচিত্ৰ জীৱ-জন্তুৰ চিত্ৰসমূহে কলা প্ৰিয় যি





কোনো লোককে আকৰ্ষণ কৰিব পৰাৰ সক্ষমতা আছে। এইবিলাকৰ উপৰিও বিয়াৰ বেদী, পূজা-মণ্ডপ আদিত অঙ্কন কৰা চিতাসমূহে পূজা থলি তথা বিয়াৰ বেদীসমূহ দৃষ্টিনন্দন কৰি তোলে। এইবিলাকৰ উপৰিও চাহ সমাজৰ তিৰোতা সকলে নিজৰ শৰীৰত অঙ্কন কৰি লোৱা বিভিন্ন ধৰণৰ খদনাসমূহে তেওঁলোকৰ কলাসুলভ মনৰ পৰিচয় দাঙি ধৰে। নিৰক্ষৰ অশিক্ষিত চাহ জনজাতিৰ লোকৰ অপৈণত হাতৰ পৰশত প্ৰাণ পাই উঠা এই কলাসমূহে উচ্চ মানবিশিষ্ট বুলি দাবী কৰিব নোৱাৰিলেও এইসমূহক উলাই কৰিব পৰাও নাযায়। অসমীয়াত এষাৰ কথা আছে– 'মোল্লাৰ দৌৰ মছজিদলৈকে'। এওঁলোকৰ স্বাভাৱিক জ্ঞানৰ জোখাৰে এইখিনিকেই যথেষ্ট বুলি ক'ব পাৰি। তেওঁলোকৰ মানত এইসমূহ কলাৰ মান অতীজত যেনে আছিল এতিয়াও তেনে আছে। কালৰ গতিত ইয়াৰ মূল্য কমক চাৰি দিনক দিনে বৃদ্ধিহে পাব ধৰিছে। এইসমূহে অসমীয়া জাতিৰ মূল কলাৰ লগত যোগ হৈ অসমীয়া কলাক বৰ্ণাঢ্য কৰাৰ লগতে সৌষ্ঠৱ বৃদ্ধি কৰিছে।

**চাহ সমাজৰ লোক কাহিনী ঃ** প্ৰত্যেক জাতি-গোষ্ঠীৰে নিজস্ব কিছুমান (লোক গাঁথা), লোককথা বা সাধু কথা আছে। এই লোককথা সমূহ এটা জাতিৰ পৰিচয় তথা অমূল্য সম্পদ। এইসমূহক বাদ দি এটা জাতিৰ জাতীয় চৰিত্ৰ পূৰ্ণাঙ্গ ৰূপত প্ৰকাশ ঘটিছে বুলি ক'ব নোৱাৰি। এইসমূহক বাদ দিলে এটা জাতিৰ জাতীয় পৰিচয় হেৰাই যোৱাৰ ভয় থাকে। ভয় থাকে অতীত বুৰঞ্জী লোপ পোৱাৰ। যুগ যুগ ধৰি এই লোকগাঁথাসমূহ মানুহৰ মুখে মুখে চলি আহিছে। এইসমূহ মানুহৰ অন্তৰত এনেদৰে সোমাই পৰিছে যে এইসমূহক বাদ দিয়া কঠিন হৈ পৰিছে। লোকগাঁথাসমূহৰ যোগেদি এটা জাতিৰ মাত-কথা, ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, বিশ্বাস পৰম্পৰা চিন্তা চেতনা আদি অনেক কথাৰ ধাৰণা কৰিব পাৰি। এইবিলাকৰ কোনো নিৰ্দিষ্ট লিখিত ৰূপ নাথাকে। সেয়েহে সময়ৰ সোঁতত ই ৰূপ সলায়। অৱশ্যে সময়ৰ সোঁতত ৰূপ সলালেও এই কাহিনীবিলাকৰ মূল বিষয় সদায় একেই থাকে। লোক কাহিনী সমূহ লোক সমাজৰ ৰচনা। অশিক্ষিত বা অৰ্ধ শিক্ষিত সাধাৰণ খাটি খোৱা কৃষক-শ্ৰমিকসকলৰ মুখে মুখে সৃষ্ট আৰু প্ৰচলিত এইবিধ সাহিত্যক লোকসমাজৰ দাপোণ বোলা হয়। ইয়াৰ যোগেদি সমাজৰ সৰু-বৰ ঘটনাসমূহৰ এক হুবহু প্ৰতিচ্ছবি ফুটি উঠা দেখা যায়।পৃথিৱীৰ প্ৰায় সকলো জাতি-গোষ্ঠীৰ লোকৰ মাজতেই এনে ধৰণৰ লোক কাহিনী প্ৰচলিত হৈ থকা দেখা যায়। অসমৰ অন্যতম অধিবাসী চাহ জনজাতি লোকসকলৰ মাজতো তেনে বহুতো লোক কাহিনী বা সাধু কথা প্ৰচলিত হৈ আহিছে। আশ্চৰ্যকৰ কথা এই যে কিছুমান লোক কাহিনী বিভিন্ন প্ৰদেশত আনকি পৃথিৱীৰ অন্য প্ৰান্ততো প্ৰায় একে ধৰণে প্ৰচলিত হৈ আছে। এই কাহিনীবিলাকৰ মূল

বিষয়বস্তু, চৰিত্ৰ-চিত্ৰনৰ ক্ষেত্ৰত বহুতো সাদৃশ্য পৰিলক্ষিত হয়। পাৰ্থক্য ইমানেই যে কাহিনীসমূহৰ বৰ্ণনা সেই ঠাইৰ ভৌগোলিক পৰিৱেশৰ ওপৰত ভিত্তি কৰি স্থানীয় প্ৰচলিত ভাষাত পৰিৱেশন কৰাৰ লগতে স্থানীয় চৰিত্ৰৰ সমাহাৰ ঘটোৱা হয়।

লোককাহিনীসমূহক আমি প্ৰধানকৈ তিনিটা ভাগত ভাগ কৰি ল'ব পাৰো। ১) ৰজা-ৰাণী, ৰাজকুমাৰ অৰ্থাৎ মানুহৰ কাহিনীভিত্তিক ২) মানুহ আৰু জীৱ জন্তুৰ কাহিনীভিত্তিক আৰু ৩)ৰাক্ষস-ৰাক্ষসীৰ কাহিনীভিত্তিক।

যুগ যুগ ধৰি মুখে মুখে প্ৰচলিত এই সাধু কথা, কিম্বদন্তীসমূহো ৰসাল আৰু মনোগ্ৰাহী। অনাক্ষৰী হ'লেও গত লগাই সজাই-পৰাই সাৱলীলভাৱে প্ৰকাশ কৰা এই সাধু কথাসমূহে ক্ষন্তেকৰ বাবে হ'লেও শ্ৰোতাক মোহাচ্ছন্ন কৰি ৰাখিব পৰাৰ ক্ষমতা আছে। সাধুকথাসমূহত চিত্ৰিত পৰিৱেশ পৰিস্থিতি আদিও এক সঁচা জীৱন্ত দৃশ্যৰ বৰ্ণনা যেন অনুমান হয়। বীৰ, ভয়ানক, শৃঙ্গাৰ বীভৎস আদি বিভিন্ন ৰসেৰে পৰিপূৰ্ণ এই সাধুবিলাক মৌচাকৰ পৰা ওলোৱা মৌৰ দৰে সুস্বাদু তথা সুমিষ্ট। অনাক্ষৰী লোকসকলে চিত্ৰায়ন কৰা ঘটনাবহুল দৃশ্যৱাজি যেনেদৰে চিন্তা উদ্ৰেককাৰী ঠিক তেনেদৰে মনোৰঞ্জক তথা ভীতি সঞ্চাৰক। কাহিনীসমূহত বৰ্ণিত পৰিৱেশ আৰু পৰিস্থিতিৰ আৱহাৱাত স্বাভাৱিকভাৱেই যিকোনো ৰস উৎপাদন কৰাৰ সামৰ্থ আছে। একেদৰে ক'ব পাৰি কাহিনী ভাগত থিয় দিয়া নায়ক-নায়িকা তথা অন্যান্য মিত্ৰ তথা শত্ৰু পক্ষৰ কথা। চৰিত্ৰ চিত্ৰায়নত তেওঁলোক সমানেই দক্ষ। ৰজা-ৰাণী, ৰাজকুমাৰ, ৰাজকুমাৰী, দেৱতা, গন্ধৰ্ব, ৰাক্ষস-ৰাক্ষসী আদিৰ উপৰিও বিবিধ পশু-পক্ষী,গছ-লতিকায়ো কাহিনীসমূহত বন্ধুৰ ভাৱত উপৱিষ্ট হয়। তাৰ বিপৰীতে বাঘ, সিংহ, ভালুক, সাপ, ৰাক্ষস, দৈত্য, দানৱ, ভূত-প্ৰেত আদিয়ে শত্ৰু ভাৱত থিয় দি ভীতি সঞ্চাৰ কৰি তোলে। অৱশ্যে কিছু কিছু ক্ষেত্ৰত এই জীৱ-জন্তু বোৰেও বন্ধু ভাৱেৰে নায়ক-নায়িকাক সহায় কৰা দেখা যায়। কাহিনীসমূহত সৃষ্টি কৰা পৰিস্থিতিয়ে সঁচাসঁচিকৈ মনত ভীতিগ্ৰস্ততা জগাই তোলে। অৱশ্যে প্ৰত্যেক কাহিনীৰ শেষত বহু সংঘাত আৰু সংগ্ৰামৰ বিনিময়ত শত্ৰু পক্ষক পৰাস্ত কৰি নায়কে বিজয় সাব্যস্ত কৰে।

কল্পিত কাহিনী হ'লেও এই কাহিনীসমূহৰ যথাযথ চৰিত্ৰ বৰ্ণন আৰু পৰিৱেশ-পৰিস্থিতিৰ চিত্ৰায়নে কাহিনীবিলাক জীৱন্ত ৰূপত ফুটাই তোলে। সাধুকথাবিলাকক অকল মনোৰঞ্জনৰ আহিলা বুলি ক'লেও ভুল হ'ব। ইয়াৰ যোগেদি নীতি-উপদেশ,সদুপদেশৰ লগতে বিপদ কালত ল'ব লগা সাৱধানতা ধৈৰ্য, সাহস আৰু প্ৰত্যুৎপন্নমতিতা আদিৰো জ্ঞান দিয়া হয়। সেইকাৰণেই কোনোবা কাহানিতে উদ্ভাৱন কৰা এনেবোৰ কাহিনী আজিও চলি আহিছে মানুহৰ মনক আনন্দ দিবৰ





হেতু। কালৰ সোঁতত ইয়াৰ চাহিদা হ্ৰাস পোৱাৰ বিপৰীতে দিনক দিনে বৃদ্ধিহে পাই আহিছে।

জনস্বাৰ্থৰ অৰ্থে উদ্ভাৱন কৰা এনেবোৰ, লোকগাঁথাৰ সংৰক্ষণ অতিকে জৰুৰী হৈ পৰিছে। সূক্ষ্ম নিৰীক্ষণৰ দ্বাৰা দেখা যায় প্ৰায়বিলাক লোককাহিনীৰ বিষয়বস্তু, ঘটনাৰাজি, চৰিত্ৰ আদি সুবহু একে। পাৰ্থক্য মাথোঁ ইমানেই যে, প্ৰতিটো জনগোষ্ঠীয়ে নিজ মাতৃভাষাত নিজস্ব ৰচনাশৈলী আৰু স্থানীয় পাৰি-পাৰ্শ্বিকতাৰ আধাৰত কাহিনীসমূহৰ বৰ্ণনা দাঙি ধৰিবলৈ যত্ন কৰে। সেইবিলাকৰ ভিতৰত-চম্পাৱতী, ঔ-কুঁৱৰী, চিলনী জীয়েকৰ সাধু, টিপচী চৰাই আৰু ঢোঁৰা কাউৰী আদি। ইয়াৰ উপৰিও শিয়াল আৰু বান্দৰৰ সাধু, শিয়াল আৰু বুঢ়া-বুঢ়ীৰ সাধু, কাউৰী আৰু বগলী (ৰাজহংস), শিয়াল আৰু হাতী, বাঘ আৰু বাটকুৰা আদি সাধু আৰু কাহিনীৰ কথাও এই ক্ষেত্ৰত উনুকিয়াব পাৰি। সন্দেহ নাই যে সেই সময়ত এইচাম নিৰক্ষৰ লোকে লক্ষ্মীনাথ বেজবৰুৱাদেৱৰ বুঢ়ী আইৰ সাধু, অথবা অন্যান্য পুথি কিম্বা পঞ্চতন্ত্ৰৰ সাধুবিলাক পঢ়াৰ কোনো অৱকাশ নাছিল। লোককাহিনী বা লোক গাঁথাসমূহ একেসময়তে কেউফালে বিস্তাৰিত হোৱাৰ কাৰণ হিচাবে বিভিন্ন কাৰণত ঘটা জন প্ৰব্ৰজনৰ ঘটনাকে আধাৰ হিচাবে ল'ব পাৰো। কি জাৰ কি জহ বছৰৰ প্ৰায় সকলো ঋতুতেই এই সাধুবিলাক বিৰামহীনভাৱেই চলি আছে আৰু বোধকৰো চলিও থাকিব যুগ-যুগান্তৰ।

বাগিচা অঞ্চলত সাধু কথা কোৱাৰো কিছু নিৰ্দিষ্ট নিয়ম আছে। এজুম ল'ৰা-ছোৱালী, ডেকা-গাভৰুক লৈ কোনোবা এজন লোকে অথবা তাৰ মাজৰে কেইবাজনে এজনৰ পিছত এজনকৈ কাহিনীসমূহ কৈ যায় আৰু বাকী সকলোৱেই একান্তমনে শুনি যায়। কাহিনী সমূহ শুনোতে একাগ্ৰ হ'বৰ বাবে কাহিনীৰ প্ৰতিটো চুটি বাক্যৰ অন্তত শ্ৰোতাসকলৰ মাজৰ সকলোৱেই অথবা দুই বা ততোধিক ব্যক্তিয়ে 'হুঁকাৰ' (ওঁ বা হয় বুলি সঁহাৰি) জনোৱা নিয়ম। কাহিনীভাগ কৈ যাওঁতে যদি কোনোৱেই 'হুঁকাৰ' নিদিয়ে তেন্তে, কাহিনী কওঁতাই কাহিনী কোৱা বন্ধ কৰি দিয়ে। তেতিয়া বাকীবিলাকে হুঁকাৰ দিবলৈ বাধ্য হৈ পৰে। এনে কৌশলৰ দ্বাৰা শ্ৰোতা সকলক সাধু কওঁতাজনৰ লগত একাত্ম কৰা হয়। এনে কৰাৰ ফলত কোৱা আৰু শ্ৰোতা সমানেই সাধুটিৰ ৰস স্বাদন কৰিব পাৰে। সন্ধিয়া সময়ত সমনীয়া ল'ৰা বা ছোৱালীবিলাক এক গোট হৈ কোনোবা এক নিৰ্দিষ্ট স্থানত বহি লয়। জাৰকালি হ'লে জুইৰ ওচৰত আৰু গৰমকালি কোনোবা মানুহৰ ঘৰৰ পিৰালি, তিনি আলি অথবা চাৰি আলিৰ এচুকত বহে। সাধু ক'বৰ সময়ত সকলোৱে ওচৰ চাপি ঘূৰণীয়া হৈ মুখামুখিকৈ বহা নিয়ম। সাধু কওঁতে সাধাৰণভাৱে কথা-বাৰ্তা পতাৰ দৰেই নিম্ন

স্বৰত এজনে সাধুবিলাক কৈ যায় আৰু আনবিলাকে পৰম আন্তৰিকতাৰে শুনি যায়।

সাধাৰণতে বাগিচাৰ ল'ৰা ছোৱালী অথবা অন্যান্য বয়সস্হ লোকসকল কৰ্ম্ম ব্যস্ততাৰ বাবে নিজৰ কামত ব্যস্ত থাকিব লগা হয়। দিনটোৰ অন্তত গধূলি সময়ত সকলো আজৰি হৈ একগোট হয়হি আৰু তাতেই অন্যান্য কথাৰ লগতে সাধু কথা আদি কোৱা হয়। বাগিচাৰ সৰু ডাঙৰ প্ৰায় সকলো লোকেই দুই এটা সাধু ক'ব পাৰে। প্ৰচলিত নিয়মমতে যদি কোনোবাই সাধু ক'বলৈ অমান্তি হয় তেন্তে তেওঁক আনৰ সাধু শুনিবলৈ দিয়া নহয়। সেইকাৰণে বাধ্য হৈ আনবিলাকেও নিজে সাজি হ'লেও যিকোনো ধৰণৰ সাধু ক'ব লগা হয়। অৱশ্যে বয়সস্হ লোকৰ ক্ষেত্ৰত এই নিয়ম প্ৰযোজ্য নহয়। যি কি নহওক বাগিচা অঞ্চলত সাধু কোৱা পৰম্পৰা এটা অতীজৰ পৰাই চলি আহিছে। শ্ৰমিকসকলৰ জীৱনত এই সাধু কথা বিলাকৰ এক এৰাব নোৱাৰা সম্বন্ধ আছে। সাধু কথাবিলাকে তেওঁলোকৰ জীৱনৰ এক গুৰুত্বপূৰ্ণ স্হান দখল কৰি আহিছে। সৰু সৰু ল'ৰা ছোৱালী বিলাকৰো সাধু শুনাত ইমানেই ৰাপ যে ভাত খাবলৈ মাতিলেও আধা শুনাকৈ কোনো উঠি নাযায়। সাধু কোৱা শেষ হ'লেহে ঘৰাঘৰি যায় গৈ। ভয়-ভীতিমূলক ৰাক্ষস,দৈত্য-দানৱ,ভূত-প্ৰেত আদিৰ ভীতি সঞ্চাৰকাৰী সাধু কথা শুনাৰ পিচত সৰু ল'ৰা- ছোৱালীবিলাকে ৰাতি অকলে ঘৰলৈ যাবলৈ ভয় কৰে। তেতিয়া লগৰ ডাঙৰ কোনোবাই তেওঁলোকক ঘৰত থৈ আহিব লগা হয়। ইমানৰ পিচতো কিন্তু তেওঁলোকে সাধু নুশুনাকৈ থাকিব নোৱাৰে। এয়াই হৈছে সাধু কথাৰ প্ৰতি থকা তেওঁলোকৰ আন্তৰিক স্পৃহা। এনেবোৰ ঘটনাৰ পৰা এই লোক-কাহিনী (সাধুকথা) বোৰে চাহ-জনজাতিসকলৰ জীৱনত কেনেভাৱে প্ৰভাৱ বিস্তাৰ কৰি আছে তাক সহজেই অনুমান কৰিব পাৰি।

**জন্ম-মৃত্যু ঃ**

**জন্ম ঃ** অন্যান্য বহুবিলাক আচাৰ অনুষ্ঠানৰ দৰে চাহ সমাজত জন্ম আৰু মৃত্যুৰ লগতো ভালেমান নীতি নিয়ম জড়িত হৈ আছে। কেঁচুৱা জন্মৰ লগত সম্বন্ধিত কৰ্মৰাজিক 'ছটী' বুলি কোৱা হয়। এই কৰ্ম চাহ সমাজৰ প্ৰতিটো পৰিয়ালেই কৰিব লাগে। সন্তান জন্ম দিয়া নাৰী গৰাকীক 'পোঁৱাতী' বুলি কোৱা হয়। সন্তান জন্ম দিয়াৰ আগলৈকে সেইগৰাকী নাৰীক 'দ্বি-জীৱা' অথবা গৰ্ভৱতী নাৰী বোলা হয়। কেঁচুৱা প্ৰসৱৰ বাবে নাৰীগৰাকীক এক আছুতীয়া কোঠাত ৰখা হয়। এই স্হানক 'অন্তুড়ী শাল' বুলি কোৱা হয়। পোঁৱাতী আৰু কেঁচুৱাক সেক পোটক দিবৰ বাবে সৰু কেৰাহী এখনত জুই ধৰি ৰখা হয়। ইয়াক 'অন্তুড়ী' বোলা হয়। এই জুয়ে কোঠাটো গৰম কৰি ৰখাত সহায় কৰে। সন্তান প্ৰসৱত সহায় কৰিবৰ বাবে এগৰাকী তিৰোতাক বাগিচা কৰ্তৃপক্ষই 'ধাই' হিচাবে নিযুক্তি দিয়ে। যি কোনো





সময়ত মাতিলেই এই ধাই আহি প্ৰসৱ কাৰ্যত সহায় কৰি দিয়ে। চাহ সমাজৰ এটা বেয়া নিয়মৰ আছে যে কেঁচুৱা আৰু পোৱতিগৰাকীক বস্তা পাৰি শুবলৈ দিয়া হয়। যি ক্ষেত্ৰত মাক আৰু কেঁচুৱা উভয়ৰে সুস্বাস্হ্যৰ বাবে পৰিষ্কাৰ-পৰিচ্ছন্নতাৰ অতিকে জৰুৰী তেনে সময়ত এনেদৰে বস্তা পাৰি শুবলৈ দিয়া নিশ্চয় বিজ্ঞানসন্মত হ'ব নোৱাৰে। ইয়াৰ ফলতেই বহু সময়ত ঠাণ্ডা লাগি মাক কেঁচুৱাৰ নিউমোনিয়া আদি ৰোগ হোৱা দেখা যায়। বিজ্ঞানৰ চৰম উৎকৰ্ষ ঘটাৰ দিনতো বাগিচাৰ তিৰোতাসকলে এনেদৰে কষ্ট কৰি সন্তান দিব লগা হোৱাটো নিশ্চয় দুৰ্ভাগ্যৰ বিষয়। কেতিয়াবা দুই-তিনি দিন ধৰি কষ্ট পাই সন্তান জন্ম দিব নোৱাৰি বহু তিৰোতাৰ মৃত্যু হোৱাৰ কথাও শুনিবলৈ পোৱা যায়। বাগিচা অঞ্চলত সন্তান জন্ম দিয়া আৰু মৃত্যুৰ সৈতে খেলা একে কথা। কেঁচুৱাৰ বাবে আছুতীয়া কানি-কাপোৰৰ ব্যৱস্হা কৰা হয়। কেঁচুৱা আৰু মাকৰ কানি-কাপোৰ ধাইগৰাকীয়ে ধুই দিয়ে আৰু মাক কেঁচুৱাক সেক পোটক দিয়ে। পৰাপক্ষত 'ৰঙা এৰা'ৰ পাতৰ মাজত গৰম ফুটহাঁই ভৰাই সেক দিয়া হয়। সন্তানৰ নাড়ী ধাইগৰাকীয়েই কাটে। নাই সৰাৰ পিচত মাক-কেঁচুৱাক বাহিৰলৈ উলিয়াই অনা হয়। আৰু কেঁচুৱাক তেল চাবোনেৰে ঘঁহি পিহি গা- ধুওৱা হয়। কেঁচুৱাক গা ধুৱাবৰ সময়ত টিং অথবা কাঁহী বজোৱা নিয়ম। এনে কৰিলে সন্তানৰ ভয়-ভীতি নাইকিয়া হয় বুলি ভবা হয়। কেঁচুৱা বাজলৈ নুলিওৱা পৰ্যন্ত ধাইগৰাকীয়ে এই সমস্ত কাম কৰে। আৰু সেই কাৰণেই কৃতজ্ঞতাৰ চিনস্বৰূপে ধাই গৰাকীক ছটীৰ দিনা মাতি আনি চেৰাপ, মাছ-মাংসৰ লগতে ভাত-পানী খুৱাই নতুন শাৰী-কাপোৰ, চাউল, দাইল, নগদ কিছু পইচা দিয়া হয। কথিত আছে যে ছটিৰ দিনা ভাগ্যদেৱী আহি চাৰি আঙুলিৰে কপালত ভাগ্যৰেখা আঁকি থৈ যায়। এই ভাগ্যকে ধিয়াই হাত সাবটি বহি পঢ়া-শুনাৰ প্ৰতি গুৰুত্ব নিদি এই সকল লোকে নিজেই নিজৰ জীৱনটো ধ্বংস কৰি পেলাইছে। পুনৰ একৈশ দিনৰ দিনা নাপিতৰ হতুৱাই কেঁচুৱাৰ মূৰৰ চুলি খুৰাই পেলোৱা হয়। তাৰ পিচত তেল, হালধি সানি কেঁচুৱাক গা-ধুৱাই দিয়া হয়। মাকেও তদনুৰূপ ধৰণে গা-পা ধুই লয়। সেই দিনা মাক কেঁচুৱা দুয়োকে নতুন কাপোৰ পিন্ধিবলৈ দিয়া হয়। একৈশ দিনৰ দিনা নাম কৰণৰ ব্যৱস্হা কৰা হয়। এই ক্ষেত্ৰত ভিন্ন সম্প্ৰদায়ে ভিন্ন ৰূপত নামকৰণ অনুষ্ঠান পাতে। উৰিয়া সম্প্ৰদায়ৰ লোকসকলে সেই দিনা নাম কীৰ্তন অথবা সত্য নাৰায়ণৰ পূজা অথবা পাল্লা নাচ আদি অনুষ্ঠিত কৰি নামকৰণ কৰে। কোনো কোনোৱে জন্মৰ বাৰ অনুসৰি মিতিৰ কুটুম্বৰ লগ লাগি নামকৰণ কৰে। এনেদৰে মহা আনন্দ-উৎসৱৰ মাজেৰে আনন্দ-স্ফূৰ্তি কৰি নামকৰণ পৰ্বৰ সামৰণি মাৰে।

নৱজাতকক লৈও চাহ সমাজত বিভিন্ন ধৰণৰ জনবিশ্বস প্ৰচলিত আছে।

প্ৰথম কেঁচুৱা ল'বৰ সময়ত শুদা হাতে কেঁচুৱা ল'ব নাপায়। ওচৰ-চুবুৰীয়াৰ ঘৰলৈ কেঁচুৱা লৈ গ'লেও কেঁচুৱা নিয়া ঘৰৰ মানুহে কেচুৱাৰ তালুত তেল দিয়া নিয়ম। তালুত তেল নিদিলে নিগনিয়ে উপদ্ৰৱ কৰে বুলি বিশ্বাস কৰে। কেঁচুৱাৰ হিকটি আহিলে কাপোৰৰ সূতা থু-ৰে তিয়াই তালুত থৈ দিলে হিকটি বন্ধ হয়। এনেকৈ থওঁতে মৃৰত নিমখৰ ভাৰ থ'লো বুলি কয়। নৰজাতকক মুখ নালাগিবৰ বাবে কপালত ক'লা ফুট,কঁকালত 'নজৰ মালা', 'কুকুৰ মালা' আদি পিন্ধাই দিয়া হয়। শকত তজবজীয়া হ'বৰ বাবে হাত আৰু ভৰিত অমৰ পুঙ্গ (আকাশী লতা)ৰ খাৰু পিন্ধাই দিয়া হয়। কেঁচুৱা আটিল আৰু টান হ'বৰ বাবে পুৱা-গধূলি দুবাৰকৈ নহৰু তেলেৰে মালিচ কৰা হয়। কেঁচুৱাক সদায় গা ধুৱাব নোৱাৰি কাৰণে গাৰ গোন্ধ নাইকিয়া কৰিবৰ বাবে পুৱা গধূলি হালধি তেলেৰে গা ঘঁহি পিহি দিয়া হয়।এনে কৰাৰ ফলত কেচুৱাৰ শৰীৰৰ পৰা এনে এক সুমিষ্ট গোন্ধ ওলাই যে তাক বাৰেবাৰে শুঙি থাকিলেও হেঁপাহ নপলায়। তদুপৰি কেঁচুৱাৰ সহজে পেটৰ গোলমাল নহ'বৰ বাবে লোৰ শলা গৰম কৰি পেটত জিলিকি থকা সিৰাবিলাকত দাগ দিয়া হয়। ই বৰ অমানুষিক। গৰম লোৰ শলাডাল কেঁচুৱাৰ পেটত লগাই দিওঁতে কেঁচুৱাই এনে এক গগন ফলা চিঞৰ মাৰে যে গাৰ নোম শিয়ৰি উঠে। শিক্ষিত লোকসকলে এনে কাৰ্য বন্ধ কৰাৰ বাবে ব্যৱস্থা লোৱা উচিত।

**মৃত কৰ্ম ঃ** জন্মৰ কৰ্মৰাজিৰ দৰে মৃতকৰ উদ্দেশ্যেও বহুবোৰ নীতি-নিয়ম মানি চলিব লগা হয়। মৃতকৰ শৰ বাহিৰলৈ উলিয়াই আনি কপাল, মুখ, হাত, ভৰি আদিত তেল হালধি সানি দিয়া হয়। মৃতকৰ শৰ শোৱা খাটিয়া অথবা বাঁহৰ চাঙি কৰি শ্মশান ঘাটলৈ নিয়ে। মৃতকৰ শৰ পৰিয়ালৰ লোকে কান্ধত নিয়া নিয়ম। বৃদ্ধ লোক হ'লে পুতেকৰ কান্ধত যাবলৈ পালে ভাগ্যৱান বিবেচিত হয়। পুতেকৰ কান্ধত বাপেকৰ শ যোৱাটো বাপেক-পুতেক উভয়ৰ বাবেই পুণ্য জ্ঞান কৰা হয়। বৃদ্ধলোক মৰিলে মৰম নেওচা দিয়াবৰ বাবে শৰৰ ওপৰেদি ৭ বাৰ ইফালৰ পৰা সিফাললৈ পাৰ কৰে। ইয়াকে মৰম 'নেওচা' দিয়া বোলে॥ এনে কৰিলে মৰমৰ বাবে পিচত বুঢ়া-বুঢ়ীয়ে সৰু ল'ৰা-ছোৱালীক আমনি নকৰে বুলি বিশ্বাস কৰে। শৱ কান্ধত তোলাৰ সময়ত 'হৰি বোল' ধ্বনি দিয়ে। তাৰ পিচত শ লৈ শ্মশান মুখে যাত্ৰা কৰে। বাপেকৰ শ বৰ পুতেকে সোঁ ফালে থাকি প্ৰথমে কান্ধত তোলে। শ বগা মাৰ্কিন কাপোৰৰ ঢাকি নিয়া নিয়ম। শ নিয়াৰ পিচত গোটেই ঘৰ গোবৰ মাটিৰে মচি-কাচি চাফ-চিকুণ কৰি লয়। শ ৰখা ঠাইৰ লগতে গোটেই পদূলিত গোবৰ-পানী ছটিয়াই শুদ্ধ কৰা নিয়ম। ইয়াকে 'ছেৰা' দিয়া বুলি কয়। চাহ সমাজৰ লোকে সাধাৰণতে খৰি নিদিয়ে। দুই এজন অৱস্থাপন্ন লোকৰ বাদে বাকী সকলো লোকেই গাঁত খান্দি





পুতি থয়। শ্মশান ঘাটলৈ যোৱা প্ৰতিজন মানুহেই শ পুতিবৰ সময়ত একো মুঠিকৈ মাটি দিয়া নিয়ম। শ পোতা ঠাই ডোখৰৰ মাটি কিবা এটা মূল্য দি কিনি লোৱা নিয়ম। তাৰ পিচত খৰি দিয়াই হওক বা গাঁত খান্দি পুতি পেলোৱাই হওক উত্তৰা-দক্ষিণামুৱাকৈ শ খৰি দিয়া বা পোতা হয়। সেই কাৰণে জীৱিত ব্যক্তিক উত্তৰা-দক্ষিণাকৈ শুৱলৈ দিয়া নহয়। শ পোতা বা খৰি দিয়াৰ আগ মুহূৰ্তত বৰ পুতেকে মুখাগ্নি কৰা নিয়ম। শ দাহ কাৰ্য সমাপ্ত হ'লে খাটিয়া বা চাঙি কাটি পেলোৱা নিয়ম। মৃতকে ভাল পোৱা বস্তুবিলাক মৃতকৰ মূৰৰ শিতানত দি থৈ অহা হয়। মৃতকৰ মূৰৰ ফালে সৰু বাটি এটাও দি থৈ অহা হয়। শ সংকাৰ কৰাৰ পিচত সকলোৱে নৈত গা-পা ধুই তিতা বস্ত্ৰৰে মৃতকৰ ঘৰলৈ ঘূৰি আহে। মৃতকৰ ঘৰৰ পদূলি মুখত ধৰি থোৱা জুইৰে ভৰি সেকি ঘটিত থোৱা নিমপাতৰ পানী গায়ে-মূৰে ছটিয়াই নিমপাত মুখত দিয়ে। আন কোনোবাই নিদিলেও মৃতকৰ পৰিয়ালৰ সকলো লোকেই ৰাতি হ'লেও নিমপাত মুখত দিব লাগে। সেই কাৰণেই চাহ সমাজৰ লোকে ৰাতি কেতিয়াও তিতা নাখায়। বিশেষকৈ মাক-বাপেক জীৱিত থকা অৱস্থাত। আজিও চাহ সমাজৰ লোকে গা ধুই উঠি তিতা নাখায়। দিনত হ'লেও প্ৰথমে চেনি অথবা নিমখ অলপ মুখত দিয়াৰ পিচতহে তিতা মুখত দিয়ে। শ্মশান ঘাটলৈ যোৱা প্ৰায় প্ৰতিজন মানুহৰ হাতত কোৰ বা কটাৰী কিবা এটা থকা নিয়ম। বিশ্বাস কৰা যায় যে শ্মশান ঘাটত নানান অপদেৱতা ঘূৰি ফুৰে। শুদা হাত পালে কোনোবা অপদেৱতাই অনিষ্ট কৰিব পাৰে বুলি জনবিশ্বাস প্ৰচলিত হৈ আছে। মৃতকৰ ঘৰত সেই দিন ধৰি তিনি দিনলৈকে চৌকা নজলে। ওচৰ-চুবুৰীয়া আৰু কুটুম্বৰ মানুহে সৰু ল'ৰা-ছোৱালী থাকিলে খোৱাৰ ব্যৱস্থা কৰি দিয়ে। তিনি দিনৰ দিনা কুটুম্বৰ সকলো লোক গোট খাই নিমপাত দি সিজোৱা আহাৰ খায়। ইয়াকে 'কছা খোৱা' বুলি কয়। তেল হালধি ৰহিত সিজোৱা দাইল তৰকাৰি খোৱা হয়। সকাম হৈ নোযোৱালৈকে মাছ-মাংস খোৱা নহয় বাবে সেই দিনাই শুকান মাছ পুৰি নাম মাত্ৰ মুখত দিয়ে। ইয়াকে 'আঁইছ টুঁকা' বুলি কয়। সেই দিন ধৰি মুখাগ্নি কৰা পুতেকে দিনত ফলাহাৰ আৰু সন্ধিয়া বেলি ডুব যোৱাৰ আগতে মৃতকলৈ আগ কৰি এসাঁজ ভাত খাব পাৰে। প্ৰত্যেক পুৱা-গধূলি মৃতকৰ উদ্দেশ্যে দাঁত মাজিবৰ বাবে দাঁতোন আৰু মুখ ধুবৰ বাবে ঘটিত পানী দিয়া নিয়ম। সকাম হৈ নোযোৱালৈকে এনেদৰে প্ৰত্যেক পুৱা আৰু গধূলি মৃতকলৈ আহাৰ-পানী আগ কৰিহে গ্ৰহণ কৰিব পাৰে।এনেদৰে ন-দিন কৰি থকা হয়। ন দিনৰ সন্ধিয়া শ সংকাৰলৈ যোৱা সকলো লোকক দহ দিনৰ দিনা ঘাট কৰা হ'ব বুলি জনাই দিয়া হয়। আৰু সেইমতে দহ দিনৰ দিনা পুৱাই শ্মশান ঘাটলৈ যোৱা সকলো লোকৰ লগতে পৰিয়ালৰ লোকে নাপিত মাতি ক্ষৌৰ কৰ্ম কৰাই লয়।

তিৰোতাসকললেও আন নহ'লে হাতৰ নখ হ'লেও কটাকাগীয়া হয়। কোনো কোনোৱে ব্ৰাহ্মণৰ হতুৱাই পিণ্ডাদি দিয়ে। ঘৰলৈ ঘূৰি আহি ঘৰতো শ ৰখা ঠাইত হোম আদি পূৰি ঘৰ শুচি কৰা হয়। আজিকালি বহুতে শঙ্কৰী ধৰ্মত দীক্ষিত হোৱা বাবে ব্ৰাহ্মণ্যবাদী কৰ্মবিলাক নকৰে। জ্যেষ্ঠ পুত্ৰকে আদি কৰি যিকেইজন পুতেক থাকে আটাইকেইজনেই মুণ্ডন কৰায়। ঘাটত সকলোৱে গৃহস্থই লৈ যোৱা তেল-হালধিৰে গা ধোৱে। অৱস্থাপন্ন লোকে প্ৰত্যেককে একোখনকৈ মাৰ্কিন কাপোৰ বিলাই দিয়ে। ঘৈনিয়েক আৰু পুতেকে নতুন কাপোৰ পিন্ধে। বিধৱা মানুহ গৰাকীয়ে গিৰিয়েক মৰা দিনৰ পৰাই বগা মাৰ্কিন কাপোৰ পিন্ধে। সেই দিনাই নাকৰ, কাণৰ সকলো গহনা খুলি পেলোৱা হয়। হাতৰ চুড়ী- খাৰু সকলো খুলি পেলোৱা হয়। সকলো কাম শেষ হোৱাৰ পিচত নাপিত,পুৰোহিত আটাইকে যথা বিহিত পইচা, সিধা আদি দি বিদায় দিয়া হয়।

**ছাঁহিৰ/শা অনা ঃ** দহ দিনৰ দিনাই জ্ঞাতিক ভোজ দিব লাগে। কাৰণ সেই ৰাতিয়েই মৃতকৰ 'ছাঁ অনা' নিয়ম। সেই ৰাতি ছাঁ নানিলে মৃতক অসন্তুষ্ট হৈ পিচত নাহিব পাৰে। অন্যহাতেদি মৃতকৰ ছাঁ আনিবলৈ মৃতকৰ বাবে চেৰাপ,মাংস,ভাত আদি দিয়াৰ ব্যৱস্থাও কৰিব লগা হয়। গতিকে, একেলগে হোৱাকৈ জ্ঞাতি সকলকো সেই ৰাতিয়েই ভোজ দি দিয়া হয়। ভোজ খাই অন্যান্য সকল ঘৰাঘৰি গুচি যায়। মাত্ৰ ২-৩ জনমান অভিজ্ঞ মানুহ এই কাৰ্যৰ বাবে থাকি যায়। ৰাতি বাৰমান বজাত যেতিয়া সকলো মানুহ শুই নিঃপালি দিয়ে তেতিয়া পৰিয়ালৰ লোকক লগত লৈ শ্মশান ঘাটলৈ যোৱা হয়। শ্মশান ঘাটৰ আধা বাটলৈকে গৈ তিনিবটীয়া এডোখৰ ঠাইত চাৰিটা বাঁহৰ খুঁটি পুতি তাৰ ওপৰত অলপ খেৰ দি তাৰ তলত যথাবিধি পূজা কৰা হয়। পূজাত মৃতকৰ উ ে শ্যে চেৰাপ, মুৰ্গী পোৱালি আগবঢ়োৱা হয়। পূজা শেষ কৰি জুইশলা মাৰি ঘৰটো পুৰি পেলোৱা হয়। প্ৰথমতে বৰপুতেকক আঁচল পাৰি বহিবলৈ দিয়া হয়। তাৰ পিচত মৃতকক উ ে শ্যি কোৱা হয়-'তৰঘৰ পুড়ি গেল' এখন তুই কাঁহা থাকবি'? ৰ'দ বৰখনে ভিজি তুই বহুত কষ্ট পাবি।.আই তৰ নিজৰ একটা ঘৰ আছে ন' আই ঔ খিনেই থাকবি।' এইবুলি আদৰ-সাদৰ কৰি আঁচল পাৰি মাতি আঁচল সামৰি ঘৰমুৱা হয়।আহোঁতে লগত নিয়া ঘটি মুখত দি মুখেৰে হুঁ,হুঁ শব্দ কৰি আহিব লাগে। এনেকৈ আহি দুৱাৰমুখ পায়েই দৰ্জাত জোৰকৈ ঢকা এটা মাৰি দিয়া হয়। তেতিয়া ভিতৰত বৈ থকা লোক সকলৰ এজনে সোধে 'কে ৰে'? তেতিয়া বাহিৰৰ পৰা কোৱা হয় 'হামৰা'। তাৰ পিচত পুনৰ সোধা হয় 'কি আনছি'? তেতিয়া উত্তৰ দিয়া হয় 'দুখ ছাড়ে সুখ আনছি'। তেতিয়া ভিতৰৰ পৰা দৰ্জা খুলি দিয়ে। তেতিয়া শ্মশান ঘাটৰ পৰা অহা লোক কেইজন





ভিতৰলৈ সোমাই যায়। ভিতৰত বহি থকাসকলে ডলা এখনত কিছু আটা বা ময়দা লৈ থাল এখনেৰে ভালকৈ টেপি মিহি কৰি চাকি-বাতি নুমাই আন্ধাৰ কৰি ঢাকি-ঢুকি বহি থাকে। ছাঁ অনা ব্যক্তিজনে সোমাই গৈয়েই গামোচাখন আটাখিনিৰ ওপৰত জাৰি দিয়ে। তাৰ পিচত চাকি জলাই কি ৰূপত ছাঁ আহিছে সকলোৱে চায়। সাধাৰণতে ছাঁ গৰুৰ খোজ, কুকুৰ, মেকুৰীৰ খোজৰ চাপ, বিছা, বা তেনে জাতীয় প্ৰাণীৰ খোজৰ চাপত অথবা গেঁৰ ধৰা ধানৰ চাপত আহে। যদি একোৱে চিন পোৱা নহয় তেন্তে ছাঁ নাই অহা বুলি ধৰি লৈ পুনৰ যত্ন কৰে। মৃতক সন্তুষ্ট হৈ থাকিলে এবাৰতে গুচি আহে। নতুবা গোটেই ৰাতি অহা-যোৱা কৰি থাকিলেও কেতিয়াবা নহাকৈ থাকি যায়। শতকৰা দুই এজনৰ বাদে প্ৰায়বিলাক মৃতকৰ আত্মা আহে। এজনৰ হাতত নাহিলে পৰিয়ালৰ অন্য কোনোবা এজনে যত্ন কৰি চায়। কেতিয়াবা পৰিয়ালৰ লোকৰ হাতত নাহি ওচৰ চুবীয়াৰ হাততো আহে। গতিকে, দেখা যায় ছাঁ অনা প্ৰথা এক অতিকে কঠিন আৰু দুৰূহ কাম। তথাপি সকলো দুখ কষ্ট পাহৰি মৃতকৰ প্ৰতি থকা শ্ৰদ্ধাৰ বাবেই এনে দুৰূহ কাম কৰিবলৈও তেওঁলোকে পিচ নোহুঁহকে। আটাত যি প্ৰাণীৰ চাপ দেখে সেই ৰূপতেই মৃতক অহা বুলি ধৰি লৈ সেই আটাখিনি নতুনকৈ আনি থোৱা টেকেলি এটাত ভৰাই টেকেলিৰ মুখকন ৰঙা মাৰ্কিন কাপোৰেৰ বান্ধি 'ঈশান' কোণত সযত্নে পুতি ৰখা হয়। ঈশান কোণত মৃতকৰ আত্মা বাস কৰে বুলি বিশ্বাস কৰি এই ঈশাণ কোণক চাহ জনজাতিৰ লোকসকলে অতি পৱিত্ৰ জ্ঞান কৰে। প্ৰত্যেক পূজা পাৰ্বণত তেওঁলোকে মৃতকৰ উ ে শ্যে এই ঈশাণ কোণতে পূজা-সেৱা কৰে। যিকোনো ন-ৱান্ন, ঘৰত নতুনকৈ লগা ফলমূল,ইষ্ট দেৱতাৰ নামত ঈশাণ কোণত উছৰ্গা কৰাৰ পিচতহে অইন কোনোবাই খাব পাৰে। পূজা-পাৰ্বণৰ কানি-ফাপোৰ বিয়াৰ দৰা -কইনাৰ কানি-কাপোৰ প্ৰথমতে ইষ্ট দেৱতাৰ থানত আগবঢাই লোৱাৰ পিচতহে পিন্ধিব পৰা হয়। খোৱা আহাৰৰ প্ৰতিটো দ্ৰব্য, আনকি চেৰাপ হ'লেও তাৰ দুটোপালমান মাটিত পেলাই লৈহে খায়। চাহ জনজাতিসকলৰ মৃতকৰ প্ৰতি থকা শ্ৰদ্ধা-ভক্তি সঁচাকৈয়ে আদৰণীয় তথা অনুকৰণীয়।

**মৃতকৰ উ ে শ্যে কৰা সকাম-নিকাম ঃ** চাহ জনজাতিৰ লোকসকলে প্ৰথমতে দহ দিনত দহাৰ ভোজ মৃতকৰ ছাঁ অনা পৰ্ব সমাপন কৰাৰ পিচত এঘাৰ দিনৰ দিনা মৃতকৰ উ ে শ্যে নাম-কীৰ্তন কৰে। ইয়াৰ পিচত মাহেকীয়া নাম-কীৰ্তন,তাৰ পিচত ছহমীয়া তাৰপিচত বছৰেকীয়া তাৰ পিচত সৰ্ব শেষত বাৰ বছৰীয়া নাম-কীৰ্তন কৰাৰ পিচত সকামৰ নামত আৰু একো কৰিবলৈ নাথাকে। অসমৰ অন্যান্য জাতি-গোষ্ঠীৰ দৰে এওঁলোকে মাহে মাহে সকাম নকৰে। আৰ্থিক দুৰৱস্থা আৰু কোম্পানীৰ ধৰা-বন্ধা চাকৰিৰ মাজত থাকি মাহে মাহে এনেবোৰ অনুষ্ঠান পাতিবলৈ অসুবিধাৰ

কাৰণতো এনে কৰে বুলি ধাৰণা কৰিব পাৰি।

**তেল হালধিৰ ব্যৱহাৰ ঃ** তেল হালধি প্ৰসাধনৰ সামগ্ৰী হিচাবে গণ্য কৰা হয়। বিয়াত দৰা-কইনাক তেল হালধি ঘঁহি গা ধুওৱাটো বাধ্যতামূলক। সেইদৰে কেঁচুৱাক তেল হালধি ঘঁহি গা ধুৱাব লাগে। নিতৌ পুৱা গধূলি কেঁচুৱাক তেল হালধি ঘঁহাটো কেঁচুৱাৰ মাকৰ এক এৰাব নোৱাৰা কাম। একেদৰে মৃতকৰ দহা কাৰ্যত গৃহস্থই ৰাইজক স্নান কৰিবৰ বাবে তেল হালধিৰ যোগাৰ দিয়াটো এক নীতিগত কথা। ইয়াৰ বাদেও নতুন গৰু-গাই কিনি আনিলে মূৰ আৰু শিঙত হালধি সনা,খুৰা হালধি পানীৰে ধুওৱা, দৰা কইনাক তেল হালধি সানি গা ধুওৱা, আইসকল দেখা দিলে তেল হালধি সানি গা ধুওৱা, হালধি সহিতে ধূপ চাকি জলাই মেলানি দিয়া,পূজা আদিত জুইৰ ওপৰেদি খোজ কাঢ়ি যাবলৈ হালধি পানীৰে ভৰি তিওৱাৰ উপৰিও ভৰি কচকা খোৱা, হাড় ভগা আদিত দৰব হিচাবে হালধি ব্যৱহাৰ কৰা হয়। পেটৰ অসুখ আদি কৰি অন্যান্য বহুবোৰ কামত হালধি ব্যৱহাৰ কৰাৰ উপৰিও তিৰোতাসকলে সৌন্দৰ্য বৰ্ধনৰ বাবেও হালধি ব্যৱহাৰ কৰে। মুঠতে ক'বলৈ গ'লে চাহ সমাজৰ জাতীয় জীৱনত তেল-হালধি এক এৰাব নোৱাৰা সামগ্ৰী হৈ পৰিছে।

**সাজ-পাৰ ঃ** চাহ সমাজৰ লোকসকলে অতীজত নিজ প্ৰদেশৰ সা-পাৰ পিন্ধিছিল। বৰ্তমান তেওঁলোকে অসমত প্ৰচলিত সাজ পাৰকেই নিজৰ বুলি গ্ৰহণ কৰি লৈছে। অসমৰ অন্যান্য জাতি-গোষ্ঠীৰ দৰে তিৰোতাসকলে শাৰী, মেখেলা, চাদৰ, ব্লাউজ, অন্তৰ্বাসকে আদি কৰি অন্যান্যবিলাক সাজ-পোছাক পৰিধান কৰে। বাগিচাৰ কামৰ সুবিধাৰ বাবে মতা মানুহ বিলাকে হাফ-পেন্ট পিন্ধে। অইন সময়ত ধুতী লংপেন্ট আদি পিন্ধা দেখা যায়। গতিকে, সাজ পাৰৰ ক্ষেত্ৰত বিশেষ পাৰ্থক্য নাই বুলিয়েই ক'ব পাৰি। চাহ সমাজৰ লোকসকলৰ মাজত নতুন কানি-কাপোৰ পিন্ধাক লৈও বহুবোৰ নীতি-নিয়ম মানি চলিব লগা হয়। বিয়া-বাৰু, পূজা-পাৰ্বণ আদিতো যেতিয়াই তেতিয়াই নতুন কানি-কাপোৰ পিন্ধিব নোৱাৰে। বিশেষকৈ সৰু ল'ৰা- ছোৱালীক ৰাতি অথবা শনিবাৰে নতুন কাপোৰ পিন্ধিব দিয়া নহয়। মৃতকক বগা মাৰ্কিন কাপোৰেৰে ঢাকি নিয়া নিয়ম। সেইদৰে মৃতকৰ ঘাটৰ দিনা আত্মীয় কুটুম্বক নতুন কাপোৰ দিয়া নিয়ম। আলহীক যাবৰ পৰত নতুন কাপোৰ দিয়া নিয়ম প্ৰচলিত হৈ আছে। চাহ সমাজৰ তিৰোতাই এনেয়ে পানী গাঁঠি ডুব যোৱাকৈ কাপোৰ পিন্ধা নিয়ম যদিও বাগিচাৰ কামৰ সুবিধাৰ বাবে কামৰ সময়ত কলাফুল ওলোৱাকৈ কাপোৰ পিন্ধে। ছোৱালী 'বুজন' (শান্তি) হোৱাৰ পিছৰ পৰাই শাৰী, মেখেলা-চাদৰ পিন্ধা নিয়ম। উঠন গাভৰু ছোৱালীৰ বুকু খালী কৰি ৰাখিব নাপায়।

**আ-অলঙ্কাৰ ঃ** অসমৰ অন্যান্য জাতি-গোষ্ঠীৰ লোকৰ লগত চাহ সমাজৰ





মাজত প্ৰচলিত আ-অলঙ্কাৰসমূহৰ মাজত কিছু পাৰ্থক্য পৰিলক্ষিত হয়। চাহ সমাজৰ লোকসকলে অন্য লোকতকৈ কিছু বেছি অলঙ্কাৰ পিন্ধে। তেওঁলোকৰ পূৰ্বপুৰুষ সকলে নিজ নিজ ৰাজ্যৰ পৰা অনা আ-অলঙ্কাৰবোৰ পুৰুষানুক্ৰমে চলি আহিছে। আ-অলঙ্কাৰবোৰ সাধাৰণতে সহজে নষ্ট হৈ নাযায়। সেইকাৰণে এইবোৰকে পুৰুষৰ পিচত পুৰুষ ধৰি একেবোৰ অলঙ্কাৰকে ব্যৱহাৰ কৰি আহিছে। সেই বিলাকৰ ভিতৰত– চুড়ী, খাৰু, বালা, বাজু, আঙঠি, মুদি, পায়ল, শিকৰিপঁয়ৰী, কমৰ ডৰী, কঙ্কিণী, চন্দ্ৰহাৰ চাপ চৰী, চন্দ্ৰহাৰ, হাৰ,কণ্ঠ হাৰ, টিকলি, সিকি মালা, সীতা পটী, খঙছ, বুট কাঁটা, কাঁটা, কিলিপ হাঁছলি, নাকফুলি নাকফুটকী, দণ্ডি নূলুক, ফঁচিয়া, কান তড়কা, থুৰীয়া, মাদলি, মাঁকড়ী আদি। বৰ্তমান ইয়াৰ প্ৰায়বিলাক অলঙ্কাৰেই অপ্ৰচলিত হৈ পৰিছে। এইবিলাকৰ উপৰিও তিৰোতাসকলে চকুত চুৰমা কাজল, শিৰত সেন্দূৰ আদি লয়।

**দান-দক্ষিণা ঃ** চাহ সমাজৰ লোকসকল ধৰ্মৰ বিষয়ে বিশেষ একো নাজানিলেও দান-দক্ষিণা কৰিলে পুণ্য হয় বুলি বিশ্বাস কৰে। আৰু সেই কাৰণে পৰাপক্ষত ৰুগীয়া বুঢ়া অৱহেলিতজনক পাৰ্যমানে দান-দক্ষিণা কৰে। বিশ্বাস কৰা যায় যে, গো-দান, বস্ত্ৰ-দান, অন্ন-দান কৰিলে মানুহৰ পূণ্য হয়। কন্যাক দান স্বৰূপে বিয়া দিব পৰাটো মাক-বাপেকৰ বাবে সৌভাগ্যৰ বিষয় বুলি ভাবে। অন্যান্য বহু বস্তুৰ উপৰিও স্বাভৱিকভাৱে উৎপন্ন হোৱা কিছু বস্তু আছে যিবিলাকৰ বজাৰৰ মূল্য বিশেষ একো নাই যদিও ব্যৱহাৰিক মূল্য বহু বেছি। তেনে কিছুমান দ্ৰব্য হৈছে–আম পাত, বেল পাত, কুশ বন, নিম পাত, দূৰৰি বন, তুলসী পাত, নিম পাত, ধান, আৰৈ চাউল, গোবৰ আদি। এইবিলাক দ্ৰব্য বাদ দি তেওঁলোকৰ জীৱন ডিঙা এখোজো আগুৱাই যাব নোৱাৰে।

**মাছ-মাংস, চেৰাপ আদিৰ ব্যৱহাৰ ঃ** দেখা যায়, চাহ সমাজত অন্যান্য বহু দ্ৰব্যৰ ভিতৰত এই কেইবিধ দ্ৰব্যৰ এক বিশেষ স্থান আছে। বহু দেৱ-দেৱীৰ উপাসক হোৱাৰ বাবে তেওঁলোকক প্ৰায়ে পূজাৰ বাবে চেঙ্গুনা (সৰু মুৰ্গী) পোৱালি আৰু চেৰাপ আৱশ্যক হৈ পৰে। আলহী দুলহি আহিলেও চেৰাপৰ লগতে মাছ-মাংসৰ ব্যৱস্থা কৰিব লগা হয়। ছট্ঠী- মৃতকৰ কৰ্ম মাছ-মাংসৰ অবিহনে হ'বই নোৱাৰে। বিশেষ ভাৱে পূজা- উৎসৱ-পাৰ্বণ আদিত মাছ-মাংস নহ'লে নচলে।

ব্ৰত উপবাস আদি ঃ চাহ সমাজৰ লোকসকলেও অন্য লোকৰ দৰে পিতৃ-মাতৃৰ শ্ৰাদ্ধ, দেৱ-দেৱীৰ পূজা আদিত ব্ৰত উপবাস খাটি ভাল পায়। এনে কাৰ্যক পূণ্যৰ কাম বুলি অনুভৱ কৰি সুখ অনুভৱ কৰে।

**অন্যান্য বিধি-বিধান ঃ** দেখা যায় উঠোতে বহোঁতে খাওঁতে, শোওঁতে মুঠতে শুই উঠাৰ পৰা ৰাতি বিছনাত পৰালৈকে কেৱল নিয়ম আৰু নিয়ম। ইমানবিলাক

নিয়ম মানিও কিন্তু তেওঁলোকৰ জীৱন যাত্ৰাত একো অসুবিধা পোৱা যেন নালাগে। ৰাতিপুৱা শুই উঠি কৰা কামৰ বাদেও ৰাতি শুবৰ সময়তো বহুবোৰ নীতি পালন কৰিহে শুবলৈ যাব পৰা হয়। উদাহৰণ স্বৰূপে খোৱা-বোৱা শেষ হ'লে খোৱা বাচন বৰ্তন আদি ভালকৈ এঠাইত গোটাই থোৱা নিয়ম। ঘৰৰ ঝাৰু,ডলা,কুলা,পীৰা আদিও যথাস্থানত ৰখা নিয়ম। পটা আৰু পটা গুটি একেলগে ৰখা নিয়ম। ঝাৰু কেতিয়াও ওপৰ মুৱাকৈ ৰাখিব নাপায়। মতা মানুহে ৰাতি দাড়ি কাটিব নাপায়, তিৰোতা মানুহে বেলি পৰাৰ পিছত চুলি আঁচুৰিব নাপায়। সেইদৰে বেলি ডুব যাবৰ পৰত ঘৰ চোতাল সাৰিব নাপায়। ডলা, কুলা, ঝাৰু আদি ডেই যাব নাপায়। মাইকী মানুহে নখেৰে মাটি আঁচোৰা, দাঁতেৰে নখ ছিঙা, ভৰি নচুৱাই থকা আদি কাৰ্য নিষেধ। এঙাৰেৰে আঁচ টানিব নাপায়। বোৱাৰী মানুহে মতা মানুহৰ মাজেদি ঢপলিয়াই যাব নাপায়। ডাঙৰৰ গাত ভৰি লগাব নাপায়। ডাঙৰৰ ছাঁ গচকিব নাপায়। জ্যেষ্ঠজনে কনিষ্ঠ জনৰ ভৰি চুই সেৱা কৰিব নাপায়। এনে কৰিলে কনিষ্ঠজনৰ আয়ুসত বিঘিনি জন্মে। মাইকী মানুহৰ চুলি য'তে ত'তে পেলাব নাপায়। ঋতুমতী নাৰীৰ ব্যৱহৃত কাপোৰ মুকলিকৈ মেলিব নাপায়। তেনে কাপোৰ ব্যৱহাৰৰ পিচতেই পুৰি পেলোৱা নিয়ম। বৃহস্পতিবাৰে তিৰোতা মানুহ আনৰ ঘৰলৈ থকাকৈ যাব নাপায়। এনেয়েও বৃহস্পতিবাৰে ঘৰৰ বাজ হোৱা নিয়ম নাই। খাবৰ সময়ত ভাতত চুলি পালে অথবা হাঁচি আহিলে খোৱা সিমানতে সামৰে। অৱশ্যে আজিকালি এনে কিছু নিয়ম শিথিল কৰা হৈছে। দূৰ ভ্ৰমণ কৰাৰ সময়ত পিতৃ-মাতৃ আদি কৰি জ্যেষ্ঠজনৰ ভৰি চুই সেৱা কৰি যোৱা নিয়ম। আলহী আহিলেও অথবা নিজে আলহী হৈ গ'লেও সেই ঘৰত কনিষ্ঠজনে জ্যেষ্ঠজনক সেৱা কৰা আৰু জ্যেষ্ঠজনে কনিষ্ঠজনক মৰম কৰি আশীৰ্বাদ দিয়া নিয়ম। যাত্ৰাৰ সময়ত ভৰা কলহত হাত দি যোৱা কাৰ্য শুভ ফলদায়ক বুলি গণ্য কৰা হয়। যাত্ৰাৰ সময়ত পিছফালৰ পৰা মাতিব নাপায়। তেনে কৰিলে অশুভ হয় বুলি বিশ্বাস কৰে। চাহ সমাজত আলহীক 'মিতুৰ' বুলি কয়। এই মিতুৰ নিজৰ তেজ মঙহৰ সম্পৰ্ক থকা লোককহে কোৱা হয়। ওচৰৰ লোকক মিতুৰৰ শাৰীত নধৰে। মিতিৰ-কুটুম্বৰ ঘৰলৈ ফুৰিবলৈ যাওঁতেও শুদা হাতে যোৱা নহয়। কমপক্ষেও কিছু চিৰা, মুৰি, আখৈ, পিঠা-পনা টোপোলা বান্ধি লৈ যোৱা নিয়ম। ঠিক সেইদৰে গৃহস্থয়ো ঘূৰি যাবৰ সময়ত কানি-কাপোৰ দিয়াৰ উপৰিও ৰেল-বাছৰ ভাৰাপৰ্যন্ত দি পঠিওৱা নিয়ম। ওচৰৰ কাৰোবাৰ ঘৰলৈ ফুৰিবলৈ গ'লে গৃহস্থৰ দুৱাৰমুখ পায়েই মাত লগোৱা নিয়ম। কোনো কাৰণতে গৃহস্থৰ অনুমতি অবিহনে ঘৰৰ ভিতৰলৈ সোমাই যাব নাপায। ঠিক সেইদৰে গৃহস্থই গম নোপোৱাকৈ মনে মনে গুচি আহিবও নাপায়। বোধকৰো সেই কাৰণেই কোনো বেমেজালি নোহোৱাকৈ সু-শৃংখল ভাৱে





সমাজ পৰিচালিত হৈ আহিছে। অৱশ্যে আজি-কালি দুই এটা সৰু-সুৰা অসামাজিক ঘটনা ঘটিব ধৰিছে। তথাপি তুলনামূলকভাৱে ই নিচেই কম। গতিকে, এনেবিলাক বাধা-নিষেধ, বিধি-বিধানবিলাকৰ সদৰ্থক দিশ আছে বুলিয়েই ক'ব পাৰি।

সামৰণি ঃ আলোচিত তথ্যসমূহৰ পৰা দেখা গৈছে যে চাহ জনজাতিৰ লোকসকলৰ এক গৌৰৱোজ্জ্বল অতীত আছিল। ভাষা,সাহিত্য,সংস্কৃতি আদি কৰি প্ৰতিটো দিশতে বৰ্ণাঢ্য আছিল তেওঁলোকৰ ভঁৰাল। কিন্তু দুখৰ বিষয় যে দাৰিদ্ৰ্য পীড়িত আৰু শিক্ষাহীনতাৰ বাবে বহু পিচপৰি ৰ'ল এইসকল লোক। শিক্ষাৰ পোহৰ পোৱা হ'লে এওঁলোকৰ পৰা আৰু বহু বিষয়ৰ সন্ধান সহজ ৰূপত পোৱাৰ স ৱনা আছিল। চাহ জনজাতিসকলৰ মাজৰে উড়িয়া সম্প্ৰদায়ৰ লোকসকলৰ ভাষা আৰু শব্দৰ উচ্চাৰণৰ লগত শ্ৰীমন্ত শংকৰদেৱৰ প্ৰৱৰ্তিত ব্ৰজবুলি ভাষাৰ প্ৰায় ৮০ শতাংশ শব্দৰ ব্যৱহাৰ আৰু উচ্চাৰণ হুবহু একে। এইসকল লোকৰ দ্বাৰা অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰাৰ বহু স ৱনা লুকাই আছে। অসমৰ অন্যান্য জাতি-গোষ্ঠীৰ দৰে এওঁলোকো হাড়ে-হিমজুৱে অসমীয়া হৈ পৰিছে। বৰ্তমান এওঁলোকক বাদ দি অসমীয়া জাতিৰ পৰিচয় সম্পূৰ্ণ হ'ব নোৱাৰে। ব্ৰিটিছৰ যুগত এওঁলোকক মূল অসমীয়া মানুহখিনিৰ লগত মিলিব দিয়া হোৱা নাছিল। ব্ৰীটিছ গুচি যোৱাৰ পিচতো একেই অৱস্থা বাহাল থকাত মূল অসমীয়া জাতিটোৰ লগত এওঁলোকৰ সংমিশ্ৰণত কিছু বেমেজালিৰ সৃষ্টি হৈছিল। বৰ্তমান এই জটিলতা আঁতৰি গৈছে। অসমীয়া মানুহখিনিয়েও তেওঁলোকক আদৰি লৈছে আৰু তেওঁলোকেও আনন্দেৰে মিলি যোৱাত আগ্ৰহী হৈ উঠিছে। সকলোধৰণৰ বিভেদৰ প্ৰাচীৰবিলাক আঁতৰাব পাৰিলে অসমৰ সকলো জাতি-গোষ্ঠীৰ লোকক লৈ এক মহান অভগন অসমীয়া জাতিৰ সৃষ্টি কৰিব পৰা যাব। সেই দিন সমাগত। এই ক্ষেত্ৰত শ্ৰীমন্ত শংকৰদেৱ সংঘই বিশেষভাৱে উদ্যোগ লোৱা দেখা যায়। অসম সাহিত্য সভায়ো পূৰ্বৰ গতানুগতিক কাৰ্যসূচীৰ পৰা কিছু আগবাঢ়ি আহি বাস্তৱ দৃষ্টিভংগীৰে কাৰ্যপন্থা হাতত ল'লে শুভ ফলদায়ক হ'ব। বিশেষ উল্লেখযোগ্য যে অসম সাহিত্য সভাই চাহ সমাজৰ ভালেকেইগৰাকী লেখক লেখিকাৰ লেখাসমূহ পুথি আকাৰে প্ৰকাশ কৰি তেওঁলোকক অনুপ্ৰাণিত কৰিছে। ই নিশ্চয় আদৰণীয়। দৈনিক জনমভূমিকে আদি কৰি বৰ্তমান প্ৰায়বিলাক দৈনিক বাতৰি কাকতেও এইসকল লেখক-লেখিকাৰ লেখা প্ৰকাশ কৰি তেওঁলোকক আৰু অধিক ওচৰ চপাই লোৱাত সফল হৈছে। এনে কাৰ্যই জাতি-গোষ্ঠীসমূহৰ মাজত মিলা-প্ৰীতিৰ বান্ধোন অধিক সুদৃঢ় কৰি অসমীয়া জাতিক অধিক সু-সংগঠিত কৰি তোলাত প্ৰভূত বৰঙণি যোগাব। সকলো লোকৰে এনে সৎ আৰু মহৎ প্ৰচেষ্টাৰ ধাৰা অব্যাহত থাকক তাকে কামনা কৰিলো॥

# টাই-টুৰুং জনজাতি ঃ সমীক্ষাত্মক অধ্যয়ন

ড° বলীন সন্দিকৈ

অসমৰ পাহাৰ-ভৈয়াম আৰু সীমান্তত ভালেমান জনজাতিয় লোকে বসবাস কৰি আছে। এই জনজাতিবিলাকৰ প্ৰত্যেকৰে নিজা ভাষা-সংস্কৃতি আছে যদিও প্ৰায়বিলাক জনজাতীয় লোকেই অসমীয়া ভাষা-সংস্কৃতিৰ দ্বাৰা প্ৰভাৱিত হৈছে। দীৰ্ঘদিন ধৰি সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলত একেলগে বসবাস কৰি থকাৰ বাবে এই জনজাতিবিলাকৰ মাজত প্ৰাচীন কালৰে পৰা ভাষিক আৰু সাংস্কৃতিক আদান-প্ৰদান চলি আহিছে আৰু চলি থাকিব। অসমত বসবাস কৰা জনজাতিবিলাকৰ ভিতৰত টুৰুংসকল অন্যতম।

অসমলৈ প্ৰব্ৰজন কৰা টাইসকলৰ ভিতৰত আহোমসকলেই আটাইতকৈ পুৰণি। তেওঁলোকে ত্ৰয়োদশ শতিকাতেই অসমলৈ আহিছিল। অষ্টাদশ শতিকাৰ শেষৰ পিনে আন কেইবাটাও টাইগোষ্ঠীয়ে অসমত প্ৰৱেশ কৰে। সেইকেইটা পাছলৈ টাই-খামতি, টাই-ফাকে, টাই-খাময়াং, টাই আইতন আৰু টাই-টুৰুং আদি থলুৱা নামেৰে পৰিচিত হ'ল।

**টুৰুং শব্দৰ আঁতিগুৰি ঃ**

বিভিন্ন লেখকে 'টুৰুং' শব্দটোক টুৰাং[২], টাইৰুং বা টাইলুং[৩] আদি ৰূপত ব্যৱহাৰ কৰি আহিছে। অৰ্থগত দিশৰ পৰা এই শব্দবোৰৰ কোনো পাৰ্থক্য নাই। টাই ভাষাত কিন্তু এই শব্দটো লিখিত ৰূপত পোৱা নাযায়। 'টুৰুং' শব্দটোৰ আঁতিগুৰি সম্পৰ্কে বিভিন্ন পণ্ডিতে বিভিন্ন ধৰণে মন্তব্য আগবঢ়াইছে। P.R.T. Gurdon ৰ মতে, টুৰুং বা 'টাইৰুঙ'সকল হৈছে ছান (শ্যান)। খামতিসকলে ছানসকলৰ এই ফৈদটোক 'টাইলুং' বুলি কয়। ইয়াৰ অৰ্থ হৈছে বৃহৎ টাইজাতি। 'টাইলুং' শব্দটো 'টাইৰুং' লৈ পৰিৱৰ্তন হৈ কালক্ৰমত তাৰ পৰাই 'টুৰুং' হ'ল বুলি ক'ব পাৰি[৪]।





গ্ৰীয়াৰ্চনেও এই মতকে সমৰ্থন কৰিছিল আৰু তেওঁ আঙুলিয়াই দেখুৱাইছিল যে ছান ভাষাত 'ল' আৰু 'ৰ' ধ্বনিকেইটাৰ কোনো পাৰ্থক্য নাই। তেওঁলোকৰ সমাজৰ কোনো কোনোৱে 'ল' আৰু কোনো কোনোৱে 'ৰ' উচ্চাৰণ কৰিছিল। সেয়েহে 'টাইলুং'ৰ পৰা 'টাইৰুং' হ'ল আৰু তাৰ পৰাই 'টুৰুং' হ'ল। সেইবাবে অসমৰ বসবাস কৰা টুৰুংসকলক 'টাইলুং' বুলি জনা যায়[৮]।

টুৰুংসকলৰ লগত যোগাযোগ স্থাপন কৰা ইংৰাজ বিষয়াসকলৰ পৰাও 'টুৰুং' শব্দৰ উৎপত্তি সম্পৰ্কে কিছু কথা জনা যায়। তেওঁলোকৰ ভিতৰত S. F. Hannay, G. T. Bayfield আৰু W. Griffith আদিয়ে উল্লেখযোগ্য। এই লোকসকলৰ ভ্ৰমণ বিৱৰণত টুৰুংসকলে যিখন নদীৰ পাৰৰ পৰা অসমলৈ আহিছিল, সেই নদীখনৰ নাম উল্লেখ আছে। তেওঁলোকে নদীখনক 'নাম-টুৰুং', 'নাম-টা-ৰুন্' বা 'টৰণ্-খা' আৰু 'টুৰুন' বুলি চিনাক্ত কৰিছে।' E. R. Leach নামৰ গৱেষক এজনে চিংফৌসকলৰ বিষয়ে লিখোঁতে এই নৈখন ওপৰ ম্যানমাৰৰ এখন মেপৰ 'টাৰুং' নৈ বুলি দেখুৱাইছে।' টুৰুংসকলৰ মতে এই সকলোবিলাক একেখনেই নদী, যিখন 'টুৰুংপানী' নদী হিচাপে জনা যায়। এই নামটো গ্ৰীয়াৰ্চনেও উল্লেখ কৰিছে।

'টুৰুং' শব্দৰ উৎপত্তি সম্পৰ্কে টাই-টুৰুংসকলৰ মাজত এটি প্ৰবাদ প্ৰচলিত আছে। তেওঁলোকে কয় যে 'টুৰুং' পানী নামৰ নদীৰ পাৰৰ পৰা আহি তেওঁলোকে অসমত প্ৰৱেশ কৰে। সেই বাবেই এই নদীখনৰ নাম অনুসৰিয়েই 'টুৰুং' নামটো হ'ল।

উল্লেখিত মতসমূহ চালি-জাৰি চাই ক'ব পাৰি যে- 'টুৰুং' শব্দটো 'টাইলুঙৰেই' অপভ্ৰংশ। কিয়নো 'ল' আৰু 'ৰ' এই দুটা ধ্বনিৰ পৰিৱৰ্তন টাইসকলৰ ভাষাত হয়[১০]। অন্যহাতে টুৰুংসকলৰ প্ৰবাদ অনুসৰি টুৰুংপানী নদীৰ পাৰৰ পৰা আহোঁতে অসমৰ দাঁতিকাষৰীয়া ঠাইত চিংফৌ সকলৰ লগত টুৰুংসকলে বুঢ়ীদিহিঙৰ কোনোবা এঠাইত বহু বছৰ একেলগে বসবাস কৰিছিল[১১]। এই ঠাইডোখৰ য'তেই নাথাকক লাগে টুৰুং'সকলৰ প্ৰবাদ বা 'টুৰুং' শব্দৰ ওপৰত কেনো প্ৰভাৱ নেপেলায়। সেই কাৰণে 'টুৰুং পানী' নদীৰ পাৰৰ পৰা অহা বাবেই 'টুৰুং' নামটো হোৱা বুলি বিশ্বাস কৰিব পাৰি।

**টুৰুংসকলৰ আদি বাসস্থান আৰু অসমলৈ আগমন ঃ**

টাই গোষ্ঠীৰ লোকসকলৰ আদি গৃহভূমি দক্ষিণ-পশ্চিম চীন আৰু তাৰ পৰাই তেওঁলোকে উত্তৰ বাৰ্মালৈ প্ৰবজন কৰে[১২]। মূল টাই গোষ্ঠীৰ পৰা টাই-

টুৰুংসকল ৰাজনৈতিক, সামাজিক অথবা অন্য কাৰণত আৰু কোন সময়ত বিচ্ছিন্ন হৈ আহিছিল সেই কথা শুদ্ধভাৱে ক'ব পৰা নাযায়। যিকি নহওক, টাই-টুৰুংসকলৰ প্ৰবাদ অনুসৰি তেওঁলোকৰ আদি গৃহভূমি মুং-মাও-খাও-চাং' ৰাজ্য আছিল[১৩]। এই ঠাইডোখৰ ম্যানমাৰৰ ওপৰ অংশত যদিও কোনোৱে আছিল ঠাইডোখৰ আঙুলিয়াই দেখুৱাব পৰা নাই।

মূল ঠাইৰ পৰা তেওঁলোকে উপযুক্ত বাসস্থানৰ সন্ধানত ইঠাইৰপৰা সিঠাইলৈ ঘূৰি ফুৰিছিল। তেওঁলোকে এনে এখন ঠাইৰ সন্ধান কৰিছিল য'ত তেওঁলোকে সন্মানেৰে আৰু নিৰাপদে বসবাস কৰিব পাৰে। এনেদৰে ঘূৰি ফুৰি অৱশেষত তেওঁলোকে হুকং উপত্যকাৰ চিন্দুইন অঞ্চলৰ 'টুৰুং পানী' নামৰ নদীৰ পাৰত বসবাস কৰিবলৈ ল'লে। কোন সময়ত আৰু কিমান দিনলৈকে সেই ঠাইত থাকিলে সেই কথা জনা নাযায়। কিন্তু তেওঁলোকে সেই ঠাইত বহু দিনেই বসবাস কৰি আছিল বুলি অনুমান কৰিব পাৰি। টুৰুংসকলতকৈ অসমলৈ আগতে অহা আন এটা টাই গোষ্ঠী নৰা বা খাময়াংসকলৰ আমন্ত্ৰণক্ৰমে তেওঁলোকে অসমলৈ আগমন কৰিছিল। কিন্তু তেওঁলোকে আহি থাকোঁতে অসম আৰু বাৰ্মাৰ মাজৰ ঠাইডোখৰত বাস কৰা শক্তিশালী পাহাৰীয়া জাতি চিংফৌসকলে দমন কৰি বন্দী কৰি ৰাখিলে[১৪]। এই সম্পৰ্কত গ্ৰীয়াৰ্চন চাহাবে লিখিছে—

While there, they received an invitation from the Noras, who had preceded them and had settle themselves at Jorhat, and in consequence they started across the Patkai en route for the Brahmaputra Valley. They were, however, taken prisoners by the Kachins, and made to work as slaves in which condition they say that remained for five years, but really, probably, for a much longer period.[15]

সেই সময়ত বাৰ্মাসকলক খেদিবলৈ বৃটিছসকল অসমত সোমাইছিল। ফলত ইংগো-বাৰ্মা যুদ্ধ আৰম্ভ হয় আৰু ইংৰাজ সৈন্য অসমত সোমাই বাৰ্মাসকলক বিতাড়িত কৰে। ১৮২৬ খ্ৰীঃত হোৱা সন্ধিয়ে যুদ্ধৰ অন্ত পেলায় আৰু অসমখন ইংৰাজৰ দখলত ৰাখে। অসমৰ জনসাধাৰণৰ মাজত বৃটিছসকলে সুস্থিৰতা অনাৰ উদ্দেশ্যে মানৰ আক্ৰমণৰ সময়ত ওচৰ-চুবুৰীয়া ৰাজ্যলৈ ভাগি যোৱা মানুহৰ অনুসন্ধান কৰিছিল। বাৰ্মাসকলে অসম আক্ৰমণ কৰাৰ সময়ত ম্যানমাৰৰ চিংফৌসকলে





বাৰ্মাসকলক সহায় কৰিছিল আৰু টুৰুংসকলক ন-দিহিঙৰ পাৰলৈ লৈ আহিছিল[১৬]। সেই সময়ত বৃটিছ কেপ্টেইন নিউভিল চাহাবে বাৰ্মা আৰু চিংফৌসকলৰ বিৰুদ্ধে থিয় দিছিল আৰু চিংফৌসকলে বন্দি কৰি ৰখা বহুবন্দীৰ মাজত টুৰুংসকলক লগ পাই অসমৰ যোৰহাটলৈ লৈ আহে, আৰু চৰকাৰী খৰচত সংস্থাপন দিয়ে। চিংফৌসকলে বন্দী কৰি ৰখা বন্দীসকলৰ মাজত অসমীয়া, দুৱনীয়া আৰু টুৰুংসকল আছিল[১৭]। এই সম্পৰ্কত গ্ৰীয়াৰ্চন চাহাবে লিখিছে—

They were released by Captain Neufville, along with nearly six thousand Assamese slaves in 1825 and continued their journey to the Jorhat Subdivision, where they still settled[18].

গ্ৰীয়াৰ্চনৰ এই মতটো লীলা গগৈয়ে সমৰ্থন কৰিছে আৰু টাই সংস্কৃতিৰ ৰূপৰেখা নামৰ গ্ৰন্থত উল্লেখ কৰিছে[১৯]।

টুৰুংসকলে অসমলৈ অহা সম্পৰ্কে গেইট চাহাবে তেওঁৰ অসম বুৰঞ্জীত এনেদৰে উল্লেখ কৰিছে—

...they maintained a firely continuous intercourse with the inhabitants of their original home until very recent times. Nor is their movement across the patkai by any means an insolated one. The Khamtis. Phakials. Aitonias, Turungs and Khamjangs are all Shan tribes who have at different time, moved along the same route from the cradle of their race[20].

ওপৰৰ উল্লেখিত বিভিন্ন পণ্ডিত আৰু বুৰঞ্জী মতসমূহৰ উপৰিও টাই-টুৰুংসকলৰ মাজত কথিত ৰূপত তেওঁলোকে 'মুং-মাও-খাও-চাং' ৰাজ্যৰ পৰা কেনেদৰে অসমলৈ আহিছিল সেই বিষয়ে এটি প্ৰবাদ আছে। অৱশ্যে তেওঁলোকে সঠিক চন, তাৰিখ বা সময়ৰ কথা ক'ব পৰা নাই। টুৰুংসকলে পণ্ডিত, গৱেষকসকলে আগবঢ়োৱা সকলোবিলাক মতামত মানি ল'ব নোখোজে। তেওঁলোকৰ প্ৰবাদ অনুসৰি তেওঁলোকে মূল বাসভূমি এৰি উপযুক্ত বাসস্থানৰ সন্ধানত ঘূৰি ফুৰোঁতে এটা দলে মণিপুৰৰ কোনোবা এঠাইত কেইবছৰমান বসবাস কৰিছিল আৰু মণিপুৰীসকলৰ লগত বৈবাহিক সম্পৰ্কও গঢ়ি তুলিছিল। ইয়াৰ পাছত এই লোকসকলে পুনৰ মূল ঠাই উত্তৰ বাৰ্মালৈ ঘূৰি আহিল। ইয়াৰ পাছত এই তেওঁলোকে বাৰ্মাদেশৰ মিচ্ছিনায়েদি নামকিউ (ইৰাৱতী) নদীৰ দাঁতিয়ে দাঁতিয়ে উজাই আহি চিংফৌ ৰাজ্যৰ 'নামলঙ'ত

উপস্থিত হয়। এই ৰাজ্যত আকস্মিকভাৱে প্ৰৱেশ কৰাৰ বাবে চিংফৌসকলৰ লগত তেওঁলোকৰ যুদ্ধ হয়। যুদ্ধত জয়ী হৈও টুৰুংসকলে সেই ঠাইত নাথাকি ঘূৰি আহি মুংকুং (মুগং), টুমুং আদি ঠাইত বসতি কৰিবলৈ ল'লে। ইয়াৰ পাছত পুনৰ তেওঁলোকে ঘূৰি আহি ব্ৰহ্মদেশৰ 'নামটাক' নামে ঠাই পাৰ হৈ আগবাঢ়ি আহি চিংফৌ ৰাজ্যত উপস্থিত হয়। এইবাৰ কিন্তু তেওঁলোকৰ লগত চিংফৌসকলৰ সংঘৰ্ষ নহ'ল আৰু দুয়োটা জাতিয়ে মিলাপ্ৰীতিৰে 'টুৰুংপানী নদী'ৰ পাৰত বসবাস কৰিবলৈ ল'লে। এই নদীৰ পাৰৰ পৰা টুৰুংসকলে 'টাফা' নামে ঠাইলৈ যাত্ৰা কৰিলে। ইয়াত কিছুদিন থকাৰ পাছত তেওঁলোকৰ এটা দল আহি অসমৰ যোৰহাটৰ টোকলাইলৈ আহি বসবাস কৰিবলৈ ধৰিলে। এটা দল 'টাফা'তে থাকি আছে। ইতিমধ্যে ইয়াণ্ডাবু সন্ধি অনুসৰি বৃটিছে অসমখন মানৰ হাতৰ পৰা উদ্ধাৰ কৰি অসমৰ শাসনভাৰ বৃটিছে লয়। অসমীয়া মানুহৰ পুনৰ সংস্থাপনৰ ভাৰ হাতত লৈ মানৰ ভয়ত পলাই যোৱা মানুহ বিচাৰি যাওঁতে বৃটিছৰ কেপ্টেইন নিউফিল চাহাবে টাফাত থকা টুৰুংসকলক লগ পায় আৰু তেওঁলোকৰ ইচ্ছানুসৰি আন ছশ অসমীয়া বন্দীৰ সৈতে টাফাৰ টুৰুংসকলৰ লগ লগাই দিলে। পাছলৈ শদিয়াত থকা টুৰুংসকলেও মধ্য অসমলৈ আহি টোকলাইৰ টুৰুংসকলৰ লগত একেলগে থাকিবলৈ ল'লে[২১]।

উক্ত কথাখিনি যদিও টুৰুংসকলৰ প্ৰবাদৰূপে মুখে মুখে প্ৰচলিত হৈ আছে তথাপি কথাখিনি বিভিন্ন গ্ৰন্থৰ ওপৰত ভিত্তি কৰিহে টুৰুংসকল কেনেকৈ আহি অসম পালেহি এই কথা যেন অনুমান কৰিব পাৰি। মুঠতে চিংফৌসকলৰ লগত যুদ্ধ কৰিয়েই হওক বা মিত্ৰতা কৰিয়েই হওক টাফাৰ পৰাই বৃটিছ কেপ্টেইন নিউভিল চাহাবে টুৰুংসকলক উদ্ধাৰ কৰি আনি যোৰহাট জিলাৰ টোকলাইত সংস্থাপন দিছিল। তাৰ পৰাই বিভিন্ন সময়ত অসমৰ কেইবাখনো ঠাইত সিঁচৰতি হৈ পৰে।

**টুৰুংসকলৰ বৰ্তমানৰ বাসস্থান ঃ**

টুৰুংসকলে অসমৰ যোৰহাটৰ টোকলাইৰ পৰা বাসস্থান সলনি কৰি কৃষি উপযোগী ঠাই বিচাৰি গোলাঘাট আৰু কাৰ্বি আংলং জিলাতো বসতি কৰিবলৈ ল'লে। টুৰুংসকলৰ বয়সিয়াল লোকসকলৰ মতে টোকলাইৰ মূল দলটো তিনিটা দলত বিভক্ত হ'ল। এটা দলে যোৰহাট নগৰৰ পৰা ১৭ কিঃ মিঃ নিলগত অৱস্থিত তিতাবৰৰ ওচৰৰ 'কচুখাট' নামৰ ঠাইত বসবাস কৰিবলৈ ল'লে। দ্বিতীয় দলটোৱে গোলাঘাট জিলাৰ জামুগুৰি ৰে'ল ষ্টেচনৰ ওচৰৰ নগুৱা নামৰ ঠাইলৈ গুচি আহিল।





সেইদৰে তৃতীয় দলটোৱে কাৰ্বি আংলং জিলাৰ ভিতৰ কলিয়নী নামৰ ঠাইত বসবাস কৰিবলৈ ল'লে[২২]।

বৰ্তমান অসমৰ যোৰহাট, গোলাঘাট আৰু কাৰ্বি আংলং জিলাত মুঠ ছখন টুৰুং গাঁও আছে। সেইকেইখন হ'ল যোৰহাট জিলাৰ তিতাবৰ, পথাৰশ্যাম, পহুকটীয়া, টিপমীয়া, টুৰুংগাঁও, গোলাঘাট জিলাৰ বৰপথাৰৰ বচাপথাৰ (অভংপথাৰ) আৰু সৰুপথাৰৰ ৰজাপুখুৰী টুৰুংগাঁও, কাৰ্বি আংলং জিলাৰ বালিপথাৰ টুৰুং গাঁও। তিতাবৰৰ কচুখাটত বসবাস কৰা প্ৰথম দলটোৰ পৰাই বিভক্ত হৈ তিতাবৰত পথাৰশ্যাম, টিপমীয়া, পহুকটীয়া এই তিনিখন নতুন টুৰুং গাঁৱৰ সৃষ্টি হ'ল। গোলাঘাট জিলাৰ জামুগুৰি ৰে'লষ্টেচনৰ ওচৰৰ নগুৱাত বসবাস কৰা দ্বিতীয় দলটোৰ পৰাই বৰপথাৰৰ বচাপথাৰ (অভংপথাৰ) টুৰুং গাঁৱৰ সৃষ্টি হ'ল। টুৰুংসকলৰ বয়সিয়াল লোকৰ মতে তিতাবৰৰ কচুখাটত থকা প্ৰথম দলটোৰ কেইটামান পৰিয়ালে আহি গোলাঘাট জিলাৰ সৰুপথাৰত ৰজাপুখুৰী টুৰুং গাঁও নামে অন্য এখন নতুন গাঁৱৰ সৃষ্টি হ'ল। অন্যহাতে পহুকটীয়া শ্যামগাঁৱৰ পৰা কেইটামান পৰিয়ালে অৰুণাচল প্ৰদেশৰ টিৰাপৰ দাঁতিত থকা বৰ ডোমচাৰ গিদিং পথাৰলৈ প্ৰব্ৰজন কৰিলে আৰু বৰ্তমান তাতে বসবাস কৰি আছে। বৰ্তমান এই ছখন টুৰুং গাঁৱত ২০০০ মান মানুহে বসবাস কৰি আছে।

**সমাজ ব্যৱস্থা ঃ**

টাই-টুৰুং মানুহবিলাক অতি সহজ-সৰল, মৰমীয়াল আৰু অতিথিপৰায়ণ। তেওঁলোকে গাঁও পাতি একে ঠাইতে থাকিবলৈ ভাল পায়। সাধাৰণতে তেওঁলোকে ওখ চাংঘৰত বসবাস কৰে। আজিকালি অৱশ্যে প্ৰায় ভাগেই মাটিতে ভেটি বান্ধি অসমৰ অন্যান্য মানুহৰ দৰে থাকিবলৈ লৈছে। টাই-টুৰুংসকলৰ সমাজ মূলতঃ পিতৃপ্ৰধান। একক আৰু যৌথ দুয়োবিধ পৰিয়ালেই তেওঁলোকৰ সমাজত দেখিবলৈ পোৱা যায়। অসমীয়া সমাজৰ দৰে টাই-টুৰুং সমাজতো 'আগিৰা'ই গাঁৱত মুখিয়াল লোক। এই সমাজত গাঁৱৰ বয়োজ্যেষ্ঠসকলৰ এখন গাঁও পৰিচালনা সমিতি অৰ্থাৎ 'মুংফুং' থাকে। গাঁওবুঢ়াও এই সমিতিৰ এজন সক্ৰিয় সদস্য। এই সমিতিখনে গাঁৱৰ সকলো দিশ চকু দিয়াৰ উপৰিও কোনো এঘৰত বিপদ-আপদ হ'লে সহায় কৰাৰ ব্যৱস্থা কৰে। গাঁৱৰ সমাজ ব্যৱস্থা, মেল-মোকৰ্দমা আদি সমিতিৰ নিৰ্দেশতেই চলে। গাঁৱৰ যিকোনো ৰাজহুৱা সিদ্ধান্ত এই সমিতি আৰু গাঁওবুঢ়াৰ যুটীয়া আলোচনা অনুসৰি লোৱা হয়।

টাই-টুৰুং সমাজত গাঁৱৰ বোৱাৰীসকলৰ মাজতো এখন বোৱাৰী সমাজ অৰ্থাৎ 'গানাম ফং' থাকে। এই সমিতিৰ সকলো সদস্যই একগোট হৈ গাঁৱৰ উন্নয়নমূলক কাম-কাজ কৰে। উল্লেখযোগ্য যে গাঁৱৰ বোৱা-তোলা, ধানদোৱা আদি কামবোৰ কৰি বোৱাৰী সমিতিয়ে পুঁজি সংগ্ৰহ কৰে। তদুপৰি অন্যান্য জনজাতীয় সমাজৰ 'ডেকাচাঙ'ৰ দৰে টাই-টুৰুং সমাজতো গাঁৱত ডেকা-গাভৰুসকলক 'মখীন চাব্ৰাং' নামৰ এটা অনুষ্ঠান থাকে। গাঁৱৰ সকলো ডেকা-গাভৰুৱেই ইয়াৰ সদস্য। গাঁৱৰ যিকোনো কাম-কাজ ডেকা-গাভৰুহঁতে একেলগে মিলিজুলি কৰে। সামাজিক সম্প্ৰীতি আৰু সদ্ভাৱ এই 'মখীন চাব্ৰাং'ৰ জৰিয়তে বাঢ়ে।

**বিবাহ ঃ**

বিবাহ প্ৰত্যেক সমাজৰে এক সামাজিক অনুষ্ঠান। টাই-টুৰুং ভাষাত এই বিবাহ প্ৰথাক ইলতা-তে' বুলি কোৱা হয়। টাই-টুৰুং সমাজত মোমায়েকৰ ছোৱালীক বিয়া কৰোৱাটো পৰম্পৰাগত ৰীতি। তেওঁলোকৰ সমাজত কেইবাটাও ফৈদ আছে। যেনে— উন্বীন, থাওমুং, মান্পাং, নুংৰু, লুফাই, চাইফা, মৃপ ইত্যাদি। একে ফৈদৰ মাজত কেতিয়াও বৈবাহিক সম্বন্ধ ঘটাব নোৱাৰে। কিন্তু অন্য টাইগোষ্ঠীয় আহোম, খামতি, ফাকে, খাময়াং, আইতন আদিৰ লগত বিয়া হ'লে 'মৌং-খা-থা' (সামাজিক অপৰাধ) বুলি ধৰা হয় আৰু সমাজৰ পৰা এঘৰীয়া কৰা হয়।

বিবাহৰ ক্ষেত্ৰত সমগ্ৰ মানৱ জাতিৰে প্ৰায় মিল আছে যদিও প্ৰতিটো জাতিৰে কিছু নিজা পদ্ধতি পৰিলক্ষিত হয়। টাই-টুৰুংসকলৰো কিছু নিজা ৰীতি-নীতি আছে। সাধাৰণতে তেওঁলোকৰ সমাজত অসমীয়া সমাজৰ দৰেই ছোৱালী পচন্দ কৰি তামোল-পাণ পেলোৱাৰ পৰা ঘৰ আনি সোমোৱালৈকে কেইবাটাও পৰ্যায় আছে। প্ৰথমতে দৰাঘৰীয়া ল'ৰাৰ নিৰ্বাচন অনুসৰি ছোৱালীঘৰত তামোল-পাণ পেলাই ছোৱালী খোজে। এই অনুষ্ঠানক 'ফিচা' বুলি কোৱা হয়। ইয়াৰ পাছত দুয়োঘৰৰ মন মিলিলে ছোৱালীৰঘৰত 'গা-চিদি'(দিন চিঙা) অনুষ্ঠান পাতে। ইয়াতে ভাল দিন এটা লোৱা হয় আৰু দৰাঘৰীয়াই ছোৱালী 'পাণখন' (জোৰোণ) পিন্ধায়। এই অনুষ্ঠানত 'ওমফি' (চিৰা জলপান) খুওৱাটো পৰম্পৰাগত প্ৰথা। ইয়াৰ পাছত অসমীয়া সমাজৰ দৰেই বিয়াৰ দিনা দৰাই ছোৱালী ঘৰলৈ যাত্ৰা কৰে। ছোৱালী ঘৰত দৰাক পদূলিমুখত ফুলৰ শৰাই দি আদৰে। এই অনুষ্ঠানক টাই-টুৰুংসকলে 'তাওলা' বুলি কয়। দৰা আদৰি নিয়াৰ পাছত ৰভাঘৰত দৰা আৰু কইনাক একেলগে বহুৱাই হাতত সূতা বান্ধি আত্মীয়সকলে উপহাৰ আদি দি আশীৰ্বাদ দিয়ে। ইয়াৰ পিছতেই ছোৱালীক 'ইচ্পয়া' অৰ্থাৎ উলিয়াই দিয়ে। তেওঁলোক





বিবাহ অনুষ্ঠানত গাহৰি মাংস ৰাইজক খুওৱাটো পৰম্পৰাগত ৰীতি।

টাই-টুৰুং সমাজত গোপনে বিবাহ-পাশত আবদ্ধ হ'লে বৃদ্ধ বয়সতো সামাজিক নিয়মেৰে বিয়া পাতিব লাগে। নহ'লে মৰাশ আগত ৰাখি হ'লেও এই নিয়ম কৰিব লাগে। তেওঁলোকৰ সমাজত 'খুন্দন' অৰ্থাৎ যৌতুক প্ৰথা ধৰা-বন্ধা নিয়ম নহয়। অসমীয়া সমাজৰ দৰে তেওঁলোকৰ সমাজত তোলনিয়া বিয়া পতা নহয়। এবাৰ বিয়া কৰোৱাৰ পিছত সাধাৰণতে স্বামী-স্ত্ৰীৰ মাজত এৰা-এৰি হ'ব নোৱাৰে। তেওঁলোকৰ সমাজত বিধৱা আৰু বৰলাৰ বিবাহৰ প্ৰচলন আছে। আনহাতে তেওঁলোকৰ সমাজত বহুপত্নীৰ বিধান নাই। তদুপৰি টুৰুং সমাজত ৫/৬ বছৰপৰ্যন্ত ঘৰজোঁৱাই অৰ্থাৎ 'খুংখই' খটা প্ৰথাও আছে। কেতিয়াবা ছোৱালীজনী ঘৰৰ একমাত্ৰ সন্তান হ'লে ল'ৰাজনে আজীৱন ঘৰজোঁৱাই খাটিব লগা হয়। এই সমাজত ছোৱালীয়ে বিয়া হোৱাৰ পাছত সেন্দূৰ নলয়। অসমীয়া সমাজৰ দৰে বিয়াৰ পাছত কইনাৰ উপাধি সলনি হয়।

**খাদ্য ঃ**

টাই-টুৰুংসকল আমিষভোজী। হাঁহ, কুকুৰা, ছাগলী, গাহৰিৰ মাংস আদিৰ উপৰিও বনৰীয়া পহু, শিয়াল, হাইথা, ডৰিক আদিৰ মাংসও ভোজন কৰে। তেওঁলোকৰ প্ৰধান খাদ্য ভাত। টুৰুংসকলৰ 'খাওমুন' (তেলদিয়া পিঠা), 'খাওলাম' (চুঙাপিঠা), 'খাওতেক্' (আখৈ), 'খাওপুক্' (খুন্দাপিঠা), 'তেংতেপ্' (তৰাপতা বা কৌপাতত তিনিচুকীয়াকৈ বনোৱা পিঠা) আদি প্ৰিয় খাদ্য। তদুপৰি স্ৰিখ্ৰি' (খৰিছা), 'ঙাচান চ্যুখ' (শুকান মাংস), 'চান চিখ্ৰি' (টেঙা কৰা মাংস) আদিও অতি প্ৰিয় খাদ্য। তেওঁলোকে হাবিৰ পৰা বিচাৰি অনা 'নাতাং বান' (বগা তুলসী), 'নৰসিং' (নৰসিংহ), 'খেবানজি' (মান ধনিয়া), 'চিংকেলাপ' (মচন্দৰী পাত), 'চিংলাপ' (মেজেঙা) 'ইচ্কাও' (পিয়াঁজ), 'ফ্ৰজিং' (নহৰু), 'ইচকাও কাউৰি (চুলি নহৰু), 'চিনাং' (আদা) আদি মা-মছলা হিচাপে ব্যৱহাৰ কৰে। উবিয়াম পাত, বনৰীয়া মছলা আৰু সৰু কেঁচা মাছ একেলগে মিহলাই সৰু সৰুকৈ থাহি (কাটি) খাই টুৰুংসকলে বৰ ভাল পায়। এই বিধ খাদ্যক টুৰুং ভাষাত 'পাচাও'বুলি কয়।

**জীৱিকা ঃ**

টাই-টুৰুংসকল প্ৰধানতঃ কৃষিজীৱী। ধান খেতিয়েই তেওঁলোকৰ প্ৰধান খেতি। ধান খেতিৰ উপৰিও লাও, কোমোৰা, বাঙি, চিৰাল, তিয়ঁহ, তৰমুজ, গোমধান,কচু, জলকীয়া, বেঙেনা আদিৰ খেতিও কৰা দেখা যায়। কৃষিৰ উপৰিও আজৰি সময়ত সমূহীয়াকৈ 'ঙা-খুই' অৰ্থাৎ মাছ ধৰে আৰু 'চান-খুই' অৰ্থাৎ চিকাৰ কৰে। তেওঁলোকে

অৰ্থনৈতিকভাৱে বৰ সবল নহয়। সেইবাবে ঘৰতে এনেধৰণৰ খেতি কৰি ফচলবিলাক বজাৰত বিক্ৰী কৰি জীৱিকা নিৰ্বাহ কৰিছে। বৰ্তমান টাই-টুৰুং সমাজত বহু চাকৰিজীৱী পুৰুষ-মহিলা দেখিবলৈ পোৱা গৈছে।

**নামকৰণ পদ্ধতি ঃ**

টাই-টুৰুংসকলে সন্তান-সন্ততিৰ নামকৰণৰ ক্ষেত্ৰত টাই নীতি অনুসৰি প্ৰথম পুত্ৰক লাই, দ্বিতীয় পুত্ৰক লিঙী বা লাঙী, তৃতীয় পুত্ৰক লেচাম, চতুৰ্থ পুত্ৰক লুঙু নাম দিয়ে। সাধাৰণতে এই নামবিলাকৰ সম্পূৰ্ণ অংশটো নাৰাখি পিছৰ অংশটোক নিজে দিয়া নামটোৰ লগত সংযোগ কৰি নামকৰণ কৰা হয়। যেনে প্ৰথম পুত্ৰৰ নামটো লাই নাৰাখি আই' অংশটোৰ লগত সংযোগ কৰি 'আইখাম', 'আইজা' আদি কৰা হৈছে। ইয়াৰ পৰাই বুজিব লাগিব এওঁ প্ৰথম পুত্ৰ। বাকীবিলাকৰ ক্ষেত্ৰতো একেই পদ্ধতি অৱলম্বন কৰা হয়। কন্যা সন্তানৰ ক্ষেত্ৰতো প্ৰথম কন্যাক 'লিজী', দ্বিতীয় কন্যাক 'লিঈ', 'তৃতীয়ক 'লাম' আৰু চতুৰ্থক 'লায়', পঞ্চমীক 'কাই' আদি অংশ সংযোগ কৰি নামকৰণ কৰা হয়। 'জীমাই' নামে প্ৰথমা কন্যাক আৰু ইতুপ' নামে দ্বিতীয় কন্যাক নিৰ্দেশ কৰে।

**শৱ সৎকাৰ পদ্ধতি ঃ**

টাই-টুৰুং সমাজত কোনো বয়সিয়াল লোকৰ মৃতু হ'লে খবৰ দিয়া হয়। অন্যহাতেদি সৰু ল'ৰা-ছোৱালীৰ বা অবিবাহিত লোকৰ মৃত্যু হ'লে পুতি পেলোৱা তেওঁলোকৰ নিয়ম। মৰা মানুহৰ শ্মশানলৈ নিওঁতে লগত বিহাৰৰ ভিক্ষুজন যোৱাটো তেওঁলোকৰ সমাজৰ পৰসম্পৰাগত নিয়ম। ভিক্ষুজনে মৃতকৰ চিতাৰ মূৰৰ ফালে থিয় হৈ এটা মংগল সূত্ৰ পাঠ কৰে আৰু এবিধ বিচনীৰে (ৰিটাংঠান) মৃতকক বিচি দিয়ে। ইয়াৰ পাছতহে মৃতদেহ দাহ কৰা বা পুতি পেলোৱা হয়।

বৌদ্ধধৰ্মী টাই-টুৰুংসকলৰ ভিক্ষুজন অতি সন্মানীয় আৰু পূজনীয় লোক। সেয়েহে কোনো ভিক্ষুৰ মৃত্যু হ'ল তেওঁক সুকীয়া নিয়মেৰে সৎকাৰ কৰা হয়। ভিক্ষুজনক প্ৰথমতে নিয়ম কৰি পুতি থোৱা হয়। ইয়াৰ এবছৰৰ পিছত বৌদ্ধধৰ্মৰ অন্যান্য মানুহৰ উপস্থিতিত পুতি থোৱা এই মাংসহীন জঁকাটো ৰথৰ ওপৰতেই পৰম্পৰাগত কৌশল প্ৰয়োগ কৰি এডাল দীঘল বেতৰ মূৰত জুই লগাই পুৰি পেলোৱা হয়।

গাঁৱৰ কোনো এঘৰত মানুহ ঢুকালে গাঁৱৰ ৰাইজে ঢুকুওৱাৰ পৰা সাতদিন ধৰি মৰাঘৰত মৃতকৰ আত্মাৰ সদ্‌গতিৰ অৰ্থে প্ৰাৰ্থনা নাম গায়। সাতদিনৰ দিনা পিণ্ডদান দি জীৱিত কালত এজন মানুহৰ কাপোৰ-কানিৰে পৰা যিখিনি যাৱতীয় বস্তুৰ প্ৰয়োজন





সেই আটাইবোৰ সাধ্যানুসৰি বৌদ্ধ বিহাৰত আত্মীয় কুটুমে দান কৰে। উল্লেখযোগ্য যে টাইলিপিৰে লিখা পুথি এখনো এই দানৰ ভিতৰত পৰে।

**সাজ-পাৰ**

টাই-টুৰুং তিৰোতাসকল বোৱা-কটাত অতি পাকৈত। ৰং-বিৰঙৰ চালে চকু ৰোৱাকৈ নানা তৰহৰ ফুল বাছি ঘৰৰ সকলোৰে বাবে প্ৰয়োজনীয় সাজপাৰবিলাক ঘৰৰ তাঁতশালতে প্ৰস্তুত কৰে। এবিধ বিশেষ গছৰ পৰা প্ৰস্তুত কৰা ক'লা ৰং দিয়া 'স্বাবু' খন (মেখেলা) তিৰোতাসকলৰ অতি মৰমৰ। তদুপৰি 'নুংৱত' (ৰিহা), 'চিংকেত্' (কঁকালত মৰা পেটী), 'স্বাপাই' (চাদৰ), 'বাঁংমাকাই' (তিৰোতাৰ পাগুৰি) টুৰুং তিৰোতাসকলৰ পৰম্পৰাগত সাজপাৰ। টুৰুং তিৰোতাই বিয়া হোৱাৰ পিছতহে 'চিংকেত্' (কঁকালত মৰা পেটী) আৰু বাঁংমাকাই' (পাগুৰি) ব্যৱহাৰ কৰে। অৱশ্যে আজিকালি 'বাঁংমাকাই' মাৰিবলৈ এৰি দিছে। তিৰোতাসকলে এইবিলাক পৰম্পৰাগত সাজপাৰৰ উপৰিও 'প্লং' (চোলা) পিন্ধে।

ঘৰতে বৈ উলিওৱা পুৰুষসকলে পৰিধান কৰা 'বুকা'খন(লুঙি) তেওঁলোকৰ সন্মানীয় বস্তু। পুৰুষসকলে 'বুকা'খনৰ উপৰিও 'ফাৗমবীম' (পাগুৰি), 'দুপ্মিস্বা' (গামোচা), 'প্লং' (চোলা) আদি পৰিধান কৰে। তেওঁলোকৰ 'বুকা'খনত কমেও পাঁচবিধ ৰঙৰ সূতা থাকে। সাধাৰণতে সকলো সময়তে 'বুকা'খন পৰিধান নকৰিলেও গাঁৱৰ বাহিৰলৈ বা নগৰলৈ গ'লে পিন্ধি যোৱাটো পুৰুষসকলৰ গৌৰৱৰ কথা। টাই-টুৰুং তিৰোতাসকলে ৰং-বিৰঙৰ 'উমফেং' (মোনা) তাঁতশালতে প্ৰস্তুত কৰে। যিটো প্ৰতিজন টুৰুং মানুহৰ কান্ধত দেখা যায়।

**অলংকাৰ**

টাই-টুৰু তিৰোতাসকলে সোণা আৰু ৰূপৰ 'জ্‌দাং' (খোপাত মৰা কাটা), 'ইন্‌জ চিৰিং' (খোপা শিকলি), 'লাকান' (কাণফুলি), 'লাপচাপ' (আঙঠি), 'চাতালা' (বেনা), 'লৌখান' (খাৰু), 'কিছি চিচ্যাঙ' (ডিঙিৰ কোলামণি) আদি পৰিধান কৰে। টুৰুং পুৰুষসকলে কিন্তু বেছি অলংকাৰ নিপিন্ধে। অৱশ্যে কিছুমান পুৰুষে 'লাপ্‌চপ্' (আঙঠি) পৰিধান কৰা দেখা যায়।

**উৎসৱ-পাৰ্বণ ঃ**

টাই-টুৰুংসকলে কেইবাটাও ধৰ্মীয় উৎসৱ পালন কৰে। তাৰ ভিতৰত পয় অকোৱা, পয় চাংকেন, মাইক' চুম ফাই,পয় নীনচি আদিয়েই প্ৰধান।

পয় অকোৱা ঃ

এই উৎসৱ লক্ষ্মীপূজাৰ সময়ত অৰ্থাৎ আহিন-কাতি মাহত পাতে, ই এটা ধৰ্মীয় উৎসৱ। আহাৰৰ পূৰ্ণিমা তিথিৰ পৰা তিনিমহীয়া বৰ্ষাব্ৰত তেওঁলোকে পালন কৰে। এইকেইমাহত গাঁৱৰ বৌদ্ধ বিহাৰত ভিক্ষু থকাটো প্ৰায় বাধ্যতামূলক। এই বৰ্ষাব্ৰতৰ দিনাৰ পৰা প্ৰতি সপ্তাহতে তিনিমাহ ধৰি 'মাচ্যাৎৱা' (অষ্টমী তিথি), 'ইচ্ত্যাবাংচ্তা (পূৰ্ণিমা তিথি), ইচ্ত্যাচিচ্তাং (অমাৱস্যা তিথি) আদি পালন কৰে। প্ৰতি তিথিতেই গাঁৱৰ সৰুৰ পৰা বুঢ়ালৈকে সকলোৱে বিহাৰলৈ গৈ পঞ্চশীল গ্ৰহণ কৰি ভিক্ষুৰ পৰা ধৰ্মৰ বাণী শুনে। প্ৰথম দুমাহ এনেদৰেই পাৰ হয়। শেষৰ মাহৰ একেবাৰে শেহৰ তিথিটোক 'পয় অকোৱা' তিথি বুলি কোৱা হয়। এই 'অকোৱা' তিথিৰ দিনাই আহাৰী পূৰ্ণিমা তিথিৰ পৰা তিনিমহীয়া যি বৰ্ষাব্ৰত পালন কৰে সেয়া সমাপ্ত কৰে। সেইদিনা গাঁৱৰ বৌদ্ধবিহাৰত সকলোৱে গৈ ফল-মূল আদি বিভিন্ন দানীয় বস্তু দান কৰি পঞ্চশীল গ্ৰহণ কৰি সমূহীয়া প্ৰাৰ্থনা কৰে। সেইদিনা বিহাৰত ভোজ-ভাতৰো আয়োজন কৰে। ভোজভাত খাই ভিক্ষুক সেৱা কৰি উৎসৱৰ সামৰণি মাৰে।

তেওঁলোকৰ মাজত কথিত আছে যে বুদ্ধই জ্ঞান লাভৰ বাবে ধ্যান কৰিছিল। কিন্তু জ্ঞান লাভৰ পাছতো সাতদিন সাতদিন কৰি মুঠ ৪৯ দিন আকৌ ধ্যান কৰিছিল। এই ধ্যানৰ পাছতহে বুদ্ধই ধৰ্মপ্ৰচাৰৰ বাবে ৰাওনা হৈছিল আৰু বৰ্ষাব্ৰত পালন কৰিছিল। সেই অনুসৰিয়েই বৌদ্ধধৰ্মী টাই-টুৰুংসকলেও এই তিথি বা উৎসৱ পালন কৰি আহিছে।

পয় চাংকেন ঃ

ব'হাগ বিহুত টাই-টুৰুংসকলেও অন্যান্য টাই-বৌদ্ধসকলৰ দৰে 'পয় চাংকেন' উৎসৱ পালন কৰে। এই উৎসৱো ধৰ্মীয় উৎসৱ। এই উৎসৱ পালনৰ বাবে এজন পণ্ডিতে এখন 'ছাগ্ৰেইট' নামৰ জাননী পঠায়। এই জাননীত বছৰৰ ৰাশিফল আদি লিখা থাকে। উৎসৱৰ দিনা বৌদ্ধ বিহাৰৰ পৰা বুদ্ধ মূৰ্তি বাহিৰলৈ উলিয়াই আনি এটা সৰু ধুনীয়াকৈ সজা ঘৰত ৰাখি তাত নাও এখনত পানী লৈ তাৰ ওপৰত বুদ্ধমূৰ্তিক 'কুংপান' নামৰ এবিধ বিশেষ যন্ত্ৰৰে গা-ধুৱায়। মূৰ্তি গা-ধুৱাই থকাৰ সময়ত বাটত লগ পোৱা মানুহক ডেকা-গাভৰু আৰু ল'ৰা-ছোৱালীবোৰে পানী ছটিয়াই ধেমালি কৰে। এই উৎসৱত অসমীয়া সমাজৰ দৰে সৰুবোৰে ডাঙৰ আৰু পূজ্যসকলক সেৱা কৰি আশীৰ্বাদ বিচাৰে। তদুপৰি এই উৎসৱত গাঁৱৰ ডেকা-গাভৰুসকলে লগ হৈ বৌদ্ধবিহাৰত নৃত্য-গীত আদি আনন্দ কৰে। সেইদৰে প্ৰতি গৃহস্থৰ ঘৰতেই এনেদৰে সমূহীয়া নৃত্য-গীত কৰি দান-দক্ষিণা গ্ৰহণ কৰি সম্প্ৰীতিৰ ডোলেৰে সমাজখনক বান্ধি ৰাখিবলৈ যত্ন কৰে।





মাইক'-চুম-ফাই ঃ

মাঘী পূৰ্ণিমাত টাই-টুৰুংসকলে মেজি সাজি ফুংফাই উৰুৱাই 'মাইক'-চুম্-ফাই' উৎসৱ কৰে। এই উৎসৱৰ এমাহ মানৰ আগৰ পৰাই গাঁৱৰ ডেকা-গাভৰুসকলে খৰি গোটায়। মেজিটোৰ তলৰ অংশ অষ্টকোণীয়া আৰু ওপৰ অংশ চাৰিকোণীয়া। মেজিৰ মাজত এডাল দীঘল বাঁহ পুতি লোৱা হয় আৰু যিমান ওপৰলৈ পাৰি সিমান ওপৰলৈ খৰিবোৰ জাপি দিয়া হয়। ফাগুনী পূৰ্ণিমাৰ আগদিনা অৰ্থাৎ উৰুকাৰ দিনা মেজিৰ তলত চাকু, টানখন আদি সজাই তাৰ ওপৰত ভিক্ষুৰ হতুৱাই মংগলসূত্ৰ পাঠ কৰাই মেজিটো ভগৱানক দান কৰে, অৰ্থাৎ বুদ্ধক জুই দান দিয়া হয়। উৰুকাৰ দিনাই দিনত কাগজেৰে তৈয়াৰী এবিধ কাগজৰ মেৰ (মুৰৰ ফালে বন্ধ কৰা) 'ফুংফাই' নামৰ এবিধ বস্তু আকাশলৈ উৰুৱাই দিয়াটো তেওঁলোকৰ ধৰ্মৰ ভিতৰত পৰে। 'ফুংফাই'ত লাগি থকা সূতাডাল মিঠাতেল বা ডিজেল আদিৰে জ্বলাই দিলে আকাশত ই বহুত সময়লৈকে উৰি ফুৰে আৰু শেষ হ'লে তললৈ নামি আহে। নিশা গাঁৱৰ ডেকা-গাভৰুহঁতে নৃত্য-গীত কৰি মেজিটো পহৰা দিয়ে আৰু পিছদিনা ৰাতিপুৱাই তাক জ্বলাই দিয়ে। ইয়াৰ পিছত ডেকা-গাভৰুহঁতে মিলিজুলি ভোজভাত ৰান্ধি ৰং-ৰইচৰে খাই-বৈ এই উৎসৱৰ সামৰণি মাৰে। এই উৎসৱৰ লগত অসমীয়া সমাজত পালন কৰি অহা মাঘ বিহুৰ সাদৃশ্য পৰিলক্ষিত হয়। হিন্দু সমাজত প্ৰচলিত অগ্নিপূজাৰ দৰে বৌদ্ধধৰ্মী টুৰুংসকলেও বুদ্ধৰ নামত অগ্নিদান কৰে।

তেওঁলোকৰ মাজত কথিত আছে যে ফাগুনী পূৰ্ণিমা তিথিৰ দিনাই ভগৱান বুদ্ধই মৃত্যুৰ দিন ঘোষণা কৰিছিল আৰু তাৰ পাছত অৰ্থাৎ মে' মাহত মৃত্যুবৰণ কৰিছিল। সেই কাৰণে বুদ্ধই মৃত্যুৰ দিন ঘোষণা কৰা দিনটোতে তেওঁলোকে 'মাই-কু'-চুম্-ফাই' উৎসৱ প্ৰতি বছৰে পালন কৰি ভগৱান বুদ্ধক জুই দান দিয়ে। এই দিনটো বৰ্তমান 'বুদ্ধ জয়ন্তী' হিচাপে পালন কৰা হয়।

পয় নীনচি ঃ

টাই-টুৰুংসকলে ফাগুনী পূৰ্ণিমা তিথিত 'পয় নীনচি' ধৰ্মীয় উৎসৱ পালন কৰে। এই উৎসৱৰ আগদিনা গাঁৱৰ মহিলাসকলে বৌদ্ধ বিহাৰলৈ গৈ সকলো বস্তু চাফ-চিকুণ কৰি বৌদ্ধ বিহাৰটো পৰিষ্কাৰকৈ সজাই তোলে। সেইদিনাই আন এটা মহিলাৰ দলে নদীৰ পৰা পানী, বালি আনি বিহাৰ আৰু মন্দিৰৰ চাৰিওফালে গাঁৱৰ সকলোৰে মংগল কামনা কৰি ছটিয়াই দিয়ে। উৎসৱৰ দিনা গাঁৱৰ ৰাইজে বিহাৰত একগোট হৈ ভিক্ষুক লগত লৈ সমূহীয়া প্ৰাৰ্থনা কৰে, ভিক্ষুৰ পৰা ধৰ্মৰ বাণী শুনে আৰু বিহাৰত

অন্যান্য বস্তু দান কৰে। তাৰ পিছত সকলোৱে মিলাপ্ৰীতিৰে ভোজভাত খাই উৎসৱৰ সামৰণি মাৰে।

তেওঁলোকৰ মাজত কথিত আছে যে ভগৱান বুদ্ধই জ্ঞান লাভ কৰাৰ পিছত নিজৰ জন্ম ঠাইলৈ (কপিলাবস্তু) গৈ এই দিনটোতে নিজৰ দেউতাকক তেওঁৰ ধৰ্মৰ বিষয়ে দীক্ষা দিছিল। সেই অনুসৰিয়েই টুৰুংসকলে সেইদিনা বুদ্ধবিহাৰ পৰিষ্কাৰ কৰি ভিক্ষুৰ পৰা ধৰ্মৰ বাণী শুনি প্ৰতিবছৰে 'পয় নৌন্‌চি' উৎসৱ পলান কৰি আহিছে।

**ধৰ্ম ঃ**

টাই-টুৰুংসকল থেৰাবাদী বৌদ্ধধৰ্মী। বুদ্ধই তেওঁলোকৰ ভগৱান। অহিংসাই পৰম ধৰ্ম বুলি তেওঁলোকে ভাবে। তেওঁলোকে অপদেৱতা বিশ্বাস নকৰে। টাই-টুৰুংসকলে অসমত থকা টাই বৌদ্ধ যেনে— টাই-খামতি, টাই-ফাকে, টাই-আইতন, টাই-খাময়াং আদিৰ দৰে একেটা পদ্ধতিৰে বুদ্ধক পূজা কৰে। প্ৰত্যেক গাঁৱতেই একোটাকৈ 'কিয়ং চং' (বৌদ্ধ বিহাৰ) থাকে। বৌদ্ধবিহাৰত 'ফ্ৰা' (বুদ্ধমূৰ্তি) আৰু 'ফুন্‌লিক' (ধৰ্মীয় পুথি) থাকে। ভিক্ষুৰ উপৰি তেওঁৰ সহায়ক হিচাপে গাঁৱৰ অন্য এজন 'মাংয়া' (বিষয়া) থাকে। তেওঁ অবিবাহিত হ'ব লাগিব। তদুপৰি ভিক্ষুৰ অনুপস্থিতিত 'চাওজিৰে'ই ভিক্ষুৰ কাম কৰে। গাঁৱৰ ৰাইজে তেওঁলোকৰ মাজৰ পৰা বিজ্ঞজনক চাওজিৰে হিচাপে নিৰ্বাচন কৰি লয়। গাঁৱত বৌদ্ধ বিহাৰৰ উপৰিও এটা 'পেগুদা' (মন্দিৰ) থাকে। তদুপৰি প্ৰত্যেক বুঢ়া-বুঢ়ী থকা গৃহস্থৰ ঘৰত একোটাকৈ 'খিংলিক' (প্ৰাৰ্থনা ঘৰ) থাকে। ইয়াত পুৱা-গধূলি 'চিখো চুতাং (উপাসনা) কৰা হয়। বুদ্ধক পূজা কৰোঁতে তেওঁলোকে সকলোৱে মিলিজুলি কৰে।

**ভাষা ঃ**

টাই-টুৰুংসকল দ্বিভাষী। ঘৰুৱা জীৱনত নিজা টুৰুংভাষা আৰু অন্যভাষী মানুহৰ লগত অসমীয়া ভাষা ব্যৱহাৰ কৰে। টাই-টুৰুং ভাষাটো বিশেষত্বপূৰ্ণ। এই ভাষাত বিভিন্ন ভাষাৰ উপাদান মিশ্ৰিত হৈ আছে। তেওঁলোকে দীৰ্ঘদিন ধৰি অসমীয়া ভাষীৰ মাজত বসবাস কৰি আছে আৰু অসমীয়া ভাষাৰ মাধ্যমেৰে শিক্ষা-দীক্ষা গ্ৰহণ কৰি আহিছে। সেয়েহে অসমীয়া ভাষাৰ দ্বাৰা প্ৰভাৱিত হোৱাৰ উপৰিও অসমীয়া ভাষাৰ জৰিয়তে অন্যান্য ভাষাৰ দ্বাৰাও প্ৰভাৱিত হৈছে। অন্যহাতে টাই-টুৰুংসকলে মূল বাসস্থানৰ পৰা অসমলৈ আহোঁতে পথত বিভিন্ন ভাষা কোৱা লোকৰ সংস্পৰ্শলৈ আহিছিল আৰু সেই ভাষাসমূহৰ প্ৰভাৱ টুৰুং ভাষাত পৰিছে। এই ক্ষেত্ৰত বিশেষকৈ চিংফৌ ভাষাৰ দ্বাৰা টুৰুং ভাষা বেছিকৈ হৈছে। চিংফৌসকলৰ বশ্যতা স্বীকাৰ কৰি





তেওঁলোকৰ লগত টাই-টুৰুংসকল 'টুৰুংপানী' নামৰ নদীৰ পাৰত বহুদিন একেলগে বসবাস কৰিছিল। ফলস্বৰূপে চিংফৌ ভাষাৰ বহু শব্দ টুৰুং ভাষাত সোমাই পৰিল। সেয়েহে ধ্বনিগত, ৰূপগত, শব্দগত, বাক্যগত দিশত অসমৰ অন্যান্য টাইমূলীয় ভাষাতকৈ টুৰুং ভাষাই কিছু সুকীয়া বৈশিষ্ট্যৰে গঢ় লৈ উঠিছে।

টাই-টুৰুং ভাষাত ৭টা স্বৰধ্বনি আৰু ১৯টা ব্যঞ্জনধ্বনি আছে। এই ভাষাৰ স্বৰৰ দীৰ্ঘ ৰূপ সকলো সময়তে স্পষ্ট নহয়। ব্যঞ্জন ধ্বনিসমূহ অসমৰ অন্যান্য টাই-মূলীয় ভাষাৰ দৰে কা, খা, ঙা, চা ৰূপে উচ্চাৰিত হয়। এই ভাষাত স্বৰৰ হ্ৰস্ব-দীৰ্ঘ অনুসৰি এইটো শব্দই বিভিন্ন অৰ্থ প্ৰকাশ কৰে। টুৰুং ভাষাত কাল আৰু ভাব অনুযায়ী ক্ৰিয়াৰ ৰূপৰ সলনি হয় আৰু পুৰুষ, বচন আৰু লিংগ অনুযায়ী নহয়। এই ভাষাৰ বাক্য গঠন প্ৰণালী টাইমূলীয় ভাষাতকৈ সুকীয়া। টুৰুং ভাষাৰ বাক্যত শব্দৰ ক্ৰম এনে ধৰণৰ— 'কৰ্তা+কৰ্ম+ক্ৰিয়া।'

**লিপি আৰু সাহিত্য ঃ**

টাই-টুৰুংসকলে টাই ভাষাৰ বৃত্তাকাৰী লিপি লিখাৰ মাধ্যমৰূপে ব্যৱহাৰ কৰে। তেওঁলোকৰ মাজত কিছু লিখিত সাহিত্য পোৱা যায়। টাই-টুৰুং ভাষীসকলে বৌদ্ধ বিহাৰলৈ দান কৰা পুথিবোৰ টাইলিপিৰে হাতেলিখা পুথি। কোনো লোকৰ মৃত্যু হ'লে মৃতকৰ আত্মাৰ সদ্‌গতিৰ অৰ্থে মৃতকৰ আত্মীয়সকলে টাই-লিপিৰে হাতে লিখা পুথি এখন বৌদ্ধ বিহাৰত দান কৰে। এই নিয়ম তেওঁলোকৰ সমাজত পৰম্পৰাগতভাৱে চলি আহিছে। এনে অনেক পুথি বৌদ্ধ বিহাৰবোৰত সংৰক্ষিত হৈ আছে। পুথিসমূহ পালি ভাষাত ৰচনা কৰি ত্ৰিপিটক বা জাতকৰ পৰা টাই ভাষালৈ অনুবাদ কৰা হয়। তদুপৰি টুৰুংসকলৰ মাজত অনেক লৌকিক গীত-মাত, সাধুকথা, ফকৰা যোজনা আদি প্ৰচলিত হৈ আছে। এনে কিছুমান সাধুকথা, গীতমাত, ফকৰা যোজনা আদি বৰ্তমান তেওঁলোকে সংৰক্ষণ কৰিবলৈ লৈছে, কিন্তু প্ৰকাশৰ মুখ দেখা নাই। বৰ্তমান তেওঁলোকে নিজৰ সামাজিক আৰু সাংস্কৃতিক দিশত অসমীয়া ভাষাৰে প্ৰবন্ধপাতি লিখা-মেলা কৰা দেখা গৈছে। এনে দুজন লেখক হৈছে লেচাম টুৰুং আৰু অনন্ত চিংফৌ (টুৰুং)। লেচাম টুৰুঙৰ অসমীয়া ভাষাত লিখা এখন প্ৰকাশিত পুথি হৈছে 'টুৰুংসকলৰ চমু ইতিবৃত্ত' (টুৰুংফান)। তেওঁলোকৰ ভালেমান প্ৰবন্ধপাতি বিভিন্ন বাতৰি কাকত আৰু আলোচনীত সিঁচৰতি হৈ আছে।

**উপসংহাৰ**

অষ্টাদশ শতিকাৰ তৃতীয় দশকৰ পৰা অসমত নিগাজিকৈ বসবাস কৰি থকা

টাই-টুৰুংসকলৰ মাজত প্ৰচলিত ভাষা আৰু সাংস্কৃতিক উপাদানসমূহৰ স্বকীয় বিশেষত্ব পৰিলক্ষিত হয়। কিন্তু অসমীয়া ভাষা-সংস্কৃতিৰ প্ৰভাৱে টুৰুং ভাষা-সংস্কৃতিৰ পৰম্পৰাক বহুখিনি আঁতৰাই আনিছে। অৱশ্যে, বৰ্তমান টাই-টুৰুংসকলে তেওঁলোকৰ ভাষা-সংস্কৃতি সংৰক্ষণ কৰাত অতি সজাগ হৈ পৰিছে। সেয়েহে তেওঁলোকৰ ল'ৰা-ছোৱালীবিলাকক ধৰ্ম সম্পৰ্কীয় শিক্ষা আৰু ভাষা সম্পৰ্কীয় জ্ঞান-পালি আৰু টুৰুং ভাষাত গাঁৱত বৌদ্ধ বিহাৰবিলাকত দিয়া দেখা যায়। বৰ্তমান টাই ভাষা সাংস্কৃতিৰ বিষয়ে যথেষ্ট চিন্তা-চৰ্চা চলি আছে। ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ সৌজন্যত দুবছৰীয়া পাঠ্যক্ৰমৰ জৰিয়তে টাই ভাষাৰ আনুষ্ঠানিক শিক্ষা দিয়াৰ ব্যৱস্থা আছে। তদুপৰি টাই ভাষাক প্ৰাথমিক পৰ্যায়ত শিকাৰ ব্যৱস্থাও কৰা আছে। টাই-টুৰুংসকলৰ ভাষা-সংস্কৃতিৰ সকলো দিশ পোহৰলৈ আহিলে মূল টাই ভাষা-সংস্কৃতিৰ বিকাশত সহায় কৰিব। তদুপৰি জনজাতীয় আৰু অজনজাতীয় লোকৰ মাজত ৰাষ্ট্ৰীয় ঐক্য আৰু সংহতি স্থাপন কৰাত সহায় হ'ব।

প্ৰসংগ সূত্ৰ ঃ


১। প্ৰাতসলতা বুঢ়াগোহাঞিৰ 'তাইসকলৰ গৃহভূমি', টাই সংস্কৃতি, পুষ্প গগৈ আৰু বগেন গগৈ (সম্পা), ১৯৯৪, পৃঃ ১১।

২। S. F. Hannay, Continuation of Notes on the Shans. or the Nation, Part-II, Srans of Assam. p-55

৩। G. A. Grierson, Linguistic Survey of India, Voll-II, p.-64

৪। P. Gogoi, Tai Ahom Religion and Customs. p-11

৫। P. R. T Gurdon, 'On the Kamtis', Journal of the Asiatic Society of Bhopal, Vol-XXVII, P.11

৬। G. A. Grierson, op. cit.

৭। Hill Trackts Between Assam and Burma, Selection of Papers, first printed in 1873, and originally published in 1909. Reprinted by Vivek Publishing Company, pp.130-203

৮। E. R. Leach, Political Systems of Highland Burma, p.23

৯। ক্ষেত্ৰ অধ্যয়নৰ যোগেদি তথ্য সংগ্ৰহ, সূচক-শ্ৰীলেচাম তুৰুং, ৰজাপুখুৰী টুৰুং গাঁও গোলাঘাট

১০। G. A. Grierson, op. cit.







১১। ক্ষেত্ৰ অধ্যয়নৰ যোগেদি তথ্য সংগ্ৰহ, সূচক-চানু শ্যাম, পথাৰ শ্যাম গাঁও, তিতাবৰ

১২। G. A. Grierson, op. cit. p.59

১৩। লীলা গগৈ, টাই সংস্কৃতিৰ ৰূপৰেখা, পৃ. ৩৪

১৪। উল্লিখিত, পৃঃ ৩৪

১৫। G. A. Grierson, op. cit. p. 59

১৬। Bontirani Gogoi, Social-Cultural Life of the Turung, Unpublished Thesis of Gauhati University, p. 18

১৭। যোগেন্দ্ৰ নাথ, ফুকন, 'ইয়ান্দাবু সন্ধি আৰু অসমৰ বৃটিছ শাসন' অসমৰ স্বাধীনতা সংগ্ৰাম, সুভাষ সাহা (সম্পা), পৃঃ ৫৫

১৮। G. A. Grierson, op, Cit. p. 65

১৯। লীলা গগৈ, পূৰ্বোল্লিখিত, পৃঃ ৩৪

২০। Sir Edward Gait, A History of Assam, p.-77

২১। লেচাম তুৰুং, তৰুং সকলৰ চমু ইতিবৃত্ত, পৃঃ ৪-৬,

২২। উল্লিখিত, পৃঃ ৫-৬

২৩। ক্ষেত্ৰ অধ্যয়নৰ যোগেদি তথ্য সংগ্ৰহ, সূচক লেচাম তুৰুং, ৰজা পুখুৰী টুৰুং গাঁও, গোলাঘাট।




# হ্মাৰ জনজাতি ঃ সমীক্ষাত্মক অধ্যয়ন

এল চংথৌ হ্মাৰ

অসমৰ অন্যান্য জনজাতিৰ দৰে হ্মাৰসকলৰ অতীত কোনো লিখিত বুৰঞ্জী নাই। সেয়ে তেওঁলোকৰ উৎপত্তি আৰু ইতিহাস কেৱল পৰম্পৰা আৰু জনশ্ৰুতিমূলক কাহিনীৰ পৰাহে পোৱা যায়। হ্মাৰসকল মিজো, কুকি-চীন গোষ্ঠীৰ বৃহৎ মংগোলীয় পৰিয়ালৰ তিব্বতবৰ্মীয় ভাষাগোষ্ঠীৰ অন্তৰ্ভূক্ত।

অতীতৰ এই গোষ্ঠীয়ে নিজকে 'মানমাচি নাও' (Manasinou, মানমাচিৰ সন্তান) বুলি গণ্য কৰিছিল। 'মানমাচিক' তেওঁলোকে আদি পুৰুষৰূপে বিবেচনা কৰে।

হ্মাৰসকল ভাৰতবৰ্ষৰ এক অন্যতম জনজাতি। বহু জিলা আৰু ভিন্ন ৰাজ্যত সিঁচৰিত হৈ বসবাস কৰা হেতুকে বহু ৰাজ্যত তেওঁলোক চুবুৰীয়া সংখ্যাগৰিষ্ঠ জনগোষ্ঠীৰ সৈতে (Assimilltion) হোৱাৰ ফলত স্বকীয় কলা-সংস্কৃতি আৰু জীৱন-যাপন প্ৰণালীৰ যথেষ্ট ক্ষতি সাধন হৈছে। বৃটিছ শাসন কালত তেওঁলোক থুপখাই বসবাস কৰা অঞ্চলসমূহত ৰাজনৈতিকভাৱে বিচ্ছেদিত হোৱাৰ ফলত বিভিন্ন অঞ্চলত সিঁচৰিত হৈ থাকিবলগীয়া হৈছিল।

হ্মাৰসকল অসমৰ সীমান্তৱৰ্তী অঞ্চলত সিঁচৰিত হৈ থকা হেতুকে তেওঁলোকৰ যুগমীয়া গোষ্ঠীগত জীৱনৰ স্বৰ্গসুখৰ পৰা বঞ্চিত হৈ আহিছে। অতি দুখজনভাৱে হাজাৰ হাজাৰ লোকে আত্ম পৰিচয় হেৰুৱাই নিজৰ ভাষা বা দোৱান ক'বলৈ লজ্জাবোধ কৰিছিল। মিজোৰাম ৰাজ্যৰ উত্তৰ প্ৰান্তত অৱস্থিত মাত্ৰ এটা ফৈদৰ মাজতহে হ্মাৰ ভাষা কোৱা পৰিলক্ষিত হয়। যিসকলে নগালেণ্ডৰ পশ্চিমসীমা আৰু সদৰ পাহাৰ আৰু মণিপুৰৰ তামেংলং জিলাত প্ৰবৰ্জন হৈ থাদো কুকিৰ লগত বসতি স্থাপন কৰিছিল তেওঁলোক পৰৱৰ্তী সময়ত 'থাদো' ভাষা গ্ৰহণ কৰে। হ্মাৰসকলৰ ভিন্ন উপগোষ্ঠী যেনে- 'থাইক' (Thiek), বাইটে (Biate), ৰাঙ্খল (Hrangkhal), ছাকেছেপ (Sokechep), ৰাংলং (Ranglong),





দাৰলং (Darlong), চিৰু (Chiru), চৰোই (Chorai), মালছম কাইপেং (Molsom Koipeng) আৰু অন্যান্য সগোত্ৰৰ জাতিগোষ্ঠীয়ে বৰ্তমানলৈ মাৰ ভাষা বা দোৱান নিজভূমিত ব্যৱহাৰ কৰি আছে।

১৯৫২ চনত প্ৰকাশিত অনুসূচিত জনজাতিৰ তালিকাখনত বিভ্ৰান্তমূলকভাৱে হ্মাৰসকল আৰু অইন উপজাতিসকলক লুছাইৰ উপ-জনজাতি হিচাপে পৰিচয় দাঙি ধৰাত মাৰ নেতাসকলে ভাৰতচৰকাৰৰ বিৰুদ্ধে গোচৰ তৰি তালিকা সংশোধন কৰাৰ বাবে অনুৰোধ জনায়। ফলত ১৯৫৬ চনত অনুসূচিত জনজাতিৰ তালিকাখন সংশোধন কৰি Vide Notification order S.R.O. 24774, Gazette of India part 2, Section-3, No-316-A New Delhi, 29th October, 1956 মৰ্মে হ্মাৰসকলোৰ অনুসূচিত জনজাতি বুলি স্বীকৃতি দিয়ে।

অসম চৰকাৰে হ্মাৰ সকলোক জনজাতি হিচাপে স্বীকৃতি প্ৰদান কৰাৰ উপৰিও মাৰ ভাষাক প্ৰাথমিক পৰ্য্যায়ত শিক্ষকৰ মাধ্যম হিচাপে ১৯৬৯ চনত কাছাৰ জিলাত আৰু ১৯৮২ চনত উত্তৰ কাছাৰ পাহাৰীয়া জিলাত স্বীকৃতি প্ৰদান কৰে। তদুপৰি ১৯৭৯ চনত মাধ্যমিক পৰ্য্যায়ত মাধ্যম হিচাপে স্বীকৃতি প্ৰদান কৰে। সম্প্ৰতি ২০০৩ চনৰ পৰা আধুনিক ভাৰতীয় ভাষা (MIL) হিচাপে স্নাতক পৰ্য্যায়লৈ মণিপুৰ চৰকাৰে স্বীকৃতি প্ৰদান কৰিছে। হ্মাৰসকলে সাহিত্যৰ দিশত ক্ৰমবৰ্দ্ধমানভাৱে উন্নতি সাধন কৰি আহিছে। বৰ্তমানলৈ হ্মাৰ ভাষাত লিখা বিভিন্ন বিষয়ক প্ৰকাশিত গ্ৰন্থৰ সংখ্যা চাৰিশৰো অধিক।

হ্মাৰ শব্দৰ সাধাৰণ অৰ্থ হৈছে উত্তৰ (North)। আদিতে এই শব্দৰ ব্যৱহাৰ লুছাই পাহাৰৰ উত্তৰ প্ৰান্তত বসবাস কৰা নিৰ্দ্দিষ্ট গোষ্ঠীক বুজাবলৈ কৰিছিল। জে. শ্বেক্সপীয়েৰৰ দৰে বৃটিছ লিখকে ১৯ শতিকাৰ শেষভাগত তেওঁলোকক মাৰ নামেৰে নামকৰণ কৰিছিল।

হ্মাৰ বয়োজেষ্ট পূৰ্বপুৰুষ বুৰঞ্জীবিদ 'Hranglien Songate'কে আদি কৰি পণ্ডিতসকলৰ মতে হ্মাৰ শব্দৰ উৎপত্তি 'HMA' ঃ 'R' নাইবা 'HMAR' (Hmauh with Short A Sound)। এই তত্বমতে এই লোকসকলক 'HMA' ঃ 'R' (নাইবা Hmarh) বুলি অভিহিত কৰিছিল। ইয়াৰ অৰ্থ হ'ল 'TUKKBMSAWM'। সেইদৰে হ্মাৰ শব্দ ব্যৱহাৰ কৰিছিল এক বিশেষ গোষ্ঠীৰ লোকক বুজাবলৈ, যিসকলৰ পুৰুষে তেওঁলোকৰ চুলিৰ গাঠি মূৰৰ পিছত পেলাই ৰাখিছিল। হ্মাৰ বয়জেষ্ঠ পণ্ডিতসকলৰ মতে তেওঁলোকৰ পূৰ্বপুৰুষ লুছাই পাহাৰত প্ৰৱেশ কৰিছিল। সেইসময়ত তেওঁলোকে পোন প্ৰথমে 'পাৰি'

(PAWIS) সকলোৰ সান্নিধ্যলৈ আহিছিল যিসকলক 'হৃমছল' (Hrumsawm) বুলিও কোৱা হৈছিল। কিন্তু হ্মাৰ (HMA : R) শব্দৰ ব্যৱহাৰ পাৱি (PAWIS) সকলৰ পৰা পৃথকভাৱে হৈছিল।

তৃতীয় তত্ত্ব অনুসৰি হ্মাৰ পৰম্পৰাৰ পৰাই অনুমান কৰিব পাৰি যে মংগোলীয় মূগোষ্ঠীৰ অন্তৰ্গত বহু জনগোষ্ঠী তিব্বতৰ পৰা আহি ব্ৰহ্মদেশ পাইছিলগৈ। প্ৰাচীন মাৰ লোকগীত এফাঁকিত এনেদৰে উল্লেখ আছে—

'হেনা কা চিন লৈ

কাপু ইলুং হিমালৈ।

(My Chin land of old

My grandfatheris (ancestons) land Himalei)

হ্মাৰসকলে হিমালয় পৰ্বতক 'হিমালৈ' বুলি অভিহিত কৰা আৰু 'চিন' শব্দৰ দ্বাৰা চীন পাহাৰ বা দেশক বুজোৱালৈ চাই হ্মাৰসকল নিশ্চিতভাৱে বহু বছৰ ধৰি হিমালয়ৰ উত্তৰত বসতি কৰিছিল বুলি ক'ব পাৰি।

অৰুণাচল প্ৰদেশত বসবাস কৰা বহু গোষ্ঠীৰ মাজত মূৰৰ চুলিৰ গাঁঠি কপালত বন্ধা দেখা যায়! তেওঁলোক প্ৰাচীন মাৰ সকলোৰ 'হৰুমছম' বুলিব পাৰি। এই তিব্বতবৰ্মীয় বৃহৎ ভাষিক গোষ্ঠীৰ লোকসকল তেওঁলোকৰ আদিম বাসস্থান অৰুণাচল প্ৰদেশ অতিক্ৰম কৰি অহা বুলি ধাৰণা কৰা হৈছে। লগতে 'হৰুমছম' (Hrumsawm) আৰু 'টুকেমছম' (Tukemsawm) এই দুটা শব্দ সেইসময়ত হ্মাৰসকলক বুজাবলৈ ব্যৱহাৰ কৰিছিল বুলি অনুমান কৰা হৈছে।

১৮৭১ চনত লুছাই আৰু হ্মাৰ সকলোৰ মাজত সংঘটিত হোৱা গোষ্ঠী সংঘৰ্ষৰ সময়ত 'হ্মাৰ'সকলক হ্মাৰ (Hmar) হিচাপে জনজাত আছিল। গোষ্ঠী সংঘৰ্ষৰ পূৰ্বে হ্মাৰ জনগোষ্ঠীৰ বহু লোক অসমৰ উপৰিও ত্ৰিপুৰা আৰু মণিপুৰলৈ প্ৰব্ৰজন ঘটিছিল।

'খাওচুং' (The Khawchrengs) আৰু 'খাওমালাং' (The khaw thalangs) নামৰ জাতিগত নামকৰণৰ লগত থাদৌ-কুকি আৰু হ্মাৰ গোষ্ঠীৰ ওতঃপ্ৰোত সম্বন্ধ আছে। থাদৌ-কুকি মাৰগোষ্ঠীৰ অন্যতম নিকটবৰ্তী সগোত্ৰৰ জনজাতি। থাদৌ-কুকিসকলক 'থাওচুং' (উচ্চগাঁও) আৰু হ্মাৰসকলক 'খাওলাং' (নিম্নগাঁও) বুলি অভিহিত কৰিছিল। অতীতত তেওঁলোকে নিজৰ ভিতৰত বৰ্তমানৰ দৰে জাতিগত নামেৰে মাত-বোল কৰা নাছিল। হ্মাৰসকলৰ প্ৰাচীন পৰম্পৰাৰ পৰা জানিব পৰামতে অতীতত দুয়ো ফৈদৰ বসতি স্থান একে আছিল! ইয়াৰে থাদৌ-কুকি ফৈদে ওখ ঠাইত গাঁও স্থাপন কৰিছিল আৰু হ্মাৰসকলে নামনি





ঠাইত গাঁও পাতি বসবাস কৰিছিল। সেই সময়ৰ পৰাই তেওঁলোকৰ মাজত 'খাওচুং' আৰু 'খাওথালং' নামেৰে নামকৰণ হৈ আহিছে। উল্লেখযোগ্য যে বৃটিছ লিখক জে. শ্বেক্সপীয়েৰও তেওঁৰ 'The Lushei Kuki Clans' নামৰ গ্ৰন্থত হ্মাৰসকলক 'খাওথালং' নামেৰে উল্লেখ কৰি গৈছে।

**হ্মাৰসকলৰ সৃষ্টিতত্ত্ব আৰু বংশাৱলী ঃ**

তলত উল্লেখ কৰা উপাদানসমূহৰ পৰাই হ্মাৰসকলৰ সৃষ্টিতত্ত্ব আৰু বংশাৱলীৰ পৰিচয় স্পষ্টভাবে পোৱা যায়।

নেলাচল ঃ

নেলাচল হ্মাৰসকলৰ পূৰ্বপুৰুষ। নেলাচলৰ প্ৰকৃত অৰ্থ হ'ল 'বলিমানুহ'। ভগবানৰ দ্বাৰা বালিৰে তৈয়াৰী মানুহ এজনক নেলাচল বুলি অভিহিত কৰিছে। বালিৰে সৃষ্টি কৰাৰ পিছত ভগবানে বালিমানুহজনক পৃথিৱীত অৱস্থান কৰাইছিল। কালিমানুহজনক ভগবানে জ্ঞানপুষ্ট কৰি পঠিওৱাৰ বাবে তেখেতে ভগৱান প্ৰদত্ত জ্ঞানৰ নিপুনতাৰে শ্ৰম আৰু সুখেৰে জীৱন নিৰ্বাহ কৰিবলৈ ধৰে। কিন্তু তেখেতৰ জ্ঞান আৰু পাৰদৰ্শিতা খাদ্য সন্তেদৰ বাবে যথেষ্ট যদিও অকলশৰীয়া জীৱন নিৰ্বাহ কৰাৰ ক্ষেত্ৰত যথেষ্ট অসুবিধা বোধ কৰে। পৰৱৰ্তী সময়ত ভগবানে বলি মানুহজনৰ এগৰাকী জীৱনসঙ্গীৰ প্ৰয়োজনীয়তাৰ কথা অনুভৱ কৰি এগৰাকী উপযুক্ত সহায়িকা প্ৰদান কৰে! তেতিয়াৰ পৰাই দুয়োগৰাকীয়ে একেলগে কৰ্মত ব্ৰতী হৈ স্বামী-স্ত্ৰীৰ ৰূপ লয়।

**মানচাচিৰ উৎপত্তি ঃ**

স্বামী-স্ত্ৰী উভয়ে বহু বছৰৰ পিছত খাদ্যসংগ্ৰহত অগ্ৰসৰ হৈ ঝমখেতি কৰিবলৈ মন মেলে। তেওঁলোকে ঝুম খেতিৰ বাবে শস্য ৰোপণ কৰিবলৈ লোৱা সময়ত পাহাৰৰ তলিত বোকাপানীৰে ভৰপুৰ এটা পুখুৰী প্ৰত্যক্ষ কৰে। এদিনাখন ৰাতি সপোনত ভগবানৰ আবিৰ্ভাব হৈ ক'ব ধৰিলে 'নেল্লাচল তোমাৰ ঝুমৰ তলভাগত থকা পুখুৰীৰ পানী বোকাময় নকৰিবা।' ৰাতিপুৱা মানুহজনে সাৰপাই তেওঁৰ পত্নীক সপোনৰ কথা ব্যক্ত কৰাত পত্নীয়েও একে সপোনকে দেখাৰ কথা ব্যক্ত কৰে। আনকি তেখেতৰ পত্নীয়ে সপোনত ভগবানৰ শব্দ আৰু বোকাময় পুখুৰীৰ পানী পৰিষ্কাৰ কৰি দিব লাগে বুলি কোৱাও শুনিছিল। দুয়ো সপোনৰ বিষয়ে আলোচনা কৰি ঝমৰ তললৈ নামি বোকাৰে ভৰপুৰ পুখুৰীৰ পানী পৰিষ্কাৰ কৰিবলৈ আৰম্ভ কৰে যদিও কেনেকৈ পুখুৰীৰ পানী শোধণ কৰিব সেয়া জনা নাছিল। সেই সময়ত দুয়ো আলাপ কৰিছিল যে যদি 'পুমাপা'ই (ভগবান) তেওঁলোকক জীয়াই থকাটো বাঞ্ছা কৰে তেন্তে নিশ্চয় সপোনত পুখুৰী কেনেকৈ

শোধন কৰিব লাগে তাৰ নিৰ্দ্দেশনা দিব। পুখুৰী শোধনৰ উপায় নেদেখি ভগবানৰ নিৰ্দ্দেশনালৈ অপেক্ষা কৰি তেওঁলোক ৰাতি শুই পৰিল। তেওঁলোকে বিছনাৰ তুলি আৰু উৰা কাপোৰ হিচাপে 'নাঠাইল' (এক বৃহৎ বহল পাত Hnathiel) 'নাচাঙটাম' (কলগছৰ টুকুৰা Hnachangtum) ব্যৱহাৰ কৰিছিল। ৰাতি ভগবানে সপোনত তেওঁলোকক দেখা দি ক'লে— 'নেল্লাচল মামাচিপা শুনা, তোমালোকৰ বিচনাৰ তুলি, কাপোৰ আৰু গাৰু লোৱা আৰু ঝুম তলিত নামি সেইবোৰ ৰোপন কৰি দিয়া। কিন্তু তোমালোকে সেইবোৰ ৰোপণ কৰাৰ আগতে মোক স্মৰণ কৰিবা।' তেওঁলোকে ভগবানৰ নিৰ্দ্দেশমৰ্মে সকলো সম্পূৰ্ণ কৰিলে। পিছদিনা ৰাতি ভগবানে নেল্লাচলক সপোনত কথা কৈ থাকোঁতে নেলাচলে ভগৱানক হাতেৰে ধৰি ৰাখিছিল যদিও বেছি সময় ভগবানক ধৰি ৰাখিব নোৱাৰি এৰি দিয়ে। তেতিয়াৰ পৰাই নেলাচল ভগৱানক স্পৰ্শ কৰা একমাত্ৰ ব্যক্তি ৰূপে পৰিচিত হৈ পৰে। স্বামী-স্ত্ৰী দুয়ো একে সপোনকে দেখি ব্যক্ত কৰিলে যে 'যিজনে আমাৰ সৈতে কথা পাতিছিল তেওঁ ভগৱান। সেয়ে আমি তেওঁ যি কৰিবলৈ আদেশ দিয়ে তাকে কৰা উচিত।' এইবুলি সেইদিনাৰ পৰা স্বামী-স্ত্ৰীয়ে ভগবানে যি উপদেশ দিয়ে সেই মতে কৰ্ম কৰিবলৈ ধৰিলে।

**নেলাচল প্ৰাৰ্থনা ঃ**

এনে ঘটনা হোৱাৰ পিছৰ পৰাই নেলাচলে ভগবানলৈ একেথৰে চাই আছিল আৰু এনেদৰে প্ৰাৰ্থনা জনাইছিল— 'হে! ভগৱান নতুন গজালি মেলাৰ বাবে মই কেনেকৈ কলগছৰ টুকুৰা ৰোপণ কৰিম? তলফালৰ পৰানে ওপৰ ফালৰ পৰা?' ভগবানৰ পৰা সঁহাৰি ঃ ভগবানে উত্তৰ দিলে 'হেৰা মানমাচিপা (মানুহ) তোমাৰ তুলি, কাপোৰ আৰু কলগছৰ টুকুৰা সোহাতেৰে লোৱা আৰু ঝুমৰ তলত নাম সেইবোৰ তলৰ ফালৰ পৰা ৰোপণ কৰা। সেইবোৰে নিশ্চিতভাবে নতুন পাত দিব।'

মানমচিপাই পুনৰ ভগবানক উদ্দেশ্যি ক'লে, 'যদি সেইবোৰ জীৱিত নহয় তেন্তে মোৰ যাঠিৰে তোমাক হানিম।'

ভগবানে মানমাচিপাক ক'লে, 'হেৰা মানমাচিপা তুমি মোক নাহানিবা। শুনা তুমি মোৰ উপদেশমতে কাম কৰি যোৱা নিশ্চিতভাৱে জীৱিত হ'ব।'

**চিনলুঙত মানমাচিপা ঃ**

এদিনাখন এহাল পতি-পত্নী জংঘলত ঘুৰি ফুৰোতে এটি প্ৰকাণ্ড গুহা প্ৰত্যক্ষ কৰি গুহাৰ ভিতৰতে পতি-পত্নীৰ মিলনত সন্তানৰ জন্ম হৈছিল। সময়ৰ লগে লগে মানমাচিপাৰ সতি-সন্ততি ক্ৰমাৎ ইমানেই বৃদ্ধি পাইছিল যে তেওঁলোক





একেলগে গুহাত বসবাস কৰা অসম্ভৱ হৈ পৰিল। সেয়ে তেওঁলোকে গুহাতকৈ বেছি সুবিধাজনক স্থান বিচাৰি এডোখৰ জংঘল মোকলাই গাঁও স্থাপন কৰিলে আৰু গাঁওখনৰ নাম দিলে 'চিনলুং'। পৰৱৰ্তী সময়ত মানমাচিপাৰ সন্তানসকলৰ সতি-সন্ততি বৃদ্ধিৰ লগে লগে তেওঁলোকে অইন এখন গাঁও স্থাপন কৰি গাঁওখনৰ নাম 'খোবুল' (Khawbuol) ৰাখিলে।

দিন বাগৰি যোৱাৰ লগে লগে মানুহৰ সংখ্যা বৃদ্ধি হোৱাত তেওঁলোক থাইলেণ্ডলৈ অগ্ৰসৰ হয়। থাইলেণ্ডত বহু শতিকা ধৰি বসবাস কৰাৰ পিছত তেওঁলোক চীনভূমিলৈ (ম্যানমাৰ) ওভতি যায়। ব্ৰহ্মদেশত থাকোতে এটা পৰিয়ালৰ দুজন ভাতৃয়ে চুলিকোছা দীঘলকৈ ৰখাৰ পৰম্পৰা ৰক্ষা কৰা নাছিল। দুই ভাতৃয়ে চুলিকোচা বেছি ধুনীয়া কৰিবলৈ যত্ন কৰিছিল। কিন্তু ডাঙৰ ভাতৃয়ে সেয়া কৰিবলৈ অপাৰগ। কাৰণ তেওঁৰ মূৰৰ মাজত আঘাট আছিল। মাকে ডাঙৰ ল'ৰাৰ মূৰৰ আঘাতৰ কথা জানিব পাৰি চুলিকোচা কাটিবলৈ দিয়ে। ডাঙৰ পুতেকে চুলি কটাৰ পিছত পৰম্পৰা ৰক্ষা কৰি চুলি নবন্ধাকৈ থাকে। ককায়েকৰ চুলি দেখি ভায়েকে চিঞৰি কৈছিল, 'এজন পাৰি টেঁয় নগৈ' (A Paari theo ngei) বুলি। পুনৰ ভায়েকে ককায়েকক 'পাৰিয়া' বুলি কৈছিল। তাৰ পিছৰ পৰাই 'পাৰি' জনজাতিৰ উৎপত্তি হয়।

সৰু ভায়েকৰ চুলি কোচা ইমানেই কঠিন আছিল যে ককায়েকে সৰু ভায়েকৰ চুলিকোচালৈ চাই 'মাৰা' (Tight) বুলি জোকাইছিল। তেতিয়াৰ পৰাই 'মাৰা-মাৰ মাৰ' জনগোষ্ঠীৰ উৎপত্তি হৈছে বুলি হ্মাৰসকলে বিশ্বাস কৰে। খৃঃপূঃ ১১ শতিকাৰ পৰাই উত্তৰ-পূৰ ভাৰতৰ ঘাইকৈ অসম, মণিপুৰ, মিজোৰাম, ত্ৰিপুৰা, নাগালেণ্ড আৰু মেঘালয়ৰ ভিন্ন অঞ্চলত মাৰ নামেৰে বসতি কৰি আহিছে।

হ্মাৰসকল অসমৰ বিভিন্ন প্ৰান্তত চেগাচোৰোকাকৈ বসতি কৰি আছে যদিও ঘাইকৈ উত্তৰকাছাৰ পাৰ্বত্য জিলাত থুপ খাই আছে। ভাৰতীয় সংবিধানৰ ২২৪(২) আৰু ২৭৫(১) অনুচ্ছেদ অনুসৰি ষষ্ঠ অনুসূচীভুক্ত উত্তৰ কাছাৰ পাৰ্বত্য জিলাত বসবাস কৰা অসমীয়া আৰু অন্যান্য জাতি জনগোষ্ঠীৰ লগত পাৰস্পৰিক আদান-প্ৰদান আৰু সৌহাদ্যপূৰ্ণ সম্পৰ্কই হ্মাৰ ভাষা-সাহিত্য আৰু সংহতিৰ বিকাশত যথেষ্ট সহায়তা কৰি আহিছে। হ্মাৰসকলে অসমীয়া মানুহৰ সংস্পৰ্শত থাকি নিৰাপদ অনুভৱ কৰে।

**উৎপত্তি ঃ সমাজ—**

হ্মাৰ জনগোষ্ঠীসকল প্ৰধানকৈ মধ্য এচিয়াৰ চিনলং (Sinlung) অঞ্চলৰ তেওঁলোকৰ বিশ্বাস আছিল যে উচ্চ শ্ৰেণীৰ চীন প্ৰবাসীসকলে হ্মাৰ জনগোষ্ঠী

ব্যক্তিসকলক দক্ষিণ দিশলৈ খেদি পঠিয়াছিল। চীনাসকলে হ্মাৰ জনগোষ্ঠীসকলক (Irrawady) ঈৰাৱেদি নদীৰে ইন্দু-বাসিচ যাবলৈ বাধ্য কৰাইছিল আৰু তেওঁলোকে অৱশেষত সেই ভৌগলিক অৱস্থাতে নিগাজীকৈ থাকিবলৈ ললে।

অসমৰ উত্তৰ কাছাৰ পাহাৰৰ হ্মাৰ জনগোষ্ঠীসকলক আগতে 'কুকি' বুলি কোৱা হৈছিল। ভাৰত স্বাধীন হোৱাৰ পিছত ১৯৫৬ চনত চৰকাৰে তেওঁলোকক হ্মাৰ জনগোষ্ঠী বুলি ঘোষণা কৰে।

**অৱস্থা ঃ**

হ্মাৰসকলক উত্তৰ কাছাৰ পাহাৰীয়া জাতিৰ এক অংশ বুলি জনা যায়। তেওঁলোকক অসমৰ উত্তৰ কাছাৰ, হাইলাকান্দি, গুৱাহাটী, মিজোৰাম, ত্ৰিপুৰা আৰু মণিপুৰত পোৱা যায়।

**জনসংখ্যা ঃ**

অসমত অতি কমেও এক লাখ হ্মাৰ জনগোষ্ঠীৰ লোক আছে। বিশিষ্ট উত্তৰ কাছাৰ পৰ্বতত হ্মাৰ জনগোষ্ঠী লোকৰ সংখ্যা ত্ৰিশ হাজাৰ।

**গোত্ৰ ব্যৱস্থা ঃ**

উত্তৰ কাছাৰ পৰ্বতত থকা হ্মাৰ জনগোষ্ঠীসকলক ১২ টা গোত্ৰত বিভক্ত কৰিব পাৰি। এই মুখ্য গোত্ৰসমূহৰ উপৰিও হ্মাৰ সকলৰ মাজত বহুতো উপগোত্ৰ দেখা যায়।

**ভাষা ঃ**

"হ্মাৰ" জনগোষ্ঠী লোকসকলে Tawng দোৱানত কথা পাতে, আৰু "কুকি" জনগোষ্ঠীৰ লগত তেওঁলোকে কথোপকথনত এই Tawng দোৱানত কথা পাতে। "হ্মাৰ" দোৱানৰ লগত মিজো, ৰাংখল, বেইতে, ক'ম, পাইতে, দাৰলং আৰু ভাইফেই দোৱানৰ লগত সাদৃশ্য থকা দেখা যায়। কিন্তু তেওঁলোকৰ কোনো লিখিত গ্ৰন্থ নাছিল। "হ্মাৰ" জনগোষ্ঠীয়ে তেওঁলোকে বুজিব পৰাকৈ ভঙা ভঙা (Lingua Franca) হিন্দীত ব্যৱহাৰ কৰে।

**বিবাহ ব্যৱস্থা ঃ**

"হ্মাৰ" জনগোষ্ঠীসকলৰ নিজগোত্ৰত বিয়া হোৱাটো বাধা নাই যদিও এনে বিয়াত কোনো প্ৰাধান্য নিদিয়ে। "হ্মাৰ"সকলৰ মাজত প্ৰধানকৈ (Monogamy) এক স্ত্ৰী বিবাহ প্ৰচলিত। এই জনগোষ্ঠীৰে বিয়াত কইনাৰ যৌতুক হিচাপে দিব লগা বস্তুৰ হিচাপ বিয়াৰ আগনিশা ঠিক কৰা হয়। "হ্মাৰ" জনগোষ্ঠীসকলৰ মাজত বন্দবস্ত পদ্ধতি (Arrange Marriage)ৰে বিবাহ সম্পন্ন কৰে। "হ্মাৰ"সকলৰ মাজত আন এক বিবাহ পদ্ধতি হ'ল (Chawngmo Lak চাংমৌলাক- যিটো বাল্য বিবাহৰ সৈতে একে আজিকালি এনে বিবাহৰ প্ৰচলন কম। ইয়াৰ উপৰিও তেওঁলোকৰ মাজত খ্ৰীষ্টীয়ান নীতিৰে বিবাহ, পলুৱাই নিয়া পদ্ধতিৰে বিবাহ আদিৰ প্ৰচলন দেখা যায়।





"হ্মাৰ"সকলৰ মাজত এইটো বৰ আমোদজনক যে যদি কইনাৰ বায়েক থাকে তেন্তে বায়েকৰ বাবে দৰাই এক মূল্য দিব লাগে আৰু সৰু ছোৱালীৰ ক্ষেত্ৰত এই মূল্যৰ পৰিমাণ বেছি হয়।

**যৌতুক ঃ**

"হ্মাৰ" সমাজত যদিও কইনাৰ লগত যৌতুক দিয়াৰ ব্যৱস্থা নাই তথাপি কইনাই শহুৰ-শাহু, নিজ স্বামী আৰু পৰিয়ালৰ অন্য সম্বন্ধীয়সকলৰ বাবে উপহাৰ হিচাপে বস্তু আনিব পাৰে। কইনাই তেওঁৰ লগত ঘৰুৱা সা-সৰঞ্জাম নতুন ঘৰৰ বাবে লৈ আনিব পাৰে।

**গাঁওবুঢ়াৰ কাৰ্য আৰু তেওঁৰ সভা/পৰিষদ ঃ**

"হ্মাৰ" জনগোষ্ঠীৰ মাজত গাঁৱৰ মুৰব্বী আৰু গাঁৱৰ ৰাইজৰ আলোচনাই গাঁওখনৰ সকলো সমস্যা সমাধান কৰিব পাৰে। যদি কোনো ব্যক্তিয়ে গাঁওবুঢ়া আৰু গাঁৱৰ ৰাইজৰ আলোচনাত সন্মতি নহয় তেন্তে তেওঁক এই সমাজৰ পৰা খেদি পঠিয়ায় আৰু তেওঁৰ সম্পত্তি সমূহ দুখীয়া আৰু নিঠৰুৱা লোকৰ মাজত ভগাই দিয়া হয়।

এই জনগোষ্ঠীৰ মুখ্য জন বংশানুক্ৰমে হয়। কিন্তু গাঁও পৰিষদৰ মুৰব্বীজনক গাঁৱৰ ৰাইজৰ দ্বাৰা নিৰ্বাচিত কৰা হয়। যদি এই ক্ষেত্ৰত গাঁওবুঢ়াৰ কোনো ল'ৰা সন্তান নাথাকে তেন্তে তেওঁৰ কোনো ওচৰ সম্বন্ধীয় ব্যক্তিয়ে গাঁওবুঢ়া হ'ব পাৰিব।

"হ্মাৰ" জনগোষ্ঠীসকলৰ মাজত বেলেগ বেলেগ গোষ্ঠীগত আইন বিভিন্ন অপৰাধত দেখা যায়, সেইবোৰ তলত দিয়া ধৰণে উল্লেখ কৰিব পাৰি ঃ

**(১) হত্যাকাণ্ড ঃ** "হ্মাৰ" জনগোষ্ঠীৰ মাজত কোনো হত্যা কাৰ্য ঘটিলে এই বিচাৰ গাঁওবুঢ়া বা গাঁৱৰ ৰাইজৰ আলোচনাৰ দ্বাৰা মিমাংসা কৰা হয়। যদি এজন ব্যক্তিয়ে ইচ্ছাকৃতভাৱে হত্যা কাৰ্যত লিপ্ত হয় তেতিয়া গাঁওবাসীৰ উপস্থিতিত তেওঁ এখন কলা কাপোৰ আৰু চাৰি ঠেঙীয়া জন্তু মাৰি দিব লাগিব। হত্যাকাৰীজনে ২০,০০০ হাজাৰ টকা গাঁও পৰিষদক দিব লাগিব।

আনহাতে যদি এজন ব্যক্তিয়ে অইন কাৰোবাক আকস্মিকভাৱে হত্যা কৰে তেন্তে তেওঁ ১০,০০০ হাজাৰ টকা জৰিমনা দিব লাগিব আৰু বেলেগকৈ কলা কাপোৰ আৰু চাৰিঠেঙীয়া জন্তু মাৰি দিব লাগিব।

**(২) ধৰ্ষণ কাৰ্য্য ঃ** যদি কোনো পুৰুষে এগৰাকী মহিলাক ধৰ্ষণ কৰে তেন্তে তেওঁ গাঁও পৰিষদক ৩,০০০ হাজাৰ টকা জৰিমনা দিব লাগিব। অন্যহাতে যদি নাবালিকা এগৰাকীক ধৰ্ষণ কৰে তেন্তে তেওঁ ৩,০০০ হাজাৰ টকাৰ জৰিমনা ভৰাৰ উপৰিও আৰু ২,০০০ টকা গাঁও পৰিষদক জৰিমনা দিব লাগিব।

মহিলা মানুহৰ এনে অপৰাধজনিত বিচাৰসমূহ গাঁওবুঢ়াৰ ঘৰত কৰে যাক "হ্মাৰ" সমাজত দেভান্ (Devan) বুলি কোৱা হয়।

আন সকলো জনগোষ্ঠীৰ দৰে উত্তৰ কাছাৰ পৰ্বতৰ "হ্মাৰ" জনগোষ্ঠীসকলে তেওঁলোকৰ গোষ্ঠীগত বিবাদসমূহ সমাধান কৰিব বিচাৰে। তেওঁলোকে পৰাপক্ষত গাঁও পৰিষদ আৰু ন্যায়ালয়ৰ পৰা আতৰি থাকিব বিচাৰে আৰু আন সিদ্ধান্তসমূহ তেওঁলোকে গাঁওবুঢ়া আৰু তেওঁৰ পৰিষদৰ আলোচনা মতে বিচাৰ কৰে।

**(৩) বিবাহ বিচ্ছেদ ঃ** যদি এজন পুৰুষে তেওঁৰ পত্নীক বিচ্ছেদ কৰিব বিচাৰে তেন্তে তেওঁ ৫০০ টকা জৰিমনা ভৰিব লাগিব।

আনহাতে যদি মহিলাগৰাকীয়ে বিচ্ছেদ হ'ব বিচাৰে তেওঁ কইনাৰ দাম ভৰিব লাগিব আৰু মহিলাগৰাকীয়ে তেওঁৰ যৌতুকৰ বস্তু নিজৰ লগত ৰাখিব পাৰিব। আকৌ তেওঁলোকৰ বুজাবুজিৰ মাজেৰে যদি বিচ্ছেদ হয় তেওঁলোকৰ সম্পত্তিসমূহ দুয়োজনৰ মাজত সমানে ভগাই দিয়া হ'ব। কোনো সন্তান থাকিলে পিতৃৰ লগত থাকিব।

**(৪) উত্তৰাধিকাৰী স্বৰ্ত ঃ** এগৰাকী বিধবাই তেওঁৰ স্বামীৰ সম্পত্তিৰ অধিকাৰী হ'ব নোৱাৰে। যদি তেওঁৰ কোনো ল'ৰা সন্তান থাকে তেন্তে বিধৱাগৰাকী তেওঁৰ সন্তান ডাঙৰ নোহোৱা পৰ্যন্ত ভৰণ পোষণৰ তত্বাৱধান ল'ব লাগিব।

পিতৃৰ মৃত্যুৰ পিছত সম্পত্তিৰ উত্তৰাধিকাৰী স্বৰ্ত তেওঁৰ আটাইতকৈ সৰু পুতেকৰ হ'ব যিয়ে মাক-দেউতাকৰ বুঢ়া বয়সত প্ৰতিপালন কৰে। ছোৱালীয়ে সাধাৰণতে কোনো সম্পত্তিৰ অধিকাৰী হ'ব নোৱাৰে। কিন্তু সৰু ছোৱালীয়ে মাকৰ সম্পত্তি যেনে গহনা, কাপোৰ আৰু তাঁতবোৱা সঁজুলি আদিৰ অধিকাৰী হ'ব পাৰে।

যদি কোনো ব্যক্তি কোনো ল'ৰা সন্তান নোহোৱাকৈ মৃত্যু হয় তেন্তে সেই সম্পত্তিৰ অধিকাৰী কোনো ওচৰ সম্পৰ্কীয় ল'ৰা মিতিৰ কুতুম্ব হ'ব লাগিব। এইবোৰৰ উপৰিও তেওঁলোকৰ বুঢ়া বয়সত যিয়ে প্ৰতিপালন কৰে তেওঁৰেই সম্পত্তিৰ সম্পূৰ্ণ অধিকাৰী হ'ব। যদি কোনো পুত্ৰ বেলেগ ঠাইলৈ গুচি যায়, তেন্তে সেই সম্পত্তিৰ অধিকাৰী হ'ব পাৰিব।





**জনগোষ্ঠীয় সম্পত্তি ঃ**

ঢোল, ড্ৰাম, তৰোৱাল বা অন্য অস্ত্ৰশস্ত্ৰ বিলাকক "হ্মাৰ" জনগোষ্ঠীসকলে তেওঁলোকৰ জনগোষ্ঠীয় সম্পত্তি বুলি বিবেচনা কৰে। যদি কোনো ব্যক্তি অতি দৰিদ্ৰ বা সংকটত পৰে তথাপি এই জনগোষ্ঠীয় সম্পত্তি বিক্ৰী কৰিব নোৱাৰে!

**মৃত ক্ৰিয়া ঃ**

"হ্মাৰ" জনগোষ্ঠীসকলে মৃতকক মাটিত পুতি সৎকাৰ কৰে। যদি এজন ব্যক্তি স্বাভাৱিকভাৱে মৃত্যু হয় আৰু যদি দুপৰীয়াৰ আগভাগত মৃত্যু হয় তেন্তে তেওঁৰ মৃতদেহ একেদিনাই মাটিত পুতিব লাগে। আনহাতে যদিহে এজন ব্যক্তি পিছবেলা মৃত্যু হয় তেতিয়া তেওঁৰ মৃতদেহ পিছদিনা পোতা হয়। সাধাৰণতে মৃতকৰ শ্ৰাদ্ধৰ দিনা তেওঁৰ শ্মশানত এক ভোজ আগবঢ়োৱা হয়।

কিন্তু "হ্মাৰ"সকলৰ অস্বাভাৱিকভাৱে মৃত্যু হোৱা লোকৰ মৃত কৰ্মৰাজি পৃথক। তেওঁলোকৰ মৃতকৰ্মৰাজী তলত উল্লেখ কৰা হ'ল—

(১) যদি কোনো মহিলা প্ৰসৱৰ সময়ত মৃত্যু হয় তেতিয়া তেওঁৰ মৃতদেহ ৰাজহুৱা শ্মাশানৰ পৰা অলপ আঁতৰত জ্বলায়। মৃতক্ৰিয়াসমূহ সমাজৰ আটাইতকৈ বয়োজ্যেষ্ঠসকলে কৰে। সমজুৱা ৰাইজে একেলগে কন্দাটো এই জনগোষ্ঠীৰ উল্লেখযোগ্য নিয়ম।

(২) যদি কোনো ব্যক্তিৰ আত্মহত্যা বা আকস্মিক মৃত্যু হয়, তেতিয়া তেওঁৰ মৃতদেহ লগে লগে পুতি থয় আৰু সকলো মৃতকৰ্মৰাজি স্বাভাৱিক মৃতকৰ দৰেই সম্পন্ন কৰা হয়।

(৩) যদি মৃতকজন নাবালক হয় তেতিয়া তেওঁক লগে লগে পুতি সৎকাৰ কৰে। এনে মৃতকৰ মৃতক্ৰিয়া কৰিব নালাগে আৰু তেওঁৰ মৃত্যুৰ বাবে সমাজে শোক নকৰে।

**ভূমি পৰিচালনা নীতি ঃ**

"হ্মাৰ"সকলৰ ব্যক্তিগত আৰু সামূহিক দুই প্ৰকাৰৰ কৃষি পদ্ধতি আছে। সাধাৰণতে খেতি বাতিত পুৰুষসকলে প্ৰধান ভূমিকা লয়। তেওঁলোকে দুই প্ৰকাৰৰ খেতি কৰে, প্ৰথমটো হ'ল—

Teibil — এই খেতি মাত্ৰ দুই, তিনি মাহৰ বাবে কৰে আৰু আনটো Lopui যিটো খেতি গোটেই বছৰজুৰি থাকে। কেতিয়াবা গ্ৰাম্য সংস্থাৰ যুৱকসকলে "হ্মাৰ"সকলৰ গোষ্ঠীগত কৃষি উন্নতিকৰণত সহায় কৰে। Lawm নেতাজনক Lawmulien অথবা Valupa বোলা হয়। Lawmulien জনক গাঁৱৰ ৰাইজে নিৰ্বাচন কৰে। তেওঁ অবিবাহিত আৰু তেওঁ বিয়া পতাৰ লগে লগে তেওঁক পদৰ

পৰা আঁতৰাই দিয়ে Lawmয়ে গাঁৱৰ এঠাইত অকলে চাফ চিকুন কৰি বিভিন্ন ধৰণৰ শস্যৰ খেতি কৰে। এই শস্যবিলাক গাঁৱৰ দুখীয়া, দৰিদ্ৰ, অনাথ আৰু বিধৱাসকলৰ মাজত বিতৰণ কৰা হয়। যিখিনি থাকি যায় তেওঁলোকৰ মিমকুট (Mimkut) নামৰ উৎসৱত ব্যৱহাৰ কৰিবৰ বাবে জমা ৰখা হয়।

'হ্মাৰ'সকলৰ কোনো স্থায়ী স্থান কৃষিৰ বাবে নাথাকে। তেওঁলোকে তেওঁলোকৰ গোষ্ঠীৰ সীমাৰ ভিতৰত বিভিন্ন ঠাইত খেতি কৰে। ঝুম খেতিৰ কাৰণে গাঁৱৰ মুখিয়ালৰ পৰা আগতে অনুমতি ল'ব লাগে মাটিৰ খাজনা বা Busung হিচাপে প্ৰত্যেক ঘৰৰ পৰা টুকৰী ভৰাই শস্য দিয়া হয়। তেওঁলোকে কোনখিনি মাটি খেতিৰ বাবে বছৰটোত ল'ব তাৰ মিমাংসা কৰাৰ বিশেষ পদ্ধতি আছে। ইয়াৰ কাৰণে তেওঁলোকে Pamr নামৰ এখন সভা জানুৱাৰী মাজত আহ্বান কৰে, য'ত গাঁওবাসীৰ মাজত খেতিৰ বাবে মাটি বিতৰণ কৰা হয়। বৃদ্ধ আৰু নিঠৰুৱাসকলক তেওঁলোকৰ মাটিত খেতি কৰাৰ বাবে সহায় কৰি দিয়ে। সভাত পূব, পশ্চিম, উত্তৰ, দক্ষিণ কোন দিশত তেওঁলোকে খেতি কৰিব তাক মিমাংসা কৰা হয়। এই মিমাংসাকে (Pamroral) পামৰুৰেল কোৱা হয়। গাঁৱৰ পুৰুহিত বা (Thiempu) থামপো জনে Busung-ৰ দৰে একো খাজনা দিব নালাগে। প্ৰত্যেক গাঁওবাসীয়ে তেওঁলোকৰ পথ নিৰ্মাণত অংশ গ্ৰহণ কৰিব লাগে। মাত্ৰ বিধৱাসকলকহে এই কাৰ্যৰ পৰা ৰেহাই দিয়া হয়। মাৰ্চ আৰু এপ্ৰিল মাহত এই কাৰ্য কৰে।

**বনাঞ্চল পৰিচালনা ঃ**

"হ্মাৰ"সকলে জংঘলক Ramngo (ৰামঙ) বুলি কয়। পূৰ্বতে হাবি-বন কটা আৰু জন্তু হত্যাকৰাৰ ক্ষেত্ৰত কোনো বাধা নাছিল কিন্তু বৰ্তমান যদি কোনোবাই Mauhak (সংৰক্ষিত বনাঞ্চল) জধে মধে ধ্বংস কৰে তেন্তে এটা ম'হ বা এটা মিথুন গাঁওবুঢ়া আৰু গাঁও পৰিষদক জৰিমনা হিচাপে দিব লাগে। কিন্তু এইখিনিতে উল্লেখ কৰিব লাগিব যে যদি কোনো ব্যক্তিয়ে এটা ঘৰ নিৰ্মাণ কাৰ্যত সংৰক্ষিত বনাঞ্চল কাটে তেতিয়া তেওঁক কোনো জৰিমনা বা শাস্তি দিয়া নহয়। তাৰ বাবে অৱশ্যে তেওঁ মুখিয়ালৰ অনুমতি ল'ব লাগে। যদি কোনোবাই সংৰক্ষিত বনাঞ্চল (Mauhak) কাঠ আদি ঘৰ মেৰামতিৰ বাবে ব্যৱহাৰ কৰিবলৈ ইচ্ছা কৰে তেতিয়া তেওঁ মুখিয়াল বা পৰিষদৰ অনুমতি ল'ব লাগে আকৌ যদি কোনো লোকে সংৰক্ষিত বনাঞ্চলৰ কোনো ফলমূল বা জোপোহা গছ আদি চোৰ কৰা অৱস্থাতে ধৰা পৰে তেতিয়া তেওঁক লাউপানী জৰিমনা ভৰোৱা হয়।

**জল পৰিচালনা ঃ** "হ্মাৰ" জনগোষ্ঠীৰ পানীৰ উৎস হৈছে পুখুৰী বা নদী। যদিহে কেনো ব্যক্তিয়ে সেই পানী প্ৰদূষণ কৰে তেন্তে তেওঁ বেছিকৈ





জৰিমনা দিব লাগিব। পথাৰত পানী যোগান ধৰা কাৰ্যক পবিত্ৰ বুলি ধৰা হয় আৰু যদিহে ইয়াক লেতেৰা দৰে তেন্তে তেওঁ জৰিমনা দিবই লাগিব। পানী সম্পৰ্কে কোনো বিবাদ হ'লে সেই বিবাদ মুখীয়ালে সমাধা কৰে আৰু দোষীক শাস্তি দিয়া হয়।

**গোষ্ঠীগত চিকাৰ ঃ**

"হ্মাৰ"সকলৰ গোষ্ঠীগত এক চিকাৰ পদ্ধতি আছে। তেওঁলোকে চিকাৰৰ বাবে বিভিন্ন অস্ত্ৰ-শস্ত্ৰ ব্যৱহাৰ কৰে। অতীতত হ্মাৰসকলে দেশীয় গুলী বাৰুদ চিকাৰৰ বাবে নিজে তৈয়াৰ কৰিছিল। মুখীয়ালসকলে এই ক্ষেত্ৰত বিশেষ লাভবান হৈছিল। চিকাৰত মৰা জন্তুটোৰ এটা ঠেং গাঁৱৰ মুখীয়ালক দিয়া হয় আন এটা ঠেং যিজনে জন্তুটো মাৰে তেওঁক দিয়া হয়। জন্তুটোৰ ডিঙিৰ অংশ মাতৃ সম্পৰ্কীয় মোমায়েকক দিয়ে আৰু যদি দিয়া নহয় তেওঁলোকে জৰিমনা হিচাপে এটা ম'হ দিব লাগিব। বাকী থকা মাংস চিকাৰত অংশগ্ৰহণ কৰাসকলৰ মাজত ভাগ কৰা হয়। পেট, নাড়ী আৰু ভিতৰৰ অংশ মহিলাৰ মাজত বিতৰণ কৰা হয়, যদি এজন ব্যক্তিয়ে গোষ্ঠীগত চিকাৰত এটা জন্তু মাৰিব পাৰে তেতিয়া তাৰ ভৰি পৰিয়ালৰ পিতৃ সম্পৰ্কীয় খুৰীয়েকক দিয়া হয়। ইয়াৰ বাহিৰেও এজন ব্যক্তিয়ে ব্যক্তিগতভাৱেও চিকাৰলৈ যাব পাৰে।

**গোষ্ঠীগত মাছধৰা কাৰ্য ঃ**

"হ্মাৰ" সকলৰ মাজত গোষ্ঠীগত মাছধৰা কাৰ্য আছে। সাধাৰণতে এই ক্ষেত্ৰত যুৱকসকলে আগভাগ লয়।

তেওঁলোকে ধৰা মাছ গাঁৱৰ বয়োজ্যেষ্ঠসকলে ভাগ কৰি দিয়ে। তেওঁলোকে বাঁহেৰে নিৰ্মিত Tawk নামৰ এবিধ বিশেষ কোন্দা ব্যৱহাৰ কৰে। গোষ্ঠীগত মাছমৰা কাৰ্য্যৰ আগতে এটা পূজা কৰি'লোৱা হয় যাক Tuikungnui বুলি কোৱা হয়। সেই পূজা নদীৰ দেৱতাৰ বাবে কৰা হয়, যাক ক'লা আকৃতিৰ কুৎসিত মহিলা হিচাপে বিশ্বাস কৰা হয় আৰু Tuikungnui বুলি কোৱা হয়।

**জলবু'খ ঃ** Zawlbuk বা যুৱ সংস্থা উত্তৰ কাছাৰ পৰ্বতৰ "হ্মাৰ" সকলৰ এক বিশেষ প্ৰতিষ্ঠান আছে যাক Zawlbuk বোলে। এই প্ৰতিষ্ঠানত যুৱকসকলক আত্মৰক্ষাৰ বাবে আৰু গাঁৱৰ গোষ্ঠীগত কামসমূহ সমাপন কৰিবৰ বাবে প্ৰশিক্ষণ দিয়া হয়।

**পবিত্ৰ বনভূমি ঃ** "হ্মাৰ"সকলৰ কোনো পবিত্ৰ বনভূমি নাই।

**ধৰ্মীয় আচাৰ ঃ** "হ্মাৰ" জনগোষ্ঠীৰ বেছি সংখ্যক লোকেই খ্ৰীষ্টিয়ান। কিন্তু তথাপি তেওঁলোকে আজিলৈকে কিছু তেওঁলোকৰ পৰম্পৰাগত দেৱ-দেৱীক পূজা কৰে।

**লোক দেৱ-দেৱী ঃ** "হ্মাৰ" জনগোষ্ঠীৰ দেৱ-দেৱীবোৰ হ'ল ৰামনু (Ramnu), ইনৰোনেই (Inronei), খোৱজাপ (Khuozaep) আৰু কাওখিংখ (Kaukhing-Khaw)।

ৰামনু (Ramnu) হৈছে নিৰাকাৰ পুৰুষ দেৱতা, যি নেকি জংঘলত বাস কৰে আৰু মানুহৰ মাজত বেমাৰ বিয়পায়। ইনৰোনেই (Inronei) প্ৰকৃততে এটা শক্তি যাক "হ্মাৰ" জনগোষ্ঠীৰ লোকৰ মৃত্যুৰ ধৰ্মীয় কাৰ্য্যত মতা হয়। মৃত্যুৰ পিছত যাতে মৃতকৰ আত্মা শান্তিপূৰ্ণভাৱে অন্য এখন পৃথিৱীলৈ যায়গৈ। এই পূজাত ডাঙৰ গাহৰী আৰু কুকুৰা উৎসৰ্গা কৰা হয়। খোৱজিপ (Khuozaep) হৈছে অন্য এক দেৱতা, এই দেৱতাৰ পূজা কোনো গাঁৱত কলেৰা, গ্ৰহণী, আদিয়ে দেখা দিলে এই পূজা হ্মাৰসকলে কৰে। এই পূজা মহামাৰী বিয়পাৰ সাত দিনৰ ভিতৰত কৰা হয়। এই পূজাৰ সময়ত গাঁৱৰ কোনো মানুহক গাঁৱৰ বাহিৰলৈ যাবলৈ দিয়া নহয়। কাওখিংখো (Kaukhing-Khaw) হ্মাৰসকলৰ এক গোষ্ঠীগত পূজা। যেতিয়া হ্মাৰ সমাজত ডেকা-গাভৰুৰ মাজত কোনো বেমাৰে দেখা দিয়ে তেতিয়া এই পূজা কৰে।

এইবোৰৰ উপৰিও হ্মাৰ জনগোষ্ঠীয়ে তেওঁলোকৰ খেতি পথাৰত পোক-পৰুৱা খেদিবৰ বাবে অইন এবিধ পূজা কৰে।

"হ্মাৰ"সকলৰ মাজত (Tuikungnu) তুইকুংনু ও অন্য মহিলা দেৱী। এই দেৱীগৰাকীক অতি ভয়ংকৰ বুলি জনা যায়। এই দেৱীগৰাকীৰ যেতিয়া খং উঠে তেতিয়া মানুহৰ মাজত বেমাৰ বিয়পায়।

এই দেৱীগৰাকী অসমৰ উত্তৰ কাছাৰ পাৰ্বতত বাস কৰে। "হ্মাৰ" জনগোষ্ঠীৰ লোকসকলে গোষ্ঠীগত চিকাৰ কৰিব যোৱা বা মাছ মাৰিবলৈ যোৱাৰ আগতে এই দেৱীগৰাকীক পূজা কৰি সন্তুষ্ট কৰে।

**অন্য দেৱ-দেৱী ঃ** "হ্মাৰ" সমাজত অন্য পূজা কৰাৰ দৰে বাৰ্চিপুই (Bersipui) এক পূজা যাক শিৱ দেৱতাৰ নামত কৰা হয়। যদিও বাৰ্চিপুই গোষ্ঠীগত পূজা তথাপি ইয়াক ব্যক্তিগত ঘৰুৱা পৰিৱেশত কৰা দেখা যায়। এই পূজা কৰি থকা অৱস্থাত কোনো ব্যক্তিয়ে চিগাৰেট খোৱা, খেলা-ধূলা, ডাঙৰকৈ চিঞৰা, গান-বাজনা আৰু খেতিবাতিৰ কাম কৰা সম্পূৰ্ণ বন্ধ ৰখা হয়। ইয়াৰ উপৰিও এইটো উল্লেখ কৰিব পাৰি যে গাঁৱৰ ৰাইজৰ স্বাস্থ্য ভালে থাকিবৰ বাবে গণেশ পূজা কৰা হয়। জিংদেভান (Zingdevan) নামৰ এক কালীপূজা বছৰত ২-৩ বাৰকৈ পতা হয়।

**অৱয়ব ঃ** "হ্মাৰ" জনগোষ্ঠীৰ সকলো দেৱ-দেৱীৰ আকৃতি আৰু গঢ় বিহীন। ইয়াৰ উপৰিও মাত্ৰ কুংনু (Tuikungnui) দীঘল চুলিৰে দেখিবলৈ অতি কুৎসিত আছিল।





**"হ্মাৰ" সমাজত হেৰাই যাব খোজা দোৱানৰ তালিকা ঃ**

| হেৰাই যোৱা শব্দ | ইংৰাজী | আধুনিক যুগত |
|---|---|---|
| ১। তংখাম (Tongkham) | চকী | চকী |
| ২। লুকখাম (Lukham) | বেঞ্চ | বেঞ্চ |
| ৩। তাই (Tai) | ৰছি | হ্রোই |
| ৪। পিয়েলৰাল (Pealral) | স্বৰ্গ | বৰ্ণম |
| ৫। চুন (Chun) | মা | নু |
| ৬। ঠ্লাতু (Thalatu) | দেউতা | পা |

*(মূল ইংৰাজী প্ৰবন্ধৰ অসমীয়া সংক্ষিপ্ত অনুবাদ ঃ ড° এম্ গোপাল সিংহ)*



# ডিমাছা জনজাতি ঃ সমীক্ষাত্মক অধ্যয়ন

**বিশ্বজ্যোতি বৰ্মন**

**পৰিচয় ঃ**

উত্তৰ পূৰ্বাঞ্চল তথা অসমৰ জনজাতিসকলৰ ভিতৰত ডিমাচা জনজাতিৰ এক স্বতন্ত্ৰ বৈশিষ্ট্য আছে। এই অঞ্চলত থকা তিনিখন জনজাতি ৰাজ্যৰ ভিতৰত ডিমাছা ৰাজ্য অন্যতম। ঊনবিংশ শতিকাৰ মধ্যভাগ পৰ্যন্ত এই ৰাজ্যসমূহৰ স্থায়িত্ব আছিল। নৃতাত্বিক বিচাৰত ডিমাচাসকল মাতৃভাষাৰ ভোটব্ৰহ্ম বা তিব্বতধৰ্মী অৰ্থাৎ চীন তিব্বতীয় ভাষাগোষ্ঠীৰ পৰা সৃষ্ট। প্ৰাগঐতিহাসিক কালৰে পৰা লাহে লাহে সুদীৰ্ঘকাল ব্যাপী উত্তৰ পূৰ্বাঞ্চললৈ মংগোলীয় জনগোষ্ঠীৰ প্ৰব্ৰজন ঘটিছিল। ডিমাছাৰ উপৰিও বৰ্তমানে এই বৃহৎ জনগোষ্ঠীৰ লোক যেনে বড়ো ৰাভা, তিৱা, তিপ্ৰা, বৰ্মন, মেচ, মটক ইত্যাদি স্বতন্ত্ৰ জনজাতিৰ পৰিচয় লাভ কৰিছে। এই জনজাতিসকল বৃহত্তৰ 'বড়ো' ভাষা গোষ্ঠীৰ অন্তৰ্ভুক্ত যেনে ঃ বড়ো, কছাৰী, ঠেঙাল কছাৰী ডিমাচা কছাৰী ইত্যাদি নামেৰেও পৰিচিত হৈ আহিছে।

ভাষাচাৰ্য ড° সুনীতি কুমাৰ চট্টোপাধ্যায়ৰ মতে ভোটব্ৰহ্ম ভাষা-ভাষীৰ এই লোকসকলৰ আদি পিতৃভূমি আছিল চীনৰ ইয়াং চিকিয়াং নদীৰ উৎস স্থল। হোৱাংহো নদীৰ তীৰভূমিক এওঁলোকৰ বাসভূমি বুলি অনুমান কৰে। ড° চট্টোপধ্যায়ৰ উপৰি গ্ৰীয়াৰছন, বিৰিঞ্চি কুমাৰ বৰুৱা, ৰাজমোহন নাথ প্ৰমুখ্যে গৱেষকসকলৰ মতে বৃহত্তৰ বড়োগোষ্ঠীৰ লোক হিমালয়ৰ ওপৰৰ পৰা ব্ৰহ্মপুত্ৰ উপত্যকা পৰ্যন্ত আৰু উত্তৰ আৰু পূৰ্ববংগত বসতি কৰিছিল। কেইবা শ শতিকাৰ আগতে এনে প্ৰব্ৰজনৰ শ্ৰোত প্ৰবাহিত হৈছিল বুলি অনুমান কৰা হয়।

কিন্তু ইতিমধ্যে এই মতৰ বিপৰীতে এক প্ৰবল মতবাদ গঢ়ি উঠিছে। এই নতুন মতবাদৰ প্ৰবৰ্তকসকলৰ ভিতৰত বিশিষ্ট প্ৰত্নতাত্বিক, গৱেষক, গ্ৰন্থকাৰ উত্তমচাঁদ বৰ্মন, শিবেন্দ্ৰ নাৰায়ণ কোচ, তুষাৰকান্তি নাথ, যতীন্দ্ৰ লাল থাউসেন ইত্যাদিৰ নাম উল্লেখ কৰিব পাৰি। তেওঁলোকৰ মতে উত্তৰ পশ্চিম অঞ্চলেদিয়েই মংগোলীয় ডিমাচা, কোচ আদি জনগোষ্ঠীৰ লোকসকলৰ প্ৰব্ৰজনৰ প্ৰভূত সম্ভাৱনা





আছে। এনে মতবাদৰ সপক্ষে পৰোক্ষ প্ৰমাণ সমূহৰ ভিতৰত ঘাইকৈ জনজাতিৰ ঐতিহ্যবাহী লোকপুৰাণ, লোকগীত, লোকাচাৰ, ভাষা সংস্কৃতি, নদীৰ নাম, স্থানৰ নাম, নৃতত্ব আৰু প্ৰাচীন সংস্কৃত সাহিত্য ইত্যাদিত উল্লেখ কৰা তথ্য কেতবোৰৰ বিষয়ে যুক্তি ব্যাখ্যা দাঙি ধৰিছে।

যিকি নহওক ডিমাচাসকলৰ প্ৰব্ৰজন আৰু নৃত্যাত্বিক পৰিচয় সম্পৰ্কে কিছু বিতৰ্ক থাকিলেও তেওঁলোক যে উত্তৰ পূৰ্বাঞ্চলৰ অন্যতম আদিম বাসিন্দা এই ক্ষেত্ৰত ইতিহাসবিদ আৰু গৱেষক মণ্ডলীৰ মাজত কোনো মতবিৰোধ নাই। 'ছাৰ এডৱাৰ্ড গেইটে' ডিমাচাসকলক ব্ৰহ্মপুত্ৰ উপত্যকাৰ প্ৰাচীনতম ভাষা গোষ্ঠী বুলি উল্লেখ কৰিছে। 'The Kacharis way perhaps be described as the aborigins, or earlist known inhabitants of the Brahmaputra valley.'[5] এই ডিমাচা কছাৰী সম্পৰ্কে বিভিন্নজনে আলোচনা কৰিছে যদিও ব্যুপত্তি সম্পৰ্কত যথেষ্ট মতভেদ থাকি গৈছে। ডিমাচা ৰজা মহাভাৰতত বৰ্ণিত ভীম-হিড়িম্বাৰ পুত্ৰ ঘটোৎকছৰ বংশধৰ বুলি কথিত আছে। এই ঘটোৎকচৰ 'কচ' অথবা 'কোচ') জনজাতি অথবা 'কচ্ছ' (স্থান) শব্দৰ লগত 'আৰি' বা 'হাৰি' শব্দৰ সংযুক্তিৰ ফলত সমষ্টিগত জাতি পৰিচয় বাচক এই শব্দৰ সৃষ্টি হৈছে বুলি অনুমান হয়। বিভিন্ন মতবাদসমূহৰ ভিতৰত এই মতবাদক সকলোতকৈ যুক্তিযুক্ত আৰু গ্ৰহণযোগ্য মতবাদ বুলি ক'ব পাৰি। কাৰণ মেচ, বড়ো আৰু ডিমাচাসকলৰ মাজত 'আৰি' বা 'হাৰি' প্ৰত্যয়যুক্ত উপাধি যথেষ্ট আছে। যেনে— নাৰ্জাৰী, বিছমুতীয়াৰী, দৈমাৰী, বাথাৰী, জহৰি ইত্যাদি। উল্লেখযোগ্য যে তেওঁলোকৰ ভাষাত অৰি, হাৰি শব্দৰ অৰ্থ হ'ল— গোত্ৰ, গোষ্ঠী, কুল, সীমা, শ্ৰেণী ইত্যাদি।

কছাৰীসকলৰ মতে ডিমাচা শব্দৰ বুৎপত্তি সম্পৰ্কে বিভিন্ন মতবাদ আছে। ডিমাচা শব্দৰ আক্ষৰিক অৰ্থ হ'ল বৃহৎ নদী বা পানীৰ সন্তান অথবা নদী মাতৃৰ সন্তান। ডি-পানী-নদী, মা- বৃহৎ-মাতা, মা- সন্তান-অধিবাসী। এই নদীক বিভিন্নজনে ব্ৰহ্মপুত্ৰ, ধনশিৰি, গংগা বা সাগৰ বুলি অভিহিত কৰি আহিছে। 'ডিমাচা' জাতিবাচক শব্দটো ডিমাচাসকলৰ মাতৃভাষাৰ পৰা অহা সেই সম্পৰ্কে বিতৰ্কৰ কোনো অৱকাশ নাই। বড়ো ভাষাত 'ডিমা-ফিচা' শব্দৰ বিকৃতিৰ ফলত ডিমাচা শব্দৰ সৃষ্টি হৈছে বুলি চাৰ এডৱাৰ্ড হেইটে কৰা মন্তব্য সঠিক নহয়। কাৰণ বড়ো ভাষাক পানী বা নদীক 'ডি' বোলা নহয়। পানী বা নদীক বুজাবলৈ 'দৈ' শব্দৰহে ব্যৱহাৰ হয়। ভাষাতত্বৰ বিচাৰত 'ফিচা' শব্দৰ পৰা 'বাসা বা বাছা' শব্দৰ উৎপত্তি অধিক শুদ্ধ বুলিব পাৰি। কাৰণ প্ৰাচীন আৰু মধ্যযুগীয় বাংলা ভাষাটো 'বাছা' বা 'ছা' মানে 'সন্তান'ক বুজাইছিল।

লোকশ্ৰুতি অনুযায়ী কামৰূপ ডিমাচাসকলৰ ৰাজ্য আছিল। কামৰূপ, ডিমাচা শব্দ 'কামৰুৰ' ৰূপান্তৰ বুলি বিশিষ্ট গৱেষক উত্তমচাঁদ বৰ্মনে উল্লেখ কৰি গৈছে। অনুমান হয় যে কাম বসতি, ৰু- ক্ৰমে বা ক্ৰমান্বয়ে। অৰ্থাৎ 'কাৰু' শব্দৰ অৰ্থ 'ক্ৰমান্বয়ে বসতি স্থাপন'। আৰ্যীকৰণৰ উদ্দেশ্যে কামাখ্যা পুৰাণত প্ৰেমৰ দেৱতা কামদেৱৰ কাহিনী সংযোজনৰ মাধ্যমত 'কামৰু' শব্দটোক 'কামৰূপ' লৈ ৰূপান্তৰিত কৰিছিল। এই 'কাম' শব্দটো বিভিন্ন স্থানৰ নামৰ লগত যুক্ত থকা লক্ষ্য কৰা যায়। যেনে— কামপুৰ, কামতি, কামৰা, কামেং ইত্যাদি। ৰাজা কৌণ্ডিল্য নাৰায়ণে দশম শতাব্দীতে কামৰূপত ডিমাচা ৰাজত্বৰ সূচনা কৰিছিল বুলি ইতিহাসবিদসকলৰ ধাৰণা।[৮] ডিমাচা ৰাজপৰিয়ালৰ লোকসকলেও নিজকে কামৰূপৰ 'হা-ছুং ছা' নামৰ ৰাজবংশৰ পৰা উদ্ভূত বুলি দাবী কৰি আহিছে।[৯] কামৰূপৰ পিছতে ডিমাবংশাৱলী, আনুমানিক ১০৮৬ খ্ৰীঃ ডিমাচা-হেড়ম্ব-কছাৰী ৰাজ্যৰ ৰাজধানী স্থাপন কৰা হয় ডিমাপুৰত। সেই ঠাইত ১৫৩৬ খ্ৰীষ্টাব্দ পৰ্যন্ত প্ৰাৰম্ভত আহোম ৰাজ্য প্ৰতিষ্ঠা হোৱাত প্ৰতিবেশী ডিমাচা-হেৰম্ব ৰাজ্যৰ সৈতে যুদ্ধ-বিগ্ৰহ আৰম্ভ হয়। এনে পৰিপ্ৰেক্ষিততে মাইবঙত ডিমাচাৰ ৰাজধানী স্থানান্তৰিত হয়। আহোমৰ উৎপীড়নত পিছলৈ মাইবঙৰ পৰাও ৰাজধানী খাচপুৰলৈ স্থানান্তৰিত কৰা হয় প্ৰায় ১৭৪০খ্ৰীষ্টাব্দত। ডিমাপুৰ, মায়বং আৰু খাচপুৰত এতিয়াও ডিমাচা-হেড়ম্ব ৰাজ্যৰ স্থাপত্য-ভাস্কৰ্য কৰ্মৰ নিদৰ্শনসমূহ বৰ্তমান। ডিমাচা ৰাজ্যৰ শেষৰজন ৰজা গোবিন্দচন্দ্ৰ নাৰায়ণৰ ১৮৩০ খ্ৰীষ্টাব্দতে আততায়ীৰ হাতত মৃত্যু হোৱাৰ ফলত ডিমাচা-হেড়ম্ব ৰাজ্যৰ অৱসান ঘটে। ১৮৩২ খ্ৰীষ্টাব্দৰ ১৪ আগষ্টৰ দিনা প্ৰকাশিত ঘোষণা পত্ৰৰ দ্বাৰা ব্ৰিটিছে কাছাৰ তথা ডিমাচা-হেড়ম্ব ৰাজ্য অধিগ্ৰহণ কৰে। আনহাতে, ডিমাচা ৰাজ্যৰ উত্তৰাংশ তুলাৰাম সেনাপতি আৰু তেওঁৰ পুত্ৰৰ শাসনাধীন আছিল যদিও তেওঁৰ মৃত্যুৰ পিছত ১৮৫৩ খ্ৰীষ্টাব্দত ব্ৰিটিছে অধিগ্ৰহণ কৰে।

**বৰ্তমান ভৌগোলিক অৱস্থান ঃ** ডিমাচাসকল বৰ্তমানে অসমৰ কাছাৰ, হাইলাকান্দি, ডিমা হাচাও (উত্তৰ কাছাৰ), নগাঁও, কাৰবি আংলং জিলা আৰু নাগালেণ্ড, ডিমাপুৰ আৰু ধনশিৰি নদীৰ উপত্যকাত বসবাস কৰি আছে। তেওঁলোক নিজৰ মাজত চাৰিটা আঞ্চলিক নামেৰে পৰিচিত (ক) বৃহত্তৰ কাছাৰ তথা বৰাক উপত্যকাত 'হাওয়াৰসা' (সমতলৰ বাসিন্দা) (খ) ডিমাহাসাও অৰ্থাৎ পূৰ্বতন উত্তৰ কাছাৰ পাৰ্বত্য জিলাত 'হাসাওসা' (পাহাৰ বা উচু অঞ্চলৰ বাসিন্দা) (গ) নগাঁও জিলাৰ লংকা, হোজাই, কামপুৰ আৰু কাৰ্বিআংলং জিলাৰ 'থুমপ্ৰেং' হাওৰাঘাট গজালীপাত, বকুলি, মনপুৰ ইত্যাদি অঞ্চলত 'ডেম্বাসা' (ডেম্বৰা





অঞ্চলৰ বাসিন্দা), (ঘ) কাৰ্বিআংলং জিলাৰ শিলপেটা, মংলাসডিমা, মোহং ডিপুওয়া, ডিপু, ধনশিৰি আৰু নাগালেণ্ডৰ ধনশিৰিপাৰ, দোৰোগাজান, ডিমাপুৰ ইত্যাদি অঞ্চলত 'ডিজুওয়াসা' (ডিজুওয়া অঞ্চলৰ বাসিন্দা) নামেৰে পৰিচিত।

**জনসংখ্যা**

অসমত ডিমাচাসকলৰ জনসংখ্যা ২,৫০,০০০। ডিমাহাচাওত তেওঁলোকৰ জনসংখ্যা বেছি। উল্লেখযোগ্য যে সংবিধান অনুযায়ী ডিমাচাসকলৰ একাংশ সমতল জনজাতি আৰু একাংশ পাৰ্বত্য জনজাতিৰ অন্তৰ্গত। অসমৰ নগাঁও আৰু কাছাৰ জিলাত যথাক্ৰমে 'ডিমাচা কছাৰী আৰু 'বৰ্মন ইন কাছাৰ' নামে সমতল জনজাতি হিচাপে পৰিচিত। আনহাতে, ডিমাহাচাও, কাৰ্বিআংলং জিলা আৰু নাগালেণ্ডত 'ডিমাচা কছাৰী' নামে পাৰ্বত্য জনজাতি হিচাপে পৰিচিত। বিভিন্ন ঐতিহাসিক ৰাজনৈতিক কাৰণ আৰু ভৌগোলিক বিচ্ছিন্নতাৰ বাবে বৃহৎ ডিমাচা জনজাতি খণ্ড বিখণ্ড হৈ ক্ষুদ্ৰ জাতিত পৰিণত হয় আৰু সমতল আৰু পাৰ্বত্য এই দুই অংশত বিভক্ত হয়। ইয়াৰে বৃহৎ অংশ বৰ্তমানে পাৰ্বত্য জনজাতি হিচাপে চিহ্নিত হ'লেও তেওঁলোক মূলতঃ বৰনদীৰ তীৱৰ্তীসমতল অঞ্চলৰ বাসিন্দা আছিল।

**ডিমাচা সমাজ-সংস্কৃতি আৰু ভাষা-সাহিত্য ঃ** ডিমাচাসকলৰ সমাজ সংস্কৃতি ভাষা সাহিত্যত স্বতন্ত্ৰ বৈশিষ্ট আৰু স্বকীয়তা আজিও উজ্জ্বল। সেইবোৰৰ মাজত ফুটি উঠিছে তেওঁলোকৰ গভীৰ দৰ্শন-মনন আৰু জীৱনৰ সাৱলীল লালিত্য। তেওঁলোকৰ মাজত আছে ৰক্ষণশীলতা আৰু ঐতিহ্য সম্পৰ্কে বিশেষ সচেতনতা। তেনেকৈ আছে অনুকৰণ প্ৰিয়তাও সাহিত্যৰ ক্ষেত্ৰত নহ'লেও সমাজ সংস্কৃতিত ডিমাচা জনজাতি সমৃদ্ধ। পাৰ্বত্য আৰু সমতল এই দুটি ভিন্ন জীৱন ধাৰাই লালিত্য হোৱালৈ চাই আৰু প্ৰতিবেশী সমাজ সংস্কৃতিৰ প্ৰভাৱত তেওঁলোকৰ সমাজ জীৱণ পদ্ধতি আৰু সংস্কৃতি কিছু ভিন্নতৰ হৈছে। তথাপি সমাজ আৰু সংস্কৃতিৰ পৰম্পৰাগত উপাদানসমূহ পথাৰ আৰু সমতল দুয়োটা অঞ্চলতেই কমবেছি বৰ্তমান। এইবোৰে পাহাৰ ভৈয়ামৰ সামাজিক আৰু সাংস্কৃতিক বন্ধনক অটুট ৰাখিছে। সমাজ সভ্যতাৰ সামাজিক বিকাশৰ সৈতে সংস্কৃতি শব্দৰ বিশাল আৰু ব্যাপক অৰ্থৰ তাৎপৰ্য জৰিত হৈ আছে। কম পৰিসৰত ইয়াৰ বিশ্লেষণাত্মক আলোচনা কৰাটো অতি দুৰূহ কাম। সেয়ে সংক্ষিপ্তভাৱে ডিমাচা সমাজ-সংস্কৃতিৰ বিষয়ে আভাস দিবলৈ যথাসম্ভৱ প্ৰয়াস কৰা হ'ল।

**সমাজ ব্যৱস্থা আৰু উত্তৰাধিকাৰিত্ব ঃ** ডিমাচা সমাজ পিতৃতান্ত্ৰিক আৰু পিতৃস্থানিক হ'লেও মাতৃ অধিকাৰমূলক দ্বৈত কুল প্ৰথা (গোত্ৰ বা গোষ্ঠী)

তেওঁলোকৰ সমাজৰ এক বিশেষ বৈশিষ্ট্য। পিতৃকুলক 'সেংফং আৰু মাতৃকুলক 'জুলু' বা 'জ্ঞাতি' বোলা হয়। ক'ত কেনেকৈ এই দ্বৈত কুল প্ৰথাৰ উদ্ভৱ হৈছিল সঠিকভাৱে জনা নাযায়। এই সন্দৰ্ভত লোকশ্ৰুতি আৰু অনুমান নিৰ্ভৰ বিভিন্ন মতবাদ আছে। একমাত্ৰ ডিমাপুৰৰ ৰাজধানী স্থানান্তৰিত হোৱাৰ আগতে ডিমাবংহানালীত (সম্ভৱতঃ শদিয়া) ৰজা পৰ্বধনফা সৰ্বপ্ৰথমে সামাজিক সভাৰ আয়োজন কৰে আৰু সাতটি জুলু আৰু সাতটি সেংফং প্ৰদান কৰে বুলি কথিত আছে। নলীন্দ্ৰ কুমাৰ বাথাৰীয়ে এই অভিমত প্ৰকাশ কৰিছে।[১০] অইন এটি মতবাদ মতে ডিমাপুৰতেই সৰ্বপ্ৰথম তিনিটা সেংফং আৰু সাতটি জুলু গঠন কৰা হৈছিল। পৰৱৰ্তী সময়ত মায়বং হৈ খাচপুৰ পৰ্যন্ত ৰাজত্বকালত সেংফাং আৰু জুলুৰ সংখ্যা চল্লিশ আৰু বিয়াল্লিশটা লৈকে বৃদ্ধি পাইছিল।[১১] ৰজাৰ আদেশত সৈমডিখুনাং (সামাজিক বিচাৰ কৰ্তা) সেংফং আৰু জুলু প্ৰদানৰ অধিকাৰী হৈছিল। ৰাজকৰ্ম পৰিচালনাসহ সামাজিক ৰীতি-নীতি প্ৰণয়নত সেংফং আৰু জুলুৰ সামাজিক প্ৰতিনিধি সভাৰ বিশেষ প্ৰভাৱ আছিল বুলি কথিত আছে। ডিমাচা সমাজত বৰ্তমানেও সেংফং আৰু জুলুৰ অধিক গুৰুত্ব আছে। সমাজত একে পিতৃ আৰু মাতৃকুলৰ ল'ৰা-ছোৱালীৰ মাজত বিবাহ নিষিদ্ধ। নিষিদ্ধ বিবাহ সম্পন্ন কৰা দম্পতীক সমাজচ্যুত কৰাৰ ৰীতি কঠোৰভাৱে পালন কৰা হয়। ডিমাচাসকলৰ এই দ্বৈত কুল প্ৰথা সামাজিক বিকাশৰ পথত প্ৰতিবন্ধকতাৰ স্বৰূপ বুলি কেতবোৰ সমাজ বিজ্ঞানী আৰু বিশিষ্ট ডিমাচা চিন্তাবিদসকলে অভিমত প্ৰকাশ কৰিছে। ডিমাচাসকলৰ দ্বৈতকুল প্ৰথা সম্পৰ্কে লোকসংস্কৃতিৰ বিশিষ্ট গৱেষক ড° তন্ময় ভট্টাচাৰ্যই কৈছে— 'ডিমাচাসকলৰ মাজত দ্বৈতকুল ধাৰাৰ বিষয়ে অনেক পণ্ডিতে চিন্তা চৰ্চা কৰিছে। মাতৃতান্ত্ৰিকতাৰ প্ৰাচীনতা যদি স্বীকৃত হয় তেন্তে ডিমাচাসকলৰ মাজত মাতৃতান্ত্ৰিকতাও প্ৰাচীন আৰু নতুন কোনো কথা নহয়। কেৱল যে ডিমাপুৰত থাকোতেই এনে ৰীতিৰ উদ্ভৱ সেই কথাও সত্য নহয়। আহোমসকলৰ মাজত কিন্তু মাতৃতান্ত্ৰিকতাৰ কোনো ধাৰা বৰ্তমান নাই। সেয়ে অনুমান হয় ডিমাচাসকলৰ মাজত মাতৃকুল ধাৰাই অতি প্ৰাচীন।' তেখেতে আকৌ কৈছে— 'ডিমাছা উপজাতিত প্ৰচলিত দ্বৈতকুলধাৰাই তেওঁলোকৰ ইতিহাস, নৃতত্ব আৰু পৰিৱেশ লগতে সমাজ ব্যৱস্থাক পুষ্ট কৰিছে। এয়া উত্তৰ-পূৰ্বাঞ্চলৰ আদিমতম গোষ্ঠীৰ এটি ধাৰা। তেওঁলোকৰ দ্বৈত কুল প্ৰথাৰ উদ্ভৱৰ বিষয়ে জানিলে এই অঞ্চলত মানৱৰ আগমন আৰু বসতি বিস্তাৰৰ পূৰ্ণ ইতিহাসৰ কথাও জনা যাব।[১২]

বৰাক উপত্যকাৰ বাহিৰে ডিমাচাবসতি প্ৰত্যেকটো অঞ্চলেই 'সেংফং'





ব্যক্তি নামৰ লগত উপাধি বা কুলনাম হিচাপে ব্যৱহাৰ কৰাৰ ৰীতি বৰ্তমান। বৰাক উপত্যকাৰ ডিমাচাসকলে 'বৰ্মন' নামৰ এটি সাধাৰণ উপাধি প্ৰত্যেকে ব্যৱহাৰ কৰি আহিছে।' বিগত শতাব্দীৰ সাতত্তোৰ দশক পৰ্যন্ত নগাওঁ আৰু কাৰ্বিআংলং জিলাৰ বহুত ডিমাচা জনজাতিৰ লোকে বৰ্মন উপাধি ব্যৱহাৰ কৰিছিল। এই বৰ্মন উপাধিৰ ব্যৱহাৰ সম্পৰ্কে প্ৰচলিত এটি ভ্ৰান্ত ধাৰণা বৰ্তমানেও বহুতৰ মাজত আছে। আনুষ্ঠানিকভাৱে হিন্দু ধৰ্ম গ্ৰহণকাৰী একাংশ ডিমাচাই 'বৰ্মন' উপাধি ব্যৱহাৰ কৰে বুলি কিছুমানে অনুমান কৰে। কিন্তু সেয়া সঠিক নহয়। 'বৰ্মন' উপাধি ধাৰণৰ ক্ষেত্ৰত অনেকেই ১৭৯০ খ্ৰীষ্টাব্দত ধৰ্মনিষ্ঠ ৰজা কৃষ্ণচন্দ্ৰ ধ্বজ নাৰায়ণকৃত 'হিৰণ্য গৰ্ভ' নামৰ যজ্ঞৰ কথা উল্লেখ কৰিছে। ইতিহাসবিদসকলেও ইয়াক হিন্দু ধৰ্মত দীক্ষিত হোৱাৰ আনুষ্ঠানিক প্ৰক্ৰিয়া বুলি মন্তব্য কৰিছে। উপেন্দ্ৰ চন্দ্ৰ গুহই আনুষ্ঠানিক 'প্ৰায়শ্চিত্ত' হিচাপে চিহ্নিত কৰিছে। কিন্তু হিৰণ্য গৰ্ভ যজ্ঞ প্ৰায়শ্চিত্ত নহয়। ষোড়শ মহাদানৰ অন্তৰ্গত দ্বিতীয় মহাদানহে। মৎস্য পুৰাণৰ ২৭৫ অধ্যায়ত এই মহাদান সম্পৰ্কে উল্লেখ আছে। লগতে ইয়াক আনুষ্ঠানিকভাৱে ধৰ্মান্তৰ বা জলচৰণীয় হোৱাৰ অনুষ্ঠান বুলি কোৱা হৈছে। বিশিষ্ট গৱেষক ড° অমলেন্দু ভট্টাচাৰ্যই কৈছে '.... হিৰণ্য গৰ্ভ' মহাদান সম্পন্নকাৰী ৰজাসকলৰ প্ৰত্যেকৰে উপাধি বৰ্ম। ভাৰতীয় ঐতিহ্যত ৰজাসকল প্ৰতেকে ক্ষত্ৰিয় শ্ৰেণীভুক্ত। মনুসংহিতাত কোৱা হৈছে ক্ষত্ৰিয়ৰ নামৰ লগত বৰ্মাদি শেষ ৰক্ষাবাচকউ পপদ যুক্ত হ'ব।... আমাৰ অনুমান, সমতল কাছাৰৰ বসবাসকাৰী ডিমাচাসকলৰ 'বৰ্মন' উপাধি গ্ৰহণৰ ক্ষেত্ৰটো একেই প্ৰক্ৰিয়া ক্ৰিয়াশীল। হিড়িম্ব ৰজাৰ ক্ষত্ৰিয় উপাধি আছিল 'বৰ্মা', 'বৰ্মন'। ১৭৮৭ খ্ৰীঃত সোনাইৰ চন্দ্ৰগিৰি শিৱমন্দিৰত কৃষ্ণচন্দ্ৰৰ সচিবৰ নাম জয়সিংহ বৰ্মা।[১৩]

কাছাৰ তথা বৰাক উপত্যকাত বসবাসকাৰী ডিমাচাসকল সাধাৰণতে 'বৰ্মন' উপাধি গ্ৰহণ কৰিলেও সেংফং আৰু জুলুক পৰিত্যাগ কৰা নাই। তেওঁলোকৰ বংশ পৰিচয় প্ৰদান আৰু বিবাহাদি কাৰ্য ইত্যাদিত সেংফং আৰু জুলুৰ গুৰুত্ব সামান্যতমো হ্ৰাস হোৱা নাই।

এই দ্বৈতকুল প্ৰথাক ভিত্তি কৰিয়েই ডিমাচাসকলৰ উত্তৰাধিকাৰী সম্পৰ্কীত সামাজিক ধাৰাৰ সৃষ্টি হৈছে বুলি অনুমান হয়। ডিমাচা সমাজত পাৰিবাৰিক সম্পত্তি তিনি প্ৰকাৰৰ ঃ (১) পৈত্ৰিক সম্পত্তি (২) মাতৃ সম্পত্তি (৩) যৌথ সম্পত্তি। পৈত্ৰিক সম্পত্তিৰ মাজত আছে সমগ্ৰ অস্থাবৰ সম্পত্তি, নগদ টকা আৰু জীৱ-জন্তু। মাতৃসম্পত্তিৰ মাজত আছে অলংকাৰ, বস্ত্ৰ, তাঁত আৰু ইয়াৰ লগত জড়িত বিভিন্ন বয়-বস্তু। যৌথ সম্পত্তি হ'ল ৰন্ধন শালৰ বাচন পত্ৰ আদি। পিতৃৰ মৃত্যুৰ

পিছত পুত্ৰসকল পিতৃ সম্পত্তিৰ অধিকাৰী হয় আৰু মাতৃৰ মৃত্যুৰ পিছত কন্যা সন্তানসকল মাতৃ সম্পত্তিৰ উত্তৰাধিকাৰীৰ লগতে যৌথ সম্পত্তিৰ ক্ষেত্ৰত পুত্ৰ-কন্যা উভয়ৰে অধিকাৰ থাকে। ডিমাচাসকলৰ পৰম্পৰাগত সামাজিক প্ৰথা অনুযায়ী কন্যা সন্তান নাথাকিলে পুত্ৰসকল মাতৃ সম্পত্তিৰ অধিকাৰী হ'ব নোৱাৰে। মাতৃ-কুলৰ নিকটতম কোনো আত্মীয়ইহে উক্ত সম্পত্তিৰ অধিকাৰী হিচাপে বিবেচিত হয়। সেইদৰে পুত্ৰ সন্তানৰ বৰ্তমানত কন্যাসন্তানে কোনো কালেই পিতৃ সম্পত্তিৰ অধিকাৰী হ'ব নোৱাৰে। পিতৃকুলৰ নিকটতম কোনো আত্মীয়ইহে উক্ত সম্পত্তিৰ অধিকাৰী হিচাপে বিবেচিত হয়। অইন এক গুৰুত্বপূৰ্ণ সামাজিক নীতি হ'ল অস্থাৱৰ সম্পত্তিৰ উত্তৰাধিকাৰী ব্যক্তিজনে মৃতকৰ অস্থাৱৰ সম্পত্তিৰ অধিকাৰী হোৱাৰ লগে লগে মৃতকে কৰা ঋণ পৰিশোধৰ দায়িত্ব বহন কৰিব লাগে। আনকি ঋণত পৰিমাণ প্ৰাপ্ত অস্থাৱৰ সম্পত্তিৰ মূল্যতকৈ অধিক হ'লেও ঋণ পৰিশোধৰ দায়িত্ব অস্থাৱৰ সম্পত্তিৰ উত্তৰাধিকাৰীয়ে পৰিশোধ কৰাটো বাধ্যতামূলক।'[১৪] বৰ্তমানে শিক্ষা বিস্তাৰৰ লগে লগে উত্তৰাধিকাৰী সম্পৰ্কিত সামাজিক নীতি-নিয়মৰ প্ৰয়োগৰ ক্ষেত্ৰত শিথিলতা দেখা যায়।

**গাঁও পৰিষদ ঃ** ডিমাচা সমাজ ব্যৱস্থাৰ এটি বিশেষ দিশ হিচাপে পৰম্পৰাগত গ্ৰামীণ সংগঠন 'গ্ৰাম পৰিষদ'ৰ কথা উল্লেখযোগ্য। এই গ্ৰাম পৰিষদক 'ৰাজীনী মেল' বা 'সালি' বোলা হয়। ইয়াৰ বিভিন্ন পদসমূহ হ'ল— ১) খুনাং, (২) ডিলিক, ৩) ডাওলাখু, ৪) হাবাইসাউ, ৫) ফাৰাই. ৬) মন্ত্ৰী, ৭) হাঙসেবুসু, ৮) জালাইৰাউ। বৰ্তমানে এই পদসমূহৰ মাজত তৃতীয়, পঞ্চম, ষষ্ঠ আৰু সপ্তম ক্ৰমিক সংখ্যাৰ পদসমূহৰ বিলুপ্তি ঘটিছে। পদসমূহৰ কৰ্মকৰ্তাসকল প্ৰাপ্তবয়স্ক গ্ৰামবাসীসকলৰ সাধাৰণ সভাত মনোনীত হোৱাৰ ৰীতি আছে। গ্ৰামীণ প্ৰশাসন আৰু বিভিন্ন সামাজিক কাৰ্যাদিৰ উপৰিও গাঁৰৰ নিৰাপত্তা আৰু বিচাৰ ব্যৱস্থা পৰিচালনা তথা যিকোনো বিভেদ নিষ্পত্তিৰ কৰ্তৃত্ব এই গ্ৰাম পৰিষদৰ ওপৰত ন্যস্ত থাকে। সেয়ে গ্ৰাম পৰিষদৰ সৰ্বোচ্চ পদাধিকাৰ হ'ল ডিমাচা সমাজ ব্যৱস্থাত কুনাং সৰ্বোচ্চ ক্ষমতা আৰু সন্মানৰ অধিকাৰী। বিবাহ, শ্ৰাদ্ধ, উৎসৱকে আদি কৰি যিকোনো ধৰণৰ সামাজিক অনুষ্ঠানত 'খুনাং'ৰ আনুষ্ঠানিক অনুমোদন বা সন্মতিৰ আৱশ্যক। ইতিমধ্যে ডিমাহাচাও (উত্তৰ কাছাৰ) পাৰ্বত্য জিলাত স্বায়ত্ব শাসিত জিলা পৰিষদে গৃহ আৰু কৃষি কৰ সংগ্ৰহ সহ জন্ম-মৃত্যু সম্পৰ্কীয় তথ্য পঞ্জিভূক্ত কৰাৰ দায়িত্ব খুনাঙৰ ওপৰত ন্যস্ত কৰিছে। ইয়াৰ ফলত উক্ত জিলাত এই পদৰ গুৰুত্ব আৰু ক্ষমতা অধিক পৰিমাণে বৃদ্ধি পাইছে।[১৫]

**সামাজিক আচাৰ অনুষ্ঠান ঃ** ডিমাচাসকলৰ বিবাহ, জন্ম, মৃত্যুসহ বিভিন্ন





সামাজিক আচাৰ অনুষ্ঠান আদিত বৰ্তমানেও স্বকীয় পৰম্পৰাৰ বৈশিষ্ট্য আছে। এই অনুষ্ঠানসমূহত প্ৰতিবেশী সংস্কৃতিৰ প্ৰভাৱ লক্ষণীয়। বৰাক উপত্যকাত উক্ত আচাৰ-অনুষ্ঠান পৰম্পৰাগত প্ৰথাৰ সৈতে বঙালী সমাজৰ স্ত্ৰী আচাৰ আৰু হিন্দু ব্ৰাহ্মণ্য প্ৰথাও সমভাৱেই প্ৰচলিত। সেইদৰে নগাঁও আৰু কাৰ্বিআংলং জিলাৰ কোনো কোনো অঞ্চলত অসমীয়া সংস্কৃতিৰ প্ৰভাব লক্ষ্য কৰা যায়। বিশেষকৈ বিয়াৰগীত পৰিৱেশন আৰু অন্যান্য স্ত্ৰী-আচাৰ অনুষ্ঠানসমূহত।

**বিবাহ ঃ** এক বিবাহৰ নিয়ম ডিমাচা সমাজৰ কঠোৰভাৱে পালিত হয়। সমাজত বাল্য বিবাহৰ প্ৰচলন নাই যদিও স্মৰণাতীত কালৰে পৰাই বিধবা বিবাহৰ প্ৰচলন আছে। প্ৰধানতঃ উভয় পক্ষৰ পিতৃ-মাতৃ বা অভিভাৱকসকলৰ মাজত আলোচনাৰ মাধ্যমত বিবাহ স্থিৰ কৰা হয়। সেইদৰে ল'ৰা-ছোৱালীৰ সন্মতি-অসন্মতিৰ কথাও গুৰুত্ব সহকাৰে বিবেচিত হয়। সাধাৰণতে পাত্ৰ-পক্ষৰ পৰাই আলোচনাৰ বাবে কন্যা পক্ষলৈ প্ৰস্তাৱ পঠিওৱাৰ নিয়ম। সুৰ আৰু ছন্দসহকাৰে কাব্যিক ভাষাত প্ৰস্তাৱৰ সূচনা কৰা হয়। যিটো অতি মনোগ্ৰাহী আৰু শ্ৰুতিমধুৰ। পাত্ৰীপক্ষৰ পৰাও সেইধৰণে কাব্যিক ভাষাত উত্তৰ দিয়া ৰীতি প্ৰচলিত। অৱশ্যে আধুনিকতাৰ প্ৰভাৱত এনে ৰীতিৰ গুৰুত্ব আৰু তাৎপৰ্য লাহে লাহে নোহোৱা হৈ আহিছে।

প্ৰস্তাৱৰ পৰৱৰ্তী অনুষ্ঠান হ'ল 'সান্দিডাংসেংবা' এই অনুষ্ঠানৰ সময়ত 'কাল্টি'ৰ পৰিমাণ ঠিক কৰা হয়। কাল্টি হ'ল দৰাই কন্যা পক্ষক দিয়া এক প্ৰকাৰৰ পণ যিটোক পাত্ৰী পক্ষই কাল্পনিক বা প্ৰতিকী অৰ্থমূল্য হিচাপে গ্ৰহণ কৰে। ডিমাচা সমাজত যৌতুক প্ৰথা প্ৰচলন আছে। 'সান্দি ডাংসেংবা' মূলত পাত্ৰপক্ষৰ পৰা কন্যাপক্ষক দিয়া বিবাহ বন্দবস্ত কৰাৰ উপহাৰ প্ৰদান অনুষ্ঠান। সাতটি কল পাতত সাত গছি বত্তি দি পৰিপাটিকৈ নিমখ অথবা পাণ-তামোলৰ টোপোলা বান্ধি উপহাৰ দিয়াৰ নিয়ম। এই অনুষ্ঠানক কাছাৰত গোওয়াইজু ডাংসেংবা (পাণ-তামোলৰ টোপোলা) বোলা হয়। তদুপৰি 'লাউঠাই লাংবা' অনুষ্ঠানত শুকান ফোঁপোলা পানী লাউৰপাত জুডিমা (Rice Bear) বৰাই লৈ যায়। পৰম্পৰাগত বিবাহ অনুষ্ঠানত পাত্ৰীৰ ভূমিকা নাই যদিও বিবাহ অনুষ্ঠান পাত্ৰীৰ গৃহতেই অনুষ্ঠিত হয়। বিয়াৰ মূল অনুষ্ঠান হ'ল পিতৃ-মাতৃসহ পিতৃকুল আৰু মাতৃকুলৰ গুৰুজনাক দৰাই আঠু কাঢ়ি প্ৰণাম কৰে আৰু সকলোৱে উঠি গুৰুজনাক শাৰী পাতি প্ৰণাম জনাই প্ৰৱেশ কৰায়। দৰাই এজন এজনকৈ প্ৰতেককে আঠু কাঢ়ি প্ৰণাম জনায়। এই অনুষ্ঠানৰ দীৰ্ঘতা নিৰ্ভৰ কৰে আশীষবচনৰ দীৰ্ঘতাৰ ওপৰত। কেতিয়াবা এই অনুষ্ঠান ইমান দীঘলীয়া হয় যে সূৰ্য পশ্চিমফালে

অন্তগামী হয়। বিবাহৰ আশিস বচন অতি কাব্যিক আৰু তাৎপৰ্যপূৰ্ণ। উদাহৰণ স্বৰূপে এফাঁকি আশিস বচনৰ উল্লেখ কৰা হ'ল।

'খ্ৰ-গ্নি খ্ৰ-সি জাঠিং, খা-গ্নি মা-সি জাঠিং, সাৰ্ণৰিজিং সিক-বিজিংনী বুমা-বুফা জাঠিং, মাইমো মাই জাঠিং, মী-খো মী গাব্লায়ঠিং।'[১৬]

অৰ্থ ঃ দুটি মস্তক এটি মস্তকত ৰূপান্তৰিক হওক, দুটি মন এটি মনত পৰিণত হওক, শত পুত্ৰ আৰু শত কন্যাৰ জনক-জননী হওক ধানৰ আগ ভৰি উঠক.... ইত্যাদি।

বিবাহত অন্যান্য অনুষ্ঠানাদিৰ লগত ঐতিহ্যবাহী ৰীতিতে পূজা দিয়া হয়। ইয়াক 'মাইয়াউফা গাৰ্বা' (ভোগ প্ৰদান অনুষ্ঠান) বোলা হয়। সাধাৰণতে শিব্ৰাই গামাডী (শিৱ পাৰ্বতী)সহ গৃহ দেৱ-দেৱীৰ উদ্দেশ্যে ভোগ নিবেদন কৰা হয়। বৰাক উপতকাত বিগত শতাব্দীৰ সূচনাৰ পৰাই পৰম্পৰাগত ৰীতি পালন কৰাৰ উপৰিও বঙালী ব্ৰাহ্মণৰ সহযোগত কুঞ্জে সপ্ত প্ৰদক্ষিণ আৰু যজ্ঞৰ দ্বাৰা কন্যা সম্প্ৰদানৰ মাধৰমত বিয়া দিয়াৰ হিন্দু ব্ৰাহ্মণ্য ৰীতি অনুকৰণ হৈ আছে। নগাঁও আৰু কাৰ্বিআংলং জিলাৰ কোনো কোনো অঞ্চলত বিবাহত হিন্দু ব্ৰাহ্মণ্য ৰীতি অনুসৃত হয়।

**জন্ম সংক্ৰান্ত ঃ** সন্তান-জন্মৰ ক্ষেত্ৰত ডিমাচা সমাজৰ পালনীয় আচাৰ অনুষ্ঠানাদি হ'ল (১) ডাউসা বা ঠাইবা, (২) নানা ঠাইবা বা নানা ডিহনবা আৰু (৩) নানা বেসেং জিৰিবা। প্ৰথম দুটি অনুষ্ঠানৰ প্ৰধান হোত্ৰী হ'ল হজাইজু আৰু বাৰাওয়াজু। এওঁলোকে ধাত্ৰীৰ কাৰ্যও কৰে। মানুহৰ ইহজীৱনৰ অশৌচৰ ভিতৰত জন্ম-অশৌচকেই ডিমাচাসকলে সকলো প্ৰকাৰৰ ডাঙৰ অশৌচ বুলি বিশ্বাস কৰে। সেয়ে গাঁৱত কাৰোবাৰ ঘৰত নৱজাতকৰ জন্ম হ'লে 'হাগুচুজাবা' অৰ্থভূমি অশুচি হোৱা বোলে আৰু সমগ্ৰ গাঁওৱেই অশুচি হোৱা বুলি ভাবে। সেয়ে নৱজাতকৰ জন্মৰ লগে লগে কৰণীয় অনুষ্ঠানটি হ'ল 'ডাউসা ভাঠাইবা'। নদীৰ পৰা মংগল প্ৰদীপ জ্বলাই শিব্ৰাইৰ (শিৱ) উদ্দেশ্য পখী (কবুতৰ) উৎসৰ্গৰ জৰিয়তে ভূমি শুচি কৰি তাৰ পিছতহে গাঁৱৰ অশুচি দূৰ কৰা হয়। নৱজাতকসহ মাতৃ-পৰিয়ালৰ অশৌচ দূৰ নহয়। কন্যা সন্তান হ'লে জন্মৰ সাতদিন আৰু পুত্ৰ সন্তান হ'লে ন দিনত প্ৰসূতি পৰিয়ালৰ অশৌচ দূৰ হয়। প্ৰসূতিৰ অশৌচ এমাহ থাকে।

ডাউসা ঠাইবা বা ডিহনবা হ'ল নৱজাতকৰ ঘৰৰ বাহিৰত কৰা অনুষ্ঠান। সেইদিনা শিশুৰ মুণ্ডন কৰা হয়। পূৰ্বৰ কথিত নিয়ম অনুসৰি পখী উৎসৰ্গা কৰি নৱজাতকক নৱবস্ত্ৰ পৰিধান কৰাই ঘৰৰ চোতাললৈ লৈ আহে আৰু চতুৰ্দিশে





প্ৰণাম কৰি পৃথিৱীৰ সৈতে অৰ্থাৎ ভূমি, বায়ু, জল আৰু পোহৰৰ সৈতে পৰিচয় কৰি দিয়ে। শেষ অনুষ্ঠানটি হ'ল 'নানা বেসেং জিৰিবা' বা অন্ন প্ৰাশন। কাছাৰত এই অনুষ্ঠানটি হিন্দু ব্ৰাহ্মণ্য প্ৰথাৰে পালিত হয়। অন্যান্য অঞ্চলত শিব্ৰাই গামাজীৰ উদ্দেশ্য ভোগ উৎসৰ্গা কৰাৰ পিছত শিশুৰ মুখান্ন প্ৰাশন কৰা হয়।

**মৃত্যু সংক্ৰান্ত ঃ** ডিমাচাসকলে অন্যান্য হিন্দুসকলৰ মতে মৃতদেহ দাহ কৰি সৎকাৰ কৰে। মৃত্যুৰ পিছত মৃতদেহৰ মুখ-দেহত কণীৰ কুহুম সানি মৃতদেহক স্নান কৰোৱা হয়। ইয়াৰ পিছতে মৃত ব্যক্তিগৰাকীয়ে জীৱিত কালত যি ধৰণে সাজপাৰ পৰিধান কৰিছিল সেইধৰণে সাজপাৰ পিন্ধাই দিয়া হয়। পুৰুষ হ'লে পাগুৰি মাৰি দিয়া হয়। তদুপৰি ৰন্ধা ভাত আঞ্জা খুৱাই 'দলাই' নামৰ বাঁহৰ চাঙত শুৱাই দিয়াৰ পিছত বগা বা হালধীয়া ৰঙৰ 'ৰিমসাউ'ৰে এক ধৰণৰ চাদৰ মৃতদেহটো ঢাকি দিয়ে। মৃতদেহৰ মূৰৰ কাষত সুতাৰে বলোৱা ছত্ৰ ৰখা হয়। পুত্ৰ অথবা পিতৃ কুলৰ চাৰিজন পুৰুষে মৃতদেহ ৰখা দলাত লৈ শ্মশান অভিমুখে যাত্ৰা কৰে। শ্মশান যাত্ৰীসকলৰ সন্মুখভাগতে দুজন মহিলাৰ মাজত শ্মশান পৰ্যন্ত কাৰ্গাস সূতা টানি যায় আৰু অন্য এজনে কাঁচা কাৰ্গাস ও ধান চিঙি যায়। ইয়াকে 'খুনয়াউ ক্ৰাই-মাইউক্ৰাই' বোলা হয়। ডিমাচা সকলৰ বিশ্বাস মতে এয়া 'ডাম্বা' (স্বৰ্গ) লৈ যোৱাৰ পথ। লোকবিশ্বাস মতে, এই পথেৰে মৃতকৰ আত্মাই একে পৰিয়াললৈ আহি পূৰ্ণজন্ম গ্ৰহন কৰিব।[১৮]

মৃতদেহ সৎকাৰৰ বাবে চাৰিটা কড়ি পুতি 'শিব্ৰাই' (কোনোৱা থুৰুক ৰজা) ওচৰত ভূমি প্ৰাৰ্থনা কৰা হয়। ইয়াৰ পিছত ঠাইৰেপিন্সিৰ (সপ্তস্তৰেৰ) চিতা বনোৱা হয় কাঠ বা বাঁহেৰে। চিতাৰ চাৰিও কাষে কাগজৰ টুকুৰাৰে সজোৱা হয়। শ্মশানত পাতেৰে তৈয়াৰী নৌকা ৰখাৰো ৰীতি আছে। প্ৰায় অঞ্চলতে ই এই ৰীতি বৰ্তমান বিস্মৃত। মৃতদেহ চিতাত তোলাৰ পিছত জ্যেষ্ঠ পুত্ৰই সাতবাৰ প্ৰদক্ষিণ কৰি মুখাগ্নি কৰে। মৃতদেহ সৎকাৰৰ পিছত অস্থি সঞ্চয় কৰাৰ ৰীতিও ডিমাচা সমাজৰ আছে।

মৃতদেহ সৎকাৰৰ পিছত মূল অনুষ্ঠান হ'ল মাইমূঠাৰ্বা (শ্ৰাদ্ধ) সুবিধা অনুযায়ী, এমাহ, তিনিমাহ বা ছয়মাহৰ মূৰত মাইমুঠাৰ্বা অনুষ্ঠান হয়। ইয়াৰ পিছত মৃত্যু হোৱাৰ এসপ্তাহৰ ভিতৰত 'জু মাংসাউ মাইনবা (জু-মদ, মাংসাউ - মৃতদেহ সৎকাৰ, মাইনবা - খাও মানো) অনুষ্ঠান পালন কৰা হয়। ইয়াত বয়সস্থসকলে বিশেষতঃ মৃতদেহ সৎকাৰীসকল আৰু শ্মশান যাত্ৰীসকলক মদ আৰু মাংস খুওৱা হয়। সেইদিনাই শ্ৰাদ্ধৰ দিন স্থিৰ কৰাৰ ৰীতি। শ্ৰাদ্ধত মৃতব্যক্তিৰ পিতৃকুল আৰু মাতৃকুলৰ সকলো ব্যক্তিকে নিমন্ত্ৰণ কৰাটো বাধ্যতামূলক। সেইদিনা শ্মশানত

মৃতকৰ উদ্দেশ্যে পিণ্ড হিচাপে ভাত-আঞ্জা ইত্যাদি উৎসৰ্গা কৰে আৰু মৃতকৰ সদগতি কামনা কৰে। কাছাৰত মৃত্যুৰ বাৰদিন পিছত অৰ্থাৎ তেৰ দিনৰ দিনা শ্ৰাদ্ধ কৰাটো নিয়ম। এই শ্ৰাদ্ধ ক্ৰিয়াত ব্ৰাহ্মণ্য হিন্দু প্ৰথা অনুশ্ৰিত হয়। সেইদিনা ডিমাচা ৰজা গোবিন্দ চন্দ্ৰ নাৰায়ণ ৰচিত শ্ৰাদ্ধাদিৰ সংকীৰ্তন অথবা নামকীৰ্তন কৰাটো পৰম্পৰাগত ৰীতি।[19]

**নদ্ৰাং সংক্ৰান্ত ঃ** ডিমাচাসকলৰ আৰ্থসামাজিক জীৱন ধাৰাত 'নদ্ৰাং'ৰ (Bacholar's dormilory) ভূমিকা অত্যন্ত গুৰুত্বপূৰ্ণ। বৰাক উপত্যকাৰ বাহিৰে ডিমাচা বসতিপূৰ্ণ প্ৰায় প্ৰতিটো গ্ৰামাঞ্চলতে বৰ্তমানেও নদ্ৰাং ব্যৱস্থা আছে। নদ্ৰাং যুৱকসকলৰ কেৱল নৈশ যাপনৰ কেন্দ্ৰ নহয়। নদ্ৰাং হ'ল গাঁৱৰ বিনোদন আৰু সাংস্কৃতিক প্ৰশিক্ষণ কেন্দ্ৰ। নদ্ৰাঙক কেন্দ্ৰ কৰি নাগাহজাৰ (যুৱনেতা) নেতৃত্বত সকলোধৰণৰ সাংস্কৃতিক কাৰ্যসূচী আৰু কৰ্মকাণ্ড পৰিচালিত হয়। গাঁৱৰ যুৱ সম্প্ৰদায়ে ইয়াত নানা ধৰণৰ হস্তশিল্প, লোকক্ৰীড়া, লোকগীত, লোকনৃত্য ইত্যাদিৰ প্ৰশিক্ষণ গ্ৰহণ কৰে।[20] নদ্ৰাঙৰ মাধ্যমত গাঁৱৰ নিৰাপত্তাৰ দৰে বিশেষ গুৰুত্বপূৰ্ণ বিষয়ো তত্বাৱধান কৰা হয়। এই নদ্ৰাং সম্পৰ্কে প্ৰচলিত লোকগীত আছে। ইয়াক নদ্ৰাংথুগা মসাৱাণী জীৰঠাং নামে পৰিচিত। গীতটি উপদেশমূলক। ইয়াৰ সাৰাংশ এনেধৰণৰ 'ৰাতি হৈছে, এতিয়া সোমোৱা, ৰাতি ঘূৰি ফুৰিব নালাগে। ৰাতি ঘূৰি ফুৰিলে সাধাৰণ কাঠৰ মুঢ়াকো বাঘ যেন লাগে, সাধাৰণ লতাকো সাপ বুলি ভ্ৰম হয়। সেয়ে ৰাতি ঘূৰি ঘূৰি বিপদত সোনকালে ঘৰৰ ভিতৰত সোমাই পৰে। ৰাতিপুৱাৰ চৰাইয়ে ডাক দিছে শুই থাকিলে নহ'ব, আকৌ দিনৰ সূচনা হৈছে। ভাইসকল সকলোৱে উঠি বাঁহ-বেতৰ কামত ধৰ। সকলোৱে উঠি তাঁতৰ কামত লাগি যোৱা, তেতিয়াহে, পূৰ্বপুৰুষৰ কৃষ্টি জীয়াই থাকিব।[21]

**বিসু উৎসৱ ঃ** ডিমাচাসকল কৃষিজীৱী। পাহাৰ-ভৈয়াম উভয়তে বাস কৰা ডিমাচাসকলে কৃষি কাৰ্য সম্পাদনেৰে জীৱিকা নিৰ্বাহ কৰে। পাহাৰত জুমখেতি আৰু সমতলৰ পথাৰত কৃষি এই দুয়ো ক্ষেত্ৰতেই তেওঁলোকৰ সহজাত দক্ষতা আছে। তদুপৰি ভূমিৰ উৰ্বৰা শক্তি আৰু ফচল বৃদ্ধিৰ কাৰণে বহু পূজা-উপাসনা কৰাৰ প্ৰীতি প্ৰচলিত আছে। ইয়াৰ ভিতৰত ফচল চপোৱাৰ সময়ত পালন কৰা কৃষি উৎসৱ 'বিসু'ৰ বিষয়ে উল্লেখ কৰিব পাৰি। ডিমাচাসকলৰ প্ৰধান উৎসৱ বিহু পুৰণি বছৰক বিদায় আৰু নতুন বছৰক স্বাগতম জনোৱাৰ উৎসৱ। এই উৎসৱৰ নিৰ্দিষ্ট কোনো দিন-তাৰিখ নাই যদিও ২৭ জানুৱাৰী তাৰিখটো নিৰ্দিষ্ট দিন হিচাপে চিহ্নিত কৰা হৈছে। বিগত শতাব্দীৰ শেষ দশকৰ পৰাই বিসু উৎসৱৰ বাবে এই দিনটো চিহ্নিত কৰা হয়। ইতিহাস অনুসৰি ৰজাৰ আমোলত বিসু





উৎসৱৰ নিৰ্দিষ্ট দিন আছিল। বছৰি ৰাজ পৰিয়ালত তিনি প্ৰকাৰৰ বিসু পালন কৰাৰ তথ্য ৰজা গোবিন্দ চন্দ্ৰ ৰায়বাহাদুৰৰ ধৰ্মসংক্ৰান্তীয় বাৰ তালিকাৰ জৰিয়তে জানিব পাৰি। সেয়া হ'ল আহাৰ মাহত দক্ষিণনায়ন বিষু, আহিন মাহত জল বিষু আৰু মাঘ মাহত উত্তৰায়ন বিষু।[22] এই অনুযায়ী কাছাৰৰ ডিমাচাসকলৰ মাজত 'গাতি-মায়জৰা' (কাতি বিহু- জল বিষুৰ সংক্ৰান্তি) নামে বিষু উৎসৱৰ পালনত ৰীতি প্ৰচলিত আছিল। পৰৱৰ্তী সময়ত চ'ত 'বাইশাগী' বিহু পালন কৰা হয়।

আজিকালি বিষু উৎসৱৰ তাৎপৰ্য ব্যাখ্যা কৰিবলৈ গৈ বিষু শব্দটি ডিমাচা ভাষাৰ সঞ্জাত হিচাপে প্ৰতিপন্ন কৰাৰ চেষ্টা কৰা দেখা যায়। সূৰ্যৰ গতি আৰু বিষুব ৰেখাৰ সৈতে সম্পৰ্কযুক্ত উৎসৱেই বিষু উৎসৱ পৰৱৰ্তী কালত বিপৰ্যয়ৰ ফলত বিসু, বিহু, বিজু ইত্যাদি নামেৰে ৰূপান্তিৰিত হৈছে যেন অনুমান হয়। চ'তৰ সংক্ৰান্তিৰ দিনা পালন কৰা উৎসৱক ত্ৰিপুৰী সকলে 'বিষু' আৰু চাকমা সকলে বিজু বোলে। ব্ৰহ্মদেশত জল উৎসৱ (water festival) নামে আড়ম্বৰপূৰ্ণ উৎসৱ পালন কৰা হয় যি উৎসৱে চাক্‌মাসকলৰ বিজু উৎসৱৰ সমধৰ্মী।[23]

প্ৰকৃততে ভৌগোলিক অৱস্থান, জলবায়ুৰ পৰিৱৰ্তন ইত্যাদিৰ ফলত প্ৰত্যেক অঞ্চলতে একে সময়তে ফচল তোলা সম্ভৱ নহয়। সেয়ে গাঁওবাসীয়ে ফচল সংগ্ৰহ কৰাৰ পিছত নিজৰ সুবিধা অনুযায়ী নিৰ্দিষ্ট দিন ধাৰ্য কৰি এই উৎসৱ পালন কৰাৰ পৰম্পৰা আৰম্ভ কৰে। ডিমাহাচাওত তিনিধৰণে এই উৎসৱ পালন কৰা হয়। হাংসেউ, সুৱেণ আৰু জিডাৱ। প্ৰকৃততে হাঙসেউ আৰু সুৱেণ হ'ল যুৱকসকলৰ নেতৃত্বাধীন গাঁৱৰ যুৱ সম্প্ৰদায়ৰ এটি সংগঠন। গাজায়ৰাউ হ'ল এই সংস্থাৰ অধ্যক্ষ তথা বিষু উৎসৱৰ উদ্যোক্তা। প্ৰাতিষ্ঠানিক বিষু উৎসৱ তিনিদিন বা এসপ্তাহজোৰা পালন কৰা হয়। সাধাৰণ জিডাব বিষু মাত্ৰ এদিনীয়াকৈ পালন কৰা হয়। হাঙসেউ আৰু সুৱেণ বিষু অতি আড়ম্বৰপূৰ্ণ। উৎসৱত সৰু-ডাঙৰ, পুৰুষ-নাৰী, শিশু-কিশোৰ, যুৱক-যুৱতীসকলোৱে নৱ বস্ত্ৰ আৰু অলংকাৰাদি পৰিধান কৰি আনন্দমুখৰ হৈ নৃত্য-গীত কৰে। উৎসৱৰ সময়ত 'শিব্ৰাই গামাভিৰ' (শিৱ শক্তি) জ্যেষ্ঠজনক প্ৰণাম কৰাৰ ৰীতি প্ৰচলিত আছে। নতুন বছৰটোত ৰোগ-শোকহীন হৈ সুখ-সমৃদ্ধি উদ্দেশ্যে ভোগ নিবেদন কৰি নতুন বছৰটোত ৰোগ-শোকহীন হৈ সুখ-সমৃদ্ধি বৃদ্ধিৰ বাবেও কামনা কৰা হয়। উৎসৱত ডাহৰ ভোজৰো আয়োজন কৰা হয়। ডিমাচা বয়বৃদ্ধসকলৰ মতে বিষু উৎসৱ হ'ল মিলন উৎসৱ আৰু সমগ্ৰ বছৰৰ ক্লান্তি অৱসাদ দুৰ কৰি নতুন বছৰৰ বাবে দেহ-মনক সতেজ আৰু প্ৰাণবন্ত কৰি তোলাৰ উৎসৱ।[24]

**ধৰ্মীয় বিশ্বাস আৰু দেৱ-দেৱী ঃ** ডিমাচা জনজাতি মূলতঃ হিন্দু ধৰ্মাৱলম্বী।

সেই অনুযায়ী তেওঁলোকৰ উপাস্য দেৱ-দেৱী হ'ল শিব্ৰাই গামডি (শিৱ-শক্তি) কেতিয়াৰ পৰা তেওঁলোক প্ৰাতিষ্ঠানিক হিন্দুধৰ্মৰ আওতালৈ আহিছিল সেয়া সঠিকভাৱে নিৰূপণ কৰা দূৰূহ। এই ক্ষেত্ৰত মাইবং ৰাজত্বকালত ডিমাচা ৰাজপৰিয়ালে ব্ৰাহ্মণবাদী হিন্দুধৰ্মৰ অনুপ্ৰৱেশ ঘটা বুলি ইতিহাস গৱেষকসকলৰ অনেকেই অভিমত দাঙি ধৰিছে। জনজাতি তথা অনাৰ্যৰ দেৱতা শিৱক যেতিয়াৰ ফৰা হিন্দু ধৰ্মৰ এগৰাকী প্ৰধান দেৱতা হিচাপে স্বীকৃতি প্ৰদান কৰা হয়, তেতিয়াৰ পৰাই ডিমাচা সমাজত হিন্দুধৰ্মৰ অনুপ্ৰৱেশ ঘটে। শিৱশক্তিৰ উপাসক হোৱাৰ বাবে ডিমাচাসকলৰ ধৰ্ম-অধৰ্মৰ সমপৰ্যায়ভুক্ত হয়। এই সম্পৰ্কত উত্তমচাঁদ বৰ্মনৰ মন্তব্য প্ৰণিধানযোগ্য তেখেতে কৈছে শিৱলিংগ শিৱৰ আদিৰূপ ... লিংগই শিৱৰ প্ৰতীক। 'লিংগ' ডিমাচা লিংগাও (পুৰুষাংগ) শব্দৰেই সংক্ষিপ্ত ৰূপ। শিৱৰ বাদ্যযন্ত্ৰ 'ডম্বৰু' শব্দও ডিমাচা 'ডাম্বুৰু' শব্দৰ পৰা বুৎপত্তি হৈছে। ডিমাচা ভাষাত 'ডাম'ৰ অৰ্থ বাদন আৰু বুৰু শব্দই ধ্বনি বুজায়। এই ডম্বৰু নিঃসন্দেহে পৃথিৱীৰ প্ৰাচীনতম বাদ্যযন্ত্ৰ। সেয়ে ডিমাচাসকল যে পৃথিৱীৰ অন্যতম প্ৰাচীনতম জনগোষ্ঠী। ইয়াত কোনো সন্দেহ নাই। 'শিৱ' শব্দও ডিমাচা ভাষাৰ শব্দ। সেয়ে শিৱ আৰু ডম্বৰু মহাদেৱ, শিৱ শব্দও স্বাভাৱিকতে ডিমাচাসকলৰে। শিৱ আৰ্য সন্তান নহয়। দক্ষৰজাৰ কাহিনীত সেই কথা স্বীকাৰ কৰি গৈছে। শিৱ যিহেতু আৰ্য সন্তান নহয়, সেয়ে তেওঁৰ নাম আৰ্য শব্দ হ'ব নোৱাৰে।

ডিমাচাসকলে হিমালয়ক শিৱ জ্ঞান কৰি পূজা কৰে। তেওঁলোকে শিৱক 'শিৱাৰায়' বোলে। শিৱাৰায় শিৱ+বাৰয় (শিববাৰায়) এই যৌগিক শব্দৰেই সংক্ষিপ্ত ৰূপ। আনহাতে, বাৰায় শব্দ পৰ্বত বুলি জ্ঞাত। এই পৰ্বত হিমালয় পৰ্বত। বৰ্তমানে ভাৰতবৰ্ষত হিমালয় পৰ্বতক শিৱজ্ঞান কৰি সৰ্বত্ৰতে পূজা কৰা হয়। এই পূজা বৰ্তমান আৰ্য সংস্কৃতিৰ এটা প্ৰধান অংগ। ইয়াক ডিমাচাসকলৰ অৱদান বুলিব পাৰি। ডিমাচাসকলৰ মাজত শিৱ সৰ্বেস্বৰ ও সৰ্বত্ৰতে পূজিত। সেয়ে ডিমাচাসকলৰ ধৰ্মীয় প্ৰথানুসাৰে যিকোনো দেৱ-দেৱীৰ পূজা অনুষ্ঠানৰ সময়ত শিৱক প্ৰথমে ভক্তিভাৱে পূজা কৰা হয়। সাধাৰণতে মাটিৰ দ্বাৰা সৰু এটি বাৰায় তথা পৰ্বত তৈয়াৰ কৰি হিমালয় বা শিৱ জ্ঞানেৰে শিৱৰ পূজা দিয়ে।[২৫]

ডিমাচাসকলেও 'হৰগৌৰীচৰণ পৰায়ণ' বুলি নিজৰ ধৰ্মপ্ৰত্যয়ৰ কথা মোহৰৰ মাধ্যমত ব্যক্ত কৰিছে। সেয়ে ৰাজত্ব কালৰ শেষৰ ফালে ডিমাচা ৰজা বৈষ্ণৱ ধৰ্মৰ প্ৰতি অনুৰক্ত হৈছিল। তেওঁ যিবোৰ শাক্তপদ ৰচনা কৰিছে তাত শ্ৰীকৃষ্ণৰ প্ৰেমলীলা আশ্ৰিত মহাৰস লীলামৃত ও সংকীৰ্তন আদিও ৰচনা কৰিছে। ৰজাই এনে ৰচনাৰ পৃষ্ঠপোষকতাও কৰিছিল। তথাপি শৈৱ শাক্ত তথা আদি





ধৰ্মানুচাৰৰ প্ৰতি বিশ্বাস আৰু অনুৰাগৰ পৰা ডিমাচা সমাজ বিচ্যুত হোৱা নাই।

গৱেষকসকলৰ মতে ডিমাচা ৰজাসকলৰ তন্ত্ৰধৰ্ম সদৃশ ধৰ্ম প্ৰত্যয়ৰ নিদৰ্শন ৰাজধানী ডিমাপুৰ আৰু কাছামাৰিপথাতে প্ৰতিষ্ঠিত 'V' আকাৰৰ বহুটো খণ্ডিত প্ৰস্তৰত পোৱা যায়। প্ৰত্ন ইতিহাসবিদ 'ৰাজমোহন নাথৰ মতে ভূ-শক্তি 'V'ৰ তলত জীৱদেহে আশ্ৰয় প্ৰদান কৰে বাবে 'V' দেৱতাবাচক শব্দ। এনেৰূপৰ 'V' অক্ষৰ মহেঞ্জোদাৰটো পোৱা গৈছে। এইবোৰৰ সৈতে প্ৰাগ আৰ্য সিন্ধু উপত্যকাৰে লিংগযোনিৰ সম্পৰ্ক আছে। উল্লেখযোগ্য যে বৰ্তমানেও ডিমাচাসকলৰ আদি ধৰ্মাচাৰত মূৰ্তিপূজাৰ স্থান নাই। তেওঁলোকে কলপাতেৰে অনেক দেৱ-দেৱীৰ প্ৰতীক আৰু বেদী তৈয়াৰ কৰে। সেইবোৰৰ আকৃতি 'V' সদৃশ।

প্ৰাচীন ধৰ্মাচাৰ অনুসৰি ডিমাচাসকলৰ বিভিন্ন পূজা পৰিচালনা কৰে হলেন জেঠাই (মুখ্য পুৰোহিত) আৰু ইজাই (পুৰোহিত)। তেওঁলোকক সহযোগীতা কৰে 'বাৰোওয়া' (সহ পুৰোহিত) আৰু 'ডাইনয়াই' (বলিদানকাৰী) ৰজাৰ আমোলত এনে পৰম্পৰাক এক প্ৰাতিষ্ঠানিক ৰূপ দিয়াৰ প্ৰচেষ্টা কৰা হৈছিল। সেই উদ্দেশ্যে সমগ্ৰ ডিমাচা ৰাজ্যক বাৰটা অঞ্চলত বিভক্ত কৰি প্ৰত্যেকটোতে এটাকৈ 'ডাইখো' (মন্দিৰ) প্ৰতিষ্ঠা কৰা হৈছিল। প্ৰতিটো ডাইযোৰ দায়িত্বত আছিল একোজনকৈ জঠাই। এই বাৰজন 'জঠাই আকৌ গিসিমা নামৰ সৰ্বোচ্চ পদাধিকাৰীৰ (প্ৰধান পুৰোহিত) অধিনস্ত আছিল।

ডিমাচাসকলৰ আদি ধৰ্মাচাৰ অনুযায়ী পূজিত দেৱ-দেৱী ও অপদেৱ-দেৱীৰ সৃষ্টি সম্পৰ্কে এটি লোক পুৰাণ (মিথ) আছে। প্ৰচলিত এই লোকপুৰাণ অনুযায়ী সৃষ্টিকৰ্তা বাংলা ৰজা (ভূমিকম্পৰ দেৱতা) আৰু তেওঁৰ পত্নী 'আৰিমিডিমাৰ (লক্ষ্মীদেৱী) ছয় পুত্ৰ ডিমাচাসকলৰ উপাস্য দেৱতা। সৃষ্টিৰ আদিতে যেতিয়া জলময় পৃথিৱী আছিল তেতিয়া আৰিমিডিমা 'ডিলাওব্ৰা-সংগিব্ৰা' নামৰ এটি মনোৰম ভূমিত সাতটা কণী পাৰিছিল। প্ৰথম ছয়টা কণীৰ পৰা শিব্ৰাই, নাইখুৰাজা, ভুৰাজা, ওয়াৰাজা, গুণমুঙ, ব্ৰায়ুং আৰু হামায়াডাও এই ছয় পুত্ৰৰ জন্ম হয়। এই ছটাই ডিমাচাসকলৰ উপাস্য দেৱতা। বাকী থকা সপ্তম সংখ্যক কণীৰ পৰা কেতবোৰ অপদেৱ-দেৱীৰ উৎপন্ন হয়। এই অপদেৱ-দেৱীয়ে মানুহৰ সৰ্বপ্ৰকাৰৰ ৰোগ, শোক, দুৰ্যোগ আৰু অমংগলৰ বাবে দায়ী। অপদেৱ-দেৱীসকলে নিজৰ জীৱিকাৰ অৰ্থে মানুহৰ অমংগল কৰে আৰু যথাযোগ্য মৰ্যাদাৰে মানুহৰ পৰা পূজা, সেৱা, ভোগ পালে মানুহক অনিষ্ট বা অমংগল সাধন কৰাৰ পৰা বিৰত থাকে বুলি লোক বিশ্বাস আছে।

ডিমাচা হজাই (পুৰোহিত) যেতিয়া মংগলপ্ৰদীপ জ্বলাই শৈল্পিক সুখেৰে

সজোৰা কলপাতৰ বেদীত দেৱ-দেৱীৰ উদ্দেশ্যে, কণী, ভাত, তৰকাৰী অৰু জীৱ উৎসৰ্গ কৰে তেতিয়া সুৰ সংযোগ কৰি ছন্দবদ্ধ মন্ত্ৰ উচ্চাৰণ কৰে। সেই প্ৰাৰ্থনামন্ত্ৰত ডিলাইব্ৰা আদি ব্ৰায় সৃষ্টি পুৰাণৰ গাথা বৰ্ণিত হয়। ইয়াৰ বৈজ্ঞানিক বিশ্লেষণ হ'লে সম্ভৱত ডিমাচাসকলৰ ধৰ্মীয় বিশ্বাস আৰু াদি ধৰ্মাচাৰৰ ইতিবৃত্ত জনাৰ পথ সুগম হ'ব।

পূজা পাৰ্বন ঃ প্ৰাত্যাহিক জীৱন ধাৰাত পাৰিবাৰিক সামাজিক ক্ষেত্ৰত পূজা-উপাসনা এক অপৰিহাৰ্য অংগ। শস্যৰ উৎপাদন বৃদ্ধি, পৰিয়াল আৰু সমাজৰ সুখ-শান্তি আৰু মংগল কামনাৰে ডিমাচা সকলে পৰম্পৰাগতভাৱে বিভিন্ন দেৱ-দেৱীৰ পূজা দি সন্তুষ্ট কৰাৰ বিধান বা ৰীতি প্ৰচলিত আছে। ইয়াৰ ভিতৰত বিশেষ উল্লেখযোগ্য কেইটামান পূজা উৎসৱ হ'ল— মিঃ সেংবা, গেৰ্বা, মাই ৰাউফা গাৰ্বা, গিসিমটিয়া হুবা ইত্যাদি। বিবাহত সন্তানৰ জন্মৰ উৎসৱ ইত্যাদিত পূজা দিয়াৰ ৰীতি আজিও প্ৰচলিত। মিঃ সেংবা নামৰ বৃহৎ পূজা অনুষ্ঠান কেতিয়াবাহে অনুষ্ঠিত হয়। কোনো বিশেষ প্ৰয়োজনত ভৱিষ্যত বাণী কৰা লোকৰ নিৰ্দেশত অথবা দুৰ্যোগ, ৰাজ্যত অশান্তি আৰু অস্থিতিশীল পৰিৱেশত সামাজিক সভাৰ সিদ্ধান্তক্ৰমে এই মিঃ সেংবা নামৰ বৃহৎ পূজাৰ আয়োজন কৰা হয়। গেৰ্বা পূজা হ'ল প্ৰত্যেক গাঁৱৰ বছৰেকীয়া পূজা উৎসৱ। গেৰ্বা পূজাৰ কোনো নিৰ্দিষ্ট তাৰিখ নোহোৱাৰ উপৰিও ইয়াৰ কোনো নিৰ্দিষ্ট দেৱ-দেৱীও নাই। শীতকালত নতুন বছৰৰ প্ৰাৰম্ভত নিজ নিজ অঞ্চলৰ অধিষ্ঠাত্ৰী দেৱ-দেৱী গেৰ্বা নামৰ অনুষ্ঠানত পূজিত হয়। এই গেৰ্বা অনুষ্ঠানত গাঁৱৰ বাহিৰৰ কোনো ব্যক্তিৰ প্ৰৱেশ কঠোৰভাৱে নিষিদ্ধ। পূজাত সমগ্ৰ গাঁওবাসীৰ মংগল কামনা কৰা হয়।

মাইৰাউফা, গাৰ্বা হ'ল ব্যক্তিগত, পাৰিবাৰিক আৰু সমষ্টিগত পূজা। এই পূজাসমূহৰ উপৰিও ৰোগ-শোক, শান্তি সমৃদ্ধিৰ বাবে বিভিন্ন দেৱ-দেৱীসহ অপ দেৱ-দেৱীৰ পূজাৰে প্ৰচলন আছে। বৰ্তমানে শিক্ষিত ডিমাচাসকলৰ মাজত ব্ৰাহ্মণ্য হিন্দু ধৰ্মৰ দেৱ-দেৱীৰ লগত নিজৰ বিভিন্ন দেৱ-দেৱীক সমপৰ্যায়ভুক্ত কৰাৰ প্ৰৱণতা লক্ষ্য কৰা হয়। মাইনুমা (লক্ষ্মী) লাই বিবিমা (সৰস্বতী) গামাডি হেৰেমডি (কালী), আলুৰাজা (ব্ৰহ্মা), বিয়াউ (ইন্দ্ৰ) ইত্যাদি।[২৮]

**হস্ত আৰু বয়ন শিল্প ঃ** অতীতত বিভিন্ন জনজাতিসকলে নিজৰ দৈনন্দিন জীৱন যাপনৰ বিশেষ প্ৰয়োজনীয় বস্তু সংগ্ৰহ কৰাৰ ক্ষেত্ৰত স্বয়ং সম্পূৰ্ণ আছিল। এইক্ষেত্ৰত ডিমাচা জনজাতিও ব্যতিক্ৰম নহয়। খাদ্যবস্তু উৎপাদন কৰাৰ উপৰিও পৰিধান কৰা ভিন্ন বস্ত্ৰ, বাঁহ-বেত, কাঠৰ নিত্য ব্যৱহাৰ্য সামগ্ৰী প্ৰস্তুতকৰণ ইত্যাদিত ডিমাচা পুৰুষ মহিলাসকলৰ পাৰদৰ্শিতা শিল্প সুষমা মণ্ডিত। তেওঁলোকে প্ৰস্তুত





কৰা বাঁহবেত আৰু কাঠৰ বয়-বস্তুসমূহৰ ভিতৰত ঝুৰি, হোৰা, টুকৰি, ডলা-চালনী, জাপি, ফিয়াউ কোঠৰ থাল, জাকৈ ইত্যাদি। হস্ততাঁত শিল্পৰ ভিতৰত হ'ল বিসা (গামচা), ৰিগু (মেখেলা), ৰিজাম্পাই (বৰ্হিবাস), ৰিখাউছা (চাদৰ-উৰণা), ৰিমচাউ (চাদৰ), চাউখা (পাগুৰী মাইছা (গলবস্ত্ৰ) ইত্যাদি। ডিমাচাসকলে কপাহ খেতি কৰে। এড়ী মুগা ৰেচম উৎপাদন কৰে আৰু তাৰ পৰা সূতা তৈয়াৰ কৰি কাপোৰ তৈয়াৰ কৰে। বয়ন শিল্পত ডিমাচা মহিলাসকলৰ পাৰদৰ্শিতা সম্পৰ্কে লোকসংস্কৃতিৰ গৱেষক তুষাৰকান্তি নাথে কৈছে— 'ডিমাচাসকলৰ দৈনন্দিন জাৱন, ঐতিহ্য, সংস্কৃতি আৰু লোক সাহিত্য সাজপাৰ আৰু বয়নশিল্পৰ প্ৰতি থকা প্ৰীতিৰ পৰিচায়ক। সেইবোৰ একেধাৰে ডিমাচা মহিলাসকলৰ কলা-কুশলতা, মনন শীলতা আৰু শিল্পৰসবোধৰ এক সুক্ষ্ম আৰু সুন্দৰ পৰিচয় দ্যোতক। ডিমাচা মহিলাসকলৰ প্ৰত্যেকেই একো একোগৰাকী সুদক্ষ বয়নশিল্পী।[২৯]

গীত, নৃত্য-কলা ঃ লোকসংগীত আৰু লোক নৃত্য লোকসংস্কৃতিয়েই এক বিশেষ অংগ। লোকসংগীত আকৌ মৌখিক সাহিত্যৰ এক অন্যতম অংগ। ক্ষুদ্ৰ জনজাতি হ'লেও এইক্ষেত্ৰত ডিমাচাসকলৰ নিজস্ব বৈশিষ্ট্য উজ্জ্বল আৰু প্ৰাণৱন্ত। লোকসংগীত সমূহৰ ভিতৰত আছে— বিসু উৎসৱৰ গীত, ঝুম খেতিৰ সময়ৰ গীত ইত্যাদি কাহিনী ভিত্তিক গীত, লোক সংগীত, প্ৰেমগীত, নৃত্য সংগীত ইত্যাদি।[৩০] ডিমাচা লোকসংগীত সংগ্ৰহ কৰি নগেন্দ্ৰ নাথ বৰ্ম্মাই ডিমাচাসকলৰ গীতমাত-(১৯৮২) আৰু ধৰ্মেশ্বৰ দুৱৰাই 'উত্তৰ কাছাৰ পাহাৰৰ লোকসংস্কৃতি' (১৯৮৮) নামৰ গ্ৰন্থ প্ৰকাশ কৰে।

ডিমাচাসকলৰ বাদ্য-যন্ত্ৰসমূহৰ ভিতৰত হ'ল— মড়ি চেহনাই জাতীয় বৃহৎ বাঁহী, মড়িছা (সৰু চেহনাই) সুফিন (বাঁহী) খ্ৰাম (ঢোল), খ্ৰাম বং (ইকৰাৰে নিৰ্মিত বাদ্য বিশেষ), মাদুলী (সৰু ঢোল) ঝাম ব্লাং, বেন (নাৰিকলৰ মালাসদৃশ কাঠ আৰু লতাৰ দ্বাৰা নিৰ্মিত বীণা জাতীয় বাদ্য) ইত্যাদি।

ঐতিহাসিক ঘটনাৱলী, কৃষি আৰু জীৱজন্তু আৰু পক্ষীৰ আচৰণ ভিত্তিক কিছু নৃত্য ডিমাচা সমাজত প্ৰচলিত। ইয়াৰ উপৰিও কাছাৰৰ ৰাজকীয় পৃষ্ঠপোষকতাত প্ৰচলিত হোৰা হোলিৰস আৰু মহা ৰাসলীলামৃত নৃত্যাদিৰো কিছু প্ৰচলন আছে। লোকনৃত্যসমূহৰ ভিতৰত আছে— বাইমায়জায় (চালনী নৃত্য), বাইমাকা (যুদ্ধনৃত্য), বাইডিমা, জাওবামী খ্ৰিস্বানী ইত্যাদি। ঢাল আৰু তৰোৱাল আৰু যাঠি হাতত লৈ যুদ্ধনৃত্য কৰা হয়। আক্ৰমণাত্মক আৰু ৰক্ষণাত্মক এই কৃত্ৰিম যুদ্ধাভিনয় অতি চিত্তাকৰ্ষক। চালনী হাতত লৈ চকুৰে বিভিন্ন দিশ ফুটাই তুলি পৰিবেশন কৰা নৃত্যই হ'ল চালনী নৃত্য। বিশিষ্ট ডিমাচা কবি সাহিত্যিক

যতীন্দ্ৰনাথ থাওসেনৰ ভাষাত যিকোনো জাতি বা সমাজৰ নৃত্যগীত সেইসমাজৰ জীৱন ধাৰাৰ দাপোণ স্বৰূপ। জাতীয় ঐতিহ্যৰ বৈশিষ্ট্য আৰু অন্তৰৰ ভাব-অনুভূতি নৃত্যগীতৰ জৰিয়তেই উদ্ভাসিত হয়। ডিমাচা গীতৰ মাজৰ সুখ-দুখ-হাঁহি কান্দোন নৃত্যফ শৈলীৰ জৰিয়তে প্ৰতিপলিত হয়। ডিমাচা নৃত্যৰ মাজত কলা বৈচিত্ৰ্যৰ অভাৱ দেখা যায়। নৃত্যৰ মাজত 'আৰ্ট' আছে কিন্তু 'আৰ্টিষ্টিক' বা শৈল্পিক প্ৰয়োগৰ বৰ অভাৱ, ভীষণ একঘেমিয়া।[৩১]

ভাষা সাহিত্য ঃ ভাৰতৰ উত্তৰ-পূৰ্বাঞ্চলৰ প্ৰাচীনতম ভাষাসমূহৰ ভিতৰত ডিমাচা ভাষা অন্যতম। ভাষাতত্ত্ববিদসকলে ডিমাচা ভাষাক চীন-তিবৃতীয় ভাষা পৰিয়ালৰ অন্তৰ্গত বড়ো ভাষাগোষ্ঠীৰ এটি শাখাৰূপে অভিমত ব্যক্ত কৰিছে। প্ৰাগঐতিহাসিক যুগত এই ভাষা প্ৰায় সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চল উত্তৰবংগত পূৰ্ববংগ পৰ্যন্ত বিস্তাৰ লাভ কৰিছিল বুলি পণ্ডিতসকলে অনুমান কৰে। ভাষাৰ বংশানুক্ৰমৰ দিশত কিছু মতভেদ থাকিলেও গ্ৰিয়াৰ্চন, বালিভকে আৰম্ভ কৰি প্ৰায় সকলো পণ্ডিতেই ডিমাচা ভাষাক চীন-তিবৃতীয় ভাষা পৰিয়ালৰ অন্তৰ্ভুক্ত কৰিছে। ৰবাৰ্ট বাৰ্লিঙে বড়ো ভাষাক কোচ, গাৰো আৰু বড়ো এই তিনিটা শাখাত বিভক্ত কৰিছে। তেখেতৰ মতে, ডিমাচা আৰু বৰো 'বড়ো' শাখাৰ পৰা উৎপত্তি হৈছে। আশ্চৰ্যৰ বিষয় এয়ে যে বাৰ্লিং চাহাবে ককবৰক (ত্ৰিপুৰী) ভাষাক উক্ত ভাষাসমূহৰ লগত একে শ্ৰেণীত ৰখা নাই। কিন্তু আধুনিক বড়ো ভাষাতকৈও ককবৰক ডিমাচা ভাষাৰ নিকটতৰ। সেয়ে ককবৰক ভাষাকো 'বড়ো' ভাষা পৰিয়ালৰ অন্তৰ্ভুক্ত কৰিব পাৰি বুলি বিশিষ্ট গৱেষক শিক্ষাবিদ ড° পাৰ্থসাৰথী মিশ্ৰৰ অভিমত। তেখেতৰ মতে, ধনশিৰি নদী উপত্যকাত বসতিকালত ডিমাচা-ককবৰক একে ভাষাতে কথোপকথন কৰিছিল। তেখেতে পুৰণি-ডিমাচা বুলি ভাষাৰ নামকৰণ কৰিছে। বাৰ্লিংকৃত বড়ো ভাষাগোষ্ঠীৰ বংশানুগত শ্ৰেণী বিভাগক কিছু পৰিৱৰ্তন কৰি ড° মিশ্ৰদেৱে নিম্নলিখিত ৰূপে শ্ৰেণী বিভাগ কৰিছে—








ভাষাতত্ত্ববিদসকলৰ এই মতৰ বিপৰীতে এক সম্পূৰ্ণ ভিন্ন মত পোষণ কৰিছে বিশিষ্ট ডিমাচা কবি সাহিত্যিক গৱেষক উত্তম চাঁদ বৰ্মনে। তেখেতে ডিমাচা ভাষাক সুপ্ৰাচীন পালিভাষাৰ পৰা উদ্ভৱ হোৱা বুলি অনুমান কৰিছে। তেওঁৰ মতে ডিমাচাসকলৰ প্ৰচলিত মিথ (প্ৰাচীন পুৰাণ) অনুসৰি ডিমাচাসকলৰ প্ৰব্ৰজন শ্ৰোতৰ গতিপথ ভাৰতৰ পশ্চিমাঞ্চল দিশকে সূচিত কৰে। ডিমাচা ভাষাৰ পৰা বিভিন্ন স্থান নাম আৰু নদী নাম আবিস্কৃত তথ্যৰ উল্লেখ কৰিব পাৰি। এই ঐতিহাসিক সূত্ৰৰ দ্বাৰাই তেখেতে ডিমাচা ভাষাক বৰো ভাষাৰ পৰা ভিন্ন ৰূপে চিহ্নিত কৰিছে। দ্বিতীয়তে বৰোসকলে শিৱক 'বাথৌ বোলে। কিন্তু ডিমাচাসকলে 'শিব্ৰাই বা শিবাৰায় বোলে। 'বাথৌ' নামে ডিমাচাসকলৰ মাজত কোনো দেৱ-দেৱীক পূজা কৰা নহয়। স্মৰণাতীত কালৰ পৰাই দেৱাদিদেৱ শিৱ বা শিব্ৰাই বা শিবৰায় নামেৰে ডিচমাছাসকলৰ দ্বাৰা পূজিত হৈ আহিছে...।[৩৩]

ভাষাতাত্বিক অসিত চক্ৰৱৰ্তীদেৱে লিখিছে 'ভট্টাচাৰ্য শব্দ পৰিসংখ্যা শাস্ত্ৰ অনুযায়ী ডিমাচাসকলক বড়োৰ পৰা পৃথক ভাষাৰূপে গণ্য কৰা যায়। কিন্তু ঐতিহাসিক, ঐতিহ্য, কিংবদন্তী আৰু বাস্তু সংস্কৃতিৰ ফালৰ পৰা চালে ডিমাচা আৰু বড়োৰ মাজত বহু সাধাৰণ তত্বৰ সমাৱেশ পৰিলক্ষিত হয়।[৩৪]

ডিমাচা ভাষাবিদসকল বৰ্তমানে পাঁচটি প্ৰশাসনিক ভৌগোলিক অঞ্চলত বৰ্তি আছে। অসমৰ কাছাৰ, ডিমাহাচাও (উত্তৰ কাছাৰ), নগাঁও, কাৰ্বিআংলং জিলা আৰু নাগালেণ্ডৰ ডিমাপুৰ জিলা এওঁলোকৰ বৰ্তমান বাসভূমি। ভৌগোলিক বিচ্ছিন্নতাৰ বাবে তেওঁলোকৰ বিভিন্ন অঞ্চলৰ লোকৰ মাজত কথোপকথন, বচনভংগী আৰু উচ্চাৰণত কিছু পাৰ্থক্য লক্ষ্য কৰা যায়।

প্ৰাথমিকভাবে ডিমাচা ভাষাৰ উন্নয়নৰ প্ৰথম প্ৰয়াস আৰম্ভ হয় বিংশ শতাব্দীৰ প্ৰাৰম্ভত। এইক্ষেত্ৰত কাছাৰৰ মনিচৰণ বৰ্মন, ইংৰাজ লিখক আৰু খ্ৰীষ্টান মিচনেৰীসকলক বাটকটীয়া বুলিব পাৰি। ১৯০৫ খ্ৰীষ্টাব্দত শিলঙৰ Assam Scretariate Printing office 'paiseb' নামৰ প্ৰথম ডিমাচা পাটিগণিত প্ৰকাশ কৰে। W.C.M. Dundas ৰ লিখা ডিমাচা ব্যাকৰণৰ পুথি An outline of Kachari Grammar and Dictionary of the Kachari (Dimasa Language) প্ৰকাশিত হয় ১৯০৬ খ্ৰীষ্টাব্দত। ইয়াৰ পূৰ্বে বাংলা হৰফত ডিমাচা ও বাংলা ভাষাত লিখা মনিচৰণ বৰ্মনৰ 'হিড়িম্ব ভাষা প্ৰৱেশ' প্ৰকাশিত হৈছিল। পুথিখনৰ দ্বিতীয় সংস্কৰণ প্ৰকাশিত হয় ১৯১৪ খ্ৰী। বিংশ শতাব্দীৰ প্ৰথম দশকত The British and Foreign Bible Society নামৰ এটি মিচনেৰী সংস্থাই ডিমাচা ভাষাত 'Markas Rebiyasa' নামৰ এখনি বাইবেল গ্ৰন্থ প্ৰকাশ কৰে।[৩৫] ইয়াৰ

পাছতে কাছাৰৰ পৰা ১৯৪৭ খ্ৰীঃ ত্ৰৈলোক্য বৰ্মনৰ 'লক্ষী নাৰায়নী পাঁচালী' (১৯৫০ খ্ৰীঃ) কামিনী ৰাহুল বৰ্মনৰ গীত ও কবিতাগ্ৰন্থ 'ডাইং' একক প্ৰচেষ্টাত প্ৰকাশিত হয়। পৰৱৰ্তী কালত বিভিন্ন সংগঠন আৰু একক প্ৰচেষ্টাত বহুতো ডিমাচা গ্ৰন্থ প্ৰকাশিত হৈছিল। মাতৃভাষাত সাহিত্য সৃষ্টিৰ এক উৎসাহজনক পৰিৱেশ গঢ়ি উঠাত বিশেষ ভূমিকা গ্ৰহণ কৰিছিল শিলচৰস্থিত ডিমাচা ছাত্ৰ সমিতিয়ে। এই ছাত্ৰ সংগঠনে ডিমাচা ভাষাত প্ৰথম সাহিত্য সাময়িকী প্ৰকাশ কৰে। ১৯৬১ খ্ৰীষ্টাব্দৰ পৰা আৰম্ভ কৰি ১৭৪-১৯৭৫ খ্ৰীষ্টাব্দ পৰ্যন্ত বিভিন্ন প্ৰতিকূল পৰিৱেশৰ মাজতে 'ডিমাচা' নামৰ প্ৰথম সাময়িকী গ্ৰন্থৰ ১১ টি সংখ্যা প্ৰকাশিত হয়। এনে সৃষ্টিশীল পৰিমণ্ডলৰ বিগত শতাব্দীৰ সত্তোৰৰ দশকত বহু সাহিত্য ও সংবাদ সাময়িকী প্ৰকাশিত হয়। এইবোৰ হ'ল গঁদাই খুৰাং, ডেমাল, দাউদাউজু, waimijing, সাঁইজুৰাং, ডিমাখুৰাং ইত্যাদি পৰৱৰ্তী কালত প্ৰকাশিত গ্ৰন্থসমূহ হ'ল— কলংমা, জংব্ৰা, হিড়িম্বাখুৰাং, ডেৰপ্লাই, ডিমাখুৰাং Jaloi Khurang', Habaisgno, Jenkholongmander, Gonthas, Haflong Khurang waigree, সাঁইজালী ইত্যাদি সংবাদ সাময়িকী আৰু সাহিত্য পত্ৰিকা। কিন্তু এইবোৰৰ অধিকাংশই অনিয়মীয়া, লগতে কেতবোৰৰ প্ৰকাশ সম্প্ৰতি বন্ধ হৈছে। উল্লেখযোগ্য কবি সাহিত্যিকসকলৰ ভিতৰত সোমাৰাম থাওসেন, নিৰুপমা হাগজেৰ, কুমুদ চন্দ্ৰ বড়ো, উত্তমচাঁদ বৰ্মন, যতীন্দ্ৰ লাল থাওসেন, অনুপমা নাইডিং, ফনিন্দ্ৰ ডাহৰি, বহিমচন্দ্ৰ লাংঠাসা, পৰীক্ষিৎ বৰ্মন, কামীৰাম বৰ্মন, বিশ্বজ্যোতি বৰ্মন, মুকুল ৰঞ্জন বৰ্মন, শীলভদ্ৰ, হাগজেৰ, ৰমেশ থাওসেন, ফণিভূষণ হাফলংবাৰ, মোহন জয় বৰ্মন, মহেন্দ্ৰ কোপ্ৰাই ইত্যাদি। উল্লেখযোগ্য যে এই লোকসকলৰ অধিকাংশ গ্ৰন্থই অসমীয়া আৰু বাংলা লিপিত ৰচিত।[৩৬]

লিপিবিতৰ্ক ও প্ৰাতিষ্ঠানিক পৃষ্ঠপোষকতা আৰু বৰো-ডিমাচা-ককবৰক মিলি ও প্ৰতিষ্ঠাপক পৃষ্ঠপোষকতা আৰু বৰো-ডিমাচা-ককবৰক মিলি এটি উমৈহতীয়া ভাষা-সাহিত্য গঢ়ি তোলাৰ চিন্তাধাৰাই ডিমাচা সাহিত্য সৃষ্টিৰ গতি কেতিয়াবা ৰুদ্ধ কৰিছে। ফলত ডিমাচা সাহিত্য উল্লেখনীয়ভাৱে উন্নতি লাভ কৰিব পৰা নাই। এইক্ষেত্ৰত বিশেষতঃ শিক্ষিত ডিমাচাসকলৰ বৈজ্ঞানিক কৰ্মপদ্ধতি গ্ৰহণত অনীহা, পৰিকল্পিত ও সংঘবদ্ধ প্ৰয়াস, নিস্বাৰ্থ আৰু নিষ্ঠাবান নেতৃত্বৰ অভাৱক দায়ী বুলিব পাৰি। বিশেষকৈ ডিমাচা ৰাজনৈতিক নেতৃত্বৰ বলিষ্ঠ পদক্ষেপ গ্ৰহণৰ ব্যৰ্থতাই এই ক্ষেত্ৰত সকলোতকৈ বেছি দায়ী বুলি ক'ব পাৰি। স্বাধীনতা লাভৰ অৰ্ধশতবৰ্ষ অতিক্ৰম কৰাৰ পিছত বৰ্ণিত চিত্ৰপটৰ কিছু পৰিৱৰ্তন দেখা যায়। নগাঁও আৰু কাৰ্বিআংলং জিলাৰ মাতৃভাষাপ্ৰেমী





কেইগৰাকীমান যুৱকৰ অক্লান্ত বলিষ্ঠ নেতৃত্বৰ ফলত ১৯৯৯ খ্ৰীষ্টাব্দত বহু প্ৰতিক্ষীত ডিমাচা সাহিত্য সভাই গঠিত হয় হোজাই অঞ্চলৰ কুমাৰকাটা গাঁৱত। কিন্তু সাহিত্য সভাও বিভিন্ন ৰাজনৈতিক প্ৰতিবন্ধকতাও সামাজিক অস্থিতিশীলতাৰ বাবে আৰম্ভণীতে যথাৰ্থ ভূমিকা পালনত সক্ষম নহ'লেও পৰৱৰ্তী পৰ্যায়ত লিপি সমস্যাৰ ক্ষেত্ৰত এক গ্ৰহণযোগ্য সমাধান সূত্ৰ উদ্ভাৱন কৰি ডিমাচা ভাষাৰ বাবে ৰোমান লিপি গ্ৰহণৰ সিদ্ধান্ত গ্ৰহণ কৰে। সাহিত্য সভাৰ সিদ্ধান্তত উত্তৰকাছাৰ পাৰ্বত্য জিলা পৰিষদেও স্বীকৃতি জনায়। ফলত দুবছৰ পূৰ্বে উত্তৰ কাছাৰ পাৰ্বত্য জিলাৰ ডিমাচা অধ্যুষিত অঞ্চলত প্ৰাথমিক বিদ্যালয়সমূহত ঐচ্ছিক বিষয় হিচাপে ডিমাচা ভাষাৰ পাঠদান আৰম্ভ হৈছে। ২০০৯-১০ শিক্ষাবৰ্ষৰ পৰা চতুৰ্থ শ্ৰেণীলৈ ডিমাচা ভাষাৰ পাঠদানৰ ব্যৱস্থা গৃহীত হৈছে। বৰ্তমানে ডিমাচা ভাষা সাহিত্যৰ উন্নয়নৰ প্ৰয়াসত ডিমাচা সাহিত্য সভাই বলিষ্ঠ নেতৃত্ব প্ৰদান কৰি আছে।

সাহিত্য সভাৰ সুচিন্তিত আৰু সুপৰিকল্পিত কৰ্ম পন্থা গ্ৰহণে আশাৰ নতুন দিগন্তত এক উজ্জ্বল আলোকৰেখা উন্মোচিত কৰিছে। এনে মহৎ উদ্দেশ্য যথাৰ্থকতাৰে ৰূপান্তৰিত হৈ থাকিলে বিশ্বায়নৰ দুৰ্বাৰ সোঁতত ডিমাচা ভাষা-সংস্কৃতি হেৰাই নাযায়।

**গ্ৰন্থপঞ্জী ঃ**

১। ড° জয়ন্ত ভূষণ ভট্টাচাৰ্য, কাছাৰী ৰাজ্য ঃ উত্থান আৰু পতন, অসম সাহিত্য সভা চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট, ১৯৯৩ খ্ৰীঃ, পৃঃ ১১।

২। অসীম চক্ৰৱৰ্তী, বৰ প্ৰবেশ প্ৰথম খণ্ড, কলকাতা, ১৯৮১, পৃঃ ১।

৩। S.K. Borpujari, History of the Dimasas, Autonomous Council, N.C. Hills District, (Assam), Haflong, 1997. p.-12.

৪। ড° সুনীতি কুমাৰ চট্টোপধ্যায়, ভাৰত সংস্কৃতি, কলকাতা, ১৪০০, পৃঃ ১৬।

৫। Sir Edward gait, A History of Assam, Lawers Book Stall, Guwahati, Seventh Edition, 1997, p-50.

৬। বিশ্বজ্যোতি বৰ্মন, ভাষাতত্ত্বৰ আলোকত কছাড়ি শব্দেৰ বুৎপত্তি প্ৰসংগে (প্ৰবন্ধ), দৈনিক যুগশংখ, শিলচৰ, ৩ জুলাই, ২০০৬, পৃঃ ৪।

৭। Uttam Chand Barman, Charicteristic Featwres of the Brahmaputra Civilization, Souvenir, Dimasa Sahitya Sabha, Haflong, 2003.

৮। Uttam Chand Barman, Aboriginal Slitter, The Hudong IMultiligual Monthly), Guwahati, April, 2009, b-6.

৯। ড° জয়ন্ত ভূষণ ভট্টাচাৰ্য, কছাৰী ৰাজ্য ঃ উত্থান আৰু পতন, পৃ- ১।

১০। Nalindra Kumar Bathari, Kachari-Dimacha-Boddhocha Are Bonsini Haphai (Dimasa). Halflong, 1997. P. 33

১১। উপেন্দ্ৰ চনদৰ গুহ, কাছাড়েৰ ইতিবৃত্ত (সম্পাদনা- অমলেন্দু ভট্টাচাৰ্য, সঞ্জীৱ দেৱ লস্কৰ) পাৰুল প্ৰকাশনী, আগৰতলা, ত্ৰিপুৰা, সম্পাদিত সংস্কৰণ, ২০০৬, পৃঃ ৭৩-৭৪।

১২। ড° তন্ময় ভট্টচাৰ্য, কাঞ্চ সংবাদ, শিলচৰ, ১৯৯৮, পৃঃ ১১

১৩। ড° অমলেন্দু ভট্টাচাৰ্য, (সম্পাদনা) শ্ৰীনাৰদি ৰসমৃত, ভুবনেশ্বৰ বাচস্পতি ভট্টচাৰ্য, পাৰুল প্ৰকাশনী, কলকাতা, ২০০৭, পৃঃ VI

১৪। S. K. Barpujari, History of the Dimasas, p-128.

১৫। ঐ পৃঃ ১২৯-১৩২

১৬। ৰেবতী বালা বৰ্মন, (৮০), ধালীগ্ৰাম, কাছাৰ।

১৭। ঐ, কুঞ্জলতা বৰ্মন, (৮০), ধালীগ্ৰাম, কাছাৰ

১৮। ঐ

১৯। ক্ষেত্ৰ অনুসন্ধান

২০। তুষাৰকান্তি নাথ, ডিমাচা সংস্কৃতিৰ আভাস, ভাষা-সংস্কৃতি থাকাদমি অসম, হাফলং, উত্তৰ কাছাড় পাৰ্বত্য জেলা, ২০০৬, পৃঃ ৪৫।

২১। আকাশবাণী শিলচৰ থেকে প্ৰচাৰিত মাইবাং-এৰ হামবাং বাথাৰীৰ গাওয়া লোকশানেৰ সংক্ষিপ্ত অনুবাদ (বাথাৰ) বৰ্তমান প্ৰয়াত।

২২। উপেন্দ্ৰে চন্দ্ৰ গুহ, কাছাড়েৰ ইতিবৃত্ত, পৃঃ ১২০।

২৩। সৰেণ দেব বৰ্মন, ত্ৰিপুৰাৰ উপজাতি সংস্কৃতি, জ্ঞাপ বিচিত্ৰা প্ৰকাশনী, আগৰতলা, ত্ৰিপুৰা, ২০০২, পৃঃ ৯৭।

২৪। ক্ষেত্ৰ অনুসন্ধান

২৫। ড° উত্তম চাঁদ বৰ্মন, চন্দ্ৰগিৰি, শিলচৰ, ২০০৮, পৃঃ ১

২৬। তুষাৰকান্তি নাথ, ডিমাচা সংস্কৃতিৰ আভাস, পৃঃ ৩৮

২৭। সোনাৰাম থাওসেন, ডিমাসাৰাওমী মাডাশঠ খালীমঠাই সোয়াঠাই, (ডিমাসা), স্মৰণিকা, নিখিল কাছাড় হৈড়িম্ব বৰ্মন সমিতি, শিলচৰ, ২০০৬, পৃঃ ১-৩

২৮। ক্ষেত্ৰ অনুসন্ধান

২৯। তুষাৰ কান্তি নাথ, ডিমাচা সংস্কৃতিৰ আভাস, পৃঃ ২৫৪.





৩০। বিশ্বজ্যোতি বৰ্মন, ডিমাচা লোক সাহিত্য; অসমৰ জনগোষ্ঠীয় লোক-সাহিত্য, সম্পাদনা ঃ ড° সুবাসনা মহন্ত চৌধুৰী, ড° পল্লবী ডেকা বুজৰবৰুৱা, অসমীয়া বিভাগ ডিব্ৰুগড় বিশ্ববিদ্যালয়, ২০০৯; পৃঃ ২৫৪.

৩১। যতীন্দ্ৰলাল থাওসেন, গ্ৰাউ ভীমাযাঙ ঃ ৰবীন্দ্ৰ-নজৰুল, নিখিল ভাৰত বংগ সাহিত্য সংস্কৃতি সন্মেলন, হাফলং শাখা, ১৯৯৭

৩২। Partha Saruthy Mishra, Historical and Linguistic Aspects of the Dimasa Kacharis, Maibong (Souvenir), Dimasa Sahitya Sabha, Maibong, N.C. Hills, 2000, p. 28-40

৩৩। উত্তম চাঁদ বৰ্মন, (৭৫) বশিষ্ঠ ডিমাসা কবি-সাহিত্যিক গৱেষক, শিলচৰ, দূৰভাষ-০৩৮৪২-২৬৯৪৬৯

৩৪। অমিত চক্ৰৱৰ্তী, বৰ প্ৰবেশ, চতুৰ্থ খণ্ড, কলকাতা, ১৯৯৭¼

৩৫। বিশ্বজ্যোতি বৰ্মন, ডিমাসাদেৰ সাহিত্য চৰ্চা, The hudang (Multitingual Monthly), Guwahati, Feb. 2009, P. 26-27

৩৬। ঐ, মাৰ্চ ২০০৯, P. 29-30

*(মূল বাংলা প্ৰবন্ধৰ অসমীয়া অনুবাদ ঃ ড° মলিনা দেৱী ৰাভা)*



# ৰাভা জনজাতি ঃ ভাষা সাহিত্য

**লিপ্তি ৰাভা ৰংখ**

**পৰিচয় ঃ** 'অসমৰ বহুতে ৰাভা জনজাতিৰ নামটোহে জানে, কিন্তু জনজাতিটোৰ বিষয়ে খুব কম লোকেহে জানে। *১ এজন প্ৰথিতযশা লেখা ধনঞ্জয় ৰাভাদেৱে এইবুলি খেদ প্ৰকাশক মন্তব্য দিছে। ইয়াৰ মূলতে ৰাভা জাতিৰ মূল গুৰি সাৰলীলভাৱে বিচাৰি নোপোৱাটো।

অৱশ্যে অনুসন্ধিৎসুসকলে এই দিশত যথেষ্ট উমান দিবলৈ সক্ষম হৈছে।

(১) সংস্কৃত সাহিত্যত উল্লেখিত নিষাদ, শবৰ, পুলিন্দ, বিল্ল, কোল্ল আদি নামেৰে অষ্ট্ৰিক গোষ্ঠীৰ জনজাতিক বুজাইছে। সেইদৰে যজুৰ্বেদ, অথৰ্ববেদ আৰু মহাভাৰতত উল্লেখিত 'কিৰাত' নামটোৱে ব্যাপকভাৱে মংগলীয় জনগোষ্ঠীৰ লোককে বুজাইছে। সেয়ে ড° বি এছ গুহ, ড° সুনীতি কুমাৰ চট্টোপধ্যায় আদি পণ্ডিতসকলে ৰাভা, কছাৰী, গাৰো, মিচিং, কাৰ্বি আদি অসমৰ জনজাতি গোষ্ঠীক মংগলয়ড্ (মংগলীয়) জনজাতি গোষ্ঠী বুলি ঠাৱৰ কৰে। এই দৃষ্টিভংগীত ৰাভাসকলৰ আদি মূল 'কিৰাত' আৰু পাছলৈ মংগলীয় ফৈদৰ এটি সুকীয়া শাখাৰূপে চিহ্নিত। ড° চট্টোপধ্যায়ৰ মতে, খ্ৰীঃপূঃ ১০০০ ৰ আগতেই মংগলয়ডসকলৰ ভাৰতত প্ৰৱেশ ঘটে (কিৰাত জনকৃতি- পৃ ঃ ৩৬)। In ancient sanskrit texts such as the two EPICS : the Mahabhatata and the Ramayana and also in the Purans the inhabitants of Assam are referred to as : Mleches Kiratas, and cinas (Chinetc).

(২) এই মংগোলীয় গোষ্ঠীৰ লোকে ভিন ভিন দলত কিছুমান নেপাল আৰু তিব্বতলৈ গ'ল। কিছুমান পূবে শদিয়াৰ পৰা পশ্চিমে পঞ্জাবলৈ হিমালয়ৰ নামনি অঞ্চল দখল কৰি ল'লে। বাকীবোৰ অসমৰ (বৃহৎ অসম) গাৰোপাহাৰ মিজো পাহাৰ, মণিপুৰ, মিকিৰ পাহাৰ (কাৰ্বিআংলং), নগা পাহাৰ দখল কৰি ক্ৰমান্বয়ে





গোটেই ব্ৰহ্মপুত্ৰ উপত্যকাৰ উজনি-নামনি অঞ্চল বিয়পি পৰে। বৰ্তমান অসমৰ ভৈয়াম আৰু দাঁতিকাষৰীয়া পাহাৰবোৰত বাস কৰা বড়ো, কছাৰী, চুতীয়া, মৰাণ, মেচ, ৰাভা, কোচ, লালুং (তিৱা) মিকিৰ (মিচিং), অঁকা, ডফলা, আবৰ, মিচিমি, কুকি, মেইটেই (মণিপুৰী) আৰু বিভিন্ন নগা-প্ৰজাতিৰ মানুহবোৰ একেটা 'মংগোলীয়' গোষ্ঠীৰে ভিন ভিন শাখাৰ বংশধৰ।

(৩) ড° ভুবন মোহন দাসৰ মতে ৰাভা জনজাতিৰ আঁতিগুৰি মংগোলীয় জাতি উত্তৰ বা উত্তৰ পশ্চিম ফালৰ পৰা আহি বেলেগ বেলেগ সময়ত অসমৰ খিলঞ্জীয়া বাসিন্দা হৈ পৰে। তেওঁলোক আংশিকভাৱে বা সম্পূৰ্ণভাৱে ইয়াৰ আদিবাসী। তেখেতৰ মতে, 'ৰাভাসকল নিজৰ নিজৰ বৈশিষ্ট্য, বিশ্বাস, আখ্যান-উপাখ্যানেৰে পৰিপুষ্ট এক পৃথক জনজাতি।' (The ethnic affinities of the Rabhas pp-116-117)।

(৪) প্লেফেয়াৰ চাহাবৰ মতে, প্ৰাচীন কালত ৰাভা, কোচ, গাৰো আৰু কছাৰীসকলৰ প্ৰব্ৰজন হৈছিল তীবৃতীয় অঞ্চলৰ পৰা ব্ৰহ্মপুত্ৰ উপত্যকালৈ আৰু তাৰ পৰা অসমৰ পাহাৰবোৰলৈ। বৰ্তমান গাৰোপাহাৰৰ গাৰোসকলৰ আগমনৰ আগতে গাৰোপাহাৰ ৰাভা আৰু কোচসকলৰ অধিকাৰত আছিল আৰু তেওঁলোক এতিয়া ভৈয়ামলৈ নামি আহিছে। (The Garos-p-22),

(৫) পণ্ডিতসকলৰ মতে, খ্ৰীঃপূঃ ২০০০ বছৰ পূৰ্বে মংগোলীয় প্ৰজাতিৰ লোকসকলে চাইবেৰিয়া আৰু মংগলীয় দেশত ভ্ৰমি ফুৰিছিল। কালক্ৰমত তিনি শাখাত বিভাজিত হৈ এওঁলোকৰ প্ৰথম শাখাই ইউৰোপৰ ফালে গৈ তুৰ্কী আৰু ইটালীত বসবাস কৰে। দ্বিতীয় শাখা বেৰিং প্ৰণালী পাৰ হৈ উত্তৰ আমেৰিকাৰ মেক্সিকোত বাস কৰে আৰু কিছু অংশ জাপানত বৈ যায়। তৃতীয় শাখাই চীনৰ হোৱাংহো নদী উপত্যকা আৰু তিব্বতত বাস কৰিবলৈ লয়। (ড° চট্টোপধ্যায়—কিৰাত জনকৃতি)।

এই সম্পৰ্কে আমাৰ এজন অনুসন্ধিৎস গৱেষক ড° ৰেৱতী মোহন সাহাদেৱে কোচ-ৰাভাসকলৰ জনপ্ৰবাদ উদ্ধৃতি সংগ্ৰহ কৰি পায় ঃ

হলুন-পুঙা-হাচু-চুআ, চন্দুং বন্দুং
কোচা সিবা ছিয়ৌ, কোচা আমায় নাম্প্ৰঙৌ।*২

অৰ্থাৎ সেইমতে প্ৰথমতে কোচসকল চীন দেশৰ উত্তৰ-পূবত অৱস্থিত অন্তৰ মংগলীয় সাঞ্চুৰিয়া অন্তৰ্গত তাখিংশান প্ৰদেশত থকা হুলুন হ্ৰদ আৰু তাৰ পুবপাৰত থকা হাইলাৰ চহৰ আৰু ৰেল জংচনৰ পৰা যাত্ৰা আৰম্ভ কৰি দক্ষিণ-পশ্চিম ফালেলুয়াং বা লোয়াং নামৰ ঠাইলৈ আগমন ঘটে। হোৱাংহো নদী

অতিক্ৰম কৰিব নোৱাৰি পাৰে পাৰে পশ্চিম ফালে গৈ গৈ তিব্বতৰ পূৰ্বাঞ্চলত থকা চন্দুং আৰু বন্দুং (বৰ্তমান চামদো আৰু বাসদো) নামৰ ঠাইত আহি পায়। এই ঠাই অতিক্ৰমি আগবাঢ়োতেই কোনো শত্ৰুৰ সৈতে তেওঁলোকৰ যুদ্ধ হয় আৰু বহুতো কোচা-পুৰুষ মৃত্যুমুখত পৰে। ইয়াতেই কোচা-মাতৃসকলৰ দুৰ্গতি হৈ অইন জাতিৰ সৈতে সংকৰণ ঘটে। পাছত তিব্বত আৰু পৰৱৰ্তী কালত উত্তৰ-পূব ভাৰতলৈ তেওঁলোকৰ প্ৰব্ৰজন হয়।

(৬) কোচ-ৰাভাসকলৰ আদি বাসভূমি যে চাইবেৰিয়া আছিল তাৰ আভাসো-সাহাদেৱে হুজি স্ৰাঙা মনত্ৰত স্পষ্টভাৱে পোৱা গৈছে বুলি দাঙি ধৰেঃ

হুজি ঃ চায় ব্ৰেব্ৰে মায়ব্ৰেব্ৰে
কোচা হাছং তোৱা
চায়বৌৰিয়ান, মায়লহংবৌৰিয়ান
কোচা হাছং দোৱা।
কোচা-হাদং সোণা হাছং
জীৰু হাছং তোৱা,
চায়না-হাছংতি বীৰে তুছাং
চিকা বীৰে তোৱা।। *৩

ভাবাৰ্থ ঃ গীতে-মাতে-মদে-ভাতে পৰিপূৰ্ণ চাইবেৰিয়া মংগলীয় উচ্চ পাদদেশ (তিব্বত) কোচা-ৰাভাৰ আদি বাসস্থান। এই দেশ সোণৰ দেশ, পূৰ্বপুৰুষৰ আত্মাৰ দেশ, শান্তিময় আদিম দেশ। চীন-তিব্বত মাতৃশক্তিৰ পুণ্যাত্মাৰ বীজ-মন্ত্ৰৰ দেশ। (ৰাভা জাতিৰ চমু ইতিহাস- পৃঃ ২০. ৰাভা ধনঞ্জয়)।

(৭) ড° জিতেন দাসদেৱে ৰাভা জাতিৰ পৰিচয় সম্পৰ্কত স্পষ্ট মত দাঙি ধৰি এইদৰে কৈছে ঃ

ৰাভা শব্দটোৰ প্ৰথম প্ৰয়োগ কোনে ক'ত কেতিয়া কৰিছিল সেয়া গৱেষণাৰ বিষয়। আমি এই শব্দটোৰ প্ৰয়োগ মোগল সেনাপতি মিৰ্জা নাথানৰ দ্বাৰা ফাৰ্চি ভাষাত ৰচিত বাহাৰীস্তান-ই-ঘাইবী পুথিত প্ৰত্যক্ষ কৰিবলৈ পাওঁ। হয়তো 'ৰাভা' শব্দটো ইতিপূৰ্বে আঞ্চলিকভাৱে মুখে মুখে প্ৰচলিত আছিল। সেয়েহে মিৰ্জা নাথানে এই জাতিৰ নাম প্ৰয়োগ কৰিব পাৰিছিল— '700 'Rabhas' depast Nathan.' (p.532)ফাৰ্চি ভাষাৰ হৰফত আক্ৰমণকাৰী শত্ৰুৰ হাতত লিখিত গ্ৰন্থতহে 'ৰাভা' শব্দৰ প্ৰয়োগ আৰু প্ৰকাশ প্ৰথমে হয় আৰু ই এতিয়া সৰ্বজন জনাজাত হৈ পৰে।

'ৰাভা জাতি' সম্পৰ্কত সম্ভৱ এই কাৰণতে অ জনাজাত আছিল আৰু





কোচাৰূপে জাতিটোক সৰ্বত্ৰ ব্যৱহাৰ কৰিছিল।

**(খ) ৰাভাসকলৰ ভৌগোলিক অৱস্থান ঃ**

এতিয়া আমি স্পষ্ট যে ৰাভা এটা অনুসূচিত ভৈয়াম জনজাতি (ভাৰতীয় সংবিধানৰ প্ৰদত্ত স্বীকৃতিমতে)। তাহানিৰ ফ্ৰেণ্ড পেৰেৰা চাহাবে 'ৰাভা'ৰ ঠাল-ঠেঙুলি সম্পৰ্কত উল্লেখ কৰি গৈছে।

The Rabhas have been devided into following sections : (i) Rongdaniya. (ii) Maitoria (iii) Pati Rabhas, (iv) Koch/ Koch. (v) Dahuiriya (vi) Bitolia (vii) Songa. the Koches are found in the western and southern flanks of the Garo hills. The Bitolias in the Kamrup District and Songas in the northern part of Goalpara District (undevided) across the Brahmaputra River. It will / be noticed that the last three sections like outside the part of the country which has been desigaired the home of the Rabhas : [ৰাভাসকলক তলত দিয়া শাখা সমূহত দেখা যায় (ক) ৰংদানী, (খ) মাইতৰী, (গ) পাতিৰাভা, (ঘ) কোচা, (ঙ) দাহুৰী, (চ) বিতলীয়া আৰু (ছ) ছঙা। কোচসকল গাৰো পাহাৰ জিলাৰ পশ্চিম-দক্ষিণ দাঁতিকাষৰীয়া ঠাইত, বিতলীয়াসকল কামৰূপ জিলাত আৰু ছঙাসকল অবিভক্ত গোৱালপাৰা জিলাৰ উত্তৰাংশত দেখা যায়। শেষৰ তিনি শাখাই দেশখনৰ যিটো অংশক ৰাভাসকলৰ গৃহভূমি বুলি কোৱা হৈছে তাৰ বাহিৰত বাস কৰে।* মাৰ্টিনে ৰাভাসকল পাণি-কোচৰ সৈতে একে বংশৰ বুলি ঠাৱৰ কৰে। পশ্চিমবংগ চৰকাৰেও ৰাভাসকলক— ৰংদানী, পাতি, মায়তৰী, কোচা, দাহুৰী, বিতলীয়া, ছঙা, টোটলা আদি শাখাত বিভাজিত বুলি উল্লেখ কৰিছে। *৫

একে সূত্ৰ ধৰি কোৱা হৈছে, কোচ ৰজা বিশ্বসিংহৰ ৰাজত্বৰ আগৰ পৰাই দক্ষিণ কুলত গাৰোপাহাৰ খইৰাম আৰু খাছীয়া পাহাৰ উত্তৰ সীমান্তৰ সৰু-বৰ পাহাৰ বোৰৰ নামনি অঞ্চলত আৰু উপৰিভাগৰ একো একোটা অঞ্চলত ৰাভা বা কোচ প্ৰধানসকলে কৰাইবাৰী, মেছপাৰা, সান্তোৰ, ৰংদান, আঠীয়াবাৰী কুলুং (লুকী) বকো, বনগাঁও, বগাই, পান্তোন, জালুকবাৰী (কামাখ্যা দুৱাৰ) বেলতলা, ৰাণীদুৱাৰ, মৈৰাপুৰ, ভোলাগাঁওদুৱাৰ, বৰদুৱাৰ, হালধিদুৱাৰ আদি অঞ্চলত সৰু সৰু ৰাজ্য পাতি স্বাধীনভাৱে ৰাজত্ব কৰিছিল। পশ্চিমে ফুলবাৰী (গাৰোপাহাৰৰ অন্তৰ্গত) আৰু পূবে ৰাণী বেলতলালৈ বৰ্তমান মেঘালয়ৰ উত্তৰ পাদদেশ —

ব্ৰহ্মপুত্ৰ উপত্যকা সমুদায় ৰাভা অধ্যুষিত বৃহৎ ভূ-খণ্ডটোকে বৰ্তমান 'ৰাভা হাছং' ৰূপে দাবী কৰা হৈছে। এইটো প্ৰতীয়মান যে ব্ৰহ্মপুত্ৰৰ দক্ষিণ ভাগৰ সমতল ভাগ ভৰলু নৈৰ উপত্যকাৰ পৰা কুলুং বা হাঁহিম নদী, পেটাভোকলা নদী, দুধনৈ, কৃষ্ণাই, জিনাৰী, জিঞ্জিৰাম নদীসমূহৰ উপত্যকা ভূমি আৰু সুবিশাল দক্ষিণ কুলৰ অন্তৰ্গত।*৬

এই বিৱৰণীত যি অঞ্চল ৰেখাংকৃত কৰা হৈছে সেইটো অৱশ্যে পেৰেৰা নাইবা মাৰ্টিনৰ বিৱৰণীত ব্যক্ত অঞ্চলত অন্তৰ্ভুক্ত হোৱা নাই। কাৰণ সমুদায় কোচ ৰাজ্যই আছিল কোচা বা কোচ ৰাভাসকলৰ পূৰ্ণাংগ সাম্ৰাজ্য। এই সাম্ৰাজ্য কৰতোৱা নৈলৈকে বিস্তৃত আৰু আহোম ৰাজ্য, মণিপুৰ ৰাজ্য, খাছীয়া ৰাজ্য, ত্ৰিপুৰা ৰাজ্যলৈকে আৰু গৌৰৰ নবাবৰ ৰাজ্য বা মোগল ৰাজলৈকে সুবিস্তৃত আছিল।

অৱশ্যে আমি সদ্যহতে প্ৰকৃত ৰাভা জনজাতিৰ বসতিপ্ৰধান ঠাইসমূহকহে ইয়াত চিনাক্ত কৰিবলৈ প্ৰয়াস কৰিলো ঃ বৰ্তমান ৰাভাসকলৰ প্ৰণালীবদ্ধ শাখাসমূহ হৈছে ঃ (১) ৰংদানী, (২) মায়তৰী, (৩) কোচা, ছঙা, কোচ, (৪) পাতি ৰাভা, (৫) দাহুৰী, (৬) বিতলীয়া, (৭) টোটলা (৮) হানা, (৯) হালোৱা। কোনো কোনোৱে মদাহীসকলোকো ৰাভাৰ শাখাৰূপে চিনাক্ত কৰিছে। (বকো বনগাঁও ৰাভা জাতীয় পৰিষদৰ ২০০১ মুখপত্ৰৰ প্ৰবন্ধ ৰাভা বুৰঞ্জীৰ আভা— ড° জিতেন দাস)

ওপৰোক্ত শাখাসমূহৰ আধাৰত তলত তেওঁলোকৰ বাসস্থানসমূহৰ উল্লেখ কৰা হ'ল ঃ-

(১) **ৰংদানী ৰাভা ঃ** গোৱালপাৰা জিলাৰ দক্ষিণ-পশ্চিমাঞ্চল, বলদমাৰী, ভৈছখুলি, কুৰুৱাভাষা, বৰদামাল, ভালুকডুবী, ৰামপুৰ, দ্বাৰকা, গজাপাৰা, মালাধৰা, বামুদাঙা, দেপালচুং, বালাচাৰী, মাঘো, বায়দা, ছাতাবাৰী. পাণাডোবা, ছিগ্ৰি, জয়ৰামকুছি ইত্যাদি। এইবোৰ অবিভক্ত বালিজানা আৰু লক্ষীপুৰ ৰাজহ চক্ৰৰ অন্তৰ্গত।

ইয়াৰোপৰি মেঘালয়ৰ উত্তৰ-পশ্চিমাঞ্চলৰ মাণিকগঞ্জ, বাৰালি, জেৰডোবা, ফেডাৰডোবা, বৰবাখাৰা, পাগুৱাপাৰা, খোখাপাৰা, বেলগুৰি, ফটামাটি, ৰংদানী ৰাভাৰ বাসভূমি।

(২) **মায়তৰী ৰাভা ঃ** গোৱালপাৰা জিলাৰ দাৰিডুৰি, মাকৰী, পাণিছালি, চৈবাৰী আৰু গাৰোহিলছৰ পাহাম-ফুলবাৰী, হালাইডাঙা, টিক্ৰিকিল্লা, নাগৰগাঁও, চামগুৰি, ওদালগুৰি প্ৰভৃতি গাঁওবোৰত মায়তৰীসকলৰ দৃং-হাছং বা বসতিস্থল।





(৩) কোচা /কোচ / ছঙ্গা ঃ এওঁলোকৰ বাসস্থান বিশেষভাৱে ব্ৰহ্মপুত্ৰৰ উত্তৰ ভাগত বিস্তৃত। কোকৰাঝাৰ জিলাৰ (বৰ্তমান বি টি এ ডি)ৰ অন্তৰ্গত বাসুগাঁও, কলবাৰী, ছিদলী, ইছলামপুৰ, মাগুৰমাৰী, পৰ্বতজোৱাৰ বৰশীঝৰা আৰু ধুবুৰী জিলাৰ দেৱীতলা, কাজীগাঁও, গৌৰীপুৰ অঞ্চলত কোচা ৰাভাৰ মূল বাসভূমি। পশ্চিমবংগৰ, শিলিগুৰি জলপাইগুৰি, কোচবিহাৰ, দাৰ্জিলিং আদিৰ ভিতৰুৱা গাঁওসমূহত কোচাসকলৰ আদি বাসস্থান।

(৪) পাতিৰাভা ঃ সাধাৰণতে পাতিৰাভা অসমৰ প্ৰায়বোৰ জিলাতে বাস কৰে। ঘাইকৈ গোৱালপাৰা জিলাৰ— দুধনৈ-ধুপধৰা অঞ্চল, কামৰূপ জিলাৰ সৰ্বত্ৰ, নগাঁও জিলাৰ চামগুৰি, লখিমপুৰ জিলাৰ চিলাপথাৰ বা অন্যান্য অঞ্চলত পাতি ৰাভাৰ বাসস্থান। জনসংখ্যাতো এওঁলোক সৰহ। পাতিৰাভাসকল থলুৱা অসমীয়া ভাষী। ৰাভাসকলৰ ভিতৰত পাতিৰাভাসকলেই শিক্ষাত আগবঢ়া আৰু সুপ্ৰতিষ্ঠিত।

(৫) দাহুৰী ৰাভা ঃ দাহুৰী ৰাভাসকল বঙাইগাঁও জিলাৰ কাকৰাগাঁও, বিজনী, খগৰপুৰ, উত্তৰ শালমাৰা, অভয়াপুৰী, শংকৰঘোলা, কয়া কুজিয়া অঞ্চল আৰু গোৱালপাৰা জিলাৰ ছোটমাটিয়া, বেল্ডেংপাৰা, শোলমাৰী কল্যাণপুৰ, আমতলা, বামুণদাঙা অঞ্চলত বসবাস কৰে।

(৬) বিতলীয়া ৰাভা ঃ ফ্ৰেণ্ড পেৰেৰা চাহাবে স্পষ্ট উল্লেখ কৰিছে "The Bitolias in the Kamrup District" অঞ্চলত বাস কৰে। আমি নিজে জনাত গোৱালপাৰা জিলাৰ দহিকটা, বলদমাৰী, মৰনৈ মাটিয়া, দুধনৈ খাৰা আদি অঞ্চলত বসবাস কৰে।

(৭) হানা ৰাভা ঃ কামৰূপ জিলাৰ বকো ছয়গাঁও ছানডুবি, লোহাৰঘাট আদি অঞ্চলত হানা ৰাভাসকল বসবাস কৰে। 'যিসকল ৰাভাই অসমীয়া ৰাভা গীতেৰে ঘোঁৰা নচুৱায় (আচলতে লাভাদেওৰ ঘোঁৰা) তেওঁলোকেই হানা ৰাভা।

(৮) টোটলা ৰাভা ঃ কামৰূপৰ নাওকাটা, নলবাৰীৰ তামুলপুৰ, দৰং জিলাৰ কলাইগাঁও, ইয়াৰউপৰি টংলা, বৰমা, ওদালগুৰি, মেচকাপুখুৰী ইত্যাদি অঞ্চলত টোটলা ৰাভাসকলে বসবাস কৰে। এসময়ত টোটলা ৰাভাসকল হেনো পিছপৰা আছিল। *৭ এওঁলোক এতিয়া শিক্ষাত যথেষ্ট আগবাঢ়িছে আৰু এওঁলোকো পাতি ৰাভাৰ দৰে অসমীয়া ভাষী। শোণিতপুৰ জিলাত আৰু দৰং কামৰূপত এওঁলোকৰ ঘাই বাসস্থান।

(৯) হালোৱা ৰাভা ঃ ৰাভাসকলৰ এই হালোৱা ৰাভা শ্ৰেণীৰ সৈতে আন

ৰাভাসকলৰ বিশেষ চিনাকি হোৱা নাই। বৰ্তমান অৱশ্যে অধিক চিনাকিলৈ আহিছে। মূলতে এওঁলোক লক্ষীপুৰ চহৰৰ ঘাই জনজাতি বাসিন্দা আৰু খিলঞ্জীয়া। যিহেতু মেছপাৰা ইষ্টেটৰ যিসকল ভূস্বামী বা জমিদাৰ আছিল, এই হালোৱা ৰাভাসকলক কৃষি উদ্যানৰ কামত (বাগানা বুলি কয়) খটুৱাইছিল। যেতিয়া জমিদাৰী প্ৰথা মাটিৰ চিলিং আইন (Land Ceiling Act) আৰু ৰাজকীয় ভাত্তা উচ্ছেদ আইন (Abolition of Privy purse Act. 1971) বলবৎ হ'ল, তেতিয়াৰ পৰা বা তাৰ কিছু পূৰ্বৰ পৰাই এই ৰাভাসকলৰ অৱস্থা শোচনীয় হৈ পৰে। এওঁলোকে চুলাই মদ আৰু হাঁহ-কুকুৰা আৰু গাহৰি পোহপাল দি জীৱন নিৰ্বাহ কৰিবলৈ লয়। বৰ্তমান এওঁলোকে শিক্ষাত আৰু ব্যৱসায়ত আত্মনিয়োগ কৰিবলৈ প্ৰয়াস কৰিছে যদিও আৱশ্যক মতে আগবাঢ়িব পৰা নাই। বৰ্তমান ৰাভাসকলৰ বিভিন্ন ফৈদৰ ভিতৰত এতিয়ালৈকে অতি পিছপৰা ৰূপে পৰিগণিত হৈ আছে। (চৰজমিন তদন্ত আৰু গৱেষণা আৱশ্যক)।

বৰ্তমান ৰাভাসকল ভৌগোলিক বিভক্তিত পূৰ্ণভাৱে ক্ষতিগ্ৰস্ত জাতি। কালৰ কুটিল গতিত ৰাভাসকলৰ 'হৰিণৰ মাংসই বৈৰী' হোৱাৰ দৰে নিজৰ ভিতৰত নানান বিভক্তি আহে। এই বিভক্তিবিলাকৰ ভিতৰত ধৰ্মান্তৰ এক প্ৰধান কাৰণ। কোচ ৰজাসকলৰ বিশ্ব সিংহ, শিৱ সিংহ, সম্ৰাটতুল্য নৰানাৰায়ণ, চিলাৰায় (শুক্লধ্বজ মল্লধ্বজ) ৰাজ ৰাজত্বৰ যুগৰ পৰাই ধৰ্মান্তৰ হৈ কোচা বা ৰাভা নাথাকিল। তেওঁলোক আৰ্য ৰজা ৰূপে নিজকে প্ৰতিষ্ঠা কৰি গ'ল। ৰজাসকলৰ প্ৰজাসকলেও অনাৰ্যৰ পৰা আৰ্যান্বিত হৈ সিংহ, ৰায়, বৰ্মনদেৱ, অধিকাৰী চৌধুৰী আদি ভূষণেৰে বিভূষিত হৈ উচ্চ শ্ৰেণীৰ সৃষ্টি হ'ল। বুকাননে লিখি থৈ গৈছে, "মেছপাৰা ইষ্টেট জমিদাৰৰ বংশৰ পূৰ্বপুৰুষজন ৰাভা আছিল। খানাকমল বা কমল লোচন গোবৰ ভূতৰ পুত্ৰ আছিল।' পৃথিৰাজ উচ্চতৰ আৰু বহুমুখী বিদ্যালয় গোৱালপাৰা, ভোলনাথ মহাবিদ্যালয় ধুবুৰী আদি তেওঁলোকৰ শিক্ষা পৃষ্ঠপোষকতাৰ নিদৰ্শন। চৌধুৰী বংশৰূপে প্ৰতিষ্ঠিত মেছপাৰা ইষ্টেটৰ জমিদাৰ সামন্তক আমি কেতিয়াও ৰাভাৰূপে দাবী কৰিব নোৱাৰো। সেইদৰে অন্যান্য ৰাজ্যসমূহ যেনে বকো, বগে ডিমৰুৱা, ৰংজুলি আদিৰ ৰজাসকলো ৰাজবংশী হিচাপেহে প্ৰতিষ্ঠা কৰি সিং, সিংহ উপাধিধাৰী হৈ পৰিল। *৮ আনহাতে, মেঘালয় অসমৰ বিভক্তিৰ ফলত দক্ষিণ কুলৰ অনেক ৰাভা জনপদ মেঘালয়ভুক্ত হৈ — ফুলবাৰী, পাহাম, হালাইদাটা, নাগৰগাঁও, টিক্ৰিকিল্লা, ওদালগুৰি, চামগুৰি, ফটামাটি, নাগুৱাপাৰা, বেলগুৰি, বৰবাখাৰা, কেডোৰ, ৰিছু-বেলাপাৰা, মেন্দি মানিকগঞ্জ দামাচ, দাইনাডুবি আদি বিশাল এলেকা ৰাভা অধ্যুষিত মানচিত্ৰৰ পৰা





বিচ্ছিন্ন হ'ল। এতিয়া মুঠ ৭৭৯খন ৰাজহ গাঁও লৈ কামৰূপ গোৱালপাৰাত ৰাভা বসবাস অঞ্চল— ৰাভা হাছং স্বায়ত্ত শাসিত পৰিষদৰ অন্তৰ্ভুক্তিৰে তদৰ্থ পৰিষদ গঠিত হৈছে। কিন্তু সংবিধানৰ ষষ্ঠ অনুসূচী প্ৰয়োগ নোহোৱাকৈ এই খিলঞ্জীয়া জনজাতিৰ বাসভূমি স্থাপনৰ প্ৰয়াস চলিছে। ই অতি পৰিতাপৰ কথা।

**(গ) ৰাভা ভাষা-সাহিত্য** ঃ ৰাভা ভাষা বৰ্তমান অতি কম পৰিসৰত বৰ্তি আছে। ওপৰত উল্লেখিত ৯-১০ টা উপঠালৰ মাজত মাথোন ৰংদানীয়া, মায়তৰীয়া আৰু কোচা-ৰাভাসকলেহে নিজ নিজ মাতৃভাষাত (Vernaculars) কথা পাতে আৰু এই তিনি শাখাৰ দ্বাৰাইহে বৰ্তমান সমুদায় ৰাভা জাতিৰ 'ৰাভা ভাষা' মান্য ভাষা ৰূপে প্ৰৱৰ্তিত। ড° জিতেন দাস ডাঙৰীয়াই ৰাভা ভাষা সম্পৰ্কত মত দাঙি ধৰি কৈছে।

**(১) বিষ্ণু ৰাভাই লিখিছে**— 'ৰাভা জাতিৰ নাম বহুতে জানে কিন্তু কমেহে বুজে জাতিটোক।' লগতে জলপাইগুৰি, দাৰ্জিলিং জিলাকেইখন আৰু নেপালৰ পূৰ্বাংশৰ ৰাভাসকলে নিজকে কোচ বা কোচা পৰিচয় দিয়ে। ৰাভাৰ বিষয়ে নজনাৰ কাৰণে ৰাভা আৰু (কোচাক বেলেগ বুলি ভাবে। কোচা বা কোচেই আচল কোচ— যি জাতিৰ নিজা ভাষা আছে। সেই ভাষাই ৰাভা ভাষাও।'*৯

(২) এইখিনিতে বেণুধৰ শৰ্মাৰ কথা এষাৰো খাজি থ'ব পাৰি— 'ধৰ্ম আৰু ভাষাৰ ফাললৈ চালে, মাৰ্টিনৰ মতে, 'ৰাভা আৰু পানী কোচৰ মাজত বহুত সাদৃশ্য থকা দেখা যায়। কোচ ৰজা বিশ্বসিংহ ৰজা হোৱাৰ আগতে কোচ বা ৰাজবংশীৰ যিটো ভাষা আছিল ৰাভাৰো সেই একে ভাষাই।' (বিশ্বসিংহৰ ৰাজত্ব কাল (১৫১৫-১৫৪০খ্ৰীঃ)।*১০

আজিৰ কোচা, ৰংদানী আৰু মায়তবী ৰাভাসকলৰ মাতৃভাষাই 'ৰাভা ভাষা', যি ভাষা ১৯৬৮ ইং শিক্ষাবৰ্ষত অসমৰ ৫০শতাংশ ৰাভা ছাত্ৰ-ছাত্ৰী থকা প্ৰাথমিক বিদ্যালয়সমূহত বিষয় ভাষা হিচাপে প্ৰৱৰ্তিত হৈছে।

১৯৭৩ ইং বৰ্ষত প্ৰতিষ্ঠা কৰা 'বেবাক ৰাভা ক্ৰৌৰাং কুঙ্গুম' অৰ্থাৎ ৰাভা সাহিত্য সভা (All Rabha Sahitya Sobha) যোগেদি বৰ্তমান এই ভাষা বিকাশ আৰু প্ৰচলনৰ বাবে প্ৰয়াস চলাই থকা হৈছে। ১৯৮৮ ইং শিক্ষাবৰ্ষত পূৰ্বে উল্লেখিত ধৰণে ৭০জনখন ৰাভা বিষয় শিক্ষক নিযুক্তিৰ মাজেৰে শুভাৰম্ভ কৰা হৈছে। কিন্তু আপাতদৃষ্টিত ইয়াৰ প্ৰগতি সন্তোষজনকভাৱে হোৱা নাই।

ৰাভা ভাষা-সাহিত্যৰ দিশত যদি আমি অৱলোকন কৰো তেনেহ'লে বাস্তৱিক ৰূপে ভাষা-সাহিত্য তেনেই চালুকীয়াভাৱে চলি আছে। যদি অসমীয়া ভাষা-সাহিত্যৰ সৃষ্টিশীলতাৰে চাওঁ তেনেহ'লে ৰাভা লেখকৰ সাহিত্যই

(পুথিপুঞ্জই) অসমীয়া সাহিত্যত বিভিন্ন প্রকাৰে (গ্রন্থ-প্রবন্ধ আদিৰে) যথেষ্ট অৰিহণা যোগাবলৈ সক্ষম হৈছে। উদাহৰণ স্বৰূপে কলাগুৰু বিষ্ণু প্রসাদ ৰাভা লিখিত গ্রন্থৰাজি, ৰাজেন ৰাভা, ৰাজেন পাম, গণপতি পাম, মণি ৰাভা, ড° উপেন হাকাচাম, ড° মলিনা দেৱী ৰাভা আদিৰ প্ৰণীত অমূল্য গ্রন্থৰাজিয়ে অসমীয়া সাহিত্যলৈ শকত বৰঙণি দিছে।

আলোচ্য বিষয়ত ৰাভাসকলৰ ৰাভা-ভাষা সাহিত্যলৈ অৰিহণা আগবঢ়োৱা বৰেণ্য লেখকসকলৰ বিষয়ে জানিবলৈ চেষ্টা কৰা হ'ল।

উল্লেখযোগ্য যে সাম্প্রতিক সময়ত ৰাভা ভাষা-সাহিত্য সম্পৰ্কে ড° উপেন ৰাভা হাকাচাম আৰু ড° মলিনা দেৱী ৰাভা উভয়ে 'ৰাভা ভাষা-সাহিত্য' আৰু 'ৰাভা সাহিত্যৰ বুৰঞ্জী' নামকৰণেৰে যথাক্রমে 'ৰাভা ভাষা সাহিত্য'ৰ মূল্যায়ন কৰিবলৈ চেষ্টা কৰিছে। সেইমতে তেওঁলোকে ৰাভা মৌখিক সাহিত্যৰ পৰা আৰম্ভ কৰি প্রাক-চাম্পায়, চাম্পায় আৰু উত্তৰ চাম্পায় যুগ আৰু পৰৱৰ্তীচোৱা আধুনিক যুগ হিচাপে ৰেখাংকিত কৰি ৰাভা সাহিত্যৰ প্ৰণালীবদ্ধ মূল্যায়নৰ প্ৰয়াস কৰিছে। তদনুযায়ী প্ৰাৰম্ভিক বা উদ্ভৱকালীন যুগ আৰম্ভণিৰ পৰা ১৯১১ চনলৈ; মধ্যযুগ ১৯১২ খৃঃৰ পৰা ১৯৫০ খৃঃলৈ; প্ৰাক চাম্পায় স্তৰ (১৯৫০-১৯৭৭লৈ) চাম্পায় স্তৰ ১৯৭৮-১৯৮২লৈ আৰু উত্তৰ চাম্পায়া স্তৰ ১৯৮৩-১৯৯৬লৈ। বৰ্তমান ১৯৯৭ খৃঃৰ পৰা সাম্প্রতিক পৰ্যায়লৈ আধুনিক যুগৰূপে চলি আছে।*[১১] অৱশ্যে এই স্তৰসমূহ তেতিয়াৰ ৰাভা ভাষাৰ প্ৰথম আলোচনী 'চাম্পায়'ক কেন্দ্ৰৰূপে প্ৰয়োগ কৰি এই স্তৰ বা যুগসমূহ আলোচনাৰ সুবিধাৰ বাবে ভাগ কৰি দেখুওৱা হৈছে।

কিন্তু থাউকতে জনাৰ বাবে মই তলত অনুসূচিত মতেহে 'ৰাভা ভাষা-সাহিত্য'ৰ বিকাশৰ ধাৰা উল্লেখ কৰিবলৈ প্ৰয়াস কৰিলো ঃ

**প্ৰাচীন ধাৰা ঃ** (১) 1876 A.D. ww Hunier. Statistical Accounts of the District of Jalpaiguri- ৰাভা ভাষা সম্পৰ্কীয় আভাস।

(২) 1880 A.D. GH Donant : Notes on the Locality and Population of the tribes dwelling between the Brahmaputra and Ningthi Rivers. (JRA) Vol. XII. PP 223-225)। ২২ টা মায়তৰী শব্দৰ তালিকা আৰু ৰাভা ভাষাৰ বিৱৰণ।

(৩) 1900 AD- Rev. AF Stephen- 'The prodigal sen. ৰংদানী উপভাষাৰ ৰূপ LSI উদ্ধৃত।

(৪) J.D. Anderson- ৰাভা আৰু বড়ো শব্দৰ তুলনামূলক টোকা।





(৫) 1903 AD GA Grierson. LSI Vol. III pt II সুপ্ৰথিত ৰাভা ভাষাৰ বিৱৰণ।

(৬) 1909 AD. British and Foreign Bible Societyৰ প্ৰকাশিত মাৰ্কিনি নেমা সাইকাই।

(৭) 1909 AD Playfairৰ The Garos ৰাভা-গাৰো ভাষাৰ সম্পৰ্ক দেখুওৱা শব্দৰ তালিকা।

(৮) 1911 AD. Freing Parairraৰ Census of Assam অংশ The Rabhas in the census of Assam.ত থকা 'ৰাভা ভাষাৰ বিৱৰণ'।

(৯) 1911 AD. Endleৰ দ্বাৰা ৰচিত The Kacharies গ্ৰন্থত ৰাভা ভাষাৰ বিৱৰণ আৰু শব্দ তালিকা।

**মধ্য ধাৰা ঃ**

(১) ১৯২৬ খৃঃ পূৰ্ণ চন্দ্ৰ কোচ- 'পেনেম লামোন দাম'

(২) ১৯৪৮ খৃঃ ৰাজেন ৰংখৰ জিব্ৰাও ওৰগি (ৰাভা কথা ভাগ তেকাং)।

(৩) আঘোৰ বাঠো ঃ ৰাভা ভাষা ১৯৫০ খৃঃ।

(৪) ১৯৫৭ খৃঃ দদান বীৰ অংকীয়া নাটক ঃ প্ৰসন্ন পাম।

(৫) ১৯৬০ খৃঃ কাচা নলাৰ মৌ সৰা সুৰ (প্ৰথম সংস্কৰণ) ৰাজেন নাম (গীত সংকলন)।

(৬) ১৯৫৮ খৃঃ কুঙিনি ৰাম্পাৰ পাকে ঃ প্ৰভাত ৰাভা

(৭) ১৯৫৯ খৃঃ অবিনাশ (কোচ ঃ আৰা হাছঙায়ি কোচা দাম ছিংচা।

(৮) 'বন্দনা চন্দনা' কাব্য-লক্ষী ফেনানা ১৯৫৯।

(৯) জাবেদবীৰ- পাঁচ অংকীয়া নাটক ঃ বীনেশ্বৰ কুমাৰ সন্তোক ঃ ১৯৬০।

(১০) হাচুইনি খুৰাং ; কবিতা সংকলন - খগেন হাটো ১৯৬৬।

(১১) ৰাভা ভাষা-শিক্ষাৰ প্ৰণালী ঃ মণি ৰাভা ঃ ১৯৭০।

(১২) ৰাভা জাতিৰ ইতিবৃত্ত (প্ৰবন্ধ মালা) - যোগেন বাঠো। ১৯৫৬।

(১৩) The Ethnic Affinities of the Rabhas; গৱেষণা গ্ৰন্থ ঃ ড° ভুবন মোহন দাস ১৯৬০।

(১৪) হাছং তাকৌ - দুখেশ্বৰ কোচ ১৯৭৫।

(১৫) হাতাক্ঙি- পূজাৰু ৰাভা (আখ্যান) ১৯৭৭।

(১৬) পিৰ বায়নি ক্ৰৌৰাং - মণি ৰাভা ১৯৭৭।

(১৭) গোদা ৰসং - মুগাবৰণ - ৰঙাগ - ১৯৭৭।

(১৮) পেনেম লাম- ৰাভা বেপ্টিষ্ট চাৰ্চ ইউনিয়ন ১৯৬০।

(১৯) ফাইনাং পড়াইঙা ঃ The Christian Literature Centre 1970.

(২০) চকোত বাম্থাই - The Christian Literture Cenire- 1971

(২১) চায়ছাত্ৰা আনথাম - লিপ্তি ৰাভা ৰংখ ১৯৭১।

**আধুনিক ধাৰা ঃ**

(১) হুৰছায় হুৰছায় - লিপ্তি ৰাভা ৰংখ ১৯৮১।

(২) শিল্পী প্ৰসন্ন পামৰ গীত ঃ সংকলক ঃ প্ৰকাশ ৰাভা, ভৰেন ৰাভা ১৯৮১

(৩) আঙি খুৰাং আঙি চায় ঃ গণপতি পাম ঃ ১৯৭৯

(৪) ৰাভা জনজাতিৰ অন্তৰ্ভুক্ত ৰাভা শব্দমালা ঃ ৰাজেন ৰাভা ১৯৮২.

(৫) ১৯৭৩ স্থাপিত BRKR (ৰাভা সাহিত্য সভা) প্ৰথম-চতুৰ্থ মান পড়াঙি ১৯৮২.

(৬) ১৯৮২ স্থাপিত, ৰাভা ভাষা পৰিষদ দুধনৈ ৰাভা-ভাষা প্ৰচাৰ পৰীক্ষা কেন্দ্ৰ স্থাপন আৰু ৰাভা ব্যাকৰণ প্ৰথম দ্বিতীয় খণ্ড, ছ'কদিমবায় প্ৰথম -দ্বিতীয় ৰাভা শব্দ পুথি আদিৰ প্ৰকাশ।

(৭) পাৰ ঝাম্পুৰ ঃ কবিতা সংকলন ঃ ৰাভা ভাষা পৰিষদ ১৯৮২.

(৮) সতী দ্যুমুৰ্চ্চি - (নাটিকা) উপেন ৰাভা হাকাচাম ১৯৮৭

(৯) আঙি চায় ই নাং - পৰীক্ষিত ৰাভা ১৯৮৮

(১০) মাপাকায়নি চায় - পৰীক্ষিত ৰাভা ১৯৯১

(১১) ছ'কদিমবায় ঃ তৃতীয় ভাগ ৰাভা ভাষা পৰিষদ

(১২) BRKR চাগ্ পিদাম প্ৰথম ভাগ (লিপ্তি ৰাভা / প্ৰকাশ ৰাভা) পাঠ্যপুথি ১৯৮৮

(১৩) BRKR চাগ দ্বিতীয় ভাগ পাঠ্যপুথি ১৯৯০

(১৪) ছিগিনি ৰাম ঃ দামৰা কেথলিক গীৰ্জা ১৯৮৪.

(১৫) Scokai-Baraikai Pithar Buli Seokai Niam St. Maiched's Church. (ৰোমান লিপিত ৰাভা ভাষাত লিখা পুথি।

(১৬) কৃষ্টি চিঙি - ফুৰপণ ৰাভা ১৯৮৪ আদি।

**সাম্প্ৰতিক ধাৰা ঃ**

(১) ৰাভা ভাষা আৰু সাহিত্য - উপেন ৰাভা হাকাচাম - ১৯৯৭। ভাষা সাহিত্য সম্পৰ্কীয় প্ৰথম সমালোচনা গ্ৰন্থ।





(২) ৰংগি'ৰ পৰশুৰাম - (নাটক) উপেন ৰাভা হাকাচাম - ১৯৯৮

(৩) খি'ছি'ম ব্ৰি'প পাৰ - চাৰুমোহন ৰাভা ১৯৯৭

(৪) ৰাভা বীৰ দ'দান - মাৰুক্ষেত্ৰী। চাৰুমোহন ৰাভা- ১৯৯৭.

(৫) গপছানি গাংখয় ঃ ৰাভা অধ্যয়ন চক্ৰ দুধনৈ ১৯৯৮.

(৬) সময়ৰ উত্তাপত অভিযাত্ৰী কৱিতাৰ গাঁথা ঃ প্ৰণীতা ৰাভা

(৭) ৰাভা জনজাতিৰ চমু ইতিহাস ঃ ধনঞ্জয় ৰাভা ১৯৯৮

(৮) খুৰাংনালা ইংৰাজীত লিখা ৰাভা ভাষাৰ অভিধান। ডনবস্ক' খৃষ্টান মিচন - গাজাপাৰা।

দৰাচলতে ১৯৫৫ ইং চনৰ পৰা ৰাভা ভাষা-সাহিত্যৰ ৰাভা ভাষা সাহিত্যৰ নৱ- জাগৰণ হোৱা বুলি চিহ্নিত কৰিব পাৰি। এই সময়ৰ (১৯৫৫) পৰা ১৯৮০ চনলৈ ৰাভা কৃষ্টি নৃত্য আৰু নাট্যাভিনয়ৰ আন্দোলন গঢ়ি উঠে। কেইজনমান স্বনামধন্য নাট্যকাৰ ৰাইজৰ মাজত জনপ্ৰিয় হৈ পৰে। এইসকলৰ ভিতৰত কৃষ্টি গীত-নৃত্যৰ বাবে ৰাজেন পাম, নাট্যাভিনয়ৰ বাবে প্ৰসন্ন পাম, গণপতি পাম, বীণেশ্বৰ কুমাৰ সন্তোক, ফৰসিং বাঠৌ, কংগ্ৰেছ ৰাভা, হৰেশ্বৰ ৰাভা আদি শিল্পীসকল। পৰৱৰ্তী কালত প্ৰকাশ ৰাভা, নিপ্ট মোহন বাকচোকা, অনিল ৰাভা, লেপচৰণ ৰাভা, উপেন ৰাভা হাকাচাম, নৰেন ৰাভা হাকাচামসকলে নাট্যকাৰ হিচাপে জনপ্ৰিয়তা লাভ কৰে।

আনহাতে বিভিন্ন সময়ত প্ৰকাশ হোৱা বিভিন্ন স্মৃতিগ্ৰন্থ আৰু আলোচনী আদিয়ে ৰাভা ভাষা বিকাশৰ ক্ষেত্ৰত এক শক্তিশালী অনুপ্ৰেৰণা আৰু অৰিহণা যোগাই আহিছে ঃ-

এইবোৰ ঃ

(১) ঝংকাৰ (ৰাভা কৃষ্টি সংঘৰ মুখপত্ৰ) সম্পাদক - গণপতি পামি।

(২) জাতিনিখুৰাং — সম্পাদক- প্ৰকাশ ৰাভা।

(৩) চাম্পায়— প্ৰথম, চতুৰ্থ সংখ্যালৈ — আলোচনী সম্পাদক— লিপ্তি ৰাভা ৰংখ

(৪) ছান নাৰি— দুধনৈ পশ্চিমাঞ্চল ৰাভা সমাজৰ মুখপত্ৰ।

(৫) দুধনৈ পূৰ্বাঞ্চল ৰাভা সমাজৰ স্মৃতিগ্ৰন্থ আৰু সাময়িক সংকলনসমূহ যেনে - মহীৰূহ, বিষ্ণুপ্ৰসাদ ৰাভা ইত্যাদি অমূল্য পুথিসমূহ।

(৬) মেছপাৰা মধ্যাঞ্চল ৰাভা সমাজৰ মুখপত্ৰ - হাছঙি খুৰাং

(৭) মেছপাৰা পূৰ্বাঞ্চল ৰাভা সমাজৰ স্মৃতিগ্ৰন্থ।

(৮) বিভিন্ন জামাত সমাজৰ স্মৃতিগ্ৰন্থ সমূহ।

ৰাভা সাহিত্য সভাৰ যথেষ্টসংখ্যক প্ৰকাশিত পাঠ্যপুথি বা পুথিসমূহ,

নিখিল ৰাভা ছাত্ৰ সন্থাৰ মূল সন্মিলনৰ স্মৃতিগ্ৰন্থ, আঞ্চলিক সমিতিৰ স্মৃতিগ্ৰন্থসমূহ ইত্যাদি।

ৰাভা মহিলা সমিতিৰ বিভিন্ন সন্মিলনৰ আলোচনী।

নিখিল ষষ্ঠ অনুসূচী দাবী সমিতিৰ বিভিন্ন সন্মিলনৰ স্মৃতিগ্ৰন্থ যেনে ছুংখাম আদিৰ দৰে মূল্যৱান আলোচনী।

তেনেদৰে ৰাভা জাতীয় পৰিষদৰ বিভিন্ন সন্মিলনৰ মুখপত্ৰৰাজি, আঞ্চলিক পৰিষদৰ সন্মিলনৰ স্মৃতিগ্ৰন্থ আদি।

আন নহ'লেও স্মৃতি গ্ৰন্থ আৰু মুখপত্ৰই গোটেই ৰাভা-ভাষা আৰু সাহিত্যৰ প্ৰতিনিধিত্ব সাৰ্বিকভাৱে বহন কৰিবলৈ সক্ষম হৈছে।

মেঘালয়ৰ সদৌ ৰাভা সেৱা সংঘৰ স্মৃতিগ্ৰন্থৰাজিও তেনেকৈ মেঘালয়ৰ ৰাভা ভাষা আৰু সাহিত্যৰ একো একোটা বলিষ্ঠ নিদৰ্শন।

একেদৰে কোচাসকলৰ সমাজসমূহৰ বিভিন্ন সন্মিলনৰ এনে স্মৃতিগ্ৰন্থই ৰাভা ভাষা আৰু ৰাভা সাহিত্য বিকাশৰ গুৰুদায়িত্ব বহন কৰিছে।

এতিয়া আজিৰ এক বিংশতিতম শতিকাৰ আমাৰ ৰাভাসকলে— সি যিমানেই যি নকৰক লাগে প্ৰণালীবদ্ধভাৱে এই গ্ৰন্থৰাজিক সংগ্ৰহ কৰি সেইবোৰ অতি দৃঢ়ভাৱে অধ্যয়ন কৰি ভাষাৰ বৰ্তমান প্ৰবাহক অধিক গতিশীল কৰা প্ৰধান দায়িত্ব।

এনে কামৰ বাবে যিসকল উঠি অহা গৱেষকে আত্মনিয়োগ কৰি আহিছে তেওঁলোক আৰু অধিক ক্ৰিয়াশীল আৰু তৎপৰ হ'ব লাগিব। আন জাতিৰ তুলনাত আমি ভাষা-সাহিত্য চৰ্চা কৰিছো ঠিকেই, পূৰ্ণ দায়িত্বশীলভাৱে নহয়। ফলশ্ৰুতিত আন ভাষা-সাহিত্যৰ তুলনাত ৰাভাসকলৰ প্ৰথিতযশা গ্ৰন্থকাৰ, সমালোচক, গৱেষক পাববলৈ তেনেই তাকৰ।

নথকাৰ মাজতে হাতত ঢুকি পোৱাৰ দৰে, সৰ্বদিশৰ সৰ্বগুণৰ অধিকাৰী কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা জাতিৰ জ্যেষ্ঠজনক ৰূপে পাইছো। সেইদৰে আমাৰ নব্য গৱেষক মণ্ডলী, ড° হাকাচাম, ড° মলিনা দেৱী ৰাভা যেন বহুত গভীৰ দায়িত্ব কান্ধ পাতি ল'বলগীয়া আছে। তেওঁলোকৰ অনুজ গৱেষক মণ্ডলি, জীৱেশ্বৰ কোচ, ললিত চন্দ্ৰ ৰাভা আদিৰ দৰে নতুন চামো আৰু বেছি নতুন ক্ষেত্ৰৰ গৱেষণাত মনোনিবেশ অনিবাৰ্য হৈ পৰিছে।

কলা শিল্পৰ ক্ষেত্ৰত পাম ভাতৃসৰৰ ইহসংসাৰ ত্যাগৰ পিছত তেওঁলোকৰ কৃতবন্তিৰ পোহৰে যেন টিমিক-ঢামাক কৈহে ক্ষীণ পোহৰ বিলাই আছে। তাৰ





মাজতে উঠি অহা শিল্পী নাট্যকাৰ অভিনেতা শ্ৰীমান শুক্ৰাচাৰ্য ৰাভাই এইবেলি (২০১০-১১ বৰ্ষ)ৰ ভাৰত নাট্য একাডেমীৰ পৰা পুৰস্কাৰৰ বাবে নিৰ্বাচিত হৈছে আৰু এই কথা জানি নিশ্চয় এই দিশত নতুন শিল্পীসকলক অনুপ্ৰাণিত কৰিব।

**উপসংহাৰ ঃ** ৰাভা জাতি এক বহুধা বিভক্ত জাতি। এবাৰ কোনোবাই আমাক চিনাক্ত কৰে 'কিৰাট' বুলি, কোনোবাই মংগলীয়, কোনোবাই অসুৰ, কোনোবাই ৰাক্ষস বুলি। কিন্তু বহু ঘাত-প্ৰতিঘাতৰ মাজেদি 'ৰাভা' আমাৰ পৰিচিত জাতি। আমি কোনোবা কোচা, কোনোবা ৰংদানী, কোনোবা মায়তৰী, দাহুৰী, টেটলা, বিতলা, হানা-হালোৱা ইত্যাদি।

কিন্তু সময়ত উত্তীৰ্ণ ৰাভা নামৰ বহুধা শাখা বিভক্ত জাতিয়ে এতিয়া এক আৰু সংহতভাৱে 'ৰাভা' হৈ থাকিব পাৰিলে আমি অতীত সুঁৱৰি হাবাথুৰি খাব নালাগে। আমি তেতিয়া বলি ৰজাৰ বংশ, বানাসুৰৰ বংশ, চান্দ সদাগৰৰ বংশ, নৰনাৰায়ণ চিলাৰায়ৰ বংশ, ঘটোৎকোচৰ বংশ বুলি দাবী কৰিব নালাগে। অগ্নিকবি কমলা কান্ত ভট্টাচাৰ্যৰ কবিতাৰে—

'ইৰাণ 'বছেৰা' সন্তানৰ জ্ঞান
দিলাহে বিধাতা এই মাটিখান।

কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাই যি পথ দেখুৱালে— ৰাভাসকলে তেওঁৰ পথ অৱলম্বন কৰক। তেতিয়া 'ৰাভা জাতি' আৰু এক মহান জাতি হ'ব।

*১ *ৰাভা জাতিৰ চমু ইতিহাস, পাতনি পৃঃ ২ ঃ ৰাভা ধনঞ্জয়।*

*২ *"বাংলা ভাষাৰ সংগে তুলনা প্ৰসংগে কোচ-ৰাভা ভাষা'। ড° সাহা-ৰেৱতী মোহন।*

*৩ *হুজিৰ - শব্দাৰ্থ*

*চায় — গীত /সংগীত, মায়-ধান /সম্পদ*

*ব্ৰে ব্ৰে— বেৰবেৰ— প্ৰচুৰ/পৰিপূৰ্ণ /ভৰপূৰ*

*হাছং— দেশ/ৰাজ্য তোৱা-আছে।*

*চায়বীৰিয়ান— চাইবেৰিয়া,*

*মায়লহং বীৰিয়ান— মংগোলিয়া, দোৱা- হয় /আছে।*

*জীৰু— শীতল /শান্তিময়/সুশৃংখল*

*চায়না— চীন দেশ, বীৰে — ক্ৰমশঃ নামি*

*চিকা-বীৰে— নদী উপত্যকা। সম্ভৱ গংগা /ব্ৰহ্মপুত্ৰ উপত্যকা।*

*[৪] বকো-বনগাঁও আঞ্চলিক ৰাভা জাতীয় পৰিষদ স্মৰণিকা। সম্পাদক- ধীৰেন্দ্র চন্দ্ৰ ৰাভা, 'ৰাভা বুৰঞ্জীৰ আভা— ড° দাস জিতেন পৃ-৩২।

*[৫] ৰাভা জনজাতিৰ চমু ইতিহাস, পৃঃ ৩৯-৪০। ৰাভা ধনঞ্জয়।

*[৬] ৰাভা অধ্যুষিত দক্ষিণ কুলেই বৰ্তমান ৰাভা হাছং। লিষ্টি ৰংখ বংশ। ছুংখাম - Mouthpiece, Goalpara District- 6th Schodule 2009-2010. pp. 22-23.)

*[৭] ৰাভা বুৰঞ্জীৰ আভা, ড° জিতেন দাস। (বকো বনগাঁও ৰাভা জাতীয় পৰিষদৰ মুখপত্ৰ-২০০১)

*[৮] ছুংখাম- ২০১০¼

*[৯-১০] ৰাভা বুৰঞ্জীৰ আভা প্ৰবন্ধ — ড° জিতেন দাস

ব.ব.আ.ৰা. জাঃ পঃ স্মৰণিকা- পৃঃ ৩৩।

*[১১] ৰাভা সাহিত্যৰ বুৰঞ্জী— ড° মালিনা দেৱী ৰাভা, পৃষ্ঠা ৩২-৭৩)





# কাৰবি জনজাতি ঃ সমাজ-সংস্কৃতি

হাং মিজি হাঞ্চে

উত্তৰ-পূৰ্বাঞ্চলৰ আদিমতম জনগোষ্ঠীৰ অন্যতম কাৰবিসকল। তেওঁলোকেই পোনপ্ৰথমবাৰৰ বাবে পাটকাই আদি পাহাৰ পাৰহৈ পূবৰ পৰা উত্তৰ-পূৰ্বাঞ্চললৈ প্ৰব্ৰজন হৈছিল। এই কথা কলাগুৰু বিষ্ণু ৰাভাই প্ৰথমে "অসমীয়া সংস্কৃতি" নামৰ লেখাত প্ৰকাশ কৰিছিল। কাৰবিসকলৰ আদি বাসস্থান ক'ত তাক ঠাৱৰ কৰা টান। তথাপি তেওঁলোকৰ শাৰীৰিক গঠন, ভাষা, সংস্কৃতি অনুধাৱন কৰিলে কিছু অনুমান কৰিব পাৰি। এনে অনুমানক আৰু প্ৰত্যয়জনকভাৱে প্ৰতিষ্ঠা কৰে কাৰবিৰ মৌখিক বুৰঞ্জী "মুছেৰো কিহিৰ' আৰু পৰলোকৰ তত্ত্ব সমৃদ্ধ মৌখিক পুৰাণ "কাচাৰহে" য়ে।

**পৰিচয় ঃ** কাৰবিসকল যে, বৃহৎ মঙ্গোলীয় গোষ্ঠীৰ মানুহ তাত কাৰো দ্বিমত নাই। Col. Dalton, Edward Stack, Gorierson কে ধৰি ড° ফুকন চন্দ্ৰ ফাংচ'লৈকে সকলোৱে ইয়াত একমত। তেওঁলোকৰ আদি বাস্থান যে মধ্য এছিয়া হ'ব তাকো তেওঁলোকে অকাট্য যুক্তিৰ অৱতাৰণা কৰিছে। মৌখিক বুৰঞ্জী 'মুছেৰা কিহিৰ'ত উল্লেখ আছে যে কাৰবিসকল ছুম আৰু ছাঙৰ সন্তান। তেওঁলোকে পৃথিবীৰ নাভিমণ্ডল "লংলে আচেতে"ত বাস কৰিছিল। তাতেই তেওঁলোকে পৱিত্ৰ পাহাৰৰ ওপৰত নিজৰ ৰজাক প্ৰতিষ্ঠা কৰিছিল। সেই ভূখণ্ডত জি, আৰু হুৱাসকলে বাস কৰিছিল। কালক্ৰমত তাত বহুত জাতিৰ সমাগম হ'ল আৰু দৈনিক যুদ্ধ-বিগ্ৰহ হ'বলৈ ধৰিলে। কাৰবিসকলে সেই যুদ্ধত অংশগ্ৰহণ নকৰি পশ্চিমলৈ গুচি আহিল নতুন ভূমিৰ সন্ধানত।

এইখিনিতে দুটা কথা মন কৰিবলগীয়া আছে— "ছুম" হেম্ফুৰ অন্য নাম। 'ছাং' শব্দটোৱে স্ত্ৰীবাচক অৰ্থ কৰিছে। ইয়াৰ উদাহৰণ আজিও কন্যাৰ নামকৰণত বৰ্তি আছে। যেনে — ছাং এৎ, ছাংৰাই,কাছাম, ছাংমিৰ আদি। ইয়াত ছুম আৰু ছাং সমাৰ্থক আৰু পৰিপূৰক ৰূপেহে ব্যৱহাৰ হৈছে বুলিব পাৰি। একেটা সত্বাৰে পুৰুষ আৰু প্ৰকৃতি হিচাবে উপস্থাপন কৰিছে বুলি অনুমান কৰিব পাৰি। এনে

সত্তাৰ স্বীকৃতি শিৰ পুৰান, বাইবেল, কোৰান আদিয়েও কৰিছে। সেয়েহে ধৰ্মৰ উৎপত্তিস্থল হিচাবে বিবেচিত মধ্য এছিয়াতেই এই ধাৰণাৰ উদ্ভৱ হোৱা বুলি ধাৰণা কৰাৰ অৱকাশ আছে। আদিমতম পুৰুষ-প্ৰকৃতিৰ এনে বিশ্বাস কাৰবিৰ দৰে আদিমতম জনগোষ্ঠীৰ পৰাই বিকষিত হোৱা বুলি অনুমান কৰিলে বৰ ভুল নহ'ব যেন লাগে। এনে প্ৰকল্পৰ পৰা এই সিদ্ধান্তলৈ আহিব পাৰি যে কাৰবিসকল মধ্য এছিয়াত বাস কৰিছিল।

দ্বিতীয়টো মন কৰিবলগীয়া কথাটো হ'ল— পৃথিৱী নাভি "লংলে আচেতে"ৰ ধাৰণাটো। এই ধাৰণা বাইবেল আৰু "জেন আৰেস্তাড" পোৱা যায়। এই ধাৰণাসমূহ নিশ্চয় কাৰবিৰ দৰে আদিমতম জনগোষ্ঠী জ্ঞানৰ ভাণ্ডাৰৰ পৰাই আহৰণ কৰা হৈছে পৰৱৰ্তী কালত। অন্য এটা মন কৰিবলগীয়া কথা হ'ল— উক্ত মৌখিক বুৰঞ্জীত জি. আৰু হুৰা বুলি দুটা জনগোষ্ঠীৰ নাম উল্লেখ থকাটো এই জি আৰু হুৰাৰ উল্লেখ বাইবেলৰ "ওল্ড টেষ্টামেন" আছে। কিন্তু তাত উল্লেখ থকা 'জিহুৱা' আৰু কাৰবি মৌখিক বুৰঞ্জীত উল্লেখ থকা জি আৰু হুৰাৰ মাজত কিবা সম্পৰ্ক আছে নে কি তাৰ সবিশেষ অধ্যয়নৰ প্ৰয়োজন হৈছে।

যিকি নহওক এই "মুছেৰা"ৰ বহুতো ভাষ্য আছে। অঞ্চল বিশেষে ভাষ্যৰ সামান্য তাৰতম্যও দেখা যায়। মৌখিক সাহিত্যৰ এয়া চিৰাচৰিত নিয়ম। তথাপি প্ৰায়বোৰ ভাষ্য অধ্যয়ণ কৰি তাৰ সাৰমৰ্ম বা মিল থকাখনি এনেধৰণৰ— "লংলে আচেৰেৰ পৰা কাৰবিসকল 'সেংলে কেলক আংলং" (অৰ্থাৎ বগা মাটিৰ পৰ্বত) পালে, তাত তিৰ্ব্বত, ল'ছা, তামাং, লেপচাক লন পালে। তাত সিহঁতে কাৰবিসকলক মাটি দিব নোৱাৰো বুলি ক'লে। কাৰবিসকল তাৰ পৰা পূৰমুৰাকৈ কুকিচীনৰ দেশ পালে। কুকি চীনৰ লগত একেলগে থাকিলে। তাত মাটি অসাৰুৱা হোৱাত কাৰবিসকল লাংহেৰাং, নিংখি আৰই থকা ভূখণ্ডলৈ গুচি আহিল। তাৰ পৰা বহু বছৰৰ পিছত তেওঁলোকে মুৰিমুৰঙলৈ আহিল। মুৰিমুৰঙত পানীৰ বাবে আক্লিপী-আক্লিপ'ৰ লগত ৰণ লাগিল। ফলত কাৰবিসকল পাইকান, আৰাকান পাৰ হৈ আহি বৰাইল পাহাৰৰ ওচৰে-পাজৰে কাতি স্থাপন কৰিলে। তাত হোৱাত কাৰবিসকল ব্ৰহ্মপুত্ৰ আৰু বৰাক (লুত তকথৰ, ব'ৰাক তকথৰ) উপত্যকালৈ গুচি আহিল। এই ভূখণ্ডক কাৰবিসকলে 'ৰাৰচে-ৰাৰকং, আহাৰাৰ" বুলি কয়। এই ভূখণ্ডত বুজন সংখ্যক কাৰবি লোক মাৰি-মৰমকত মৃত্যুমুখত পৰিল। লগতে মাজে-মাজে সৰু-সুৰা যুদ্ধ-বিগ্ৰহ আছেই। কামেই কাৰবিসকল সমতলৰ পৰা দাতিকাষৰীয়া পাহাৰলৈ গুচি গ'ল





আৰু খাচী আৰু জয়ন্তীয়া ৰজাৰ আশ্ৰয় ল'লে। তেতিয়াৰ পৰা এতিয়ালৈকে মাজে-মাজে সৰু-সুৰা সংঘাটৰ বাহিৰে কাৰবিসকল শান্তিপূৰ্ণভাৱে খাচী (চ'মাং) আৰু জয়ন্তীয়াৰ (জান্তা) সৈতে বাস কৰি আছে। এয়া পঞ্চদশ ষষ্ঠদশ শতিকাৰ কথা।

**বিস্তৃতি ঃ** উপৰোক্ত "মুছেৰা"ৰ আধাৰত অতি সাম্প্ৰতিক কেইবাটাও সংগঠনে কৰা অনুসন্ধানৰ পৰা কাৰবিসকলৰ ভৌগলিত অৱস্থিতিৰ এটা সাম্যক ছবি দাঙি ধৰা সম্ভৱ হৈছে। কাৰবিসকলৰ মূল মাতৃভূমি কাৰবি আংলং জিলা। ইয়াৰ ওপৰিও নগাঁও জিলা, গোলাঘাট জিলা, দৰং জিলা, কামৰূপ উত্তৰ কাছাৰ আৰু কাছাৰ জিলাত কাৰবি মানুহৰ বসতি আছে। চুবুৰীয়া ৰাজ্য মেঘালয়, অৰুণাচল, নাগালেণ্ড, মণিপুৰ আদিতো আজিকোপতি কাৰবি মানুহে বাস কৰি আছে।

চুবুৰীয়া ৰাষ্ট্ৰত বাংলাদেশ, ম্যানমাৰ, তিৰ্ব্বত আৰু মঙ্গোলীয়াত কাৰবি মানুহৰ সন্ধান পোৱা গৈছে। সময়ৰ বিস্তৰ ব্যৱধান আৰু অন্য জনগোষ্ঠীৰ লগত সহাৱস্থানৰ জৰিয়তে হোৱা সাংস্কৃতিক আদান-প্ৰদানৰ বাবে এইসকল কাৰবিৰ মাজত কিছু পাৰ্থক্য আহি পৰিলেও সামাজিক আৰু সাংস্কৃতিক পৰিকাঠামোৰ কোনো পৰিবৰ্তন হোৱা নাই বুলি অনুসন্ধানকাৰীসকলে দৃঢ়তাৰে কৈছে। বিভিন্ন কাৰণত সিঁচৰতি হৈ পৰিছে বাবে কাৰবি সকলৰ জনসংখ্যা কম যেন লাগে। কিন্তু প্ৰকৃততে—"...কাৰবি আংলং জিলাত যিমান সংখ্যক কাৰবি লোক আছে তাৰ বহুগুণে বেছি কাৰবি সেই জিলাৰ বাহিৰত আছে।..." (ডঃ ফুকন চন্দ্ৰ ফাংচ') এক কথাত অসমৰ খিলঞ্জীয়া জনগোষ্ঠীৰ ভিতৰত কাৰবি অন্যতম বৃহৎ জনগোষ্ঠী। পূৰ্বাঞ্চলৰ বিভিন্ন ঠাইত আৰু ভাৰতৰ পূৱসীমাৰ ৰাষ্ট্ৰসমূহত কাৰবি লোকৰ অৱস্থিতিয়ে বুৰঞ্জীৰ বিশেষ একো একোটা অধ্যায়ৰ তথ্য প্ৰমাণ দাঙি ধৰে। ইতিহাসৰ কোনো বৃহৎ পৰিঘটনাৰ প্ৰমাণ দিয়ে। এইবোৰ পম খেদিলে অসম বুৰঞ্জীৰ বহুতো অধ্যায় পৰিপুষ্ট হোৱাৰ আশা আছে।

**সামাজিক জীৱন ঃ** কাৰবিসকলৰ সমাজ জীৱন শৃঙ্খলাবদ্ধ আৰু সামাজিক বান্ধোন কটকটীয়া। পিতৃপ্ৰধান সমাজৰ সকলো বৈশিষ্ট্য কাৰবি সমাজত পোৱা যায়। কিন্তু সুদূৰ অতীতত কাৰবি সমাজখন যে মাতৃপ্ৰধান আছিল তাৰ অৱশিষ্ট বৈশিষ্ট কেইটামান বিভিন্ন পণ্ডিতে আঙুলিয়াই দিছে। উদাহৰণ স্বৰূপে - গৃহিণীয়ে নিজৰ ভাতৃৰ কন্যাক বোৱাৰী কৰি অনাৰ পৰম্পৰালৈ আঙুলিয়াব পাৰি। নিজৰ মোমাইদেউৰ ছোৱালীক বিয়া কৰোৱাটো কাৰবি সমাজত আটাইতকৈ উত্তম বিবাহ। এই পৰম্পৰাত পণ্ডিতসকলে কাৰবি সমাজত সম্পত্তিৰ অধিকাৰ

গৃহিনীৰহে আছিল আৰু এই সম্পত্তি নিজৰ বংশৰ মাজত ৰাখিবলৈকে নিজৰ ভাতৃৰ কন্যাক বোৱাৰী কৰাৰ নিয়ম প্ৰচলন হ'ল বুলি ক'ব খোজে। এইসকল পণ্ডিতৰ মাজত — যতীন্দ্ৰ কুমাৰ বৰগোহাঁঞিও, (Major G.E. Fryer, John Carwel আৰু সাম্প্ৰতিক কালৰ কিছুমান গৱেষকৰ নাম উল্লেখযোগ্য। এইখিনিতে আৰু এটা কথা মন কৰিবলগীয়া হ'ল কাৰবি নাৰীয়ে বিবাহৰ পাছত স্বামীৰ উপাধি গ্ৰহণ কৰাৰ সলনি নিজৰ পৈতৃক উপাধিকে বাহাল ৰাখে। এই পৰম্পৰাৰ পৰাও এটা সময়ত কাৰবিসকল যে মাতৃপ্ৰধান আছিল তাৰ উমান পোৱা যায়। অৱশ্যে এই মত সমৰ্থন নকৰা লিখক গৱেষকো আছে। তাৰ ভিতৰত লংকাম তেৰণ, লুথে তিমুং, ৰংবং তেৰাং আদিৰ নাম লব পাৰি। অধ্যাপক ৰংবং তেৰাঙৰ মতে "...... স্বামীৰ উপাধি গ্ৰহণ নকৰা পৰম্পৰাটো মাতৃতান্ত্ৰিকতাৰ প্ৰভাৱ নহৈ উগ্ৰ পিতৃতান্ত্ৰিকতা প্ৰভাৱ বুলিহে ক'ব লাগিব। কাৰণ কাৰবি নাৰীয়ে নিজৰ উপাধিটো পিতৃৰ পৰাহে পায়। ....." ইত্যাদি। সি যি কি নহওক কাৰবি সামাজিক ৰীতিত মাতৃতান্ত্ৰিকতাৰ প্ৰভাৱ নিশ্চয় আছে। কিয়নো পূজ্যৰ পৰা আৰম্ভ কৰি যিকোনো পৰিচয় জ্ঞাপক যুৱীয়া শব্দৰ প্ৰয়োগত সদায় স্ত্ৰীবাচক শব্দটোহে আগত ব্যৱহাৰ হয়। পুৰুষবাচক শব্দৰ ব্যৱহাৰ কেতিয়াও নহয়। উদাহৰণ স্বৰূপে পীথে-প'থে (মহান মাতৃ, মহান পিতৃ অৰ্থাৎ হেম্ফু), পী-প' (মাতৃ-পিতৃ (কেতিয়াও প'-পী নোবোলে), আৰলেংপী-আৰলেংপ' চ'মাংপী, চ'মাংপ', হিন্দীপী, হিন্দীপী, আহমপী-আহমপ' ইত্যাদি। কাৰবি সমাজত পিতৃ-তান্ত্ৰিকতাৰ প্ৰভাৱ তান্ত্ৰিকযুগৰপৰা বুলি অনুমা কৰিব পাৰি। বামাচাৰী প্ৰভাৱ পৰাটোৰো সম্ভাৱনীয়তা নথকা নহয়। এই কথা কাৰবি সমাজত প্ৰচলিত কিছুমান আচাৰত আদিও কিছু পৰিবৰ্ত্তিত ৰূপত দেখা যায়। তান্ত্ৰিক যুগত নাৰীক এফালে যেনেকৈ পূজা কৰা হৈছিল অন্যফালে পদ্য আৰু ভোগৰ সামগ্ৰীৰূপেও ব্যৱহাৰ কৰা হৈছিল। সেই সময়ৰে সমাজত নাৰীৰ সন্মান অৱনিমিত হোৱ বুলি বহুতো পণ্ডিতে মত পোষণ কৰে। সেই সময়ৰ এনে বহু আচাৰ ৰীতিৰ কথা হিউৱেন চাঙৰ টোকাত পোৱা যায়। হিউৱেন চাঙৰ টোকাত পৰোক্ষভাৱে হ'লেও অন্য জাতিৰ লগতে কাৰবিৰ বিষয়ে উল্লেখ পোৱা যায়, তেওঁলোকৰ খাদ্যাভাগ, ৰীতি-নীতিৰ বৰ্ণণাত। অধিক অধ্যয়ন, গৱেষণা আৰু পৰ্যালোচনাইহে কাৰবি সমাজৰ মাতৃতান্ত্ৰিকতাৰ পৰম্পৰাৰ বিষয়ে সত্য আৰু যোগ্য বিশ্লেষণৰ বাট মুকলি কৰিব।

কাৰবিসকল মুঠতে পাঁচটা ফৈদত বিভক্ত। ইয়াক 'কাৰবি কুৰফ' বুলি কোৱা হয়। এই পাঁচটা ফৈদৰ পৰা সৰ্বমুঠ ১০০ টা উপফৈদ আছে। ইয়াক





'কাৰবি নকহুম ফাৰ বুলি কোৱা হয়। পাঁচোটা ফৈদৰ নিৰ্দ্দিষ্টসংখ্যক উপফৈদ আছে। তাৰে ভিতৰত এজাং আৰু তিমুং ফৈদৰ উপফৈদৰ সংখ্যা সৰহ। এই সংখ্যা ৩০ (ত্ৰিশ) বুলি কোৱা হয়। প্ৰত্যেক নকহুমৰে (উপফৈদ) নিজৰ নিজৰ কুলদেৱতা থাকে। লগতে প্ৰত্যেক নকহুমৰে কিছুমান টোটেম থাকে। টোটোম বিহীন কোনো উপফৈদ কাৰবি সমাজত নাই। কেতিয়াবা কেতিয়াবা কিছুমান উপফৈদৰ লগত কিছুমান 'Taboo যুক্ত হৈ থাকে। কুলদেৱতা সাধাৰণতে আদিম পূৰ্বপুৰুষেই হয়। সেই পূৰ্বপুৰুষজনে এই নকহুমক প্ৰতিষ্ঠা কৰাৰ কাহিনীকে প্ৰত্যেক বছৰে নৈৱেদ্য আগবঢ়োৱাৰ আগে-আগে আবৃত্তি কৰা হয়। ইয়াৰ উদ্দেশ্য নিশ্চয় এইটোৱেই হ'ব লাগিব যে, নৱপ্ৰজন্মই সেই বিশেষ ফৈদৰ প্ৰতি সন্মান প্ৰদৰ্শন আৰু আনুগত্য প্ৰদৰ্শন কৰি যাতে তাৰ দ্বাৰা অনুপ্ৰাণিত হয়। এই পৰম্পৰাই কাৰবিসকল যে Ancestor worshiper তাত সন্দেহৰ কোনো অৱকাশ ৰখা নাই। কুলদেৱতাৰ উপৰিও হেম্ফু (সৃষ্টি, পালন কৰ্তা), বাৰিথে (দেৱতা, অপদেৱতাৰ অধীশ্বৰ), পেং (গৃহদেৱতা) লগতে আঞ্চলিক আৰু স্থানীয় দেৱ-দেৱী পূজা কাৰবি সকলে বিভিন্ন কাৰণত কৰে। তাৰ ভিতৰত ৰক্ষা, আৰোগ্য, ভাল খেতি, বিজয় আমনা আদিয়েই প্ৰধান। ইয়াৰ উপৰিও কিছুমান অপদেৱতা, ভূত-প্ৰেত আদিকো অপায়-অমংগলৰ সৃষ্টি নকৰিবলৈ যথাবিহিত নৈবদ্য দি সন্তুষ্ট ৰখাৰ প্ৰয়াস কৰা হয়।

কাৰবি সকলৰ পৰিয়াল পৰিচালনা কৰে গৃহস্থই। তেওঁক "আহেমাৰিপ' বুলি কোৱা হয়। তেওঁ একেধাৰে সম্পত্তিৰ মালিক, পৰিচালক, ৰক্ষক আৰু কুল পুৰোহিত। তেওঁৰ অনুমোদন অবিহনে সেই পৰিয়ালত গছৰ পাত এটাও লৰিব নোৱাৰে ইমানেই অখণ্ড প্ৰতাপ আহেমাৰিপ'ৰ। ইয়াৰ পিছতে গৃহিণীৰ কৰ্তৃত্ব। তেওঁক আহেমাৰিপী বুলি কোৱা হয়। আহেমাৰিপ'ৰ আবৰ্তমানত সমুদায় কতৃত্ব আহেমাৰিপীৰ। তেওঁ মাত্ৰ কুলপুৰোহিতৰ আসনখন ল'ব নোৱাৰে। কাৰণ এই আসন পুৰুষৰ মাজতে সীমাবদ্ধ। সাধাৰণতে আহেমাৰিপীগৰাকী এখন ঘৰৰ ভঁৰালী আৰু পাকঘৰৰগৰাকী বুলিব পাৰি। লগতে ঘৰখনৰ যাৱতীয় সকলো কাৰ্য পৰিচালনাৰ মূল মানুহগৰাকী হৈছে এই আহেমাৰিপী। পৰিয়ালৰ বহুভাগৰ সিদ্ধান্ত লওঁতে তেওঁৰ মতামতৰ প্ৰয়োজন। সঠিক সিদ্ধান্ত গ্ৰহণত আহেমাৰিপীৰ প্ৰভাৱ আৰু দায়িত্ব কোনো কাৰবি ঘৰতে কম নহয়। আহেমাৰিপ' আৰু আমোৰিপীৰ পিছতে এখন কাৰবি ঘৰত বয়োবৃদ্ধ লোকৰ (ককা, পিতৃ, খুৰায়েক, কেতিয়াবা কেতিয়াবা মোমায়েক, শহুৰেক, পেহাক) কৰ্তৃত্ব উল্লেখযোগ্য। তেওঁলোক পিতৃস্থানীয় আৰু মাননীয়। কাজেই ঘৰখনত তেওঁলোকে উপদেষ্টাৰ কাম কৰে। নিজৰ ব্যৱহাৰিক অভিজ্ঞতাৰে যি কোনো সমস্যাৰ

সম্ভাব্য সমাধান দিয়ে। তেওঁলোকৰ উপদেশ, পৰামৰ্শ সততে ঘৰখনে নাকচ নকৰে। এই ক্ষেত্ৰত পুৰুষ বা স্ত্ৰীৰ মাজত কৰ্তৃত্বৰ কোনো তাৰতম্য নাথাকে। দুয়োৰে কৰ্তৃত্ব আৰু মূল্য একেই। তেওঁলোকক "আকেচাৰ আছাৰপী' বুলি কোৱা হয়। ইয়াৰ পিছতে ঘৰৰ জেষ্ঠ পুত্ৰৰ কৰ্তৃত্ব। তেওঁ ভাবী গৃহস্থ হিচাবে এটা অগ্ৰাধিকাৰ পায় পৰিয়ালৰ যিকোনো ক্ষেত্ৰতে তেওঁ গৃহস্থ সহকাৰী হিচাবে কাৰ্যসম্পাদন কৰিব লাগে। সেই হিচাবে দায়িত্বও ল'ব লাগে। তেওঁক 'আৰিছ' বুলি কোৱা হয়। তেওঁ নিজাববীয়াকৈ অৰ্জন কৰি নিজাববীয়া কামত খৰছ কৰিব পাৰে। ইয়াক 'তেৰান' বুলি কোৱা হয়। এইখিনি সম্পত্তিৰ ওপৰত ঘৰখনৰ অধিকাৰ নেথাকে। মুঠতে ঘৰখনৰ আৰিছ'ৰ আৰ্থিক স্বাধীনতা আছে। ঘৰৰ জীয়ৰীৰ ঘৰখনত বিশেষ অধিকাৰ নাথাকে। তেওঁৰ বাবে ঘৰখন প্ৰকৃততে এটা প্ৰশিক্ষণ কেন্দ্ৰহে। পিতৃ বা ভাতৃৰ ৰক্ষণাবেক্ষণত থাকি ৰন্ধন, বয়ন, নৃত্য-গীত, আচাৰ-ৰীতি আৰু খেতি-বাতিৰ কায়দা কিটিপ শিকি যথাসময়ত বিবাহৰ যোগেদি অন্য এখন ঘৰ ধৰিব পৰাকৈ প্ৰশিক্ষিত হোৱাটোৱেই মূল লক্ষ্য। প্ৰশিক্ষণৰ অংশ হিচাবে তেওঁ আহেমাৰিপীৰ (মাক) সহকাৰীৰূপে থকাৰ দৰে থাকে। তেওঁৰ মাত্ৰ এটা স্বাধীনতা আছে, সেয়া হ'ল আৰ্থিক স্বাধীনতাৰ নিজৰ। নিজৰ ভাতৃৰ লেখীয়াকৈ তেওঁ নিজাববীয়াকৈ আৰ্জন আৰু খৰচ কৰিব পাৰে। বিবাহৰ পাছত সমুদায় সম্পত্তি লগত লৈ যাব পাৰে। ইয়াৰ ওপৰত ঘৰখনৰ কোনো অধিকাৰ নাই। এই আৰ্থিক স্বাধীনতাই কাৰবি যুৱতীক আত্মবিশ্বাসী আৰু স্বাৱলম্বী কৰি আহিছে বুলি বহুতে মত পোষণ কৰে। ইয়াৰ প্ৰভাৱতে একো এজোজন এলেহুৱা অপদাৰ্থ জীৱন-সঙ্গীৰ লগতো কাৰবি নাৰীয়ে সংসাৰ কৰিব পাৰে। ই সচাকৈয়েই সমাজতাত্ত্বিক দিশৰ পৰা মন কৰিবলগীয়া। ঘৰৰ বাকীবোৰ ল'ৰা-ছোৱালীৰ অধিকাৰ আৰু কৰ্তৃত্ত্বৰো বিশেষ পাৰ্থক্য নাই। মাথো জেষ্ঠ পুত্ৰ কৰ্তৃত্ব সকলোতকৈ বেছি।

কাৰবিসকলৰ বিবাহক সাধাৰণতে "আদাম-আছাৰ" বুলি কোৱা হয়। কাৰবি সকলে নিজৰ ফৈদৰ বাহিৰৰ পৰা বিয়া কৰায়। নিজৰ ফৈদৰ মাজত বিবাহ নিষিদ্ধ। এনে বিবাহক "ছেমেম" বুলি কোৱা হয়। এনে বিবাহত বহাসকলক মৃত্যুদণ্ডৰে দণ্ডিত কৰা হয়। উত্তম হিচাবে নিজৰ মোমায়েকৰ ছোৱালীক বিবাহ কৰোৱাটোক কোৱা হয়। আজিৰ পৰা কেইটামান দশক আগলৈকে এই পদ্ধতি বাধ্যতামূলক আছিল। আজি-কালি এই নিয়মলৈ কিছু শিথিলতা অহিছে। এতিয়া মাতুল ফৈদৰ কন্যাৰ পাণিগ্ৰহণকে উত্তমৰূপে বিবেচিত হৈছে। অতি সম্প্ৰতি নিজৰ ফৈদৰ বাহিৰৰ যিকোনো ফৈদৰ কন্যাৰ লগত বিয়াত বহাৰ জনপ্ৰিয়তা বাঢ়িছে। বিয়া এখন সাধাৰণতে এখন চুক্তিৰ ৰূপত কৰা হয়। দৰা পক্ষই ভাৰ ভেটীলৈ কন্যা খুজে আৰু দুয়োটা





পক্ষৰ মূৰব্বীসকল, দুয়োপক্ষৰ গাঁৱৰ মুখীয়াল সকলৰ উপস্থিতিত আৰু সাক্ষ্যত বিবাহ সম্পন্ন হয়। দৰা কন্যাই আৰু অভিভাৱকসকলে বিবাহৰ পাছত সুখে দুখে একেলগে জীৱন কটাম আৰু এৰাএৰি নোহোৱাৰ প্ৰতিশ্ৰুতি দিবলগীয়া নহয় বুলিব পাৰি। কাচিৎ যদি হবলগীয়া হয় তেন্তে দুয়োটা পক্ষ আৰু গাঁৱৰ মূৰব্বী সকল উপস্থিতিত এৰাএৰি হ'ব পাৰি। এৰা এৰিৰ পাছত দুয়ো পুনৰ অন্য এখন সংকাৰ কৰিব পাৰে। বিচ্ছেদৰ পাছত ক্ষতিপূৰণ জাতীয় কোনো কথা নাই। যদি ল'ৰা-ছোৱালী আছে তেন্তে সেয়া পিতৃৰ লগত থাকিব। বিয়াৰ সময়ত কোনো গাধন দিয়া বা যৌতুক দিয়াৰ নিয়ম নাই। মাথোঁ বেছি প্ৰয়োজনত বিয়াৰ পাছতো শহুৰেকক খেতি-বাতিত সহায় কৰিবলৈ ২/৩ বছৰ থাকি দিলে ভাল পায়। ইয়াক "পিছ কেমেন" বুলি কোৱা হয়। নিজৰ সঙ্গী-সঙ্গিণীৰ অকাল বিয়োগ হ'লে পুৰুষ-নাৰী উভয়ে পুনৰ বিয়াত বহিব পাৰে। মাত্ৰ বিধৱা মানুহজনীয়ে প্ৰথম পক্ষৰ সম্পত্তি আৰু ল'ৰা-ছোৱালী দাবী কৰিব নোৱাৰে।

কাৰবি সকলে মৃতদেহ কাষ্ঠসংকাৰ কৰে। প্ৰতিকুল পৰিস্থিতিত মৃতদেহ পুতি থোৱাৰ বিধি আছে। যদিও পিছলৈ মৃতদেহ অৱশেষ হ'লেও পুনৰ দাহ কৰাটো বাধ্যতামূলক। মৃতদেহ দুই/তিনি দিনলৈ ৰাখি বিভিন্ন আচাৰ অনুষ্ঠানৰ পাছত দাহ কৰা হয়। উক্ত আচাৰ-অনুষ্ঠান এগৰাকী বিজত মহিলাই পৌৰোহিত্য কৰে। তেওঁক "চাৰহেপী" বুলি কোৱা হয়। তেৱেঁই মৃতকক উদ্দেশ্যি ইহলোক-পৰলোকৰ তত্ত্ব বিশ্লেষণ কৰে। এই কাৰ্য বিননিৰ সুৰতগীতৰ জৰিয়তে সমাধা কৰা হয়। এই গৰাকী মহিলাৰ অবিহনে শৱদেহ সৎকাৰ সম্ভৱ নহয়। দাহ সৎকাৰৰ পাছত ঘৰখনৰ মানুহে ১দিনৰ পৰা ৩দিনৰ ভিতৰত শুদ্ধি পৰাচিত হ'ব লাগে। দহা-কাজ সাধ্য আৰু সুবিধা অনুসৰি পৰৱৰ্তী সৰ্য্যায়ত কৰা হয়। ইয়াৰ কোনো নিৰ্দিষ্ট সময় সীমা নাথাকে। ইয়াক 'চাৰহি-চাৰজে ছকপাম পাৰলিন চ'মাংকান" বুলি কোৱা হয়। পা-পৰিয়াল, ৰজা-প্ৰজা ঘৰৰ অংশগ্ৰহণে এই অনুষ্ঠানক এক বিশেষ মাত্ৰা প্ৰদান কৰিছে। এনে অংশগ্ৰহণৰ ফলতে বহুতো সাংস্কৃতিক উপাদান ইয়াৰ লগত সংযোগ ঘটিছে। এই বিলাকৰ ভিতৰত ডেকা-গাভৰু বিভিন্ন নৃত্য, গীত লগতে লংৰিৰ মাজত মিলামিচা, ঢোল, পেঁপা, গগনা, জাম্বিলী আথন, বানজাৰ আদিৰ সমাৱেশেই প্ৰধান। এনে উপাদান সমূহে এই অনুষ্ঠানক জাতীয় উৎসৱ পৰ্যায়লৈ উত্তৰণ ঘটাইছে।

অপঘাত মৃত্যু হ'লে কাৰবিসকলে বেলেগ স্থানত দাহ কৰি পৰৱৰ্তী পৰ্যায়ত উদ্ধাৰ পৰাচিত কৰি মূল দাহ স্থানলৈ অস্থি স্থানান্তৰ কৰা হয়। এইখিনিতে উল্লেখ কৰা দৰকাৰ যে কাৰবিসকলে দাহ সংস্কাৰ এটা নিৰ্দিষ্ট স্থানতহে কৰে। ইয়াক থিৰি ৰংকাংখিৰ ৰংকাংছাম বুলি কোৱা হয়। উক্ত থিৰি ৫টা ফৈদৰ বাবে ৫ টা দাহস্থান

নিৰ্দিষ্ট হৈ থাকে ! ইয়াক 'তিপিত' বুলি কোৱা হয়। নিজৰ ফৈদৰ তিপিতৰ বাহিৰে অন্য ফৈদৰ তিপিতত দাহ কাৰ্য নিষিদ্ধ। কাৰবিসকলে যিকোনো ধৰণে মৃত্যু বৰণ শৰদেৰ দাহ কৰে এই পদ্ধতিৰে। কিন্তু বাঘৰ আক্ৰমণত মৃত্যু হোৱা ব্যক্তিৰ শৰদেহ দাহ সংস্কাৰ কৰা নহয়। তাক এনেয়ে পেলাই দিয়া হয়। তেনে দুৰ্ভগীয়াজনক সমাজে জঘন্য পাপী হোৱাৰ বাবে শাস্তি পোৱা বুলি বিশ্বাস কৰে।

কাৰবিসকলে পূৰ্বজন্মত বিশ্বাস কৰে দৃঢ়তাৰে। নৱজাতক-জাতিকাৰ পূৰ্বজন্মত কোন আছিল মঙল চাই থিৰাং কৰা হয়। এই বিশ্বাস ইমানেই দৃঢ় যে, নৱজাতক-জাতিকাৰ নামকণৰ পূৰ্বজন্মৰ নামেৰেই কৰা হয়। উদাহৰণ স্বৰূপে এই নিচলাৰ নাম (হাং মিজি) ১৭টা পুৰুষৰ আগৰ পৰাই অবিকল চলি আহিছে। আকৌ পূৰ্বজন্মত যদি লিন্দক (ৰজা) আছিল নৱজাতকৰ নামাকৰণ লিন্দক বুলিয়েই কৰা হ'ব। একেদৰে পূৰ্বজন্মৰ ভাল গায়ক হ'লে লুঙ্কে, কালি খোৱা মানুহ হ'লে কানীয়া, চিকাৰী হ'লে চিকাৰী আদি। সন্তান মাতৃগৰ্ভত থিত লোৱাৰ লগে-লগে "হেম্ফু" লৈ পূজা এভাগ দিয়া হয় মাতৃ আৰু সন্তানৰ মংগল কামনা কৰি। ভূমিষ্ঠা হোৱাৰ লগে-লগে শুদ্ধি কৰা হয়। এই অনুষ্ঠানৰো পৌৰোহিত্য বিজ্ঞ নাৰীয়ে কৰে। এই অনুষ্ঠানক 'ক্লংক্ল' আথেকাৰে কিতি" বুলি কোৱা হয়। নামকৰণৰ সময়ত অনুষ্ঠান পতা বাধ্যতামূলক নহয়। মাত্ৰ মাঙলাৰ দ্বাৰা মঙল চোৱাটো বাধ্যতামূলক। সন্তানৰ দীঘায়ু আৰু সুস্বাস্থ্যৰ বাবে "আহপ আফি", নামৰ পূজা এভাগ পতা হয়। লগতে 'হেম্ফু'ৰ পূজা এভাগ আগবঢ়োৱা হয় "আজিৰ পৰা জাতক-জাতিকা এজন-এজনী কাৰবি হ'ল গুণে তোমাৰ সন্তান হ'ল। তাক তোমাতে সৰ্ম্পন কৰা হ'ল বুলি ইয়াক উপয়নৰ সম্পক বুলিব পাৰি।

**উৎপাদন ঃ** কাৰবিসকল মূলতঃ কৃষিজীৱী। পাহাৰৰ এঢলীয়াত আৰ কাটি খেতি কৰে। কাজেই তেওঁলোকৰ সকলো উৎপাদন প্ৰক্ৰিয়া ঝুমতলীৰ লগতহে জড়িত।

ঝুমৰ লগে-লগে বিক্ষিপ্তভাৰে পানী খেতিও কাৰবিসকলে অতীতৰ পৰাই কৰি আছে। পানীৰ উৎসৰ ওচৰত পাহাৰত খাজ কাটি কাটি (Step Cultivation) সৰু-সৰু ডৰা বান্ধি পানীখেতি কৰা হয়। এনে পথাৰত হাল বোৱা নহয়। বাৰিষাৰ আগে-আগে কোৰ মাৰি মাটি চহাই লোৱা হয়। পানী আহিলে ম'হৰ জাক অথালি-পথালিকৈ গচকাই চহ কৰা হয়। কিন্তু তেনেধৰণে কৰা খেতিৰ পৰিমাণ কম। সপ্তদশ-অষ্টদশ শতিকা মানৰ পৰা পাহাৰৰ নামনিত আৰু নৈৰ উপত্যকাত বাস কৰা কাৰবিসকলে হাল বাবলৈ শিকে। কথিত আছে যে, বে ঘৰৰ এজন ল'ৰা মাছমৰীয়াৰ লগত ভৈয়ামলৈ গুচি গ'ল। তাতে থাকি তেওঁ ভৈয়ামৰ সকলো আদৱ-





কায়দা শিকি ল'লে আৰু প্ৰাপ্তবয়স্ক হওতে ঘৰলৈ ঘূৰি আহিল। যিঘৰ মাছমৰীয়াই তেওঁক তুলি-তালি ডাঙৰ কৰিছিল তেওঁ গৰু হাল আৰু অন্য সঁজুলি দি কেইটামান চৰ্ত আৰোপ কৰিছিল। সেই চৰ্তসমূহ হ'ল— ল'ৰাজনৰ উত্তৰপুৰুষে বছৰত এবাৰ হ'লেও নিজ হাতে মাটিৰ চৰু গঢ়ি লৈ বালিত ভাত ৰান্ধি খাব লাগিব। এই গোষ্ঠীয়ে ঘৰত জাল এখন সদায় ৰাখিব লাগিব। এই গোষ্ঠীয়ে নিজকে "বে ডুম" বুলি পৰিচয় দিব লাগিব। কিছু শিথিলতা আহিলেও উক্ত "বে ডুম'ৰ উত্তম পুৰুষসকলে আজিও নিজকে "বে ডুম" বুলি পৰিচয় দিয়ে। এই বে ডুমৰ পাছৰ পৰাই কাৰবিসকলে পানী খেতি কৰিব শিকিলে, জাল ব'ব শিকিলে আৰু মাটিৰ পাত্ৰৰ ব্যৱহাৰ শিকিলেঙ্ক

সি যিয়েই নহওক লাগে গৰিষ্ঠসংখ্যক কাৰবিৰ উৎপাদন প্ৰক্ৰিয়া ঝুমতলীৰ ওপৰতহে নিৰ্ভৰশীল। ঝুমতলী কাৰবিসকলে আহু, "চুবক" (পাহাৰীয়া শালি), গোমধান, কাঠআলু, কচু, বেঙেনা, লাউ, আদা, হালধি, জলকীয়া, তিল আদিৰ খেতি কৰে। মাত্ৰ জাতীয় শস্যৰ ভিতৰত বিভিন্ন জাতৰ লেচেৰা, উৰহীৰ খেতি কৰে। ঘৰৰ প্ৰয়োজনীয় কাপোৰৰ বাবে কপাহৰ খেতি কৰে। খাদ্য আৰু সূতাৰ বাবে এড়ী পালন কৰে। খাদ্য আৰু বলি বিধানৰ বাবে প্ৰয়োজন হোৱাৰ বাবে গাহৰি, ছাগলী, কুকুৰা হাঁহ, পাৰ আদি পালন কৰে। পথাৰত ব্যৱহাৰৰ বাবে গৰু আৰু মহো পালন কৰে। কেইটামান শতিকাৰ আগলৈকে কাৰবি সকলৰ উৎপাদন প্ৰক্ৰিয়াত ব্যৱসায়িক দৃষ্টিকোণ নাছিল। মাত্ৰ ঘৰখনৰ বাবে যিমান লাগে সিমানহে উৎপাদন কৰিছিল। অতি সম্প্ৰতি এই দৃষ্টিকোণৰ পৰিবৰ্তন ঘটিছে। বিগত শতিকাত কাৰবি আংলঙেই তিল, লা আৰু এড়ী উৎপাদনত আগস্থান দখল কৰিছিল।

**সাংস্কৃতিক জীৱন ঃ** কাৰবি সংস্কৃতি প্ৰকৃতি প্ৰদত্ত আৰু ঝুমকেন্দ্ৰিক সংস্কৃতি। দীৰ্ঘসময়ৰ বাবে অন্য জনগোষ্ঠীৰ সংস্পৰ্শৰ পৰা বিভিন্ন কাৰণত দূৰত্ব বজাই ৰখাৰ বাবে কাৰবি সংস্কৃতি বহু পৰিমাণে পৌৰাণিক আৰু আবিষ্কৃত ৰূপত আছে বুলিব পাৰি। মানৱ সভ্যতাৰ চিৰাচৰিত নিয়ম অনুসৰি কাৰবি সংস্কৃতিতো বহুতো সংযোজন, বহুতো বিয়োজন ঘটিছে তাত সন্দেহৰ কোনো অৱকাশ নাই। প্ৰব্ৰজনৰ দীৰ্ঘ ইতিহাস কাৰবিসকলে যিমানেই দূৰত্ব বজাই নেৰাখক কিয় অন্য জনগোষ্ঠীৰ সৈতে সংমিশ্ৰণ আৰু আদান-প্ৰদান নিশ্চয়কৈয়েই হৈছিল। সুদূৰ পৃথিৱীৰ নাভিমণ্ডলৰ পৰা আজিৰ বাসস্থানলৈ প্ৰায় ৫/৭ সহস্ৰাব্দ ধৰি কৰা অবিৰত যাত্ৰাৰ সময়ত বিভিন্ন কাৰণত কাৰবি সংস্কৃতিৰ পৰিবৰ্ধন, পৰিমাৰ্জন নিশ্চয় হৈছিল। মাথোঁ ই ?ৰ গভীৰতা আৰু বিস্তৃতি চকুত লগা নাছিল। কাৰবি সংস্কৃতিৰ আজীৱন সাধক বসন্ত দাসৰ ভাষা "....সুদীৰ্ঘ এই পৰিক্ৰমাতেই কাৰবি সংস্কৃতিয়ে পূৰ্ণতা লাভ কৰিছিল। কিন্তু অবিৰত যাত্ৰাৰ বাবে এই সংস্কৃতিৰ দৈৰ্ঘ্যহে আছিল, বিস্তৃতি নাছিল।..." ইত্যাদি।

কাৰবি সংস্কৃতিৰ ওপৰত আদিম কালত হিন্দুৰ প্ৰভাৱ পৰিছিল বুলি এছাম গৱেষকে মত পোষণ কৰে। কাৰবি মৌখিক বুৰঞ্জীত আৰু হুৱাৰ উল্লেখ থকাটো আৰু "পেং"ৰ (গৃহদেৱতাৰ) পূজাৰ বলিৰ (ছাগলী আৰু কুকুৰাৰ) তেজ ঘৰৰ দুৱাৰত লগোৱা লগতে নৈবেদ্য হিচাবে পিঠাগুৰিৰ ব্যৱহাৰ হোৱালৈ সেইসকল পণ্ডিতে আঙুলিয়াব খোজে। সেই সকলৰ ভিতৰত ˚ বাছা ইংতি কাথাৰ, ˚সিংহ তেৰাংদিলি, কুৰুচ্ছাৰ জন তিমুং উল্লেখযোগ্য। ইয়াৰ বিশেষ বিশ্লেষণ আৰু পৰ্য্যালোচন নোহোৱাৰ বাবে ভাঁঠি একো বব পৰা নেযায়। তথাপিও এইচাম পণ্ডিতৰ মত তেনেই উলাই কৰিব পৰা নেযায়।

পৰৱৰ্তী যুগত কাৰবি সকলে দক্ষিণ-পূব এছিয়াৰ অন্য মঙ্গোলীয় জনগোষ্ঠীৰ সংস্পৰ্শলৈ আহিছিল। এই কথা আগতেই উনুকিয়াই অহা হৈছে। কাৰবি মৌখিক পুৰাণত এই কথা স্পষ্টকৈ বৰ্ণিত আছে। এই সময়ৰ পৰাই কাৰবি সকলৰ খাদ্যভ্যাস পৰিবৰ্তন হৈছে বুলি অনুমান কৰাৰ থল আছে। চিকাৰজীৱী জীৱনৰ পৰআ কৃষিজীৱি জীৱনলৈ উত্তৰণ এই পৰ্য্যায়তে হৈছে বুলি অনুমাণ কৰিব পাৰি। ইয়াৰ সমৰ্থনত এটা লোকপুৰাণৰ উল্লেখ কৰিব পৰা যায়। "লুক্ষী কেপ্লাং" (লখিমীৰ উৎপত্তি)ৰ গদ্যত পৰিবেশিত কাহিনীমতে লুখী সমাজলৈ অহাৰ আগতে কাৰবিসকলে চিকাৰ কৰি, মাছ ধৰি, গছৰ ফলমূল খাই জীৱন ধাৰণ কৰিছিল। এই সকলোবোৰ খাদ্য সামগ্ৰীৰ বিতৰত আটাইতকৈ সন্মানীয় খাদ্য আছিল "আৰৱাক আঅক'। "আৰৱাক আঅক" হ'ল বাঘে বধ কৰা জন্তুৰ মাংস। এই মাংস পাবলৈ হ'লে বাঘটোক খেদি পঠিয়াব লাগিব নতুবা বাঘটোক বধ কৰিব লাগিব। ইয়াৰ বাবে প্ৰয়োজনীয় সাহস, বুদ্ধিৰ উপৰিও নিজৰ জীৱনক তুচ্ছ কৰিব লাগিব। লুখী অহাৰ পিছতহে এই বিপদ আঁতৰিছে। সেয়েহে লুখী কাবৰিৰ বাবে পৱিত্ৰ আৰু স্বৰ্গীয়। লুখীক দেৱীস্বৰূপে প্ৰতিষ্ঠিত কৰাৰো বোধহয় মূল কথা এইটোৱেই। কিয়নো ধানৰ আৱিষ্কাৰৰ আগতে বাঘৰ লগত মাংসৰ বাবে যুজ দিওতে স্বাভাৱিকতে বহু মানুহ হয় জখম হৈছিল নতুবা বাঘৰ হাতত প্ৰাণ দিবলগীয়া হৈছিল। অনুন্নত অস্ত্ৰৰ যুগত এয়া স্বাভাৱিক প্ৰক্ৰিয়া আছিল। দক্ষিণ-পূব এছিয়াত বাস কৰা এই সময়খিনিকে কাৰবি সকলৰ ওপৰত অন্য গোষ্ঠীৰ মানুহৰ প্ৰভাৱ পৰিছিল। ফলত এই নতুন সংস্কৃতিয়ে ঠন ধৰি উঠিছিল। এই সংস্কৃতিয়ে আজিৰ কাৰবি সমাজৰ সংস্কৃতিৰো মূল চালিকা শক্তি যেন লাগে। অন্ন, বস্ত্ৰ, বাসস্থানৰ উপৰিও বিভিন্ন পদ্ধতিৰে আজৰি সময় কটাইছিল আৰু বৌদ্ধিক চিন্তাৰো উন্মেষ ঘটিছিল। এই সময়ছোৱাতে দেৱ-দেৱীৰ ধাৰণা, গীত-বাদ্যৰ উদ্ভাৱন আৰু স্থায়ী সামাজিক ৰীতি-নীতিৰ আধাৰশিলা স্থাপিত হৈছিল। ইয়াৰ পৰৱৰ্তী যুগৰ কাৰবিসকলৰ জীৱন বৰাক-বহ্মপুত্ৰ উপত্যকাৰ জীৱন। দক্ষিণ-





পূব এছিয়াৰ জলবায়ু আৰু প্ৰাকৃতিক পৰিৱেশৰ সৈতে প্ৰায় একেই ভূমি। কাজেই কাৰবিসকলে নিজৰ লগত লৈ অহা জ্ঞান আৰু বিদ্যাৰ উন্নীতকৰণৰ এটা অৱকাশ পালে। ইয়াৰ ভিতৰত বাঁহ শিল্প, কাঠ শিল্প, কৃষি পদ্ধতি, মৎস্য চিকাৰৰ পদ্ধতি আৰু জুলি আদিৰ উত্তৰণেই প্ৰধান। এই সময়ছোৱাৰ শেষৰ ভাগত তান্ত্ৰিক বৌদ্ধ, শক্তিতন্ত্ৰ, তান্ত্ৰিক কমাচাৰ আদি পশ্চিমৰ পৰা এই খণ্ডলৈ অনুপ্ৰৱেশ কৰে। মাৰ ফলত বহুতো সংঘাটৰ পিছতো কিছু সাংস্কৃতিক আদান-প্ৰদান হবলৈ ধৰে। এনে বহু আচাৰ-আচৰণ কাৰবিসমাজত আজিও বিভিন্ন ৰূপত বৰ্তি আছে। "মুছেৰা কিহিৰ"ত সেই সময়ৰ এটা ছবি দাঙি ধৰা হৈছে এনেকৈ——

ৰাৰছে আৰনাম কেছ'
ৰাৰকং আৰনাম কেছ'
তিপ্লি লাপ আক আনতা কিথি
ফেলাং লাপআক আনতা কিথি
থি চিবুই কেদ'
চিফ্লিন উন এ কেদ'
চফ্লং উন এ কেদ'
বাং ক'লা আছ' তাংতে
বাং মানা আছ' তাংতে
বাং নাকা আছ' তাংতে
বাং জুম আছ' তাংতে
বাং দেৰে আছ' তাংতে
বিতুছি কাৰহি দেত
ইংমানছি কাৰহি দেত...ইত্যাদি।

(ভাৱাৰ্থ ঃ ৰাৰচে-ৰাৰকঙৰ (ব্ৰহ্মপুত্ৰ উপত্যকা) দেৱতাৰ এনে প্ৰকোপ, ঘাঁহৰ পাতে কাটিলে, খেৰৰ পাতে কাটিলেও মৃত্যু অৱধাৰিত। মৃতদেহৰ দ'মৈই দ'ম। কাষ্ঠ সংস্কাৰ কৰিব নোৱাৰা অৱস্থা। অন্য জাতিবিলাকৰ (ক'না আছ,' মান আছ', নাকা, নাৰা, দুম, দেৰে ইত্যাদি) সৎকাৰ ভেনা মাখি আৰু পোক বিলাকে কৰিছিল। তেওঁলোকৰ তেনেকুৱা বিধি আছিল। কিন্তু আমি তেনেকৈ কৰিব নোৱাৰো। আমাৰ বিধিয়ে তেনে কৰিবলৈ অনুমতি নিদিয়ে।.... ইত্যাদি) এই কবিতা (শ্লোক?) ফাকিত ব্ৰহ্মপুত্ৰ-বৰাক উপত্যাত বিভিন্ন মাৰি-মৰকৰ লগতে ঘনাই-ঘনাই হোৱা আন্তঃগোষ্ঠীয় গুপুত প্ৰতিনিয়ত জনপ্ৰাণ ব্যয় হোৱাৰ কথা কোৱা হৈছে। কিয়নো "তিপ্লি, ফেলাং" শব্দযোৰে আভিধানিকভাৱে ঘাঁহ-খেৰ বুজালেও কাব্যত তাৰোৱাল বুজায়। এই

সময়চোৱাতে কাৰবি সংস্কৃতিয়ে অন্য এটা মাত্ৰা লাভ কৰিলে। সমাজখন মাতৃ প্ৰধানৰ পৰা পিতৃ প্ৰধানলৈ গতি কৰিলে। সমাজত নাৰীৰ মৰ্যাদাৰ অৱনমিত হ'ল। সেই সময়তে হেৰত বেচ আৰু নাৰদ ৰেচ'ই বহুতো কাৰীৰ নাৰীক অপহৰণ কৰাৰ বাবে কাৰবি নাৰীসকলে কপালত "দুক" নামৰ ক'লা দাগ দি লোৱা হ'ল। এই হেৰত ৰেচ' ঘটকাসুৰৰ বাহিৰে অন্য কোনো নহয়। একেদৰে নাৰত ৰেচ' নকৰাসুৰেই হয়। কাৰবিসকলৰ স্বাভাৱিক উচ্চাৰণ আৰু প্ৰচুৰ সুৰীয়া শব্দৰ ব্যৱহাৰে শব্দ দুটাৰ কাৰবিকৰণ কৰা হৈছে। কাৰবি ভাষা অধ্যয়ন কৰিলে এটা কথা স্পষ্ট ৰূপত পাব পাৰি।

মধ্যযুগত কাৰবিসকল তিনিটা ভাগত ভাগ হৈ গ'ল। এটা ভাগে পশ্চিমৰ পিনে বসতি স্থাপন কৰিলে। এইসকল বৰ্তমান "কামৰূপীয়া পাহাৰত বসতি স্থাপন কৰিলে আৰু ক্ৰমান্বয়ে খাচীয়া জয়ন্তীয়াৰ সৈতে লগ নোহোৱা পৰ্যন্ত গতি কৰি থাকিল। সেই সকল বৰ্তমান ৰংখাং, ঠিঠ, বয়মিনাৰ আদিৰ নামেৰে কাৰবি আংলং আৰু উত্তৰ কাছাৰত বসতি স্থাপন কৰিলে। তৃতীয় ভাগে সংখ্যাত তাকৰ হ'লে স্ব-স্থানতে বিক্ষিপ্তভাৱে বৰ্ত্তি থাকিল। এইসকল যমুনামুখীয়া কাৰবি। থই আছ। কামৰূপ ৰংখাং কাৰইব বুলি পৰিচিত হ'ল। এই সময়ত চোৰাত এফালে শৈৱমত আৰু দেৱী পূজাৰ ব্যৱস্থাই কাৰবি সমাজত খোপনি পুতি ল'লে। বেদোত্তৰ বহুতো আচাৰ অনুষ্ঠানৰ জৰিয়তে কাৰবি সমাজলৈ হিন্দুত্বৰ প্ৰভাৱে প্ৰৱেশ কৰিলে। কাৰবিৰ বহুতো দেৱ-দেৱীৰ সৈতে একাকাৰ কৰি পেলোৱা হ'ল। উদাহৰণ স্বৰূপে "কাৰন্দি-কাৰণমাই" কামাখ্যা হয়। বাৰিতে ইন্দ্ৰ হ'ল। "লুমি" সূৰ্য দেৱতা হ'ল। কাৰবিৰ "চমকুৰু" যম ৰজা হ'ল। স্বৰ্গ আৰু নৰকৰ ধাৰণা কাৰবি সমাজলৈ সোমাই আহিল। ইয়াৰ পৃষ্ঠপোষকতা ভৈয়ামত বিভিন্ন ৰাজপৰিয়ালে আৰু পাহাৰত খাচীয়া আৰু জয়ন্তীয়া ছিয়েম সকলে কৰিলে। ফলত আজিকোপতি কাৰবি সংস্কৃতিয়ে দুটা বিশিষ্ট ধাৰাতহে বিকশিত আৰু ধাৱমান হ'ব লগীয়া হ'ল। এটা পাহাৰীয়া কৰবি সংস্কৃতি অন্য ভৈয়মৰ কাৰবি সংস্কৃত। হিন্দুৰ এই প্ৰভাৱে কাৰবি সংস্কৃতিক এনে এটা পৰ্য্যায়ত উপৱিষ্ট কৰালেগৈ যে কাৰবি সংস্কৃতি না হিন্দু সংস্কৃতি হ'ল না নিভাঁজ কাৰবি সংস্কৃতি হ'ল। হিন্দুত্ব প্ৰভাৱ থাকিলেও কাবৱিসকলে নিজৰ কৌটিকলীয়া ধৰ্ম, সমাজ ব্যৱস্থা আৰু লোকাচাৰ পৰিত্যাগ নকৰিলে।

বৰ্তমান যুগত কাৰবি সংস্কৃতিয়ে এক নতুন দিশত গতি কৰিবলৈ ল'লে। সমাজত খ্ৰীষ্টিয়ান ধৰ্মৰ প্ৰৱেশে কাৰবি সংস্কৃতিৰ সমুদায় অ— বদলাই দিলে। এফালে নৱজাগৰণ, আত্ম প্ৰতিষ্ঠাৰ তাড়না অন্য ফালে সংশয়, বিদ্বেষ আদি। ইয়াৰ মাজতো চিৰাচৰিত সাংস্কৃতিক নিয়ম অনুসৰি পৰিবৰ্ধন, সংযোজন, বিমোজনৰ প্ৰক্ৰিয়া অব্যাহত





আছে। তথাকথিত উচ্চবৰ্ণৰ হিন্দুত্বই আধুনিক যুগত আটাইতকৈ প্ৰভাৱশালী কাৰক আছিল। বহুতো পৰম্পৰাগত লোকাচাৰৰ প্ৰায় বিলুপ্তি ঘটিছিল। কিন্তু সেই প্ৰভাৱ চিৰস্থায়ী নহ'ল। এইখিনিতে এটা মন কৰিবলগীয়া কথা যে মহাপুৰুষ শংকৰদেৱ নেতৃত্বত অসমীয়া সমাজ-সংস্কৃতিক জীৱনৰ বৈপ্লৱিক পৰিবৰ্তন সাধিত হোৱা পৰিঘটনাৰ পৰা কাৰবিসকল বহুদূৰত অৱস্থান কৰি থাকিল। বৰং এই ঐতিহাসিক ঘটনাৰ কোনো প্ৰভাৱেই কাৰবি সমাজত অনুভূত নহ'ল। সেয়া সঁচাই আচৰিত কথা।

এনে বহুবোৰ কাৰণত কাৰবি সংস্কৃতিক একেটা আওতাত সামৰি লোৱাটো সম্ভৱ নহয়। ঐতিহাসিক পৃষ্ঠভূমিত সাংস্কৃতিক উপাদানবোৰৰ বিশ্লেষণ নোহোৱাৰ বাবে বহুতো লোকাচাৰ, বহুতো লোকগীত, লোকগাঁথাৰ প্ৰকৃত অৰ্থ আৰু মূল্যায়ন হোৱা নাই। ইয়াৰ ফলত কাৰবিৰ বহুতো লোকগীত, লোক গাঁথা, লোকাচাৰক দৃষ্টিকটুভাৱে ভুল অৰ্থত, ভুল পৰিভাষা দিয়া হৈছে। এয়া সমৰ্থন যোগ্য হবতো নোৱাৰেই বৰং অতি শীঘ্ৰে এই ধাৰাৰ সমাপ্তি হওক। অন্যথা এনে কাৰ্যই কাৰবি সংস্কৃতিক ক্ষতি কৰিব। কাৰবি সংস্কৃতি দীন-হীন বুলি প্ৰতিপন্ন হ'ব। ফলত নৱ প্ৰজন্মৰ পৰা পাবলগীয়া মনোযোগ নাপাব। এটা সময়ত কাৰবি বুলি এটা বৰ্ণিল জনগোষ্ঠী বিলুপ্ত হৈ যায়।

ভাষা ঃ ভাষাৰ বিষয়ে আলোকপাত নকৰিলে এটা জাতিৰ যিকোনো আলোচনাই পূৰ্ণতা লাভ কৰিব নোৱাৰে। কাৰণ ভাষাই হ'ল সেই জাতিৰ কৃষ্টি, সংস্কৃতিৰ বাহক আৰু ধাৰক। গতিকে ভাষাৰ অধ্যয়ন সংস্কৃতি অধ্যয়ন এটা এৰাব নোৱাৰা প্ৰক্ৰিয়া। কাৰবি ভাষাৰ সম্পৰ্কে GA Grierson ৰ মত এনেধৰমৰ — "it is an intemediate stage between the traue Naga Languages and the various spree ches belonging to the bolo group...' এই মতে Edward Stack the chenler yall সমৰ্থন কৰিছে। কিন্তু S.K. Chatterjee, B.K. Kuki আদিৰ মত ভিন্ন। এই সকল পণ্ডিতৰ মতে কৰিবি ভাষাটো Kakti-chim sub-group' ভাষাগোষ্ঠীৰ কোনটো ঠালত অৱস্থান কৰে তাক ঠাৱৰ কৰা হোৱা নাই। বহুতে আকৌ কাৰবি ভাষাটো মন-খেমেৰ ভাষাৰ লগতে সাদৃশ্য বিচাৰি পাই ছে। P.E. Moore, Ceerwel, Houghton আজি মিছনেৰী পণ্ডিতসকলে,কাৰবি ভাষাটো Kuki-Chim ভাষাগোষ্ঠীৰ লগতহে নিবীড়তা দেখা পাইছে। সকলোবোৰ মুক্তি অণুধাৰণ কৰি কাৰবি ভাষা-সংস্কৃতিৰ আজীৱন সাধক ডঃ ফুকন চন্দ্ৰ ফাংচ' এষাৰ কথা উল্লেখ কৰিব লাগিব।"... কাৰবি আৰু বড়ো ভাষাৰ সাদৃশ্যাৱলীতকৈ কাৰবি নগা আৰু কুকি ভাষাসমূহৰ মাজত থকা সাদৃশ্যাৱলী

অধিক। সেয়েহে কাৰবি ভাষাৰ জন্ম নগা আৰু কুকি-চীন ভাষাৰ সংমিশ্ৰণৰ ফলত সৃষ্টি হোৱা বুলি ক'লে বোধকৰো ভুল কৰা নহব।'' ইত্যাদি। কাৰবি ভাষাৰ লগত মনখেমেৰ ভাষাৰ মিলৰ কথা আগতে কৈ অহা হৈছে। ইয়াৰ ভিতৰত মূল মিল হ'ল দুয়োটা ভাষাতে প্ৰচুৰ পৰিমানে ব্যৱহাৰ হোৱা অনুসৰ্গ আৰু উপসৰ্গ সমূহ। স্ত্ৰী বাচকৰ পৰা আৰম্ভ কৰি সংখ্যা বাচক উপসৰ্গৰ প্ৰয়োগ দুয়োটা ভাষাত আছে। ক্ৰিয়া বিশ্লেষণীয় উপসৰ্গৰ কোনো সীমা-সংখ্যাই নাই বুলিব পাৰি। কাজেই দুয়োটা ভাষাৰ সম্বন্ধ একেবাৰে ওচৰ যেন লাগে। আৰু এটা যুক্তি খাচী ভাষা চবাছ (S) আৰু ল্ (L) ধ্বনিৰে শেষ হোৱা কোনো শব্দ নাই। সেই একেই কথা খাটে কাৰবি ভাষাত। নিজা শব্দ নাইতো নায়েই অন্য ভাষাৰ পৰা অনা শব্দও তেওঁলোকে ভালকৈ উচ্চাৰণ কৰিব নোৱাৰে। উদাহৰণ স্বৰূপে বাছ (Bus) শব্দটো কাৰবি আৰু খাচীয়া মানুহে বাত (But) বুলিহে উচ্চাৰণ কৰিব। সেইদৰে বল (Ball) শব্দটো বৰ (Bare) বুলিহে উচ্চাৰণ কৰিব। কিন্তু এইখিনিতে এটা কথা মন কৰিব লগীয়া যে কাৰবি ভাষাৰ তিনিটা জলজল-পটপট ঠাল আছে। পাহাৰত খাচীয়া-জয়ন্তীয়াৰ সৈতে বাস কৰা কাৰবিসকলৰ ভাষাৰহে 'মান্য কাৰবি ভাষা বুলা হৈছে। কামৰূপীয়া বা যমুনামুখীয়া ভাষাক কাৰবি উপভাষা বুলিহে কোৱা হৈছে। উপৰোক্ত খাচীয়া বা জয়ন্তীয়া ভাষাৰ লগত পাহাৰীয়া কৰবি ভাষাবোৰহে মিল আছে বাকী দুটা ঠালৰ অকণো মিল নাই। কাজেই এই মিল সংমিশ্ৰণৰ বাবেহে হোৱা বুলি কব লাগিব। কিয়নো মধ্যযুগত কাৰবিসকল খাচীয়া ছিয়েম নতুবা জয়ন্তীয়া ছিয়েমৰহে প্ৰজা আছিল। ৰজাঘৰীয়া কৃষ্টি, ভাষা গ্ৰহণ কৰাটো চিৰাচৰিত নিয়ম। কাজেই গ্ৰহণ কৰি লৈছে। ইয়াত ৰাজনৈতিক কাৰণহে মূল কাৰক। ভাষাতত্ত্ব বা নৃতত্ত্বৰ দৃষ্টিকোণেৰে এই মিলৰ কোনো মূল্য থাকিব নোৱাৰে। মুঠতে সহজ আৰু চমুকৈ ক'বলৈ হ'লে কাৰবি ভাষা, এই ঠালটো (পাহাৰীয়া) পূৰ্ণাংগ বহু সংশোধন, পৰিমাজন আৰু গ্ৰহণ-বৰ্জনৰ মাজেৰে পূৰ্ণতা লাভ কৰিছে। ইয়াত দক্ষিণ-পূব এছিয়া জনগোষ্ঠীয় ভাষাৰ যেনেকৈ উপাদান আছে তেনেকৈ নগা ভাষাগোষ্ঠীৰো প্ৰভাৱ আছে। সেইদৰে নব্য আৰ্য ভাষাৰ (অসমীয়াৰ) প্ৰভাৱো লেখত ল'বলগীয়া। তথাপিও এটা কথা ক'ব লাগিব যে, পাহাৰীয়া কাৰবি ভাষাৰ ওপৰত শেহতীয়াকৈ মনখেমেৰ ভাষাৰ প্ৰভাৱ সহজে চকুত পৰে। একেদৰে কামৰূপীয়া কাৰবি ভাষাত তান্ত্ৰিক যুগৰ অসমীয়া ভাষাৰ প্ৰভাৱ সহজতে চকুত পৰে। যমুনামুখীয়া কাৰবি ভাষাত নৱ বৈষ্ণৱী-অসমীয়াৰ প্ৰভাৱ সহজে চকুত পৰে। মুঠতে কাৰবি ভাষাৰ সম্পৰ্কে এতিয়ালৈকে হোৱা গৱেষণাই এই ভাষাৰ প্ৰাচীনতা প্ৰতিষ্ঠিত কৰিছে। কাৰবি ভাষাৰ সমসাময়িক ভাষাৰ সংখ্যা তেনেই তাকৰীয়া হৈ গৈছে বুলি কোৱা হৈছে। কাৰবি ভাষা মধ্য





আৰু দক্ষিণ পূব এছিয়াৰ প্ৰাচীনতম ভাষাসমূহৰ এটা বুলি পণ্ডিতসকলে ঠাৰৰ কৰিছে। কাৰবি ভাষাৰ বিষয়ে চমুকৈ কবলৈ হ'লে প্ৰথমতে ক'ব লাগিব ধ্বনিৰ কথা। কাৰবি ভাষাত মুঠ ১৬/১৮ স্বৰধ্বনি আৰু ৬০ টা মান ব্যঞ্জন ধ্বনি আছে। এই ধ্বনি সমূহৰ সৰহভাগেই দন্তমূলীয়া আৰু উচ্চ ধ্বনি। কাৰবি ভাষাৰ দুটা বৈশিষ্ট্য হ'ল— Intonation আৰু, Glotal stop. এইখিনি বৈশিষ্টৰ বাবেই কাৰবি ভাষাৰ বাবে লিপি উদ্ভাৱন কৰাটো দুৰূহ কাম হৈছে। কাৰবি ভাষাত গণনা ১ৰ পৰা ১০০ লৈ কৰা পদ্ধতি কিন্তু সৰল নহয়। ১ পৰা ১০ লৈ বেলেগ। ১০ৰ পৰা ২০ লৈ বেলেগ পদ্ধতি। ২১ৰ পৰা ১০০লৈ পদ্ধতিত অলপ পাৰ্থক্য আছে। উদাহৰণস্বৰূপ ইছি, হিনি, কেথম ফ্লি, ফ', থ্র, থকছি নেৰকেপ, ছিৰকেপ কেপ। পুনৰ ১১ৰ পৰা ২০লৈ — ক্লে ইছি, ক্লে'হিনি... ইংকই (বিশ) পুনৰ (ইংকই ৰা ইছি) ইংকই ৰা হিনি (২২) ... থংকেপ (৩০)। থংকে পৰ' ইছি (৩১) ... ফাৰ' (১০০) কাৰবিসকলে চান্দ্ৰমাহত দিন গণনা কৰে। কিন্তু এই কেলেণ্ডাৰ পূৰ্ণাঙ্গ বা আসোৱাহযুক্ত বুলি ক'ব নোৱাৰি। খুবসম্ভৱ টাই-ছানৰ দিন গণনাৰ পৰা লোৱা হৈছিল কিন্তু কিবা কাৰণত পূৰ্ণতা নেপালে। বছৰত ১২ টা মাহ, সপ্তাহত ৭ টা দিন। দিনত তিনিটা ভাগ। ৰাতি তিনিটা ভাগ— এনেকে গণনা কৰা হয়। কাৰবিৰ সামাজিক, আধ্যত্মিক জীৱনত তিনি (৩) সংখ্যাটো নতুবা তাৰ গুণকৰ কিবা গভীৰ সম্পৰ্ক আছে। যেনে— লংৰি ক্ৰেহিনি (বাৰখন ৰাজ্য), ছাখি ছিৰকেপ (পূজাৰ অন্তত নটা দিশক সাক্ষী লোৱা কাৰ্য্য), চিক্ল জনক্ৰেহিনি (বাৰ মাহ), লাং জইথ্ৰক (শপত দিওঁতে খুওৱা ছয়ঢোক পানী), খেই ক্ৰেহিনি-মাই ক্ৰেহিনি (বাৰখন মেল-বাৰজাতি মানুহ) প্লাকৰ'পী আতি পুমক্ৰেহিনি (মানৱৰ উৎপত্তি হোৱা প্ৰথম বাৰটা কণী)। অ'ৰে ক্ৰেহিনি (বাৰটা জন্ম), ফু থংকেপ (৩০ টা উপৰিপুৰুষ) ইত্যাদি। ইয়াত উল্লেখ কৰা সংখ্যা সমূহে নিৰ্দিষ্ট সংখ্যাটোৰ সলনি বহুত (Many, more, much) আদি অৰ্থহে প্ৰকাশ কৰে। প্ৰত্যেকটো সংখ্যাই ৩ বা ৩ ৰ গুণক। থ্ৰক (৬ =৩ $\times$ ২), ছিৰকেপ (৯ = ৩ $\times$ ৩), ক্ৰেহিনি (১২ = ৩ $\times$ ৪) থমকেপ (৩০=৩ $\times$ ১০)। এই বৈশিষ্ট্যৰ ওপৰত অধ্যয়ণৰ এটা থল আছে।

কাৰবি ভাষা সাধাৰণতে তিনিটা স্তৰত ব্যৱহাৰ হয় বাবে ভাষাৰ শৈলীও তিনি ধৰণৰ। পৰ্যয়ৰ গীত-মাতত ব্যৱহাৰ হয়। (২) কাব্যিকভাষা ঃ কাৰবি গীত-মাত আৰু নানা নীতি-নিয়ম, লোকাচাৰৰ নিৰ্দেশনা, পুৰাকাহিনী, লোকগীত সমূহ এইস্তৰৰ ভাষাত ৰচিত। এই ভাষাৰ বৈশিষ্ট্য হ'ল কোনোটা কথা প্ৰত্যক্ষ নহৈ পৰোক্ষভাৱেহে ভাব প্ৰকাশ কৰে। এক প্ৰকাৰৰ গুপ্ত ভাষাৰ নিচিনা। ইয়াত অন্য ভাষাৰ শব্দৰ প্ৰচুৰ প্ৰয়োগ হয়। সাধাৰণতে খাচীয়া, জয়ন্তীয়া, অসমীয়া, উৰ্দু, বঙালী শব্দৰ প্ৰয়োগ

দেখা যায়। অন্য ভাষাৰ শব্দৰ প্ৰয়োগে সাধাৰণ শ্ৰোতাক সহজে তত্ত্বৰ অৰ্থৰ বুজাত বাধা জন্মায়। (৩) দেৱ ভাষা ঃ পূজা-পাতলৰ সময়ত আৰাধ্যক উদ্দেশ্যি প্ৰয়োগ কৰা হয়। এই ভাষাৰ জৰিয়তে প্ৰাৰ্থনা, গুণানুকীৰ্তন, ব্যাখ্যা আগবঢ়োৱা হয়। ৰজা বা ৰজাৰ পাৰিষদৰ সৈতেও এই ভাষাতে কথা-বতৰা পতা হয়। এই ঘটনা ৰজাক দেৱতাৰ অংশ বোলা ধাৰণা যে কাৰবি সমাজতো প্ৰচলিত আছিল তাৰ প্ৰমাণ হয়। এই ভাষাত প্ৰচুৰ পৰিমাণে সুৰীয়া শব্দ ব্যৱহাৰ কৰা হয় আৰু কোনো কথাই পোনপতীয়াকৈ ব্যক্ত কৰা নহয়। ভাষাটোৰ প্ৰয়োগ বিশেষ-বিশেষ সময়ত বিশেষ-বিশেষ সুৰত আবৃত্তিৰ জৰিয়তেহে কৰা হয়। এই ভাষা সহজবোধ্য নহয়। ই সাধাৰণতে পুৰোহিত শ্ৰেণী আৰু ৰাজবিষয়াৰ মাজত সীমাবদ্ধ। কাৰবি ভাষা এটা পূৰ্ণাঙ্গ আৰু বহু বৈশিষ্ট্যৰে ভৰা ভাষা। ভাষাতত্ত্বৰ বাবে অতি সাৰুৱা ক্ষেত্ৰ। মানৱ সভ্যতাৰ এটা যুগৰ প্ৰতিনিধিত্ব কাৰবি ভাষাই কৰিছে। গতিকে ইয়াৰ ওপৰত বিশেষজ্ঞসকলে দৃষ্টি দিলে সকলোৰে বাবে মংগল।

**সাহিত্য ঃ** কাৰবি সাহিত্য মৌখিক সাহিত্য। ঊনবিংশ শতিকাৰ আগলৈকে কাৰবিসকলৰ কোনো লিখিত সাহিত্য নাছিল। কাৰবিৰ সকলো গীত-মাত, মন্ত্ৰ, সাধুকথা নতুবা তাত্বিক কথাবোৰ মুখে-মুখেহে চলি আহিছিল। ঊনবিংশ শতিকাৰ শেষৰ ভালে আমেৰিকান বেপ্টিছ মিছনেৰীসকলে প্ৰথমতে গোলাঘাট, মাজতে নগাঁও আৰু শেষলৈ তিকাৰ পৰা ধৰ্মপ্ৰচাৰৰ অৰ্থে খ্ৰীষ্টধৰ্মৰ পুথি পাঁজি প্ৰকাশ আৰম্ভ কৰে।

কাৰবিৰ মৌখিক সাহিত্য অতি চহকী। পুৰোহিত, ৰাজবিষয়া আৰু গাঁৱৰ মুখিয়ালসকলে এনে সাহিত্য পুৰুষানুক্ৰমে সংৰক্ষণ, প্ৰচাৰ আৰু প্ৰসাৰ কৰি আহিছে। মৌখিক সাহিত্যৰ ভিতৰত (১) পুৰাণ সদৃশ সাহিত্য, (২) সৃষ্টিৰ বিষয়ক সাহিত্য, (৩) পাৰলৌকিক তত্ত্ব সমন্ধীয় সাহিত্য, (৪) মন্ত্ৰ, (৫) সাধুকথা, (৬) প্ৰণয়ী গীতি সাহিত্য, (৭) মালিতা, (৮) মৌখিক বুৰঞ্জী, (৯) সামাজিক নীতি নিয়ম সমন্ধীয় সাহিত্য, (১০) গোত্ৰক্ৰম আৰু ৰাজপৰিয়াল ক্ৰম সমন্ধীয় সাহিত্য পোৱা যায়। এই মৌখিক সাহিত্যৰ আয়তন কিমান হ'ব পাৰে অনুমান কৰা কঠিন। উদাহৰণ স্বৰূপে কাৰবি পুৰা কাহিনীৰ কোনো আদি অন্ত নাই। হেম্ফুৰ লীলা সমন্ধীয়ই প্ৰায় ১০,০০০ টামান পুৰা কাহিনীৰ সমষ্টি। তেনেকে সৃষ্টি বিষয়ক সাহিত্য কলেৱৰো বৃহৎ। পৃথিৱী, চন্দ্ৰ, সূৰ্যৰ পৰা আৰম্ভ কৰি সমুদায় জীৱ-জন্তু, গছ-বিৰিখ, চৰাই-চিৰিকতিৰ সৃষ্টিৰ কাহিনী বৰ্ণিত আছে। প্ৰকাণ্ড হাতীৰ পৰা আৰম্ভ কৰি পৰুৱা, চিঁয়াহিঁলৈকে প্ৰত্যেকৰে সৃষ্টিৰ কাহিনী পোৱা যায়। মৌখিক সাহিত্যৰ সৰহসংখ্যকেই পদ্যৰ ছন্দত ৰচিত। একমাত্ৰ সাধু কথাক বাদদি বাকী সকলোবোৰেই পদ্যত ৰচিত।





ছন্দসমূহ চিৰাচৰিতভাৱে ছেংলং, মাহিন, ল'ৰি, সান্দুং ইকলিক আদি। ইয়াৰ উপৰিও আৰু দুটামান ছন্দপোৱা যায়। কিন্তু এইবোৰৰ প্ৰয়োগ সীমিত। এনে ছন্দবোৰৰ ভিতৰত এতলেত, মাৱেত ইত্যাদি। কাৰবিৰ মৌখিক সাহিত্যৰ সংগ্ৰহ আৰু সংৰক্ষণৰ কাম আজিলৈকে সীমিত হৈ আছে। ঁবংলং তেৰাং, সিংহ তেৰাং দিলি, বাৰেলং তেৰাং, লংকাম তেৰন, ৰংবং তেৰাং,ঁ ছামছিং হাঞ্চে,ঁ প্ৰেমকান্ত, মহন, ডঃ দিলীপ কতি আদিয়ে কিছু সংগ্ৰহ আৰু প্ৰকাশ কৰিছিল। পৰৱৰ্তী কালত বিদৰ ছিং ক্ৰ' লুঞ্চে তিমুং, বিদৰছিং ৰংপি, চিত্ৰ কুমাৰ বে, ফুলমতী তেৰনপী,ঁছাতি তেৰনপী, ঁবাছা ইংতি কাথাৰ, হাৰছিং কাথাৰ, কাথাৰ হাঞ্চে, ৰা ইংতি আদিয়ে বিক্ষিপ্তভাৱে সংগ্ৰহ আৰু প্ৰকাশ কৰিছে। এই সকলৰ ভিতৰতঁলাংকাম তেৰণ,ঁছামছিং হাঞ্চে, লুঞ্চে তিমুং আদিৰ অৱদান ব্যাপক।

ঊনবিংশ শতিকাৰ শেষৰ ভাগত বেপ্টিছ মিছনেৰীসকলে ছাৰদকা পেৰিন কে (ছাৰদকা ইংতি)ৰ সহায়ত, বাইবেলৰ কাৰবি অনুবাদ ৰোমান লিপিত প্ৰকাশ কৰে। পৰৱৰ্তী সময়ত, "বিৰতা কিমি" "আৰনাম আলাম" নামেৰে বাৰ্তালোচনী প্ৰকাশ কৰা হয়। ইয়াত আগভাগ লয় — P.E. Moore, Neibour, Carwel, আৰু শেষৰ পিনে Houghton এ তেওঁলোকৰ তাগিদাতে বাছাপী ইংতিপী, থেংকুৰ ছিং ইংতি, আদিয়ে পাঠশালাৰ বাবে, বিতুছ', ৰ'পী আকিতাপ, কালাখা আচিতাপ প্ৰকাশ কৰা হয় আৰু মূলত প্ৰৱৰ্তন কৰা হয়। বিংশ শতিকাৰ আৰম্ভণিত ঁছেমছন ছিং ইংতি নেতৃত্বত পুনৰ এটা ঢৌ উঠে। মেমান লিপিৰ পৰিবৰ্তে অসমীয়া লিপিত কাৰবি ভাষা লিখা আৰম্ভ হয়। স্কুলীয়া পাঠ্যপুথি আৰু জাতিপ্ৰেম মূলকগীত ৰচিত হয়। লগতে জিলা গঠনৰ বাবে জনমত গঠন কৰিবলৈ বহুতো গীত, কবিতা, গল্প, প্ৰৱন্ধ ৰচিত হয় ভালেকেইজন লিখকৰ দ্বাৰা। পৰিতাপৰ কথা এইসকল লিখক বা তেওঁলোকৰ কৰ্মৰাজিৰ কোনো দস্তাৱেজ ৰখা নহ'ল আৰু কোনোদিনেই পোহৰলৈ নাহিল। পাহৰণিৰ গৰ্ভত এটা যুগ লীন গ'ল। ইয়াৰ পৰৱৰ্তী যুগ নৱজাগৰণৰ যুগ। জিলা গঠনৰ পাচত কাৰবি সমাজলৈ শিক্ষাৰ প্ৰসাৰ দ্ৰুত গতিত হ'ল। অসমীয়া মাধ্যমৰ জৰিয়তে প্ৰাণ্য-পাচ্যাত্যৰ সাহিত্য জগতৰ লগত কাৰবি নকৈ শিক্ষিত হোৱা যুৱদলৰ উত্থান ঘটিল। তেওঁলোকে অসমীয়া লিপিত কাৰবি সাহিত্য চৰ্চা আৰম্ভ কৰিলে। ইয়াতেই আধুনিক কাৰবি সাহিত্যৰ যুগৰ আৰম্ভণি বুলি কব পাৰি। "কাৰবি", "অ'ৰে কিমি", 'ছামখ্ৰি আতুৰ", "আৰণি কেৰাং" "মনজিৰ" আদি আলোচনীয়ে আত্মপ্ৰকাশ কৰিলে। বহুতো নতুন নতুন লেখক-লেখিকাই আত্মপ্ৰকাশ কৰিলে। সেইসকলৰ ভিতৰত অগ্ৰজসকল হ'ল —ঁবংলং তেৰাং,ঁবাৰেলংঁতেৰাং,ঁধনীৰাম ৰংপি, ঁলাং কাম তেৰন, ৰংবং তেৰাং,ঁছামছিং হাঞ্চে, লুঞ্চে তিমুং আদি। ইয়াৰ

পাচৰ চমে লেখক-লেখিকাৰ ভিতৰত বিদৰ ছিং ব্ৰ', বিদৰ ছিং ৰংপি, ধনেশ্বৰ ইংতি, ছাৰনৎ হাঞ্চে, ঁ মেনছিং তেৰাং, ঁকেহাই বে, লংছন্দ্ৰ তিছ', ছিং ক্ৰ', চিত্ৰ কুমাৰ বে, অৰুণ তেৰণ আদিয়েই প্ৰধান। সত্তৰ দশকৰ শেষৰ ফালে কাৰবি ভাষা পুনৰ ৰোমান লিপিৰে লিখাৰ সিদ্ধান্ত লোৱা হ'ল। ইয়াৰ পাচৰ পৰাই এক নতুন ধাৰা প্ৰবৰ্তন হ'ল বুলিব পাৰি। কাৰবি সাহিত্য মৌখিক সাহিত্যসমূহৰ অন্বেষণ আৰু সংৰক্ষণৰ লগতে মৌ কি ৰচনাই প্ৰাধান্য লাভ কৰিলে। এইচাম সাহিত্যকৰ্মীয়ে সাহিত্যৰ বিভিন্ন শিতানলৈ অৱদান আগবঢ়াই কাৰবি সাহিত্যক চহকী কৰিলে। স্বাভাৱিকতে এই চামৰ সংখ্যা অধিক। কাজেই সৃষ্টি কৰ্মও অধিক। আধুনিক তথ্য প্ৰযুক্তি আৰু প্ৰচাৰ মাধ্যমৰ প্ৰসাৰে বহুতো নতুন-নতুন সাহিত্য সাধকক পোহৰলৈ আনিবলৈ সক্ষম হৈছে। এই সকলৰ ভিতৰথ ৰূপছিং তেৰন, জিত কুমাৰ ৰংপি, অজিৎ তিমুং, ফুলমতী তেৰনপী, দীপালী আম্ফি চেতিয়া, ছিকাৰী তিছ', নীলাম্বৰ ৰংপি, ধনীৰাম ইংলেং, ৰা ইংতি, কামাৰ হাঞ্চে, ধনীৰাম ৰংহাং, মণ্ডলছিং বে, জৰছিং বে, সুৰেন ক্ৰামছা, খয়াছিং হাঞ্চে, কামছিং হাঞ্চে, সিদ্ধি নাথ ৰংপি, বিদ্যাছিং ৰংপি, হাৰ্ডে কাথাৰ আদিৰ নাম থাউকতে ল'ব পাৰি।

আধুনিক শিক্ষাৰ প্ৰসাৰ আৰু আত্মনিয়ন্ত্ৰণৰ অধিকাৰ প্ৰাপ্তিৰ লগে-লগে নতুন ধ্যান-ধাৰণাই সমাজত খোপনি পুতিছে। ফলত নতুন-নতুন পৰীক্ষা আৰম্ভ হৈছে। নতুন-নতুন বহু কবি লেখকে আত্মপ্ৰকাশ কৰিছে। কিন্তু এইসকল নতুন প্ৰজন্মই সমাজত চাপ বহুৱাব পৰা নাই। তেওঁলোকৰ সম্পৰীক্ষাই সাহিত্যৰসিকৰ দৃষ্টি আকৰ্ষণ কৰিব পৰা নাই। এই সকলৰ ভিতৰত সময় ছেনাৰ, ছামক্ৰি ফাংচ', ছাৰহন বে, মজা ইংলেং আদিৰ লেখাই কাৰো কাৰোৰ প্ৰশংসা বুটলিবলৈ সক্ষম হৈছে। কিন্তু এইখিনিতে থমকি ৰোৱাৰ প্ৰশ্নই উঠিব নোৱাৰে। এইসকল নৱ প্ৰজন্মই অধিক পঠন আৰু অনুশীলনৰ জৰিয়তে নতুন-যুগৰ সূচনা নিশ্চয় কৰিব পাৰিব।

কাৰবি জনগোষ্ঠীৰ বিষয়ে লিখিবলৈ গ'লেই বহুতো সমস্যা আহি পৰে। প্ৰথম সমস্যা বিশাল কাৰিব কৃষ্টি-সংস্কৃতি, ভাষা-সাহিত্যৰ বাবে প্ৰয়োজনীয় প্ৰসঙ্গপুথিৰ অভাৱ। পুথিৰ উপৰিও সমল ব্যক্তিৰ অভাৱ। কাৰণ নৱ প্ৰজন্মৰ মাজত নিজৰ কৃষ্টিৰ বিষয়ে সামান্যতম, জ্ঞানৰো অভাৱ। "সমল ব্যক্তি" সকল যাতায়াতৰ অসাধুতাৰ বাবে থাউকতে পোৱা নাযায়। দ্বিতীয়তে যিখিনি প্ৰসঙ্গ পুথি বা সমল ব্যক্তি পোৱা যায় সেইখিনি হ'ল 'কণাৰ হাতী দৰ্শন" আৰু "চৰ্বিত চৰ্বন।" কাজেই কাৰবি ভাষা-সংস্কৃতিৰ অন্বেষণ মানেই "পাল মৰা কাম।"

শেষত ইয়াকেই ক'ব পাৰি যে সম্পূৰ্ণ নিষ্ঠা, শ্ৰদ্ধাৰে যদি কাৰবি সমাজখনক অধ্যয়ন কৰা যায় তেন্তে মানৱ জাতিৰ বাবে এক আপুৰুগীয়া সম্পদ হ'ব। কাৰণ





কাৰবি জনগোষ্ঠীয়েই হৈছে আটাইতকৈ মৌলিক আৰু বিশুদ্ধৰূপত থকা-জনগোষ্ঠী। কাৰবি সমাজ-সংস্কৃতিলৈ সংমিশ্ৰণৰ বতাহ বৰকৈ সোমোৱা নাই। গতিকে লোকাচাৰ, লোক সংস্কৃতিৰ সম্পদ কাৰবি সমাজতেই একমাত্ৰ বৰ্তি আছে। তাৰবাবে লাগে নিষ্ঠাৱান কৰ্মী। যি কৰ্মী আজিৰ যুগত নিশ্চয় এজন বিশেষজ্ঞ হ'ব লাগিব।



# তিৱা জনজাতি ঃ সমাজ সংস্কৃতি

বলাই ৰাম সেনাপতি

**প্ৰস্তাৱনা** ঃ বৃহৎ বড়ো জনগোষ্ঠীৰ ভিতৰুৱা বুলি ধৰা তিৱাসকল ভাষিক হিচাপে গাৰো আৰু ডিমাচা ককবৰকসকলৰ লগত মিল থকালৈ চাই, তেওঁলোকে এসময়ত একে জনগোষ্ঠীৰেই মানুহ আছিল বুলি ভাবিব পাৰো। তেওঁলোক এসময়ত ভৈয়ামতেই বাস কৰিছিল কিন্তু প্ৰবল প্ৰতাপী কোনো জাতিৰ আক্ৰমণত তিষ্ঠিব নোৱাৰি বিভিন্ন সময়ত বিভিন্ন স্থানলৈ স্থানান্তৰিত হৈ বেলেগ বেলেগ নামেৰে জনাজাত হৈ পৰিছিল। আহোম ৰজা জয়ধ্বজ সিংহ আৰু ৰাজেশ্বৰ সিংহৰ দিনত তিৱাসকলৰ কিছুমান ভৈয়ামলৈ নামি আহে, তেতিয়া তেওঁলোকে ভৈয়ামলৈ নামি অহা সম্পৰ্কে ৰহিয়াল বৰুৱা টেলেকা সন্দিকৈৰ আগত এনেদৰে কৈ দুখ প্ৰকাশ কৰিছিল যে— "আমাৰ দেশত ৰজাৰ পোৱে ৰজা হ'ব নেপাই চাকৰ খাটিব পায়। জীয়ৰীৰ পোহে ৰজা হ'ব পাই, সোণ পিন্ধিব নাপায় পিন্ধিলেও হাত কাটি নিয়ে, এনে অসন্মানী দেশ জানি ত্যাগী আহিছোঁ।' ইয়াৰ পৰা এই কথা প্ৰতীয়মান হয় যে এসময়ত তেওঁলোকে পিতৃপ্ৰধান জাতিৰ মানুহেই আছিল, কিন্তু জয়ন্তীয়া ৰাজ্যত বাধ্যত পৰি জয়ন্তীয়াসকলৰ দৰে মাতৃপ্ৰধান জাতিত পৰিণত হ'ল। তিৱাসকলৰ শাৰীৰিক গঠন মঙ্গোলীয় জনগোষ্ঠীৰ লগত একে, মুখ বহল, নাক চেপেটা, দাড়ি-গোঁফ কম, উচ্চতা মজলীয়া, ছল-চাতুৰী নাজানে, কিন্তু কোনোৱে ছল-চাতুৰী কৰিলে সহ্য নকৰে। তেওঁলোক কৰ্মঠ কিন্তু ছল-চাতুৰী নাজানে কাৰণেই দৰিদ্ৰ। কিছু দিনৰ আগলৈকে তেওঁলোক লালুং নামেৰে পৰিচিত আছিল। কিন্তু বৰ্তমান তেওঁলোকে নিজকে তিৱা বুলি চিনাকি দিহে ভাল পায়।

**জনসংখ্যা আৰু ভৌগোলিক অৱস্থান** ঃ ১৮৯১ চনৰ লোকপিয়লত তেওঁলোকৰ জনসংখ্যা ৫২,৪২৩ জন আছিল। ২০০১ চনত তেওঁলোকৰ জনসংখ্যা ১,৭০,৬২২ জন হৈছেগৈ। বৰ্তমান তিৱাসকল নগাঁও, মৰিগাঁও, ধেমাজি, কাৰ্বি





আংলং, মেঘালয়ত বাস কৰি আছে। এই বিভিন্ন ঠাইত বাস কৰা তিৱাসকলৰ সমাজ ব্যৱস্থা আৰু ৰীতি-নীতিও ঠাইভেদে বেলেগ বেলেগ হৈছে। বৰ্তমান এই প্ৰবন্ধত বাৰপূজীয়া অঞ্চলৰ তিৱাসকলে কেনেদৰে সামাজিক নীতি-নিয়মবোৰ পালন কৰি আছে, তাৰ এটি থূলমূল বিৱৰণ দিয়া হ'ল।

বৰ্তমান বাৰপূজীয়া অঞ্চলৰ তিৱা জনগোষ্ঠীৰ মানুহখিনিৰ সামাজিক স্তৰ তিনিটা। প্ৰথম স্তৰটিত ঘৰখন যিটো বংশৰ সেই বংশৰ সকলো লোককে সামৰি এটা বংশৰ গোট হয়। এই গোটৰ মুখীয়ালজন হ'ল ঘৰৰ বুঢ়া। তেখেতৰ সহায়কাৰী হ'ল হাতাৰী বা সৰু বুঢ়া আৰু হাৰীকুঁৱৰী দ্বিতীয় স্তৰটিত হ'ল খেল। কেইবাটাও বংশ লগলাগি একোখন খেল হয়। খেলৰ ভিতৰুৱা বংশবিলাকৰ ঘৰৰ বুঢ়াবিলাকে এই খেলখন পৰিচালনা কৰে। তৃতীয় স্তৰটি হ'ল বাৰ খেল। এই বাৰখেল কেইবাখনো খেলৰ বংশৰ ঘৰৰ বুঢ়াসকল লগলাগি গঠিত হয়। বংশৰ কোনো সমস্যা বংশৰ লোকসকলে মীমাংসা কৰি দিব নোৱাৰিলে খেলৰ বুঢ়াসকলে মীমাংসা কৰি দিয়ে আৰু খেলে মীমাংসা কৰিব নোৱৰা বিষয় হ'লে বাৰখেলৰ মুখীয়ালসকলে মীমাংসা কৰি দিয়ে। তিৱা সমাজৰ নিয়মমতে পিতৃ-মাতৃক হাত দঙা বা মৰা গুৰুতৰ অপৰাধ। এই গুৰুতৰ অপৰাধৰ বাবে দোষীয়ে খেলে নিৰ্দিষ্ট কৰি দিয়া ধন খেলৰ ওচৰত জৰিমনা ভৰিব লগা হয়, লগতে ৰাইজক মদ খুৱাব লগা হয়। সেইদৰে পিতৃস্থানীয়, মাতৃস্থানীয় লোকৰ ক্ষেত্ৰতো তেনে কৰিলে দোষীয়ে তদ্ৰূপ দণ্ড ভৰিব লগা হয়। ককায়েক বা বৌৱেকক হাত দাঙিলে বা মাৰিলে তাতোকৈ অলপ কম পৰিমাণৰ ধন আৰু মদ ভৰিব লাগে। অগম্যাগমন, গো-বধ আদি গুৰুতৰ অপৰাধৰ কাম কৰিলে, সেই ক্ষেত্ৰত বাৰখেলেহে বিচাৰ কৰি সিদ্ধান্ত ল'ব পাৰে। বাৰখেলৰ সিদ্ধান্ত অনুসৰি খেল আৰু বংশই দোষীক দণ্ড কৰে। সেইদৰে বংশভিত্তিক পূজা-পাতলৰ কামবোৰ খেলৰ সহযোগত বংশৰ বৰঘৰত কৰে, কিন্তু বৰঘৰৰ বাহিৰত থান পূজা কৰিবলৈ হ'লে বাৰখেল লগ লাগিহে কৰে। তিৱাসকলৰ মাজত বৰ্তমান যিবোৰ বংশ বা গোত্ৰৰ নাম পোৱা গৈছে সেইবোৰ তেওঁলোকৰ আদিম মাতৃৰ নামৰ পৰা নাইবা বাস কৰি অহা ঠাইৰ নামৰ পৰা উৎপত্তি হৈছে যেন লাগে। পাহাৰৰ তিৱাসকল বৰ্তমান মাতৃপ্ৰধান। ভৈয়ামৰ তিৱাসকল পিতৃপ্ৰধান। ভৈয়ামত পিতৃপ্ৰধান হ'লেও কোনো ছোৱালীক ঘৰ জোঁৱাই ৰাখি দিলে ছোৱালীজনীয়েও পৰিয়ালৰ ঘৰৰ বুঢ়াৰ লগত পূজা-পাতলত ভাগ ল'ব পৰা সন্মানীয় হাৰীকুঁৱৰী বাব পায়। একে বংশ বা গোত্ৰৰ লোকসকলে ইজনে সিজনক ভাই-ককাই বা বাই-ভনী বুলি ভাবে। তেওঁলোকৰ মাজত বিবাহ হ'ব নোৱাৰে। কেনেবাকৈ যদি হয় সেইটো গুৰুতৰ অপৰাধ বুলি গণ্য কৰা হয়।

উপাস্য দেৱতাৰ পূজাৰ স্থলী বৰঘৰ ঃ এই পূজাৰ ঘৰটি উত্তৰা-দক্ষিণা বা পূবা-পশ্চিমাকৈ সাজে। বৰঘৰটিৰ বেৰ দিওঁতে মূধচৰ তলেদি ওলোৱা-সোমোৱা বাট ৰাখি মাজত এখন বেৰ দি কোঠা দুটি কৰে। প্ৰথম কোঠালিৰ বেদীত বৰদেউ, মাহাদেউ, ঘৰজ্যোতি, গৰগোসাঁনী, কামাখ্যা, কালিকা দেৱীক পূজা কৰে। দ্বিতীয় কোঠালিৰ বেদীত মৃত পিতৃ পুৰুষসকলক সোঁৱৰণ কৰি পূজা কৰে। ঘৰ সাজোতে প্ৰথম স্থাপন কৰা পবিত্ৰ থুনা খুঁটাটোৰ দাঁতিতে এটা বাঁহৰ চুঙাত এপাট সৰু যাঠি ভৰাই থয়। এই সৰু যাঠি পাটেৰে মৃতকৰ সৰাধৰ দিনা গাহৰি খুঁচি উপাস্য দেৱতাক উছৰ্গা কৰে। প্ৰতিটো বংশ বা গোত্ৰৰে একোটাকৈ সুকীয়া সুকীয়া বৰঘৰ আছে। সেই বৰঘৰতেই ঘৰৰ বুঢ়া হাতীৰ হাৰী নিজা নিজা কুঁৱৰীৰ সহযোগত বংশৰ পূজা-পাতলৰ কামবোৰ সেই বংশৰ মানুহবোৰে কৰে। তিৱাসকলে নতুনকৈ কুমলীয়া তামোল খাবলৈ হ'লে বৰঘৰৰ দেও সেৱা পাতি উপাস্য দেৱতালৈ আগবঢ়াই তাৰ পাছতহে কুমলীয়া তামোল খায়। বংশৰ মৰা মৃতকৰ শৰাধৰ কামো বৰঘৰতেই কৰি খেল আৰু বহুলোকক অন্ন ভোজন কৰায়। বংশৰ ল'ৰা-ছোৱালীৰ অশৌচ খেদোৱা কামো বৰঘৰতেই কৰে। এই বৰঘৰতেই নতুন ধান ঘৰলৈ অনাৰ পিছত, সেই ধানেৰে মদ ৰান্ধি আঘোণ মাহত খেলৰ বুঢ়াসহ বহুজনক মাতি আনি খুৱাই বংশৰ লোকসকলে সেৱা কৰি আশীৰ্বাদ লয়। ইয়াৰ বাহিৰেও বিহুকেইটিত বৰঘৰত উপাস্য দেৱ-দেৱী, পিতৃ-পুৰুষক পূজা কৰি সান্দহ পিঠা-পনা আগবঢ়ায়। বংশৰ কোনো লোকে পাপ কৰিলেও বৰঘৰতেই প্ৰায়শ্চিত্ত কৰি ব্যক্তিক শুচি কৰে। ল'ৰাক গভীয়া চপোৱা আৰু কন্যাক ল'ৰাই পলুৱাই নিয়াৰ পিছত এই বৰঘৰতেই বৰঘৰৰ দেৱ-দেৱীক স্তুতি কৰি খেলৰ বুঢ়াসকলে ল'ৰা-ছোৱালীৰ বিয়া পাতি দিয়ে। কন্যাৰ কুলৰ পৰা দৰাৰ কুলত কন্যাক তুলিবৰ বাবেও এই বৰঘৰতেই কুকুৰা চৰাই কাটি কন্যাক দৰাৰ কুলত তুলি দিয়া হয়।

সন্তানৰ জাত কৰ্ম ঃ যেতিয়া মাতৃগৰাকীৰ প্ৰসৱৰ সময় হয় তেতিয়া দুই-তিনিগৰাকী অভিজ্ঞ মহিলাই সন্তান সম্ভৱা মাতৃগৰাকীৰ ওচৰত থাকি সকলো দিহা-পৰামৰ্শ দিয়ে। সেইকেইগৰাকী মহিলাক ওজানী বোলে। যেতিয়া মাতৃগৰাকীৰ গৰ্ভৰ পৰা সন্তানটি ভূমিষ্ঠ হয় আৰু ভূমিষ্ঠ হোৱাৰ পিছতো যদি ফুল গছি কেঁচুৱাৰ লগে লগে বাহিৰলৈ ওলাই নাহে তেনেহ'লে ফুল গছি বাহিৰলৈ ওলাই আহক বুলি এছটা কাপোৰ বোৱা বেওঁ লৈ এজনে ইপাৰৰ পৰা প্ৰসূতি থকা ঘৰৰ ওপৰেদি সিপাৰে পৰাকৈ দলি মাৰি দিয়ে। সন্তান আৰু ফুল গছি বাহিৰ হোৱাৰ পিছত এগৰাকী অভিজ্ঞ ওজানীয়ে নাড়ীৰ পৰা পাঁচ আঙুল ওপৰত এৰাঁ সূতাৰে বান্ধি ধাৰ থকা বাঁহৰ চেঁচুৰে চেঁচুৰে নাড়ী ছেদন কৰে। নাড়ী কটা বাঁহৰ চেঁচুডোখৰ প্ৰসৱিনীয়ে





প্ৰসৱৰ সময়ত আশ্ৰয় লোৱা খুঁটাটোৰ পৰা লোৱাৰ নিয়ম। বাঁহৰ খুঁটা নহ'লে অন্য বাঁহৰ চেঁচুৰে ছেদন কৰাতো একো বাধা নাই। সন্তান ভূমিষ্ঠ হোৱাৰ পিছত প্ৰসৱিনীক ধান খেৰৰ শুতিত বহিবলৈ দি কিছু সময় জিৰণি ল'বলৈ দিয়ে। এই সময়ত কাঠৰ বা অন্য আসন ব্যৱহাৰৰ কৰিবলৈ নিদিয়ে। প্ৰসূতিয়ে সেই সময়ত বহাৰ পৰা জোৰেৰে উঠিব বিচাৰিলে প্ৰসূতিগৰাকীৰ পেট কামোৰে। ইয়াকে তিৱাসকলে আদালা কামোৰা বুলি কয়। এই আদালা কামোৰ সন্তানৰ নাড়ী সৰাৰ পিছত ভাল হয়। কেতিয়াবা প্ৰসূতিয়ে মৃত সন্তান প্ৰসৱ কৰিলে সন্তানৰ জীৱ কিজানি ফিৰি আহে এনে আশাৰে কাঁহী-বাটি বজাই শব্দ কৰে, ফুল গছিত লো তপতাই সেক দিয়ে তথাপি জীৱ নাহিলে তেতিয়াহে নাড়ী ছেদন কৰে। ফুল গছি নাড়ীৰ অন্যান্য অংশটোৰ সৈতে সদ্যবাজ হোৱা স্ৰাৱবোৰ আৰু নাড়ী ছেদন কৰা চেঁচুপাত সূতিকা গৃহৰ পৰা দূৰত দকৈ গাঁত খান্দি পুতি থয়। তিৱাসকলে বিশ্বাস কৰে যে ফুলগছি অন্যান্য অংশৰে সৈতে দূৰৈৰ দ গাঁতত পুতিলে নাৰীগৰাকীৰ সন্তান জন্মৰ আনজ দীঘল হয় আৰু লগতে ইকৰা এটুকুৰা পুতিলে পিছৰবাৰত সূতিকাৰ পুত্ৰ সন্তান জন্ম হ'ব বুলি ভাবে। সন্তান জন্ম হোৱাৰ পিছত ফুলগছি বাহিৰ কৰোঁতে কেতিয়াবা প্ৰসৱিনীৰ নাড়ীৰ অংশ বাজলৈ ওলাই আহিলে তাক পুনৰ আগৰ স্থানত স্থাপন কৰি নাৰিকল তেল অলপ গৰম কৰি নাড়ীটো মালিচ কৰি দিয়ে। নাড়ী ছেদনৰ পিছত সন্তানটিক মাকে কুহুমীয়া গৰম পানীৰে গা-ধুৱাই দিয়ে আৰু মাকক খেৰৰ শুতিত বহিবলৈ দিয়ে। গা ধোৱাওঁতে মাকে হাতৰ তলুৱাৰে লাহে লাহে মূৰৰ পৰা ক্ৰমে তললৈ মৃদুভাৱে ঘঁহি ঘঁহি পৰিষ্কাৰ কৰে। হাতৰ পাছপিঠিৰে আৰু দেহৰ তলৰ অংশৰপৰা ওপৰলৈ গা ধোৱাটো বিধি নিষেধ। প্ৰসৱিনীগৰাকী প্ৰথমে সন্তানক এৰি বাহিৰলৈ ওলাবলৈ হ'লে সন্তানক পিঠি দি বাহিৰলৈ ওলোৱাটো বিধি নিষেধ। প্ৰসূতিয়ে বাহিৰলৈ ওলাবলৈ হ'লে সন্তানটোৰ ওপৰত চকু ৰখি পিছুৱাই পিছুৱাই দুৱাৰডলিৰ ওচৰ পালে সোঁ ভৰিৰে দুৱাৰডলিত গোৰ এটি মাৰি বাহিৰলৈ ওলাই যাব লাগে এইটোৱে বাহিৰলৈ যোৱাৰ নিয়ম। সন্তানৰ নাড়ী নসৰালৈকে এই নিয়ম প্ৰসূতিগৰাকীয়ে মানি চলে। সন্তানৰ নাড়ী নসৰালৈকে সন্তানক বাহিৰলৈ উলিয়াব দিয়া নহয়। সন্তানক বাহিৰ নুলিওৱালৈকে গোটেই বংশটোৰ মানুহবোৰে কোনো পবিত্ৰ কামত হাত দিব নোৱাৰে আৰু ভঁৰালৰ পৰা ধান উলিয়াব নোৱাৰে। অন্য বংশৰ লোকসকলেও সন্তান জন্ম হোৱা বংশটোৰ কেঁচা চুৱা থকা বুলি কৈ তেওঁলোকৰ পবিত্ৰ কৰ্মত অংশগ্ৰহণ কৰিবলৈ নিদিয়ে। সন্তানৰ জন্মৰ পৰাতেই প্ৰসূতিগৰাকীয়ে বা অন্য এগৰাকী মহিলাই বগা মাটি আৰু গোবৰ লৈ সূতিকা থকা ঘৰতো পৰিষ্কাৰ কৈ মচে। ন বজাত সন্তান আৰু মাকক শুৱৰ কাৰণে জাৰকালি হ'লে ধান খেৰ তলত দি ওপৰত নল বা বাঁহৰ

ঢাৰিৰে মাটিত বিছনা কৰি দিয়ে, লগতে আৰু সন্তানৰ ওপৰত অপদেৱতাৰ কু-প্ৰভাৱ নপৰিবৰ বাবে বিছনা তলত গোবৰ অলপ আৰু কাপোৰ বওঁতে ব্যৱহাৰ কৰা বেওঁ এচটা সুমুৱাই দিয়ে। সন্তানৰ মূৰ শিতানত সৰিয়হ ভৰাই তৈয়াৰ কৰা এটি সৰু গাৰু দিয়ে। স্ৰাৱ বন্ধ নোহোৱালৈকে কাঠৰ বা অন্য টান আসনত প্ৰসূতিক শুবলৈ বা বহিবলৈ নিদিয়ে। প্ৰসূতিৰ গা শুকাবলৈ আৰু সন্তানক খুৱাবলৈ গাখীৰ ওলাবৰ বাবে প্ৰসূতিক সন্তান জন্মৰ পিছৰ পৰা কুকুৰা চৰাইৰ মঙহ, কচু অমিতাৰ ৰন্ধা জ্বালযুক্ত আঞ্জাকেই প্ৰধান পথ্য হিচাপে খাবলৈ দিয়ে। মাছৰ ভিতৰত গৰৈ, শল বা শাল জাতীয় মাছ খৰিকাত দি শুকুৱাই তাকে প্ৰসূতিক খাবলৈ দিয়া হয়। নাড়ী নসৰালৈকে প্ৰসূতিয়ে সন্তানৰ ফালে পিঠি দি নুশুৱে। তেনে কৰিলে সন্তানৰ পয়ালগা ৰোগ হয় বুলি তিয়াসকলে বিশ্বাস কৰে। সন্তানে যদি গাখীৰ নেখাই কান্দি থাকে তেনে পৰিয়াল, আত্মীয়-স্বজনৰ কোনো মৰমৰ লোক জন্ম লৈছে বুলি ভাবে আৰু কোন জন্ম লৈছে পানী মঙল চাই ঠিৰাং কৰি যাৰ হাতেৰে মান খাই বুলি মঙলে কয় সেইজনে সন্তানটিক ছোলা-পেণ্ট আদি দি মান ধৰে। ছয়-সাত দিনৰ পাছত সন্তানৰ যেতিয়া নাড়ী সৰে তেতিয়া বংশৰ বৰঘৰৰ ঘৰ বুঢ়াই প্ৰসূতিৰ গৃহৰ দুৱাৰমুখত প্ৰসূতিক সন্তানসহ বহিবলৈ দি পত্ৰ এজাপত তুলসী, দূবৰি, আৰৈ চাউল কেইটিমান লৈ ঈশ্বৰলৈ তুতি কৰে "আ ৰাম ঈশ্বৰ প্ৰভু, ঘৰজ্যোতি, ঘৰ গোসাঁনী, ডাঙৰ ডাঙৰ দেৱতা, টালি খোৱা, টপলা খোৱা, বাউলা কঙৰ বুঢ়া টংক্ৰং আপোনাৰ চুৱা লাগিছিল, ছিদ্ৰ লাগিছিল, চুৱা গুচাইছো, ছিদ্ৰ গুচাইছো, ভাগৰ মূৰে ভাগ, জীৱৰ মূৰে জীৱ দিবলৈ আগবাঢ়িছো, এইভাগ যুগকে মৰিষণ কৰি মোৰ বালকক চিৰজীৱন, চিৰকাল ৰক্ষা কৰিব লাগিব।" এইদৰে তুতি কৰা শেষ হ'লে, প্ৰসূতিগৰাকী সন্তানসহ বাহিৰলৈ ওলাই আহে। তাৰ পিছত চোতালৰ মাজত হাৰী কুঁৱৰীয়েই ঠাই লিপি তাৰ ওপৰত সাতোটি আঁক দিয়ে, আঁক দিয়াৰ নামনিলৈ বৰঘৰৰ ঘৰবুঢ়াই হাতত লৈ থকা পত্ৰজাপ পাৰি দিয়ে, দি পুনৰ আগৰ দৰে তুতি ধৰে বৰদেউ, মাহাদেউ, সৃষ্টিৰ গৰাকী, ভূমিৰ গৰাকী, নালিৰ গৰাকী, পুলিৰ গৰাকী, এতিয়াও আপোনাৰ চুঁৱা লাগিছিল, ছিদ্ৰ লাগছিল, চুৱা-গুচাইছো, ছিদ্ৰ গুচাইছো, ভাগৰ মূৰে ভাগ দিছো, জীৱৰ মূৰে জীউ দিছো। এই ভাগকে মৰিযণ কৰি মোৰ বালকক চিৰ জীৱন, চিৰকাল ৰক্ষা কৰিব লাগিব। এইবুলি কৈ পুত্ৰ সন্তান হ'লে এটি ডাঙৰ মতা কুকুৰা চৰাই আৰু কন্যা সন্তান হ'লে এজনী ডাঙৰ মাইকী কুকুৰা চৰাই কাটি তেজ পেটু পত্ৰজাপৰ ওপৰত দিয়ে। তাৰ পাছত সাত ডাল আঁক দিয়াৰ মাজৰ ডালৰপৰা হাৰী কুঁৱৰীয়ে মধ্যমা আঙুলিৰে মাটি আনি সন্তানৰ কপালত, বুকুৰ কঢ়িত, সোঁ-বাহু, বাওঁ বাহু, বাওঁ কাণত ফোঁট দিয়ে। এইখিনি কৰাৰ পিছত ঘৰৰ বুঢ়াই ল'ৰা হ'লে, ফুলাই লোৱা





সাত ডাল কাড় লৈ ধনুৰে ছয় দিশলৈ মাৰি বাকী থকা কাড়পাত ধনুৰ গুণত লগাই সাত বাৰ তল-ওপৰ কৰি ল'ৰাৰ হাতলৈ দিয়ে। কন্যা সন্তান হ'লে তুলা-ধুনা চাটনি এপাত তুলা ধুনাৰ নিয়ম দেখুৱাই কন্যাৰ হাতত দিয়ে, লগতে আগত আদা লগোৱা কাঁচি এখনো দিয়ে। সন্তানক বাহিৰলৈ উলিয়াওঁতে কাটা চৰাইটিক ৰান্ধি যি সকলে প্ৰসৱৰ সময়ত প্ৰসূতিক আলপৈচান ধৰিছিল সেই সকলক মদসহ অন্ন ভোজন কৰায়। যিগৰাকী ওজানীয়ে সন্তানৰ নাড়ী কাটিছিল সেইগৰাকী ওজানীৰ ভাতৰ পাতত চৰাইটোৰ এটি তপিনা আৰু মূৰটি দিয়ে। কেঁচুৱাৰ নাড়ী সৰাৰ অংশ টুকুৰা পৰিষ্কাৰ ফটা কানিৰে বান্ধি সামৰি থয়। কেতিয়াবা সন্তানটিৰ পেটৰ কামোৰণি হ'লে শুকান নাড়ী টুকুৰা পানীত তিয়াই সেই পানী কেঁচুৱাটিক খুৱাই দিলে কেঁচুৱাৰ পেটৰ কামোৰণি ভাল হয় বুলি তিৱাসকলে বিশ্বাস কৰে। ভৈয়ামৰ তিৱাসকলে অশৌচ খেদোৱা কৰ্ম দুবাৰ কৰে। প্ৰথমবাৰ সন্তানৰ নাড়ী সৰাৰ পিছত, দ্বিতীয়বাৰ পৰিয়ালৰ কোনো মৃতকৰ কৰম কাজ কৰাৰ আগ মুহূৰ্তত। দ্বিতীয়বাৰ অশৌচ খেদোৱা কামটি বৰঘৰত কৰে। বংশৰ কোনো মৃতকৰ কৰম কৰিবলৈ হ'লে বৰঘৰত খেলৰ যোগেদি অশৌচ খেদিবলৈ থকা অৰ্থাৎ খেলৰ যোগেদি আগৰ অশৌচ খেদাৰ পিছত জনম হোৱা বংশৰ সন্তানসকলৰ সমূহীয়াভাৱে বংশৰ সকলোৰে খৰচ বহনত বংশৰ ভিত্তিত বৰঘৰত অশৌচ খেদে। তিৱাসকলৰ বৰঘৰত অশৌচ খেদোৱা আৰু মৃতকৰ কৰম কৰা বৰ ব্যয়বহুল কাম। সেয়ে বংশৰ চাৰি-পাঁচজন মানুহ নমৰালৈকে বংশৰ মানুহে কৰম নেপাতিছিল আৰু সেইদৰে বংশত দহ পোন্ধৰজন ল'ৰা-ছোৱালী জন্ম নোহোৱালৈকে ল'ৰা-ছোৱালীৰ অশৌচ নেখেদিছিল। কিন্তু আজিকালি মৃতকৰ ঘৰৰ তাগিদাত বংশ বা খেলে নিয়মটো ৰখি কম খৰচেৰে এজন বা দুজন মানুহ মৰিলেও সোনকালে কৰম পাতিবলৈ লৈছে। আগতে পুত্ৰ সন্তানসকলৰ কাৰণে সাতোটা মতা কুকুৰা চৰাই আৰু কন্যা সন্তানসকলৰ কাৰণে পাঁচজনীকৈ মাইকী কুকুৰা চৰাই অশৌচ খেদাত কটাৰ নিয়ম আছিল। লগতে খেলৰ বুঢ়াসকলক অশৌচ খেদাৰ সকামৰ দিনা মদ আৰু ভাত খুওৱাৰ নিয়ম আছিল। সেয়ে বংশৰ সমূহ গৃহস্থই সমূহীয়াভাৱে এই খৰচ বহন কৰি এই কাম কৰিছিল কিন্তু আজিকালি পুত্ৰ সন্তানৰ কাৰণে এটি ডাঙৰ মতা কুকুৰা আৰু কন্যা-সন্তানৰ কাৰণ এজনী ডাঙৰ মাইকী কুকুৰা চৰাই অশৌচ খেদাত কটা হ'ল। লগতে ভাত খুওৱাৰ প্ৰথাটো উঠাই দি অকল মদৰ লগত কচুৰ জ্বালাৰে ৰন্ধা কুকুৰা চৰাইৰ মাংসহে খেলৰ বুঢ়াবিলাকক খুওৱা হ'ল। খৰচ কম হোৱাৰ কাৰণে চৰাইৰ দায়িত্ব অশৌচ খেদিবলৈ থকা ল'ৰা-ছোৱালীৰ মাক-বাপেকক দি অকল মদৰ দায়িত্ব বংশই লোৱা হ'ল। এইদৰে বংশৰ সহযোগত খেলৰ বুঢ়াবিলাকক আপ্যায়িত কৰি অশৌচ

খেদা কাৰ্যক মনশ্ব কৰা বুলি কয়। খেলৰ বুঢ়াবিলাকে মনশ্বত খোৱাৰ কাৰ্য কৰাৰ আগতে বংশটোৰ কিবা দায়-জগৰ আছেনে নাই তাৰ বিচাৰ লয়। যদি দায়-জগৰ থাকে তেনে বংশৰ দায়-জগৰ থকা গৃহস্থই, এই দায়-জগৰৰ বাবে দণ্ড ভৰাৰ পিছত খেলে খোৱা বস্তুবোৰ গ্ৰহণ কৰে। সেয়ে সকামৰ দিনা কোনো বাধা নেথাকিবলৈ সকাম পতাৰ আগতেই বংশৰ দায়-জগৰবোৰ বংশৰ লোকৰ সহযোগত গৃহস্থই মাৰি লয়। খেলে বিচাৰ কৰি, খোৱা-বোৱা কৰি শেষ হ'লে ঘূৰণীয়াকৈ মুখামুখিকৈ বহি থকা বুঢ়াসকলে ইটো দলে সিটো দলক উদ্দেশ্য কৰি লালি হিলালী গীত জুৰে। গীত গাই থকাৰ মাজতেই সেই মনশ্ব নোযোৱা পুত্ৰ সন্তানসকলক নতুন কাপোৰ পিন্ধাই মূৰত গামোচাৰে পাগুৰি মাৰি দি এযোৰ তামোল-পাণেৰে সৈতে খেলৰ বুঢ়াৰ হাতত শোধাই দিয়ে। ইয়াৰ পিছত ল'ৰা-বুঢ়া সকলোকে এজনে এটা পাত্ৰত মিঠাতেল লৈ, এটি সেৱা কৰি মূৰত তেল সানি দি যায়। সেই দৰে বৰঘৰৰ ভিতৰতো হাৰী কুঁৱৰীয়ে কন্যা সন্তান আৰু আইসকলৰ মূৰত তেল সানি দিয়ে। তাৰ পিছত বৰঘৰৰ চোতালত ল'ৰা সন্তানক, খেলৰ বুঢ়াসকলে আৰু কন্যাসকলক বৰঘৰৰ ভিতৰত আইসকলে লাগি হিলালী গীত গাই নচুৱায়। কিছুসময় নচুৱাই গীত-নাচ বন্ধ কৰি ল'ৰাবোৰ মাক-বাপেকক শোধাই দিয়ে। সেইদৰে বৰঘৰৰ ভিতৰত আইসকলে নচুওৱা ছোৱালীবোৰকো মাক-বাপেকক শোধাই দিয়ে। তাৰ পিছত বুঢ়াসকলক জালুক গুড়ি মিহলোৱা মদ খাবলৈ দিয়ে। বুঢ়াসকলে মদ খাই ল'ৰা-ছোৱালী তথা বংশৰ সমূহ গৃহস্থৰ কুশলৰ অৰ্থে আশীৰ্বাদ দি ঘৰাঘৰি গুচি যায়। ইমানতে তিৱাৰ সন্তানসকলৰ জন্মৰ কৰ্ম পদ্ধতিৰ সামৰণি পৰে।

**বৈবাহিক প্ৰথা ঃ** এসময়ত তিৱা সমাজত ছয় প্ৰকাৰ বিবাহৰ প্ৰচলন আছিল। যেনে ঃ ক) ধুম বিয়া বা হঠাতে পতা বিবাহ, খ) বলেৰে ধৰি ৰাখি কৰা বিয়া, গ) পলুৱাই নি পতা বিবাহ, ঘ) ঘৰজোঁৱাই বা গভীয়া ৰখা বিবাহ, ঙ) জোৰণ বিয়া আৰু ছ) বৰ বিয়া। ক) ধুম বিয়া বা হঠাতে পতা বিবাহ— কোনো বিবাহ-উপযোগী ছোৱালীৰ যদি কেনেবাকৈ অবৈধ সম্পৰ্কৰ কথা অভিভাৱকে গম পায় নাইবা কোনো ছোৱালী বিয়াৰ বয়স পাৰ কৰি ঘৰতে থাকে আৰু ইতিমধ্যে অভিভাৱকে মনঃপুত মানুহ পায়, তেতিয়া ছোৱালীৰ মতামতলৈ অপেক্ষা নকৰি হঠাতে বিয়া পাতি দিয়ে। এই ব্যৱস্থা ঘৰৰ অভিভাৱকে গোপনে কৰে। ছোৱালীৰ মতামতলৈ আওকাণ কৰি পতা এনে বিবাহ বৰ্তমান তিৱা সমাজৰ পৰা উঠি গৈছে। খ) বলেৰে ধৰি ৰাখি কৰা বিয়া ঃ কোনো ল'ৰাই কোনো ছোৱালী পচন্দ কৰিলে ছোৱালীৰ বন্ধু-বান্ধৱী অথবা কোনোলোকৰ জৰিয়তে ছোৱালীৰ মতামত জানিবলৈ বিচাৰে। যদিহে ছোৱালীয়ে অমত প্ৰকাশ কৰে তেনেহ'লে তাৰ প্ৰতিশোধ হিচাপে ছোৱালীক,





ছোৱালীৰ অমতেও ধৰি ৰাখে। কেতিয়াবা ছোৱালীও ঘৰৰ পৰা পলাই যাবলৈ সুযোগ নেপালে, কোনো ভাওনা, সবাহ, উৎসৱ আদিৰ পৰা ধৰি লৈ যাবলৈ ল'ৰাক ইংগিত দিয়ে। ছোৱালীৰ অমতে পাতিব বিচৰা এনে বিবাহো তিৱা সমাজৰ পৰা উঠি গৈছে। পলুৱাই নি পতা বিবাহ তিৱাসকলৰ একে বংশৰ মাজত বিয়া হ'ব নোৱাৰে। সেয়ে ল'ৰাই বিয়াৰ বাবে কোনো ছোৱালী পচন্দ কৰিলে, ছোৱালীজনী কোন বংশৰ সেই কথা আগতে জানি লয়। যদি ল'ৰাজনৰ লগত একে বংশৰ নহয়, তেতিয়া ল'ৰাজনে কোনো মধ্যস্থতাকাৰীৰ যোগেদি ছোৱালীজনীৰ আগত তেওঁক বিয়া কৰিবলৈ ইচ্ছা কৰাৰ কথা প্ৰকাশ কৰে। ছোৱালীজনীয়ে যদি ল'ৰাজনৰ লগত বিয়াত বহিবলৈ ৰাজী হয়, তেনে ছোৱালীজনী ল'ৰাজনৰ লগত, দুয়ো নিৰ্দিষ্ট কৰি থোৱা এটি দিনত ল'ৰাজনৰ ঘৰলৈ গুচি আহে। ছোৱালীজনী ল'ৰাজনৰ ঘৰলৈ গুচি অহাৰ দিনাই নাইবা তাৰ দুই-এদিনৰ পিছত খেলৰ বুঢ়াবিলাকক ল'ৰাজনৰ ঘৰলৈ মাতি আনি ল'ৰাজনৰ ঘৰত খেলৰ বুঢ়াবিলাকক শাৰী পাতি বহুৱাই ল'ৰাজনৰ বংশৰ ঘৰৰ বুঢ়াই খেলৰ আগত এটি তামোল-পাণৰ বঁটা দি "ল'ৰা-ছোৱালী হালৰ বিয়াখন পাতি দি যাব লাগে" বুলি অনুৰোধ কৰে। তেতিয়া খেলৰ বুঢ়াবিলাকে "আপোনালোকৰ বংশত যদি কাৰোবাৰ দায়-জগৰ আছে, বিয়া পাতিব নোৱাৰিম যদি নাই তেহে বিয়া পাতি দি যাব পাৰিম" বুলি কয়। তেতিয়া বংশৰ ঘৰবুঢ়াই ক'ব "আমি আৰু উঠিও দেখা নেপাওঁ, আপোনালোকে বহিও দেখা পায়, ক'ৰবাত যদি মোৰ দুষ্ট ল'ৰাই দায়-জগৰ লগাই থৈছে তেনে বন্দীয়ে (দোষীয়ে) নভৰিনো কোনে ভৰিব? এতিয়াও বিলৰ মাছ বিলতে আছো, চঙৰ পহুও চঙতে আছোঁ, জাল ফালি বৰালিনো ক'লৈ পলাম?" ইয়াৰ পিছত খেলে বিচাৰ কৰি চাই যদি দায়-জগৰ পায়, দায়-জগৰ মাৰিবলৈ বংশৰ ঘৰবুঢ়াক এটা দিন নিৰ্দিষ্ট কৰি দি ন-ছোৱালীক সমাজৰ ওচৰলৈ আহিবলৈ ক'ব। এজন খেলৰ বুঢ়াই ন-কন্যাক সুধিব "অ আই ছোৱালী কিবা বাট ভুল লাগিহে এই ঘৰত সোমালি, নে কি বুলি সোমালি? তেতিয়া ন-ছোৱালীয়ে গৃহস্থী ধৰ্ম পালন কৰিবলৈ অহাৰ কথা ক'ব। তেতিয়া খেলৰ বুঢ়াই পুনৰ সুধিব— "আই তহঁতৰ কুলটো বা কি? তেতিয়া ছোৱালীয়ে নিজৰ কুলটোৰ কথা কোৱাত আকৌ খেলৰ বুঢ়াই সুধিব "আই তহঁতক হেনো কোনোবাই খোজা বঢ়া কৰি থৈছিল? সেই মানুহ ঘৰে যদি ল'ৰাজনৰ ওপৰত কিবা কেছ-মোকৰ্দমা, দিয়ে তেনে বচাই দিব পাৰিবিনে"? তেয়াঁ ছোৱালীজনীয়ে মোক কোনেও খোজা বঢ়া কৰা নাই আৰু কোনোবাই যদি কেছ দিয়ে তেনে বচাই দিব পাৰিম।" বুলি কোৱাৰ পিছত ছোৱালীয়ে নিজ ইচ্ছাত অহা বুলি জানি খেলে উপস্থিত ৰাইজক মদ দিবলৈ গৃহস্থক ক'ব। মদ খাই থকাৰ মাজতে সমাজৰ মাজত তামোল-পাণৰ শৰাই

দি দৰা-কইনাই খেলৰ আগত আঁঠু ল'ব আৰু খেলৰ বুঢ়াসকলে দৰা-কইনাক আশীৰ্বাদ দিব। তাৰ পিছত শৰাইখন পিছুৱাই আনি দৰাই কেইজনমান বন্ধুৰ সহায়ত উপস্থিত ৰাইজক তামোল-পাণ বিলাব আৰু কইনাই ডাৰণত মদ লৈ উপস্থিত ৰাইজক অলপ অলপ কৈ মদ দি যাব। মদ আৰু তামোল-পাণ বিলাই শেষ হ'লে দৰা-কইনাক খেলৰ বুঢ়াসকলে বহিবলৈ ক'ব। তাৰ পাছত দৰাক উদ্দেশ্য কৰি খেলৰ বুঢ়া এজনে ক'ব "অ' বোপাই ছাগলী কিনিলি পাঠী, ডিঙিত মেৰিয়াই ল'লি গাঁঠি। ডেকাই আছিলি মাৰ-বাপেৰৰ আলমত খাই আছিলি, এতিয়া গৃহ সংসাৰ কৰিলি, গৃহিণীক পোহ-পাল দিয়াৰ দায়িত্ব তোৰ। গৃহিণীয়ে যাতে কোনো বস্তুৰ অভাৱত পৰি, লোকৰ ঘৰত বস্তু বিচাৰি গৈ অপমান পাব লগা নহয় তালৈ সদায় দৃষ্টি ৰাখিবি আৰু ছোৱালীক ক'ব "আই অ' মাৰা-বাপেৰাৰ আলসুৱা জীয়ৰী, পাত পাৰি নেখাইছিলি ভাত, এতিয়া আহিলি দুখীয়াৰ গৃহলৈ নিতৌ চুৱা বাঢ়নীত হাত।" ৰাতিপুৱা গিৰি ঘৰে শুই নুঠোতেই উঠি বাহী ঘৰৰ বাহী চোতাল সাৰিবা। শহুৰ-শাহু, জেঠাল বৰজনাক সন্মান কৰিবা আলহী-অতিথি ঘৰখনলৈ আহি তোমাৰ ব্যৱহাৰত যাতে মুগ্ধ হয় তেনে কামহে কৰিবা।" তাৰ পিছত খেলৰ বুঢ়াই বংশৰ বুঢ়াক ক'ব "তোমাৰ বোৱাৰী খেলৰ জীয়ৰী, যদি ছোৱলীয়ে কেনেবাকৈ ঘাট এৰি অঘাটে যায়, পাত এৰি অপাতে খায়, তেনে হাত খোৱা নকৰিবা, ভৰি খোৱা নকৰিবা, ঘাটৰ নাও ঘাটত চমজি দিবা।" ইয়াৰ পিছত কইনাৰ ঘৰত মাত লগাবলৈ কেইজনমান মানুহ খেলে বাচি দি, দৰা-কইনাক আশীৰ্বাদ দি, খেলৰ বুঢ়াবিলাক ঘৰা-ঘৰি গুচি যাব। ল'ৰা-ছোৱালীৰ বিয়া দেখুৱাৰ দিনাই হওক বা দুই-এদিনৰ পিছতেই হওক গৃহস্থই মদ একলহ, পিঠা এটোপোলা, তামোল-পাণ, বিড়ি-চিগাৰেট লৈ খেলে বাছি দিয়া মানুহসহ কইনাৰ ঘৰলৈ যাব। কইনাৰ ঘৰত সমূহ পৰিয়ালৰ মানুহ ঘৰবুঢ়াসহ চাপিব আৰু দৰাৰ ঘৰৰ পৰা যোৱা খেলৰ বুঢ়াই কইনাৰ ঘৰৰ ঘৰ বুঢ়াৰ আগত তামোল-পাণৰ বঁটা এটি দি ক'ব "আপোনালোকৰ ঘৰৰ এজনী ছোৱালীক আমাৰ ঘৰৰ এজন ল'ৰাৰ লগত বিয়া পাতি দিয়া হৈছে। তাকে এযাৰি মাত দিবলৈহে আপোনালোকৰ ওচৰ চাপিলো।" তেতিয়া কইনাৰ ঘৰৰ ঘৰবুঢ়াই ক'ব "ভালকন্যা হ'লে দিব লাগিব,পুত্ৰ হ'লে আনিব লাগিব, এইটোৱেই জগতৰ নীতি পিছে ল'ৰাৰ বা কুল কি? তাৰ পিছত ল'ৰাৰ কুলৰ কথা কোৱাত বিয়া হ'ব পৰা কুলৰ হ'লে দৰাৰ ঘৰৰপৰা কি কি আনিছে সমাজক দিবলৈ ক'ব। তেতিয়া দৰাৰ ঘৰৰ পৰা নি মদ, বিড়ি-চিগাৰেট সকলোকে বিলাই দিব। তাৰ পিছত উপায় বিচাৰি পুনৰ এটি তামোল-পাণৰ বঁটা কইনাৰ ঘৰৰ ঘৰবুঢ়াৰ আগত দিব। ঘৰৰ বুঢ়ায়ো দুয়ো ঘৰৰ সুবিধা অনুযায়ী ল'ৰা-ছোৱালী আহিবলৈ এটি দিন স্থিৰ কৰি দিব, লগতে ইটো কুলৰ পৰা সিটো কুললৈ তুলিবলৈ হ'লে কি আনিব





লাগিব তাৰো এটি হিচাপ দিব। কইনা ঘৰৰ পৰা দিয়া হিচাপ অনুসৰি এপাচি চাউল, দুকলহ মদ, এপাচি আঙুলি পিঠা, তিনিটি ৰঙা ৰাঙী চৰাই আগলি কলপাত একৈশ জাপ, বনমলা পাত এমুঠি, শৰাই, তামোল-পাণ, পিতৃ-মাতৃ, ঘৰবুঢ়া, হাৰী-কুঁৱৰীক একোখনকৈ বস্ত্ৰ লৈ দৰাৰ ঘৰৰ মানুহে দৰা-কইনাসহ কইনাৰ ঘৰলৈ যাত্ৰা কৰিব। সেইদিনাই কইনাৰ ঘৰত কইনালৈ বুলি নানা উপহাৰ লৈ আত্মীয়-স্বজন আলহী খাবলৈ আহিব। কইনাৰ ঘৰৰ বৰঘৰত দৰাৰ ঘৰৰ পৰা যোৱা খেলৰ মানুহ আৰু কইনাৰ ঘৰৰ খেলৰ মানুহে লগ লাগি, একৈশ জাপ আগলি কলপাতৰ ওপৰত ঈশ্বৰলৈ তুতি কৰি ৰঙা ৰাঙী চৰাই দুটি কাটি, এজনী চৰাই দৰাৰ কুললৈ তুলি দিব। দৰা কইনাই পিতৃ-মাতৃ, বংশৰ ঘৰবুঢ়া, হাৰী কুঁৱৰীক একোখনকৈ বস্ত্ৰ দি সেৱা কৰিব। সেই দিনাই পিতৃৰ ঘৰৰ পৰা কইনাৰ মৰমত দিব লগা বস্তুবোৰ দিব।

ঘ) গভীয়া ৰখা বিয়া ঃ কোনো এখন ঘৰত যদি ছোৱালীজনীৰ বাহিৰে পৈতৃক সম্পত্তি ভোগ কৰিবৰ বাবে কোনো মানুহ নাথাকে তেতিয়া ছোৱালীক গভীয়া চপাই দিয়া হয়। সেই ছোৱালীজনীয়ে পৈতৃক সম্পত্তিৰ অধিকাৰী হোৱাৰ উপৰি পৰিয়ালটোৰ হাৰী কুঁৱৰীৰ বাবলৈ বৰঘৰৰ পূজা-পাতলতো অংশ ল'ব পাৰে। খেল বংশৰ মানুহৰ সাক্ষাতত ল'ৰাৰ মতামত লৈ খেল বংশৰ মানুহে ছোৱালীৰ লগত ল'ৰাজনৰ বিয়া পাতি দিয়ে। বিয়া পাতি দিয়াৰ পিছত ল'ৰাজনৰ ঘৰলৈ মাত লগাবলৈ খেল-বংশৰ মানুহ যায়, আৰু ৰঙা ৰাঙী চৰাই এযোৰ কাটি, এজনী চৰাই ফিৰাই দি ল'ৰাক ছোৱালীৰ বংশলৈ তুলি লয়। ঙ) জোৰোণ বিয়া ঃ এই বিয়া দুয়োঘৰৰ অনুমোদন সাপেক্ষে হয়। ছোৱালীক যেতিয়া খুজিবলৈ যায়, তেতিয়া কইনা-ঘৰৰ পৰা দৰাৰ ঘৰৰ অভিভাৱকক কয় "ছোৱালী দেখা-শুনাকৈ দিব পাৰিম কিন্তু বৰ বিয়া পাতি দিব নোৱাৰিম। তাৰ মানে বৰ বিয়াত যিটো উলহ-মালহেৰে বহু মানুহক নিমন্ত্ৰণ কৰি বিয়া পতা হয়, জোৰোণ বিয়াত তেনে উলহ-মালহ নেথাকে। নিৰ্দিষ্ট কৰি হোৱা এটি দিনত দৰা- ঘৰীয়াই দৰাক কইনাৰ ঘৰলৈ যাত্ৰা কৰে। কইনাৰ ঘৰত ৰঙা ৰাঙী চৰাই এযোৰ কাটি এজনী চৰাই দৰাৰ ঘৰলৈ ফিৰাই দি কইনাক দৰাৰ কুললৈ তুলি দিয়ে। কইনাক দৰাৰ ঘৰৰ মানুহে পিন্ধাই উৰাই দৰাৰ ঘৰলৈ লৈ আহে। শকতি অনুসাৰে কইনাৰ লগত পিতৃ-মাতৃয়ে সা-সম্পত্তি দিয়ে।

চ) বৰ বিয়া ঃ আজিৰ বৰ বিয়াৰ যিটো প্ৰথা সেই প্ৰথাটো আমাৰ মাজত বোধকৰো পিছত সোমোৱা প্ৰথা। বৰ বিয়া প্ৰথাটো চুবুৰীয়া হিন্দুৰ বিয়াৰ প্ৰথাৰ লগত একেই মাথোঁ তিৱাসকলে অগ্নিক সাক্ষী নকৰি সমাজক সাক্ষী কৰিহে দৰালৈ কইনাক সম্প্ৰদান কৰে। কোনো এঘৰ মানুহে নিজৰ ল'ৰা কাৰণে ছোৱালী বিচাৰিছে। এজন মানুহৰ মুখত গম পালে যে অমুক ঠাইত এজনী দেখাই শুনাই ভাল ছোৱালী

আছে। ছোৱালী চাবলৈ ল'ৰাৰ মাকে এগৰাকী মানুহক লৈ মানুহ ঘৰলৈ ছোৱালী চাবলৈ আহিল। ছোৱালী থকা মানুহ ঘৰেও আলহীক ভালদৰে সোধপোচ কৰিলে। তাৰ কিছুদিনৰ পিছত ল'ৰাজনে দুজন বন্ধুক লগত লৈ ছোৱালীজনীৰ ঘৰলৈ আহিল। ল'ৰাৰ ছোৱালী পচন্দ হ'ল আৰু ছোৱালীৰো ল'ৰা পচন্দ হ'ল। তাৰ পিছত ল'ৰাৰ ঘৰ চাবলৈ ছোৱালী মাক-বাপেক, মোমায়েক, মহায়েক ল'ৰাৰ ঘৰলৈ গ'ল। ল'ৰাৰ বংশ ঘৰ-দুৱাৰ সা-সম্পত্তিৰ বুজ লৈ কইনাঘৰীয়াই সেই ঘৰলৈকে ছোৱালী দিবলৈ ইচ্ছা কৰিলে। ল'ৰাৰ ঘৰৰ পৰা ল'ৰাৰ বাপেক আৰু বংশৰ ঘৰবুঢ়াসহ দুজন মানুহ লৈ ছোৱালী খুজিবলৈ কইনাৰ ঘৰলৈ আহিল। কইনাৰ ঘৰৰ ঘৰবুঢ়াসহকেইজন মান মানুহ চাপিল। সকলোৱে কইনাৰ ঘৰত একেলগে বহিল। তাৰ পিছত দৰা ঘৰৰ পৰা সাতোটিয়াকৈ বন্ধা এটি তামোল-পাণৰ বঁটা কইনাৰ ঘৰৰ ঘৰবুঢ়াৰ আগত দিলে। কইনাৰ ঘৰৰ ঘৰবুঢ়াই এই তামোল-পাণৰ বঁটাটিনো কি দিছে দৰা ঘৰৰ ঘৰবুঢ়াক সুধিলে। দৰা ঘৰৰ ঘৰবুঢ়াই ক'লে "বোলে গৰু কিনাৰো লাজ নাই। ছোৱালী খোজাৰো লাজ নাই। জানিব পাৰিলো আপোনাৰ ঘৰত বিবাহৰ উপযোগী এগৰাকী কইনা আছে। আমাৰো বিবাহৰ যোগ্যৱান এজন ল'ৰা আছে। গতিকে সংসাৰত থাকিলে সংসাৰ পাতিব লাগে। সংসাৰৰ নিয়ম অনুসৰি আমি আপোনাৰ সৈতে মিতিৰ হ'বলৈ মন কৰিছো তাকে আপোনাৰ কথা বা কি? বতৰা বা কি? জানিবলৈ আহিলো। তাৰ পাছত কন্যাদাতাই ক'ৰ পৰা আহিলে কি কথা বংশ বা কি? বা বাতৰি লৈ ভাবি-চিন্তি ক'লে— হয় ভাল কথা। আপোনালোকে আহিছে যেতিয়া আৰু ল'ৰা থাকিলে ছোৱালী, ছোৱালী থাকিলে ল'ৰা চাই দিয়া নিয়ম যেতিয়া আছে আমাৰো দিব লগা কন্যা আছে গাভৰু কন্যা ঘৰত পুহি ৰখা, সাপ পুহি ৰখা একেই কথা। গতিকে ভাল কথা, ভাল মাত আগত লৈ শুভ কাৰ্যত আগবঢ়াই ভাল বুলি কন্যাদাতাই মতামত দিয়াৰ পিছত দৰাঘৰে আগবঢ়াই দিয়া বঁটা ভাঙি সেইদিনাই দিন খাতিৰা ল'বলৈ পুনৰ দৰাঘৰৰ পৰা মানুহ আহিবলৈ ক'লে। দৰাঘৰৰ পৰা বিয়াৰ দিন ঠিক কৰিবলৈ মানুহ আহিল। দুয়োপক্ষৰ সন্মতি সাপেক্ষে এটি দিন স্থিৰ কৰিলে। বিয়াৰ দিনটো আহি পৰিল। সেইখিনি লৈকে নিয়মখিনি ঠিকেই থাকিল। তাৰ পাছৰ পৰ্যায়ৰ পৰা নিয়মখিনি চুবুৰীয়া হিন্দু জনগোষ্ঠীৰ পৰা লোৱা হ'ল। একমাত্ৰ পাৰ্থক্য থাকিল হোম পোৰা-নোপোৰাক লৈ। আমাৰ দৰা-কন্যাই সমূহ ৰাইজক সাক্ষী কৰি, মানুহ ৰাইজৰ আশীৰ্বাদ ল'লৈ কিন্তু অগ্নিক সাক্ষী কৰি নহয়। কইনাক দৰাই নিজৰ কুলত উঠাই ল'লে কন্যাঘৰীয়া খেলক এশ সাত টকা দি, ৰঙা ৰাঙী চৰাই এযোৰ কাটি নহয়।

মৃতকৰ শ সংকাৰৰ পদ্ধতি ঃ তিৱাসকলে সাধাৰণতে নৈৰ পাৰত, জুৰিৰ





কাষত মৰিশালি বা মাকৰ স্থাপন কৰে। য'ত নদী বা জুৰি নাই তেনে ঠাইত মৰিশালিৰ ওচৰত শ দাহত ভাগ লোৱা মানুহে, ভৰি হাত ধুবৰ বাবে, শ দাহৰ পিছত জুই নুমুৱাবৰ বাবে এটি পুখুৰী খান্দি লয়। প্ৰতিটো বংশ বা গোত্ৰৰ নিজস্ব একোডোখৰ স্থানত নিজা নিজা শিল পুতি ভেটি স্থাপন কৰি লয়। যিমান দিনলৈকে সেই বংশ বা গোত্ৰটো সেই ঠাইত বাস কৰি থাকে সিমান দিনলৈকে সেই বংশৰ মানুহ মৰিলে সেই ঠাইতে শ সংকাৰ কৰে। বাৰপুজীয়া তিৱা ৰাজ্যখন ৰহাৰ ৰহিয়াল বৰুৱাৰ তলত স্থাপন কৰা হৈছিল। আহোম ৰজা জয়ধ্বজ সিংহৰ দিনত। লগতে বৰ্তমানৰ বাইশ বিঘা মাটিজোৰা তিৱাসকলৰ মৰিশালিখনো সেই সময়তে স্থাপন কৰা হৈছিল। সেইখন স্থাপন হোৱা আজি প্ৰায় তিনিশ ষাঠি বছৰ পাৰ হৈ গ'ল কিন্তু আজিলৈকে সেই ঠাইতেই তিৱাসকলে শ সংকাৰ কৰি আছে। তিৱাসকলৰ কোনো এজন মানুহ যেতিয়া মৰে তেতিয়া প্ৰথমতে সেই বংশৰ পামে-পথাৰে যোৱা মানুহে কথাটো শুনাৰ লগে লগে সকলো কাম বাদ দি মৃতকৰ ঘৰলৈ আহে। মৃতকৰ পৰিয়ালৰ এজনে খেলৰ বুঢ়াবিলাকক মাতি আনেগৈ। খেলৰ বুঢ়াবিলাকে মৃতকৰ পদূলিৰ মূৰত ঘূৰণীয়াকৈ সমাজ পাতি বহে। ইয়াকে গিয়াতি মেল বহা বুলি কয়। মৃতকৰ পৰিয়ালৰ ঘৰব বুঢ়াই খেলৰ আগত এটি তামোল-পাণৰ বঁটা আগবঢ়াই দিয়ে। তেতিয়া খেলৰ ফালৰ বুঢ়াই মৃতকৰ ঘৰৰ ঘৰবুঢ়াক সোধে "অ' মোৰ মৃতক কুলৰ জেলা গাবি। আগে হ'লে দিনে আহোঁ, দুপৰে আহোঁ, সাজে আহোঁ, মধাহ্নে আহাঁ, পাওঁ হ'লে তামোলখনকে খাওঁ, নাপাওঁ হ'লে ন-কুৰি ছকুৰি নানা কথা কই ৰঙে আনন্দে যাওঁ। আজিৰ বয়সত ল'ৰা পাচি বুঢ়া পাচি, মাতি বুলি আনি, তিনি বাটৰ মূৰত শাৰী পাতি বহুৱাই মাজতো গুৱা-পাণৰ বঁটা দি পাছতো গ'লে বস্ত্ৰলৈ কিবা ক'বলৈ বাট চাই আছে, তাকে দুঃখ বা কি? সুখ বা কি? আপুনি এষাৰ বুজাই ক'লেহে বুজি পাম ঐ ঈশ্বৰ।" মৃতকৰ কুলৰ বুঢ়া— ভাল মোৰ খেল গঞা গিয়াতি। আজিৰ বয়সত ল'ৰা পাচি, বুঢ়া পাচি, মাতি বুলি আনি শাৰী পাতি বহুৱাই মাজতো এটি গুৱা-পাণৰ বঁটা কিয়নো দি গ'লে বস্ত্ৰ লৈ ৰৈ আছোঁ, দুঃখ বা কি? সুখ বা কি? তাকে এষাৰ সুধিছে। ভাল মোৰ খেল গঞা গিয়াতি। মোৰ দুঃখ বিপদৰ কথা খেল গঞা গিয়াতিক বেকত নকৰি কাকনো ক'ম মোৰ আৰু দুঃখ অপাৰ, ৰজাৰ থল মাটিত নোখোৱা নিজীয়া এঘৰ কুল এচুকত পৰি আছোঁ, তাৰো আজি এটিৰ অবিহন হ'ল। সেয়েহে খেল গঞা গিয়াতিয়ে, গিয়াতি দি সহায় কৰিব বুলিহে আপোনালোকৰ শৰণাপন্ন হৈছে। বোলে দাঙি ধৰিলে পাৰ পাওঁ, দাঙি নধৰিলে তল যাওঁ। খেলৰ বুঢ়া— ভাল মোৰ মৃতক কুলৰ জেলাগুৰু! কথাতে কয় বোলে, কুল ল কুল ল নীৰ কুল ল, সংগ ল, সংগ ল, গিয়াতিৰ সংগল ল। গিয়াতিৰ সংগ বিচাৰিছে যেতিয়া ভালৰহে

কথা। চৰাই হোৱা হ'লে দলিয়াই পেলালে হয়, মিচ (ম'হ) মাচু (গৰু) হোৱা হ'লে কান্দে, ভাৰে নি বাকৰিত পেলালে হয়। কুকুৰ মেকুৰী হোৱা হ'লে টানি-আঁজুৰি নি গছতলে, বাঁহতলে নৈ-নতকাৰে পেলাই দিলে হয় কিন্তু ই হ'ল চেনেহুৱা নৰমনিচ, নিয়মে-সংযমে সামৰিলে ধৰম ৰয় গতিকে আমাৰ গিয়াতিৰ সংগত আছে যেতিয়া গিয়াতি মুকুতি দি অঠাই সাগৰৰ পৰা উদ্ধাৰ কৰাটোহে উচিত। গিয়াতি মুকুতি মিহে বুলিছো কিন্তু আপোনাৰ উপৰি পুৰুষৰ দোল হাইদ (আছে) মৈদাম হাইদ, চিল হাইদ চামুক হাইদ সাত কুলীয়াৰ সাত থাক ন কুলীয়াৰ ন থাক আছে তেতিয়াহে গিয়াতি মুকুতি দিব পাৰিম।" মৃতকৰ কুলৰ ঘৰবুঢ়া 'ভাল মোৰ বৰ জেলাগুৰু! মোৰ সকলো আছে।" খেলৰ বুঢ়াসকলো আছেহে আছে কিন্তু পৰিয়ালৰ ভিতৰত ডাঙৰক হাত দঙা, ভৰি দাঙা, উচ্চ-বাচ্য বাক্য কৰা দায় দফা, জগৰ জাতি আছে যদি গিয়াতি মুকুতি দিব নোৱাৰিম যদি নাই তেহে দিব পাৰিম। মৃতকৰ ঘৰৰ ঘৰবুঢ়া— অ' মোৰ খেল গঞা গিয়াতি! আমি আৰু উঠিও দেখা নাপাওঁ, আপোনালোকে বহিও দেখা পায়, বোলে ইয়াক লুকুৱাম, তাক লুকুৱাম, সপতা গালখন ক'ত লুকুৱাম দোনটো হোৱা হ'লে লুকুৱালো হয়, কিন্তু পাচিটো ক'ত লুকুৱাম? এতিয়াও বিলৰ মাছ বিলতে আছো, চঙৰ পহুও চঙতে আছোঁ কিবা দায়-দোষ দেখিছে যদি তাকো বিচাৰ খোঁচাৰ কৰি পাৰ দিলেহে পাৰ পাওঁ। কেলে বিচাৰ কৰি চোৱাৰ পিছত মৃতকৰ কুলৰ এটি দাই পালে, তেতিয়া মৃতকৰ কুলৰ ঘৰবুঢ়াই দাই মাৰিবলৈ এটি দিন স্থিৰ কৰি "খেল গঞাই খচকি দুবৰি ৰুই থৈ গ'লেহে মই আৰু পাচে লাহেকৈ মূৰ দাঙিব পাৰোঁ।" বুলিকৈ এবটা গুৱা-পাণ আগবঢ়ালে। খেলে এই কথাত অনুমোদন জনালে। ইয়াৰ পিছত খেলৰ ফালৰ পৰা গিয়াতিক গুৱা-পাণ এবঁটা সন্মান হিচাপে দি দায়িত্ব অৰ্পণ কৰিলে আৰু খেলৰ অন্তৰ্ভুক্ত প্ৰতিটো বংশক শ-সৎকাৰত বাঁহ-কাঠ যোগান দি অংশ গ্ৰহণ কৰিবলৈ আদেশ দিলে। খেলে বাছি দিয়া মতা গিয়াতিয়ে এটি খেৰৰ জুমটিত জুই কোৰ, দা লৈ শ্মশানৰ মৃতকৰ কুলৰ নিৰ্দিষ্ট স্থানত ঈশান কোণলৈ মূৰ কৰি চিতা সাজিলেগৈ। মানুহ মৰাৰ খবৰ পোৱাৰ লগে লগে খেল বংশ গাঁৱৰ মহিলাসকলে গাইপতি একোমুঠিকৈ চাউল আনি এই চাউলৰে একাজলি লৈ মাটিৰ খেলে বান্ধি দিয়া মহিলা গিয়াতিয়ে ভাত ৰান্ধিলে আৰু সেই ভাতৰ চৰুতে এটা বা দুটা কুকুৰাৰ কণী, দুই তিনিটা বেঙেনাও দিলে তাৰ পিছত এটি খৰছি ওপৰত এখন কলপাত দি তাৰ ওপৰত ভাতখিনি লৈ, ভাতৰ লগত কণী আৰু বেঙেনা ফেনেকিলে। ফেনেকা ভাতখিনি মৃতকৰ মূৰ শিতানত থ'লে লগতে পানীৰ এটি বাতি আৰু মদৰ এটি বাতিয়ো থ'লে। মৃতকৰ অঙহী-বঙহীয়ে মৃতকৰ ওচৰলৈ আহি ভাতৰ খৰাহীটো দুই হাতেৰে লৈ সাতবাৰ মৃতকলৈ যাচিলে। সেইদৰে মদ





আৰু পানীকো সাতবাৰলৈ মৃতকৰ মুখৰ ওচৰলৈ নি ফিৰাই আনি থ'লে। এইদৰে মৃতকৰ অঙহী-বঙহী প্ৰত্যেকেই অনুৰূপ কাৰ্য কৰিলে। যিটো ঘৰত শটো ৰাখে সেইঘৰৰ ভিতৰতে এটি পানী যাব পৰা খাল খান্দি মাহ-হালধি গন গাঠিয়ন সানি মৃতকক ধুৱাই মিঠাতেল সানি গা মচি দি আপোনজনে দিয়া নতুন খনীয়াকাপোৰ গাত জাপি দিলে। ইয়াৰ পিছত সধৱা মহিলা মৰিলে সেন্দূৰ পিন্ধাই দিলে। সাতকুলৰ সাতভনীৰ সাত ডাল, ন কুলৰ ন ভনীৰ হ'লে নডাল এৰাঁ সূতা একেজাপ কৰি এক ইঞ্চিৰ ব্যৱধান ৰাখি ভৰিৰ দুয়ো বুঢ়া আঙুলি জোঁট কৰি বান্ধিলে। বংশ-পৰিয়ালৰ মানুহে মৃতকৰ ঘৰৰ চোতালত শ নিবৰ বাবে বাঁহেৰে সাঙী সাজিলে। এই সাঙী সজাৰ বাবে নহাত দীঘল গোটা জাতি বাঁহ দুটুকুৰাকৈ কাটে। এই দুটুকুৰা বাঁহ দীঘে দীঘে পাৰি, এহাত দীঘল সাত ডাল কামি পথালিকৈ বান্ধে তাৰ পিছত সাত হাত দীঘল, সাত ডাল কামি দীঘে বান্ধি সাঙীখন কামি পথালিকৈ বান্ধে তাৰ পিছত সাত হাত দীঘল, সাত ডাল কামি দীঘে দীঘে বান্ধি সাঙীখন সম্পূৰ্ণ কৰিলে। ইতিমধ্যে কুল বিশেষণ থাক, আৰু কুল বিশেষে সাত থাক খৰি দি চিতা সজাৰ কাম সম্পূৰ্ণ হৈছে বুলি শ্মাশনৰ পৰা খবৰ আহিলে শ টি ঘৰৰ পৰা উলিয়াই আনি ওপৰমুৱাকৈ সাঙীখন চাৰিজনে দাঙি লৈ কুল বিশেষে সাতবাৰ কুল বিশেষে নবাৰ অগা পিচা কৰি থাকিলে। সেইখিনি সময়তে খেলৰ বুঢ়া এজনে ক'লে 'মনুচে মাৰিলেও মাৰিলে, দেৱতাই মাৰিলেও মাৰিলে, পো-পৰিয়াল আছে আজিৰ পৰা হৈচ নকৰিবি, থেল নকৰিবি, পো-পৰিয়ালক ফামাৰী হৈ আহি আমনি-আসুতি নকৰিবি বুলি কোৱাৰ লগে লগে চাৰিজনে সাঙীখন কান্ধত তুলি লৈ শ্মশানলৈ লৈ গৈ ঈশানমুৱাকৈ সজা চিতাত কুলবিশেষে সাতবাৰ কুলবিশেষে ন বাৰ অগা-পিছা কৰি শেষত শটি চিতাত শুৱাই দিলে। শটি নিয়াৰ লগতে সাঙী সাজোতে ৰোৱা অৱশিষ্ট বাঁহৰ চুচ, জীৱিত কালত ব্যৱহাৰ কৰা অন্যান্য বস্তু, মৃতকজনক কটিওৱা ভাত, মদ আদি সকলো শটিৰ লগতে শ্মাশানলৈ লৈ গ'ল। মৃতক যদি শনি বা মঙলবাৰে মৰে তেনে মৃতকক শ্মশানলৈ নিয়াৰ আগতে এটি পানী ভৰা কলহ তিনি আলিৰ মূৰত ভাঙিলে। শটি চিতাত শুৱাই দিয়াৰ পিছত গিয়াতিজনে জোঁৰডাল সাত বা ন পাক ঘূৰাই প্ৰতি পাকত শটিলৈ টোৱাই শেষত শ টিত জুই লগাই দিলে আৰু লগে লগে আত্মীয়ৰ এজনেও জুই দিলে। দাহন কাৰ্য শেষ হ'লে জ্বলা এঙাৰবোৰ পানীৰে নুমুৱাই তাত এটি মানুহৰ প্ৰতিকৃতি সাজিলে। প্ৰতিকৃতিৰ শিতানত ঘৰত কটিওৱা ভাত আৰু বংশ খেলৰ মহিলাসকলে আনি দিয়া চাউলখিনি খৰাহী বা মলা এটাত থৈ দিলে। তাৰ পাছত কিছুদূৰ আহি উপাস্য দেৱ-দেৱীক সাক্ষী কৰি শপত দি মাটিৰ ওপৰত তিনিডাল আঁক দি গিয়াতিয়ে ক'লে "মনুছে মাৰিলেও নাজানো, দেৱতাই মাৰিলেও

নাজানো। মনুছে মাৰিছে যদি সিহঁতৰ কান্ধে ভাৱে উঠি ফুৰিবি, দেৱতাই মাৰিছে যদি দেৱতাৰ গই (তামোল) টুটক, ফান (পাণ) টুটক। আজিৰ পৰা আমাৰ লগত সম্বন্ধ ছেদ হৈছে। ফামৰি হৈ আহি ঘৰৰ লেৰেলা চেপেটা নাড়ুৰি পোনাক ভয় নুখুৱাবি, ভীত নুখুৱাবি, নিজৰ ধৰম নিজে ৰাখিবি।" এইবুলি কৈ পিছলৈ ফিৰি নোচোৱাকৈ সকলোৱে শুচি আহিল। মৰিশালিৰ পৰা অহা লোকসকলক খেলে বাছি দিয়া এটা কুলে তুলসীৰ পানী ছতিয়াই শুচি কৰিলে। মৰিশালিৰ পৰা অহা মানুহবিলাকক শুচি কৰাৰ বিনিময়ত এই কুলটোৱে কোনো কুলৰ মৰা সজাত গিয়াতি দিয়াৰ পৰা ৰেহাই পায়। তাৰ পাছত শ দাহত ভাগ লোৱা সকলো মানুহ গা-পা ধুই মৃতকৰ ঘৰলৈ আহি চোতালৰ মাজত জ্বলাই ৰখা একুৰা জুইক মাজত লৈ চাৰিওফালে বহে। উজনিৰফালে ঈশান কোণত গিয়াতিক বহুৱাই তাৰ লগতে খেলৰ বুঢ়াবিলাক বহে। উত্তৰফালে শ দাহত ভাগ লোৱা লোকসকল বহে। নামনিৰ ফালে মৃতকৰ ঘৰৰ ঘৰবুঢ়াসহ পৰিয়ালৰ লোকসকল বহে। মৃতকৰ ঘৰৰ ঘৰবুঢ়াই তামোলৰ বটা আগবঢ়োৱাৰ পিছত খেলৰ বুঢ়াই পুনৰ আগৰ দৰে ক'লে "আগে হ'লে দিনে আহোঁ দুপৰে আঁহো, মাজে আহোঁ গধূলিয়ে আহোঁ পাওঁ হ'লে তামোল এখনকে খাওঁ, নেপাওঁ হ'লে ৰঙে আনন্দে নকৰি চকৰি কথা কৈ ৰঙে আনন্দে যাওঁ। আজিৰ দিনত ল'ৰা পচি, বুঢ়া আকৌ এবাৰ মাতি বুলি আনি মাজতো গুৱা-পাণৰ বঁটা দি কিবা ক'বলৈ বাট চাই আছে আপোনাক কিন্তু কেলে অথাই সাগৰত পাৰ হ'বলৈ কুটা এডালহে দিলে! এতিয়ানো আকৌ কি বুলি মাতিলে। মৃতকৰ কুলৰ ঘৰবুঢ়া— অ' মোৰ খেল গঞা গিয়াতি, ৰজাৰ থল মাটিত নোখোৱা নিজীয়া এঘৰ আছো, তাৰো আজি এজনৰ অবিহন হ'ল। যিয়ে মাৰিলে দাবী, সিও সোমাল হাবি। তাকে সৎকাৰ কৰিবলৈ খেল গঞা গিয়াতিক মাতি বুলি আনিলে, তিনি বাটৰ মূৰত বহুৱাই গিয়াতি বিচাৰিলে, মুকুতি বিচাৰিলোঁ, দায় দফা, বান্ধাক বান্ধিলে, চাতাক চাতিলে, গিয়াতি মুকুতি দিলে। মোৰ খেল গঞা গিয়াতিক শ্মাশনলৈ পঠালোঁ। মোৰ বাবে গিয়াতিয়ে অনেক দুঃখ ভুঞ্জিলে, সংসাৰৰ নীতি, বাৰকুলৰ ধাৰা তাকে এষাৰি মাতিম বুলি, দুখাৰ-সুখাৰো সকলোকে সুধিম বুলি এশ পুৰুষাৰ্থ কৰি মাতি বুলি আনিছো। কোনোবা আগত, কোনোবা পাছত, কোনোবা আঁৰত কোনোবা বা চেপত তাকে জানিবলৈ দিলে বন্দীয়ে মুক্তি পাওঁ। খেলৰ বুঢ়া— অমোৰ সৰু চমীয়া, বৰ চমীয়া আৰু গিয়াতি মুকুতি দুখাকাৰী, সুখাকাৰী সকলো অহা হ'লনে? খেলৰ এজন— ভাল মোৰ বৰ জেলাগুৰু। দুখাকাৰী সুখাকাৰী সকলো অহা হ'ল। খেলৰ বৰজেলা— ভাল মোৰ মৃতকৰ ঘৰৰ ঘৰবুঢ়া দুখাকাৰী, সুখাকাৰী সকলো আহিল, আপোনাৰ যদি খেল গঞাক সুধিবলৈ, পুচিবলৈ পণ্য দ্ৰব্যৰ যা-যোগাৰ হৈছে তেনে আপোনাৰ





নিয়মে সজনে, নীতিয়ে ধাৰাই কাম চলাই যাব পাৰে। খেলৰ বৰ জেলাৰ পৰা আজ্ঞা পাই বিলনীয়াসকলে প্ৰথমতে এটি কাঁহৰ বাটিত গিয়াতিক মদ দিয়াৰ পিছত সকলোকে খলাত মদ দিলে। মদ পোৱাৰ পিছত সকলোৱে মৃতকক সুঁৱৰি আশীৰ্বাদ দি মদ খালে। তাৰ মাজত মৃতকৰ কুলৰ ঘৰবুঢ়াই এটি তামোল-পাণৰ বঁটা সমাজৰ মাজত দিলে। খেলৰ বুঢ়াই এই তামোল-পাণৰ বঁটাটিনো কিয় দিলে মৃতকৰ পৰিয়ালৰ ঘৰবুঢ়াক সুধিলে। মৃতকৰ পৰিয়ালৰ ঘৰবুঢ়াই ক'লে— "অ মোৰ খেল গঞা গিয়াতি, ঘৰৰে ঘৰনী ল'ৰাকে মাক তোকে নুসুধি সুধিম কাক? মোৰ খেল গঞা গিয়াতিয়ে হাত আগবঢ়াই দাঙি ধৰি আমাক বামলৈ তুলিলে পিছে, মোৰ বোপাইক কিজানি হাবিত পেলাইছে, কিজানি জংঘলতে পেলাইছে, কিজানি কোৱাই, কিজানি চিলাই, কিজানি শিয়ালে পাইছে, তাকো এবাৰ অজানভাৱেৰে সোধা হৈছে। তেতিয়া গিয়াতিয়ে ক'লে— অ' মোৰ মৃতকৰ কুলৰ ঘৰবুঢ়া গুৰু! আমি খালে পেলাই অহা নাই, বিলে পেলাই অহা নাই, শিয়ালে পোৱা নাই, কুকুৰে পোৱা নাই, চিলাই পোৱা নাই, কোৱাই পোৱা নাই, খেলে যি মতে আজ্ঞা কৰিছিল তেনেকৈয়ে সদ্‌গতি লগাই অহা হ'ল। মৃতকৰ কুলৰ ঘৰবুঢ়া— ভাল মোৰ চিকন খেল, চিকন গিয়াতি পিছে কাৰোবাৰ দা, কাৰোবাৰ কটাৰী, কাৰোবাৰ কোৰ, কাৰোবাৰ কুঠাৰ হেৰাইছে, ঢুকাইছে, আপোনালোকৰ চিনৰ মাল চিনে পাইছেনে? তেতিয়া দুখাকাৰীসকলে উত্তৰ দিলে— আমি পাইছো। এইদৰে খেলৰ শুশ্ৰূষা চলি থাকোতেই সমাজৰ মাজত আগলি কলপাতৰ ওপৰত বাওঁফালে এটি মদৰ কলহ, সোঁফালে লোণৰ এটি খৰাহী মাজত শৰাই এখনত তামোল এথোক পাণ পাঁচ গুছি থ'লে। তাৰ পাছত গিয়াতিৰ সন্মুখত এটি বটাত বস্ত্ৰ, যি পাৰে টকা-পইচা দি মৃতকৰ পৰিয়ালে আহি গিয়াতিক সেৱা কৰিলেহি। ঘৰৰ ভিতৰতো মাইকী গিয়াতিক মৃতকৰ পৰিয়ালে, বস্ত্ৰসহ যি পাৰে টকাদি সেৱা কৰিলেহি। তাৰ পাছত খেলৰ বুঢ়াই ক'লে "অ' মোৰ মৃতকৰ ঘৰৰ ঘৰবুঢ়া, আমি খালো, বলো, এতিয়া শলাগি, শুলাগি যাবহে লাগিছিল। এতিয়া আকৌ আপুনি মাজত শ্ৰীচৈতন পাতি পিছতো কিবা ক'ম বুলি আশা পালি ৰৈ আছে, দুখ বা কি? সুখ বা কি এষাৰ বুজাই ক'লেহে বুজি পাম।" তেতিয়া মৃতকৰ ঘৰৰ ঘৰবুঢ়াই বেমাৰী নৰীয়াত পৰাৰ পৰা, কড়ি মঙ্গল চোৱাই বেজ গিয়ানি লগোৱা লৈকে সকলোখিনিৰে বৰ্ণনা দি তাৰ পিছত কেনেকৈ বেমাৰী মৃত্যুৰ মুখত পৰিল তাৰ পিছত খেল গঞা গিয়াতিয়ে গিয়াতি দি ঘৰখন তথা পৰিয়ালটোক উদ্ধাৰ কৰিলে তাৰ বৰ্ণনা দিলে। বৰ্ণনা দিয়াৰ পিছত ক'লে "তেতিয়া খেল গঞা গিয়াতিক দিমনো কি পাবনো কি? সাগৰত কুটা পেলাই ভাৰসা মগা হৈছে। বোলে খেলৰ বুদ্ধি সিদ্ধি, আমাৰ বুদ্ধি তেনেই চুটি। খেলে খালে খোৱা যায়, খেলে নাখালে পেলনি যায়।

খেল গঞ্রা গিয়াতিয়ে নিজ গুণে সন্তুষ্ট হৈ পাৰ দিলেহে পাৰ পাওঁ আৰু মোৰ খেল গঞ্রা গিয়াতি, যিজন চলি কৰি গৈছে তেওঁ সিপুৰীত লগ পাব লাগে, সংগ পাব লাগে, হাৰী পাব লাগে, পাটী পাব লাগে। তেওঁ যেন আহি দুৱাৰ সকৰাই নাথাকে, নঙলা সকৰাই নাথাকেহি গৃহস্থৰ যিকেইডোখৰ নাড়ুৰি পোনা আছে গঞ্রা গিয়াতিৰ আশীৰ্বাদত কোলা জুৰাই, বোকা জুৰাই যাবলৈ ববলৈ শক্তি সমৰ্থ হওক।" এইবুলি কোৰাৰ লগে লগে সমূহ ৰাইজে 'অ হৰি অ ৰাম, অ ৰাম অ হৰি সেৱকীৰ মনোবাঞ্ছা পূৰ্ণ হওক এ হৰি বুলি হৰি ধ্বনি দিলে। তাৰ পিছত আকৌ ক'লে "আৰু এযাৰ ক'ব লগ আছে বোলে ঘৰ দেওৰে এৰিলে বন দেওৰে খাবলৈ কি চকু লাগিছে। অজান হাৰী, অজান বুঢ়া, তুতি নতি আগ ভাগ কৰাত নানান বেছ-কম হ'ব পাৰে সেই বেছ-কমৰ দ্বাৰাহে নালি ভাল নাই, পুলি ভাল নাই, গো ভাল নাই, পো ভাল নাই, খেতি ভাল নাই, বাটি ভাল নাই, কিজানি এবটা দিয়াৰ ঠাইত দুবটা পৰিছে, দুবটা দিয়াৰ ঠাইত এবটাও পৰা নাই সেয়ে কিজানি ঘৰজ্যোতি ঘৰ গোসাঁনীৰ সেৱাত টেৰা হৈছে, এতিয়াও গঞ্রা গিয়াতিৰ আশীৰ্বাদে তেওঁ সন্তুষ্ট হ'ব লাগে।" এইদৰে কোৰাৰ লগে লগে সমূহ ৰাইজে আগৰ দৰে হৰিধ্বনি দি আশীৰ্বাদ দিলে তাৰ পাছত ঘৰৰ বুঢ়াই ক'লে "আকৌ এযাৰ ক'ব লগা আছে বোলে পিতৃভূত মাতৃভূত জানা নিৰন্তৰ, পিতৃ-মাতৃ নেজানিলে বিঘিনি কৰে। ভাৰস্তত পিতৃ-মাতৃ এজোখাহে আছে, চাৰি জোখা চলি কৰি গৈছে। এতিয়াও চলি যোৱা পিতৃ-মাতৃসকলে গঞ্রা গিয়াতিৰ আশীৰ্বাদে লগ পোৱা নাই যদি লগ পাওক সংগ পোৱা নাই যদি সংগ পাওক, কোনো দুষ্ট গ্ৰহই যদি লোহা দি বন্দী কৰি থৈছে লোহা কাটি মুকলি হওক, নিজৰ বাক্য-বচনে যদি নৰকত পৰি আছে, নৰকৰ পৰা উঠি স্বৰ্গবাসী হওক, স্বৰ্গৰ পৰা নামি আহি ভকতৰ বাযতে বহি গঞ্রা গিয়াতিয়ে যেনেকৈ আশীৰ্বাদ দিছে পিতৃ-পিতামহসকলেও তেনেকৈ আশীৰ্বাদ দিব লাগে, পিতৃ হৈছে বুটি কোৰ, বিঘিনী হৈছে দূবৰি বন চাচি চুৰুকি নিৰ্মূল নিৰাকাৰ কৰি সবাকো কুশলে ৰাখিব লাগে" এইবুলি কোৰাৰ লগে লগে সমূহ ৰাইজে পুনৰ আশীৰ্বাদ দিয়ে "জয় অ' ৰাম বোলা, জয় অ' হৰি বোলা জয় হৰি বোল, জয় ৰাম বোলা সেৱকৰ মনোবাঞ্ছা সিদ্ধি হওক এ হৰি বোলা। এইদৰে আশীৰ্বাদ দিয়াৰ পিছত খেলৰ বুঢ়াৰ আদেশ ক্ৰমে কেইবাজনো ল'ৰা ওলাই আহি শৰাইখন পিছলৈ টানি আনি মদ তামোল-পাণ নিমখসমূহ ৰাইজৰ মাজত বিলায়। খেল আৰু পৰিয়ালৰ কাম শেষ হ'লে ঘৰখনৰ মূল মানুহকে ধৰি সকলোকে মাতি আনি ৰাইজৰ মাজত বহুৱায়। আৰু ঘৰৰ সকলোকে মিলা-প্ৰীতিৰে থাকিবলৈ উপদেশ দিয়ে। তাৰ পিছত খেলৰ বুঢ়াৰ উপদেশ ক্ৰমে গৃহস্থই কোন দিনাৰ পৰা খাৰ-মাছ চুব পাৰিব তাক স্থিৰ কৰে। শ সৎকাৰৰ পিছদিনা বৰঘৰত





কুলৰ ঘৰবুঢ়াই দেও পিতৃক তুতি কৰি পৰিয়ালটোৰ চুৱা গুচায়। এই চুৱা গুচোৱাৰ পিছত বংশ বা কুলৰ বিভিন্নজনে নিজৰ নিজৰ কৰ্মত লিপ্ত হ'ব পাৰে। মৃত্যুৰ দিনাৰে পৰা মৃতকৰ ঘৰলৈ বিভিন্নজনে চিৰা-মুড়ি বুট, বিস্কুট লগতে ফলাহাৰ বস্তু লৈ মাত লগাবলৈ আহে। মৃতকৰ দিনাৰে পৰা মৃতকৰ ঘৰত গধূলি গধূলি ডেকা ল'ৰা-গাভৰু ছোৱালীবিলাকে ৰঙ ধেমালি কৰি কটায়। আগতে নাছিল যদিও বৰ্তমান বাৰপূজীয়াত মৃতকৰ মৃত্যুৰ তিনি দিনৰ দিনা তিলনি পাতি জলত পিণ্ড দি তাৰ পাছত পাঠ প্ৰসঙ্গ কৰে। দহ দিনৰ দিনা দহা পাতি পাঠ-প্ৰসঙ্গ কৰে আৰু সেই দিনাই পাঠ-প্ৰসঙ্গ শেষ হ'লে মাছেৰে ৰন্ধা আঞ্জাসহ ভাত দি মৃতকক এজাপ আগপাতত আগবঢ়াই কোনোবা বিৰিখৰ তলত দি আহেগৈ আৰু পাঠ-প্ৰসঙ্গ কৰাসকলৰ লগতে বহুজনক অন্ন ভোজন কৰায়। ইয়াৰ কিছুদিনৰ পিছত গৃহস্থ আৰু পৰিয়ালৰ সুবিধা অনুযায়ী মৃতকৰ প্ৰেতকাৰ্য কৰম কুলৰ বৰঘৰত খেল আৰু বংশৰ সহযোগত কৰে!

মৃতকৰ কৰম কৰাৰ পদ্ধতি — তিৱাসকলৰ মৃতকৰ কাজ-কৰম বংশটোৰ দুই-তিনিজন মানুহ মৰাৰ পিছতহে একেলগে সকলোৱে মিলি বংশৰ বৰঘৰত কৰে কিন্তু আজিকালি বহুতো গৃহস্থই কৰমৰ খৰচ অকলে ভৰি হ'লেও মৃতকৰ কৰম কৰিবলৈ আগবাঢ়ি অহাত মৃতকৰ কৰমৰ কাৰ্য সোনকালে কৰিবলৈ লৈছে। আগতে তিনি দিন লগা কৰমৰ কাৰ্য আজিকালি একে দিনাই শেষ কৰিছে। আগতে প্ৰতিজন মৃতকৰ ক্ষেত্ৰত প্ৰতিঘৰ গৃহস্থই এটিকৈ গাহৰি আগবঢ়োৱা সলনি আজি কালি মৃতকসকলৰ কাৰণে এটিহে গাহৰি আগবঢ়োৱা হৈছে। আগতে বংশ পৰিয়ালৰ সকলো মানুহে কৰমৰ খৰচ সমানে ভৰিছিল কিন্তু আজিকালি গৃহস্থই কৰমৰ কাৰ্য সোনকালে কৰিবলৈ বিচৰাত গৃহস্থক বৰঙনি বেছিকৈ ভৰিবলৈ দিয়া হ'ল। কৰমৰ আগদিনাই খেলে বংশৰ অনুৰোধ ক্ৰমে সজাতি ৰান্ধনিকে আদি কৰি বিভিন্ন বিষয়ববীয়া, বংশৰ মানুহৰ লগত সহায় কৰিবলৈ খেলৰ পৰা বাছি দিয়ে। খেলে বান্ধি দিয়া খেলৰ সজাতিজনেই কৰমৰ সকলো কামৰ তদাৰক কৰে। কুলৰ বিভিন্নজন মৃতকৰ বিভিন্নজন গিয়াতি হ'লেও পৰিয়ালটোৰ মূল মানুহজনৰ ক্ষেত্ৰত হোৱা গিয়াতি দুজনক খেলে কৰমত মূল গিয়াতিৰ সন্মানটো দিয়ে। কৰমৰ দিনা ৰাতি পুৱা গিয়াতিয়ে মৃতকৰ ঘৰৰ কৰম ধৰা ল'ৰাহঁতৰ চুলি অলপ অলপ কাটি দিয়ে। পিছত নাপিতে কৰম ধৰাসকলৰ চুলি ভালদৰে কাটি দিয়ে। এই কামটি কৰাৰ পিছত মতা আৰু মাইকী গিয়াতিক মৃতকৰ পৰিয়ালে মাহ-হালধি সানি গা ধুৱাই আৰু সেই সময়ত মৃতকৰ পৰিয়ালৰ কোনোৱে গা ধোৱাওঁতে গিয়াতিক গামোচা, টকা-পইচা আদি দিয়ে। ৰাতিপুৱা খেলৰ বুঢ়াসকল আৰু কুলৰ বুঢ়াসকলে বৰঘৰৰ চোতালত সমাজ পাতি বহিল। খেলৰ বুঢ়াবিলাকৰ মাজত ঈশান কোণৰ ফালে গিয়াতি বহুৱাই দিলে।

খেলৰ বুঢ়াসকলো আহি পালে, সকলোৰে আগত কলৰ দৌখাৰে সজা থালত মদ আৰু গিয়াতিৰ আগত কাঁহৰ বাটিত মদ দিলে লগতে গিয়াতিৰ সন্মুখত কলৰ দৌখাৰে মেৰিয়াই কলপাতেৰে সজা দুটি থোঙাৰ এটিত মদ আৰু এটিত পানী দিলে। মদ খাই থকাৰ মাজতে খেলৰ নিৰ্দেশ ক্ৰমে সমাজৰ মাজতে ঠাই থলিলিপি পুচি এজাপ আগ থকা দীঘল কলপাত পাৰি দিয়ে। তাৰ পাছত পুনৰ খেলৰ নিৰ্দেশক্ৰমে গাহৰিটো গা-পা ধুৱাই কলপাত জাপৰ ওপৰত শুৱাই দিয়ে। মৃতকৰ পৰিয়ালবৰ্গই গাহৰিটিৰ ওপৰত আৰৈ চাউল তুলসী, দূৰৰি দি সেৱা কৰে। তাৰ পাছত হাৰী কুঁৱৰীয়ে বৰঘৰৰ ভিতৰৰ পৰা তুলসীৰ পানী ছটিয়াই ছটিয়াই সমাজৰ মাজলৈ আহে আৰু পিছে পিছে এখন ডলাত বৰঘৰৰ ভিতৰত থকা পৱিত্ৰ যাঠিপাত লৈ কুলৰ ঘৰবুঢ়াই সমাজৰ মাজলৈ আহি ডলাখন গাহৰিটিৰ ওচৰত থ'লে। তাৰ পাছত কুলৰ ঘৰবুঢ়াই যাঠিপাত হাতত লৈ চাৰিওদিশে নমস্কাৰ কৰি গাহৰিৰ আগ ঠেঙৰ ওচৰত হানিলে। এইদৰে হান মৰাৰ পাছত মৰা গাহৰিটি, খেল সমাজৰ মাজৰ পৰা লৈ গৈ পুৰিলে, কাটিলে। গাহৰিটোৰ কটা মাংস অলপ বৰঘৰৰ ভিতৰলৈ নি মাইকী গিয়াতিয়ে নতুন চৰুত পিণ্ডৰ বাবে ৰান্ধিলে আৰু লগতে নতুন চৰুত ভাত, খাৰ, টেঙা আদিও পিণ্ডৰ বাবে ৰান্ধিলে। খেল পৰিয়ালৰ মানুহে খাবৰ বাবে বৰঘৰীয়া ঘৰৰ চোতালৰ এটি অংশত খেলে নিৰ্বাচন কৰি দিয়া ৰান্ধনিয়ে ৰান্ধিলে। মাইকী গিয়াতিগৰাকীয়ে পিণ্ডত লগাবলৈ লোৱা ভাত-আঞ্জা ৰন্ধাৰ পিছত পিণ্ডৰ সকলোটি বস্তু বৰঘৰৰ থুনা খুঁটাৰ ওচৰত যোগাৰ কৰি এজাপ আগলি কলপাত পাৰি ভক্তিসহকাৰে মাইকী গিয়াতিয়ে প্ৰথমতে ভাত, মাংস, পিঠা-পনা, সান্দহ আদিৰে পিণ্ড দিলে। তাৰ পাছত মৃতকৰ পৰিয়াল, আত্মীয়-স্বজনে তদ্ৰূপ পিণ্ড দিলে। সকলোৰে পিণ্ড দিয়াৰ পাছত পিণ্ড দিয়া বস্তুবোৰ মৃতকৰ আত্মীয়ই লগৰীয়াৰ লগত গৈ মৃতকক শ দাহ কৰা ঠাইৰ মৃতকৰ মূৰ শিতানত মৃতকক অৰ্পণ কৰিলে। অৰ্পণ কৰি অহাৰ বাটত দাৰ আগেৰে তিনিডাল আঁক দি ৰামৰ শপত, লক্ষ্মণৰ শপত, গীতাৰ শপত বুলি আঁক পাৰ নহ'বলৈ কৈ পিছলৈ ফিৰি নোচোৱাকৈ গুচি আহিল। লগতে জেংকেইডালমানো বাটত দি আহিল। পিণ্ড দি অহাৰ পাছত খেল আৰু পৰিয়ালৰ মানুহক ভাত খাবলৈ দি ভাত দিয়াৰ আগতে মতা আৰু মাইকী গিয়াতিক মদ এটেকেলি তামোল-পাণ এৰটা, মঙহৰ এটি সামান্য টোপোলা পৰিয়ালৰ মানুহে গিয়াতিৰ ঘৰত দিলেগৈ। খোৱা বোৱা শেষ হ'লে সকলো খেলৰ বুঢ়াই এটি আছুতীয়া ঠাইত বহেগৈ। সেই ঠাইতেই সকলোৰে আগত মদ দিলে লগতে এচিৰা কলপাতত এখন বাকলি থকা তামোল-পাণসহ দি সকলোৰে মৃতকসকলক সুঁৱৰি কলৰ পাতখিলাত ধৰি ক'লে, "আজিৰ পৰা তোমাৰ লগত সম্বন্ধ ছেদ হ'ল। আজিৰ পৰা ফামাৰি হৈ আহি আমনি





অশুচি কৰি নেথাকিবি।" এই বুলি কৈ কলপাতখিলা লুটিয়াই দিয়ে। ইয়াৰ পাছত মৃতকৰ কৰমৰ কাজ সমাপ্ত হয়। এই কৰমত প্ৰত্যেকঘৰ মৃতকৰ ঘৰলৈ আত্মীয়-স্বজনে একহল মদ, এপাচি চাউল তামোল এথোক, পাণ পাঁচ গুছি আগবঢ়ায়।

তিৱাসকলৰ জনবিশ্বাসত সৃষ্টিৰ ৰহস্য ঃ তিৱাসকলৰ মতে এসময়ত স্বৰ্গৰ দেৱতাসকলৰ পৃথিৱীৰ প্ৰাণীবিলাকৰ ওপৰত বৰ খং উঠিছিল আৰু সেয়ে পৃথিৱীৰ প্ৰাণীবিলাকক ধ্বংস কৰিবলৈ মন কৰি দেৱতাবিলাকে ধুমুহা-বিজুলী-ঢেৰেকনিৰে একেৰাহে বহুদিন ধৰি পৃথিৱীলৈ বৰষুণ নমাই আনি গোটেই পৃথিৱীখন পানীৰ তলত ডুবাই ৰাখিছিল। সেই সময়ত মাত্ৰ এহাল বুঢ়া-বুঢ়ীয়ে এটা প্ৰকাণ্ড শুকান লাওখোলাৰ ভিতৰত সোমাই সেই সময়ৰ পৃথিৱীৰ সকলো জীৱৰ বীজ লৈ পানীৰ ওপৰত টুলুং-ভুটুংকৈ ওপঙি ফুৰিছিল। এনেকৈয়ে ভালেমান দিন পৃথিৱীখন পানীৰ তলত ডুব লৈ থকাত বুঢ়া-বুঢ়ীহালো পানীৰ ওপৰতে ভালেমান দিন ওপঙি থাকিল। তাৰ পাছত পুনৰ দেৱতা বিলাকে পৃথিৱীখন নতুনকৈ গঢ় দিবলৈ মন কৰিলে। সেয়ে আকাশত মহাদেউ, চাৰিভাই, পঞ্চদেৱতা আৰু বাৰজনা দেৱ-দেৱীৰ মাজত আলোচনা হ'ল। আলোচনাত মহাদেৱে সাগৰৰ মাজত পঁচা গছৰ মূঢ়াটো খাই থকা ভোমোৰাক মাতি আনিবলৈ চাৰিভাইক পঠালে। ভোমোৰা আহিলত মহাদেৱে ভোমোৰাক সাগৰৰ মাজত ফুলি থকা পদুমফুলৰ মৌ চুহি থাকিবলৈ আদেশ দিলে। মহাদেৱৰ আদেশত ভোমোৰাই মৌ চুহি থাকোঁতেই পানীৰ তলৰ পৰা এটি ৰৌবালি মাছে জঁপিয়াই পদুম ফুলত পৰি থকা ভোমোৰাটিক খাবলৈ বিচাৰিলে। কিন্তু ৰৌবালি মাছটিয়ে ভোমোৰাটিক খাব নোৱাৰিলে। ভোমোৰা উৰি গুচি গ'ল। ভোমোৰাটি উৰি গুচি গ'ল হয় কিন্তু ৰৌবালি মাছৰ ফিচাত লাগি অহা পানীৰ তলৰ বোকা পদুম ফুলৰ পাহিত লাগি ৰ'ল। সেই পদুম ফুলৰ পাহিত লাগি থকা বোকাখিনিক লৈয়ে মহাদেৱে পৃথিৱীৰ সৃষ্টি কৰিলে। সাগৰৰ মাজত শুকান লাওখোলাৰ ভিতৰত ভাহি ফুৰা বুঢ়া-বুঢ়ীহালৰ পৰা শস্যৰ বীজ আনি পৃথিৱীত সিঁচিলে। তাৰপাছত সেই পৃথিৱীত মহাদেৱে মানুহক সৃষ্টি কৰাৰ কথা ভাবিলে আৰু সেই কাৰণে মাটিৰে কিছুমান পুতলা সজাই পুতলাবোৰ ৰ'দত ভালদৰে শুকাবলৈ দিলে। এদিন মহাদেৱ নথকা অৱস্থাত নাৰদ মুনি তালৈ আহি নুশুকোৱা পুতলাবোৰতে জীৱৰ সঞ্চাৰ কৰি হাতত নানাবিধ বাদ্য-যন্ত্ৰ দি নাচিবলৈ লগাই দি তেওঁ আঁতৰি গ'ল। কিছু সময়ৰ পাছত মহাদেৱ যেতিয়া ঘৰলৈ ফিৰি আহে তেতিয়া মানুহৰ পুতলাবোৰে হাতত সংগীতৰ বাদ্যযন্ত্ৰ লৈ নাচি থকা দেখা পাই, এইটো নাৰদৰে কাম বুলি বুজি জীৱবোৰক পুতলাৰ ভিতৰৰ পৰা ওলাই আহিবলৈ ক'লে, কিন্তু জীৱবোৰ পুতলাৰ ভিতৰ পৰাও ওলাই নাহিল। তেতিয়া মহাদেৱে গতিকে ক'লে "তহঁতৰ শৰীৰটো ভালদৰে নুশুকাওঁতেই তহঁত জীৱবোৰ ত সোমালি।

এদিন মৃত্যুৰ মুখত পৰিবি।" এই জনশ্ৰুতিটো ডিমৰীয়া অঞ্চলত বাস কৰা তিৱাসকলৰ। অন্য ঠাইত বাস কৰা তিৱা সকলৰ সৃষ্টি তত্ত্বৰ ব্যাখ্যা হয়তো বেলেগ।

লোকগীত ঃ তিৱাসকল সাধাৰণতে কৃষিজীৱী লোক। এই কৃষিজীৱী তিৱাৰ ডেকা-গাভৰুসকলে খেতিৰ বতৰত সংগবদ্ধ হৈ কাম কৰে। ইয়াকে ভৈয়ামত হাদাৰি খেলোৱা আৰু পাহাৰত কিলবাৰ বোলে। এইদৰে হাদাৰি খেলি কাম কৰোঁতে তেওঁলোকে গীত-মাত ৰং-ৰহইচৰ মাজেদি কামবোৰ আগুৱাই নিয়ে। প্ৰেম-প্ৰীতি, ভালপোৱা এইবোৰ গীতৰ মূলভাৱৰ গীতেও গীত গোৱাত উৎসাহ-উদ্দীপনা যোগাইছিল। সেইবোৰৰ উপৰি তিৱাসকলৰ বিভিন্ন পূজা-পাতলত গীত-মাত-নৃত্যৰ ব্যৱস্থা আছিল। পূজা-পাতলৰ আনন্দমুখৰ দিনবোৰত ল'ৰা-ছোৱালীয়ে লগ হৈ নৃত্যগীত কৰি ধেমালি কৰিছিল। বৰ্তমান পূজা-পাতল বহুতো ঠাইত নোহোৱা হৈছে। যি দুই-এঠাইত আছে, তাতো অনুষ্ঠুপীয়াকৈ পূজা-পাতল কৰা হৈছে। গতিকে পূজা-পাতলত ব্যৱহৃত নৃত্য-গীতবোৰো নোহোৱা হৈছে। ভৈয়ামৰ তিৱাসকলৰ মাজৰ পৰা খেতিৰ বতৰত বৰযুণ বিচাৰি গোৱা গীত, লালি হিলালী গীত, গদাল বৰীয়া গীত নাইকিয়া হৈছে। লগতে পাহাৰ ভৈয়ামৰ বিভিন্ন ঠাইত মৰণা মৰা নাচ আৰু গীত-মাত লাংখুন পূজা, জংকাং পূজা, চগ্ৰামিচাৱা, ৱান চুৱা উৎসৱ, য়ালিপূজা, মুই নাৰি কাণ্ঠি মিচাৱা তেতেলিয়াত কৰা বৰত উৎসৱ আদি উৎসৱবোৰ পাহাৰে ভৈয়ামে দুই এঠাইৰ বাহিৰে একেবাৰে নাইকিয়া হৈছে। ফলত উৎসৱৰ লগত জড়িত নাচ আৰু গীত-মাতো নোহোৱা হৈছে। প্ৰতিটো পূজা-পাতলৰ লগত সেই পূজাটোনো কিয় পাতিব লগা হ'ল এনে একোটি কাহিনী লগতে পূজোতা দেৱ-দেৱীৰ প্ৰতি কৰা স্তুতিও পূজাৰ লগত জড়িত আছিল। পূজাবোৰ নাইকিয়া হৈ যোৱাৰ লগতে সেইবোৰ জনা মানুহো নোহোৱা হৈ আহিল। তাৰোপৰি ডেকাচাঙত ডাঙৰ ডেকাহঁতে সৰু ডেকাচামৰ আগত নানা সাধুকথা শুনাই সৰুচামৰ পৰা গা-মূৰ পিটিকাই লৈছিল। বুঢ়ী আইতাহঁতে নাতিহঁতক নিচুকনি গীতেৰে কল্পনাৰ ৰাজ্যত ঘূৰাই লৈ ফুৰিছিল। সেইবোৰো বৰ্তমান লোপ পাই আহিছে। এইলোক সাহিত্যবোৰ যেতিয়া হেৰাই যাবৰ উপক্ৰম হ'ল তেতিয়াহে সংৰক্ষণৰ প্ৰয়োজন অসমীয়া আৰু অন্যান্য লিখিত ভাষালৈ অনুবাদ কৰা হ'ল। তিৱাসকলৰ বিভিন্ন উৎসৱৰ নৃত্য-গীতত ভৈয়ামৰসকলে বৰঢোল আৰু পাতিঢোল ব্যৱহাৰ কৰে। পাহাৰত খ্ৰাম, খ্ৰামলোদাং, খ্ৰামপানঠাই, পাংচি, থুৰাং পেলা, ক্ৰিংজাপ, থকাৰি, তংতৰং, ফেমবা, তুলিদ, থুৰল, চাবাংকাত, মুহুৰি আদি ব্যৱহাৰ কৰে। ভৈয়ামৰ তিৱাজনগোষ্ঠীৰ সপোনত দাঁত সৰা দেখিলে, চুলি সৰা দেখিলে, সৰ্পই খেদি অহা দেখিলে, ভঁৰালৰ পৰা কোনোৱে ধান নিয়া দেখিলে, দিঠকত কুকুৰে চুঁচৰি যোৱা দেখিলে, ঘৰৰ ওপৰত ফেঁচা, শগুন পৰিলে, গৰুৱে গোহালিৰ খুঁটাত নেজ মেৰিয়াই ল'লে,





সাপোনত ঘৰত জুই লগা দেখিলে গৃহস্থৰ অপায়-অমঙ্গল হোৱাৰ আশংকা কৰি বহুজনক মাতি আনি ভাত বা মদ কিবা এটি খুৱাই লোণ দান দি আশীৰ্বাদ লয়। সৰু ল'ৰা-ছোৱালীক নিচুকোৱা গীত তিৱাসকলৰ মাজত অনেক আছে তাৰে এটি এই প্ৰবন্ধত সামৰা হ'ল।

অ' জোন, অ' জোন, তোৰ মা-দেউতা ক'লৈ গ'ল? আলু খান্দিব গ'ল। আলুনো ক'ত আছে? গাহৰিয়ে খালে। চৰায়ে খাই পেলালে। চৰাইটোনো ক'ত আছে। জুইত পুৰি খালে। জুইনো ক'ত আছে? পানীয়ে নুৰাই পেলালে। পানীনো ক'ত আছে। ভেকুলীয়ে খাই পেলালে।



# ডিমাছা জনজাতি ঃ সমাজ সংস্কৃতি

কাশীৰাম নাবেনছা

ডিমাছাসকলৰ আদি বাসস্থান হিমালয় পৰ্বতৰ আশে-পাশে বুলি পণ্ডিতসকলে ক'ব বিচাৰে। ডিমাছা জাতিটোৰ (দাউবুবা য়ুবুবা) পূৱমুখী পক্ৰিমাত ঠায়ে-ঠায়ে এৰি অহা অন্য ঠাল সমূহ কোচ, মেচ, ৰাভা, বড়ো, বৰাহী, শৰণীয়া, দেউৰী, মৰান, মটক, চুতিয়া, ঠেঙাল, সোণোৱাল, হাজং, গাৰো, তিৱা, মণিপুৰী, ত্ৰিপুৰী ইত্যাদি। আৰ্য্য সভ্যতা বিস্তাৰিথ হোৱাত তেওঁলোকে ডিমাছা জাতিগোষ্ঠীক ম্লেহ, কোৱাচ, কিৰাট, কাছাৰী বুলি নামাস্কিত কৰে। আদিতে একে পৰিয়ালৰ বৃহৎ ডিমাছা কাছাৰী জাতিৰ এইলোকসকল বৰ্তমান স্বকীয় ভাষা সাহিত্য সংস্কৃতি আদিৰ চৰ্চাৰে সমৃদ্ধিৰ দিশত অগ্ৰসৰ। অসম আগমনৰ পূৰ্বে বৃহৎ কাছাৰী জাতিৰ লোকসকলৰ উপৰিও নেপালী জাতিৰ ৰআইয লিম্ব, মগৰ আদি ডিমাছা মূলৰ লোক সকলৰ আদি বাসভূমি ও হিমালয়ৰ আশে পাশে আছিল। এওঁলোকৰ লগত ডিমাছাসকলৰ পাৰম্পৰিক ৰীতি নীতি জন্ম মৃত্যুৰ সংস্কাৰ, বিবাহ পদ্ধতি আৰু বেশ ভূষা আছিৰ ক্ষেত্ৰত বৰ বেছি বৈসাদৃশ্য নাই আনকি ভাষা ক্ষেত্ৰটো বহু পৰিমানে মিল আছে। সভ্যতাৰ বিকাশৰ লগেলগেসামাজিক শান্তি-সম্প্ৰীতিৰ প্ৰয়োজন সাপেক্ষে বিভিন্ন দিশত চিন্তা চৰ্চা কৰি সৃষ্টি কৰা সামাজিক ৰীতি-নীতিবোৰ ডিমাছা সমাজ জীৱনৰ পৰম্পৰাগত সংস্কৃতি, জন্ম, মৃত্যু, বিবাহত প্ৰচলিত ৰীতিনীতি বোৰৰ সৈতে সম্পূৰ্ণ মিল থকা দেখা যায়। যেনে শিশু জন্মৰ সময়ত, কন্যা সন্তান জন্ম হ'লে বেৰত ঢকিয়াই দিয়া আৰু ল'ৰা জন্ম হ'লে বাদ্য হিচাবে কাঁহি বাতি বজাই ঠুং ঠাং শব্দৰে ইঙ্গিত দি অৱগত কৰা, বিবাহত কইনা উলিয়াই দিয়াৰ সময়ত দুৱাৰ ধৰা, কইনাৰ পিছফালে নোচোৱাকৈ চাউল চটিওৱা, কলপুলিৰ বেইৰ মাজত দৰা কইনা গা-ধূৱাই দিয়া, কাৰ্য্য আদি এই মিল থকাৰ উদাহৰণ দিছে। আনকি ভাষাৰ ক্ষেত্ৰত বহু পৰিমাণে ভাৰতীয় প্ৰাচীন সভ্যতাৰ স্থপতি সকলৰ লগত মিলথকা দেখা যায়। বৈদিক সাহিত্যত বহুলভাৱে উল্লেখ থকা সৰস্বতী নদী সম্পৰ্কে ডিমাছা বুৰঞ্জীবিদসকলে কয় 'ডিমাছা ভাষাৰ চৰ + চ + তি = সৰস্বতী অৰ্থাৎ আদিৰ উৎপত্তি স্থলৰ পৰা অন্তলৈকে





প্ৰৱাহমান জলৰাশি' সেইদৰে উত্তৰ পশ্চিম ভাৰতৰ নদীসমূহৰ নামৰ অন্তত ছতা 'টি' অক্ষৰটো যদি 'ডি' আখৰটো যুক্ত হৈ থকা অসমৰ নদী সমূহৰ নাম ডিমাছা জাতিটোৰেই বুলি বিদ্বত মহল একমত।

শেহতীয়াভাৱে উপগ্ৰহৰ জৰিয়তে সৰস্বতী নদীৰ অস্তিত্ব উদঘাটন হৈছে বুলি কোৱা হৈছে। সৰস্বতী নদীৰ তীৰবৰ্ত্তী অঞ্চলত চলোৱা খনন কাৰ্য্যত শিৱলিঙ্গ স্থাপিত অৱস্থাত পোৱা গৈছে বুলি জানিব পাৰিছোঁ তাৰোপৰি হৰাপ্পাৰা টেৰাক ট্ৰা শিল্পত শিৱলিঙ্গৰ প্ৰতি মুৰ্ত্তি চিহ্নিত থকা কথাটো প্ৰমাণ কৰে যে, হৰাপ্পা নামটোৱেই ডিমাছা শব্দ। হা = মাটি আৰু ৰাওপ্পা = শুকান মৰু সমৃশ। হৰাপ্পা = শুকান মৰু সদৃশ ঠাই। এটা ডিমাছা কিংবদন্তী অনুসৰি তেওঁলোকৰ অআদি বাসস্থান সুদীৰ্ঘকাল অনাবৃষ্টিৰ ফলত মৰু সমৃশ হৈ পৰাত, তেওঁলোকে সদলবলে উপযুক্ত বাসস্থানৰ সন্থানত পূবৰ ফালে অগ্ৰসৰ হয়। মানৱ সভ্যতা বিকশিত হৈছিল নদীৰ উপত্যকাত।

ডিমাছা সকলেও সৰস্বতী নদীৰ তীৰবৰ্তী অঞ্চলতেই পোন প্ৰথমে সভ্যতাৰ শিখৰত উপবিষ্ট হৈ কাষৰীয়া অন্যান্য নদীৰ উপকূললৈ সেই সভ্যতা বিয়পায়। বহু হাজাৰ বছৰ আগতেই সিন্ধু নদীৰ উপত্যকাত মানৱ জাতিৰ প্ৰাচীনতম সভ্যতাই গঢ় লৈছিল। মঙ্গোলীয় জাতিৰ এটা ঠাল আহি বাস কৰা উক্ত ঠাইত অষ্ট্ৰিক সকলে মঙ্গোলীয় জাতিৰ লোকসকল অহাৰ বহু বছৰৰ পিছত সেই ঠাইত আহি বসবাস কৰিবলৈ ধৰে। তাৰ পাছত আৰ্য্যসকল আহিছিল। ভিন্ন ভিন্ন জাতিৰ লোকে পৰস্পৰে পৰস্পৰক জনাৰ আৰু বিনিময়ৰ বাবে পৰিচিত তথা প্ৰসিদ্ধ হৈ পৰা উক্ত ঠআই খণ্ডক 'চিংধু' বুলিছিল মঙ্গোলীয় সকলে।

ডিমাছাসকলে, ডিমাছা ভাষাত (চিং=সোধা অআৰু হা-মাটি) অৰ্থাৎ সোধ পুচ কৰা ঠাই। 'Place of inquiry to know each other' যি ঠাইত কাল ক্ৰমত 'সিন্ধু' নামেৰে জনাজাত হয়। ডিমাছা ভাষাৰ ৱাগ্নিৰ'ৰ পৰা সংস্কৃত শব্দ 'অগ্নি' প্ৰচলন বিভিন্ন ভাৰতীয় প্ৰান্তীয় ভাষাত বিদ্যমান। সংস্কৃত অথবা কোনো প্ৰান্তীয় ভাষাই অগ্নিৰ উপযুক্ত অৰ্থ বহন নকৰে। কিন্তু ডিমাছা ভাষাত ৱ=বাঁহ আৰু গ্নি = দুই খণ্ড বাঁহৰ ঘৰ্ষন কাৰ্য্য ইঙ্গিতেৰে প্ৰকাশ কৰিছিল। বৰ্তমান ও ডিমাছা সকলে জুইক 'ৱাগ্নি' 'ৱাই' বুলি কয়। জুই আবিস্কাৰৰ কৃতিত্ব ডিমাছাসকলেই মানুহৰ প্ৰথম জুই জ্বলোৱাৰ উপায় উদ্ভাৱনত, জুয়ে পুৰা মাংস আৰু ফলৰ সোৱাদ পোৱাৰ উপৰিও প্ৰবল শীতৰ পৰা ৰক্ষা পোৱাৰ উদ্দেশ্যে প্ৰয়োজন অনুসৰি জুই জ্বলোৱাৰ উপায় বিচাৰি মানুহে কিমান শতিকা অতিক্ৰম কৰিব লগা হৈছিল জনা নাযায়। ইয়াৰ উৎপত্তি শুকান বাঁহৰ ঘৰ্ষনৰ ফলত হোৱাটো যথোপোযুক্ত নিৰীক্ষণ আৰু অনুসন্ধানৰ অন্ততহে নিশ্চিত হয় বুলি পুৰাত্ত্ববিদসকলে মত পোষণ কৰিছে। ঠিক

তদৰূপ ওপৰত উল্লেখ কৰা ৰাগ্নি, ডিমাছা ভযাৰ পৰা সংস্কৃত শব্দ 'অগ্নি' প্ৰচলন হৈছে বুলি দাবী কৰিছে। পৰ্য্যায়ক্ৰমে সংস্কৃত শব্দ 'আঙ্গাৰ' = অসমীয়া ভাযাত এঙাৰ = ডিমাছা ভাযাত 'হাঙ্গাৰ' মানে এঙ্গাৰ। হাঙ্গ = দগ্ধ হোৱাৰ পিছত অৱশিষ্ঠ। সেইদৰে কৃষি সভ্যতাৰ প্ৰধান আহিলা' নাঙলটো সংস্কৃত আৰু বহুতো প্ৰান্তীয় ভাযাত লাঙ্গল বুলি পৰিচিত, কিন্তু এই ভাষা সমূহৰ কোনোটোৱেই ইয়াৰ যথোপযুক্ত অৰ্থ বহন নকৰে। মাথো-ডিমাচা ভাযাত লাং, লাং-লাং, (মুকলি-মূৰা), গল বা গল-গল (সম্পূৰ্ণ গলি যোৱা), যেনে - মাটি, হাল বাই, গল গল বুগা হৈ পৰিল) লাং + গল = লাঙ্গল আৰু হা+ল = হাল উৎপতিগত অৰ্থবহ শব্দ। পৰিপ্ৰেক্ষিত্বত নিশ্চিত কৈ ক'ব পাৰিলে ডিমাচাসকলৰ সৃজনশীল প্ৰতিভা সম্পন্ন উপৰিপুৰুযসকলেই কৃযিৰ বাবে উন্নক আহিলা সৃষ্টি কৰিছিল। তেওঁলোকেই ইয়াৰ অৰ্থবহ উপযুক্ত নামাংকন কৰা কৃষি সভ্যতাৰ জনক আছিল বুলি ক'লেও ভুল নহয়। সমাজ সংস্কৃতি ভাযা সাহিত্যৰ ওপৰত ডিমাচা সকলৰ আভায দাঙি ধৰিবলৈ যাওঁতে পোনতে লিখিব লাগিব যে ডিমাচাসকলৰ পৰম বিশ্বাসী, শিৱ ভক্ত লোক হয়। তেওঁলোকৰ প্ৰধান দেৱতা হ'ল 'শিৱ' নিৰাকাৰ স্ৰষ্টা। ডিমাচাসকলে 'প্ৰতিক' পূজা কৰে। তেওঁলোকে আদিৰ পৰা শিৱ লিঙ্গৰ পূজা কৰি আহছিল। 'হিমালয় পৰ্বতক' ভগৱান শি বুলি মান্যতা দিয়ে।শিৱৰ ডিমাচা প্ৰতি শব্দ হল 'শিব্ৰাবাই বা ববাই' অৰ্থাৎ শিৱ + ববাই, 'বৰাৰ শব্দৰ অৰ্থ হয় দেউতা (পিতা)। শিৱৰ লগত সাঙোৰ খাই থকা এঠা শব্দ হ'ল 'ডম্বৰু' ডিমাচা শব্দ = ডাম+বু+ৰুং =বজাওঁতে শব্দ হোৱা ড্ৰাম =খ্ৰাম (+ ইয়াৰ উদয্য হৈ প্ৰকাশ কৰে, খ্ৰামছা, সাধাৰণতে ডাঙৰ সৰু সকলোকে খ্ৰাম বুলি কয়) ডম্বৰুক মানে, সৰু 'ড্ৰাম' ডমৰুক বুজায়। আন এটা শব্দ 'লিঙ্গৰ'ৰ প্ৰতি শব্দ ডিমাচা ভাযাত লিঙ্গাও অৰ্থাৎ পুং জননাঙ্গ। অৰ্থ;াৎ আধিপত্য বিস্তাৰৰ আগলৈকে শিৱ আছিল স্বয়ং ভগৱান 'সত্যম শিৱম সুন্দৰম' অৰ্থাৎ সকলেহে অযিঅট্ৰকসকলৰ 'বিষ্ণু'ৰ ওপৰত 'ব্ৰহ্মাৰ' সংযোজনেৰে উত্তৰ কালত ব্ৰহ্মাত্ব প্ৰতিষ্টা কৰি শিৱ ভক্তসকলক তুচ্ছ জ্ঞান কৰিবলৈ শিকাইছিল। পদ্ম পুৰাণৰ ৰায় অনুসৰি কোনো ব্ৰাহ্মনে যদি শিৱ পূজা কৰে অথবা সেই পূজাৰ কিৱা নৈবদ্য গ্ৰহণ কৰে তেনেহে'লে তৎক্ষণাত তেওঁ বাহ্মনৰ শৰীৰৰ পৰা স্খলিত হয়। অৰ্থাৎ প্ৰভাৱ বিস্তাৰিথ হোৱাত উন্নত সভ্যতাৰ খনিকৰ ডিমাচা জাতি তথা শক্তি শৈৱসকল অসূৰ দানৱ, দৈত্য আদি নিচাত্মক আখ্যাৰে নিন্দিত হবলৈ ধৰে, ঋগ বেদৰ মতে শি মহেশ্বৰ (মহা + ইশ্বৰ) এই প্ৰাক বৈদিক যুগৰ ধৰ্ম বিশ্বাস ডিমাচাসকলক লৈ আনি উত্তৰ পূৰ্ব্বাঞ্চলত বিয়পায়। এনেদৰেই প্ৰতিক পূজাৰ এই ধৰ্মীয় সংস্কৃতি প্ৰাক বৈদিক যুগৰ পৰা বৰ্তমানলৈকে প্ৰৱাহমান। ভাৰতী পাৰমাৰ্থিক ঐক্য সংহতিৰ ইত্ত এক এৰাৰ নোৱাৰা





অঙ্গ হ'ল। শোণিতপুৰ আৰু কামৰূপৰ শিৱ-মন্দিৰ, ব্ৰহ্মপুত্ৰ উপত্যকাৰ শৈ ভাস্কৰ্য্য, কাৰৈমাৰী, কেন্দুগুড়ি, ডবকা, মোদুংগা, কাছমাৰী, মেৰাপানী, যোৰহাট, শিৱসাগৰ, ডিমাপুৰ, মাইবাং, খাছপুৰ আদি ঠাইত বিস্তৃত ভাৱে উভয়নদী হৈ থকা স্থাপত্য ভাস্কৰ্য্য আদি ডিমাচাসকলৰ অৱদান আৰু প্ৰাচীন সভ্যতা আৰু শৈৱ ধৰ্মৰ যুগমীয়া চানেকী। ডিমাচা শব্দৰ উৎপত্তি সম্পেৰ্কে বিভিন্ন জনে বিভিন্ন ধৰণে মত প্ৰকাশ কৰি আহিছে। কোনো কোনোৰ মতে ডিমাপুৰত ৰাজধানী পতাৰ পাছতহে ডিমাচা শব্দৰ উৎপত্তি হৈছে বুলি কৰলৈ লয়য কাৰণ ধনশ্ৰী নৈক 'ডিমা' বুলিও কোৱা হয়। ডিমাচা শব্দই বৃহৎ নদীৰ তীৰবাসী লোকক বুজায়। ডি-পানী, মা-বৃহৎ আৰু ছা-ক সন্তান। অৰ্থাৎ ডিমাচা সকল বৃহৎ ডিমাচাসকল বৃহৎ নদীৰ সন্তান। 'কাছাৰেৰ ইতিবৃত্ত'' গ্ৰন্থৰ ৬৫ পৃষ্ঠাত উপেন্দ্ৰ চন্দ্ৰ গুহ নামৰ এজন লিখকে প্ৰকাশ কৰি লিখিছে ''ডিমাচাসকলে ডিমাপুৰত ৰাজধানী পতাৰ আগতে পুৰণি যুগৰ পৰা দশম পৰ্যন্ত বৃহৎ নদী ব্ৰহ্মপুত্ৰৰ উপকূলত বাস কৰিছিল। এনে এটা জাতিয়ে ধনশ্ৰী নদীৰ দৰে এখন সামান্য পাহাৰীয়া নদীক বৃহৎ নদী বুলি অভিহিত কৰাৰ কোনো ক্ৰমেই সম্ভৱ পৰ হ্ব নহয়।

কিছুমানে কব খোজে, যে ব্ৰহ্মপুত্ৰ নৈখনহে সেই বৃহৎ নদী। মানৱ সভ্যতা বিকশিত কৰা জাতিটোৱে পুৰমুখী পৰিক্ৰমাত এনে বহুত বৃহৎ নদী পাই আহিছে। আন এটা মহলে 'হিৰিম্বা' শব্দৰ পৰাহে ডিমাপুৰ আৰু ডিমাচা শব্দৰ সৃষ্টি বুলি কয়। আকৌ কিছুমানৰ মতে পূৰ্বৰ মাতৃ আৰিখি ডিমাৰ'ৰ পৰাহে ডিমাচা শব্দৰ উৎপত্তি হৈছে বুলি কয়।

অসমত প্ৰাচীন সভ্যতা-সংস্কৃতিৰ পৰিচয় দিবপৰা বিশিষ্ট অঞ্চলবোৰৰ ভিতৰত কপিলী-যমুনা আৰু দৈয়াং ধনশিৰি উপত্যকা বিশেষভাৱে উল্লেখযোগ্য। আটাইকেইটা নদী-উপত্যকা মূলতঃ কছাৰী আৰু বড়ো-সংস্কৃতি পৰিয়ালৰ মানুহৰ বসতিৰ ক্ষেত্ৰ আছিল। ঠাইৰ নাম আৰু এতিয়াও হেৰাই নোযোৱাকৈ থকা ভাষা, জনগোষ্ঠীয় আচাৰ-অনুষ্ঠান আৰু জাগতিক সংস্কৃতিৰ নিদৰ্শনবোৰ তাৰ প্ৰমাণ হৈ আছে। বেছি আগলৈ যাব নোৱাৰিলেও অন্তত ঃ অষ্টম শতিকাৰ পৰা দ্বাদশ শতিকাৰ ভিতৰত নিৰ্মিত ভাস্কৰ্য আৰু স্থাপত্যৰ ভগ্নাৱশেষবোৰ অঞ্চলটোত অভাৰতীয় শিষ্ট শিল্পকলাৰ সোঁত এটাৰ প্ৰৱল উপস্থিতিৰ পৰিচয় দিয়ে। এতিয়ালৈকে উদ্ধাৰ হোৱা প্ৰাচীন তামৰ ফলিবোৰৰ পৰাও এইটো কথা প্ৰমাণ কৰিব পাৰি যে অন্তত ঃ শালস্তম্ভ আৰু পাল বংশৰ ৰজাসলৰ দিনত এই অঞ্চলবোৰ শিল্প-চেতনা আৰু চৰ্চাৰ ক্ষেত্ৰত সৰ্বভাৰতীয় পৰম্পৰা এটাৰ অন্যতম প্ৰধান বাহক আছিল। অথচ বিশেষভাৱে তাৎপৰ্যপূৰ্ণ কথাটো হৈছে, ইয়াৰ ৰজা আৰু ৰাজবংশবোৰ জনজাতীয়

মূলৰহে আছিল। খ্ৰীষ্টীয় চতুৰ্দশ শতিকাতে বৰাহী কছাৰী ৰজা মহামানিক্যই মাধৱ কন্দলিৰ হতুৱাই সংস্কৃত ৰামায়ণখন অসমীয়ালৈ কপিলী উপত্যকাতেই অনুবাদ কৰোৱাৰ কথাটোৱে ভাৰতীয় ঐতিহ্যৰ সাহিত্য-সংস্কৃতিৰ প্ৰতি ৰজাঘৰীয়া ধাউতি থকাৰ প্ৰমাণ দিয়ে। ত্ৰিপুৰা-ভৈৰৱী, অৰ্দ্ধনাৰীশ্বৰ আদি তান্ত্ৰিক সাধনাৰ কাৰ্যবোৰেও জনজাতীয় লোকৰ বসতিৰে বিস্তীৰ্ণ অঞ্চলটো যে একালত সৰ্বভাৰতীয় আধ্যাত্মিক সাধনাৰ লগত বাৰুকৈয়ে পৰিচিত হৈছিল, সেইটো বুজিব পাৰি। কিন্তু উচ্চ পৰ্যায়ৰ মূৰ্তিশিল্প, শিলৰ স্থাপত্য, সংস্কৃত ভাষা-সাহিত্যৰ অধ্যয়ন দুৰূপ তান্ত্ৰিক সাধনা লগত সম্ভৱতঃ ৰাজা পৰিয়ালবৰেই বিশেষ সম্বন্ধ আছিল, সৰ্বাসাধাৰণ মানুহখিনি লৌকিক সংস্কৃতি চেতনাৰ মাজত বুৰ হৈ থকাটোহে সম্ভৱ। লৌকিক সংস্কৃতিক অলেখ উদাহৰণে উপত্যাকাকেইটাৰ সাধাৰণ জনমানসৰ মনন আৰু চিন্তনৰ বিষয়ে আমাক সবিশেষ বতৰা দিব পাৰে।

কপিলী-যমুনা-দৈয়াং-ধনশিৰি আৰু বৰাকলৈকে ঠাইক চাৰিটা বৃহৎ অঞ্চলৰ সমষ্টি। প্ৰত্যেকটো অঞ্চল নিজেই একোখনকৈ ৰাজ্যও আছিল। এই অঞ্চলকেইটা হৈছে ডেম্ৰা বা ডেমব্ৰা ডেজুৰা, হাৰাৰ আৰু হা চাও। যোগীজান, লংকা, হোজাই, হাওৰাঘাট নে-মাটিৰ পৰা ফালি অহা) ন-মাটি অৰ্থাৎ ডবকা আদি ভালেকেইটা মৌজা সামৰি প্ৰাচীন ডেম্ৰা বা ডেমব্ৰা ৰাজ্য হৈছিল। ব্ৰাই (বাৰাই) দুসূতিৰ কথা বুজায়, সংগমস্থলকো বুজায়। যেনে-ডি-লাওৰা (ব্ৰহ্মপুত্ৰৰ সংগম স্থল), ডিজেনব্ৰা (যমুনাৰ সংগম স্থল)। অতীজত বোলে কছাৰী (ডিমাছা) সকলৰ দেৱতা নাছিল। ডিলাওব্ৰা আৰু ডিজেনব্ৰাই দেৱতাৰ ৰূপত সৃষ্টি হৈছিল। নিয়ম নাছিল, নিয়মো সৃষ্টি হৈছিল। ডিজেনব্ৰাত লৌকিক পূজা-পাতল অনুষ্ঠিত হয়। নাগাপাহাৰ, ধনশিৰি, ডিমাপুৰ সামৃহি ডিজুৰা অঞ্চল। কছাৰী বুৰঞ্জীত (পৃঃ ৯) আছে ৪ কছাৰী-ৰাজ্যখণ্ড ববহাট-নামচাঙলৈকে (নগাপাহাৰৰ দিচাঙৰ আগাবিলৈকে) ব্যাপ্ত আছিল। তৃতীয়টো অঞ্চল হাৰাৰ অৰ্থাৎ মুকলি বহল ঠাই কাছাৰখণ্ড। চতুৰ্থটো অঞ্চলৰ নাম হা-চাও, বৰ্তমানৰ উত্তৰ কাছাৰ। নামটোৰ লগত পাহাৰৰ গছ-গছনি ভাঙি পুৰি কৃষিকাৰ্য কৰা তাৎপৰ্য জৰিত হৈ থকালৈ চাই ইয়াৰ লগত প্ৰাচীন উত্তৰ কাছাৰৰ কৃষি-বাৱস্থা আৰু আঞ্চলিক কৃষি অৰ্থনীতিৰ সম্পৰ্কৰ কথা নিৰ্ণয় কৰিব পাৰি। জমু খেতি এই কৃষি অৰ্থনীতিৰ আধাৰ। কপিলী-যমুনা উপত্যকাৰে কোমোৰাকটা, কেন্দুগুৰি, হায়ুং, তুম্পেং, বৰথল, হোজাই আদি অঞ্চলটো সুকীয়াকৈ হায়ুং-খাৰাচিং নামে জনা গৈছিল। হায়ুং খাৰাচিং আচলতে এজন দেৱতাৰ নাম। তেওঁ বৰ উগ্ৰ স্বভাৱৰ। সেইকাৰণে তেওঁৰ নামেৰে জনাজাত অঞ্চলটোত বগাৰ বাহিৰে ৰংচঙীয়া কাপোৰ পিন্ধা নিষিদ্ধ আছিল বুলি প্ৰবাদ আছে। এসময়ত হায়ুং খাৰচিঙৰ কোমোৰা কটা, দীঘলবালি





আৰু ন-ভঙা আদিত তিৰা বীৰ জোঙাল বলহুক কাছ বলি দিয় পূজা কৰা হৈছিল। প্ৰবাদ আছে যে, জয়ন্তীয়া সমাজত প্ৰচলিত দুটামান কু-প্ৰথাৰ প্ৰতিবাদ কৰি তিৰাসকল ভৈয়ামলৈ নামি অহাৰ সময়ত কোমোৰাকটাতে কোমোৰা কাটি শপত খাইছিল যে, তেওঁলোকে যি ভৈয়ামলৈ আহিল, ভৱিষ্যতলৈ কেতিয়াও পুনৰ পাহাৰলৈ উভতি নাযাব। জনন্তীয়াৰ মাতৃতান্ত্ৰিকতা, ৰজাৰ পো-ৰজাৰ হব নোৱাৰা আৰু নৰবলিয়েই আছিল সেই প্ৰতিবাদৰ কাৰণ। তিৰা-বীৰ জোঙাল বলহুৰ লগত কছাৰীসকলৰ বিবাদ আছিল। জোঙালক বশ কৰিবলৈ কছাৰী ৰজাই ৰেজানৰ নাম জনা নাযায়।) নিজৰ জীয়েকক জোঙাললৈ বিয়া দিছিল আৰু তাইৰ জৰিয়তে জোঙালৰ মন্ত্ৰপুৰ তৰোৱালক হস্তগত কৰিবলৈ সমৰ্থ হৈছিল। ইয়াৰ পৰিণতিত জোঙাল বিপদগ্ৰস্ত হৈছিল। নিজৰ পত্নীয়েই জোঙালক প্ৰতাৰণা কৰাৰ কথা বুজি পাই জোঙালে তাইক ভৰিৰে গছকি নদীত পেলাই দিয়ে। তাই নিজৰ ভুল স্বীকাৰ কৰি ক্ষমা বিচৰাত জোঙালে তাইক কাছ হ'বলৈ অভিশাপ দি ক'লে, যে কাছৰূপত তাইক বলি দি জোঙালক পূজা কৰিলে অঞ্চলৰ ৰাইজ খৰাং হোৱাৰ পৰা ৰক্ষা পাব। এয়ে হায়ুং খাৰাচিং অঞ্চলত প্ৰচলিত থলগুৰি পূজা। এই পূজাত বগা ফল-মূলেৰে পূজা কৰি কাছ বলি দিয়া হৈছিল। সাধাৰণ ৰাইজৰ মাজত প্ৰচলিত লোক-সংস্কৃতিৰ অলেখ নিদৰ্শ আছে।

সমূদ্ৰগুপ্তৰ এলাহাবাদ স্তম্ভলিপিত (৪ৰ্থ শতিকা) কপিলীপাৰৰ ডবাক ৰাজ্যৰ উল্লেখ আছে। অসম বুৰঞ্জীত উল্লেখ থকা ডেম্ৰা বা ডেমব্ৰা ৰাজ্যই প্ৰাচীন ডবাক হ'ব পাৰে। বৰ্তমান ডবাক নামৰ এটা সৰু মৌজাৰ লগত প্ৰাচীন ৰাজ্যখনৰ নামটো সাঙোৰ খাই ৰৈছেগৈ মাথোন। হ'লেও লংকা-হোজাই-ডবকাক কেন্দ্ৰ কৰি মধ্যযুগৰ অসমত প্ৰসিদ্ধ হৈ পৰা ডেম্ৰা-ৰাজ্যৰ বিশেষ ৰাজনৈতিক গুৰুত্ব বাঢ়িছিল বিশেষকৈ এই ৰাজ্যখনেই আহোম আৰু কছাৰী ৰাজ্যৰ মাজত দুয়োখন ৰাজ্যৰ কটকী যাতায়ত ব্যৱস্থা প্ৰশস্ত কৰি ৰাখিব লগা হোৱা কাৰ্যৰ পৰা ১৬৩৮খ্ৰীষ্টাব্দত হোৱা মুছলমান অসম আক্ৰমণৰ সময়ৰ পৰা পূৰ্বৰ ধনশিৰি উপত্যকাৰ মৰঙিৰ মাজেৰে কছাৰী ৰাজলৈ যথায়ত কৰাৰ পথ পৰিত্যক্ত হয় আৰু কলিয়াবৰ আৰু ৰহা লৈ ডেম্ৰাৰে যতায়তৰ নতুন ব্যৱস্থা আৰম্ভ হয়। সেই অসমৰ পৰা পিছলৈকে আহোম কছাৰীৰ মাজৰ সকলো যোগাযোগ এই নতুন পথৰেই হৈছিল। সেই সূত্ৰে ডেম্ৰাৰো গুৰুত্ব বাঢ়িছিল।

ত্ৰিপুৰা-ৰাজমালা মতে কপিলী উপত্যকাৰ অতি প্ৰাচীন ৰাজ্যখন আছিল ত্ৰিপুৰা-কছাৰীসকলৰ ডিমাছাসকলৰ। ৰাজ্যখন ত্ৰিবেগ নামেৰে পৰিচিত আছিল আৰু এই ৰাজ্যখনৰ ভিতৰত কপিলী উপত্যকা, উত্তৰ কাছাৰ আৰু জিলাও আছিল বুলি

কনকলাল বৰুৱাই উল্লেখ কৰিছে। ৰাজ্যখনৰ উত্তৰ সীমাত তোয়ং নামৰ এখন নদী থকাৰ কথা ৰাজমালাত উল্লেখ আছে। কামৰূপ অনুসন্ধান সমিতিৰ এখন পত্ৰিকাত (৩ য় কাণ্ড, ৩খণ্ড, পৃঃ ৯৩ ) বিষয়টো পৰ্যালোচনা কৰি প্ৰত্নতত্ত্ববিদ পণ্ডিতগৰাকীয়ে বৰ্তমানৰ দৈয়াং নদীখনকে ৰাজমালাত উল্লেখিত তোয়াং বুলি চিনাক্ত কৰিছে। ত্ৰিবেগ ৰাজ্যৰ ওচৰতে হেৰম্ববংশীয় কছাৰীসকলৰ ৰাজ্য আছিল আৰু এটা সময়ত হেৰম্ব কছাৰীয়ে (ডিমাছাৰে) ত্ৰিপুৰীৰ পৰা ত্ৰিবেগ অধিকাৰ কৰে আৰু কপিলী-যমুনা উপত্যকাৰ প্ৰাচীন ডবকা অঞ্চলৰ গৰাকী হয়। প্ৰত্নতত্ত্ববিদ পণ্ডিতগৰাকীয়ে এয়া ৫ম শতিকা মানৰ ভিতৰতে ঘটিছিল বুলি সিদ্ধান্ত কৰিছে। আনুমানিক ৪২৮খ্ৰীষ্টাব্দলৈকে নিজৰ গৌৰৱেৰে বৰ্তি থকা প্ৰাচীন ডবকা ৰাজ্যখনে ভাটিৰ কামৰূপ ৰাজ্যৰ পৰা সংকিত হ'ব লগা হৈছিল। কপিলীপাৰৰ চন্দ্ৰপ্ৰিয়া নামৰ এজন ৰজাই সেই সময়তে চীন দেশলৈ কটকী পঠাইছিল বুলি শুনিবলৈ পোৱা যায়। সেইটো যদি সঁচা হয়, তেনেহ'লে ধাৰণা কৰিব পাৰি যে কামৰূপৰ বৰ্মন বংশৰ ৰজাঘৰে তেতিয়া হয়তো কপিলীপাৰৰ ফালে ৰাজ্য বিস্তাৰৰ কাৰণে চকু দিছিল। সম্ভৱনাটো শুদ্ধ বা ভুল যিয়েই নহওঁক, এই কথাটো কিন্তু হ'বপাৰে ষষ্ঠ শতিকাৰ মাজভাগত কামৰূপৰ ৰজা মহাভূতবৰ্মাই ডকমকাৰ ওচৰৰ বৰগংগাত তেওঁৰ এজন প্ৰান্তীয় শাসনকৰ্তা নিযুক্তি দিছিল বুলি সেই ঠাইত পোৱা এখন শি ৰ ফলিত উল্লেখ আছে। শাসনকৰ্তাজনৰ নাম কোনোৱে আৰ্যগুণ আৰু কোনোৱে অৰগুণ বুলি ঠাৱৰ কৰিছে। ফলিখনত শ্ৰীভূতিবমৰ্স্য আয়ুষ্মামং বুলি উল্লেখ থকাৰ পৰা এই কথাটোও বুজিব পাৰি যে কামৰূপধিপতিজনে কোনো ধৰণৰ বিপদৰ সন্মুখীন হৈছিল হয়তো। প্ৰত্নত্ত্ববিদ বৰুৱাই একোটা নিবন্ধতে উল্লেখ কৰি কৈছে যে, নৱম শতিকালৈকে কপিলী উপত্যকাৰ ৰাজ্যখণ্ড কামৰূপাধিপতিৰ প্ৰতিপত্তিকৰ্মি আহিবলৈ ধৰাত হেৰম্ব কছাৰীসকলে নিজৰ ৰাজ্য দক্ষিণকূলত পূবে দিখৌ আৰু পশ্চিমত গোভালৈকে বিস্তাৰ কৰি লৈছিল। গতিকে একে মতকে আগবঢ়াই কৈছে যে ত্ৰয়োদশ শতিকাত কছাৰীসকলে দিখৌৰ পৰা কলঙলৈকে ব্ৰহ্মপুত্ৰৰ দক্ষিণকূলত ৰাজ্যশাসন কৰিছিল আৰু ইয়াৰ বুকুত ধনশিৰি উপত্যকা আৰু উত্তৰ কাছাৰ সোমাই আছিল। ত্ৰয়োদশ শতিকাত আহোমসকল পুৰণি অসমলৈ আহে। আহোম বুৰঞ্জীত উল্লেখ আছে যে, কছাৰীসকলক অজনা পাই আহোমসকলে প্ৰথমতে দিখৌ আৰু তাৰ পিছত ধশিৰিলৈকে ৰাজ্যখণ্ড নিজৰ কৰি লৈছিল। আমাৰ এই বুৰঞ্জীসমূহত দক্ষিণকুলৰ কছাৰীসকলৰ লগত ঘটা আহোমৰ সংঘাত আৰু মিত্ৰতাৰ অলেখ সংবাদ পোৱা যায়। ১৫৩৬ খ্ৰিষ্টাব্দৰ ভিতৰত কছাৰীসকল (ডিমাছা)ৰ ৰাজধানী ডিমাপুৰকে ধৰি ধনশিৰি উপত্যকাৰ পৰা কাজলীলৈকে সমগ্ৰ অঞ্চলক আহোমসকলে নিজৰ ৰাজ্যৰ





ভিতৰুৱা কৰি লয়। কছাৰী ৰাজধানী ডিমাপুৰৰ পৰা উত্তৰ কাছাৰৰ মাহুৰ নদী উপত্যকাৰ মায়ৱঙলৈ স্থানান্তৰিত কৰা হ'লে ১৭০৭ চনত আহোমৰ হাতত মায়ৱং বিধবস্ত হোৱাত কছাৰীসকলৰ ৰাজধানী কাছাৰৰ খাষ্পুৰলৈ স্থানান্তৰিত হয়। ১৫৩৬ খ্ৰিষ্টাব্দৰ পিছত আহোম-কছাৰীৰৰ সংঘাতৰ কাৰণ সুকীয়া আছিল। কছাৰী ৰজা আহোমৰ স্থাপিত সাঞ্চিত সেইটোৱেই আহোম ৰজাৰ দৃঢ় মত, আনফালে কছাৰী ৰজাই সময়ে সেইটো গ্ৰহণ কৰিলেও সময় সময়ে সেই অপবাদ উলাই কৰি চলিবলৈ বিচাৰে।

১৫৩৬ খ্ৰিষ্টাব্দত কাজলীলৈকে কছাৰীৰ ৰাজ্যখণ্ড আহোমসকলে অধিকাৰ কৰাৰ সুবিধা এনেও হ'বপাৰে যে ধনশিৰি উপত্যকাত কছাৰীৰ (ডিমাছাৰ) যি দৃঢ়তা আছিল, কাজলীলৈকে বাকী অংশ কেৱল কছাৰী লস্কৰ এজনৰ তত্ত্বধানত পৰিচালিত হোৱাটো বৰ নিৰাপদজনক নাছিল। আনহাতে জনবসতিও তেনেকৈ লেখৰ হ'ব পৰাকৈ শকত নাছিল। চৰিত পুথিত আছে ভূক্ৰাসকলে তেওঁলোকৰ গাতে লাগি থকা কছাৰী কেইঘৰমানকহে মাৰিব খুজিছিল। কথাটোৱে সেৰেঙা জন-বসতিৰ ধাৰণাকে দিয়ে। আনহাতে ভূঞাসকলক আক্ৰমন কৰিবলৈ কপিলী পৰীয়া শাসনকৰ্তা কছাৰী লস্কৰ এজনেইহে মাথোন থাণ্ডাবাৰু ধৰা এদল সৈন্য লৈ আগবাঢ়ি আহিছিল। গতিকে ধনশিৰি ডিমাপুৰ দখল কৰাৰ সূত্ৰেই আহোমে কালজীলৈকে বিনা প্ৰতিৰোধে নিজৰ দখললৈ আনিব পাৰিছিল।

ওপৰত উল্লেখ কৰা হৈছে যে দক্ষিণকূলৰ কপিলী-ধনশিৰিপৰীয়া কছাৰীসকল ৫ম শতিকাৰমানৰ পৰাই কামৰূপ ৰাজ্যৰ সংস্পৰ্শলৈ আহিছিল। সেই সময়ত কামৰূপৰ ৰাজধানী প্ৰাকজোতিষপুৰ আছিল। উত্তৰ ভাৰতীয় চিন্তা-চেতনা-ধৰ্ম-শিল্পকলাৰ সংস্পৰ্শলৈ অহা প্ৰথম ঠাই। তাৰ পৰাই সেই চিন্তা-চেতনা-শিল্পকলাৰ আৰ্হি উত্তৰকূলৰে শোণিতপুৰ হৈ শদিয়া পাইছিলগৈ আৰু দক্ষিণকূলত ইবোৰ ব্যপ্তি ঘটিছিল কপিলী-যমুনা-দৈয়াং-ধনশিৰি আদি অঞ্চলত। এই অঞ্চলত পোৱা প্ৰাচীন কালৰ ভাস্কৰ্য আৰু স্থাপত্যৰ ভগ্নাৱশেষবোৰ অজনজাতীয় কৰি গৰিৰে কেনেদৰে বিকশিত হৈছিল, সেই কথাটোৰ উত্তৰ আদৰ্শ প্ৰব্ৰজনৰ বাবে ধাৰণা কৰা পথটোৱেই স্পষ্ট কৰি দিব পাৰে। কপিলীপৰীয়া নাৰী-ৰাজ্য কদলি, গৰুচৰ আৰু প্ৰমিলাৰ ভিতৰত কদলি ৰাজ্যৰ নাৰীসকলৰ লগত যোগ-শিৰপন্থৰ সাধক সম্পৰ্ক ঘটিছিল। এই নাৰীসকলে যোগিনী-কৌলধৰ্ম সাধন কৰিছিল। মনিনাথে এওঁলোকৰ কামকলাত (আট প্ৰকাৰৰ কামকলা ঃ বশীকৰণ, মন্মোহ, আকৰ্ষন, যৌনাভিষেক, পুৰশ্চৰন, ৰজঃপান, প্ৰস্তাৰ আৰু নিবৃত্তি) মোহিত হৈ নিজৰ পূৰ্বৰ সাধনা পাহৰি গৈছিল। অৱশেষত তেওঁৰ শিষ্য গোৰক্ষনাথে কদলিলৈ আহি গুৰুক উদ্ধাৰকৰি নিছিল।

কদলিলৈ অহাৰ বাটত গোৰক্ষনাথেবকুল নামত ঠাইত কানুফা নামৰ এজন সিদ্ধক লগ পোৱাৰ বুলি জনা যায়। বকুল ঠাইখন যমুনামুখৰ দক্ষিণপাৰে থকা বকুলগুৰি হোৱা সম্ভৱ। এই ঠাইখনত পোৱা ভাস্কৰ্যয়ো তান্ত্ৰিক সাধনাৰ প্ৰচলনৰ ধাৰণা দিয়ে। কপিলী-যমুনা উপত্যকাত পোৱা তান্ত্ৰিক দেৱ-দেৱীৰ মূৰ্তিবোৰে এসময়ত তাত বামাচাৰ পদ্ধতিৰে সাধনা চলি থকাৰ ধাৰণা দিয়ে। বামাচাৰ পদ্ধতিৰে পূজা কৰাটো প্ৰাচীন কামৰূপৰ উল্লেখযোগ্য সাধনামাৰ্গ। ই তন্ত্ৰ সাধনাৰ ভিতৰুৱা সম্পদ। কপিলী-যমুনাৰ পাৰে পাৰে উমা মহেশ্বৰৰ ভালেকেইটা মুৰ্তি উদ্ধাৰ হৈছে। উমা মহেশ্বৰে তান্ত্ৰীক সাধনাৰ লগত জড়িত। যোগীযানৰ পৰা উদ্ধাৰ হৈছে তান্ত্ৰীক-সাধনাৰ আন এটি অপূৰ্ব মূৰ্তি ত্ৰিপুৰা সুন্দৰী। মূৰ্তিখনত সম্পষ্টভাৱে তন্ত্ৰৰ ষট্‌কোণত ত্ৰিপুৰা-ভৈৰবীৰ ৰূপ ৰচনা কৰা হৈছে। উল্লেখিত আটাইবোৰ মূৰ্তিৰ কাৰিগিৰি কিন্তু থলুৱা নহয়। সেইদৰে তন্ত্ৰ, কামকলা, পঞ্চমকাৰ আদি তত্ববোৰো থলুৱা জনগোষ্ঠী ভিন্ন অন্য উৎসৰ পৰা আহি কপিলী-যমুনা উপত্যকা পাইছিলহি। হয়তো তত্ববোৰৰ লগত থলুৱা উপকৰনো লগ লাগি তত্বৰ সৃতিটো গভীৰ কৰি তুলিছিল। তেনেকুৱা এটা উদাহৰণ দিব পাৰি কামপুৰৰ অশোক তলত পোৱা শিৱ মূৰ্তিটোৰ ক্ষেত্ৰত। অৱশ্যে ইয়াৰ মূৰ্তিটো থলুৱা, তত্বখিনি শাস্ত্ৰীয়। মূৰ্তিটো নিসন্দেহে কোনো থলুৱা শিলাকূটিয়ে কাটিছিল। লিংগৰ গাতে মূৰ্তিৰ ৰেখাংকন কৰা হৈছে। মূৰ্তিটোৰ বাওঁফালে কাষৰ শিৱম জল্লেশ্বৰস্ত দক্ষিণেৰ মূৰ্তি বুলি লেখা ফলিখন আছে। কালিকা পুৰাণত জল্পীশ লিংগৰ উল্লেখ আছে। পুৰাণৰ মতে জল্পীশ শিৱৰ দুখন হাত-বৰদ আৰু অভয় বেৰদাভয়হস্তোহয়ং দ্বিভুজ ঃ কুন্দসন্নিভ ঃ) অশোকতলৰ জল্পীশ মূৰ্তিৰো দুখন হাত, কিন্তু বৰদ অভয়যুক্ত নহয়। তাৰ সলনি তেওঁৰ এখন হাতত আছে এপাত তৰোৱাল। মূৰত চৰাইৰ পাখী। শিলটোৰ ওপৰফালে ত্ৰিশূল বা অংকুশ এডাল। ফলখনে স্পষ্টভৱে কৈছে যে এওঁ জল্পীশ আৰু শিৱৰ দক্ষিণ মূৰ্তি। জল্পঈশ ৰূপত শিৱলিঙ্গটো ক্ষত্ৰিয়ৰ ৰক্ষক। জলপাইগুৰিত জল্পীশ শিৱ আছে। কথিত আছে পৰশুৰামৰ ভয়ত ক্ষত্ৰিয়সকলে মেষভাষা গ্ৰহণ কৰি জল্পীশ শিৱত আশ্ৰয় লৈছিল। মূৰ্তিৰ হাতত থকা তৰোৱালখনে সেই ধাৰণাটোকে দিব পাৰে। চৰাইৰ পাখি দেখদেখকৈ আৰ্যভিন্ন জাতিৰ চিকাৰী জীৱনৰ স্বাক্ষৰ। শিৱৰ কিৰাত সত্বাত্ত ইয়াৰ মাজেৰে প্ৰকাশ পাব পাৰে। কিন্তু এই মূৰ্তিটোৰ লগত শিৱৰ দক্ষিণ ৰূপটোৰ সম্পৰ্কেহে বিতৰ্কৰ কথা হ'ব পাৰে। শিৱৰ মৃদংগ-দক্ষিণ, বীনাধৰ-দক্ষিণ, যোগ দক্ষিণ আৰু মেধা বা জ্ঞান-দক্ষিণ ৰূপ আছে। ভাৰতৰ বোল-পল্লৱ শি্পত এইবোৰ ৰূপৰ মূৰ্তি-ভাস্কৰ্যও পোৱা যায়। দক্ষিনাভিমুখী কাৰণে শিৱ এই ৰূপত দক্ষিণমূৰ্তি। আনফালে সৃষ্টি-স্থিতি প্ৰলয়কাৰ্য দক্ষতাৰে সম্পন্ন কৰে কাৰণেও দক্ষিণমূৰ্তি।





শংকৰাচাৰ্যই উল্লেখ কৰিছে দক্ষিণ শিৱ নিজে অমূৰ্ত আৰু তেওঁ শ্ৰী (ণায়া)ৰ সহায়ত কাৰ্য সম্পাদন কৰে। তেৱেঁই ৰচনা কৰা দক্ষিণ মূৰ্তি-স্তোত্ৰমতে দক্ষিণ ৰূপত শি যুৱক আদি গুৰু (মৌন ব্যাখ্যা প্ৰকটিত প্ৰৱৰ্ৱহ্মতত্বং যুৱানং)। তেওঁ বটগছৰ তলত থাকি বৃদ্ধ শিষ্যসকলৰ সংশয় ছেদ কৰে। অশোকতৰ মূৰ্তিটোৰ গাত থকা অংকুশ পাতে হয়তো জ্ঞানাংকুশক বুজাব পাৰে সেইফালৰ পৰা মুৰ্তিটো শিৱৰ জ্ঞান-দক্ষিণ ৰূপৰ হ'ব পাৰে। মুঠৰ ওপৰত, কেতিয়াবা দৃশ্য ৰূপ লৌকাক আৰু তত্ব শাস্ত্ৰীয় ৰূপ ৰীতিৰ মূৰ্তিৰ লগত লৌকিক আচাৰ-অনুষ্ঠান জৰিত কৰি নদী উপত্যকাকেইটাৰ জনসাধাৰণৰ মাজত ধৰ্মীয় চেতনাই আসন লাভ কৰিছিল।

প্ৰবন্ধৰ প্ৰায় আৰম্ভতে হায়ুং খাৰাচিং অঞ্চলত প্ৰচলিত থলগুৰি পূজাৰ দৰে লৌকিক পূজা-পাতলৰ কথা কোৱা হৈছে। প্ৰকৃতিত নিৰাকাৰ দেৱতাবোধ আৰু তেনে দেৱ-দেৱতাকেন্দ্ৰিক আচাৰ অনুষ্ঠান, পূজা-পাতলেই মুখ্যত ঃ জনজাতীয় সমাজখনৰ বৈশিষ্ট্য।

এটা কথা ক'ব লাগিব যে কছাৰী ৰজাসকলে হিন্দু নাম আৰু ধৰ্ম গ্ৰহণ কৰি নিজৰ এক সুকীয়া পৰিচয় দি থৈ গৈছে। হিন্দু নাম গ্ৰহণ কৰাটো বহু আগতীয়াকৈ ঘটনা। ৰজাসকলে হিন্দুধৰ্ম গ্ৰহণ কৰা কথাটো ঊনবিংশ শতিকাৰ বুলিয়েই বৃটিছ পাদুৰি চিদনি এণ্ডুলে কৈছে। তেওঁ উল্লেখ কৰিছে যে ১৭৯০ চনত ৰজা কৃষ্ণচন্দ্ৰ আৰু তেওঁৰ ভায়েক গোবিন্দচন্দ্ৰই ব্ৰাহ্মান্যধৰ্ম গ্ৰহণ কৰাৰ কথা ঘোষণা কৰিছিল। ইয়াৰ কাৰণে তেওঁলোক দুয়োকো কিছুসময় বাবে তামৰে গঢ়া বিৰাটকায় গাই এজনীৰ ভিতৰত সোমাই থাকিবলৈ দিয়া হৈছিল আৰু তেওঁলোক তেনেদৰে থাকি গাইজনীৰ পেটৰ ভিতৰৰ পৰা ওলাই অহাৰ পিছত ব্ৰাহ্মণ পুৰোহীতসকলে তেওঁলোকক ক্ষত্ৰিয় শেনীভুক্ত বুলি ঘোষণা কৰিছিল। এনেদৰেই জনজাতীয় সমাজ এখনৰ ওপৰৰ শ্ৰেণীৰ লোকৰ সামাজিক স্থিতিক সৰ্বভাৰতীয় মৰ্যাদা দিব খোজা হৈছিল। এইটো কথা নকৈ থাকিব নোৱাৰি যে কপিলী-যমুনা আদি উপত্যকাৰ কাছাৰীমূলক বহুলোক দূৰ অতীতে কোচ স্বীকৃতিৰে বৃহৎ অসমীয়া সমাজৰ অবিচ্ছেদ্য অংগ হৈ পৰিছিল। মূল কছাৰী হ'লেও এইসকলৰ ভাষা-অসমীয়া, ধৰ্ম শংকৰী আৰু সংস্কৃতিও একেই শংকৰী।

এই প্ৰবন্ধৰ প্ৰায় আৰম্ভণীতে আমি চাৰিটা বৃহৎ অঞ্চলৰ কথা কৈছিলো ঃ ডেম্ৰা বা ডেম্বা ডিজুৱা, হাৱাৰ আৰু হা-চাও। আটাইকেইটা শব্দ ডিমাচা ভাষাৰ পৰা অহা। উল্লেখ যোগ্য যে দক্ষিণকূলৰ কাছাৰীসকল ডিমাছা-কাছাৰী বুলিহে পৰিছিত। এওঁলোকৰ মাত-কথাও উত্তৰকূলৰ বড়ো-কাছাৰীসকলৰ পৰা পৃথক। ডঃ প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্যয়ো এই কথাটো হৈছে (কামৰূপ অনুসন্ধান সমিতিৰ পত্ৰিকা,

কাগু ১৬/১৯৬২চন, পৃঃ ৬৩)। পাদুৰী এণ্ডলেও কৈছে যে উত্তৰ দুৱাৰৰ কাছাৰীসকল আৰু দক্ষিণৰ ডিমাচাসকলৰ মাজত বিবাহ হোৱাৰ কথা জনা নাযায়। ইয়াৰ কাৰণ হিচাপে তেওঁ ভাষাৰ পাৰ্থক্যলৈ আঙুলিয়াই দিছে। তেওঁ এই মন্তব্যও দি থৈ গৈছে বৰ্তমান সময়তো তেওঁলোক ইটালিয়ান আৰু স্পেনিছসকলৰ দৰেই পৃথক (দি কাছাৰী, পৃঃ ৯) এণ্ডেলে তেওঁ কিতাপখনত উত্তৰ বড়ো-কাছাৰীসকলৰ মাজত প্ৰচলিত স্বৰ্গীয়াৰী বসুমতাৰী আদি যিবোৰ উপাধিৰ কথা উল্লেখ কৰিছে সেইবোৰো ডিমাচাসকলৰ উপাধিৰ লগত নিমিলে। ডিমাছাসকলৰ সুকীয়া ... পুৰুষ ৪০ টা চেংফুং আৰু মাইকী মানুহৰ ৪২ টা জুলু আছে। এই চেংফুং আৰু জুলুই ডিমাছাৰ মূল পৰিচয়ৰ কাৰ্ড। চেংফুং আৰু জুলুৰ নাম প্ৰকাশ কৰাৰ লগে পৰিচয় দিওঁতে ব্যক্তিজন কৰ? ক'ত থাকে, য'তেই নাথাকক মানুজনে নিজৰ চেংফুং উপাধি জানিবলৈ দিয়াৰ লগে লগেই পৰিচয় উজু হৈ আছে। মাইকী মানুহ হ'লে জুলুৰ নাম কোৱাৰ লগে লগে সম্বন্ধ বা পৰিচয় পুণাঙ্গ ভাৱে মানিব পৰা হয়।

কাছাৰীসকল অসমৰ আদিম অধিবাসী আৰু তেতিয়া পৰা সেসিকলে সমগ্ৰ উত্তৰ পূৰ্বাঞ্চলত, অঞ্চলভেদে সৰু সৰু ৰাজ্য স্থাপন কৰি উক্ত ভূমিখণ্ডত ৰাজত্ব কৰিছিল। খ্ৰিষ্টীয় ষষ্ঠ শইতকাৰ পৰাই এই প্ৰক্ৰিয়া আৰম্ভ হৈছিল বুলি কব পাৰি।

আহোম সকলৰ দৰে কছাৰী সকলৰ সু-সংৰদ্ধ লিখিত বুৰঞ্জী নথকাত কিংবদন্তি শিলালিপি, মুদ্ৰা স্থপত্য-ভাস্কৰ্য্য লগতে আহোম বুৰঞ্জীত উল্লেখিত কাছাৰী ৰজাসকলৰ নাম, আহোমৰ সৈতে সম্পৰ্ক, যুঁদ্ধ বিগ্ৰহ আদিৰ পৰা সমসাময়িক কাছাৰী ৰাজ্য তথ্য পোৱা গৈছে। সেই বিলাকৰ ওপৰত নিৰ্ভৰ কৰিয়ে কাছাৰী ৰাজ্য আৰু ৰজাসকলৰ সম্পৰ্কে জনা গৈছে। আৰু তেনে ধৰণেৰে বৰ্তমান কাছাৰীসকলৰ ইতিহাস ৰচনা কৰা হৈছে।

১২১৫ খ্ৰিষ্টাব্দত চুকাফাই তেওঁৰ আদিবাসীসস্থাৰ মাওলুং এৰি পশ্চিম ফালে ভতিয়াই আহি পাটকাই পৰ্বতমালা পাৰ হৈ, নগাসকলক পৰাভূত কৰি ক্ৰমে ভটিয়াই অগ্ৰসৰ হয়। ১২২৮ খ্ৰিঃত ব্ৰহ্মপুত্ৰ উপত্যকাত উপস্থিত হয়হি ইয়াত থকা সৰু সৰু ৰাজ্য যেনে— মৰাণ, মটক আদি লোকৰ বসতি অঞ্চল অধিকাৰ কৰি ১২৫৩খ্ৰিঃত চৰাইদেউত ৰাজধানী পাতি অসমত ৰাজ্য স্থাপন কৰে। চুকাফাৰ সমসাময়িক কছাৰী ৰজা আছিল বিচাৰপতিকা মৰাণ, বৰাহী, চুটীয়া, কামৰূপ, কমতা ৰাজ্যৰ ৰজা সমূহৰ মনমালিন্য, যুদ্ধ-বিগ্ৰহ আৰু সুসংবদ্ধ শাসন ব্যৱস্থাৰ অভাৱৰ সুযোগ লৈ চতুৰ ৰণকৌশলী চুকাফাই বিশাল আহোম সাম্ৰাজ্য গঢ়ি তুলিবলৈ সক্ষম হয়। চলে বলে কৌশলৰে তেওঁ বিশাল সাম্ৰাজ্য গঢ়ি তুলে।

সেই সময়ত ব্ৰহ্মপুত্ৰৰ দক্ষিণপাৰে শদিয়াৰ পৰা ডিমৰীয়া আৰু কাছাৰৰ লৈকে





বিস্তৃত ভূমি অঞ্চলত কাছাৰী ৰজাৰ ৰাজত্ব আছিল। আহোম শক্তিক ৰোধিবৰ বাবে সৰু সৰু কাছাৰী ৰজাসকল লগ হৈ এক বিশাল কাছাৰী ৰাজ্য গঢ়ি তুলে। সময়ে সময়ে হৈ থকা যুদ্ধ বিলাকত কেতিয়াবা আহোমসকলকো কাছাৰী ৰজাৰ সৈন্য যুদ্ধত ঘটোৱাই নিজৰ শক্তি সামৰ্থৰ পৰিচয় দিছিল।

১৮ খ্ৰিঃৰ আৰম্ভণি ভাগত কছাৰী ৰাজ্য পুৰ্বে ডিমাপুৰৰ পৰা ডিমৰীয়া উত্তৰে কলংনদীৰ দক্ষিণ পাৰা কলিয়াবৰৰ পৰা কাছাৰৰলৈকে কছাৰী ৰাজ্য বিস্তৃত আছিল।

তদনান্তীন সময়ত কলং নদীৰ দক্ষিণপাৰা কলিয়াবৰৰ লৈকে কছাৰী ৰাজ্যৰ ৰজাই আহোম ৰাজ্যত প্ৰবেশ কৰি ৰাজ্য দখলৰ আশংকা কৰি কলঙৰ উত্তৰ পাৰে কোঠমাৰাই বৰ্তমানৰ নগাঁও অঞ্চলত আহোম প্ৰজাৰ গাঁও বহুৱাই। নতুনকৈ বহা গাঁও হিচাপে অঞ্চলটোৰ নামাকৰণ নগাঁও হয়, সেয়ে আজিৰ নগাঁও চহৰ। আহোম স্বৰ্গদেউ প্ৰতাপ সিংহই (১৬০৬-১৬২৭ খ্ৰিঃৰ ভিতৰত) এই ব্যৱস্থা গ্ৰহণ কৰিছল।

সেই সময়তে কছাৰী ৰজা হৰিচন্দ্ৰই আহোম আগ্ৰাসনৰ প্ৰতি লক্ষ্য কলং নদীৰ দক্ষিণ পাৰে দক্ষিণপাট বৰকলা অঞ্চলত কোঠমৰাই কছাৰী ৰাজ্যৰ সুৰক্ষাৰ ব্যৱস্থা কৰে।

কথিত আছে যে সেই সময়ৰ কছাৰীৰজাৰ সৈন্য তথা বিষয়াসকলৰ ৰচদ যোগাৰ পাতিৰ বাবে কামপুৰ, বৰকলা, চাংচকী আদিৰ গাঁও বিলাকৰ প্ৰজাসকলে যোগাৰ পাতিৰ বাবে কামপুৰ, বৰকলা, চাংচকী আদিৰ গাঁও বিলাকৰ প্ৰজাসকলে

দিব লাগিছিল আৰু ৰজা আহিলে গাঁৱে প্ৰতি পালপাতি মঙহৰ বাবে পহু মাৰি দিবও লাগিছিল।

এই পহু মাৰা প্ৰথা পৰৱৰ্তী বহু কাললৈকে গঁএ৷ ৰাইজে সদল বলে মাৰিবলৈ যোৱাৰ নিয়ম প্ৰচলিত হ'ল। উদাহৰণ স্বৰূপে বৰ্তমান কামপুৰ মৌজাৰ কলাইখোৱা কিচামৰ নামাকৰণ সম্পৰ্কত এটি প্ৰবাদ আছে।

কামপুৰ মৌজাৰ অন্তৰ্গত আটিকামপুৰ গাঁৱৰ (ৰাজহগাঁও নিজকামপুৰ) কলাই নামৰ ব্যক্তিগৰাকীয়ে গাঁৱৰ অন্যান্য লোকসকলৰ সৈতে পহু মাৰিবলৈ যায়। পহুমাৰা বিশেষ জাল, (মৰাপাটৰ ৰচীৰ দ্বাৰা তৈয়াৰী) লৈ এটা চামে জালৰখীয়া হৈ অস্ত্ৰ-সস্ত্ৰ লৈ ৰৈ থাকে, সস্ত্ৰম হৈ পহুজালত পৰাৰ লগে লগে হত্যা কৰিবৰ বাবে। এচামে পহু খেদোৱা গীত মাত গাই জালৰ ফাললৈ খেদি নিয়ে। তেনেদৰে পহু হুৰ হুৱাই যাওঁতে কলাই নামৰ ব্যক্তি গৰাকী বাঘৰ মুখত পৰে আৰু বাঘ মানুহৰ যুদ্ধত বাঘে হাৰ মানি জখমী হৈ পলাই যায় কিন্তু বাঘৰ আক্ৰমণত কলাইৰো মৃত্যু হয়।

তেতিয়াৰ পৰাই সেই ঠাইখিনি নাম কলাইক খোৱা বা কলাই খোৱা নামেৰে নামাঙ্কিত হয়। এতিয়া তাত অসম চৰকাৰ কলাইখোৱা বীজ পাম, আৰু কলাই

খোৱা গাঁও অৱস্থিত।

হাৰিয়া নদীৰ পাৰত দেবেৰা কছাৰী নামৰ এজন ব্যক্তিয়ে এজোপা আহত গছ ৰুইছিল আৰু প্ৰবন্ধ লিখকে সেই গছডাল বহু যুগ প্ৰত্যক্ষ কৰিছিল। সেই ঠাইডোখৰ দেবেৰ কছাৰী গছ তল হিচাপে নামাকৰণ হৈছিল। আজি সেই গছজোপা নাই, কিন্তু ঠাইখিনিৰ নাম বৈ গ'ল।

দেবেৰা কছাৰী আচল নাম আছিল দেবেৰা লস্কৰ (হাচনুচা)। বৰ্তমান অটিকামপুৰ গাঁৱৰ।

কামপুৰ কছাৰীপাৰ, তথা কপিলীৰ দক্ষিণ পাৰৰ চাংচকী অঞ্চলকে ধৰি কলং নদীৰ দক্ষিণ পাৰৰ কলিয়াবৰৰ পৰা ডিমৰীয়াৰ লৈকে কছাৰী প্ৰজাসকল (কছাৰীসকল) ক'লৈ গ'ল বৰ্তমান সময়ত ই এক স্বাভাৱিক প্ৰশ্ন।

ইয়াৰ ঐতিহাসিক বিৱৰণ বৰ্তমান পোহৰলৈ আহিছে আৰু এই প্ৰশ্নটোৰ উত্তৰ বহু এয়ে যে, বৰ্তমান উক্ত বৃহৎ অঞ্চলত বসতি কৰা লস্কৰ, বৰা, ভূঞা, হাজৰিকী, কাকতী, মজুমদাৰ, বৰুৱা, শইকীয়া, বৰদলৈ ইত্যাদি উপাধিধাৰী কোচ সম্প্ৰদায়ৰ লোকসকলেই সেই সময়ৰ কছাৰী প্ৰজা আছিল বা সেইসকলৰ নীতি পৰিনাতি সকলৰ ডিমাচা হয়।

উপাধিৰ ক্ষেত্ৰত এটা কথা উল্লেখ কৰিব পাৰি যে, বিশেষকৈ লস্কৰ উপাধিটো কছাৰী ৰজা প্ৰদত্ত। ইয়াৰ প্ৰমাণ বৰ্তমান কাৰ্বি আংলংৰ ডকমকা মহামায়া পাহাৰত অৱস্থিত মহামায়া থান মূল পুৰুহিত অছিল উৰং লস্কৰ। উৰং লস্কৰ ৰজা হৰিচন্দ্ৰই লস্কৰ উপাধি প্ৰদান কৰি (সংয় তথা ৰজাৰ নাম বিতৰ্কিত) মূল পুৰোহিতৰ আসনত বহুৱাইছিল সেই মাইলা মূলা লস্কৰৰ পৰিনাতিসকলে বৰ্তমান কাৰ্বি আংলংৰ ডকমকা মহামায়া পাহাৰত অৱস্থিত মহামায়া থান মূল পুৰুহিত আছিল উৰং লস্কৰ। উৰং লস্কৰ ৰজা হৰিচন্দ্ৰই লস্কৰ উপাধি প্ৰদান কৰি (সময় তথা ৰজাৰ নাম বিতৰ্কিত) মূল পুৰোহিতৰ আসনত বহুৱাইছিল সেই মাইলা মূলা লস্কৰৰ পৰিনাতিসকলে বৰ্তমান কামপুৰ আটিকামপুৰ, আটিগাঁও, প্ৰমীলা, তামুলবাৰী অঞ্চলত আৰু নিজকামপুৰ গাঁৱত অদ্যাপি বসবাস কৰি আছে। পৈত্তিক আচাৰ তথা সম্পত্তি হিচাপে বলি বিধানৰ বাবে ব্যৱস্থিত বলিকটীয়া দা আজিও আটিগাঁৱৰ শ্ৰীযুত জয়চন্দ্ৰ লস্কৰৰ ঘৰত সংৰক্ষিণত হৈ আছে। বলি-বিধান নহলেও যথেষ্ট সন্মান সহকাৰে বলিকটা দা সমূহ নোৱন-ধোৱন কৰি ফোঁট সেন্দুৰ পিন্ধাই সাধ্যানুসৰি আজিও প্ৰতি পালন কৰি থকা হৈছে। লস্কৰ উপধি অচাৰ তথা সম্পত্তি হিচাপেবলি বিধানৰ বাবে ব্যৱস্থাত বলিকটীয়া দাবি আজিও আটিগাঁৱৰ শ্ৰীযুত জয়চন্দ্ৰ লস্কৰৰ ঘৰত সংৰক্ষিত হৈ আছে। বলি-বিধান নহলেও যথেষ্ট সন্মান সহকাৰে বলিকটা দা সমূহ নোৱন-ধোৱন





কৰি ফোঁট সেন্দুৰ পিন্ধাই সাধ্যানুসৰি আজিও প্ৰতি পালন কৰি থকা হৈছে। লস্কৰ উপাধিধাৰী সকলৰ সৰহাংস হাচুন আৰু চেংযুং চেংফংৰ বংশধৰ ধাৰৱ কৰা যায়। এই হাচনু চেংফং বৰ্তমানত ডিমাচা ৪০ চেংহৰি ভিতৰত অৰ্ন্তভুক্ত আছে।

কছাৰী হাচনুচা বংশৰ তুলাৰাম হাচুন সেনাপতি (চেতিয়া তুলাৰাম হাচুনু) ৰ পৰিনাতি অদ্যাপি নিজকামপুৰ গাঁৱত বাসকৰি আছে। শ্ৰীযুত ধৰ্মেশ্বৰ কোঁৱৰ তুলাৰাম সেনাপতি তেওঁ ডিমাচা।

এতিয়া কথা হল, উক্ত অঞ্চলৰ ডিমাচা কছাৰীসকল কোঁচ হল কেনেকৈ?

মাজুলিৰ দক্ষিণপাট সত্ৰৰ সত্ৰাধিকাৰ বিষ্ণুদেৱ গোস্বামীৰ লগত আহোম স্বৰ্গদেই গৌৰী নাথ সিংহৰ নিষ্কৰ (নোনকাৰ) মাটি সংক্তান্তত হোৱা মনোমালিন্যত গোসাঁই দেৱে মনত অশান্তি পাই মাজুলিৰ পৰা বৈকুণ্ঠৰপুৰ অভিমুখে যাত্ৰাকৰি ভতিয়াই যাওঁতে কলিয়াবৰৰ দেৱৰ সত্ৰত কেইদিনমান থাকিবলৈ লয়। কছাৰী ৰজা কৃষ্ণচন্দ্ৰই এই খবৰ পাই গোঁসাইক সাক্ষাত কৰি গুৰুমানি সদালাপ কৰি থাকোঁতে গৌৰিনাথ সিংহৰ আজ্ঞামতে বিষ্ণুদেৱ সোমাইৰ চকু কাঢ়িবলৈ অহাৰ খবৰ পায়। কৃষ্ণচন্দ্ৰ ৰজাই নতুনকৈ শৰণ গ্ৰহণ কৰা কছাৰী (ডিমাছা) ভকতসকলক গোসাঁইৰ ৰক্ষণৰ ভাৰ দি নিজেও সষ্টম হৈথাকিল। কছাৰী ৰজা আৰু নভকতীয়া ভকতসকলৰ সতৰ্ক পহৰা আৰু ৰণচালি দেখি চাওদাংহতে ভয় খাই গোসাঁইৰ ওচৰ চাপিবলৈ সাহস নকৰি ভয়তে অহা বাটেৰে গুচি যায়।

বিষ্ণুদেৱ গোসাঁইয়ে বৈকুণ্ঠ পুৰলৈ নগৈ কছাৰী ৰজা কৃষ্ণ চন্দ্ৰৰ ৰাজ্যৰ ভিতৰতে এখনি সত্ৰ পতাৰ মনস্থ কৰি ৰজা কৃষ্ণচন্দ্ৰক জনালে। কছাৰী ৰজা আৰু নভকতীয়া ভকতসকলৰ সতৰ্ক পহৰা আৰু ৰণচালি দেখি চাওদাংহতে ভয় খাই গোসাঁইৰ ওচৰ চাপিবলৈ সাহস নকৰি ভয়তে অহা বাটেৰে গুচি যায়।

বিষ্ণুদেৱ গোসাঁইয়ে বৈকুণ্ঠ পুৰলৈ নগৈ কছাৰী ৰজা কৃষ্ণ চন্দ্ৰৰ ৰাজ্যৰ ভিতৰতে এখনি সত্ৰ পতাৰ মনস্থ কৰি ৰজা কৃষ্ণচন্দ্ৰক জনালে। কছাৰী ৰজা কৃষ্ণচন্দ্ৰই কলং নদীৰ দক্ষিণ পাৰে কছাৰী ৰাজ্যৰ বিতৰুৱা নিৰাপদ স্থান, নগাঁও চহৰৰ পৰা দক্ষিণ পশ্চিমত অৱস্থিত বৰ্তমানৰ দক্ষিণপাটৰ সত্ৰ এখনি সজাই দিয়ে। নিষ্কৰ মাটি ছয়শ বিঘা দান সত্ৰৰ দৌল, সত্ৰগৃহ, পুখুৰী আদি সজাই দিয়ে। বৰ্তমানৰ দক্ষিণপাট, ঠাইখনৰ নাম অনুসৰি দক্ষিণপাট হয়। দক্ষিণপাট উচ্চ মাধ্যমিক বিদ্যালয়খিনি দক্ষইপাট সত্ৰৰ মাটিতে অৱস্থিত।

ৰাজ্যৰ বাকী অংশৰ প্ৰজাসকলকো শৰণ দিওৱাৰ মানসেৰেকামপুৰত কপিলী নদীৰ দক্ষিণপাৰে সত্ৰৰ এখনি খাট বহুৱাই মাটি দান দিয়ে। বৰ্তমান দক্ষিণপাট ভকতগাঁও খাটৰ মাটিততে বহা গাঁও।

এইখাটত বৰ্তমান এটি নামঘৰ আছে খাটৰ দৌল আছে। ইয়াত গোসাঁই বা গোসাঁইৰ দ্বাৰা মনোনীত কোনো ভকত নাথাকে। মূল সত্ৰৰ গোসাঁই বা গোসাঁইৰ বিশস্ত বৰমেধীয়ে এই খাটলৈ আহি শৰণ কাৰ্য্য সমাধা কৰাৰ ওপৰিও কৰ কাতল তুলি নিয়ে।

১৭৯৮ খ্ৰিঃত বিষ্ণুদেৱ গোসাঁই পুনঃ মাজুলি লৈ ঘূৰি যায়। গোসাঁই ঘূৰি যোৱাৰ পাছত ৰজা কৃষ্ণচন্দ্ৰও ৰাজধানী খাচপুৰলৈ উভতি যায়। দক্ষিণপাট বৰকলা কোঠৰ ৰত্ৰা বেত্ৰৰ দায়িত্ব ৰজা কৃষ্ণচন্দ্ৰই তেওঁৰ প্ৰধান বিষয়াৰ হৰিধন লস্কৰ দি থৈ যায়। বংশানুক্ৰমে হৰেধন লস্কৰৰ নাতি-পুতিসকলে এই কোঠৰ মুখ্য ভইষয়াৰূপে কোঠ পৰিচালনা কৰিছিল।

হৰিধনৰ পৰৱৰ্তী পুৰুষসকলে বৰ্তমানেও বালিগাঁও, পাটবচা, ধেমাজিগাঁও, বৰবলাত বসবাস কৰি আছে। তেওঁলোকৰ বৰ্তমান উপাধি লস্কৰ।

১৮৫৪ খ্ৰিঃৰ ১৫আগষ্টত বৃটিছে সম্পূৰ্ণ কছাৰী ৰাজ্য নিজা অধীনলৈ লৈ যায় আৰু তেতিয়াৰ কছাৰী ৰাজত্বৰ বেলি মাৰ যায়।

ইতিহাসৰ আলমত দেখা যায় যে, যিহেতু কলংনদীৰ দক্ষিণপাৰ সম্পূৰ্ণৰূপে কছাৰী ৰাজ্যৰ অন্তভূৰ্ক্ত আছিল আৰু ৰজা কৃষ্ণচন্দ্ৰৰ দিনৰ পৰাই ৰজা প্ৰজাই সত্ৰ পুৰুত শৰণ লৈ শৰণীয়া হৈ ৰাজকীয় খিতাবী নানা উপাধী গ্ৰহণ কৰিলে। প্ৰচলিত নীতি অনুসৰি সত্ৰীয়া গোসাঁই সকলে কোনো অনাৰ্য্য জাতি সম্পদায়ক শৰণ দিলে, তেওঁলোকৰ নভকতীয়া কোচ হিচাপে স্বীকৃতি দিয়ে। উক্ত অঞ্চলৰ ডিমাচা কছাৰীলোকসকল তেনে ধৰণেৰে হোৱা কোচ হে; আৰু উক্ত অঞ্চলৰ কোচ সকলেই পূৰ্বৰ ডিমাছা কছাৰী। উক্ত নিয়ম নভকতীয়া কোচ হোৱাৰ প্ৰথা অদ্যাপি প্ৰচলিত হৈ আছে।

জাগীৰোড অঞ্চল ইতিমধ্যে মৰিগাঁও জিলাৰ অন্তভুক্ত হৈছে আৰু সেই অঞ্চল সমূহ জন-জাতীয় এলেকা ভুক্ত হৈছে।





# হাজং জনজাতি ঃ সমাজ সংস্কৃতি

পৰেশ চন্দ্ৰ হাজং

**সূচনা ঃ** ভাৰতৰ উত্তৰ-পূব অঞ্চল মঙ্গোলীয় জনগোষ্ঠীৰ এক বৃহৎসংখ্যক লোকেৰে বিস্তৃত হৈ আছে। এই লোকসকলক আধুনিক কালত কেইবাটাও নামেৰে জনা যায়। যেনে কিৰাত মঙ্গোলীয়, ভাৰতীয় মঙ্গোলীয়, তিব্বত-বৰ্মী, অসম- বৰ্মী, লহিতি আৰু বড়ো আদি ভাষা-গোষ্ঠীয় লোক বুলি। নৃতাত্ত্বিক পণ্ডিতসকলে বিভিন্ন সময়ত নৃ-দেহৰ মাপতাত্ত্বিক আৰু আৱয়িক লক্ষণ আদিৰ ওপৰত বৈজ্ঞানিক বিশ্লেষণাত্মক গৱেষণা কৰি কৃতিত্বৰ দাবী কৰিছে যে এই বৃহৎসংখ্যক মঙ্গোলীয় লোকসকলৰ আদি বাসস্থান আছিল চীন দেশৰ উত্তৰ-পশ্চিমত অৱস্থিত ইয়াংচিকিয়াং আৰু হোৱাংহো নদী যুগলৰ অঞ্চলসমূহ। কালক্ৰমত নানা কাৰণত জীৱনৰ তাগিদাত কৃষিভূমি কিম্বা আশ্ৰয়ৰ নিৰাপদ স্থান বিচাৰি ভিন ভিন সময়ত ভিন ভিন দলত ভাগ হৈ তীব্বত, শ্যাম আৰু ব্ৰহ্মদেশৰ মাজেৰে গভীৰ অৰণ্য ভেদ কৰি আহি উত্তৰ-পূৰ্বাঞ্চলৰ অসম ভূমিত সোমাই পৰে আৰু বৰ নৈ লুইতৰ দুয়ো পাৰৰ ভৈয়াম আৰু পাৰ্বত্য অঞ্চলবোৰত থাকিবলৈ লয়। নৃতাত্ত্বিক পণ্ডিতসকলৰ এনে তথ্যৰ ওপৰতে ভিত্তি কৰি ঠাৱৰ কৰা জনগোষ্ঠীসকলৰ ভিতৰত প্ৰধান জনগোষ্ঠীকেইটা হ'ল খাচী, গাৰো, বড়ো, ৰাভা, ৱাঞ্চু ফাকিয়াল, নগা, মিজো, কুকি, কাৰ্বি, আপাটানি আৰু নিচি ইত্যাদিৰ লগতে "হাজং"সকলকো কিৰাত-মঙ্গোলীয় অসম-বৰ্মী ভাষা-গোষ্ঠীৰ লোক বুলি চিহ্নত কৰা হৈছে। হাজং জনগোষ্ঠীৰ লোকসকলেও একেই কাৰণতে আৰু একেটি পথেৰে বিভিন্ন দলৰ লগত দলবদ্ধ হৈ চীন দেশৰ উত্তৰ-পশ্চিমাঞ্চলৰ ইয়াংচিকিয়াং আৰু হোৱাংহো নদীৰ উৎস ভূমিৰ পৰা প্ৰব্ৰজিত হৈ অসমত সোমাই পৰে। পিছলৈ ৰাজনৈতিক কাৰণত দেশ বিভাজন হোৱাৰ ফলত হাজং জনগোষ্ঠীৰ লোকসকল নানা দেশ-প্ৰদেশত ছেদেলি-ভেদেলি হৈ পৰি থাকিবলগীয়া হয়।

**পৰিচয় আৰু ভৌগলিক অৱস্থান ঃ**

উত্তৰ-পূব ভাৰতৰ বিশেষকৈ অসম, মেঘালয়, অৰুণাচল প্ৰদেশ আৰু মেঘালয়ৰ সীমান্তৰ সন্নিকটৱৰ্তী শ্ৰীহট্ট, মৈমনসিং (বৰ্তমান বাংলাদেশত) আদি ভৌগলিক পৰিসীমাৰ মাজতে হাজং লোক দেখিবলৈ পোৱা যায়। ১৯৮১ চনৰ লোকপিয়ল অনুসাৰে পশ্চিম বঙ্গোত ১০৩৫জন হাজং লোক থকা বুলি জানিব পৰা গৈছে। অসম আৰু মেঘালয়ৰ হাজং জাতীয় পৰিষদে নিজাকৈ যুগুত কৰা প্ৰতিবেদন অনুসাৰে ২০০৮ চনলৈকে অসম, মেঘালয় আৰু অৰুণাচল প্ৰদেশ লগ কৰি হাজং লোকৰ সংখ্যা ১,৫০,০০০ (এক লাখ পঞ্চাশ হাজাৰ) বুলি জানিব পৰা গৈছে।

প্ৰবাদ অনুসাৰে পূৰ্বে হাজং লোক হেনো চাৰিটা কোণ অৰ্থাৎ চুকৰ ভিতৰতে আবদ্ধ আছিল। উত্তৰে শুৱাৰ কোণা (অসমৰ গোৱালপাৰা জিলাত), দক্ষিণে জংকোণা (বাংলাদেশত), পূৱে জাম কোণা (বাংলাদেশত) আৰু পশ্চিমে মৰকোণা (মেঘালয়ৰ পশ্চিম গাৰোপাহাৰ জিলাৰ সীমান্তত)। ১৯৪৭ খ্ৰীষ্টাব্দত ভাৰতে স্বাধীনতা লাভ কৰাৰ পিছতে ভাৰত দ্বিখণ্ডিত হোৱাৰ ফলত হাজং লোক নানা ঠাইত সিঁচৰতি হৈ পৰে। ১৯৫০ চনত ভাৰত চৰকাৰে (Schedule Tribe order) অনুসাৰে হাজং লোকসকলক ভাৰতত তপচিলভুক্ত জনজাতি হিচাপে স্বীকৃতি প্ৰদান কৰিছে।

সম্প্ৰতি হাজং জনগোষ্ঠী এক সুকীয়া জনগোষ্ঠী বুলি পৰিগণিত গৈছে। বহুতৰ মতে, হাজংসকলৰ বড়ো, ডিমাছা নাইবা ৰাভা জনগোষ্ঠীৰ বংশধৰ আৰু তেওঁলোকৰ 'হাজং' নামৰ শব্দটো বড়ো, ডিমাছা, ৰাভা নাইবা গাৰো ভাষাৰ পৰা উদ্ভৱ হোৱা বুলি কয়। তাৰ বাবে পণ্ডিতসকলৰ অভিমত কিছু তুলি ধৰা নিতান্ত আৱশ্যক—

এল, এ ৰাডেল চাহাবে কৈছে— 'The Hajongs as the primitive kachari of the hilly tracts''. 1

কৰ্ণেল ডেলষ্টন চাহাবৰ মতে - ''The Hajongs appear to be identical with hazai kachari of North Cachar.''2

ডঃ ডি এন মজুমদাৰদেৱে কোৱা মতে "In th ecensus Report of 1891 while the Hajongs have been considered a separate ethenic group theire racial affinity to the Garos and the Kacharis has also been referred to.'' 3

ধনজ্ঞয় ৰাভাই ৰাভা জাতিৰ ইতিহাস গ্ৰন্থত কয় যে ''হাজংসকল অতীজত





আতং ৰজা হুছেঙে সোমেশ্বৰী উপত্যকাত হাল বাবলৈ লৈ যোৱা ৰাভাসকলৰ বংশধৰ। ৰাভা ভাষাত 'আজং' মানে ভায়েক। ৰজা হুছেঙে সোমেশ্বৰী উপত্যকাত খেতি-বাতি কৰিবলৈ নিয়া লোকসকল ৰাভাসকলৰ আত্মীয়-স্বজনৰ ভায়েক আছিল বাবে ৰাভাসকলে সিহঁতক 'আজং' বুলিছিল। সিহঁতে মাটিৰ পোকৰ দৰে পথাৰৰ বোকা-পানীত লুকুৰি-পুতুৰি হৈ কৃষি কৰ্ম কৰিছিল বাবে গাৰোসকলেও 'আজং' (গাৰো ভাষাত 'আ' মানে মাটি আৰু 'জং' মানে পোক, অৰ্থাৎ মাটিৰ পোক) নামেৰে সিহঁতক অভিহিত কৰিছিল। গাৰো ভাষাত 'আজং' শব্দই বিভাষী লোককো বুজায়। বিভাষীক বড়ো-কছাৰীসকলে 'হাৰ্ছা' আৰু ৰাভাসকলে 'লেমা' বুলি কয়। এই আজং শব্দই পিছত অপভ্ৰংশ হৈ 'হাজং' হয়গৈ। পিছত ৰজা হুছেঙে তেওঁৰ বিশ্বাসঘাতক মন্ত্ৰীৰ দ্বাৰা বধ হোৱাত সেই 'আজং' বা 'হাজং' অভিহিত ৰাভা কৃষি-বনুৱাসকল চাৰিওফালে ছেদেলি-ভেদেলি হৈ পৰে আৰু কৃষি-বনুৱাসকলে অধ্যুষিত অঞ্চলৰ পৰা বিছিন্ন হৈ মৈমনসিং, জামালপুৰ, ৰংপুৰ আদি বিভিন্ন অঞ্চলত সিঁচৰিত হৈ পৰে।''4

ডঃ বি এন বৰদলৈদেৱে কৈছে— ''The precise of the word 'Hajong' is very difficult to ascertain since there is no agreed opinion on it. However according to the majority opinion of their own scholars, the word 'Hajong; originates from the Garo word 'Ha-Jong'. In Garo 'Ha' means land and 'Jong' actual means people who are expert in ploughing. The Hajong are, in fact very expert plough caltivators.'' 5

বীৰেন হাজং (সভাপতি, হাজং সাহিত্য সভা)ৰ মতে— 'The Hajongs in Garo Hills the Garos called them 'Ajong' (Outsider or non Garo) or 'Hajong' (Earth-Worm) with an amusing feelings. The latterdenotation was heartily accepted by the Hajongs for the obvious reason. On the other hand due to faulty pronounciation the word 'Hajongs has becopme 'Hajong' and subsequantly 'Hajwang' and then simply Hajong. However, since this time onwards the Hajongs are now known only as Hajongs with their own district identity and separate entity.

As the Hajongs migrated and descended from Hajo, they came to be known as Hajongs. Having settled in Garo Hills the Hajongs

began to plough the plains land as insect. This seemed to be a new feature to the Garo people and the new comer people came to be known as Hajongs because in Garo language haa or a'a = land or soil and jong = insect". 6

এন চি মুছাহাৰী এজন বিশিষ্ট সাহিত্যিকৰ মতে হাজংসকল হিন্দু ধৰ্ম গ্ৰহণ কৰা গাৰো। ধৰ্মান্তৰ আৰু ভাষান্তৰ হৈ তেওঁলোকে আধা হিন্দু হৈ নিজৰ ভাষা-সংস্কৃতি হেৰুৱাই পেলাইছে। 'হাজং' শব্দৰ উৎপত্তিগত অৰ্থ বিচাৰি বহুতেই বহু মন্তব্য কৰা দেখা যায়। কিছুমানে এই শব্দটো গাৰোৰ 'হা' (মাটি) আৰু 'জং' (পোক) এই দুটা শব্দৰ পৰা 'হাজং' সমৰ্থনত এওঁলোকে যুক্তি দেখুৱায় যে, হাজংসকলে হালবাই মাটি বোকা কৰি খেতি (Wet cultivation) কৰাত পাৰ্গত কাৰণে তেওঁলোকৰ এই নাম হৈছে। কিন্তু আমি জনাত গাৰোসকলে হাজঙক 'আজং' বুলিহে কয়। গতিকে এই মতৰ সমৰ্থকসকলৰ যুক্তি তৰল বুলিহে অনুমান হয়। আন কিছুমানে অনুমান কৰা মতে বড়োৰ মূল হা- +গ' জৌ হাজৌ- হাজো - হাজং এইদৰে হাজং শব্দৰ উৎপত্তি হৈছে বুলি ধৰা যাব পাৰে। বড়োৰ হাজৌ বা হাজো শব্দৰ অৰ্থ হৈছে ওখ ঠাই অৰ্থাৎ পাহাৰ। সম্ভৱতঃ বড়োসকলে তেওঁলোকৰ সমগোষ্ঠীৰে পাহাৰীয়া অঞ্চলত বাস কৰিবলৈ লোৱা এইসকল লোকক হাজং নামেৰে অভিহিত কৰে।" 7

এইখিনিতে হাজং জনগোষ্ঠীৰ নিজা আন দুগৰাকী সাহিত্যিকৰ অভিমতো তুলি ধৰা হ'ল। — কানুৰাম হাজঙৰ মতে — "হাজংসকল এসময়ত 'হাজং' নামৰ ভূখণ্ডত আছিল। তাৰ পৰা প্ৰব্ৰজিত হৈ অহাৰ কাৰণে এই জনগোষ্ঠীৰ নাম 'হাজং' হৈছে। দ্বিতীয়তে এওঁলোকৰ পূৰ্বপুৰুষজনৰ নাম আছিল 'হাজো'। সেইজন হাজোৰ জন বা বংশধৰ হিচাপে এই জনগোষ্ঠীৰ নাম 'হাজং' হৈছে বুলিও মতপোষণ কৰে। তৃতীয়তে, হাজং শব্দটো গাৰো ভাষাৰ 'আজং' শব্দৰ পৰা উদ্ভৱ হোৱা। গাৰো ভাষাত আজং শব্দৰ অৰ্থ অনা গাৰো অৰ্থাৎ যিসকল গাৰো নহয়।" 8

আন এগৰাকী সাহিত্যিক ৰতন কুমাৰ ৰায় হাজঙৰ মতে, হাজং নাম 'হাৰাজনৰ' পৰা হৈছে। হাজংসকল আদিতে এটা ডাঙৰ গোষ্ঠী আছিল আৰু পিছলৈ সেই ডাঙৰ ঠালৰ পৰা ফালৰি কাটি এটা নতুন গোষ্ঠী গঠন কৰে। নিজৰ আপোনজনক হেৰাই যোৱা বাবে পিছলৈ বৰ দুখ কৰে। সেইবাবে তেওঁলোক 'হাৰাজন'। 'হা' মানে 'দুঃখ' আৰু 'জন' মানে 'মানুহ'। 9

এইদৰে হাজং জনগোষ্ঠীৰ 'হাজং' নাম উদ্ভৱ হোৱা সম্পৰ্কে নানাজনৰ নানামত জানিবলৈ পোৱা যায়। প্ৰকৃত তথ্য-পাতিৰ অভাৱত সাম্প্ৰতিক কাললৈকে এনেদৰে





বিচাৰ-বিবেচনাৰ কাঠগৰাতে ৰৈ আছে।

সমাজ আৰু সংস্কৃতি ঃ সমাজ-সংস্কৃতি পৰিৱৰ্তনশীল। সময়ৰ সতে সমাজৰ গতিশীলতা নিৰ্ভৰ কৰে। বৰ্তমানৰ সমাজ ব্যৱস্থালৈ চাই সমাজৰ পূৰ্বৰ মৌলিকতা বুজিব নোৱাৰি। তাৰ বাবে বহু দূৰ পিছলৈ উভতি যাবলগীয়া হয়। জানিব পৰা মতে হাজংসকল বহু দূৰ অতীতৰ পৰাই হিন্দু ধৰ্মাৱলম্বী আছিল আৰু আজিলৈকে হিন্দু ধৰ্মকে আঁকোৱালি আছে। দুই-এঠাইত কিঞ্চিতসংখ্যক হাজং লোক খ্ৰীষ্টান ধৰ্ম গ্ৰহণ কৰাৰ কথা উমান পোৱা গৈছে যদিও পিছলৈ পুনৰ হিন্দু ধৰ্মলৈ ঘূৰি অহাৰ কথা জানিব পৰা গৈছে। পূৰ্বৰে পৰা হাজংসকল হিন্দু ধৰ্মত আসক্ত থাকিলেও হিন্দু ধৰ্মৰ উপাদান বেদৰ বিধান অনুসাৰে পুৰোহিত, নাপিত আদিৰ দ্বাৰা কোনো ক্ৰিয়া-কৰ্ম বা বিবাহ অনুষ্ঠান আদি সমৰ্পণ কৰা হোৱা নাছিল। সেয়ে সেই সময়ত উচ্চ-নিম্ন ভেদাভেদৰ কঠিন ব্যৱস্থা থকাত উচ্চবৰ্ণৰ হিন্দুসকলে হাজংসকলক খোৱা-বোৱা, বহা-মেলা আদিৰ পৰা বঞ্চিত কৰি ৰাখিছিল আৰু অস্পৃশ্য বুলি ধৰা লৈছিল। সেই বাবে হাজংসকলে হিন্দু সমাজত উপযুক্ত স্থান পাবলৈ সভা-সমিতি পাতি আৰ্য হিন্দু প্ৰথা অনুসাৰে সমাজ সংস্কাৰ কৰিবলৈ ব্যৱস্থা গ্ৰহণ কৰে। তেতিয়াৰে পৰা হাজং সমাজত পুৰোহিত, নাপিত আৰু গুৰু গ্ৰহণেৰে সৰণ লোৱা প্ৰথা প্ৰচলিত হয়। লগতে অধিকসংখ্যক লোকে নিজৰ 'হাজং' উপাধি পৰিহাৰ কৰি তাৰ পৰিৱৰ্তে উচ্চ বৰ্ণহিন্দুৰ উপাধি, যেনে— ৰায়, বৰ্মন, দাস, সৰকাৰ, বৈষ্ণৱ আদি উপাধি গ্ৰহণ কৰে। এই সোঁত অনুমান ১৮ শতিকাৰ পৰা আৰম্ভ হয়। তেওঁলোকৰ মাজত বংগোৰ গৌড়ীয় বৈষ্ণৱ ভক্তি ধৰ্মই সামাজিক আৰু সাংস্কৃতিক উভয়তে এক আমূল পৰিৱৰ্তন আছে। বংগৰ নৱ-বৈষ্ণৱ ধৰ্মৰ প্ৰৱৰ্তক চৈতন্যদেৱৰ শিষ্য-প্ৰশিষ্যসকলে নৱদ্বীপৰ পৰা পোনে পোনে শ্ৰীহট্ট, ময়মনসিং, কাছাৰ আৰু মণিপুৰ আদি বিস্তৃত অঞ্চললৈ যাওঁতে হাজং বসতি অঞ্চলসমূহলৈ গৈ হাজং লোকসকলক বৈষ্ণৱ ধৰ্মত দীক্ষিত কৰে। বৈষ্ণৱ গুৰু-গোসাঁইসকলে হাজং লোকক দীক্ষা দিয়াত সমাজৰ আচাৰ-নীতি আদিৰো আমূল পৰিৱৰ্তন আনে। গৌড়ীয় বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱে হাজং সমাজত নাম-সংকীৰ্তন, পাচালী আদিৰ প্ৰচলন হয়। জনগোষ্ঠীয় দেৱ-দেৱীৰ পৰিৱৰ্তে আৰ্য দেৱী-দেৱীয়ে স্থান পায়। পূৰ্বৰ মাতৃগোত্ৰ (নিকিনি) এৰি হিন্দুগোত্ৰ ধাৰণ কৰি পিতৃতান্ত্ৰিকলৈ পৰ্যবসিত হয়। জন্ম, মৃত্যু, বিবাহ, পূজা আদি বেদ-নীতি অনুসাৰে পালন কৰা হয়। লগতে গাহৰি, কুকুৰা পালন আৰু ভক্ষণ অবিহিত বুলি ধৰি লোৱা হয়। এই নিষিদ্ধ নীতি সকলোৱে সহজে গ্ৰহণ কৰিব নোৱাৰিলে। ফলত সমাজত শাক্ত, বৈষ্ণৱ আৰু অধিকাৰী তিনিটা শ্ৰেণীৰ উদ্ভৱ হয়। শাক্ত

শ্ৰেণীত শক্তি উপাসনাৰ লগতে মাছ, মঙহ আৰু পানীৰ দ্ৰব্যৰ ব্যৱহাৰ অব্যাহত থাকে। বৈষ্ণৱ শ্ৰেণীয়ে বিষ্ণুৱ উপাসনা কৰাৰ লগতে নিৰামিষাহাৰী হৈ পৰে। অধিকাৰীসকল বিষ্ণুৱ উপাসক, নিৰামিষাহাৰী লগতে সমাজত সামাজিক কৰ্মত পৌৰোহিত্য কৰাৰ বাবে গুৰুৰ স্থান প্ৰাপ্ত হয়। সম্প্ৰতি এই বৈষ্ণৱ আৰু অধিকাৰী শ্ৰেণীৰ সংখ্যা হ্ৰাস পাই অহা পৰিলক্ষিত হৈছে। নৱ-প্ৰজন্মৰ শিক্ষিত চামে নিজৰ মৌলিকতা হেৰাই যোৱাৰ ভয়ত এতিয়া প্ৰায় সবে উপাধি পৰিত্যাগ কৰি নিজস্ব 'হাজং' উপাধিৰে পৰিচিত হৈ পৰিছে। কেতবোৰৰ মাজত এতিয়াও পূৰ্বৰ উপাধিয়ে বাহাল আছে।

হাজংসকলৰ মাতৃতান্ত্ৰিক নিকিনি (Clan)কেইটা হ'ল— আঁকছি গাঁও, কেন্দে গাঁও, কাছে গাঁও, বগা গাঁও, কাৰ্চা গাঁও, বালিহাত গাঁও, তাৰা গাঁও, শিমুল গাঁও, দিফুৰ গাঁও আৰু কাটলে গাঁও বুলি জানিব পৰা গৈছে। পিছত পিতৃতান্ত্ৰিকলৈ পৰ্যবসিত হোৱাৰ পিছত গ্ৰহণ কৰা নিকিনি বা গোত্ৰ কেইটামান হ'ল— শ্যানদল্য, কাশ্যপ, ভৰদ্বাজ, বশিষ্ঠ, অলিমন, মনু আদি। একে নিকিনি বা গোত্ৰৰ মাজত বৈবাহিক সম্বন্ধ নিসিদ্ধ।

হাজংসকল ১০/১৫ বা ২০/২৫ ঘৰ মানুহ লগলাগি গাঁও পাতি বাস কৰে। গাঁও পৰিচালনা কৰিবলৈ এজন গাঁওবুঢ়া বা মণ্ডল থাকে। গাঁৱৰ মেল-মিটিঙত মানুহ মাতিবলৈ এজন ডাকাৰা বা কঠীয়াল পাতে। তাক পাৰিতোষিক হিচাপে পুহ মাহত নতুন ধান চপোৱাৰ বতৰত ঘৰে প্ৰতি নিৰ্দিষ্ট কৰা পৰিমাণ মতে ধান দিয়া হয়। হাজংসকলৰ প্ৰত্যেকৰে ঘৰৰ পূব দিশত এজোপা তুলসী গছৰ থাপনা থাকে আৰু প্ৰতিদিনে সন্ধিয়া তাত বন্তি জ্বলাই সেৱা কৰে। লগতে ভঁৰালৰ চাং ঘৰতো ধূপ-দীপ জ্বলাই উৰুলি ধ্বনি দিয়ে। হাজংসকলৰ গৃহ দেৱতাৰ উপৰি প্ৰতিখন গাঁৱতে সমূহীয়া দেৱ-স্থান থাকে। তাক দেওশোলি বা ঠাকুৰথান বুলি কয়। এই দেওশোলি বা ঠাকুৰথান গাঁৱৰ পৰা কিছু নিলগত হাবি-বিৰিখে আৱৰি থকা প্ৰাকৃতিক পৰিৱেশত কৰা হয়। পূজা কৰিবলৈ আৰ্য দ্বিজৰ লগতে এজন দেউসী থাকে। এই দেউসী 'হিলজাগা' বা 'বাৰুণজাগা' এক বিশেষ পদ্ধতিৰে নিৰ্বাচন কৰা হয়। কিছুমান অঞ্চলৰ গাঁওবোৰত এই পদ্ধতি দেখিবলৈ পোৱা নাযায়। তেওঁলোকে মেল পাতি গাঁৱৰে এজন উপযুক্ত লোকক নিৰ্বাচন কৰে। অসুবিধাবশতঃ পৰিৱৰ্তনো কৰিব পাৰে। বিশেষ কেতবোৰ পূজাত গীত পৰিৱেশনৰ ব্যৱস্থা আছে। পূজাৰ গীত গাবৰ বাবে নিজা কীৰ্তনীয়া দল থাকে। তেওঁলোকক গীতালু বা গীতাল বুলি কোৱা হয়। দেওশোলি বা ঠাকুৰথানৰ পূজা সমাপ্তিৰ পিছত পূজাৰ প্ৰসাদ আদি গাঁওবুঢ়াৰ ঘৰলৈ লৈ যোৱা হয় আৰু গাঁওবুঢ়াৰ ঘৰতে





গাঁৱৰ সকলোৱে মিলি প্ৰসাদ গ্ৰহণ কৰে।

হাজংসকলৰ মাজত কেতবোৰ ঐতিহ্যবাহী পূজা আজিলৈকে প্ৰচলিত হৈ থকা দেখিবলৈ পোৱা যায় তাৰে ভিতৰত কেইটামান হ'ল— বাস্তু পূজা, বাশ পূজা, কাতকা পূজা আদি। ইয়াৰে বাস্তু পূজাই এক প্ৰধান ভূমিকা গ্ৰহণ কৰিছে। বাস্তু পূজাৰ দেৱতাৰ ভিতৰত লক্ষী-ঠাকুৰ আৰু বাৰদেও প্ৰধান। এই পূজাৰ বছৰত এবাৰ মাথোন কৰা হয়। বছৰৰ প্ৰথম মাহ বহাগত আৰু কিছুমান অঞ্চলত মাঘ মাহত কৰা হয়। বাস্তু দেৱতাৰ বাবে গাঁৱৰ পৰা নিলগত সুকীয়া স্থান এটাত থাপনা পতা হয়। কিছুমানে সৰুকৈ জুপুৰি এটা নিৰ্মাণ কৰি তাত দেৱতাৰ প্ৰতিকৃতি হিচাপে মাটিৰে সৰু সৰু হাতী আৰু ঘোঁৰাৰ মূৰ্তি সাজি থাপনাত স্থাপন কৰে। এই হাতী-ঘোঁৰাৰ মূৰ্তিক তেওঁলোকে কামৰূপ জিলাৰ হাজোৰ হয়গ্ৰীৱ মন্দিৰৰ চিহ্ন বুলি বিশ্বাস কৰে। লক্ষীঠাকুৰ আৰু বাৰদেও ধন-সম্পত্তি আৰু অন্যান্য বিষয়ববাবৰ দেৱতা বুলি ধৰি লয়। পূৰ্বে কোনো কোনো অঞ্চলত এই বাস্তু দেৱতাৰ লগত ক্ষেত্ৰদেও, যাত্ৰাদেও আৰু বান্দৰদেওৰ পূজাও কৰা হৈছিল। পূজাত পঠা ছাগলি, পাৰ, কুকুৰা আৰু কাছ উচৰ্গা কৰা হৈছিল। পূজাৰ পিছত ঢাক, ঢোল, শিঙা, বাঁহী আদি বজাই মাছ-ভাত খাই আনন্দ কৰিছিল। সম্প্ৰতি পূজাত কুকুৰা উচৰ্গা কৰা আৰু নানান বাজনা বজাই মদ-ভাত খাই আনন্দ কৰা প্ৰথা উঠি গৈ এটা সুস্থ পৰিৱেশলৈ উন্নীত হৈছে। এতিয়া কোনো ঠাইত বুঢ়া বাস্তু, বুঢ়ী আৰু পাগল বাস্তু পূজাৰ লগত মেলা বহাও দেখিবলৈ পোৱা যায়।

বাঁশ পূজা ঃ হাজংসকলৰ আন এটা ঐতিহ্যবাহী পূজা হ'ল বাঁশ বা বাঁহ পূজা। এই পূজা গোৱালপাৰা জিলাৰ মেছপাৰা অঞ্চলত বিশেষ ৰূপে দেখিবলৈ পোৱা যায়। মেছপাৰা টিক্ৰিকিল্লা অঞ্চলৰ বাহিৰে হাজংসকলে বসবাস কৰা অন্য অঞ্চলত এই পূজাৰ প্ৰচলন নাই। এই পূজা এক বংশ-পৰম্পৰাগত পূজা। কেতবোৰ পৰিয়ালৰ মাজত মাথোন এই পূজা আবদ্ধ থাকে। যিসকল পৰিয়ালৰ মাজত এই পূজাৰ দেৱতা আছে তেওঁলোকেহে প্ৰতি বছৰে বহাগ মাহত এই পূজা পাতে। এই পূজা ব্যক্তিগত পূজা হ'লেও অঞ্চলৰ জ্ঞাতি-কুটুম সকলোকে মাতি সমূহীয়াভাৱে পালন কৰা হয়। বাঁহ পূজা দীঘল দীঘল দুডাল বাঁহক কেন্দ্ৰ কৰি কৰা হয়। বাঁহ দুডাল পূজাৰ আগদিনাখন চুপাত গৈ চাই-মেলি নিৰ্বাচন কৰি সেন্দূৰৰ ফোঁট দি থৈ আছে। ইয়াক 'বাঁশ জাগা' বুলি কয়। পিছদিনা পুৱাতে গীত গোৱা গীতালু দলেৰে সৈতে খোল-কৰতাল বজাই গীত গাই গাই বাঁহৰ চুপালৈ যায় আৰু ধূপ-দীপ জ্বলাই শংখ ধ্বনি আৰু উৰুলি ধ্বনিৰে বাঁহ দুডাল কাটি কান্ধত উঠাই লৈ আহি চাঁচি-চুৰকি সেক দি পোন কৰি লৈ এটাত বগা

ৰঙৰ আৰু আনটোত ৰঙা ৰঙৰ নতুন মাৰ্কিন কাপোৰ আগৰ পৰা গুৰিলৈকে মেৰিয়াই ওপৰত বাঁহৰ আগত 'চোঁৰৰ' আৰু লগতে সৰু দাপোণ এখন, বাঁহৰ ফণী এখন আৰু সেন্দূৰৰ টোপোলা এটা বান্ধি দিয়ে। তাৰ পাছত জৰিৰে টনাই আগলি কলপাতৰ ওপৰত থিয় কৰাই ৰাখে। এই বাঁহ দুডালৰ লগতে আঢ়ৈ হাত আৰু তিনি হাত পৰিমাণৰ আন দুডাল গুৰি থকা বাঁহ থাকে। এই দুডাল বাঁহকো চাঁচি-চুৰুকি তেলেৰে সৈতে সেন্দূৰ সানি চিকচিকিয়া কৰি থয়। এই দুডাল বাঁহক 'মথেয়া' বুলি কোৱা হয়। গীত পৰিৱেশন কৰি থকাৰ সময়ত এই 'মথেয়াৰে' শ্ৰোতা সকলোৰ মাজত চুপে-চাপে পিন্ধা কাপোৰৰ ওপৰত সেন্দূৰৰ চেকা লগাই দিয়ে। বাঁহ পূজাৰ মূল দেৱতা শ্ৰীকৃষ্ণ আৰু মদন-কামদেৱ। পূজাৰ মুখ্য প্ৰসাদ ভাং, গুড় আৰু গাখীৰেৰে সিজোৱা চাউলৰ লাৰু। পূজা তিনি দিন তিনি নিশা ধৰি হয়। এই তিনি দিন তিনি নিশা ডেকা-বুঢ়া সকলোৱে নৃত্য-গীত কৰি কটায়। গাভৰু-তিৰোতাসকলে নৃত্য-গীতত ভাগ লোৱাৰ পৰা বঞ্চিত থাকিলেও পূজাৰ অন্যান্যসকলো কামতে সহযোগ কৰোঁ। বাঁহ পূজাৰ মূল গীতসমূহ বাংলা ভাষাৰ সুকবি নাৰায়ণ দেৱ বিৰচিত পাচালিৰ বুলি অনুমান হয়। কাৰণ গীতৰ শেষাংশত নাৰায়ণ দেৱৰ নাম উল্লেখ আছে। ইয়াৰ উপৰি আন কেতবোৰ গীত তেওঁলোকৰ নিজস্ব ভাব-ভাষাৰে ৰচিত। তাতো বাংলা ভাষাৰ প্ৰভাৱ পৰিছে। চানেকি হিচাপে দুটামান গীত তুলি ধৰা হ'ল।

পৰিল বৰিয়া কালৰে মোহন
ভৰিয়া গেল নদী
মনে কয় উৰিয়া যাং
পাংখা নাইদেয় বিধি মোহনৰো।
বালাতে পৰিয়া কান্দেৰে মোহন
বালাটিয়া পখী
দেশ লাইগা কান্দিয়া বেৰায়
ভাইটাল বেপাৰী মোহনৰে।

বাঁহ পূজা গোৱালপাৰা আৰু উত্তৰ বংগৰ ৰাজবংশী সম্প্ৰদায়ৰ মাজতো প্ৰচলিত আছে। ৰাজবংশী সকলোৰ পৰাই মেছপাৰা টিক্ৰিকিল্লা অঞ্চলৰ প্ৰতিৱেশী হাজংসকলৰ মাজত প্ৰৱেশ কৰা যেন অনুমান হয়। কাৰণ টিক্ৰিকিল্লাৰ হাজংসকলৰ বাহিৰে অন্য অঞ্চলৰ হাজংসকলৰ মাজত বাঁহ পূজা দেখিবলৈ পোৱা নাযায়। বাঁহ পূজাত অধিক পৰিমাণে ধনৰ প্ৰয়োজন হয় বাবে আজিকালি প্ৰতি বছৰে নকৰি সুবিধা অনুসাৰেহে কৰে। ২০১০ চনৰ বহাগ মাহত টিক্ৰিকিল্লা





পামিলা গাঁৱৰ জবেধৰ হাজঙৰ ঘৰত আয়োজন কৰা বাঁহ পূজাত মই নিজেই উপস্থিত আছিলো আৰু সুধি জানিব পাৰিছোঁ যে প্ৰায় পোন্ধৰ বছৰৰ মূৰতহে এইবেলি বাঁহ পূজা পাতিবলৈ লৈছে।

কৌত কৌ বা কাতকা পূজা ঃ

কৌত কৌ বা কাতকা পূজা হাজংসকলে অঞ্চল বিশেষ উচ্চাৰণ কৰা কাতি পূজাৰ নাম। কাতি পূজাৰ মূল দেৱতা কাৰ্তিক দেৱতা। কাতি পূজা মহিলাসকলৰ পূজা। মহিলাসকলে নিজৰ কামনা-বাসনাৰ লগতে ওৰে নিশা নৃত্য-গীত কৰি কটায়। নৃত্য-গীতত নিজা পৰম্পৰা সাজ-পাৰ আৰু অলংকাৰ পৰিধান কৰে। গীতবোৰত বাংলা ভাষাৰ চাপ বাৰুকৈয়ে পৰিছে। গীতত বিশেষকৈ ৰাধা আৰু শ্ৰীকৃষ্ণ ৰাস লীলাৰ কথাকে কোৱা হয় যদিও কেতবোৰ গীত তেওঁলোকৰ ভাবধাৰাৰে ৰচনা কৰা। তাৰে এটা যেনে-—

নমঃ নমঃ বন্দি আমি নমঃ নাৰায়ণ,
তাৰ পাছে বন্দনা কৰি সবাৰ চৰণ।
কাঠলবাৰীৰ চেংৰী আমিৰা
নাইদেং তেল মাথাতে,
ঝাৰিয়াই বিৰালুং আমৰা বিৰু পাৰাতে।
বিৰুপাৰালা চেংৰীগিলা মাথাত নাই দীঘল কেশ,
তবু দেখং গাৰে চেংৰীৰ
নানা ৰঙীন ভেশ।
আৰ দেখং মেল্লা চেংৰী
আছে বছিয়া বছিয়া,
দেওহে পৰিচয় সবে সভা মাজে আসিয়া।
পূৱ কাণিতে দেখং আমৰা
বালুপাৰালা চেংৰী,
পাউদাৰ-স্নো মুখে মাখিয়া
কৰিছে বাহাদুৰী।
পশ্চিম কাণিতে দেখং ঐনা দেৱানকটীয়া,
পুইছালা বেগৰে বেছেৰীগুলা
আহিছে বেৰেয়া।
দাবাং গাংলা চেংৰী গুলা
নাজানে কিছু গান,

মুখ ৰাঙা কৰিয়া খালি খায় গুৱা-পান।
গুৱাৰ কোণালা চেংৰী কেনে নেদেখেং সভা মাজে,
পামিলা চেংৰী গুলাও
নাইবা কেনে আছে।
কি কহিব কি বলিব নাই বিদ্যা-বুদ্ধি,
সাৱধানে শাস্ত্র কথা বলিব মনে ভাবি।
এই পর্যন্ত হৈলাম ক্ষেন্ত ৰাধাকান্তশ্বৰী,
বদনে ভৰিয়া একবাৰ বল হৰি হৰি।।

এইদৰে সমূহ গীততেই বাংলা ভাষাৰ প্ৰভাৱ পৰিছে। হয়তো ই পূৰ্বে স্কুল সমূহত বাংলা ভাষাৰ প্ৰচলন আৰু বৰ্ণহিন্দুৰ সংস্পৰ্শলৈ অহাৰ পৰিণতিৰ ফলস্বৰূপে হ'ব পাৰে।

মনসা পূজা ঃ সৰ্পৰ দেৱী মনসা, পদ্মা বা বিষহৰী আৰ্য হিন্দুৰ পূজা বুলি ধৰা হয় যদিও এই পূজা হাজং জনসমাজত অতীতৰ পৰাই চলি অহা পৰিলক্ষিত হয়। আৰ্য হিন্দুৰ পূজা বুলি ধৰা হয় যদিও এই পূজা হাজং জনসমাজত অতীতৰ পৰাই চলি অহা পৰিলক্ষিত হয়। মনসা পূজাক হাজংসকলে 'পদ্যা পূজা' আৰু 'কাণী দেও' পূজা বুলি দুটা নামত পূজা-অৰ্চনা কৰে। এই পূজা শাওণ মাহৰ শেষৰ দিনা কৰা হয়। পূজাত হাঁহ, পাৰ আৰু পঠা ছাগলি উচৰ্গা কৰে। মেঘালয়ৰ গাৰোপাহাৰ জিলাৰ হাজংসকলে মনসা পূজা অনুষ্ঠান একেটা দিনতে নাপাতি মনসা অনুসাৰে দিন ধাৰ্য কৰিহে কৰে। ইয়াৰ উপৰি ন-খোৱা, পিঠা খোৱা (মাঘ বিহু), নতুন বছৰ (ৰঙালী বিহু) আৰু কোনো মাংগলিক কাৰ্যৰ বাবে কাণীদেও থানত (মনসাৰ থাপনাত) ধূপ, বন্তি জ্বলাই দীঘলকৈ সেন্দূৰৰ ফোঁট দি গাখীৰ উচৰ্গা কৰে। বিশেষ পূজা পাতিবলৈ হ'লে বিশেষ নিয়ম-নীতি অনুসাৰে পূজাৰ থাপনা পতা হয় আৰু পূজাৰ গীত পৰিৱেশনৰ বাবে মনসাদেৱীৰ পূজাৰ গীত গাব পৰা শিল্পীৰ দলক আমন্ত্ৰণ কৰি অনা হয় আৰু পূজা উপভোগ কৰিবলৈ প্ৰতিৱেশী সকলোকে আহ্বান কৰা হয়। সকলোৰে সহযোগত উলহ-মালহেৰে পূজা সমাপ্ত হয়। পূজাৰ গীতসমূহ বাংলা ভাষাৰ প্ৰখ্যাত স্বভাৱ কবি নাৰায়ণদেৱৰ পদ্মা পুৰাণৰ গীতকে পৰিৱেশন কৰা হয়। গীতসমূহ ক্ৰমশঃ মুল গীতৰ পৰা আঁতৰি যোৱা যেনো অনুমান হৈছে। কিছুমান আনন্দ-উল্লাসৰ বাবে পৰিৱেশন কৰা গীতসমূহত তেওঁলোকৰ শিল্পী মনৰ ভাবধাৰা ফুটি উঠিছে। তাৰে 'গুৱা-ধেমালি' বুলি গীত এটি তুলি ধৰা হ'ল।—





গুৱা ধেমালি
খাও গুৱা সই দেও মেলানি,
আলৱা চাউল আৰ' গংগাৰ পানী।।
গুৱা উঠিয়া কয় মুই বৰংগেৰ খেতি।
আষাৰ-শ্ৰাৱণ মাসে মুই ভৰ-যুৱতী।।
ঝলঙা উঠিয়া কয় মুই গুৱাৰ ভান্দাৰী।
মুই গুৱা নাদিলে খাইব কেমন কৰি।।
কাঠাৰি উঠিয়া কয় মুইঝলঙাৰ গুৱা।
মুই নাকাটিলে কেবা খায় গুৱা।।
পানে উঠিয়া কয় মুই মেধেৰ বৰণ।
বাৰই বাসুৱা জানে মোৰ যতন।।
টেমি উঠিয়া কয় মুই চুণেৰে ভান্দাৰী।
মুই চুণ নাদিলে গুৱা খায় কেমন কৰি।।

এনেদৰে আৰ্য দেৱ-দেৱী যেনে— লক্ষ্মী, দুৰ্গা, কালী, কামাখ্যা, সৰস্বতী, বাসন্তী, সত্যনাৰায়ণ, শ্ৰীকৃষ্ণ আদি কৰি সমূহ দেৱ-দেৱীৰ পূজাৰ প্ৰভাৱ হাজং জনসমাজত দূৰ অতীতৰ পৰাই এৰাব নোৱাৰা ধৰণেৰে সোমাই পৰিছে। ফলত হাজং জনসমাজৰ সংস্কৃতিৰ পথাৰখনো বহুগুণে বহল হৈ পৰা বুলি অস্বীকাৰ কৰিব নোৱাৰি।

সংস্কৃতি ঃ

সংস্কৃতি কথাষাৰ অতি ব্যাপক। সমাজৰ ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, খাদ্যাভ্যাস, ধৰ্মবিশ্বাস, গীত-মাত-নৃত্য, বিবাহ আদি সকলোবোৰকেই সামৰি লোৱা হয়। এই সকলোবোৰ উপাদনৰ পৰাই সমাজ এখনৰ কথা ভালকৈ উপলব্ধি কৰাত সহজ হৈ পৰে। হাজং জনসংস্কৃতিৰ ভিতৰত 'চ'ৰ খেল' বা 'চ'ৰ মাগা' এক বিশেষ উৎসৱ। ইয়াৰ লগত জড়িত হৈ আছে বহুতো সংস্কৃতি। যেনে— 'লেৱা-টানা, জাখামাৰা, ভাঙা-নাওকা, টেংলা গাহন, গোপিনী গাহন, নেপাল গাহন, দিন ধাৰা, থুবা-মাগা, ভালুকা নাচা, কৃষ্ণলীলা, দেৱী যুদ্ধ, কুৰু পাণ্ডৱ, ৰামমংগল আদি নানান ধৰণৰ নৃত্য-গীতৰ সৈতে হাজং জনগোষ্ঠীৰ হৃদয়ৰ আনন্দ-উল্লাসবোৰ মুক্তভাৱে প্ৰকাশ পাইছে। চ'ৰ মাগা উৎসৱ আৰম্ভ হয়। শৰৎ ঋতুৰ দীপাৱলীৰ আঁউসীৰ নিশা বা তাৰ দুদিনমান আগৰ পৰা। নিশা গাঁৱৰ ডেকাসকলে নানান সাজেৰে বাদ্য-যন্ত্ৰ লৈ গাঁৱে-গাঁৱে নৃত্য-গীত পৰিৱেশন কৰি ঘূৰি ফুৰে। কেতিয়াবা কোনোবা গাঁৱত নিশা কটাবলগীয়া হয়। তাৰ বাবে আগধৰি এজন ল'ৰা পঠিয়াই

খবৰ দিয়া হয়। তাৰ বাবে সেই গাঁৱৰ মানুহে তেওঁলোকৰ বাবে খোৱা থকাৰ ব্যৱস্থা কৰি ৰাখে। তেনে খবৰ দিওঁতাজনক "ভাত-খবৰি" বুলি কোৱা হয়। আৰু আঁউসীৰ এন্ধাৰত মাগি ফুৰা বাবে "আন্ধাৰি মাগা" বুলিও কোৱা হয়। তেনেকৈ চ'ৰ মাগি ফুৰাৰ সময়ত গৃহস্থই তেওঁলোকক ধান, চাউল নাইবা টকাৰে মাননি দি বিদায় দিয়ে। পিছত সেই ধনেৰে তেওঁলোকে সবে মিলি ভোজ-ভাত খায় নাইবা কীৰ্তনৰ ব্যৱস্থা কৰি ধৰ্মীয় কামত খৰচ কৰে।

চ'ৰ মাগা উৎসৱৰ নৃত্য-গীতৰ ভিতৰত 'লেৰা-টানা" নৃত্য-গীতেই বিশেষভাৱে সমাদৰ লাভ কৰিছে। তাৰে কেইটামান গীত যেনে—

টকলেবাৰী ঘোপাতে টকলে ফল পকিছে
আয় ঐ বুইনী টকলে খাবা যাং।।
টকলেবাৰী নাযায় ময়
টকলে ফল নাখায় ময়
টকলে খালে মুখ কালা হয়।।
লিংলিঙা গাছতে উৰা মউ লাগিছে
দাদা ম'গে পাৰিয়া দে খাং।।
ধৰিবাকো ডালা নাই
উঠিবাকো লেওৰা নাই কিংকা কৰি পাৰিয়া দেং।।

'টেংলা-গাহন চ'ৰ মাগা উৎসৱৰ আন এটি অংশ। টেংলা-গাহন (গীত) চীন আৰু জাপান যুদ্ধৰ সময়তে ৰচিত হোৱা যেন অনুমান হয়। কাৰণ গীতবোৰত চীন আৰু জাপানৰ যুদ্ধৰ কথাই অধিক স্থান পাইছে। গীত গোৱা ডেকাবোৰেও চিপাহীৰ দৰে খাকি ৰঙৰ পেণ্ট-চাৰ্ট, ভৰিত বুট জোতা, মূৰত টুপী আৰু হাতত কাঠেৰে বনোৱা বন্দুক লৈ চিপাহীৰ দৰে খোৰ্জ-কাটল কৰি গায়—

চীন জাপান যুদ্ধ কৰে
চিপাই মৰে লাখে লাখে
টেংলা ঐ টেংলা
অ'কি হে হে হে....
কোম্পানী পত্ৰ পায়া
ম'লা মনত ভাবিয়া
কান্দে চিপাই মাথাত হাত দিয়া।।

"দিন-ধাৰা" ও চ'ৰ মাগা উৎসৱৰে এটা অংশ। ইয়াত গাঁৱৰ ডেকা ল'ৰাবোৰ নানা ৰঙৰ সাজ পিন্ধি মাননি তোলাৰ মানসেৰে ঘৰে ঘৰে গীত গাই ফুৰে। তাৰে





দুটা গীত তুলি ধৰা হ'ল—

বান্নাও ঐ দাউলাৰী গিলা হাতী চিপাতে,
মণিকাঠাৰি থয়া আহিচুং বিয়া দামতে।
বাপ কাণা মাও কাণী আৰ' কাণা খুৰা,
বাপ কাণা মাও কাণী অআৰ' কাণা খুৰা,
ভৰ-দুপৰ বিয়া হয় কমৰ ভাঙা বুঢ়া।
চিৰিৰিক-চাৰাৰাক কিবা পংখী ডকৰে,
ম'লা বন্ধু কাটে পাকা ধান।
ধানেৰি কাৰণে পিৰাত চৰিয়া ঘুমায়ৰে
শালা ইন্দুৰ কাইটা নিল ধান।

'চ'ৰ মাগা' বা 'চ'ৰ খেলা' উৎসৱৰ আন এটি প্ৰধান অংশ হ'ল 'থুবা-মাগা' বা 'শিৰো-শিৰো' গীত। মেচপাৰা ট্ৰিক্ৰিকিল্লা অঞ্চলত 'শিৰো-শিৰো' বুলিহে বেছি জনপ্ৰিয়। মেচপাৰা অঞ্চলত চ'ৰ খেলা উৎসৱ আৰম্ভ হয় আঘোণৰ শেষ আৰু পুহ মাহৰ প্ৰথম সপ্তাহৰ পৰা। সেই সময়ত গাঁৱৰ গৰখীয়া আৰু ডেকা ল'ৰাবোৰৰ হাতে হাতে বাঁহৰ টাঙোন লৈ গাঁৱে গাঁৱে ঘৰে ঘৰে গৈ গৃহস্থৰ চোতালত মাটিত নাইবা টাঙনে টাঙনে টুকুৰীয়াই 'শিৰো-শিৰো' বুলি নানা ধৰণৰ গীত গাই ফুৰে। বিনিময়ত গৃহস্থই ধান নাইবা চাউল দি বিদায় দিয়ে। তাৰে গৰখীয়া ডেকা ল'ৰাবোৰে মাঘ বিহুৰ উৰুকাৰ দিনা নিশা ভেলাঘৰত সবে মিলি ভোজ খাই স্ফূৰ্তি কৰে। থুৱা মাগা আৰু শিৰো-শিৰো গীত দুটামান তুলি ধৰা হ'ল।

শিৰো-শিৰো।।
শিৰো-শিৰোৰে শিৰো কাচ
কাচ কলাটা ঝুমুৰ বাজ
বাজক ঝুমুৰ বাজক তাল
এই মাটিখান যুক্তি মাল
যুক্তি মালে ৰুনি-জুনি
সোণায় বান্দিলুং পাঁচ গুণি
সোণাৰে ৰামছুৰা
আমাৰ ৰাখল খাল গুৱা
খাল গুৱাতে নাপাল চূণ
তাতে গেল বেগাম ফুল
বেগাম ফুলে যায়াৰে

হয় ৰেকা হয়ৰে
গুৰ-গুটীয়া গাতেৰে।
শেৰো-শিৰো।।

মেচপাৰাৰ এনে 'শিৰো-শিৰো' গীতকে অন্য অঞ্চলৰ হাজংসকলে 'থুবা-থুবা' গীত বুলি কয়। তাৰে এটা যেনে—

থুবা-থুবা।।
আম গাছলা পংখী খানি
জাম গাছনি যায়
জাম গাছনি যায়াৰে
কিবা দাৰু পায়।
কিবা দাৰু পায়াৰে
উখটা নাঙল বায়।
উখটা নাঙল বায়াৰে
খলচ পৰিল নাও।
এই নাও যায়াৰে
খলচ পৰিল নাও।
এই নাও যায়াৰে
জমিদা গাওঁ।
জমিদাৰ জমিদাৰ
কি কৰেণ বছিয়া
তুমাৰ বেতা মাৰাগিছে
দৰবাৰ যাতিয়া।
থুবা-থুবা।।

এইদৰে চ'ৰ খেলা বতৰত ভিন ভিন গাঁৱৰ ডেকাসকলে বিভিন্ন ধৰণৰ নৃত্য-গীতৰ দল লৈ নৃত্য-গীত পৰিৱেশন কৰি ফুৰাৰ প্ৰথা আজিলৈকে অব্যাহত আছে যদিও সম্প্ৰতি মঞ্চত উঠাৰ বাবে কৰা তুমুল প্ৰতিযোগিতাৰ দিনত ক্ৰমশঃ হ্ৰাস পাই অহা পৰিলক্ষিত হৈছে। কেতবোৰ ইতিমধ্যে লোপ পোৱাৰ কথাটোও নুই কৰিব নোৱাৰি। তেনে নৃত্য-গীত সংস্কৃতিৰ ভিতৰত 'পাৱনী পূজা'ৰ কথা উল্লেখ কৰিব পাৰি। অতীতত পাৱনী পূজা হাজংসকলৰ এক ঐতিহ্যবাহী পূজা আছিল। দশকাহনীয়া অঞ্চলৰ ভাৰী গাঁও, ভাৰু গাঁও, গান্ধী গাঁও, নলকুড়া, ডিফলাই পাৰা আৰু জামতল আদি হাজং বসতিপ্ৰধান গাঁওবোৰত এই পাৱনী পূজা ধুমধামেৰে





চলিছিল বুলি জানিব পৰা গৈছে। জানিব পৰা মতে এই পাৱনী পূজাত সেই অঞ্চলৰ সকলো হাজঙে মিলি ডাঙৰ আঁহত গছ এজোপাৰ তলত পাৱনী দেৱতাৰ উদ্দেশ্যে পূজাৰ আয়োজন কৰি ঢাক, ঢোল বাঁহী, শিঙা আদি নানান বাদ্য বজাই মদ-ভাত খাই পুৰুষ-মহিলা উভয়ে মিলি নৃত্য-গীত কৰি আনন্দ কৰিছিল। ডেকা, গাভৰু সকলোৰে বাবে নৃত্য-গীত কৰিবলৈ এডোখৰ আছুতীয়া ঠাই ঠিক কৰি ৰখা হৈছিল। সেই ঠাইডোখৰৰ মাজেৰে এখন চাপৰ বেৰ দিয়া থাকে। সেই বেৰৰ এফালে ডেকাদল (চেংৰাদল) আৰু আনফালে গাভৰুদল (চেংৰী দল) থাকে। সেই ডেকা-গাভৰু দুটা দলৰ মাজত যোগাযোগ স্থাপন কৰিবলৈ বহুৱা সাজত এজন ল'ৰা থাকে। বহুৱা ল'ৰা জনে বাহিৰলৈ ওলাই আহি প্ৰথমতে গায়

হিমলা গাছলা ঢাকিৰা
বান গুং গুং কৰে,
দিন ভালা হুক, ৰাতি ভালা হুক
হেই পাৱনী দেও দেই পাৱনী দেও।।

ইয়াৰ লগে লগে ঢাকি (ঢাক), বাঁহী, শেঙা আদি বাদ্য-যন্ত্ৰবোৰ বাজি উঠে আৰু তালে তালে ডেকা-গাভৰুবোৰ নাচিবলৈ ধৰে। নাচনৰ তালে তালে গীতৰ মাধ্যমেৰে উভয় পক্ষৰ মাজত তৰ্কা-তৰ্কি চলে। তৰ্কাতৰ্কি গীতবোৰ এনেধৰণৰ—

চেংৰা (ডেকা) দল ঃ আলিকোণা বেংৰে আলিকোণা বেং তোমলা নেখেন চিংৰীঘিলা কালা ঝেং ঝেং।

চেংৰী (গাভৰু) দল ঃ গাজা কাঢ়ে জংৰে গাজা কাঢ়ে জং, ই পাৰালা চেংৰাঘিলা দাঁত খং খং।

চেংৰা (ডেকা) দল ঃ বন কাটে ধামাৰে বন কাটে ধামা, ই পাৰালা চিংৰীঘিলা পেট ধামা ধামা।

চেংৰী (গাভৰু) দল ঃ টেঙা মাতলা চেংৰাঘিলা গুৰগুটিয়া যায়, আলামালা মদ খালে চেংৰী বুঢ়ী নাচায়।

এনেকৈ গীত গাই থাকোতে নিশা দুপৰ হয়। শেষ ফালে বহুৱা ল'ৰাজনে হাতত কেইধাৰিমান দীঘল দীঘল মালা লৈ ডেকা-গাভৰুসকলৰ মাজত বিলাই দিয়ে আৰু কঁকাল হালি হালি গায়—

পালাওৰে বাপুসকল
মালা লাগিব,
তুমলা বাপ শুনিলে
গালি পাৰিব।

ডেকা-গাভৰুসকলে তেতিয়া নিজৰ মন পচন্দ অনুসাৰে হাতত থকা মালাধাৰিৰে পৰস্পৰে মালা পিন্ধাই দি জীৱনৰ লগৰী কৰি লয়। সেই দিনৰ পৰা সেইহাল ডেকা-গাভৰু নৱ-দম্পতীৰূপে সহবাস কৰাৰ অধিকাৰ পায়। পিছত সুবিধা আৰু সাধ্য অনুসাৰে সামাজিক ৰীতিৰে সমাজক মদে-ভাতে এসাঁজ ভোজ খুৱায়। সম্প্ৰতি 'পাৰনী পূজা' বিস্মৃতিৰ গৰ্ভত জাহ গৈছে।

সমাজ-সংস্কৃতি জীৱনৰ সৈতে ওতপ্ৰোতভাৱে জড়িত। জীৱনৰ প্ৰধান তিনিটা ঢাপ হ'ল যেনে— জন্ম, মৃত্যু আৰু বিবাহ। এই তিনিটা ঢাপৰ পৰা কোনো মানৱ সমাজ ব্যতিক্ৰম নহয়। মাথোন তাৰ সৈতে সংপৃক্ত থকা ৰীতি-নীতিসমূহ ভিন ভিন।

হাজংসকলে পৰম্পৰা প্ৰথা অনুসাৰে সন্তান ভূমিস্থ হোৱাৰ সময়ত নৱ-জাতকৰ নাভি ছেদন কৰাৰ আগতে নাভিৰ আগ অংশত এঁৰা সুতাৰে টানকৈ গাঠি এটা দি বাহৰ চেঁচু (টিচকুনি) ৰে কাটে। আজিকালি বিজ্ঞানৰ যুগত বজাৰৰ পৰা কিনি অনা ব্লেডেৰে কাটে। নাভি কাটোতে ল'ৰা সন্তান হ'লে নাভি শূলৰ পৰা চাৰি আঙুলি আৰু ছোৱালী সন্তান হ'লে পাঁচ আঙুলি দীঘলকৈ ৰাখি বাকী অংশখিনি কাটি পেলোৱা হয়। সন্তান ভূমিস্থ হোৱাৰ এসপ্তাহলৈকে সন্তানৰ পিতৃ-মাতৃক অশৌচ বুলি ধৰি লোৱা হয়। নিৰ্দিষ্ট দিন উকলি যোৱাৰ পিছত কাপোৰ-কানি, ঘৰ-দুৱাৰ ধুই পৰিষ্কাৰ কৰি ক্ষৌৰকৰ্ম কৰি কোনো মন্দিৰৰ পুৰোহিত, বৈষ্ণৱ বা অধিকাৰীৰ পৰা 'চনামিত' (চৰ্ণামৃত) শান্তি পানী আনি পৰিয়ালৰ সকলোৰে হাতৰ তলুৱাত অলপ অলপকৈ লৈ স্পৰ্শ কৰি পি খায়। লগতে কিছু পানী তুলসী পাতেৰে ঘৰৰ ভিতৰে-বাহিৰে ছটিয়াই দিয়ে। তেতিয়াহে পৰিশুদ্ধ হোৱা বুলি ধৰি লয়। সিদিনাখনে নৱ-জাত শিশুকো ধোৱাই-পখলাই থাপনা এটাত ধূপ-দীপ জ্বলাই ওচৰতে ৰাখে। এমাহৰ পিছত শিশুৰ মাহেকীয়া ক্ষৌৰ-কৰ্ম পুনৰ কৰি উপাস্য দেৱতাৰ নামত বন্তি জ্বলাই শিশুৰ মংগলৰ হেতু প্ৰাৰ্থনা জনায়। নৱজাত শিশুটো ল'ৰা হ'লে ছয় মাহ আৰু ছোৱালী হ'লে সাত মাহৰ পিছত দাঁত গজাৰ পূৰ্বে অন্নপ্ৰসন্ন অনুষ্ঠান কৰা হয়।

বিবাহ অনুষ্ঠানো হাজংসকলে পৰম্পৰা প্ৰথা অনুসাৰে সম্পন্ন কৰে। বৈবাহিক সম্বন্ধ কৰাৰ বাবে হাজংসকলে প্ৰথমে গণ্য-মান্য ব্যক্তি এজন পঠিয়াই বিয়াৰ কথা-বতৰা পাতে। তাক 'জাহু' বা 'জাচু' বুলি কোৱা হয়। বিশেষকৈ ল'ৰাৰ ঘৰৰ পৰাহে ছোৱালী ঘৰলৈ জাহু পঠিয়াই কথা-বতৰা পতাৰ নিয়ম। কথা-বতৰা ঠিক-ঠাক হ'লে এদিনাখন দৰাঘৰৰ মানুহে কইনা ঘৰলৈ গৈ। 'পান-চিনি' বা 'গুৱা-খাৱা' অনুষ্ঠান পাতে। তাৰ পিছত শুভ দিন-বাৰ চাই লগ্ন অনুপাতে কইনাক দৰাৰ ঘৰলৈ আনি বিয়া পাতে। বিয়া দুটা দিনত সম্পন্ন কৰা হয়। প্ৰথম দিনা





'ভোৰ বিয়া' আৰু পিছৰ দিনা 'বাহি বিয়া'। ইয়াক 'শুভ বিয়া' বা 'শুভ পৰিণয়' বুলি কোৱা হয়।

'শুভ পৰিণয়ৰ' উপৰি হাজংসকলৰ মাজত আৰু আন কেইটামান পৰিণয় বা বিয়া আছে সেইকেইটা হ'ল— দায় পৰা বিয়া, জাঙৈ যাৰা বিয়া, শাঙা বিয়া, গাছ খাৱা কৰা বিয়া আৰু জাত তুলা বিয়া।

কোনো ডেকা-গাভৰুৱে যদি বিবাহ পূৰ্বে গোপনে যৌন মিলয় সংঘটিত কৰে আৰু সেই কথা সমাজৰ লোকে জনাজনি হয় তেতিয়া তেওঁলোকৰ বিবাহ বন্ধনৰ বাবে বাধ্যতামূলক কৰা হয়। তেনে বিয়াক 'দায় পৰা বিয়া' বুলি কোৱা হয়। এই বিয়াত কোনো জাক-জমকতা নাই সামাজিক নিয়মমতে দায়-দন্দি দি সমাজক এসাঁজ খুৱালেই হয়।

কোনো দুখীয়া ঘৰৰ ল'ৰাই আৰ্থিক অভাৱত বিয়া পাতিবলৈ সামৰ্থ্য নহ'লে কোনো ধনী ঘৰৰ ছোৱালীলৈ ঘৰ-জোঁৱাই হৈ যায়। তেনে বিয়াক 'জাঙৈ যাৰা বিয়া' বুলি কোৱা হয়। এই বিয়াত শুভ বিবাহৰ দৰেই নিয়ম-নীতিৰে জাকজমককৈ পতা হয়। মাথোন কইনা দৰাৰ ঘৰলৈ নগৈ দৰাহে কইনাৰ ঘৰলৈ যায়।

কোনো প্ৰৌঢ় পুৰুষ সহধৰ্মিণী বিয়োগ হোৱাৰ পিছত আৰু কোনো প্ৰৌঢ়া বিধৱা মহিলাই দুয়ো পুনৰ বিবাহ বন্ধনত আবদ্ধ হ'ব খুজিলে তাক 'শাঙা বিয়া' বিয়া বুলি কোৱা হয়। সামাজিক প্ৰথা অনুসাৰে সমাজক দায়-দন্দি দি এসাঁজ খুৱালেই হয়।

কোনো ডেকাই প্ৰেমজনিত কাৰণত যদি অন্য সম্প্ৰদায়ৰ ছোৱালী আনি বিয়া পাতিব বিচাৰে, তেতিয়াহ'লে দুয়োকো নাপিত আৰু পুৰোহিতৰ দ্বাৰা পৰিশুদ্ধ কৰি লোৱা হয়। তাৰ পাছত সমাজক দায়-দন্দি দি এসাঁজ খুৱাব লাগে। বাদ্য বাজনা আদি আন কোনো পয়োভৰ নাথাকে। তেনে বিয়াকে হাজংসকলে 'জাততুলা' বিয়া বুলি কয়। অৰ্থাৎ সিদিনাৰ পৰা অইন সম্প্ৰদায়ৰ ছোৱালীজনী হাজং সম্প্ৰদায়ৰ ছোৱালী বুলি স্বীকৃতি লাভ কৰে। প্ৰেম কৰি সন্তান সম্ভৱা হোৱা

কোনোবা ডেকাই কোনোবা গাভৰুক ফুচুলাই দেখি প্ৰতাৰণা কৰি ক'ৰবালৈ পলাই যায় তেতিয়া সেই প্ৰতাৰিতা ছোৱালীজনীৰ উপায়স্বৰূপে গাঁৱৰে কোনো বৰলা কিম্বা আবিয়ৈ এটাক সন্মত কৰাই তাৰ লগত বিয়া পাতি দিয়াৰ ব্যৱস্থা কৰা হয়। ইয়াকে 'গাছ খাৱা কৰা'' বিয়া বুলি কোৱা হয়। এই বিয়াত সমাজক কোনো দায়-দন্দি দিব নালাগে। মাথোন অনুষ্টুপীয়াকৈ গঞা বাইজক এসাঁজ খোৱা দিব লাগে।

হাজংসকলৰ শুভ পৰিণয়ৰ সময়ত বিবাহ মণ্ডপটো এক পৰম্পৰা ৰীতিত

সজোৱা হয়। চোতালৰ এডোখৰ ঠাইত দৰাৰ দুহাত মেলি যি যিমান হয় সিমান জোখৰ বহলকৈ চাৰি চুকত চাৰিটা কলপুলি পুতে। পুতাৰ আগতে এজোৰকৈ তামোল-পাণ, কেইটামান ৰূপৰ মুদ্রা দিয়া হয়। কলপুলিৰ লগতে চাৰিটা বাঁহৰ সৰু ঝিক (লেকেচি) পুতি দিয়া হয়। মণ্ডপৰ মাজত থূপে থূপে ষোল্লটা ধানৰ থূপা কৰা হয়। প্রতিটো থূপৰ ওপৰত মাটিৰ ষোল্লটা চাকি জ্বলোৱা হয়। লগতে ষোল্লটা মাটিৰ ঘট, ষোল্ল আখি কেঁচা কল, পাণ-তামোল, হৰিতকি, দুৰ্বাহ, কপাহ, বেলপাত, আমপাত, ঘি, মধু, সেন্দুৰ আদি নানা দ্রব্যৰে বিবাহ মণ্ডপটো ভৰি থাকে। তাৰে পশ্চিম দিশত পূবমুৱাকৈ সুন্দৰ আসনত দৰা-কইনাক বহুৱাই পুৰোহিতে বেদ-বিধি অনুসাৰে বিবাহ কার্য সম্পন্ন কৰে। বিয়াৰ সময়ত দৰা-কইনাৰ বিভিন্ন কামত কেইজনীমান 'আয়ৰক' (আয়তী) থাকে। দৰা-কইনাই প্ৰথম প্ৰৱেশ কৰিবলগীয়া ঘৰটোৰ বেৰত পিঠা গুৰিৰে চন্দ্ৰ, সূৰ্য, চৰাই-চিৰিকটি আদি প্রাকৃতিক চিত্রৰে মনোমোহা কৰি সজাই তোলে। বিয়াৰ সময়ত দৰা-কইনাৰ অভিভাৱক হিচাপে ধনী বাপ আৰু ধনী মাও লগতে এজন মিতৰ থাকে। বিবাহৰ দিনাখনৰ পৰা সেই ধনী বাপ আৰু ধনী মাও দৰা-কইনাৰ পিতৃ-মাতৃ বুলি সম্বন্ধ গঢ়ি উঠে। লগতে অনুৰূপ মিতৰো বন্ধু বুলি পৰিগণিত হয়। বিয়াৰ সময়ত ধনী বাপ-ধনী মাও আৰু মিতৰৰ সুকীয়া সুকীয়া কাম থাকে। বিয়াত গীত গাবৰ বাবে হাজংসকলৰ পুৰুষেৰে গঠিত এটা গীতালু বা গীতাল দল থাকে। তেওঁলোকে বাংলা ভাষাত ৰচিত শিৱ আৰু পাৰ্বতীৰ বিবাহৰ বৰ্ণনা গীত গায়। যৌতুক (উপহাৰ) দিবৰ সময়ত মাথোন গীতালুসকলে উপস্থিত বুদ্ধিৰে মুখে মুখে ৰচনা কৰি কেতবোৰ গীত গাই পৰিৱেশ ৰসপূৰ্ণ কৰি তোলে। দুটা অঞ্চলৰ দুটামান গীত তুলি ধৰা হ'ল—

দান পৰে আৰে দান পৰে ছাইবে সুন্দৰী।।
আৰে ও ভাল কাৰ কাৰ মনে আছে দেওৰে আছিলা
দান পৰে আৰে
দান পৰে ছাইবে সুন্দৰী।।
আৰে ও ভাল দান নাই দক্ষিণা নাই
বেৰায় ধক্লক ধক্লক
আৰে দান পৰে আছে ছাইবে সুন্দৰী।।
(মেচপাৰা অঞ্চলৰ)
দান কৰৰে ছায়বে নন্দন।
দান কৰৰে ছায়বে নন্দন।।





বাৰহাজাৰী মানুহখান
এক পইছা দিলে দান
ওহো হায়ৰে হায়।
অ হেংকৰু-বেংকৰু পাক
মুখ হ'ল চাবুকা চাবুকা
অ' হো ৰং হ'ল পতুলা বৰণ।।
(কড়ায়বাৰী-বাৰহাজাৰী অঞ্চলৰ)

এনেকৈয়ে বহুকালৰে পৰা হাজংসকলৰ বিবাহ, পূজা আদি সকলো ক্ষেত্ৰতে বৈদিক আৰু হামচৈয়া ৰীতিৰ সংমিশ্ৰণত সম্পন্ন হোৱা দেখা যায়। ঐতিহ্যবাহী পূজা, বিবাহ আদিত হাজং পুৰুষ, মহিলাই নিজৰ পৰম্পৰা সাজ পৰিধান কৰে। পুৰুষসকলে বগা নাইবা সেউজীয়া ৰঙৰ দীঘল আৰু বহল গামোচা এডোখৰ পিন্ধে। হাজংসকলে ইয়াক কিছুমানে 'লিংটি' আৰু আন কিছুমানে 'ভিচা কাপোৰ' বুলি কয়। মহিলাসকলে নিজে বোৱা 'ৰাঙা পাটিন' পিন্ধে। লগতে 'ফুলা আগন' এখন গাত মেৰিয়াই লয়। 'ৰাঙা পাটিন' আৰু 'ফুলা আগন' হাজং মহিলাৰ পৰম্পৰাগত সাজ। অলংকাৰৰ ভিতৰত নাকফুল, ন'ল, কড়েয়া, কণ্ঠহাৰ, বিচাহাৰ, সিকি হাৰ, বাজু, খাৰু, নলখাৰু আদিয়েই প্রধান। সম্প্রতি আধুনিক যুগত আধুনিক সাজ আৰু অলংকাৰ পাতিও হাজং মহিলাৰ অংগ শোভাবৰ্ধন কৰা দেখিবলৈ পোৱা যায়।

সৎকাৰ-সদ্‌গতি

জীৱনৰ অন্তিম পৰ্ব মৃত্যু। মানৱ সমাজত এই অন্তিম পৰ্বক বিশেষ গুৰুত্ব প্ৰদান কৰা হয়। সম্প্ৰদায়গত হিচাপে ভিন ভিন প্ৰথা দেখিবলৈ পোৱা যায়। হাজংসকলে মানুহৰ মৃত্যু হ'লে চিতা সজাই অগ্নিদাহ কৰে। পাঁচ বছৰৰ পৰা বাৰ বছৰ বয়সৰ কোনো ল'ৰা-ছোৱালীৰ মৃত্যু হ'লে শৱ দাহ নকৰি মাটিত পুতি থোৱা হয়। পুতি থোৱা বা চিতাত দিয়াৰ আগতে মৃতকৰ মুখমণ্ডলত সৰিয়হ তেল, হালধি, ঘিলা বীজৰ গুড়ি আদি সানি দিয়া হয়। মৃতকৰ দুটা ভ্ৰূৰ মাজেৰে নাকলৈকে সৰিয়হ তেল তিওৱা শলিতা এডাল দীঘলকৈ দি জ্বলাই দিয়ে। ইয়াক মুখাগ্নি কৰা বুলি কোৱা হয়। সৎকাৰৰ কাম কৰোতাজনক গলত এটুকুৰা কাপোৰৰ 'পুতি' পিন্ধাই দিয়া হয়। ঘৰৰ আন পুৰুষ সদস্যকো একোটাকৈ 'পুতি' দিয়া হয়। দহ দিনৰ দহা কৰ্মৰ দিনা নৈত ডুবি 'পুতি' ছিঙি পানীত উটুৱাই দিয়া হয়। তেৰ দিনৰ দিনা পুৰোহিতৰ দিহা অনুসাৰে শ্ৰাদ্ধ সম্পাদন কৰা হয়। লগতে হৰি-কীৰ্তন দি মন-প্ৰাণ শুদ্ধ কৰি লয়। সিদিনাখনৰ পৰাহে আত্মীয়-কুটুম সকলোৰে

খোৱা, বহা সকলো মুকলি মনেৰে কৰে।

সাহিত্য আৰু ভাষা

সাহিত্য সমাজৰ দাপোণস্বৰূপ। সাহিত্যৰ মাজেদিহে সমাজ এখনক ভালকৈ বুজিব আৰু জানিব পৰা যায়। অন্যান্য জাতি-সম্প্ৰদায়ৰ দৰে হাজংসকলৰো সাহিত্য আছে। হাজং সমাজত পোন প্ৰথমে সাহিত্য সৃষ্টি হয় বৰ্তমান বাংলা দেশৰ মৈমনসিং জিলাত। ধনেশ্বৰ বৰ্মন সৰকাৰ আৰু উপেন্দ্ৰ ৰায় সৰকাৰৰ সহযোগত 'হাজং কুল প্ৰদীপ'' নামৰ গ্ৰন্থ এখন প্ৰকাশ পায় বাংলা ভাষাত। তাৰ পাছত মুক্তি সংগ্ৰামী হাজংসকলৰ সম্বন্ধে কমিউনিষ্ট নেতা প্ৰথম গুপ্তৰ ''মুক্তি যুদ্ধে আদিবাসী'' আৰু ''যে সংগ্ৰামেৰে শেষ নেই'' দুখন গ্ৰন্থ ১৯৬৪ চনত প্ৰকাশ পায়। আন এগৰাকী কমিউনিষ্ট নেতা আসিশ সান্যালৰ 'ভোৰেৰ বৃষ্টি'' (১৯৮৪) হাজং নেতাসকলৰ উদ্দেশ্যে প্ৰকাশ হোৱা আন এখন গ্ৰন্থ। ইয়াৰ পিছত অসমীয়া ভাষাত প্ৰকাশ হোৱা কেইখনমান গ্ৰন্থ হ'ল— মতিলাল হাজঙৰ ''হাজং সমাজৰ কথা'' প্ৰফুল্ল হাজঙৰ ''হাজং ইতিহাস'', লক্ষীন্দৰ হাজঙৰ 'হাজং বিবাহ পদ্ধতি', ভবেশ দাসৰ 'হাজং লোক-সংস্কৃতি' (১৯৯২), পৰেশ হাজঙৰ 'হাজং জাতি আৰু কৃষ্টিৰ আভাস' (২০০০), 'হাজং ভাষা পৰিচিতি' (২০০২), 'হাজং লোক-সংস্কৃতি' (২০০৭), ৰতন কুমাৰ ৰায় হাজঙৰ 'হাজং সমাজ আৰু সংস্কৃতিত দৃষ্টিপাত' (২০০২), বীৰেন হাজঙৰ 'The Hajongs & struggle' (২০০২), 'হাজং সমাজ-সংস্কৃতিলা কথা' (২০০৯) আৰু হাজং ভাষাত প্ৰকাশ হোৱা গীত আৰু কবিতা পুথিকেইখন হ'ল— দ্বীজেন্দ্ৰ নাথ হাজঙৰ 'হাজং গাহেন'' (১৯৮৭), ৰতন কুমাৰ হাজঙৰ 'তন্দ্ৰালা ফুল' (১৯৯৭), পৰেশ হাজঙৰ 'ধলপোহৰ' (১৯৯৯), পুৰন্দৰ হাজঙৰ সম্পাদনাত 'হাজং কবিতা মালা' (২০০১) আৰু ৰাজ নাৰায়ণ হাজঙৰ 'মনেলা তপলা' (২০০১)। ইয়াৰ উপৰি অজ্ঞাতে এৰি যোৱা গ্ৰন্থ হয়তো আৰু কেইখনমান হ'ব পাৰে। গ্ৰন্থৰ উপৰি আলোচনী আৰু বাৰ্তালোচনীৰ অৱদানো হাজং সমাজত কিঞ্চিত আছে। তাৰে ভিতৰত পৰেশ চন্দ্ৰ হাজঙৰ সম্পাদনাত 'পোহৰ' (১৯৮০), পৰেশ হাজং আৰু অৰনী হাজঙৰ সম্পাদনাত 'নক্ৰেক' (১৯৭৩), বিষ্ণু হাজঙৰ সম্পাদনাত 'জোচনা' (১৯৮০), লক্ষীন্দৰ হাজং আৰু লম্ব হাজঙৰ সম্পাদনাত 'চেতনা' (১৯৮০), অনিল হাজঙৰ সম্পাদনাত 'হলক' (১৯৯২), হাজং ছাত্ৰ সন্থাৰ দ'হাৰ (১৯৯২), সমীৰণ হাজঙৰ সম্পাদনাত 'জিঙুৰা' (১৯৯৬), কানুৰাম হাজঙৰ সম্পাদনাত 'সেঙনিলী' (১৯৯৭), হাজং অৰ্ণৱৰ সম্পাদনাত 'ৰাও' (১৯৯৭) আৰু শেহতীয়াকৈ পৰেশ হাজং আৰু বি পি হাজঙৰ সম্পাদনাত 'খজ' (১৯৯৯)





প্ৰকাশ পায়। এই আটাইকেইখন আলোচনী-বাৰ্তালোচনীৰ প্ৰকাশ সম্প্ৰতি বন্ধ হৈছে। আৰ্থিক কঠিনতাৰ মাজেৰে মাথোন 'ৰাও' বাৰ্তালোচনীখন মাজে-সময়ে ভুমুকি মাৰি থকা দেখিবলৈ পোৱা যায়।

ভাষা আৰু লিপি সমস্যা

হাজং ভাষা বহুদিন ধৰি কথিত ৰূপতে চলি আহিছে। ১৯৮০ চনৰ পৰাহে কথিত ভাষাক লিখিতৰূপত সাধুভাষা গঢ় দিয়াৰ প্ৰচেষ্টা চলে। আশীৰ দশকৰ পৰা বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠান আৰু সভা-সমিতিৰ সকলো কাৰ্যক্ৰমণিকা অসমীয়া লিপিৰে হাজং ভাষাত লিখাৰ সচেতনতা জাগে। লগতে হাজং জনগোষ্ঠীৰ লেখক-লেখিকাসকলৰ মাজতো হাজং কথিত ভাষাৰে লিখা-মেলাৰ শুভাৰম্ভ হয়। সমাজৰ হাজং লোকসকলেও ইমানদিনৰ কথিত ভাষাক লিখিত ৰূপত দেখিবলৈ পাই বৰ গৌৰৱবোধ কৰিবলৈ ধৰে। পিছত ইংৰাজী শিকাৰ প্ৰসাৰতা বঢ়াৰ লগে লগে এচাম হাজং যুৱক-যুৱতী আৰু হাজং ছাত্ৰ সন্থাই ৰোমান লিপিৰে হাজং ভাষা লিখাৰ উদ্যোগ গ্ৰহণ কৰে আৰু ২০০৫ চনৰ ছেপ্টেম্বৰ মাহত তুৰাৰ পৰা সুবীৰ হাজঙৰ সম্পাদনাত 'দ'হাৰ' (DOHAR) নামেৰে হাজং ভাষাৰ বাতৰি কাকত এখন ৰোমান লিপিৰে প্ৰকাশ পায়। হাজং সমাজৰ বিভিন্ন দিশলৈ লক্ষ্য কৰি ৰোমান লিপিয়ে হাজং সমাজৰ বহুতো সমস্যাৰ সৃষ্টি কৰিব পাৰে বুলি ভাবি হাজং সাহিত্য সভা, 'অল ইণ্ডিয়া হাজং ৱেলফেয়াৰ এছ'চিয়েচন' আৰু 'মেঘালয় হাজং ৱেলফেয়াৰ এছ'চিয়েচনে' তীব্ৰ বিৰোধিতা কৰে। এতিয়ালৈকে এক সিদ্ধান্তত উপনীত হ'ব পৰা নাই।

লিপি সমস্যাৰ উপৰি হাজং ভাষাৰ শব্দ উচ্চৰণ আৰু বানানৰ বাবেও সমস্যাৰ সন্মুখীন হ'বলগীয়া হৈছে। হাজং ভাষা অঞ্চলভেদে উচ্চাৰণ আৰু শব্দৰ প্ৰভেদ আছে। সেয়ে ব্যাকৰণৰ নীতি অনুসাৰে শুদ্ধ বানান এতিয়ালৈকে লিখা হৈ উঠা নাই।

বহুতেই হাজং ভাষা অসমীয়া আৰু বাংলা ভাষাৰ অপভ্ৰংশ বুলি ক'ব বিচাৰে। সেয়ে ভাষাবিদসকলৰ বিচাৰ্যৰ বিষয়। চানেকি এটা তুলি ধৰা হ'ল।——

(১)দশকাহনীয়া আৰু লাউৰ (২)বাৰহাজাৰী আৰু
(৩)অসমীয়া মান্য ভাষা (৪)বাংলা পৰগনা হাজং কথিত ভাষা
মেচপাৰা হাজং কথিত ভাষা

| | | | |
|---|---|---|---|
| ময় | মুই | মই | আমি |
| তয় | তুই | তুমি | তুমি |
| হাকলে | সাকালে | সোনকালে | তাড়াতাড়ি |
| হাকপাত | শাকপাত | শাক-পাচলি | শাক-সব্জী |

| | | | |
|---|---|---|---|
| ইংকায় | ইংকাই | এনেকুৱা | এইভাৱে |
| ভিয়ান | বিয়ান | ৰাতিপুৱা | প্ৰাতঃকাল |

প্ৰসংগ পুথি ঃ


1. Waddel L. A., The Tribes of the Brahmaputra Velley, Reprinted, New Delhi 1975, P ...4

2. Delton, E.T., Tribal History of Estern India, Reprinted,New Delhi, 1978, P ...88

3. Majundar, Dr, D. N., Hinduized communities of Western Meghalaya in Garo Hills and the people (ed), L.S. Gassa, Guwahati, 1984, P...4.

4. Rabha, Dhananjoy, Rabha Janajatir chamu etihash, publised by Assam Institute of Researchfor Tribals and scheduled casts, Guwahati - 22, 1998 P ... 29.

5. Bordoloi, B. N., Encylopaedic profile of indian Tribes, Vol-II (G.K.) Editors, Sachchidananda R.R. prosad, Edition 1996, 1998, Discovery Publishing House New Delhi - 110002, (India), P...314.

6. Hajong, Biren, The Hajongs and their Struggle, Published by Smt. Susmita Hajong, Tura, Meghalaya, P...6

7. মুছাহাৰী, এন, চি, টিক্ৰিকিল্লা ইয়াৰ সাংস্কৃতিক পটভূমি, স্মৃতিগ্ৰন্থ, টিক্ৰিকিল্লা উচ্চ মাধ্যমিক বিদ্যালয় ৰূপালী জয়ন্তী, ১৯৮৬, পৃঃ ... ২৩

8. হাজং, কানুৰাম, হাজং জনজাতি এটি চমু আভাস, টিক্ৰিৰাও, স্মৃতিগ্ৰন্থ বেবাক ৰাভা ক্ৰৌৰাং ৰঞ্চুম (নিখিল ৰাভা সাহিত্য সভা). টিক্ৰিকিল্লা, গাৰোপাহাৰ, ২০০২ চন)

9. ৰায় হাজং ৰতনকুমাৰ, হাজং সমাজ এটি সমীক্ষা, পয়োভৰা, ত্ৰয়োদশ বছৰ, বিংশতি সংখ্যা, ১৯৮২, পৃঃ ... ৩৮


হাজং মূলীয় বিশিষ্ট লিখক হাজং আৰু অসমীয়া উভয় ভাষাতে কেইবাখনো গ্ৰন্থ প্ৰকাশিত হৈছে।

দূৰভাষ ঃ ০৩৬৫০২২৫৩৫৯





# অসমৰ সোণোৱাল কছাৰী ঃ ভাষা-সংস্কৃতি

পাৰুল সোণোৱাল

## ১. সোণোৱাল কছাৰীসকলৰ পৰিচয় ঃ

সোণোৱাল কছাৰীসকল বৰ্তমান অসম নামেৰে পৰিচিত ভূখণ্ডৰ আদিম অধিবাসী। নৃতাত্বিক দৃষ্টিকোণৰ পৰা মংগোলীয় জনগোষ্ঠীৰ অন্তৰ্গত সোণোৱাল কছাৰীসকল প্ৰথমাৱস্থাত জড়োপাষক আছিল। পৰৱৰ্তীকালত তেওঁলোকে কৈৰাত ধৰ্ম গ্ৰহণ কৰে। বৰ্তমানৰ অসম তথা পূৰ্বৰ প্ৰাগজ্যোতিষপুৰ, কামৰূপৰ আদিমতম অধিবাসী হিচাপে 'যোগিনীতন্ত্ৰ'ত এই লোকসকলক চিনাক্ত কৰা হৈছে আৰু তেওঁলোকে গ্ৰহণ কৰা ধৰ্মটোক কৈৰাতজ ধৰ্ম বুলি উল্লেখ কৰা হৈছে। তদুপৰি বেদ, উপনিষদ, মহাকাব্য আদিতো কিৰাতসকলৰ উল্লেখ আছে। যুৰ্জবেদ, অৰ্থবেদ আদিত কিৰাত জাতিৰ বিষয়ে উপস্থাপন কৰা হৈছে। 'মহাভাৰত'ত এই কিৰাত বংশোদ্ভৱ ভগদত্তৰ বীৰত্বৰ বিশদ বৰ্ণনা আৰু কাৰ্যাৱলীৰ কথা কোৱা হৈছে। 'বিষ্ণুপুৰাণ'তো এই কিৰাতসকল ভাৰতৰ পূব প্ৰান্তৰৰ অধিবাসী বুলি উল্লেখ আছে। এইবোৰৰ পৰা এই কথাই প্ৰতীয়মান হয় যে কিৰাত সম্ভূত সোণোৱাল কছাৰীসকলে কামৰূপ তথা প্ৰাগজ্যোতিষত খৃঃ পূঃ ৩০০০ বছৰৰ আগতেই বসতি বিস্তাৰ কৰিছিল। ছিলেটৰ নিধনপুৰ আৰু ডুবিত পোৱা তামৰ ফলিত লিখা আছে যে কামৰূপৰ ৰাজাধিৰাজ ভাস্কৰ বৰ্মন ভগদত্ত বংশীয় আৰু এই মহাপৰাক্ৰমী ভগদত্তই কামৰূপত প্ৰায় তিনি হেজাৰ বছৰ ৰাজত্ব কৰিছিল।

উক্ত কিৰাতসকলেই পৰৱৰ্তীকালত কছাৰী হিচাপে জনা যায়। এই নামৰ উৎপত্তি সম্পৰ্কেও নানা মত পোৱা যায়। কোনো কোনোৰ মতে মঙ্গোলীয় জনগোষ্ঠীৰ এই লোকসকলে মঙ্গোল সমভূমিৰ পৰা আহি ভাৰতৰ পূব প্ৰান্তত বসবাস কৰিবলৈ

লয়। কৈৰাত ধৰ্ম গ্ৰহণ কৰি খেতি-বাতি আৰু যাতায়তৰ সুবিধাৰ বাবে নদী বা পৰ্বতৰ দাঁতি-কাষৰীয়া ঠাইত বাস কৰিছিল কাৰণে নদী কাষৰীয়া অৰ্থাৎ কক্ষাত>কচ্ছাত>কচ্ছতৰ লগত অৰি যোগ হৈ (কচ্ছ + অৰি) কচ্ছাৰী বা কছাৰী নামৰ উৎপত্তি হ'ল বুলি পণ্ডিতসকলে মতপ্ৰকাশ কৰিছে। ড০ সুনীতি কুমাৰ চট্টোপাধ্যায়ৰ ম'তে কছাৰীসকলে প্ৰব্ৰজন কৰি আহি প্ৰথমে 'কুশী' নদীৰ পাৰত বাস কৰাৰ কাৰণে তেওঁলোকক 'কুশীয়াৰা' আৰু অঞ্চলটোক কুশীয়াৰা বা কুশাবীয়াৰ বুলি কোৱা হৈছিল। এই কুশীয়াৰাৰ পৰা কুশাৰী আৰু কুশাৰীৰ পৰা কছাৰী শব্দৰ উৎপত্তি বুলি চট্টোপাধ্যায়ে নিজৰ মত দাঙি ধৰিছে। তেনেদৰে বুৰঞ্জীবিদ ড০ নিশিপদ দেৱচৌধুৰীৰ 'প্ৰাচীন অসমৰ সংস্কৃতি আৰু বুৰঞ্জীত উল্লেখ কৰিছে যে এখেল মানুহ পশ্চিম ফালৰ পৰা প্ৰব্ৰজন কৰি আহি প্ৰথমে কুশী নদীৰ পাৰত বাস কৰিছিল। এই কুশী পাৰাৰ মানুহখিনিয়েই কুশীয়াৰা ৰূপ পৰিচিত আৰু ইয়াৰ পৰাই কচ্ছাৰী শব্দৰ উৎপত্তি। আনহাতে কৈৰাত ধৰ্মালম্বী এই লোকসকলে নিজৰ উপাস্য দেৱ-দেৱী শিৱ আৰু পাৰ্বতীক কিৰাত আৰু কিৰাতী বুলিছিল। বহুতৰ ম'তে এই কিৰাতী শব্দৰ পৰাই অপত্য অৰ্থত কছাৰী শব্দৰ সৃষ্টি হয়। 'মহাভাৰত'কে ধৰি আন আন সংস্কৃত গ্ৰন্থত কিৰাত আৰু ম্লেচ্ছ শব্দৰে বুজোৱা এই জনগোষ্ঠীৰ লোকসকলে প্ৰায় ১২ শ শতিকাৰ পৰাহে কছাৰী হিচাপে পৰিচয় লাভ কৰে। এই শতিকাৰ আহোম বুৰঞ্জী, বৈষ্ণৱ সাহিত্য আদিত কছাৰী শব্দটোৰ প্ৰয়োগ পৰিলক্ষিত হয়।

এই কছাৰীসকলৰ ১২ টা ফৈদ আছে - ডমচয়ঁ, ডড়হয়ঁ, জুহল লুইয়ঁ, ইনটুং হজয়ঁ, বাদু সোণলয়ঁ, ইনটু মিনখয়ঁ, ইনটু মেচয়ঁ, কুচবয়ঁ, ইনটু গাড়োয়ঁ, ৰাভা কিৰতয়ঁ, বাদু হজয়ঁ। ইয়াৰে বাদু সোণলয়ঁ সকলেই হ'ল সোণোৱালসকল। কছাৰীৰ এই ফৈদটোক সোণোৱাল বুলি কোৱাৰ বিভিন্ন কাৰণ আছে -

১। 'অসম বুৰঞ্জী'ৰ মতে খ্ৰীঃ ১৭৫১ ৰাজেশ্বৰ সিংহই আহোমৰ ৰাজপাট গ্ৰহণ কৰাৰ পাছত

সোণ উৎপাদনৰ কামত এখেল মানুহক নিয়োগ কৰিছিল। এই মানুহবিলাককেই সোণোৱাল বুলি কোৱা হৈছিল।

২। 'অসম বুৰঞ্জী'ত পুনৰ এই কথাও কোৱা হৈছে যে মোৱামৰীয়া বিদ্ৰোহত মোৱামৰীয়াসকলক কছাৰীসকলৰ এটা ফৈদে সহযোগ কৰিছিল আৰু যুদ্ধবন্দী হৈছিল। বন্দী কছাৰীসকলক সোণ কমোৱা কামত নিয়োগ কৰিছিল আৰু এওঁলোকক সোণোৱাল বোলা হৈছিল।





৩। শ্ৰীশ্ৰী আউনীআটি সত্ৰাধিকাৰ কেশৱদেৱ মহন্তৰ ওচৰত ১৬৮২ খ্ৰীঃত শদিয়াত কছাৰীবিলাকে এচুঙা কেঁচাসোণ দান দি গুৰু পৰীক্ষা কৰি শৰণ গ্ৰহণ কৰাৰ বাবে এই মানুহখিনিক সোণোৱাল উপাধি দিছিল।

আনহাতে ঐতিহাসিক দৃষ্টিকোণৰ পৰা চালে দেখা যায় যে খ্ৰীঃ ৮০৩ ৰ পৰা খ্ৰীঃ ১২৬৮ লৈকে সোৱণশিৰী নদীৰ পাৰত শদিয়াৰ কছাৰী লোকসকলৰ অধিকাংশই সোণ উৎপাদন কৰাটোকে জীৱিকাৰ বৃত্তি হিচাপে লৈছিল। এই লোকসকলেই সোণোৱাল হিচাপে 'অসমৰ বুৰঞ্জী'ত স্থান লাভ কৰিছে। সোণোৱালসকলৰ জৰিয়তে উৎপাদিত সোণৰ লগতে খনিজাত বস্তুও সোণোৱালসকলৰ শদিয়াস্থিত হালালী ৰাজ্যৰ পৰা কোঁচবিহাৰলৈ নিবৰ বাবে কোঁচ ৰাজ্যৰ ৰজা কমল নাৰায়ণে খ্ৰীঃ ১৫৪৬ ত ৩৫০ দীঘল আলিবাট বন্ধাই লৈছিল। এনেদৰে বিভিন্ন দৃষ্টিকোণৰ পৰা সোণোৱালসকলৰ পৰিচয় সম্পৰ্কত ফঁহিয়াই চালে এটা কথাত অন্তত সাদৃশ্য পৰিলক্ষিত হয়। সেইয়া হ'ল মঙ্গোলীয় জনগোষ্ঠীৰ অন্তৰ্গত কছাৰীসকলৰ যিটো ফৈদ সোণ উৎপাদনৰ লগত জড়িত সেই সকলেই সোণোৱাল হিচাপে পৰিচয় লাভ কৰিছে।

## ২. সোণোৱালসকলৰ ভৌগোলিক অৱস্থান ঃ

আৰ্যসকল অসমলৈ অহাৰ আগলৈকে সমগ্ৰ অসম তথা পূৰ্বৰ প্ৰাগজ্যোতিষ অথবা পৰৱৰ্তীকালৰ কামৰূপত মঙ্গোলীয় গোষ্ঠীৰ লোকসকলে বসবাস কৰি আহিছিল। বৰ্তমানৰ গুৱাহাটীৰ পৰা অসম উপত্যকাৰ উজনি খণ্ডত ১২ শ শতিকাৰ শেষলৈকে মঙ্গোল কছাৰীসকল বিভিন্ন গোটত ভাগ ভাগ হৈ স্বাধীন গণৰাজ্য স্থাপন কৰি বসবাস কৰি আছিল। পাছলৈ সোণোৱাল হিচাপে পৰিচিত মঙ্গোল কছাৰীৰ এখেল মানুহে বৰ্তমানৰ শদিয়াত হালালী নামেৰে এখন গণৰাজ্য স্থাপন কৰি বসবাস কৰিছিল। এই গণৰাজ্যখন ব্ৰহ্মপুত্ৰৰ দক্ষিণপাৰে ডুমডুমা আৰু বৰডুমচা পৰ্যন্ত বিস্তৃত আছিল। গণৰাজ্যখনৰ নাম আছিল কুণ্ডিল। ১২৪৪ চনত কছাৰীসকলৰে আন এটা ফৈদ দেউৰীসকলে সোণোৱালসকলৰ হালালী ৰাজ্য দখল কৰি লয়। কছাৰীসকলৰ কিছুমান মানুহ দক্ষিণ পাৰলৈ ব্ৰহ্মপুত্ৰ পাৰ হৈ আহি বৰ্তমানৰ ছৈখোৱা অঞ্চলত সোমায়হি। ১৫২৩ চনত এই ঠাইখণ্ড আহোমে অধিকাৰ কৰি আহোম ৰাজতন্ত্ৰৰ বৰ অসমৰ লগত চামিল কৰে। ইয়াৰ পিছত এই ৰাজ্য পুনৰ ১৫৬২ চনত কোঁচ ৰজাই দখল কৰে। আকৌ ১৭ শতিকাৰ আগভাগত এই ৰাজ্য আহোম ৰাজ্যৰ অধীনলৈ আহে। আনহাতে চিংফৌ আক্ৰমণৰ সময়ত অৰ্থাৎ ১৮২৪

আৰু ২৫ চনত শদিয়াৰ পৰা কিছুমান সোণোৱাল ফৈদৰ মানুহ নাৱেৰে ব্ৰহ্মপুত্ৰইদি আহি দিহিংমুখ অঞ্চলত বসবাস কৰেহি। এই শতিকাৰ শেষৰ ফালে মোৱামৰীয়া বিদ্ৰোহত যোগদান কৰি শদিয়াৰ কছাৰীসকলৰ কিছুমান যুদ্ধবন্দী হিচাপে শদিয়াৰ বাহিৰত ৰৈ গৈছিল। এনেদৰে ১৩ শতিকাৰ পৰা বৃটিছৰ আগমনলৈকে বিভিন্ন কাৰণত সোণোৱালসকল হালালী ৰাজ্যৰ পৰা বিতাড়িত হৈছিল আৰু অসমৰ বিভিন্ন ঠাইত সিঁচৰিত হৈ পৰিছিল। পৰৱৰ্তীকালত শিক্ষা, যাতায়ত ব্যৱস্থা, জীৱিকা আদি অলেখ কাৰণত বিভিন্ন স্থানত সোণোৱালসকলৰ কোনো কোনো লোকে বসবাস

<u>Sonowal Kachari Autonomous Council, Dibrugarh</u>

**GRAND TOTAL STATEMENT**

**(District wise Members' Constituencies with Population)**

| Sl. No. | Name of District | No. of Members' Constituencies | No. of Villages | Total Population (Census 2001) | Projected Population for the year 2009-10 (15%) | S.T. Pop$^{n}$. | Projected S.T. Population for the year 2009-10 (15%) | S.T. % |
|---|---|---|---|---|---|---|---|---|
| 0 | 1 | 2 | 3 | 4 | 5 | 6 | 7 | 8 |
| 1 | Tinsukia | 5 | 116 | 83,029 | 95,483 | 43,317 | 49,814 | 52.17 % |
| 2 | Dibrugarh | 11 | 235 | 1,63,390 | 1,87,898 | 89,305 | 1,02,700 | 54.65 % |
| 3 | Sivasagar | 1 | 34 | 29,027 | 33,381 | 13,127 | 15,096 | 45.22 % |
| 4 | Jorhat | 2 | 29 | 26,163 | 30,087 | 12,911 | 14,847 | 49.34 % |
| 5 | Golaghat | 1 | 35 | 15,977 | 18,373 | 8,024 | 9,228 | 50.22 % |
| 6 | Lakhimpur | 2 | 38 | 21,918 | 25,206 | 13,872 | 15,953 | 63.30 % |
| 7 | Dhemaji | 4 | 82 | 43,541 | 50,072 | 28,469 | 32,739 | 65.38 % |
| | Grant Total = | 26 | 569 | 3,83,045 | 4,40,500 | 2,09,025 | 2,40,377 | 54.56 % |

Total No. of Members' constituencies = 26 (twenty six)





কৰিবলৈ লয়। বৰ্তমান অসমত সোণোৱালসকলৰ ভৌগোলিক অৱস্থান এনেদৰে গঢ় লৈ উঠিছে।

উক্ত তালিকা সোণোৱাল কছাৰী স্বায়ত্ত শাসিত পৰিষদৰ সমষ্টি নিৰ্ধাৰণৰ অৰ্থে প্ৰস্তুত কৰা তালিকা। অসমৰ প্ৰতিখন জিলাতে কম-বেছি পৰিমাণে সোণোৱাল লোক আছে যদিও উল্লেখিত তালিকাত কেৱল পঞ্চাশ শতাংশৰ ভিতৰত বা তাতকৈও বেছি সোণোৱাল কছাৰী জনসংখ্যা থকা জিলাক সামৰি লোৱা হৈছে। কেইবাখনো জিলাত সোণোৱাল কছাৰী লোকৰ সংখ্যা চল্লিশ শতাংশতকৈ কম হোৱা বাবে উক্ত তালিকাত সন্নিবিষ্ট কৰা হোৱা নাই। তেনেদৰে তালিকা বহিৰ্ভূত জিলাৰ লগতে তালিকাভুক্ত জিলাৰ গাঁও কিছুমানো য'ত চল্লিশ শতাংশ বাসিন্দা নাই সেইয়াও লোকপিয়লত ধৰা হোৱা নাই।

৩. সোণোৱালসকলৰ সমাজ-সংস্কৃতি ঃ

মানুহে দৈনন্দিন জীৱনত যি ক্ৰিয়া কৰ্ম সম্পাদন কৰে তাৰ পৰিমাৰ্জিত ৰূপেই হ'ল সংস্কৃতি। সেই সংস্কৃতি একোটা জাতিৰ, জনগোষ্ঠীৰ, সম্প্ৰদায়ৰ সামূহিক আচৰণৰ ভিত্তিত গঢ় লৈ উঠিব পাৰে। সোণোৱালসকলেও সমাজ পাতি বসবাস কৰা বাবে তেওঁলোকৰ মাজত কিছুমান সামূহিক ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ গঢ় লৈ উঠিছে। সোণোৱালসকলে বিভিন্ন কাৰণত স্বকীয় ৰাজ্য হেৰুৱাইছে যদিও গাঁওৰূপী সৰু সৰু গোটসমূহ বৰ্তি থাকিল আৰু সেইবিলাকেহে ঐক্য আৰু সংহতি ৰক্ষা কৰি সোণোৱাল কছাৰীৰ জাতীয় সংস্কৃতিক জীয়াই ৰাখিলে। এই গাঁওৰূপী গণতান্ত্ৰিক গোটবিলাকে ৰক্ষা কৰি থকা সমাজ-সংস্কৃতিয়েহে প্ৰকৃতাৰ্থত সোণোৱাল কছাৰীসকলৰ স্বকীয়ত্ব বজাই ৰাখিছে। বৰ্তমান চহৰ নিবাসী সোণোৱালসকলেও নিজৰ অস্তিত্ব বজাই ৰখাৰ ক্ষেত্ৰত সচেতন হৈ পৰাটো পৰিলক্ষিত হয়।

৩.১ ধৰ্ম ঃ

ধৰ্ম সমাজ সংস্কৃতিৰ এক গুৰুত্বপূৰ্ণ দিশ। সোণোৱাল কছাৰী সমাজ-সংস্কৃতিৰ প্ৰতি দৃষ্টি দিলেও দেখা যায় যে ধৰ্মক কেন্দ্ৰ কৰি সোণোৱাল সমাজত বহু ৰীতি-নীতি, আচাৰ-অনুষ্ঠান গঢ় লৈ উঠিছে যিবোৰে সোণোৱাল কছাৰী সংস্কৃতিক সমৃদ্ধি প্ৰদান কৰিছে।

সোণোৱালসকল আদিতে কৈৰাত ধৰ্মালম্বী আছিল। এই ধৰ্মত শিৱ আৰু পাৰ্বতীক উপাস্য দেৱ-দেৱী হিচাপে গ্ৰহণ কৰা হয়। ধৰ্মৰ নাম অনুযায়ী শিৱক কিৰাত আৰু পাৰ্বতীক কিৰাতী বুলিও কোৱা হয়। এই ধৰ্মত দেৱ-দেৱীৰ আৰাধনাত

ব্ৰাহ্মণ পুৰোহিতৰ স্থান নাই। ইয়াত ব্ৰহ্মচৰ্য পালন কৰাৰ নীতি-নিয়ম আৰু মাছ-মাংস ত্যাগ কৰি নিৰামিষ ভোজন কৰাৰ নিয়ম নাই। বৰঞ্চ শিৱৰ আন এটা ৰূপ বাইথ' দেৱতাৰ পূজাত বলি-বিধান দিয়াৰহে নিয়ম আছে। এই ধৰ্মত হাঁহ-পাৰ, মাছ-কাছ, গাহৰি আদি খাব পাৰি। সংসৰ্গ দোষ নাই। অৰ্থাৎ জাতি, ধৰ্ম নিৰ্বিশেষে বিয়া-বাৰু পতাৰ ব্যৱস্থা আছে। এই ধৰ্মই মূৰ্তিবাদ সমৰ্থন নকৰে সেয়ে সোণোৱালসকলৰ মাজত মূৰ্তি পূজাৰ প্ৰচলন দেখিবলৈ পোৱা নাযায়। তেওঁলোকে পূজা-পাতল কৰা নিৰ্দিষ্ট ঠাইডোখৰক থান বুলি কৈছিল। বৰ্তমানেও থান বুলিয়ে কয়।

কছাৰীসকলে শিৱই লৈ থকা সৰু ডম্বৰুটোক মাঢোল বুলি কয়। পিছলৈ ডম্বৰুৰূপী মাঢোলৰ ডাঙৰ আকৃতিৰ সংস্কৰণটোক মাদল বুলি ক'বলৈ ধৰে। মাদল, ঢোল আৰু বাঁহী শিৱ পূজাৰ অপৰিহাৰ্য বাদ্য। ইয়াত মহাপ্ৰলয় নৃত্য কৰা হয়। শিৱই নিজৰ তাণ্ডৱ নৃত্যৰ যোগেদিয়েই জড় (প্ৰকৃতি) আৰু জীৱ (পুৰুষ) জগতত তেওঁৰ চৈতন্য ৰূপৰ মহাশক্তি প্ৰক্ষেপ কৰে। সেয়ে তেওঁৰ আন এটা নাম নটৰাজ। প্ৰকৃততে কৈৰাত ধৰ্মৰ মূল গুৰিয়েই হ'ল শিৱ নৃত্য। সোণোৱালসকলৰ সৃষ্টিতত্ত্বৰ ৰহস্য নিহিত হৈ থকা হায়দাং নৃত্য এই শিৱ নৃত্যৰ লগত সংপৃক্ত।

এইয়া হ'ল ১২ শ শতিকালৈকে প্ৰচলিত সোণোৱালসকলৰ ধৰ্ম-ব্যৱস্থা। ১২ শ শতিকাৰ পাছৰ পৰা সোণোৱালসকলৰ ধৰ্মৰ ওপৰত আৰ্যসকলৰ হিন্দু ধৰ্মই আঘাত হানে। গণৰাজ্য পাতি কাম কৰি থকা মানুহবোৰ মূলতঃ ৰাজনৈতিক কাৰণত বিচ্ছিন্ন হৈ নানান ঠাইত সিঁচৰিত হৈ পৰে। ফলস্বৰূপে ধৰ্মীয় বিধি-ব্যৱস্থাত শিথিলতা আহে। ১৬৮২ খ্ৰীষ্টাব্দত শ্ৰীশ্ৰী আউনীআটিৰ সত্ৰাধিকাৰ কেশৱদেৱ মহন্তৰ ওচৰত শদিয়াত সোণোৱাল কছাৰীসকলে শৰণ লোৱাৰ পিছৰ পৰা তেওঁলোকৰ ধৰ্ম ব্যৱস্থা দুতৰপীয়া হৈ পৰে। হিন্দু ধৰ্মৰ নিয়মানুসৰি নামঘৰ, সত্ৰ স্থাপন কৰি এহাতে নাম-কীৰ্তন চৰ্চা কৰে আৰু আনহাতে কৈৰাত ধৰ্মানুষ্ঠান খ্ৰীং খ্ৰীং বাইথ' পূজা আদিও পালন কৰে। ফাগুন মাহৰ শুক্লপক্ষৰ পূৰ্ণিমাত দৌল উৎসৱ (ফাকুৱা) উদ্‌যাপন কৰা হয়। সেই শুক্লপক্ষৰ প্ৰথম সোমবাৰত বাইথ' পূজা পতা হয়। ই দৌল উৎসৱৰ ওচৰাওচৰিকৈ হ'ব পাৰে। কিন্তু মহাশিৱৰাত্ৰিৰ আগত কেতিয়াও বাইথ' পূজা পতা নহয়। বলি-বিধানৰ প্ৰচলন থকা এই পূজাত মদক শান্তিজল হিচাপে গ্ৰহণ কৰা হয়।

সোণোৱালসকলে বাইথ' তথা শিৱৰ প্ৰধান শিষ্য গজাইকো গুৰু মাজি গজাই পূজা কৰি আহিছে। গজায়ে বাইথ'ক পোনপ্ৰথমে হাবিৰ পৰা উলিয়াই আনি পূজাৰ দিহা কৰে। সেইবাবে বাইথ'দেৱক পূজাৰ আগতে গজাই গুৰুক পূজিলেহে





বাইথ' সন্তুষ্ট হয় বুলি ভাবি মানৱৰূপী গজাইক পূজা দিয়া হয়। ইয়াৰ উপৰিও বুঢ়া-বুঢ়ী, কেঁচাইখাতী থান, তাম্ৰেশ্বৰী আদিৰ পূজা সোণোৱালসকলে কৰে। এইসকলো শৈৱ প্ৰথাৰ লগত জড়িত। তদুপৰি গায়ন-বায়নকে ধৰি হিন্দু ধৰ্মৰ বিভিন্ন দেৱ-দেৱীৰ পূজাও এওঁলোকে পালন কৰি আহিছে। আনহাতে নৱবৈষ্ণৱ ধৰ্মকো গ্ৰহণ কৰিছে।

### ৩.২ কৃষি ঃ

সোণোৱাল কছাৰীসকলৰ মূল জীৱিকা হ'ল কৃষি কৰ্ম। আধুনিক শিক্ষাব্যৱস্থাৰ ফলত বহুসংখ্যক লোক চাকৰিজীৱী হৈছে আৰু ব্যৱসায় বাণিজ্যৰ লগতো কিছুসংখ্যক লোক জড়িত হৈছে যদিও গ্ৰামাঞ্চলত বসবাস কৰা প্ৰায়সংখ্যক লোকেই কৃষি কৰ্মৰ লগত জড়িত। কৃষিজীৱীসকলে ধানখেতিৰ লগতে ৰবি শস্যৰ খেতিও কৰে। বৰ্তমান কিছুমানে চাহখেতিক জীৱিকা হিচাপে গ্ৰহণ কৰা পৰিলক্ষিত হয়।

সোণোৱালসকলে বিভিন্ন জাতৰ ধান খেতি কৰে। মাটিৰ পৰিমাণ কম থকা লোকে সাধাৰণতে আহু আৰু শালি খেতি কৰে। উল্লেখযোগ্য যে আহুধানৰ খেতি কৰিলে শাওণ আৰু ভাদ মাহত সেই ধান দাই পুনৰ একেডোখৰ মাটিতে শালিধানৰ খেতি কৰিব পাৰি। তেতিয়া ধানৰ উৎপাদন বৃদ্ধি পায় আৰু খাদ্যৰ নাটনিৰ পৰা ৰক্ষা পৰে। কিন্তু শালি ধানৰ খেতি বছৰত এবাৰহে কৰিব পাৰি। শালি ধানৰ খেতিত সুৱাগমণি, মালভোগ, বিভিন্ন জাতৰ বৰা (কাতি বৰা, বৰা), ভিন্ন জাতৰ জহা (কণজহা ইত্যাদি), শ'লপনা, নেকেৰা, বগীলাহি, জাহিঙা, আহোম শালি, বাটকপাহী, মনোহৰ শালি, ঝিঙনী, কৰশালি, বাওধান (ভূঁই ৰুব নোৱাৰা দ আৰু পানীৰ সোঁত থকা খেতিপথাৰত এই ধান সিঁচি দিয়া হয়, ইয়াৰ গা-গছ তুলনামূলকভাৱে ডাঙৰ আৰু পানীত টিকি থাকিব পাৰে) আদি উল্লেখযোগ্য। বৰ্তমান কৃষি প্ৰযুক্তিৰ সহায়ত সৃষ্ট উন্নত জাতৰ ৰঞ্জিত, বাহাদুৰ, পংকজ, বাচ আদি বৰ্ণসংকৰ ধানৰ খেতিও কৰে। তেনেদৰে আলু, কচু, সৰিয়হ, বেঙেনা, জলকীয়া ইত্যাদি নানান ৰবি শস্যৰ খেতি কৰি নিজে খোৱাৰ উপৰি বিক্ৰী কৰি দুপইচা ঘটে।

সোণোৱাল কছাৰীসকলৰ কৃষি কৰ্মত দুটা দিন বিশেষভাৱে উল্লেখযোগ্য : সেইয়া হ'ল - প্ৰথম ভূঁই ৰোৱা দিনটো ন-ভূঁই দিন বুলি কোৱা হয় আৰু দ্বিতীয়তে পথাৰৰ পৰা ধান-চপোৱাৰ শেষ দিনটো যাক লখিমী অনাৰ দিন বুলি কোৱা হয়। পথাৰত ন-ভূঁই ৰুবৰ দিনা পূব দিশত পথাৰ-আলিৰ কাষত কচুপুলি এটা, তৰাগছ এজোপা ৰুই তৰাগছৰ পাতৰ গুৰিত কপাহ গুজি দিয়ে। মাটি-মাহ, চাউল, লেটেকু,

পনিয়ল, হেলচ গুটি, পাণ-তামোল এযোৰ আৰু বন্তি এগছি জ্বলাই পথাৰ শস্যৰে নদন-বদন হৈ উঠিবৰ কাৰণে প্ৰাৰ্থনা কৰি ঋলৈ আৰম্ভ কৰা হয়। সেইদিনা সাধাৰণতে হাউৰী মতা হয়। ঋৱনী-হালোৱা সকলোকে হাঁহ বা কুকুৰাৰ মাংসৰ সৈতে ছেৰা দিয়া বৰা ভাত (ভাপত সিজোৱা) আৰু মাটি মাহৰ দাইল, চাউলৰ পৰা বনোৱা মদ খাবলৈ দিয়া হয়। তেনেদৰে লখিমী অনা দিনটোৰ কথা ক'ব পাৰি। সেইদিনা তিনিজোপা ধানগছ একেলগে আগভীয়াকৈ বান্ধি থোৱা হয়। বাকী ধান দাই শেষ হোৱাৰ পাছত বান্ধি থোৱা ধান গছ তিনিজোপাৰ গুৰিত চাকি এগছ জ্বলাই একেলগে দাই এটা মুঠি বান্ধি বা গছ কেইজোপা সম্পূৰ্ণৰূপে উভালি কান্ধত লোৱা ধানৰ ডাঙৰি বা মূৰত উঠাই বগা কাপোৰেৰে ঢাকি ঘৰলৈ অনা হয়। ইয়াকে লখিমী অনা বোলে। ঘৰ পোৱাহিৰ পাছত ভৰাঁলৰ মুখত ঘৰৰে এজনে লখিমী অনাজনৰ ভৰি ধুৱাই দিয়াৰ পাছত আনোঁতাজনে একেবাৰে ভৰাঁলৰ ভিতৰৰ নিৰ্দিষ্ট ঠাই এডোখৰত লখিমী থৈ আহেগৈ আৰু তাত চাকি-বন্তি জ্বলাই থোৱা হয়। উল্লেখযোগ্য যে পথাৰৰ পৰা ঘৰলৈ লখিমী আনোতে বাটত আনোতাজনে মুখেৰে মাত মতা আৰু ইফালে সিফালে চোৱা নিষেধ। কোনো কোনোৱে মূৰ আৰু মুখ ঢাকি লয়। নহ'লে লখিমী আঁতৰি যায় বুলি বিশ্বাস কৰা হয়। এই দুয়োটা কামতে পুৰুষ-তিৰোতা উভয়ে অংশগ্ৰহণ কৰিব পাৰে আৰু দুয়োটা দিনতে ধান বিক্ৰী কৰা, টকা-পইচা বা যিকোনো সামগ্ৰী আনক দিয়াটোও নিষেধ।

## ৩.৩ খাদ্য প্ৰণালী ঃ

সোণোৱালসকলৰ নিজা খাদ্য-প্ৰণালী আছে। ভাত তেওঁলোকৰ প্ৰধান খাদ্য। আৰৈ আৰু উহোৱা দুয়োবিধ চাউলকে ব্যৱহাৰ কৰে। তাৰ লগত মাছ-মাংস, কণী, নানান ধৰণৰ শাক-পাচলি আৰু ফলমূলৰ আঞ্জা ইত্যাদি খোৱা হয়। স্বাদ আৰু গুণাগুণ অনুসৰি সোণোৱালসকলে ব্যৱহাৰ কৰা ব্যঞ্জনৰ তালিকাখন এইধৰণৰ - তিতা, টেঙা, পোৰা, খাৰ, পাতত দিয়া পিটিকা, ভাপত দিয়া, উহোৱা আৰু কেঁচাই খোৱা। বিভিন্ন ব্যঞ্জনৰ বাবে ঘৰৰ বাৰীত উৎপাদিত শাক-পাচলিৰ উপৰিও হাবি-বননিৰ পৰাও নানাবিধ খাদ্যবস্তু সংগ্ৰহ কৰা হয়। নাফু (কাঠফুলা), মেচাকী, মেজেঙা, চেংমৰা, টিকনি লতা, কচু, ঢেকীয়া, নেফাফু, মাণিমুনী, মচন্দৰী, মেটেকা, জিলমিল, কলমৌ, খুতুৰা, কুকুৰা ঠেঙীয়া, মাটিকাদুৰী, টেঙেচী (চাডেৰী), তিতাকুচি, বনজলকীয়া, বাৰী সুন্দৰী, ভেকুৰী, নলটেঙা, ভেদাইলতা, হেলচী, নৰসিংহ, নিমপাত, ডিমৰু পোখা, ঔ-টেঙা, থেকেৰা, বগৰী, বাঁহ গাজ, বেত গাজ, বনকল, ওকলতি,





বনকুঁৱৰী, তৰা গাজ, বিবিধ বনৰীয়া আলু, বনৰীয়া মাহ, ভোল, বনৰীয়া কেৰেলা, মালভোগ বন, মধু সালেং, চুতীয়া লফা, বন পালেং ইত্যাদি অনেক পাচলি হাবি বনৰ পৰাই সংগ্ৰহ কৰা হয়। তেনেদৰে ঘৰুৱাভাৱে উৎপাদিত শাক-পাচলিসমূহ হ'ল - মাটি মাহ, মগু মাহ, দাংবড়ি, চিম (উৰহী), ৰহৰ, লাউ, কোমোৰা, জিকা, ভোল, বিলাহী, বেঙেনা, ৰঙা কোমোৰা, গুটি আলু, লাই, লফা, পালেং, বাবৰি, মূলা, নানাবিধ কবি, সৰিয়হ, ভাত কেৰেলা, তিতা কেৰেলা, ভেন্দি, মৰিচা, গাজৰ, টেঙা-মৰা, মিঠা-মৰা, তিয়ঁহ, পটল, স্কোৱাছ, ধুন্দুলী, তুৰৈ, পুৰৈশাক, চজিনা, অমিতা, কলডিল, কচুআলু, কাঠআলু ইত্যাদি।

বনৰীয়া আৰু ঘৰুৱাভাৱে উৎপাদিত খাদ্য দ্ৰব্যৰ আধাৰত প্ৰস্তুত কৰা সোণোৱালসকলৰ পৰম্পৰাগত আঞ্জা বা ব্যঞ্জনসমূহ এনেধৰণৰ - ভাপত দিয়া বা ছেৰা দিয়া বৰা চাউলৰ ভাত, বাঁহৰ গাজৰ পৰা প্ৰস্তুত কৰা খৰিছা, বাঁহৰ গাজটেঙা, গাত বেপি তাত নিমখ সানি শালিত দি জুইত পোৱা গৰৈ-কাৱৈ-মাগুৰ আদি মাছৰ পিটিকা, জুইত শুকোৱা মাছ খুন্দি গুড়ি কৰি বাঁহৰ চুঙাত থৈ কৰা শুকান মাছৰ শুকতি, কুমলীয়া বাঁহৰ চুঙাত সিজোৱা বৰা চাউলৰ চুঙা চাউল, ভাপত দিয়া ধুম পিঠা, বৰ পিঠা, মাটি মাহৰ জাবৰি পুৰি তৈয়াৰ কৰা খাৰ বা ভীম-আঠিয়া কলৰ বাকলিৰ পৰা তৈয়াৰ কৰা কলাখাৰ দি বনোৱা মাটি মাহৰ আঞ্জা, শ'ল মাছৰ লগত মূলাৰ জাল দিয়া আঞ্জা, হালধি বা তৰাপাতত সৰু দৰিকণা মাছৰ পিটিকা, কুমলীয়া ঔ-টেঙা আৰু ঢেকীয়া দি বনোৱা ঢেকীয়া জেলেঙা, এড়ি-মুগাৰ লেটা সিজোৱা বা ভজা, পাতিহাঁহৰ মাংসৰ সৈতে বাঁহগাজ ভজা, আমৰলি পৰুৱাৰ টোপ ভজা, পাৰ মাংসৰ লৈতে কলডিলৰ ভাজি ইত্যাদি।

লোণ-তেলেৰ ব্যৱহাৰৰ উপৰিও আঞ্জা সুস্বাদু আৰু সুৰুচি কৰিবলৈ নানা ধৰণৰ মা-মচলাৰ ব্যৱহাৰ কৰা হয়। আদা, জলকীয়া, জালুক, পিপলি, ধনীয়া, ৰচুন বা নহৰু, পণৰু, হালধি আদি ঘৰতে উৎপাদিত মচলাজাতীয় দ্ৰব্যৰ ব্যৱহাৰ কৰাৰ লগতে তেজমুই, নিমেদুং বা মেমেধু, জাচলেং গুটি, তেজপাত ইত্যাদি বনৰীয়া মচলাৰ ব্যৱহাৰ কৰা হয়। এইবিলাকৰ উপৰিও আজিকালি বজাৰত সুলভ জিৰা, চ'ফ, মিঠী, কালজিৰা আদিও ব্যঞ্জনত দিয়া হয়।

উক্ত পৰম্পৰাগত খাদ্যসমূহৰ বাদে সোণোৱালসকলৰ অন্যান্য খাদ্যাভাস বৰ্তমান অসমীয়া সামূহিক খাদ্য প্ৰণালীৰ সৈতে প্ৰায় একে।

## ৩.৪ গৃহ নিৰ্মাণ প্ৰণালী ঃ

সামাজিক প্ৰাণী হিচাপে সোণোৱাল কছাৰীসকলে সমাজ পাতি বসবাস কৰিবলৈ লোৱাৰে পৰা নিজ নিজ বাসস্থান ভৌগোলিক পৰিবেশ আৰু প্ৰাকৃতিক সম্পদৰ ভিত্তিত ঠিক কৰি লৈছিল। পৰিপাটিকৈ এখন ঘৰ সাজি, বাৰী পাতি জীৱন নিৰ্বাহ কৰাটো সোণোৱালসকলৰ চিৰন্তন প্ৰথা। তেওঁলোকৰ আদিমতম হাইদাং হুঁচৰি গীতত গৃহ-নিৰ্মাণ প্ৰণালীৰ স্পষ্ট আভাস পোৱা যায় -

পূৰে ভৰাঁল।
পশ্চিমে গৰাঁল।।
উত্তৰে চৰু।
দক্ষিণে গৰু।।

অৰ্থাৎ পূবদিশত শস্যৰ ভৰাঁল, পশ্চিম ফালে হাঁহ-পাৰ, কুকুৰাৰ গৰাঁল, ছাগলীৰ গৰাঁল, গাহৰিৰ গৰাঁল, উত্তৰ দিশত মজিয়া অৰ্থাৎ ভাত ৰন্ধা কোঠা আৰু দক্ষিণ দিশত গৰুৰ গোহালি নিৰ্মাণ সোণোৱাল কছাৰীসকলৰ গ্ৰাম্য জীৱনৰ অন্যতম বৈশিষ্ট্য। তদুপৰি ঘৰৰ চাৰিওফালে নলা খান্দি তাৰ কাষত জেওৰা দি সোঁমাজত ঘৰ সজাৰ নিয়ম প্ৰচলিত। তাৰ চাৰিওফালে উল্লেখিত ভৰাঁল, গৰাঁল, গোহালি আদি থাকে। সাধাৰণতে বৰঘৰটো পূৱমুৱাকৈ আৰু মাৰল ঘৰটো উত্তৰা-দক্ষিণাকৈ সাজে। বৰঘৰৰ পূবত উত্তৰ দিশত ভাত ৰন্ধা মজিয়া ঘৰ থাকে। ঘৰটোৰ সন্মুখত এখন চোতাল থাকে। এই চোতালৰ ফালৰ পৰা মাৰল ঘৰত সোমোৱাৰ এখন দুৱাৰ থাকে। জুইশাল এখনো থাকে। চাহ-জলপান আদি জুইশালতে কৰা হয়, ঠাণ্ডা দিনত জুইৰ সেক লোৱা হয়। এই জুইশালখন মাৰল ঘৰতে থাকে। মাৰল ঘৰটো আলহী-অতিথি আহিলে বহা বা আদৰ-আপ্যায়নৰ বাবে ৰাখে। সোণোৱালসকলৰ মজিয়া বা পাকঘৰত প্ৰৱেশ নিষেধ। শৰণ লোৱাসকলে আৰু বিবাহিতা নাৰী বা পুষ্পিতা ছোৱালীয়ে গা-নুধুৱাকৈ পাকঘৰত সোমাব নাপায়। মাৰল ঘৰৰ পৰা মজিয়া বা পাকঘৰলৈ অহা-যোৱা কৰা এটা দীঘল বাট থাকে। ইয়াক দীঘলী বাট বোলে। ঘৰৰ দুৱাৰসমূহ পূবা-পশ্চিমাকৈ আৰু খিৰিকীসমূহ উত্তৰা-দক্ষিণাকৈ ৰখা হয়।

গৃহ নিৰ্মাণ কাৰ্যত সোণোৱালসকলে বৰ খুটা, পালি খুটা, মধুচ খুটা, চ'তি, ফুল চ'তি, মাৰলি, দমৰা, কেঞ্চি, ৰুৱা, মটাৰুৱা, বেৰ, কামি, ককিলা বা জেঠি আদি গছ-বাঁহৰ পৰা তৈয়াৰ কৰি লোৱা কাঠ-বাঁহৰ সামগ্ৰী ব্যৱহাৰ কৰে। চালিৰ বাবে উলুখেৰ, শৰণখেৰ ব্যৱহাৰ কৰে। খেৰৰ সলনি নৰা ব্যৱহাৰ কৰাও দেখা যায়। বৰ্তমান খেৰ-বাঁহৰ নাটনিৰ বাবে টিনপাতৰ চালিঘৰ আৰু অৰ্থনৈতিকভাৱে





টনকিয়ালসকলে পকীঘৰ সাজি বসবাস কৰে।

### ৩.৫ কুটীৰ শিল্প ঃ

কুটীৰ শিল্পত সোণোৱাল কছাৰীসকলৰ সুকীয়া স্থান আছে। এই কুটীৰ শিল্প হ'ল জনজীৱনত দৈনন্দিন জীৱনত প্ৰয়োজন সাপেক্ষে সৃষ্টি কৰি লোৱা সামগ্ৰী বা সম্পাদসমূহ। তদুপৰি এনে কিছুমান সামগ্ৰী সোণোৱালসকলৰ আছে যিবোৰত নিজস্ব সংস্কৃতি জড়িত হৈ আছে। কৃষিৰ সজুলি নিৰ্মাণৰ পৰা বয়ন শিল্পলৈকে সোণোৱালসকলৰ নিজা পৰম্পৰা আছে। গৃহনিৰ্মাণ কাৰ্যত ব্যৱহৃত পূৰ্বোল্লিখিত বিভিন্ন কাঠ-বাঁহ-বেতৰ সামগ্ৰীৰ উপৰিও আন বহুতো পৰম্পৰাগত সামগ্ৰী আছে। বাঁহ-বেতৰ নানান আচবাব (চকী, মূঢ়া, শোৱা চাং ইত্যাদি), আহাৰ প্ৰস্তুতকৰণৰ লগত জড়িত সামগ্ৰী (চাম কাঠৰ চাৰিচুকীয়া দুয়ো কাষত হাতেৰে ধৰিব পাৰাকৈ খাজ কটা ডাঙৰ তলীয়া য'ত সাধাৰণতে ভোজ বা সবাহৰ ভাত ৰখা হয় আৰু কেতিয়াবা সৰহ পৰিমাণৰ গাৰীবো ৰখা হয়, গাহৰিক দানা দিবৰ বাবে নিৰ্মাণ কৰা 'ডকৰা' পাত্ৰ, মদ তৈয়াৰ কৰিবৰ বাবে নিৰ্মাণ কৰা খটোৱা, হাঁহকণীৰ আকাৰৰ কাঠৰ হেঁতা যিখন হেঁতাৰে সোণোৱাল সমাজত বিয়াৰ পাছত ন-কইনাই ভাতৰ চৰু দিয়াৰ দিনা ভাত-আঞ্জা বিলায়), চিকাৰৰ সজুলি (কৰফাই বা ফাকধেনু, জোং, দা, মিট, ঘুঁৰলি, বিয়ামাৰি, টঙাল, বাঁহৰ কাঠিৰে সজা কঠীয়া টোম ইত্যাদি), ধৰ্মীয় কাম-কাজত ব্যৱহৃত সজুলি (ঠগা, গছা, শৰাই, মণিকূট আদি)ৰ উপৰিও দৈনন্দিন জীৱনত ব্যৱহৃত ঢেঁকী, খুন্দনা, নাও, ধোৱা চাং, ঢাৰি, পীৰা, ঢৰা ইত্যাদি সোণোৱালসকলৰ কুটীৰ শিল্পৰ অনুপম নিদৰ্শন।

বয়ন শিল্পৰ ক্ষেত্ৰত দেখা যায় যে ঘৰতে এড়ি পলু পুহি সূতা কাতি তাঁত বৈ এড়ীচাদৰ তৈয়াৰ কৰি লয়। এই কাপোৰ জাৰৰ দিনত উম পাবৰ বাবে গাত লয়। তেনেদৰে পুৰুষে চোমনিবাৰী পাতি মুগা পোহে আৰু তিৰোতাই মুগা লেটাৰ পৰা সূতা উলিয়াই মুগাৰ ৰিহা-মেখেলা বয়। আকৌ কপাহী চাদৰ মেখেলা, চেলেং চাদৰ, একেথিয়া, ধুতি, খনীয়া কাপোৰ, গামোছা ইত্যাদিও সোণোৱাল তিৰোতাই বয়। আনহাতে ফটা কাপোৰ ছিৰি ঠাণ্ডাত ল'বৰ বাবে কথাঁ বোৱা হয়।

সোণোৱাল কছাৰীসকলৰ সমাজ-সংস্কৃতিত বয়ন শিল্পৰ গুৰুত্বপূৰ্ণ ভূমিকা আছে। ঘৰখনলৈ ন-কইনা অনাৰ পাছত পোন প্ৰথমে তাঁতশালত বৰ কাপোৰ (আহল-বহল, দীঘল উকা কাপোৰ) ববলৈ দিয়া হয়। তাৰ পাছতহে আন কাপোৰ বোৱাৰ নিয়ম। এইয়া সোণোৱালসকলৰ এক পৰম্পৰা।

**৩.৬ উৎসৱ-অনুষ্ঠান ঃ**

কৃষিজীৱী হোৱা বাবে সোণোৱালসকলৰ মাজত কৃষিভিত্তিক উৎসৱ-অনুষ্ঠানৰ প্ৰচলন আছে। ৰাজহুৱাভাৱে নামঘৰত পতা লখিমী সবাহ, ন-খোৱা আদি এইক্ষেত্ৰত অন্যতম। তেনেদৰে অন্যান্য অনুষ্ঠানৰ ভিতৰত ধৰ্মকেন্দ্ৰিক উৎসৱ-অনুষ্ঠান হিচাপে আই সবাহ, গোপিনী সবাহ, বাটৰ সবাহ ইত্যাদিৰ কথা ক'ব পাৰি। হিন্দুৰ তেত্ৰিশ কোটি দেৱ-দেৱীৰ পূজা কৰাৰ পৰম্পৰাই কৈৰাত ধৰ্মৰ এই লোকসকলৰ মাজত প্ৰৱেশ কৰে। সেয়ে নানান অপায়-অমঙ্গল বা বাধা-বিঘিনিৰ পৰা ৰক্ষা পাবলৈ তেত্ৰিশ কোটি দেৱ-দেৱীৰ বিভিন্নজনক পূজা দিয়ে। আনহাতে পূৰ্বৰ কৈৰাত ধৰ্মৰ উৎসৱ অনুষ্ঠানো পালন কৰে। বাইথ' পূজা, গজাই-মনাই পূজা, কেচাইখাতী গোসানীৰ পূজা এই ক্ষেত্ৰত অন্যতম। আকৌ ধৰ্ম বহিৰ্ভূত অনুষ্ঠান হিচাপে ক্ষত্ৰিয় পূজাৰ কথা ক'ব পাৰি। সোণোৱাল কছাৰীসকলৰ গণৰাজ্যসমূহৰ ৰাষ্ট্ৰনায়কসকলে সৈন্য-সামন্ত লৈ যুদ্ধলৈ যোৱাৰ আগে আগে ক্ষত্ৰিয় পূজা অনুষ্ঠিত কৰিছিল। যুদ্ধত জয়ী হোৱাৰ কামনাৰে এই পূজা পতা হয়। পূৰ্বৰ হেমালী বা হালালী ৰাজ্যত এই পূজাৰ প্ৰচলন আছিল। বৰ্তমানেও এই পৰম্পৰা ৰক্ষা কৰি ডিব্ৰুগড় জিলাৰ চহৰীকটা আৰু জামিৰা টেপৰ গাঁৱত এই পূজা পতা হয়। সেইদৰে গৰু-ছাগলী-ম'হ আদিৰ কুশল কামনা কৰি গৰখীয়া সবাহ, গৰখীয়া ভোজ পথা হয়। তেনেদৰে বুঢ়া পোহা, কুলাবুঢ়ী নাচ, আয়ু তোলা আদি অনুষ্ঠানক ধৰ্ম বহিৰ্ভূত উৎসৱ অনুষ্ঠানৰ ভিতৰত ধৰা হয়।

বিহু অসমীয়াৰ জাতীয় উৎসৱ। আন অসমীয়া লোকৰ দৰে সোণোৱাল কছাৰীসকলেও বিহু উৎসৱ পালন কৰি অহা পৰিলক্ষিত হয়। অৱশ্যে এইক্ষেত্ৰত জনগোষ্ঠীটোৰ নিজা বৈশিষ্ট্য বিদ্যমান। এই প্ৰসঙ্গত প্ৰথমে খিন্ ভঙা অনুষ্ঠানৰ কথা ক'ব পাৰি। ব'হাগ বিহুত সৰু বিহুৰ দিনা কিছুমান সোণোৱাল কছাৰীৰ ঘৰত মাহ-চাউল বা ভজা বৰা চাউলৰ লগত গুৰ-গাখীৰৰ জলপান তৈয়াৰ কৰি ভকতক কলপটুৱাৰ ডোঙত খুৱাই পাণ-তামোল আগবঢ়াই সেৱা কৰি আশীৰ্বাদ লৈ খিন্ ভাঙে। যিবিলাকে খিন্ নাভাঙে সেইসকলে গধূলি মৃতকক দিয়ে। বনৌষধিৰ সহায়ত ঘৰতে বৰা চাউলৰ পৰা তৈয়াৰ কৰা থলুৱা মদ আৰু ৰঙা কুকুৰা মাংস আদি ঘৰখনৰ পূৰ্বপুৰুষসকলৰ উদ্দেশ্যে আগবঢ়োৱা হয়। আন কিছুমানে পিঠাগুড়িৰে ঘৰৰ চৌহদৰ ভিতৰত পীৰ দিয়ে। এই পিঠাগুড়ি কলপটুৱাৰ পৰা সজোৱা কলডোঙত দিয়ে। লগতে কাটি লোৱা তামোল-পাণ জোৰা-জোৰকৈ আগবঢ়াই শলিতা জ্বলোৱা





হয়। দ্বিতীয়তে বিহু উপলক্ষে ঘৰে ঘৰে যি হুঁচৰি গোৱা হয় সেই কাৰ্যত আন জনগোষ্ঠী বা সম্প্ৰদায়ৰ লগত পাৰ্থক্য আছে। সোণোৱালসকলে হুঁচৰি গাবলৈ গ'লে পাবযুক্ত এডাল দীঘল বাঁহ (টকা মাৰি)ত হাত টকা মাৰিৰে ঢোলৰ ছেৱে ছেৱে বজায়। ইয়াক দুটা খুঁটাৰ ওপৰত থোৱা হয়। তিনিডালকৈ সৰু আৰু চুটি গোটা বাঁহ এমূৰে বান্ধিলৈ নবন্ধাকৈ থোৱা ফালৰ বাঁহেৰে ত্ৰিভুজাকৃতিত মাটিত খোপনি পুতিব পৰাকৈ খুটা দুটা প্ৰস্তুত কৰা হয় আৰু তাতেই টকা মাৰিডাল তুলি ঢোল-তালৰ লহৰে লহৰে হুঁচৰি গীত গাই থাকোঁতে বজোৱা হয়। উল্লেখযোগ্য যে দুটাকৈ পাবযুক্ত মুঠ ছটা খুটি অৰ্থাৎ ছয় ঋতু আৰু বাৰ মাহত কোনো অপায়-অমঙ্গল নহ'বৰ বাবে এই হুঁচৰি গোৱা হয়। অৱশ্যে শদিয়াৰ ফালৰ সোণোৱাল কছাৰীসকলে টকামাৰিডাল এনেকুৱা এটা খুটাৰ ওপৰত এফালে থয় আৰু আনটো মূৰ মাটি স্পৰ্শ কৰি থাকে। এই দীঘল টকামাৰি ডালক পাৰ্বতীৰ ৰাজহাড়ৰ প্ৰতীক হিচাপে গণ্য কৰা হয়।

তৃতীয়তে, কাতি বিহুত সোণোৱালসকলে পথাৰৰ ধাননিৰ মাজত, পদূলিৰ মূৰত চাকি জ্বলাওঁতে ঔ টেঙাৰ বঙ (বাকলি) এৰুৱাই তাতে তেল ঢালি শলিতা দি প্ৰস্তুত কৰা চাকিগছ বাঁহৰ খুটা এটাৰ ওপৰত খাজ কাটি তাতে জ্বলোৱা হয়। অৱশ্যে তুলসী তল বা ঘাইঘৰৰ চাকিগছ কলপাতৰ ওপৰত থোৱা হয়।

চতুৰ্থতে, মাঘৰ বিহুৰ উৰুকাৰ দিনা সোণোৱাল কছাৰীসকলৰ মাজত তঙালেৰে বাৰীৰ গছ-গছনি, ঘৰৰ তাঁতশাল, ঢেঁকী আদি বান্ধি ৰখাৰ নিয়ম প্ৰচলিত। তেওঁলোকে বিশ্বাস কৰে যে এনেদৰে বান্ধিলে ঘৰ-দুৱাৰ, বাৰীৰ গছ-গছনি ধুমুহা-শিলাবৃষ্টিৰ পৰা ৰক্ষা পৰে আৰু ফলমূল আদি উৰ্বৈনদী হৈ পৰে।

**৩.৭ পৰিয়াল ব্যৱস্থা ঃ**

সোণোৱালসকলৰ পৰিয়াল ব্যৱস্থাৰ প্ৰতি লক্ষ্য কৰিলে দেখা যায় যে অতীজৰে পৰা এই লোকসকলৰ মাজত যৌথ পৰিয়ালকেন্দ্ৰিক ব্যৱস্থাৰ প্ৰচলন হৈ আহিছে। পৰিয়ালৰ মূল ব্যক্তি হিচাপে পিতাকৰ স্থান সবাতোতকৈ আগত। ঘৰখনত জন্মৰ ওপৰত নিৰ্ভৰ কৰিয়েই জ্যেষ্ঠতা নিৰূপণ কৰা হয়। ৰাজহুৱা কাম-বন বা ঘৰখনৰ পৰিচালনাত মূল মানুহজনৰ মত সাপেক্ষেহে সিদ্ধান্ত গ্ৰহণ কৰা হয়। সেয়ে ঘৰখনৰ মূল ব্যক্তিজনৰ গুৰুত্ব অতি বেছি। পৰিয়াল-ব্যৱস্থাৰ প্ৰসঙ্গত বংশ পৰম্পৰাৰ কথাও ক'ব পাৰি। বংশ পৰম্পৰা সোণোৱালসকলৰ জনগোষ্ঠীটোৰ ৰক্ষা কৱচ। সোণোৱালসকলৰ মাজত সাতটা খেল, ২৬ টা বংশ আৰু ১০৪ টা

সঁচ বা পৰিয়াল আছে -

৩.৭.১ খেল ঃ

উজনি কুচীয়া, নামনি কুচীয়া, টিপমীয়া, ঢুলীয়াল, অমৰাবৰীয়া, চিৰিপুৰীয়া, বালিখিতিয়াৰী।

৩.৭.২ বংশ ঃ

সোণোৱাল কছাৰীসকলৰ ৰীতি-নীতি মতে একোজন আদিম পুৰুষৰ নামৰ পৰাই একোটা বংশৰ নামকৰণ আৰু তাৰ পৰিপুষ্টি সাধন হৈছে। এওঁলোক হালালি গণৰাজ্যৰ একো একোজন নায়ক। কৰ্ম বিভাগ অনুযায়ী এওঁলোকক খিতাপ দিয়া হৈছিল। সোণোৱালসকলৰ হাইদাং গীতত স্থান পোৱা ১৪ জন এনে প্ৰতাপী প্ৰবাদ পুৰুষৰ নামানুসাৰে ১৪ টা মূল বংশ পোৱা যায়। -

| | |
|---|---|
| মন্ত্ৰী | ঃ মদন-আফা-মদনফাৰ-মদনীয়াল বংশ। |
| ৰাজপুৰোহিত | ঃ মানিক-আফা-মাণিকফাৰ-মানিকীয়াল বংশ। |
| ৰজা বা ৰাষ্ট্ৰনায়ক | ঃ হগ্ৰা-আফা-হগ্ৰাফাৰ-হগ্ৰাল বংশ। |
| পালিৰজা বা যুৱৰাজ | ঃ মুক্তা-আফা-মুক্তাফাৰ-মুক্তাল বংশ। |
| সেনাপতি | ঃ বৰহজং-আফা-বৰহাজংফাৰ-বৰহাজোৱাল বংশ। |
| পালি সেনাপতি | ঃ সৰজং-আফা-সৰুহাজংফাৰ-সৰুহাজোৱাল বংশ। |
| দেৱদ্বাৰৰ দুৱৰী | ঃ ফৰমা-আফা-ফৰমাফাৰ-ফৰমাল বংশ। |
| ৰাজদ্বাৰৰ দুৱৰী | ঃ কুমৰ-আফা-কমৰাফাৰ-কুমৰাল বংশ। |
| থল সেনাপতি (যুজাৰু) | ঃ এজম-আফা-এজমাফাৰ-এজ্মাল (এহ্মাল) বংশ। |
| নৌ সেনাপতি (যুজাৰু) | ঃ ডিঙ-আফা-ডিঙাফাৰ-ডিঙাল (ডঙিয়াল) বংশ। |
| আন্তঃভাগৰ চোৰাংচোৱা | ঃ ঢেকাৰী-আফা-ঢেকাৰীফাৰ-ঢেকীয়াল বংশ। |
| বৰ্হিভাগৰ চোৰাংচোৱা | ঃ চট্ৰিও-আফা-চট্ৰিওফাৰ-চট্ৰিয়াল বংশ। |
| সৰৰজান | ঃ বৰম-আফা-বৰমাফাৰ-বৰমাল (আঠুৱাল) বংশ। |
| হিলৈভাৰী বা চিকাৰভাৰী | ঃ লাঠং-আফা-লাঠিংফাৰ-লাঠিয়াল বংশ। |

উক্ত মূল ১৪ টা বংশৰ উপৰিও আন ১২ টা বংশ পোৱা যায়। সেই বংশকেইটাৰ ইতিবৃত্ত এনেধৰণৰ - কিৰাত জনগোষ্ঠীৰ পূৰ্বোল্লিখিত ১২ টা ফৈদৰ উপৰিও সম্ভৱতঃ অন্য ফৈদৰ লোকেও প্ৰৱজন কৰি আহি ভাৰতৰ পূব প্ৰান্তত বসবাস কৰিছিলহি। সেই লোকসকলৰ লগত কিৰাত জনগোষ্ঠীৰ ১২ টা ফৈদৰ বৈবাহিক সম্বন্ধ স্থাপিত হৈছিল। বৈবাহিক সম্বন্ধৰ পাছত ৰক্তগত সম্পৰ্কৰ সৃষ্টি





হৈছিল। ইয়াৰ লগে লগে ধৰ্মীয় কাৰ্য-কলাপৰ জৰিয়তে জাতি গঠন প্ৰক্ৰিয়াও সুদৃঢ় হৈ পৰিছিল। ক্ৰমান্বয়ে এইসকল লোক আন আন ফৈদত মিলি যোৱাৰ দৰে সোণোৱাল কছাৰীসকলৰ স্বকীয় ৰীতি-নীতিত বিলীন হৈ পৰিছিল। তদুপৰি বড়ুহঁই (বড়ো কছাৰী), ডমহঁই (ডিমাচা কছাৰী) এই দুই কিৰাত গোষ্ঠীৰ লোকো বড়ুলঁই (সোণোৱাল কছাৰী) ৰ মাজত সেই সময়ত একেলগে ৰৈ গৈছিল। ফলস্বৰূপে সোণোৱাল কছাৰীসকলৰ মাজত মিশ্ৰিত জনগাঁথনি অনুসৰি আৰু কিছুমান নতুন বংশৰ সৃষ্টি হয় -

মুখ্ৰা - আফা - মুখৰাফাৰ - মুখৰাল বংশ।
শুক্ৰ - আফা - শুক্ৰাফাৰ - হুক্ৰাল বংশ।
ডেক্ৰাং - আফা - ডেক্ৰাংফাৰ - ডেক্ৰাল বংশ।
দলং - আফা - দলঙ্ফাৰ - দলঙীয়াল (দলংৰীয়াল) বংশ।
চুনীং - আফা - চুনীয়াফাৰ - চুনীয়াল বংশ।
হাকু - আফা - হাকুৰাফাৰ - হাকোৱাল বংশ।
দাংৰা - আফা - দাংৰাফাৰ - দংৰাল বংশ।
চুঙ্গি - আফা -চুঙ্গিফাৰ - চুঙ্গীয়াল বংশ।
ঢুলাং - আফা - ঢুলাংফাৰ - ঢুলীয়াল বংশ
ধাদুং - আফা - ধাদুংফাৰ - ধাদুমীয়াল বংশ।
বংক - আফা - বংকোফাৰ - বঙ্কোৱাল বংশ।
ঠেঙা - আফা - ঠেঙাফাৰ - ঠেঙাল বংশ।

সোণোৱাল কছাৰীসকলৰ বংশৰ নাম বুজোৱা শব্দবিলাকৰ মূল উৎস হ'ল সোণোৱাল কছাৰীসকলৰ জনগোষ্ঠীয় শব্দ সম্ভাৰ। উল্লেখিত 'আফা' শব্দৰ 'ফা' - 'ফাৰ' অসমীয়া মান্যাৰ্থ হ'ল পিতা অৰ্থাৎ পিতৃ। মুঠ কথাত সোণোৱাল কছাৰীসকলৰ বংশসমূহ পিতৃপ্ৰধান হোৱাৰ বাবে 'আফা', 'ফা'ৰ পৰা নামকৰণ হৈছে।

৩.৭.৩ সঁচ বা পৰিয়াল ঃ

সোণোৱালসকলৰ একোটা বংশৰ ৰক্তজাত সম্পৰ্কক সঁচ বা পৰিয়াল বুলি কোৱা হয়। এনে সঁচ বা পৰিয়াল সমূহক একোটা বংশৰ বংশলতা বুলিও কোৱা হয়। ই পিতৃ বংশৰ সন্তান-সন্ততিস্বৰূপ। একোটা বংশৰ ভিতৰুৱা সঁচ বা পৰিয়ালসমূহৰ মাজত বৈবাহিক সম্বন্ধ নিষিদ্ধ। চাৰিটাকৈ সঁচ বা পৰিয়ালৰ সমষ্টিৰে গঠন হোৱা এনে বংশসমূহৰ বংশলতাসমূহ হ'ল - লক্ষ্মনমাৰী, গুইৰী, পিঠাৰী, ডাকুলী,

বাগলাৰী, গাৰখাৰী, বালিখিতিয়াৰী, বাইথৰী, আখোৰাৰী, মাক্ৰাৰী, মুক্তালী, গেজেপী, শগুণ, মুৰাৰী, ধাক্‌নাৰী, ডেকাৰী, ওঝাৰী, খনিৰী, লগোৰাৰী, গেলেপী, হুকলী, খটাৰী, খাটোৱালী, জাৰলগাৰী, মেনাৰী, চেলেঙী, তাঙিৰী, নেজকটাৰী, ফাটোৱালী, পেদাৰী, ফালাৰী, শগুণমাৰী, লাপিত্ৰী, মুকুদুমী, চৰুৰী, তুহুৰী, তেপাৰী, এজলাৰী, লাঙিৰী, ঝিঙিৰী, লাৰাঙী, অকল শৰিয়াৰী, কোমৰাৰী, চৰলী, পিঙৰাৰী, মেৰাৰী, বাউলাৰী, বৰগিয়াৰী, তিতাৰী, কেকুৰাৰী, গাঠিৰী, দেমাৰী, তোবকিৰী, কলাৰী, লিকামিৰি, হাগুমিৰী, দুলুৰী, দাফ্‌লাৰী, কেওতাৰী, ব্ৰাধী, বৰঘিয়াৰী, বেটাৰী, হাটখোৱাৰী, তাৰাৰী, কেদালী, খেপৰাৰী, সৰু মাঝিৰী, ঢেকীয়ালী, মুখৰাৰী, কানভঙাৰী, যুঙিয়াৰী, পিকাৰী, যোটাৰী, লুকুৰী, নাকৰী, গেৰাৰী, চকুৱালী, কলাখোৱাৰী, ডেকৰনুৱাৰী, হাজাৰী, মেগ্‌লাৰী, বুঢ়ামুদৰী, বাই-লুঙুৰী, ঝপৰাৰী, আগাৰী, বুনিয়াৰী, টিপ্‌মীয়াৰী, শদিয়াৰী, ঘেৰাৰী, পলাসী, ধেহুয়াৰী, দেমখাৰী, লেহেৰী, মাটিয়াৰী, ধাদুমীয়াৰী, গড়পৰাৰী, চৈতাৰী, বাঁহৰবীয়াৰী, চবাইমাৰী, কেন্দাৰী, লেধাৰী, স্বৰ্গীয়াৰী, তেজীয়াৰী, ঘূনাৰী, ফুট্‌কাৰী।

৩.৮ **বিচাৰ ব্যৱস্থা ঃ**

সোণোৱাল কছাৰী জনগোষ্ঠীটোৰ মাজত নিজস্ব বিচাৰ ব্যৱস্থা আছে। সামাজিক বিচাৰত দোষীক খুটিমৰা প্ৰথা বা সমাজৰ পৰা এঘৰীয়া কৰা অপৰাধীক দণ্ড বিহা, শৰণাগত হোৱা আদি প্ৰথা প্ৰচলিত। সাধাৰণতে নামঘৰত বিচাৰ কৰা হয়। তদুপৰি নামঘৰত ভাগৰত স্থাপন কৰি বিচাৰ কাৰ্য চলোৱা হয়। সমাজৰ কোনো কোনোৱে এনে অপৰাধ কৰিলে সমাজে তেওঁলোকক এঘৰীয়া কৰে। পৰিয়ালৰ লোকে তাজ্য পুত্ৰ কৰি চৰু কেৰাহি ধুই চোৱা পেলাই শুচি হয়।

৩.৯ **জন্ম-বিবাহ-মৃত্যু সম্পৰ্কীয় ৰীতি-নীতি ঃ**

জন্ম-বিবাহ-মৃত্যু মানৱ জীৱনৰ চিৰন্তন প্ৰক্ৰিয়া। পুৰুষ-নাৰীৰ মিলন তথা যুগ্ম জীৱনৰ ফলত সন্তানৰ জন্ম হয়। সেই সন্তান ডাঙৰ-দীঘল হোৱাৰ পাছত বিবাহৰ জৰিয়তে জীৱন সঙ্গী নিৰ্বাচন কৰি বৈবাহিক জীৱনৰ পাতনি মেলে। লাহে লাহে সংসাৰ বৃদ্ধি হয় আৰু এদিন নশ্বৰ দেহ ত্যাগ কৰে।

৩.৯.১ **জন্ম ঃ**

সোণোৱাল কছাৰীসকলৰ জন্মৰ ক্ষেত্ৰত দেখা যায় যে নাৰী এগৰাকীয়ে গৰ্ভধাৰণ কৰা নমাহ হ'লে সোণোৱাল সমাজত প্ৰস্তুতি সবাহ পতা হয়। সুপ্ৰসৱ কামনা কৰি নিমন্ত্ৰিত চুবুৰীয়া গোপিনীসকলে পিঠাগুড়িৰে পিঠা তৈয়াৰ কৰি গ্ৰহণ





কৰাৰ পাছত গৰ্ভৱতী নাৰীগৰাকীক আশীৰ্বাদ দিয়ে। তদুপৰি সন্তান জন্ম হ'লে ঘৰত জীয়া চুৰা লাগে বুলি বিশ্বাস কৰা হয়। সেয়ে সন্তান জন্ম হোৱা সাত বা এঘাৰ দিনত শুদ্ধি সকাম পাতে। শুদ্ধিৰ দিনা কলপাতত এগছি বন্তি জ্বলোৱা হয়। গোবৰ, চাউল, পইচা, দুবৰি বন আৰু সন্তানৰ চেৱা চুলি খুৱাই গোবৰৰ এটা চাপৰি ঘূৰণীয়া পিঠাৰ দৰে বনাই লগত তামোল দুখন আৰু ধনুকাঁড় এখন যুক্ত কৰি বেৰত লিপিত খাই থকাকৈ মাৰি থয়।

৩.৯.২ **বিবাহ ঃ**

সোণোৱাল সমাজত বিবাহ দুই প্ৰকাৰৰ - (১) নোৱাই-তোলনি বিয়া আৰু (২) বৰবিয়া।

কন্যা সন্তান পুষ্পিতা হ'লে নোৱাই-তোলনি বিয়া পতা হয়। কন্যাকালৰ প্ৰথম চাৰিদিন লঘু আহাৰ দি উপবাস দিয়া হয় আৰু গা ধুওৱা হয়। নোৱাই-তোলনি বিয়া প্ৰথম ঋতুস্ৰাৱৰ সাতদিনৰ পিছত যিকোনো এটা বিযুৰীয়া দিন (৭ দিন, ৯ দিন ইত্যাদি) ত পতা হয়। সেইদিনা বেইৰ তলত গা ধুওৱা হয়। এই বেই সজাৰ নিয়মত সোণোৱালসকলৰ নিজা বৈশিষ্ট্য আছে। মাটিৰে সৰু ভেটি এটা তুলি চাৰিওফালে বাঁহৰ চাৰিটা খুটা পুতি খুটা চাৰিটাৰ ওপৰত ফুলকটা এডাল আগলিবাঁহৰ এটা মূৰ চাৰিফাল কৰি জোখত ফালি বহুৱাই দিয়ে। তাৰপাছত কলপটুৱাৰে গম্বুজ আকৃতিৰ এটা ধুনীয়া ঘৰ সাজে। ফুলকটা বাঁহডালৰ একেবাৰে আগত ভীমকলৰ ডিল গুজি দিয়া হয়। ডিলটোৰ মূৰত এখন ধনু-কাঁড়ৰ সৈতে এজনী চৰাই সাজি লগাই দিয়া হয়। বেইৰ কাষত কলপুলি এটা ৰুৱা হয়। ইয়াক দৰাৰ প্ৰতীক বুলি ভৰা হয়।

বৰবিয়াৰ ক্ষেত্ৰত দেখা যায় যে সোণোৱালসকলৰ মাজত সাধাৰণতে দুই ধৰণৰ বিবাহৰ প্ৰচলন আছে - (১) খোজা-বঢ়া কৰি পতা বিয়া আৰু (২) গন্ধৰ্ব বা পলুৱাই নি পতা বিয়া। দুয়োবিধ বিয়াৰ ক্ষেত্ৰতে অসমৰ আন জনগোষ্ঠীৰ লগত সাদৃশ্য দেখিবলৈ পোৱা যায়। অৱশ্যে এটা কথা উল্লেখযোগ্য যে সোণোৱাল সমাজত একে বংশৰ ভিতৰত বিবাহ নিষিদ্ধ। তদুপৰি দৰাই মাতৃ পৰিয়ালৰ লগত বৈবাহিক সম্বন্ধ স্থাপন কৰাটোও নিষেধ। এনে বিবাহ হ'লে দৰা-কইনাক সমাজচ্যুত কৰা হয়।

৩.৯.৩ **মৃত্যু ঃ**

সোণোৱাল সমাজত কোনো ব্যক্তিৰ মৃত্যু হ'লে নীতি-নিয়মৰ মাজেৰে

দাহ কৰা হয়। পূৰ্বৰ কৈৰাত ধৰ্ম মতে মৰাশ মাটিত পুতি ৰাখিব লাগে যদিও হিন্দু ধৰ্ম গ্ৰহণ কৰাৰ পাছত ইয়াক সৎকাৰ কৰা হয়। মৃত্যুৰ তিনিদিনলৈকে মৃত ব্যক্তিজনৰ পৰিয়ালে লঘোণ দিয়ে। তিনিদিনত তিলনি, দহদিনত দহা আৰু এমাহত বা এবছৰত শ্ৰাদ্ধ পাতে। বৰ্তমান কৰ্মব্যস্ততাৰ হেতু ১৩, ১৫, ১৭ - এনেকুৱা বিযুৰীয়া দিনতো শ্ৰাদ্ধ পতা হয়। শ্ৰাদ্ধৰ দিনা কেঁচা পিঠা, মাহ-প্ৰসাদ আৰু ভোজভাত খায়। নাম-প্ৰসঙ্গৰ উপৰিও কোনো কোনোৱে গায়ন-বায়নৰ ব্যৱস্থা কৰে।

**৩.১০ সাজপাৰ আৰু আ-অলংকাৰ ঃ**

সোণোৱাল কছাৰীসকলৰ পৰম্পৰাগত সাজ-পাৰ আৰু সেইয়া পৰিধানৰ নিয়ম আছে। নাৰীয়ে ৰিহা-মেখেলা, একেথিয়া, চাদৰ, টকয়া আদি পৰিধান কৰে। জীয়ৰী ছোৱালীয়ে মুগাৰ উকা মেখেলা বা সৰু ফুল থকা মেখেলা আৰু গাত ৰিহা লয়। ৰিহাৰ আঁচল আগফালে আনি বুকু ঢাকি খোচনি মাৰে। গাভৰু-বোৱাৰীসকলে মুগাৰ মেখেলা, বুকুত মেথনি আৰু মূৰত টকয়া বান্ধে। বয়সস্থা গৰাকীয়ে বুকুত মেখেলা, কঁকালত একেথিয়া মাৰে। পুৰুষৰ ক্ষেত্ৰত দেখা যায় যে ঘৰত বোৱা ধুতি আৰু দীঘল গামোচা পোন্ধমাৰি পিন্ধে, উৎসৱ-অনুষ্ঠান পাট-মুগা বা কপাহী কাপোৰৰ দীঘল চোলা, কান্ধত চেলেং চাদৰ আৰু কেতিয়াবা গামোচা লয়।

আ-অলংকাৰৰ ক্ষেত্ৰত ক'ব পাৰি যে সোণোৱাল কছাৰী নাৰীয়ে কাণত থুৰীয়া বা কেৰু আৰু হাতত মুঠি খাৰু পিন্ধে। নোৱাই-তোলনি বিয়াত মুঠিখাৰু পিন্ধাটো পৰম্পৰাগত ৰীতি। পুৰুষৰ ক্ষেত্ৰত আ-অলংকাৰ পৰিধান কৰা দেখা নাযায়।

**৪. ভাষা ঃ**

ভাষাৰ ক্ষেত্ৰত ইতিহাস ফঁহিয়াই চালে পৰিলক্ষিত হয় যে সোণোৱালসকলৰ ভাষা তিব্বত বৰ্মী বড়ো শাখাৰ অন্তৰ্গত আছিল। বিভিন্ন সময়ত বিভিন্ন কাৰণত গণৰাজ্য পাতি স্বকীয় জীৱন প্ৰণালীৰে বসবাস কৰি থকা এইসকল লোক বিচ্ছিন্ন হৈ ভিন্ন পৰিবেশ পৰিস্থিতিত জীৱন নিৰ্বাহ কৰিবলৈ লয়। ফলত তেওঁলোকৰ নিজা ভাষা বৰ্তি নাথাকিল।

সোণোৱালসকলৰ যে নিজৰ ভাষা আছিল তাৰ নিদৰ্শন সোণোৱাল কছাৰীসকলৰ বাইথ' পূজাৰ অন্তৰ্গত হাইদাং গীত আৰু হাইদাং হঁচৰি গীতত পোৱা যায়। এই গীতসমূহ সাধাৰণতে অসমীয়া ভাষাৰ ওচৰ চপা যদিও গীতবিলাকত ব্যৱহৃত অনেক শব্দই সোণোৱালসকলৰ দৈনন্দিন জীৱনত ভাবৰ আদান প্ৰদান





কৰিবলৈ যি ভাষা ব্যৱহাৰ কৰা হয় সেই কথিত ভাষাৰ লগত মান্য অসমীয়া ভাষাৰ শব্দ, শব্দৰ উচ্চাৰণ, ৰূপতত্ত্ব, অৰ্থতত্ত্ব আদি দিশত পাৰ্থক্য পৰিলক্ষিত হয়। সমগোত্ৰীয় যেন লাগিলেও বিভক্তি, ক্ৰিয়াপদৰ ব্যৱহাৰতো স্পষ্ট পাৰ্থক্য আছে। সোণোৱালসকলৰ মাজত থকা এই কথিত ভাষাৰ বৈশিষ্ট্যসমূহ ভাষাতাত্ত্বিক দৃষ্টিৰে ফঁহিয়াই চাব পাৰি -

**৪.১ ধ্বনিতত্ত্ব ঃ**

১. মান্য অসমীয়াৰ দুটা আখৰযুক্ত শব্দৰ প্ৰথম অক্ষৰত 'অ' ধ্বনি আৰু দ্বিতীয় অক্ষৰত 'আ' ধ্বনি থাকিলে সোণোৱাল কছাৰী ভাষাত প্ৰথম অক্ষৰৰ 'অ' ধ্বনিৰ ঠাইত 'আ' ধ্বনি হয়। যেনে - অকাল>আকাল।

২. মান্য অসমীয়াৰ 'অ' ধ্বনি সোণোৱাল কছাৰী উপভাষাত 'এ' ধ্বনিলৈ পৰিবৰ্তন হয়। যেনে - জবলা>জেবেলা।

৩. মান্য অসমীয়াৰ আদ্য অক্ষৰত 'ও' স্বৰধ্বনি থাকিলে সোণোৱাল কছাৰী উপভাষাত 'অ', 'আ' আৰু 'উ' লৈ ৰূপান্তৰিত হয়। যেনে - টোকোনা>টকনা, মৰাণ>মআন, গধুলি>গোধলি ইত্যাদি।

৪. মান্য অসমীয়াৰ 'জ' ধ্বনি সোণোৱাল কছাৰী ভাষাত 'ঝ' হয়। যেনে - উজাৰি>উঝৰি, জলকীয়া>ঝলকীয়া।

৫. কেতিয়াবা শব্দৰ মাজত থকা 'ৰ' ধ্বনি লুপ্ত ঘটে আৰু তাৰ ঠাইত 'উ' ধ্বনিৰ আগমন ঘটে। যেনে - বৰশী>বুশী। তেনেদৰে কেতিয়াবা 'উ' ৰ পৰিৱৰ্তে 'এ', 'ই' ধ্বনিৰ আগমন ঘটে। যেনে - চেৰেকি>চিকি, নাৰিকল>নায়িকল।

৬. স্থানবাচক আৰু ক্ৰিয়াবাচক শব্দৰ ক্ষেত্ৰত 'অ' ৰ ঠাইত 'উ' আৰু 'এ' ৰ সলনি 'ই' ধ্বনি ব্যৱহৃত হয়। যেনে - লক্ষীমপুৰ>লুখিমপুৰ, মেচু পথাৰ>মিচু পথাৰ, কৰিবি>কুইবি/কুবি।

৭. মান্য অসমীয়াৰ কিছুমান শব্দৰ 'ন' ধ্বনি 'ল' লৈ পৰিৱৰ্তন হয়। যেনে- নঙঠা>লঙঠা, নাংতা>লেংতা।

৮. মান্য অসমীয়াৰ কোনো এটা শব্দৰ প্ৰথম অক্ষৰৰ 'আ' ধ্বনি সোণোৱাল কছাৰী ভাষাত 'এ' ধ্বনিলৈ ৰূপান্তৰিত হয়। যেনে - খাজনা>খেজনা।

৯. মান্য অসমীয়াৰ 'ঔ' ধ্বনি সোণোৱাল কছাৰী ভাষাত 'অ' লৈ পৰিৱৰ্তন ঘটে। যেনে - ধোঁৱা>ধঙা।

১০. মান্য অসমীয়াৰ নামবাচক শব্দৰ শেষৰ অংশ উহ্য হৈ আনুনাসিকৰ

আগমন হৈ শব্দৰ অৰ্থ প্ৰকাশ কৰে। যেনে - কুঁহিয়াৰ>কুহে।

৪.২ ৰূপতত্ত্ব ঃ

৪.২.১ সোণোৱাল কছাৰীসকলৰ নিজা নিৰ্দিষ্টতাবাচক প্ৰত্যয় আছে। যেনে থক (থোকা), এছক (এখন/এছকল), ছিতি (এছকল), এফেলাং (এফাল), দখৰ (দোখৰ/টোকোৰা), চটা (চলা)।

৪.২.২ ক্ৰিয়া বিশেষণৰ ক্ষেত্ৰতো মান্য অসমীয়াৰ লগত পাৰ্থক্য পৰিলক্ষিত হয়। যেনে - কাহান (কাহানি), কেথেন (কেতিয়া), তাহান (তেতিয়া), পুৰৈ (পৰহি)।

৪.২.৩ ক্ৰিয়াৰ নঞৰ্থক ৰূপৰ ক্ষেত্ৰতো মান্য অসমীয়া আৰু সোণোৱাল কছাৰীৰ ভাষাৰ পাৰ্থক্য দেখা যায়। যেনে - নেখায়>নেখাং। সোণোৱাল কছাৰী ভাষাত অনুনাসিকতাৰ প্ৰৱণতা অধিক। সেয়েহে মান্য অসমীয়া শব্দৰ শেষৰ 'য়', 'ও'ৰ ঠাইত সোণোৱাল ভাষাত 'ং'ৰ ব্যৱহাৰ পৰিলক্ষিত হয়। যেনে - নলং, নিদং, নকৰং, নেমাতং ইত্যাদি।

৪.২.৪ বচনৰ ব্যৱহাৰৰ ক্ষেত্ৰতো প্ৰভেদ দেখা যায়। মান্য আৰু তুচ্ছাৰ্থত একে বচনকে ব্যৱহাৰ কৰা হয়। যেনে - খিনি (গৰুখিনি, মানুহখিনি), গাল (হাঁহগাল, ল'ৰাগাল)।

৪.২.৫ মান্য অসমীয়াত বৰ্তমান কৃদন্ত বুজাবলৈ ধাতুৰ পাছত যোগ দিয়া ওঁতা, ওঁতেৰে ঠাইত সোণোৱাল কছাৰী ভাষাত 'ঙতা', 'ঙতে' আদি ব্যৱহাৰ হয়। যেনে - কৰঙতা, খাঙতে।

৪.৩ শব্দভাণ্ডাৰ ঃ

লিখিত সাহিত্যিক নিদৰ্শন নাই যদিও বহুতো শব্দ স্বকীয়তাৰে সোণোৱাল কছাৰীসকলৰ কথিত ভাষাত ব্যৱহাৰ হোৱা দেখা যায় -

৪.৩.১ নামবাচক শব্দ ঃ

বাইথ'বা বাথৌ (শিৰ), নহু বা নিহু (নহৰু), হেঙন (হেঙুন), ঠৰম (লাই-মূলাৰ ফুলিৰ ধৰা নলা), ঠেংনি ছিগা (থোক ছিগা ধান), নিমলৌ (কঠীয়া তুলি অনাৰ পাছত এৰা কঠিয়াৰ পৰা হোৱা ধান), টকয়া (মহিলাসকলে মূৰত বন্ধা কাপোৰ), কেনজুলুকা (কুমজেলেকুৰা), খটা (কোঠা), কইতালি (পিৰালি/বাৰন্দা), ফাছি (পাছি), নিংলিদা (নাল নলগোৱা দা), নিংলিমাৰি (ঢেঁকীৰ শলখা), নেমেদু বা নিমদং (ধনীয়া), ককমা (পইতাচোৰা), চাংপাতাং (ব্ৰজপাত), হাঁহদেঙাই (সৰুহাঁহ বন্ধা সজা) আদি সোণোৱাল কছাৰীসকলৰ কথিত ভাষাৰ নিজস্ব নামবাচক শব্দ।





৪.৩.২ সৰ্বনামবাচক শব্দ ঃ

তহক (তোক বা তোমাক), মহক (মোক), থত (তহঁতৰ), আমৰ (আমাৰ), আমক (আমাক), তাহাক (তহঁতক) আদি সোণোৱাল কছাৰীসকলৰ স্বকীয় সৰ্বনামবাচক শব্দ।

৪.৩.৩ বিশেষণীয় শব্দ ঃ

নেহাচেকা (মদৰ নেৰা চেপাৰ অন্তিম পৰ্যায়), হেৰেং ৰেং (সেৰেঙা), জলঙা (ফটফটীয়াকৈ জিলিকি থকা), গেদেপ-দেপ (সুদীৰ্ঘ সময় লৰচৰ নকৰাকৈ বহি থকা), পেম্পেলা ডেকা (চেঙেলীয়া ডেকা), গদাইছি (গোন্ধাইছে), ললা-ললা (সেৰেঙা বা পাতলকৈ), লেলেঙা (ওখ বা দীঘল), লধম-ধম (শকত আৱত), বাৰু বা বাৰ (ভাল), জখ্‌লা (জখলীয়া), ঠেবেক-ৰেক (চুটি-চাপৰ), ভবং-বং (জোখতকৈ ডাঙৰ), জেলেপা (জেবেলা), টকনা (ঘূৰি ফুৰা কাৰ্য), হাইচ-লাইচ (ৰং বহইচ), ধামখোৱা (গোটখোৱা), দল-দল মহ-মহ (দলদোপ হেন্দুলদোপ), চেৰেঙ-পেতেঙ (স্থিৰতা নাইকীয়া), চেলেক-পেতেক (অকামিলা), লাংঠাই ঠাই (গাতকৈ মূৰ ডাঙৰ) আদি সোণোৱালৰ কথিত ভাষাৰ বিশেষণীয় শব্দ যিবোৰ মান্য অসমীয়া ভাষাত দেখা নাযায়।

৪.৩.৪ সম্বন্ধবাচক শব্দ ঃ

সোণোৱাল কছাৰীসকলৰ নিজা সম্বোধনবাচক বা সম্বন্ধবাচক শব্দ আছে। সেইবোৰ হ'ল - দ'তা (দেউতা-মাৰ দেউতাক বা বুঢ়া বয়সৰ যিকোনো লোক), আবৈ (বুঢ়ীমাক তথা আইতাক), বৰপাই (বৰদেউতা), বৰজনা (স্বামীৰ ককায়েক), জা-শাহু (স্বামী বা পৰিবাৰৰ বায়েক), দমুধি/দমুতি (স্বামী-স্ত্ৰী দুয়োৰ ককায়েকৰ মাজৰ সম্বন্ধ), ৰাম (সমনীয়া বা বন্ধু, মূলতঃ সত্ৰত একেলগে শৰণ লোৱা বন্ধু), আতৈ (বন্ধু), দেৰ বা দেঅ (সখি), বৈনাই (ভনী জোঁৱাই), জেঠেৰী (পত্নীৰ ককায়েক) আদি।

৪.৩.৫ বিপৰীতাৰ্থক শব্দ ঃ

দ (গভীৰ) - বাম বা চলং (ওপৰত), ওচৰ (কাষৰ) - নিলগ (দূৰৈৰ), তেঙৰ (বুদ্ধিয়ক) - হেবাং বা মেহেঙা হেৰাং পেতাং (পাতল) - গধু গধু (গধুৰ), ভোদা (ধাৰ নথকা, গাধা), ভোটোকা (ভাজ (অকৰা), জোঙা (ধাৰ থকা, চোকা) - এধাৰ (আন্ধাৰ), ৰঙা (ৰঙা থকা) - ডেকা (পোন), জনাক (জোনাক বা পোহৰ) - কোলা (কলা ৰং) ইত্যাদি সোণোৱালসকলৰ মাজত প্ৰচলিত জনগোষ্ঠীটোৰ ৰঙ)

স্বকীয় বিপৰীতাৰ্থক শব্দ।

এইবোৰৰ বাদেও অব্যয় শব্দ, সমাৰ্থক শব্দ, পুলিঙ্গ, স্ত্ৰী-লিংগ, সংখ্যাবাচক আদি অনেক শব্দ পোৱা যায়।

৫. **সাহিত্য ঃ**

সোণোৱাল কছাৰীসকল দোভাষী। ঘৰুৱা জীৱনত সোণোৱাল কছাৰী উপভাষাত ভাবৰ আদান-প্ৰদান কৰে আৰু আন লোকৰ লগত অসমীয়া ভাষাত কথা পাতে। তদুপৰি তেওঁলোকৰ উপভাষাটো অসমীয়া ভাষাৰ নিচেই ওচৰ চপা। অসমীয়া ভাষাকেই তেওঁলোকে মাধ্যম হিচাপে গ্ৰহণ কৰিছে। সেয়ে লিখিত সাহিত্যৰ ক্ষেত্ৰত সোণোৱালসকলৰ সাহিত্যিক নিদৰ্শন ক'ম। অৱশ্যে মৌখিক সাহিত্যত এই জনগোষ্ঠীটো চহকী।

৫.১. **লিখিত সাহিত্য ঃ**

সোণোৱাল সকলৰ মাজত প্ৰচলিত উপভাষাটোৰ সাহিত্যিক নিদৰ্শন কেৱল জনগোষ্ঠীটোৰ হাইদাং গীততহে পোৱা যায়। এঘাৰটা অধ্যায়ত বিভক্ত এই গীতৰ কিয়দাংশ তুলি ধৰা হ'ল -

প্ৰথম অধ্যায় ঃ

গীতৰ পাতনি ঃ পৃথিৱী সৃষ্টি

হাইঐ, কিহ কিহ সৃজৈছে।
পৃথিৱী হেনো সৃজৈছে।
আকাশ হেনো সৃজৈছে।
প্ৰকাশ হেনো সৃজৈছে।
জল হেনো সৃজৈছে।
থল হেনো সৃজৈছে।
উৰণ হেনো সৃজৈছে।
বুৰণ হেনো সৃজৈছে।
গজন হেনো সৃজৈছে।
ভ্ৰমণ হেনো সৃজৈছে।

**দ্বিতীয় অধ্যায় ঃ**

হা ইয়হ এডাল দুডাল হোনো কুৰইছে।
হা ইয়হ তাৰে তিনিটা হেনো ঘোলইছে।





হা ইয়হ আদি যুগৰ কছাৰী হাইদং দে।

**পঞ্চম অধ্যায় ঃ**

এ, হালিঙা হালিহা হেনো দালিঙা
এ, অমন কাঠৰ হেনো পমন নাও
এ, লাইখট লাইখট হেনো বাইনো ঘাং।
এ, চাপক নাচাপক চপাই চাং
এ, মাতক নামাতক মতাই চাং .... ।

**অষ্টম অধ্যায় ঃ**

তেৰে ঐ আমি হোনো পালোংহি।
তেৰে ঐ ঠেং ধং পানী আন।
তেৰে ঐ বৰঘৰৰ বৰঘৈণী।

**নৱম অধ্যায় ঃ**

লৌ লৌ শিমলু চলৌ লাই
এহেই খিৰিং ৰজা দেউতাক আনইছোং।
বায়ু ৰজা দেউতাক আনইছোং।
এহেই সকলো দেউতাৰ একেই ঠাই।
এহেই হামুকৰ খুটাতে দিছোং ঠাই।

**একাদশ অধ্যায় ঃ**

এহেই গীতৰ শিমলু শোধাইছোং।
এহেই মাতৰ শিমলু শোধাইছোং।
এহেই নোগোৱা গাইছোং নকৰা কৰিছোং
এহেই আমি আত্ঙ বাশক ঐ দেউতা

৫.২. **লিখিত সাহিত্য ঃ**

মৌখিক সাহিত্য বা লোকসাহিত্য ক্ষেত্ৰত সোণোৱাল কছাৰীসকল চহকী। লোক-কথা, লোকগীত, লোকনাট্যধৰ্মী অনুষ্ঠান, মন্ত্ৰ সাহিত্য, প্ৰবাদ, সাঁথৰ, যোজনা, ফকৰা আদিৰে সোণোৱালসকলৰ মৌখিক সাহিত্যৰ পথাৰ ভৰপুৰ।

৫.২.১ **লোক কথা ঃ**

সোণোৱালসকলৰ মাজত গদ্য আৰু পদ্য এই দুয়োটা ৰূপতেই বিভিন্ন লোক-কথাৰ প্ৰচলন আছে। মূলতঃ অপ-দেৱতা সম্পৰ্কীয় আখ্যান আৰু নানান

সাধুকথা এইক্ষেত্ৰত অন্যতম। থীন অপদেৱতাৰ আখ্যান, মৰ চৰাইৰ কাহিনী আদি অপদেৱতা সম্পৰ্কীয় আখ্যান। তেনেদৰে মাণিকৰ কথা, চেঙেলী টেটোন আদি সাধু সোণোৱাল কছাৰীসকলৰ নিজা সাধু।

৫.২.২ লোকগীত ঃ

সোণোৱালসকলৰ মাজত বিভিন্ন লোকগীতৰ প্ৰচলন আছে। এই গীতবোৰৰ কিছুমান বিভিন্ন উৎসৱ অনুষ্ঠানৰ লগত জড়িত আৰু কিছুমান অনুষ্ঠানৰহিত। অনুষ্ঠানকেন্দ্ৰিক গীতবোৰ ভক্তিমূলক আৰু ভক্তি নিৰপেক্ষ এই দুই ধৰণৰ পোৱা যায় -

৫.২.২.১ আনুষ্ঠানিক লোকগীত ঃ

সোণোৱাল কছাৰীসকলৰ কিহকে ধৰি নানান উৎসৱ, ধৰ্মীয় অনুষ্ঠানৰ লগত কিছুমান গীত জড়িত। হুঁচৰি গীত, আইনাম, লখিমী নাম, গোঁসাই বা নামঘৰৰ নাম, অপেশ্বৰাৰ নাম, আসনপতা নাম আদি ধৰ্মীয় অনুষ্ঠানৰ লগত জড়িত ভক্তিমূলক গীত। তেনেদৰে নোৱাই-তোলনি বিয়াৰ নাম, বৰবিয়াৰ নাম, পচলাৰ জুনা, হাঁচতিৰ জুনা আদি উৎসৱ-অনুষ্ঠানকেন্দ্ৰিক ভক্তিনিৰপেক্ষ গীত।

৫.২.২.২ অনানুষ্ঠানিক লোকগীত ঃ

মণিকোঁৱৰ-ফুলকোঁৱৰ গীত আদি জন্মশ্ৰুতিমূলক আখ্যান গীত; জনা-দৈ গাভৰু, গায়নৰ মালিতা, ৰাজভগাৰ কাহিনী গীত আদি ঐতিহাসিক আখ্যান গীত; শ্ৰমগীত বা কৰ্ম বিষয়ক গীত, ঐতিহাসিক বিহুগীত আৰু বিহুনাম. অনৈতিহাসিক বিহুগীত আৰু বিহুনাম আদি সোণোৱালসকলৰ অনানুষ্ঠানিক গীত। এইখিনিতে এটা কথা উল্লেখযোগ্য যে সোণোৱালসকলৰ মাজত প্ৰচলিত গীত-মাতবোৰক বুজাবলৈ 'গীত' আৰু 'নাম' এই দুয়োটা পদ ব্যৱহাৰ কৰা পৰিলক্ষিত হয়। দুয়োটাৰে ব্যৱহাৰিক দিশ বেলেগ বেলেগ। পুৰুষে গোৱা গীতবোৰক 'গীত' আৰু নাৰীসকলৰ মাজত প্ৰচলন থকা গীত পদক 'নাম' বুলি কোৱা হয়।

৫.২.৩ লোক-নাট্যধৰ্মী অনুষ্ঠান ঃ

কিছুমান উৎসৱ-অনুষ্ঠানৰ লগত নৃত্য-গীতৰ অংগাংগী সম্বন্ধ থাকে। সোণোৱালসকলৰ মাজতো এইধৰণৰ উৎসৱ-অনুষ্ঠান পৰিলক্ষিত হয়। হাইদং নৃত্য-গীত, বহুৱা নৃত্য-গীত, হুগ্ৰা নৃত্য-গীত, কুলাবুঢ়ী নাচ ইত্যাদি সোণোৱাল কছাৰী সমাজৰ লোক-নাট্যধৰ্মী অনুষ্ঠানৰ প্ৰতিভূ।





৫.২.৪ মন্ত্ৰ ঃ

সোণোৱাল জনগোষ্ঠীৰ মাজত অতীজৰ পৰা তন্ত্ৰ-মন্ত্ৰ, বেজ-বেজালি, বেমাৰৰ বনৌষধি আদিৰ বহুল প্ৰচলন আছে। যখ-যখিনী, অপদেৱতা, ভূত-প্ৰেত, ডাইনী আদি অশুভ প্ৰভাৱৰ পৰা ৰক্ষা পাবলৈ মন্ত্ৰ বেজালি প্ৰয়োগ কৰা হয়। কেঁচুমুৰীয়া, পাণ্ডুৰোগ আৰু বিষালি বা বাত বেমাৰ আদি বহু ৰোগৰ চিকিৎসা মন্ত্ৰ-বেজালিৰ জৰিয়তে কৰা হয়। এনে মন্ত্ৰ, মন্ত্ৰ পুথি, বেজ-জ্ঞানী আদি সোণোৱাল কছাৰী সমাজত বৰ্তমানেও আছে। 'দলমা-মৰ মন্ত্ৰ (এলাৰ্জী), মুখলগা 'মন্ত্ৰ' আদি সোণোৱাল সমাজত প্ৰচলিত মন্ত্ৰৰ নিদৰ্শন।

৫.২.৪ প্ৰবাদ প্ৰবচন ঃ

আমেই বান, কঠালেই ধান আৰু সাত পোতেৰ নাতি, তেহে কৰিবা কুঁহিয়াৰ খেতি ইত্যাদি কৃষি বিষয়ক; মাকে চাই মুখলৈ, তিৰীয়ে চাই হাতলৈ আদি স্বভাৱ চৰিত্ৰ বিষয়ক; এজাৰ নিজাৰ পৰিব, বাটে পোৱালি মেলিব, বুঢ়া গৰুৰ ছালে মাত লগাব, নিলগৰ বাট ওচৰ হ'ব ইত্যাদি প্ৰকৃতি বিষয়ক প্ৰবাদ প্ৰবচন সোণোৱাল সমাজত প্ৰচলিত।

৫.২.৫ ফকৰা ঃ

আদুৰী পাদুৰী লথাই গাঁও
লথায়ে ভাঙিলে সাতখন গাঁও
থুকটা থুকটা গোপাল পাদুৰা।

সোণোৱাল কছাৰীৰ প্ৰাচীন হালালী ৰাজ্য ধ্বংসৰ ইতিহাসৰ স্মৃতি জড়িত উক্ত ফকৰাটিৰ লগতে সোণোৱাল কছাৰীসকলৰ খেল বা বংশৰ কাহিনী জড়িত হৈ থকা ফকৰাও পোৱা যায় -

অলৌ গুটি তলৌ গুটি কচু গুটি খায়
যিখন হাতত আছে সিখন হাতত পায়।

৫.২.৬ যোজনা ঃ

সোণোৱাল কছাৰী সমাজত প্ৰচলিত যোজনাৰ নিদৰ্শন হ'ল -
ৰ'দ পালে ছাঁ লয়, বৰষুণ দিলে শোৱে,
খেতিৰ দিন গ'লে দুডৰা বোৱে।

৫.২.৭ সাঁথৰ ঃ

ইনু মিনু বিনু

ধৰিবৰ নাই ঠেৰু (কণী)।
এডাল কাঠ, বাৰহাত ডাঠ, তিনিটা বীম
ডেকা ল'ৰাই ক'ব পাৰিলে ছোৱালী এজনী দিম।(এবছৰ, বাৰমাহ আৰু তিনিটা বিহু)

উল্লেখিত সাঁথৰ দুটা সোণোৱাল কছাৰী সমাজত প্ৰচলিত সাঁথৰৰ নিদৰ্শন মাথোঁ।

এনেদৰেই প্ৰবাহমান সময়ৰ সংস্পৰ্শত সোণোৱাল কছাৰীৰ ভৌগোলিক অৱস্থান, সমাজ-সংস্কৃতি, ভাষা-সাহিত্য আদি গঢ় লৈ উঠিছে। যুগৰ বতাহ লাগি পুৰণিকলীয়া সোণোৱাল কছাৰীৰ সমাজ-সংস্কৃতি, ভাষা-সাহিত্যই নতুন ৰূপ এফালে যেনেদৰে গ্ৰহণ কৰিছে তেনেদৰে কিছুমান দিশত অবনমন বা লুপ্ত হোৱাৰ সম্ভাৱনাই মূৰ দাঙি উঠিছে।+++

পুনশ্চঃ সোণোৱাল কছাৰীসকলৰ ভৌগোলিক অৱস্থান সম্পৰ্কেও তথ্যপাতি লাভ কৰাত সোণোৱাল কছাৰী জাতীয় পৰিষদৰ সভাপতি, সোণোৱাল কছাৰী গণমঞ্চৰ প্ৰচাৰ সচিব ৰবীন সোণোৱাল আৰু সদৌ অসম সোণোৱাল কছাৰী ছাত্ৰ সন্থাৰ দেৱানন্দ চেলেং - এই দুইগৰাকী ব্যক্তিয়ে বিশেষভাৱে সহায় কৰিছে। তেওঁলোকৰ প্ৰতি এই লেখাৰ জৰিয়তে কৃতজ্ঞতা জ্ঞাপন কৰিলো।

গ্ৰন্থপঞ্জী ঃ

গোহাঁই, পেইম-থি (সম্পা.) - সমন্বয়
প্ৰকাশক ঃ আদৰণি সমিতি,
তৃতীয় জনগোষ্ঠীয় সাংস্কৃতিক সমাৰোহ, অসম-২০০৯
চৌধুৰী, ড° সুবাসনা মহন্ত অসমৰ জনগোষ্ঠীয় লোকসাহিত্য
বুজৰবৰুৱা, ড° পল্লৱী ডেকা প্ৰকাশক ঃ অসমীয়া বিভাগ, ডিব্ৰুগড় বিশ্ববিদ্যালয়
প্ৰথম প্ৰকাশ ঃ মাৰ্চ ২০০৯
ছেত্ৰী, শোভিত কুমাৰ (সম্পা.) - এনাজৰী
প্ৰকাশক ঃ ভাস্কৰজ্যোতি বৰুৱা, অষ্টম বাৰ্ষিক ব'হাগী মহোৎসৱ উদ্‌যাপন সমিতি, ২০০৩
বড়া, শ্ৰীবেণু সোণোৱাল কছাৰীসকলৰ সংস্কৃতিৰ ৰূপৰেখা
শইকীয়া, শ্ৰীলভিত প্ৰকাশক ঃ আদিৰাম শইকীয়া, সাধাৰণ সম্পাদক,





আদৰণি সমিতি পঞ্চ-পঞ্চাশতম ডুমডুমা অধিৱেশন, ১৯৮৯
সোণোৱাল, মোহন (সম্পা.) সোণোৱাল সৌৰভ
স্মাৰক গ্ৰন্থ-সোণোৱাল কছাৰী সাংস্কৃতিক মহোৎসৱ
প্ৰকাশক ঃ সোণোৱাল কছাৰী স্বায়ত্ত শাসিত পৰিষদ, অসম
প্ৰকাশ ঃ ফেব্ৰুৱাৰী, ২০০৭ খ্ৰীষ্টাব্দ
হাজৰিকা, শ্ৰীৰজনীকান্ত মংগোল কছাৰীৰ গুপ্ত ইতিহাস
প্ৰকাশক ঃ শ্ৰীদয়াল শইকীয়া
খোৱাং আঠাবাৰী গাঁও,
পোঃ আঃ খোৱাংঘাট,
জিলা - ডিব্ৰুগড় (অসম)
প্ৰথম সংস্কৰণ ঃ মে' ১৯৮৫

+++

# চাহ জনজাতি ঃ সমাজ-সংস্কৃতি

মনোমতী কুৰ্মী

চাহ জনগোষ্ঠীৰ পৰিচয়— বৃটিছ ঔপনিবেশৰ ৰাজত্ব কালত অসমৰ চাহ খেতিৰ কামৰ বাবে শ্ৰমিক হিচাবে ভাৰতৰ বিভিন্ন প্ৰান্ত বিহাৰ, মধ্যপ্ৰদেশ, ঝাড়খণ্ড, অন্ধ্ৰপ্ৰদেশ,পশ্চিমবঙ্গ আদি ৰাজ্যৰ পৰা বিশেষকৈ পিছপৰা অঞ্চল সমূহত প্ৰৱেশ কৰি বৃটিছৰ দালালে বিভিন্ন প্ৰলোভন দেখুৱাই শতাধিক জনগোষ্ঠীক পৰ্য্যায়ক্ৰমে অসমলৈ আনিছিল। এই সকল শ্ৰমিকৰ দ্বাৰা অসমৰ খলা বমা সমান কৰি, ঘন অৰণ্য পৰিস্কাৰ কৰি চাহ খেতি আৰম্ভ কৰে আৰু কম সময়ৰ ভিতৰত অসমত চাহ বাগিছা বিস্তাৰিত হয়। চাহ শ্ৰমিক সকলক অসমৰ থলুৱা লোকৰ পৰা বৃটিছে আতৰাই চাহ বাগিছাৰ কাঁটা তাৰৰ মাজতে যাতে আৱদ্ধ হৈ থাকে তাৰ বাবে চোকা দৃষ্টি ৰাখিছিল। নিজৰ ৰাজ্য, ঘৰ, মুলুক, আত্মীয়-স্বজন এৰি আহি অসমৰ চাহ উদ্যোগ গঢ়ি তোলা এই সকল শ্ৰমিকৰ সেই সময়ত অসমত নিজা কোনো পৰিচয় নাছিল যাৰ বাবে বৃটিছে এই সকলক কুলি বুলি নামাকৰণ কৰিছিল। বৃটিছৰ বেহুত অমানবীয় অত্যাচাৰ সহ্য কৰিও নিজৰ কামত ফাঁকি নিদিয়া শ্ৰমিক গোষ্ঠীটোৱে অসমক চাহ বাগিছাৰে সেউজ কৰি তোলে। অসমৰ চাহ দেশ বিদেশত ৰপ্তানী হবলৈ ধৰে আৰু অসম চাহৰ বাবেই দেশ বিদেশত বিখ্যাত হৈ পৰে। কিন্তু এই শ্ৰমিক গোষ্ঠীয়ে অসমত পৰিচয় বিহীন ভাৱে কেৱল কামক প্ৰাধান্য দি যায়। যাৰ বাবে অসমত কোনোৱে চাহ বনুৱা, কুলি, বঙালী, চাহশ্ৰমিক, বাগানীয়া,চাহ জনজাতি, আদিবাসীৰ উপৰিও অনা- অসমীয়া, ন-অসমীয়া আদি নাম দিয়ে।

বিশিষ্ট নৃতত্ববিদৰ সন্ধান মতে ভাৰতীয় জনসৌধৰ ভিতৰত কোচ, ভীল, চাওতাল, খেৰোৱাৰ, মুণ্ডা, ভূমিজ, কৰোৱা, শবৰ, মালগাড়ী, দক্ষিণ ভাৰতৰ চেৰু,কুৰৰ সকল আদি অষ্ট্ৰেলিয় গোষ্ঠীৰ লোক। যি সকল লোক ভিন ভিন সময়ত নিষাদ, অসুৰ আদি নামেৰে নামকৰণ কৰি আহিছে আৰ্য্য গ্ৰন্থ সমূহত। সেইদৰে ভাষাতত্বৰ ফালৰ পৰা অষ্ট্ৰিক ভাষা কেৱল মুণ্ডা শাখাৰ অন্তৰ্গত। ভাৰতীয় জনসৌধৰ আন





এক নৃ-গোষ্ঠী দ্ৰাবিড়ীয় ভাষী সকলৰ ভিতৰত ওৰাং, গৌড় আদি। ওপৰোক্ত তথ্য অনুযায়ী অসমলৈ চালান অনা অসমৰ চাহ জনগোষ্ঠীৰ লোক সকলৰ মাজত অষ্ট্ৰিক, দ্ৰাবিড়ীয় ভাষী নৃগোষ্ঠীৰ লোক সকল আছে। বহু কেইগৰাকী বিশিষ্ট নৃতত্ববিদ আৰু সমাজ বিজ্ঞানীয়ে অসমৰ চাহ জনগোষ্ঠী সকলৰ মাজত অষ্ট্ৰিক, দ্ৰাবিড়ীয় ভাষা আৰু কিছুমানৰ মতে নেগ্ৰিটোৰ শোণিত মিশ্ৰিত জনধাৰাৰো আগমন ঘটিছে বুলি মত প্ৰকাশ কৰে।

অসমত এই সকল পৰিচয় বিহীন আৰু সংগঠিত নোহোৱাৰ বাবে মুষ্টিমেয় শিক্ষিতৰ সংখ্যা ওলাইছিল যদিও দোমোজাত থাকিবলগীয়া হৈছিল। ১৯৪৭ চনৰ এটি শুভমূহুৰ্তত চাহ শ্ৰমিকৰ সুযোগ্য সন্তান প্ৰয়াত চাইমন সিং হৰ আৰু সন্তোষ কুমাৰ তপ্পৰ নেতৃত্বত অসম ছোটনাগপুৰী ছাত্ৰ সন্মিলন নামাকৰণ কৰি মুষ্টিমেয় ছাত্ৰ একত্ৰিত হৈ ছাত্ৰ সংগঠনৰ জন্ম দিয়ে যদিও বাগিছাৰ শ্ৰমিকৰ পৰিচয় একে থাকে। ১৯৫৩ চনত প্ৰয়াত এৰেঞ্জাৰ হেৰেঞ্জ আৰু শ্ৰী গোবচন টিৰুৰ নেতৃত্বত অসম ছোটনাগপুৰী ছাত্ৰ সন্মিলনক অসম চাহ বাগিছা সম্প্ৰদায় ছাত্ৰ সন্থা নামকৰণ কৰে। ১৯৭০ চনত শ্ৰী জীতেন চুণ্ডী (বৰ্ত্তমান এডভোকেট) আৰু বৰ্ত্তমানৰ সাংসদ শ্ৰী পৱন সিং ঘাটোৱাৰৰ নেতৃত্বত অসম চাহ মজদুৰ জনজাতি ছাত্ৰ সন্থা নামকৰণ কৰি চাহ শ্ৰমিকৰ অভাৱ, অনাটন, আৰ্থ সামাজিক, শৈক্ষিক দিশৰ উন্নয়নৰ প্ৰচেষ্টা আগত ৰাখি নেতৃত্ব দি যায়। ১৯৭৫ চনত শ্ৰী দীপ্তেৰ ওছো আৰু জয়চন্দ্ৰ নাগবংশীৰ নেতৃত্বত ছাত্ৰ সংগঠনৰ নামকৰণ হয় অসম চাহ জনজাতি ছাত্ৰ সন্থা আৰু ১৯৭৫ চনতেই অসম চৰকাৰে এই জনগোষ্ঠীটোক চাহ জনজাতি হিচাবে স্বীকৃতি প্ৰদান কৰে আৰু তেতিয়াৰ পৰা এই শ্ৰমিক গোষ্ঠীটোৱে চাহ জনজাতি হিচাবে পৰিচয় দাঙি ধৰে। ইয়াৰ মাজতে একাংশই চাহ জনজাতি নামকৰণ বিৰোধিতা কৰি আদিবাসী ছাত্ৰ সন্থাৰ জন্ম দি নিজৰ ভিতৰতে দুটা পৰিচয় দাঙি ধৰাৰ প্ৰয়াস কৰে। দুটা পৰিচয়ৰ ফচল স্বৰূপে এই শ্ৰমিক গোষ্ঠীটোৰ উন্নয়নত প্ৰাচীৰ হৈ পৰিল আৰু ৰাজনৈতিক দল সমূহৰ বলি হব লগা হ'ল।

ভৌগলিক অৱস্থান— চাহ জনজাতি অথবা আদিবাসী সকল অসমৰ ভৌগোলিক মানচিত্ৰৰ প্ৰায় জিলাতে বসবাস কৰি জীৱন নিৰ্বাহ কৰি আছে। অসমৰ ইমূৰৰ পৰা সিমূৰত থকা প্ৰত্যেক খন চাহ বাগিছা চাহ জনগোষ্ঠীৰ লোকৰ শ্ৰমত সৃষ্টি আৰু লালিত পালিত যেতিয়া এই বাগিছা সমূহত এই শ্ৰমিক গোষ্ঠীৰ এশ শতাংশ কলেও ভুল কোৱা নহয়। তাৰোপৰি বাগিছাৰ পৰা ওলাই বহু প্ৰাক্তন চাহ জনজাতিৰ লোক গাঁৱ,বস্তি আদি ভিতৰুৱা অঞ্চলৰ কাম কৰে। প্ৰাক্তন চাহ জনজাতিসকলে পৰ্য্যায়ক্ৰমে বাগিছাৰ পৰা ওলাই হাবি জংগল কাটি থাকিবলৈ আৰু

কৃষি কৰ্মৰ যোগদি জীৱন নিৰ্বাহ কৰি আহিছে।

সমাজ—শতাধিক জাতি গোষ্ঠীৰ সমষ্টি চাহ জনজাতি সমাজখনৰ প্ৰত্যেক জাতি গোষ্ঠীৰ একো খন সমাজ আছে। প্ৰত্যেক সমাজৰে নিজা সমাজ যেনে চাওঁতাল সমাজ, কুৰ্মি সমাজ, খাড়িয়া, পাহাৰীয়, মালপাহাৰীয়া, চাওঁৰা পৰজা, গৌড়, কৰুৱা, গৰাইত, ঘাটোৱাল, ভূমিজ, পাতৰ গঞ্জু, ভক্তা, বাক্তি,কাউৰী, খদাল, কুমহাৰ, কামাৰ, কৈৰী, কেওঁট, কাঁহাৰ, কিষান,কয়া, কন্ধ, কালহাণ্ডি,তুৰি, চুড়ি,ৰাজোৱাৰ,ৰাঢ়ে, মাহলি, মান্ধাণ্ডি, মালী, পালিকা, পান্ধক, প্ৰধান, তাঁতি, নায়ক, ঘাঁটি, হাড়ি, ডম্ব, দেচুৱা, বেদিয়া, বনিয়া, টংলা, হাজাম, ৰজক, ৰহিদাস, তেলেঙ্গা, চামাৰ, কাঁৱৰ,টিক বৰাহক, মাৰাৰ আদি জাতি গোষ্ঠীৰ প্ৰত্যেকৰে সামাজিক ব্যৱস্থা নিজা ববীয়াকৈ আছে। সকলোৰে ৰীতি নীতিৰ আচুতীয়া স্থান আছে যদিও ভাৰত বৰ্ষৰ বিভিন্ন প্ৰান্ত উৰিষ্যা, পশ্চিম বঙ্গ, বিহাৰ, ঝাড়খণ্ড, অন্ধ্ৰ প্ৰদেশ, মধ্য প্ৰদেশ আদিৰ পৰা দৰিদ্ৰতাক সঙ্গী কৰি বৃটিছৰ চলনাত অসমলৈ অহা বিশাল শ্ৰমিক গোষ্ঠীটোৰ লোকৰ সকল বিশাল হৃদয়ৰ গৰাকী, যাৰ বাবে শ্ৰমিকৰ শতাধিক সমাজৰ লগত মহামিলন ঘটাই সকলোয়ে এক লগ হৈ এক বৃহৎ জাতি গঠন কৰিছে। চাহ গছৰ সেউজ পাতৰ দৰে সেউজ মনৰ সৰল সহজ উদাৰচিতীয়া লোকসকলৰ কঠোৰ পৰিশ্ৰমৰ ফলত অসম সেউজ হৈ পৰিছে আৰু অসমৰ কেচা সোণৰ উৎপাদন কৰি দেশৰ ৰাজকোষত অৰিহণা যোগাইছে।

অসমৰ অন্যান্য জনগোষ্ঠীয়ে ইতিমধ্যে অসমক খণ্ড বিখণ্ড কৰি হলেও নিজৰ জাতীয় স্বাৰ্থৰ দাবী তুলিছে, কিন্তু চাহ জনগোষ্ঠীৰ লোকে বিভাজনহীন অসম বিচাৰে য'ত বিভিন্ন জাতি গোষ্ঠীৰ সমন্বয় তীৰ্থ অসম সদাই অখণ্ডিত, অবিভাজিত ভাবে থাকি সকলো জাতি গোষ্ঠীয়ে সুৰক্ষিত অনুভৱ কৰি অসমৰ উন্নয়ন হওক। তাৰ বাবেই নিজা ববীয়া বিশাল সমাজ থকা স্বত্তেও অসমৰ জন জীৱনৰ লগত মিলি যাবলৈ প্ৰয়াস কৰি আহিছে। অসমত জুৰ যাব মুলুক তাৰ হৈ পৰিছে। উগ্ৰ মানসিকতাৰে ভিত্তি প্ৰদৰ্শন কৰি অসমৰ বহু জাতি গোষ্ঠীয়ে স্বাৰ্থপূৰণ কৰাৰ সময়ত চাহ জনগোষ্ঠী সমাজে সমাজৰ উন্নয়ন আশা কৰি জনজাতিকৰনৰ মৰ্য্যদা বিচাৰিছে যদিও চাহ জনগোষ্ঠী সমাজে একেলগে ভাতৃত্বৰ এনাজৰীৰে সকলো জাতিগোষ্ঠীৰ লগত মিলি বসবাস কৰা স্বত্বেও চাহ জনগোষ্ঠীৰ জনজাতিকৰনৰ কথা প্ৰকাশ কৰাৰ লগে লগে কিছুমানে প্ৰতিবাদ কৰা দেখা যায়। অথচ এই জনগোষ্ঠীয়ে অসমৰ কোনো জনগোষ্ঠীৰ অহিত চিন্তা বা উন্নয়নত বাধা দিয়া নাই আৰু নিদিয়ে। চাহ জনগোষ্ঠীৰ লোকসকল শান্তি প্ৰিয় লোক।

চাহ জনগোষ্ঠী সমাজখনৰ দেশে স্বাধীনতাৰ ৬৪ বছৰ অতিক্ৰম কৰাৰ পিছতো





সামাজিক স্থিতি অতি দুখ লগা। পুৰুষ মহিলা ল'ৰা-ছোৱালীয়ে কঠোৰ পৰিশ্ৰমৰ পিছতো উদৰ পুৰাই আহাৰ আৰু ঋতু অনুপাতে বসন নাপায়। দেশৰ মূল্যবৃদ্ধিৰ সময়ত দেশৰ নিম্নতম বেতনভোগী সমাজখন মেৰুদণ্ড পোন কৰিব পৰা নাই। নিম্নতম বেতনত পৰিয়ালৰ ভাত, কাপোৰ, বেমাৰৰ চিকিৎসা কৰাই কঠিন হৈ পৰে। দেশৰ নিষিদ্ধ আইন যিমানে নোলাওক চাহ জনগোষ্ঠী সমাজৰ শিশু বাগিচা, মধ্যবিত্ত লোকৰ ঘৰে ঘৰে শ্ৰম কৰি আছে। কিছু ঘৰত সুৰক্ষিতভাৱে থাকি উদৰ পুৰাই মাক-বাপেকক কিছু সংখ্যকে পাৰিশ্ৰমিক দিছে আৰু সৰহ সংখ্যকে অসুৰক্ষিতভাৱে আছে পৰিয়ালৰ নিৰ্যাতন ভুগি। পিতৃ-মাতৃৰ আৰ্থিক দৈন্যতাৰ বাবে বহু শিশু কন্যা মধ্যভোগীৰ প্ৰৱঞ্চনাত প্ৰৱঞ্চিত হৈ অসমৰ বাহিৰলৈ যোৱাও বাতৰি পোৱা যায়। প্ৰ-পিতামহ সকলে যি প্ৰৰোচনাত অসমলৈ আহিল সেই প্ৰৰোচনাৰ বেহুত এই একৈশ শতিকাতো নাতি-পুতি।

বিজ্ঞান প্ৰযুক্তি বিদ্যাৰ যুগ বুলি বিশ্বত ঘোষিত হ'ল। মানুহৰ জীৱন ধাৰাৰ আমূল পৰিবৰ্তন হৈছে, শিক্ষাৰ জখলাত বগাই এই যুগৰ সোৱাদ গ্ৰহণ কৰিছে তেনে সময়ত চাহ জনগোষ্ঠীৰ লোক সকল বৰ্তমান সময়তো অন্ধকাৰত থাকি সু-শিক্ষাৰ পৰা বঞ্চিত হৈ আছে। শিক্ষাই মানুহৰ জীৱনধাৰা, মানসিকতাৰ পৰিবৰ্তন আনিব পাৰে বুলি শিক্ষাবিদসকলৰ বাণী। চিৰ দৰিদ্ৰ, দৰিদ্ৰ সীমাৰেখাৰ তলত বাস কৰা চাহ জনগোষ্ঠী সমাজখন বেছি ভাগেই অশিক্ষিত হোৱা হেতুকে ল'ৰা ছোৱালীৰ শিক্ষাৰ কথা নাভাৱে। কিছু সংখ্যক অতি কষ্টৰ মাজেৰে শিক্ষিত হৈছে যদিও সংস্থাপনৰ প্ৰতিযোগিতাত সদায় বিফল হোৱা দেখা যায়। এই দৰিদ্ৰ শিক্ষিত যুৱক যুৱতীৰ সংস্থাপনৰ কোনো ব্যৱস্থা নোহোৱাত এই সকলৰ অৱস্থা পুতৌ লগা। কাৰণ বাগিছাত যি শ্ৰমিকে কঠোৰ পৰিশ্ৰম কৰিব নোৱাৰে তাৰ কতো সংস্থাপন নাই। এই সংস্থাপনহীন যুৱকৰ দুৰ্দশা দেখি বাকী শ্ৰমিকে নিজৰ ল'ৰা-ছোৱালীক শিক্ষিত কৰাৰ সপোন দেখিবলৈ এৰি দিয়ে। দৈনন্দিন জীৱনৰ বাবে, সমাজৰ প্ৰগতিৰ বাবে যে শিক্ষাৰ প্ৰয়োজনীয়তা অধিক এই কথা শ্ৰমিক সকলে ভাবিব নোৱাৰে। বৰ্ত্তমান সময়তো বাগিচাৰ শ্ৰমিক ৯০ শতাংশ নিৰক্ষৰ বিশেষকৈ মহিলা সকলৰ মাজত নিৰক্ষৰতা অধিক। মনোবৈজ্ঞানিকসকলে কৈ আহিছে এটি শিশুৰ প্ৰথম গৰাকী শিক্ষয়িত্ৰী হ'ল মাতৃ গৰাকী। এই অশিক্ষিত মাতৃ গৰাকীৰ শিশু কি শিক্ষা পাব সকলোৰে অনুমেয়। তাৰোপৰি মাতৃ গৰাকী সূৰ্যোদয়ৰ পূৰ্বে উঠি ঘৰুৱা কাম বন কৰি পুৱা ৭ বজাত ওলাই বাগিচাৰ কৰ্মভূমিলৈ পানী কেচুৱাক শিৰীশৰ তলত শোৱাই মাতৃত্বৰ ৩ মাহৰ পিছতে বাগিছাৰ কঠোৰ পৰিশ্ৰম কৰে। জিৰণি আৰু উপযুক্ত খাদ্যৰ অভাৱত মহিলা সকল প্ৰায়ে ৰক্তহীনতাত ভোগা দেখা যায়। যথোচিত

সুষম আহাৰৰ অভাৱত বাগিছাৰ শ্ৰমিক পুৰুষ মহিলা সকলোৰে ৰোগ প্ৰতিৰোধ ক্ষমতা হ্ৰাস পায় আৰু বছৰি নানা ৰোগত আক্ৰান্ত হৈ বহু শ্ৰমিক যথোচিত চিকিৎসাৰ অভাৱত মৃত্যুক আকোৱালি লয়।

বাগিছাৰ সমাজ জীৱন শিক্ষাৰ অভাৱত এই প্ৰযুক্তি বিদ্যাৰ দিনতো অন্ধবিশ্বাস আৰু কু-সংস্কাৰৰ বেহুত। বেমাৰ আজাৰত ওজা, বেজ বিশ্বাস কৰি তেওঁলোকৰ দ্বাৰা চিকিৎসা কৰে। বাগিছাৰ বহু লোকক বিশেষকৈ মহিলাক ডাইনীৰ নামত নিৰ্য্যাতন, হত্যা কৰা হয়। এই অন্ধ বিশ্বাস আৰু কু সংস্কাৰ দূৰ কৰিবলৈ হলে সমাজখনক নিৰক্ষৰতাৰ পৰা মুক্ত কৰিব লাগিব আৰু সুশিক্ষাৰ ব্যৱস্থা কৰি এই সকলৰ মাজত সজাগতা আনিলে বিহ্ বলা অন্ধ বিশ্বাস আঁতৰ হব।

সংস্কৃতি— চাহ বাগিছত বিভিন্ন ফৈদ জাতি উপজাতি একেলগে থাকি সকলোৰ নিজৰ লগতে আনৰ ৰীতি-নীতি; আচাৰ ব্যৱহাৰ পূজা পাৰ্ব্বনক মহান কৰি চলা দেখা যায়। বাগিছাৰ এই সকল লোক অশিক্ষিত হলেও বিভিন্ন জাতি গোষ্ঠী মিলি সমন্বয় গঢ়ি তুলিছে। ইয়াৰ একাংশ খৃষ্টান ধৰ্মাবলী যদিও কোনো দিন জাতি গোষ্ঠীৰ লগত বিভাজিত হোৱা নাই। ভাৰতবৰ্ষৰ বিভিন্ন প্ৰান্তৰ, বিভিন্ন ভাষা সংস্কৃতিৰ লোক এক লগ হৈ বাগিছাত মিলি ভাৰত গঢ়ি তুলিছে।

চাহ জনগোষ্ঠী সমাজখন অসমলৈ আহোতে নিজৰ কৰ্মত দুখন হাত কমাৰ শালত লোহা শানত ধাৰ কৰি অনাৰ দৰে অনাৰ বাহিৰে একো অনা নাছিল যদিও তেওঁলোকৰ মেটমৰা বাৰেবৰণীয়া সংস্কৃতি আনিবলৈ পাহৰা নাছিল। প্ৰত্যেক জাতি গোষ্ঠীৰ নিজা নিজা কৃষ্টি সংস্কৃতি মনৰ মনিকোঠাত অতি যটনাই ৰাখি অসমৰ সেউজ পাতৰ মাজত বিলাই দিছিল যাৰ ফলত প্ৰত্যোকেই প্ৰত্যেক জাতি গোষ্ঠীৰ কৃষ্টি সংস্কৃতিক আঁকোৱালি লৈছে।

সংস্কৃতি হ'ল জাতিৰ দাপোন। চাহ বাগিছাৰ এই সকল লোকে দৈনন্দিন কামৰ লগতে নিজৰ সংস্কৃতিকো ধৰি ৰাখিছে। কৃষ্টিয়ে সকলোৰে কামৰ মাজত আধুনিক আৰু আধ্যাত্মিক জগতত মানুহৰ ক্ৰিয়া সাধন কৰে আৰু সংস্কৃতিয়ে মানুহক সুন্দৰ কৰি তোলে, শক্তি যোগায়। সংস্কৃতিয়ে মানুহৰ সংস্কাৰ কৰে বাবেই culture বা সংস্কৃতিক way to life বুলিও কব পাৰি। সংস্কৃতিয়ে মানুহক কেৱল ৰীতি নীতিৰ মাজত আৱদ্ধ নাৰাখি মানুহৰ সৰ্ব্বঙ্গীন উন্নয়নতো সহায় কৰে। সংস্কৃতিৰ বাবেই মানুহ মানুহৰ ব্যাক্তি সত্বা আৰু সমাজ সম্পৰ্কে সচেতন হয়। সংস্কৃতি মানুহৰ জীৱনজোৰা চাল চলন, কথা বতৰা, অনুভৱ, অনুভূতি, শুভ-অশুভ ধাৰনা প্ৰবাহিত হৈছে। সেইবাবেই সংস্কৃতি বোৱতী সুঁতি বুলি কয়।

চাহ জনগোষ্ঠীৰ সমাজৰ সংস্কৃতিৰ পথাৰ খনি অতি বহুল। এই জনগোষ্ঠীৰ





প্ৰত্যোক জাতি ফৈদৰ নিজা ৰীতি নীতি, আচাৰ ব্যৱহাৰ, পূজা পাৰ্ব্বনৰ এক আঁচুতীয়া স্থান আছে। তাছা, তাতি,প্ৰধান, নায়ক, পাটনায়ক, খণ্ডাইত, খদাল, আদি যি সকলৰ পূৰ্ব্ব পুৰুষ উৰিষ্যাৰ পৰা আহিছে তেওঁলোকৰ আঁচুতীয়া সংস্কৃতি আছে। পুৰা গা পা ধুইহে চৌকাৰ ওচৰ চাপে। উৰিষ্যা সমাজত মেৰু উৎসৱ এক বিশেষ অনুষ্ঠান। মেৰু উৎসৱৰ ১৪ দিন আগত ভক্তই থাপনা কৰি কামনা ঘৰ আৰু ভক্ত সকল ঘৰৰ পৰা ওলাই গৈ গাঁৱে গাঁৱে দণ্ডনাট কৰে। দণ্ডনাট কৰি ৰাইজৰ পৰা পোৱা মাননিৰে কেৱল ৰাতি এসাজ আহাৰ গ্ৰহণ কৰে ভক্ত সকলে নিজে পাক কৰি। মেৰুৰ দিনা দেৱ দেৱীৰ পোচাক পিন্ধি এই নাট কৰে আৰু জ্বলা জুইৰ আঙঠাত খোজ কাঢ়ে, ইচ্ছা থকা দৰ্শককো সেই জুইত খোজ কঢ়ায়। এই জুইত পাৰ হোৱা সকলৰ বেমাৰ আজাৰ নহয় বুলি জন বিশ্বাস।

উড়ি সমাজৰ আন এটি প্ৰচলিত পূজা হৈছে পালা পূজা। নৃত্য গীতেৰে পুৰান আদিৰ কথা বৰ্ণনা কৰে। পালাৰ ওজাপালিৰ লগত কিছু সাদৃশ্য দেখা যায়। বহু আন্তৰিকতা আৰু বিশ্বাসেৰে এই উৎসৱ উদযাপন কৰে। পূজা পাৰ্ব্বনত আলপনা অঁকা পিঠাপনা দেৱতা অনুযায়ী বেলেগ বেলেগ। পখাল ভাত ( পইতা ভাত) বিশেষ ধৰণে কৰা সকলোৰে প্ৰিয়। উৰিষ্যাৰ পৰা অহা লোক সকলৰ নিজা সংস্কৃতি বহু আছে যদিও একে পথৰ যাত্ৰী চাহ জনগোষ্ঠী সমাজৰ অংশীদাৰ হিচাপে চাহ জনগোষ্ঠীৰ কৃষ্টি সংস্কৃতিক আঁকোৱালি লৈছে।

উৰাং, মুণ্ডা, খাড়িয়া আদিৰ নিজা বৰীয়া কৃষ্টি সংস্কৃতি আছে। দোৱান, পূজা পাৰ্ব্বন, ৰীতিনীতি আদিত পাৰ্থক্য আছে যদিও চাহ জনগোষ্ঠীৰ মূল সুঁতিৰ অংশীদাৰ হিচাবে সকলোৱে সকলোৰে সংস্কৃতিক সন্মান জনাই আহিছে। তাৰোপৰি বহুতে খৃষ্ট ধৰ্মত দীক্ষিত যদিও জাতীয় ঐক্য বিনষ্ট হব দিয়া নাই।

ভূমিজ, গোৱাল, পাতৰ , কামাৰ, কুমাৰ, কুৰ্মী, ঘাটোৱাল, ৰাজপুত আদিৰ ৰীতি নীতিৰ বহু মিল দেখা যায়। পূজা পাৰ্ব্বন ভাৱ ভাষাৰ কিছু অমিল হ'লেও যথেষ্ট সাদৃস্য আছে। উল্লেখিত সমাজৰ উপৰি এই জনগোষ্ঠীৰ বহু সমজৰ কিছু বৈসাদৃশ্য আছে যদিও বহু অনুষ্ঠান আছে য'ত মিল দেখা যায়।

নৱজাতকৰ বাবে কৰা সংস্কাৰ হ'ল ছটি। জন্মৰ পিছত নবজাতক আৰু পোৱাতী মাতৃৰ একাষৰীয়াকৈ ৰখা হয়। ৯ দিনত নাপিত মাতি আনি ওচৰ চুবুৰীয়া ৰাইজ লগতে গৃহস্থই নখ, চুলি কাটি গা ধুই শুদি হয় আৰু এই ৯ দিনীয়া অনুষ্ঠান টোক ছটি বা নৰ্তা বুলি কোৱা হয়। সেইদিনা আপোন মানুহে মাকক শাৰী নৱজাতকক চোলা, কাপোৰ উপহাৰ দিয়ে। এৰ্কৈলা অনুষ্ঠানত সকলোকে নিমন্ত্ৰন কৰে। আমন্ত্ৰিত সকলে শিশুৰ লগতে মাককো উপহাৰ দিয়ে। সকলোৱে আনন্দ উল্লাসেৰে একেলগে এসাজ

খাই বিদায় লয়। একৈশ দিনৰ দিনা কুৱা, পুখুৰীত ধূপ, ধূনা চাকি জ্বলাই সেন্দুৰ, কাজলৰ ফোট দি মাতৃ গৰাকীয়ে সেৱা সৎকাৰ কৰাৰ পিছতহে কুঁৱা পুখুৰীৰ পৰা পানী তুলিব পাৰে।

মানৱ জীৱনৰ গুৰুত্বপূৰ্ণ অধ্যায় হ'ল বিবাহ । চাহ জনগোষ্ঠীৰ মেটমৰা জনগোষ্ঠীৰ লগত লোক সংস্কৃতিৰ ভড়ালো চহকী। প্ৰত্যেক সমাজৰ লোক সংস্কৃতিয়ে দাঙি ধৰে জাতি গোষ্ঠীৰ পৰিচয়। বৰ্তমান সময়ত প্ৰত্যেক সমাজতে সংস্কৃতি, লোক সংস্কৃতিৰ ওপৰত বিশ্বায়নৰ প্ৰভাৱ পৰিছে। চাহ জনগোষ্ঠী সমাজতো সংস্কৃতিৰ যথেষ্ট পৰিৰ্ত্তন আহিছে। সংস্কৃতিৰ বোৱতী সুঁতিয়ে সময়ৰ আহ্বানত পৰিবৰ্ত্তন অনাটো স্বাভাৱিক।

উল্লেখিত বিবাহ অনুষ্ঠানৰ যোগেদি মানুহ সাংসাৰিক জীৱন আৰম্ভ কৰে। এই সাংসাৰিক জীৱনৰ পাতনিতে ল'ৰা, ল'ৰাৰ পৰিয়ালে ছোৱালী চাই পছন্দ হ'লে খোজাবড়া কৰে। দুয়ো পৰিয়ালৰ মতামত আৰু ল'ৰা ছোৱালীৰ মতামত হ'লে দুয়ো পৰিয়ালে বিয়াৰ বাবে আগবাঢ়ে। পূৰ্ব্বতে অৱশ্যে ল'ৰা ছোৱালীৰ মত অমতত গুৰুত্ব নিদি দুয়ো পৰিয়ালৰ মুৰব্বীৰ মততেই প্ৰাধান্য দি বিয়া সম্পন্ন হৈছিল । অৱশ্যে বৰ্ত্তমান সেই প্ৰথাৰ পৰিবৰ্ত্তন হৈ নিজৰ জীৱন সঙ্গী পচন্দ কৰাৰ সম্পূৰ্ণ অধিকাৰ আহি পৰিছে। ছোৱালী পচন্দ হ'লে বন্দবস্ত কৰিবলৈ ল'ৰাৰ পিতৃ, অভিভাৱক , পৰিয়ালৰ লোক আৰু গাঁৱৰ বিশেষ কোনোবা দুই এগৰাকীক লৈ ছোৱালীৰ ঘৰলৈ যায় আৰু আটায়ে থাকে। ঘৰৰ পৰিবেশ ভালবেয়া অনুভৱ কৰে। ল'ৰা ঘৰৰ মানুহ ছোৱালীৰ ঘৰত ৰাতি থকাক ৰাইত ঘোমা বুলি কয়। পিছদিনা বিয়াৰ দিন-বাৰ ঠিক কৰে। চাহ জনগোষ্ঠী সমজতো ঘটকে দুই পৰিয়ালৰ মতামত বা বিয়াৰ সম্পৰ্কে কথা বতৰাত আগ ভাগ লয়। এই ঘটকক আগুৱা বুলি কোৱা হয়। চাহ জনগোষ্ঠীৰ কিছুলোকে বামুনৰ যোগেদি বৈদিক প্ৰথাৰে বিয়া সম্পন্ন কৰে। কিছুলোকে নিজৰ জাতি গোষ্ঠীৰ লোকাচাৰৰ মাধ্যমেদি বিয়াৰ কাম কৰে। অৱশ্যে বৰ্ত্তমান সময়ত চাহ জনগোষ্ঠীৰ সমজতো হৰি ধ্বনি দি দুই একে বিয়া কৰা দেখা যায়।

চাহ জনগোষ্ঠী সমাজৰ আৰ্থ সামাজিক স্থিতি দুৰ্বল যদিও মন দুৰ্বল নহয়। এই সমাজত যৌতুক প্ৰথা নাই । ছোৱালী পছন্দ হ'লে দুখীয়া ঘৰৰ বিয়াদিয়াৰ সামৰ্থ্য নাথাকিলে ৰাইজ মাতি এখন শাৰী পিন্ধাই ল'ৰা ঘৰত আনিও বিয়া পাতে। এনেকৈ অনাক পিন্ধান কৰি অনা বোলে আৰু আগতে কন্যা পিন্ধাই আনি বিয়া পতাক "ঘৰবৈল" বিয়া বুলি কয়। কিন্তু মূল বিয়াৰ প্ৰথা মতে ল'ৰাক তিলক দিয়াৰ দিন ঠিক কৰে। কন্যাৰ অভিভাৱক,আত্মীয়স্বজন, ওচৰ চুবুৰীয়া লোক লৈ বিজুৰীয়া





সংখ্যাৰ লোকে দৰাৰ ঘৰলৈ যায়। দৰাৰ নিজৰ সমাজ, ৰাইজৰ ওচৰত কন্যা ঘৰৰ পৰা নিয়া ধূতি কামিজ পিন্ধাই মাজ চোতালত অংকিত কৰা আলাদানাত দৰাক উলিয়াই বহায়। কন্যাৰ পিতৃয়ে দৰাক চন্দনৰ তিলক দিয়ে,আঙঠি পিন্ধাই আৰু তদ্রুপ কন্যা ঘৰৰ পৰা যোৱা আটায়ে তিলক দিয়ে। এই অনুষ্ঠান তিলক বা বৰদেখা বুলি কোৱা হয়।

বিয়াৰ ৩/৫ দিন আগত কন্যা দেখা আৰু লগন হয়। দৰাৰ পিতৃয়ে আত্মীয় স্বজন বিজুৰীয়া সংখ্যাৰ লোক লৈ কন্যা ঘৰলৈ যায়। সচৰাচৰ আগ দিনা সন্ধিয়াই যায়। পিছদিনা পুৱা ৰাইজৰ ওচৰত মাজচোতালত অংকণ কৰা ঠাইত কন্যা উলিয়াই আগত বহুৱাই লগত বৌৱেক পেহীয়েক বা আইতা বহে। লগত বহা গৰাকীক লগদিন বুলি কোৱা হয়। দৰাৰ পিতৃয়ে চাউল, দুৱৰী মূৰত ছটিয়াই, চন্দনৰ ফোট দি সোন বা ৰূপৰ অলংকাৰ পিন্ধাই কন্যা দেখা কৰে। লগতে অহা আটায়ে সেই নিয়ম কৰি কোনোৱা আঙঠি কোনোৱাই পইচা দিয়ে। কন্যাৰ লগত বহা লগদিন গৰাকীকো দুই এটকা দিয়াৰ নিয়ম।

তাৰ পিছত লগনৰ বাবে অনা শাৰী পিন্ধাই পুনৰ চোতালত দৰা ঘৰৰ পৰা অনা হালধী টুকুৰা, দুবৰী বন, চাউল, হালধী ৰং দুটুকুৰা নতুন এটুকুৰা কন্যাৰ পিতৃক দিয়ে। মৰাপাট ৰচিবে দুয়ো হালধী, দুৱৰী এটা এটাকৈ বান্ধে আৰু হালধীসনা কাপোৰ, হালধী, চাউল কন্যাক তিনি আঁজলি দি দুটা টোপোলা বান্ধি এখন কাঁহৰ কাহীত ৰাখে কন্যাই লগন চুমাই চাউল ছটিয়াই আৰু কন্যাৰ পিতৃয়ে বন্ধা টোপোলাটো দৰাৰ পিতৃৰ হাতত কন্যাই অৰ্পন কৰে আৰু কন্যাৰ মাকে দৰাব পিতৃয়ে বন্ধা টোপোলা চুমাই অতি যত্ন সহাকাৰে ঘৰত সোমায়। সেইদিনা সন্ধিয়াৰ পৰা দৰা কইনাৰ গাত হালধী তেল সানে আৰু তেতিয়াৰ পৰা বাহিৰত ওলাব নাপায়।

বিয়াৰ দিনা দুয়ো ঘৰত ৰভা হয়। কিন্তু য'ত বিয়াৰ নীতি-নিয়ম কৰে তাত আচুতিয়াকৈ মাড়ুৱা সাজে। মাড়ুৱাত চাৰি কোণীয়াকৈ চাৰি ভাগ, তাৰ মাজত একোডালকৈ বাঁহৰ খুটা মুঠ আঠ ভাগ আৰু মাজত এডাল পোতে। মাজৰ খুটাৰ চাৰিওফালে মাটি দি চাৰিকোণীয়া বেদী মাজে আৰু মাজৰ খুটাৰ লগত পাচ বিধ পাত আমডালি, জাম, বড়, খেজুৰ আৰু বাঁহৰ ডাল পোতে আৰু তলৰ পৰা ডেৰ ফুট মান ওপৰলৈ মাটি দি মচি তাত সেন্দুৰ পিঠা গুৰিৰে ধুনীয়াকৈ ফোট দি শুৱনি কৰি তোলে মাড়ুৱা। বেদীৰ চাৰি চুকত পঞ্চমুখি চাকি জ্বলাই দিয়ে। এই চাকিক চমক বাতি বুলি কোৱা হয়। মাটিৰ টেকেলীত আম পাত ঘটত দিয়ে। তাৰ পিছত মাড়ুৱা পুজা কৰে। নদী বা কুৱাৰ পৰা পানী তুলি দৰাক গা ধুৱাই আৰু কন্যাৰ ঘৰত কন্যাক গা ধুৱায়।

বিয়াত দৰাই কন্যাৰ মুৰত সেন্দুৰ দিয়ে তাক সিন্দুৰাদান বোলে আৰু সিন্দুৰাদান হ'লেই বিয়া হৈ যায়। বিয়াৰ পিছত দৰা কন্যাক কিছুমানে ধান চটিয়ায়, কিছুমানে চাউল, গালত পান এপাত সেকি উপহাৰ দিয়ে । এই অনুষ্ঠানক চুমান বুলি কোৱা হয়। চুমানৰ পিছত ঘৰত দৰা কন্যাক পায়স খুৱাই বিদায় দিয়ে। ইয়াৰ লগত বহু ৰীতি নীতি আছে যদিও মূল অংশহে লিপিবদ্ধ কৰা হ'ল।

মানুহৰ জীৱনৰ অন্তিম সংকাৰ হ'ল মৰাৰ পিছত মৃতকক কিছুমানে দাহ কৰে কিছুমানে পোতে আৰু কিছুমানে খৃষ্টান ধৰ্মালম্বী সকলে কবৰ দিয়ে। তিনিদিনত ত্ৰিৰাত্ৰি, দহ দিনত দহা। দহাৰ দিনা নদীৰ ঘাটলৈ পুৰুষ মহিলা সকলোৱে যায়। নাপিতৰ দ্বাৰা সকলো মহিলাই নখ পুৰুষ সকলে চুলি, দাড়ি কাটে আৰু পুতেকে মুণ্ডন হয় চুলি খুৰাই তাৰ পিছত আটায়ে গাধুৰে। পতি ঢুকালে বিধৱা পত্নীক বিধৱা মহিলা সকলে লগত আনে। পুতেকে নদীত পিণ্ডদান কৰে। তাৰ পিছত খোল তাল বজাই পুতেক আৰু বিধৱা পত্নীক ঘৰলৈ আনে। পুৰুষ সকলে পুতেকক মাৰ্কিন কাপোৰ, ধূতি, গেঞ্জী দিয়ে এই কাপোৰ মৃতকে পায় বুলি বিশ্বাস। আত্মীয় মহিলা সকলে বিধৱা গৰাকীক বগা কাপোৰ শাৰী দিয়ে। ঘৰতে বামুনে হোম পুৰে তাৰ পিছত ৰাইজক জলপান খুৱায়। কিছুমানে এঘাৰ দিনত আৰু কিছুমানে বাৰ দিনত শ্ৰাদ্ধ আৰু ভোজ পাতে। বেছিভাগেই বামুনৰ দ্বাৰা শ্ৰাদ্ধ কৰে।

চাহ জনগোষ্ঠীৰ শতাধিক জাতি গোষ্ঠীৰেই প্ৰত্যেকৰে নিজা পূজা পাৰ্ব্বন উৎসৱ আছে বাবে সমূহীয়া ভাৱে পালন কৰা পূজা পাৰ্ব্বন কিছু উল্লেখ কৰা হ'ল। চাহ বাগিছাৰ কামৰ বাবে এই সকল লোকক অসমলৈ অনা হৈছিল যদিও বাগিছাৰ পৰা কিছু ভাগ লোক ওলাই গাঁৱ বস্তিত বাস কৰি কৃষিক জীৱিকা ৰূপে লৈ আছে। এই কৃষি জীৱি সকলে জাতীয় সংস্কৃতি সমূহ ধৰি ৰখাৰ প্ৰয়াস কৰিছে।

জেঠ মাহত পথাৰত কঠিয়া সিঁচাৰ আগত গ্ৰাম পূজা একেলগে কৰে। কিছুমানে ইয়াক মৰেড় পূজা কয়। প্ৰত্যেক গাঁৱত গ্ৰাম থান থাকে আৰু বছৰৰ জেঠ মাহত কিছুমান ফল মূল আৰু কিছুমানে বলি বিধানেৰে পূজা কৰি গাঁৱৰ সকলোৰে মঙ্গল কামনা কৰে। এই পূজাত বামুন নলগায়, গাঁৱৰে এজন পুৰোহিত থাকে তেওঁক লায়া বুলি কয়।

আহাৰ মাহৰ মাজত হাল, কোৰ, মাটি কটা কাম নকৰে। এই মাহত বহুতে সাবাড়ী পূজা, সূৰ্য্যদ্ধী পূজা কৰে। শাওণ মাহত কিছুৱে মনসা পূজা কৰে। এই পূজাত দেওধৰি উঠে তাক ঝুপান উঠা বুলি কয়। এই পূজাত বেউলা লক্ষীন্দৰক লৈ গান গায়।

ভাদ মাহক চাহ জনগোষ্ঠী লোকে পবিত্ৰ মাহ হিচাপে ভাৱে। এই মাহতেই





চাহ জনগোষ্ঠী সমাজৰ জাতীয় উৎসৱ কৰম পৰ্ব্ব উদযাপন কৰে। কৰম পৰ্ব্ব বহুতে ঘৰত আৰু ৰাজহুৱা ভাৱে অনুষ্ঠিত কৰে। এই পৰ্ব্ব ভাদ মাহৰ শুক্লা একাদশীত উদযাপন কৰে তাৰে ৫/৭ দিন আগত সাঞ্চ জাৱা উঠায়। জাৱা ৰখা ছোৱালী বিলাকে একেলগে নদীৰ ঘাটত যায় নদীৰ পৰা দুটা নতুন পাচিত বালি উঠাই আনে। সেই বালিত ধান,মাহ, গোমধান, বুট, মটৰ, আদি শস্য সানি দুইটা পাচিত গজালি ওলাব দিয়ে। কৰম পৰ্ব্বৰ দিনলৈ ৩/৪ ইঞ্চি গছপুলি লহপহকৈ পাচিতেই হৈ যায়। এই পুলিকে জাৱা বুলি কয় আৰু জাৱা ৰখা ছোৱালী বিলাকক কৰমতী বুলি কয়। জাৱা ৰখা দিনৰ পৰা কৰমতী সকলে সাত্বিক ভাৱে থাকে। বাঁহী ভাত খালে জাৱা লেৰেলা লাগিব, বেছি গৰম বস্তু খালে জাৱা মৰহি যাব আৰু মিঠাই খালে জাৱাত পৰুৱা উঠিব বুলি কয়। আটায়ে গৈ কৰম জাপৰ তলত ধূপ চাকি জ্বলাই আহে। জাৱাত প্ৰত্যেক দিন সন্ধিয়া জাগে জাগাই অৰ্থাৎ চাকি, ধূনা দি বন্দনা গায়। কৰমৰ দিনা কৰমতী সকলে নতুন শাৰী পিন্ধে দিনটো উপবাসে থাকি কৰম পূজা কৰে। পূজাৰ বাবে প্ৰত্যেকেই নিজৰ ঘৰৰ পৰা কাঁহৰ থালত ফুল, পান, দুৱৰী, ফলমূল, পিঠা পোনা আৰু এগছি মাটিৰ চাঁকি আনে। ভায়েকে চাঁকি জ্বলাই দিয়ে। কৰমৰ পুৰোহিত জনক কহনী বুঢ়া বুলি কয়। এই পূজাত বামুন নাথাকে। কহনী বুঢ়াই কৰমৰ ইতিহাস কৰমা আৰু ধৰমাক মূল নায়ক হিচাপে হৈ বৰ্ণনা কৰে। কৰমতী সকলে বৰ শ্ৰদ্ধা ভক্তিৰ এই কাহিনী শুনে আৰু মাজে মাজে ফুল, পানী, গাখীৰ আদি কৰম দেৱতাক উচ্ছৰ্গা কৰে। কাহিনীৰ পিছত কৰমতী সকলে আটায়ে থাল ধৰি থিয় হয় ক'হনী বুঢ়াই সকলোকে আশীৰ্বাদ দিয়ে। তাৰ বন্দনা গাই আটায়ে নাচি নাচি কৰম থালক প্ৰদক্ষিণ কৰে। তাৰ পিছত গোটেই নিশা কৰমৰ আখড়াত ডেকা গাভৰু, বুঢ়া-বুঢ়ী গান নাচ কৰি ৰাতিপুৱাই দিয়ে। পুৱা আটায়ে কোনোৱা নদীত কৰম থাল বিসৰ্জন দিয়ে।

আহিন মাহত দূৰ্গা পূজা। দূৰ্গা পূজা যদিও সৰ্ব্বভাৰতীয় উৎসৱ কিন্তু চাহ জনগোষ্ঠীৰ হিন্দু ধৰ্মালম্বী সকলে পূজাত নিজৰ লৰা ছোৱালীক নতুন কাপোৰ দিয়ে, পিতৃ-মাতৃ আটায়ে পূজাত নতুন কাপোৰ পিন্ধে। পূজাৰ থলীত প্ৰত্যেক পৰিয়ালে পূজাৰ সময়ত ঘৰৰ পৰা থাপনা সজাই প্ৰসাদ নি দেৱীৰ ওচৰত উচ্ছৰ্গা কৰে।

লক্ষ্মী পূজাত ঘৰে ঘৰে পূজা কৰে। এই পূজাত মহিলা সকলে উপবাসে থাকি পূজা কৰে। কালীপূজা অৰ্থাৎ দীপাৱলীত চাহ জনগোষ্ঠীৰ চহৰাই পৰ্ব্ব উদ্‌যাপন কৰে ঘৰে ঘৰে। এই পৰ্ব্বক বান্ধনা পৰ্ব্ব বুলি কয়। দীপাৱলীৰ তিনি দিনৰ আগত গৰুৰ মূত তেল সেন্দুৰ দিয়ে আৰু দীপাৱলী পিছনি গৰয়া পূজা কৰে গোহালীত

ইয়াক গহাল পূজা বুলিও কয়। সন্ধিয়া গৰুক নতুন পঘা দিয়ে। গৃহিনীয়ে ধূপ-ধূনা দি গৰুক পিঠাপনা খুৱায়। এই পৰ্বৰ বহাগ বিহুৰ লগত সাদৃস্য থকা দেখা যায়। কালী পূজা আৰু দ্বীপান্বিতাৰ দিনা ৰাতি হুচৰি গোৱাৰ দৰে জাহলি দিয়ে। এই পৰ্বৰ এসপ্তাহ ধৰি উদযাপন কৰে।

পুহৰ সংক্ৰান্তিত মাঘ বিহু। মাঘ বিহুক টুচু পৰ্বৰ বুলি কোৱা হয়। টুচু পৰ্বৰ কোনো এঘৰত উদযাপন কৰিহে ওচৰ চুবুৰীয়াই সমূহীয়া ভাৱে কৰে। বিজুৰীয়া সংখ্যাৰ ছোৱালীয়ে নদীৰ পৰা মাটি আনি টুচুৰ থাপনা কৰে ৫/৭ দিন আগতে। ইয়াক বাৰি উঠা বুলি কয়। সেই দিনাৰ পৰা আটায়ে সন্ধিয়া টুচুৰ বন্দনা কৰি ধূপ চাঁকি দিয়ে। উৰুকাৰ দিনা জাগৰণ বুলি কয়। সেইদিনা টুচুৰ মুৰ্ত্তি বা চৌড়ল আনে, বাৰি উঠোৱা ছোৱালী হতে আটায়ে পূজা সেৱা কৰি গোটেই নিশা নাচ গান কৰে লগতে টুচু প্ৰেমী পুৰুষ মহিলা সকলোৱে অংশ গ্ৰহণ কৰে। পিছদিনা ঘৰে ঘৰে টুচু ফুৰাই গোঁসাই ফুৰাদি প্ৰত্যেক ঘৰত গৃহস্থই ধূপ ধূনা দি সেঁৱা সৎকাৰ কৰে, পইচা দিয়ে। সন্ধিয়া নদীত কোনোবা বেলেগ টুচুৰ লগত টুচুৰ সখী পাতি দিয়ে আৰু বিসৰ্জন দিয়ে। সেই দিনা বহুতে সখী পাতে। ল'ৰাই ল'ৰাৰ লগত আৰু ছোৱালীয়ে ছোৱালীৰ লগত। ল'ৰাই সখিক ফুল বুলি কয় আৰু ছোৱালীয়ে ফুলিন কয়। ফুল ফুলিনৰ নাম কাঢ়িব নাজায়ে। ফুল ফুলিন মাকক ফুল মা আৰু বাপেকক ফুল বাপ বুলি মাতে। এই ফুল ফুলনিৰ মাধ্যমেদি এটি পৰিয়ালৰ লগত আন এটি পৰিয়ালৰ মধুৰ সম্পৰ্ক গঢ়ি তোলে।

ফাগুন মাহত ফাকুৱা উৎসৱ ভৰতবৰ্ষই উদযাপন কৰে। চাহ জনগোষ্ঠীয়ে ফাকুৱা উৎসৱক ফাগুৱা পৰ্বৰ বুলি কয়। পূৰ্ণিমাৰ দিনা হাবিৰ তুলসী থানত নিজৰ দেৱ দেৱীক আৰু ঘৰৰ পূৰ্ব্বজ সকলোকে দি সৰুৱে সেৱা কৰে আৰু ডাঙৰে সৰুৰ কপালত ফাকু গুৰি ফোট দি আশীৰ্বাদ দিয়ে। বৌয়েক ভিনিয়েক আদিক ৰং দিয়ে। খুৰা,মামা,দাদা, সম্বন্ধৰ লগত ৰং নেখেলে।

চ'ত মাহৰ চড়ক পূজা। এই পূজাক ভক্তা ফুড়া বুলিও কয়। দুই এঠাইতহে এই পূজা হয়। ভক্ত সকলক লোহাৰ শলাৰে জিভা, ডিঙি, বাহু আদিত ফুটাই দিয়ে। ভক্ত সকল উপবাসত থাকি নদীলৈ গৈ একেলগে গা ধোৱে আৰু তাৰ পৰা এজন এজনকৈ আটাইকে শলাৰে ফুটাই দিয়ে। দীঘল দীঘল শলা বিলাক উলমি থাকে। তাৰ পৰা তেওঁলোকৰ থাপনা কৰা ঠাইলৈ যায়।

চাহ জনগোষ্ঠীৰ বাৰ মাহত তেৰ পৰ্ব্বৰ উপৰিও প্ৰত্যেক জাতি গোষ্ঠীৰ নিজস্ব বিভিন্ন পূজা, পৰ্ব উৎসৱ আছে। ইয়াত কেৱল সমূহীয়া ভাবে সংখ্যাগৰিষ্ঠই পালন কৰা বিলাককহে উল্লেখ কৰা হ'ল।





ভাষা সাহিত্য— বৃটিছ ঔপনিবেশৰ কাৰ্য্যকালত ভাৰতৰ বিভিন্ন প্ৰান্তৰ পৰা বিভিন্ন ভাষা ভাষীৰ লোকক চাহ শ্ৰমিক হিচাৱে অনা হৈছিল। পশ্চিম বঙ্গৰ বিভিন্ন অঞ্চল পুৰুলিয়া, বাকুড়া, মেদিনীপুৰ আদিৰ লোক মূলত বঙালী ভাষাৰ বিহাৰ প্ৰদেশৰ ৰাচী, গোৰখপুৰষ, হাজাৰিবাগ, তামাড়আদিৰ পৰা অহা সকলৰ হিন্দী, ভোজপুৰী, চাদ্ৰী ভাষা, উৰিষ্যাৰ সমূৰভক্ত, বাৰিপদা, সম্বলপুৰ আদিৰ লোক উড়িয়া ভাষা ভাষীৰ। ওপৰোক্ত বৰ্ণনা কৰা ভাষাৰ বাহিৰেও নৃ-গোষ্ঠী সমূহৰ নিজা ভাষা উপভাষাৰ লোক হ'ল মূণ্ডা, ওৰাং, গোড়, চাঁওতাল, খেড়িয়া, কন্ধৰ বহুতৰে নিজৰ দোৱানো আছে। উৰিষ্যাৰ পৰা অহা উড়িয়া যদিও সম্বলপুৰ জিলাৰ পৰা অহা সকল সম্বলপুৰী ভাষা ব্যৱহাৰ কৰি আহিছে।

চাহ জনগোষ্ঠীৰ মাজত বিভিন্ন ভাষা ভাষীৰ লোক থাকিলেও তেওঁলোকৰ মাজত পৰস্পৰৰ কাষ চাপিবলৈ মনৰ ভাৱ আদান প্ৰদান কৰিবলৈ তেওঁলোকে এটা উমৈহতীয়া ভাষা বা Lingua Franca আৱিস্কাৰ কৰি সকলোৱে একেলগে মিলাপ্ৰীতিৰে চলি আহিছে। তাৰোপৰি ইটো জাতিৰ ফৈদে সিটো জাতিৰ ভাষা উপভাষাও প্ৰায় জানে। চাহ জনগোষ্ঠীৰ মাজত প্ৰচলিত উপভাষা সমূহ হ'ল চাদ্ৰী বা চাদনী, পাঁচ পৰগনীয়া, তামড়িয়া, খৰটা আৰু কুৰ্মালি। কুৰ্মালি ভাষা হিচাবে প্ৰতিষ্ঠিত হৈছে ৰাচী বিশ্ববিদ্যালয়ত।

এই জনগোষ্ঠী ইখন গাঁৰ অঞ্চল বা বাগিছাৰ ভাষা আন এখন গাঁৰ অঞ্চল বা বাগিছাৰ লগত নিমিলে। অঞ্চলভেদে তাত থকা বিভিন্ন মূলৰ জাতি গোষ্ঠীৰ কথা বতৰা একে অৰ্থাৎ একে ভাষীৰ। একেলগে থকা ওৰাংসকলে মুণ্ডা ভাষা জানে বা মুণ্ডা সকলে চাঁওতাল ভাষা জানে আৰু চাওঁতাল সকলেও গড় ভাষা জানে। চাহ জনগোষ্ঠীৰ লোক সকল আৰ্থ সামাজিক অথবা শৈক্ষিক দিশত পিছপৰি থাকিলেও ভাষা আয়ত্ব কৰাত পিছপৰি থকা নাই। জন্ম হৈয়েই মাকে কোৱা ভাষা অৰ্থাৎ মাতৃভাষাৰ উপৰিও ক্ৰমান্বয়ে সেই অঞ্চলত ব্যৱহৃত বিভিন্ন দোৱান শিকি কোৱাৰ উপৰিও সৰ্ব্বভাৰতীয় ভাষা হিন্দী জানে।

চাহ জনগোষ্ঠীৰ লোক অসমৰ মাটি পানী বতাহত নিজকে বিলীন কৰি বৰ্ত্তমান সময়ত এইসকল মানুহে নিজৰ ভিতৰটো অসমীয়া ভাষাই ব্যৱহাৰ কৰি অসমৰ ভাষা কৃষ্টি সংস্কৃতি আপোন কৰি অসমীয়া জাতি গঠন প্ৰক্ৰিয়াৰ অংশীদাৰ হৈ পৰিছে। যাৰ বাবে তেওঁ লোকৰ সৰু সৰু ফৈদৰ উপভাষা সমূহ লোপ পাব ধৰিছে। চাওঁতাল আৰু উৰিয়া ভাষাৰ দৰে সংবিধানত স্বীকৃতি লাভ কৰা ভাষাও চাহ জনগোষ্ঠীৰ মাজত আছে। চাহ জনগোষ্ঠীৰ ভাষা, কৃষ্টি সংস্কৃতিৰ উপযুক্ত গৱেষণা নোহোৱাৰ ফলত অসমত সু প্ৰতিষ্ঠিত কৰিব পৰা নাই।

চাহ জনগোষ্ঠী সকল বিভিন্ন প্ৰান্তৰ পৰা বিভিন্ন জাতি গোষ্ঠীৰ লোকে একে লগে চাহ জনজাতি পৰিচয় দাঙি ধৰিছে। যেনেকৈ অসমত বাস কৰা বিভিন্ন জাতি গোষ্ঠীৰ সহযোগত অসমীয়া জনগাঁথনি। চাওঁতাল আৰু উৰিয়া প্ৰতিষ্ঠিত ভাষাৰ যথেষ্ট সাহিত্য বিশেষকৈ ধৰ্ম মূলক কৃষ্টি সংস্কৃতিৰ লগত জড়িত বহু সাহিত্যৰ সৃষ্টি হৈছে যদিও বৰ্তমান সময়ত চাহ জনগোষ্ঠীৰ লোকসকল হাড়ে হিমজুয়ে অসমীয়া হৈ পৰাৰ বাবে এই জনগোষ্ঠীৰ বহু লোকে কবিতা, গল্প, প্ৰবন্ধৰ উপৰিও গ্ৰন্থ লিখি উলিয়াই বৃহৎ অসমীয়া সাহিত্যত অবিহণা আগবঢ়াই আহিছে। তাৰে কেইবা গৰাকী কবি সাহিত্যিকে প্ৰতিষ্ঠা লাভ কৰিছে। এইসকল লোকৰ মানসিকতা সৰল, সহজ, উদাৰ আৰু বহল অন্তৰৰ, যাৰ বাবে অন্যান্য জনগোষ্ঠীৰ দৰে নিজৰ জাতিৰ স্বাৰ্থতেই লাগি নাথাকি বৃহৎ অসমীয়া জাতিৰ স্বাৰ্থ লগত লৈ ফুৰে। তেওঁলোকৰ গানত প্ৰকাশ কৰে—

আসাম দেশে আৱলি
টুটু খুড়া তাড়লি,
আসাম দেশে খুললি বাসান
বানাই দেলি দুখে সনাৰ আসাম
আসাম হকে দিব বলিদান
তবু নাছাড়িব এ আসাম।
আসাম হকে দিব জীৱন দান
আসাম আমাৰ প্ৰাণেৰ প্ৰাণ।

এনেকৈ গান বিলাকত তেওঁলোকৰ অন্তৰৰ স্বতস্ফুৰ্ত ভাবে ওলাই আহে অসমক ভাল পোৱাৰ কথা। তেওলোকে অসমত সেউজীয়া চাহ পাতেই বোৱা নাই, এই চাহ পাতেই অসমৰ কেঁচা সোণ। সেই কাৰণে গানত উল্লেখ কৰিছে "আমি সোণৰ অসম গঢ়িলো, অসমৰ বাবে জীৱন দান দিম" বুলি কৈছে আৰু অসম আমাৰ প্ৰাণৰো প্ৰাণ। অসমৰ স্বাৰ্থ বিনষ্ট কোনো দিন নকৰা বা ভৱিষ্যতেও নকৰাৰ মানসিকতাত থকা এই শ্ৰমিক গোষ্ঠীটোক সু-সংৰক্ষণ অৰ্থাৎ তেওঁলোকৰ কৃষ্টি সংস্কৃতি ভাষা আদিৰ গবেষণা, সংৰক্ষণ হ'লে অসম, অসমীয়া সাহিত্যৰ ভড়াল চহকী হ'ব। ইতিমধ্যে দুই এগৰাকীয়ে এই জনগোষ্ঠীৰ দুই এটা বিষয়ত গবেষণা কৰিছে যদিও আভ্যন্তৰীন প্ৰৱেশ নকৰি ওপৰে ওপৰে কৰা দেখা গৈছে। অৱশ্যে সেই সকলে বিশ্ববিদ্যালয়ৰ উপাধি লাভ কৰিছে তাৰ বাবে আমাৰ ক'বলগীয়া নাই। কিন্তু প্ৰকৃত ছবি উলিয়াই দাঙি ধৰিলেহে এই জনগোষ্ঠীৰ উপকাৰ হ'ব নহ'লে গৱেষকে কেৱল উপাধিহে পাব।



# মিচিং লোকসমাজ আৰু লোকগীত ঃ এটি বিশ্লেষণাত্মক অধ্যয়ন

ড° চাৰু চহৰীয়া নাথ

অসমৰ জাতি গঠন প্ৰক্ৰিয়াত কোনো জাতি বা সম্প্ৰদায়ে অকলশৰীয়াকৈ কোনো বিশেষ স্থান অধিকাৰ কৰা নাই। ভিন্ন জাতিআৰু ভাষা-ভাষীৰ এক সংমিশ্ৰণৰ ফলত অসমীয়া ভাষা আৰু জাতিয়ে গঢ় লৈ উঠিছে। অসমীয়া জাতি গঠন প্ৰক্ৰিয়াত বড়ো, কোচ, আহোম, চুতীয়া সকলৰ বৰঙণিৰ দৰেই নদীপৰীয়া সংস্কৃতিৰ বাহক মিচিং সকলেও এক উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰিছে। মিচিং সকল বৰ্তমান ভৈয়ামত বাস কৰা অসমৰ এটি জনজাতীয় পৰিয়াল। এওঁলোক পূৰ্বে অসমৰ উত্তৰ-পূবফালে থকা পাহাৰবিলাকত বাস কৰিছিল বুলি জনা যায়। অসমত নদীপৰীয়া সংস্কৃতিত তেওঁলোক মিচিং বুলি পৰিচিত।

বৰ্তমান আবৰ পাহাৰত থকা 'মিয়ং' আৰু 'দ্ৰাম' নামৰ দুই জাতিৰ মানুহৰ পৰাই মিচিং সকল ফাটি আহিছে বুলি অনুমান কৰা হয়। অসমত চুতীয়া ৰাজত্বৰ শেষ আৰু আহোম ৰাজত্বৰ আৰম্ভ হোৱাৰ সময়ৰ পৰাই মিৰি বা মিচিং সকল ভৈয়ামলৈ নামি আহিছিল।

মিচিং জনগোষ্ঠী বৃহত্তৰ তিব্বত ধৰ্মীয় ঠাইৰ অবচীন জনগোষ্ঠী। বৰ্ত্তমানৰ মধ্য আৰু অৰুণাচলত বসবাস কৰা বিভিন্ন সৰু-সুৰা গোটেৰে 'দঞি প'ল' গোষ্ঠী হিচাপে পৰিচিত হোৱা গোষ্ঠীটোৰ এওঁলোক অবিচ্ছেদ্য অঙ্গ। মিচিং সকলে দঞি প'ল'ক (সূৰ্য্য আৰু চন্দ্ৰ) আৰাধ্য দেৱতা হিচাপে গণ্য কৰে। সেই কাৰণে যি কোনো পৰ্ব বা সকাম নিকামত তেওঁলোকে পোন প্ৰথমেই 'আনে দঃঞি' (মাতৃসূৰ্য্য) আৰু (পিতৃচন্দ্ৰ) ৰ নাম লয়।

মিচিং সকল শদিয়াৰ পৰা শোণিতপুৰ জিলাৰ তেজপুৰলৈ বিয়পি আছে। শোৱনশিৰি নৈ আৰু বিশেষকৈ নৈৰ পাৰত তেওঁলোকে বাস কৰি ভাল পায়।

ব্ৰহ্মপুত্ৰৰ পাৰত বহুতো মিচিং গাঁও দেখা যায়। সৰু সৰু নৈ-উপনৈ সমূহৰ পাৰতো মিচিং সকলে বসবাস কৰা দেখা যায়। নদীৰ পাৰত বাস কৰা কাৰণে বাৰিষা নৈৰ পানী বাঢ়িলে তেওঁলোকে চাংঘৰত থাকে। বৰ্তমান এওঁলোকে পূবে দিহিং নৈৰ পৰা পশ্চিমে শোণিতপুৰ জিলাৰ ভৰলী নৈলৈকে বিয়পি আছে।

ভৈয়ামত মিচিং সকলক কেইবাটাও খেলৰ নাম ধৰি মতা হয়। মুঠতে আঠোটা খেলত তেওঁলোকক ভাগ কৰিব পাৰি। যেনে 'চায়াং' বা 'চায়েঙীয়া', 'অয়নে' বা 'আয়েঙীয়া', 'ময়িং' বা 'ময়েঙীয়া', 'দৈলো' বা 'তায়ো তায়ে', 'পাগৰ', 'দাম্বুক', চামুগুৰীয়া আৰু 'তামাৰ' এই চামুগুৰীয়া আৰু তামাৰ খেলৰ লোকসকলেই পোনপ্ৰথমে ভৈয়ামলৈ নামি অহা বুলি বিশ্বাস কৰা হয়। তেওঁলোক ভৈয়ামলৈ নামি অহা সময়ত অন্যান্য মিৰি মানুহ নাছিল কাৰণে অন্য মিৰি সম্প্ৰদায়ৰ লগত ভাবৰ আদান-প্ৰদান কৰিবলগা হোৱাত নিজ কথা, ভাষা বা মৌখিক ভাষা পাহৰাৰ দৰে হৈছিল। বৰ্ত্তমান তেওঁলোকে অসমীয়াত কথা বতৰা পাতে।

মিচিং সকলৰ শাৰীৰিক গঠন অন্যান্য মঙ্গোলীয় জাতিৰ লগত প্ৰায় একেই। এওঁলোক বৰ ওখ নাইবা বৰ চাপৰো নহয়। তেওঁলোক শান্ত প্ৰকৃতিৰ মানুহ। তেওঁলোকে নাচবাগ আৰু ৰংৰহইচ আদিত ভাগ লৈ ভাল পায়। তেওঁলোক অতিথি পৰায়ন। তেওঁলোকে নিজে ভাতেৰে তৈয়াৰ কৰা আপং নামৰ পানীয় খাদ্য ব্যৱহাৰ কৰে। খেতিয়েই তেওঁলোকৰ প্ৰধান জীৱিকা।

মিচিং সকল মূলতঃ দঞি -প'ল'ৰ উপাসক। তেওঁলোকৰ নিজৰ কিছুমান উৎসৱ আৰু পূজা পাৰ্বন আছে। তেওঁলোকে 'তালেং' উয়ু বুলি ওপৰ দেৱতা, দু-মুৰ্গ, দংবাং, 'মুগালিং' তাকাৰ আদিক পূজা কৰে ধৰ্মৰ মূল ভেটি হ'ল বিশ্বাস চন্দ্ৰ আৰু সূৰ্য্যৰ উপাসক হিচাপে মিচিং সকলৰ ধাৰ্মিক বিশ্বাস প্ৰকৃতিৰ শক্তিৰ ওপৰত প্ৰতিষ্ঠিত। তেওঁলোকৰ ধাৰ্মিক ভাৱনাৰ প্ৰতিফলন তেওঁলোকৰ লোকগীত সমূহত অভিব্যক্ত হৈছে। দঞি প'ল'ৰ উপৰিও তেওঁলোকে অন্যান্য কিছুমান দেৱ-দেৱীৰ পূজা-অৰ্চনা কৰে। হিন্দী সাহিত্যৰ লোক সংস্কৃতিৰ বিশিষ্ট অধ্যাপক ড. জগমল সিংহই লোকগীতত ধাৰ্মিক ভাৱনা কেনেদৰে ব্যক্ত হয় তাৰ ব্যাখ্যা কৰি কৈছে যে 'মানুহে নিজৰ জীৱনটোক বচাই ৰাখিবলৈ অহৰহ সংঘৰ্ষ কৰি থাকে। মানুহৰ শক্তি যিমান খিনিলৈ যাব পাৰে, তালৈকে তেওঁলোকে প্ৰকৃতি আৰু সামাজিক আচাৰ বিচাৰৰ ওপৰত নিয়ন্ত্ৰণ ৰাখে, কিন্তু য'ত তেওঁলোকৰ শক্তি ক্ষীণ হৈ পৰে তাতে তেওঁলোকৰ ধাৰ্মিক কৰ্মকাণ্ডৰ আৰম্ভ হয়। তেওঁলোকে সূৰ্য্য, চন্দ্ৰ আদি গোচৰ প্ৰাকৃতিক উপাদান সমূহক দেৱতাৰ ৰূপত পূজা কৰিবলৈ





ল'লে, যিবিলাক কথাৰ সম্বন্ধ এই প্ৰাকৃতিক উপাদান সমূহৰ লগত নাছিল তাত তেওঁলোকে কিছুমান অগোচৰ দেৱতাৰ কল্পনা কৰি ল'লে। মিচিং সমাজতো তেওঁলোকৰ ধাৰ্মিক বিশ্বাসত এনে ধৰণৰ কথা দেখা পোৱা যায়। মিচিং লোক সমাজত হিন্দু ধৰ্মৰ শাস্ত্ৰীয় স্বৰূপ বিচৰাটো সঠিক নহয়। তেওঁলোকৰ সম্বন্ধ আদিম ধাৰ্মিক বিশ্বাসৰ সৈতে জড়িত। লোক ধৰ্মত সূৰ্য্য, চন্দ্ৰৰ পূজা কৰা হয়। সূৰ্য্য আৰু চন্দ্ৰ তেওঁলোকৰ সৃষ্টিকৰ্ত্তা দেৱতা। মিচিং সমাজত নদ-নদীকো দেৱীৰ ৰূপত পূজা কৰা হয়। মিচিং লোকগীতত ব্ৰহ্মপুত্ৰ নদী অতি পবিত্ৰ ৰূপত প্ৰতিফলিত হৈছে। ব্ৰহ্মপুত্ৰৰ লগতে কিছু সংখ্যক উপনৈৰ সৈতে তেওঁলোকৰ সম্পৰ্ক অতি গম্ভীৰ। মিৰি জীয়ৰী উপন্যাসত তেওঁলোকৰ নদীকেন্দ্ৰিক জীৱন ধাৰাৰ অতি সুন্দৰ প্ৰতিচ্ছবি প্ৰতিফলিত হৈছে।

সমাজৰ সৃষ্টি পৰিয়ালৰ পৰা আৰু পৰিয়ালৰ সৃষ্টি ব্যক্তিৰ পৰা হয়। সেয়ে সমাজৰ অধ্যয়ন কৰিবলৈ ল'লে বিভিন্ন পাৰিবাৰিক সম্বন্ধৰ বিষয়ে আলোচনা কৰা উচিত। পাৰিবাৰিক সম্বন্ধ হ'ল সমাজৰ মূল কেন্দ্ৰ।

পাৰিবাৰিক জীৱনত দাম্পত্য জীৱনৰ স্থান আটাইতকৈ বেছি। পতি-পত্নীৰ মধুৰ সম্বন্ধৰ কথা লোকগীতত অভিব্যক্ত হৈছে। মিচিং সমাজত নাৰীক সন্মানজনক স্থান দিয়া হয়। পত্নীক কোনো প্ৰকাৰে কষ্ট নিদিয়াৰ কথা কোৱা হৈছে।

*"আলোম গৃনো আলুৰাঙ গৰম কস্ত ময়ৰঙ।।"*

অন্য এটি গীত উল্লেখ কৰা হৈছে যে প্ৰথমতে সংসাৰখনক সুশোভিত কৰিবলৈ আৰু উৎপত্তিৰ বাবে ঈশ্বৰে স্ত্ৰীৰ সৃষ্টি কৰিছিল।

*"মৰম বিনো বা উত্তন কনোঙ কস্ত ময়ৰঙ।।"*

পতি-পত্নীৰ সম্বন্ধৰ উপৰিও পিতৃ-মাতৃ সম্বন্ধৰ উল্লেখো মিচিং লোকগীতত উপলব্ধ হয়। পিতৃ-মাতৃৰ স্থান পৰিয়ালত সদায় মহত্বপূৰ্ণ। মিচিং লোকগীতত পিতৃ-মাতৃৰ মহত্বৰ কথা পৰিস্ফুটিত হোৱা দেখা যায়। পুত্ৰই নিজৰ জন্মৰ বিষয়ে কৈছে যে, মোৰ মা-দেউতাই মহা আনন্দৰে পাৰিবাৰিক জীৱনত প্ৰৱেশ কৰি মোক জন্ম দিলে। মায়ে ন মাহ গৰ্ভত ধাৰণ কৰি বহু কষ্ট সহ্য কৰি মোক জন্ম দিলে। মোক স্তনপান কৰালে আৰু কন্দাকটা কৰিলে নিচুকনি গীত গাই-গাই মোক শান্ত কৰিছিল। তেনেদৰে এটি মৃত্যু গীতত মৃত্যুৰ পৰা দশম দিনা পিতৃ-মাতৃৰ শ্ৰাদ্ধ কৰাৰ কথা উল্লেখ কৰা হৈছে। ইয়াৰোপৰি বিভিন্ন সময়ত কৰা পূজা-পাৰ্বণত পিতৃ-মাতৃক সেৱা জনোৱাটো পৰিয়ালৰ এটা সুস্থ পৰম্পৰা। মিচিং সমাজত পুত্ৰ সন্তান আৰু কন্যা সন্তানৰ মাজত কোনো ভেদভাৱ নাই।

লোকগীতৰ মাজেদি ভাই-ভনী , পিতৃ-মাতৃ, শহুৰ-শাহুৰ, বৌৱেক-দেওৰেক ইত্যাদি সকলো প্ৰকাৰৰ পাৰিবাৰিক সম্বন্ধ সুন্দৰকৈ চিত্ৰিত হৈছে।

এইবোৰ পাৰিবাৰিক নিয়ম-নীতিৰ মাজত প্ৰতিফলিত মিচিং ডেকা-গাভৰু, বৃদ্ধ-শিশু সকলোৰে পৰিপালনীয় কিছুমান ৰীতি-নীতিয়ে মিচিং সমাজখনক সুন্দৰকৈ গঢ় দিছে। কিন্তু সামাজিকভাৱে অপৰাধীসকলক বিচাৰ কৰি শাস্তি বিধানৰ প্ৰথাও প্ৰচলিত আছে। মিচিং ঐনিতম গীতত ৰাধাকৃষ্ণৰ প্ৰেমক আদৰ্শৰ ৰূপত প্ৰস্তুত কৰা হৈছে। বিয়োগ প্ৰেমীয়ে নিজৰ প্ৰেমিকাক কয় "কৃষ্ণ ঈশ্বৰ হৈও ৰাধাৰ প্ৰেমক পাহৰিব পৰা নাই। মইতো সাধাৰণ মানুহ, তোমাক মই কেনেকৈ পাহৰিম।"

ৰাধাকৃষ্ণৰ আদৰ্শ প্ৰেমৰ চৰ্চা আন কিছু গীতত প্ৰতিফলিত হোৱা দেখা যায়। তাত কৈছে ৰাধাই নিজৰ দেশ এৰি গৈছে, কিন্তু কৃষ্ণক এৰিব পৰা নাই। এইদৰে এজন মিচিং ডেকাই নিজৰ দেশ এৰি গৈছে কিন্তু নিজৰ প্ৰেমিকাক এৰিব পৰা নাই। মিচিংসকলৰ মাজত শিৱৰ মহত্বও আছে। চিয়াং জিলাৰ সুপ্ৰসিদ্ধ মালিনী থানত শিৱৰ চিহ্নমাত্ৰ পোৱা যায়। মিচিং গীত এটিত এই বিষয়ে উল্লেখ পোৱা যায়। প্ৰসিদ্ধ লেখক ভিক্ষু কৌণ্ডিল্যই উল্লেখ কৰা এটি গীতত পঞ্চৱতীৰ মাৰীচৰ প্ৰসঙ্গ চিত্ৰিত হৈছে। এই গীতটিত কোৱা হৈছে যে ৰাম, লক্ষ্মণ আৰু সীতা সুন্দৰী যেতিয়া পঞ্চৱাটী বনত আছিল তেতিয়া মাৰীচ নামৰ ৰাক্ষকে মৃগৰূপ ধাৰণ কৰি সীতাক হৰণ কৰি নিছিল। সৃষ্টিকৰ্তাই 'আব তাবে' সৃষ্টি কৰিলে আবতানি (পুৰুষ) আৰু অবতানি (স্ত্ৰী)ৰ সৃষ্টি কৰিলে মেংল (পিতৃ) আৰু সেংদ (মাতৃ)য়ে। লাহে লাহে বিভিন্ন গোত্ৰৰ সৃষ্টি হ'ল। মিচিং জাতিৰ বিভিন্ন গোত্ৰৰ মাজত বৈবাহিক সম্বন্ধৰ বিধান দিয়া হ'ল আৰু মিচিং জাতিৰ উত্তৰোত্তৰ বিকাশ ঘটিবলৈ ধৰিলে।

মিচিং সমাজ ব্যৱস্থাত গাম (গাঁওবুঢ়া)ৰ এক বিশিষ্ট স্থান থাকে। তেওঁ অন্যান্য গাঁও সভাৰ সদস্যৰ পৰামৰ্শ অনুসৰি বিচাৰ আৰু শাস্তি বিধান কৰে। অপৰাধৰ মাত্ৰা অনুসৰি শাস্তি বিধানত নিয়ম আছে। আগতে অতি গভীৰ অপৰাধ বুলি বিবেচিত হ'লে মৃত্যু দণ্ডলৈকে ব্যৱস্থা আছিল।

সমাজত বৃদ্ধসকলৰ সন্মানজনক স্থান থাকে। কিন্তু লোকগীতত বৃদ্ধাৱস্থাক এক অভিশাপৰূপে চিহ্নিত হোৱা পৰিলক্ষিত হয়। মিচিং সমাজত দাহ-সংস্কাৰৰ ব্যৱস্থাৰ পৰিৱৰ্তে সমাধি দিয়াৰ প্ৰথা প্ৰচলিত। মৃত-ব্যক্তিৰ সমাধিত তেওঁৰ প্ৰিয় বস্তুবিলাক অৰ্পণ কৰা হয়।

মিচিং সমাজত বহুতো সামাজিক উৎসৱ পালন কৰা হয়। তাৰ ভিতৰত 'আলি-আই-লগাং', 'পঃৰাগ' আৰু 'আমৰাগ' লেখত ল'বলগীয়া। 'আলি-আই-





লগাং' অতি মহত্বপূৰ্ণ অনুষ্ঠান। এই উৎসৱত নৃত্য-গীত আৰু সঙ্গীতৰ আয়োজন কৰাৰ লগতে 'সামূহিক ভোজ' ব্যৱস্থা কৰা হয়। 'পঃৰাগ' উৎসৱত মূৰ্গা মৃগা, গাহৰি আদি বলি দিয়াৰ প্ৰথা আছে। বলি দিয়া গাহৰি আৰু মূৰ্গা আদিৰ মাংস মদিৰাৰ লগত ভোজত প্ৰসাদ হিচাপে গ্ৰহণ কৰা হয়। 'মৰং' মিচিং সকলৰ সামূহীয়া জীৱনৰ প্ৰতীক, য'ত যুৱক-যুৱতী সকল একেলগে শোৱাৰ ব্যৱস্থা আছিল। পৰিৱৰ্ত্তিত ৰূপত ঠায়ে ঠায়ে এই ব্যৱস্থাৰ প্ৰচলন থাকিব পাৰে। 'আমৰাগ' উৎসৱৰ বিষয়ে আগতে আলোচনা কৰা হৈছে। এই কেইবিধ সামাজিক অনুষ্ঠানত বিহুগীতৰ প্ৰচলন মন কৰিবলগীয়া।

মিচিং লোক সমাজত প্ৰাচীন কালৰ পৰা চলি অহা সামাজিক জীৱন গাঁথনিৰ পৰম্পৰাসমূহ বৰ্তমানেও প্ৰাসঙ্গিক। কিন্তু আধুনিক শিক্ষা-দীক্ষা প্ৰচাৰ আৰু প্ৰসাৰৰ ফলত তেওঁলোক গীত-মাত, বেশভূশা আদিত প্ৰভাৱ নেপেলোৱাকৈ থকা। এয়া তেওঁলোকৰ সাহিত্য সংস্কৃতি আৰু সমাজ জীৱনৰ বাবে এটি শুভ লক্ষণ। শিক্ষা-দীক্ষা, ৰাজনীতি সকলো ক্ষেত্ৰতে তেওঁলোক ক্ৰমে উন্নতিৰ ফালে অগ্ৰসৰ হৈছে। ধৰ্ম, কলা, সাহিত্য, সংস্কৃতি সকলো ক্ষেত্ৰতে তেওঁলোকৰ অগ্ৰগতি লক্ষণীয়। মিচিং জনজাতীয় সমাজৰ বিকাশ বৃহত্তৰ অসমীয়া সমাজৰেই বিকাশ। অসমীয়া জাতি গঠনত তেওঁলোকৰ অৰিহণাই অসমীয়া সমাজক অধিক সমুজ্জ্বল কৰি তুলিছে।

**প্ৰসঙ্গ পুথিঃ**


১। খড়ীবোলী আউৰ মিচিং লোকগীতো বা তুলনাত্মক অধ্যয়ন
টাইপ্ড কপিঃ ড. দেৱকান্ত পাঙ্গিং।

২। অসমৰ জনজাতি ঃ
সম্পাদনা - শ্ৰীপ্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য
প্ৰকাশক - অসম সাহিত্য সভাৰ হৈ লয়াৰ্চ বুক ষ্টল, গুৱাহাটী।

৩। অসমৰ জনজাতীয় সংস্কৃতি ঃ ড. উপেন ৰাভা হাকাচাম, ৰীডাৰ অসমীয়া বিভাগ, গুৱাহাটী বিশ্ববিদ্যালয়।




# মেচ জনজাতিৰ সমাজ-সংস্কৃতি

ড° উপেন ৰাভা হাকাচাম

মেচ শব্দটো কোঁচ আৰু কছাৰীৰ সমানেই পৰিচিত যদিও এই নামেৰে পৰিচিত জনগোষ্ঠীৰ নৃতাত্ত্বিক আৰু সাংবিধানিক পৰিচয়ৰ মাজত কিছু গৰমিল আছে। নামনি অসমৰ গোৱালপাৰা জিলাৰ লক্ষীপুৰ চাৰ্কোলৰ অন্তৰ্গত ৰাভা-বড়োমূলৰ লোকসকল একালত মেচ নামেৰে জনজাত হৈছিল আৰু প্ৰাক-স্বাধীনতা কালত এই অঞ্চলটি মেচপাৰা নামেৰে পৰিচিত আছিল। বৰ্তমানেও উত্তৰবংগৰ কোচবিহাৰ, জলপাইগুৰি আদি জিলাৰ বড়োমূলীয় লোকসকল 'মেচ' নামেৰেহে উল্লেখিত হৈ আহিছে।

দৰাচলতে অসমৰ ভৈয়ামৰ জনজাতি হিচাপে চিহ্নিত 'মেচ' জনজাতিৰ লোকসকল বৰ্তমান কাৰ্বি আংলঙৰ পাবখোৱা অঞ্চল, গোলাঘাটৰ দয়াং বনাঞ্চল, ডিব্ৰুগড়ৰ খোৱাং অঞ্চলত বসতি কৰি আছে। অন্য অঞ্চলৰ মেচ উপাধিধাৰী লোকসকল তেওঁলোকৰ নিজ নিজ নৃগোষ্ঠীক আৰু ভাষাগত পৰিচয়ৰে বৰ্তমান পৰিচিত। সেইফালৰ পৰা বিবেচনা কৰিলে মেচ এটা সুকীয়া জনজাতি নহয়, ই উচ্চবৰ্ণৰ হিন্দুসকলৰ দ্বাৰা সংস্কৃত 'ম্লেছ' (অস্পৃশ্য) শব্দৰ অপভ্ৰংশৰে নামকৰণ কৃত (exonymous) আৰু কোঁচ (কুৱাচ) বা কছাৰী জনগোষ্ঠীৰ সমতুল্য বড়োমূলীয় মংগোলীয় জনগোষ্ঠীৰ লোক। এওঁলোকৰে বহুতে হিন্দুধৰ্মৰ শৰণাপন্ন হৈ শৰণীয়া, মদাহী, কোঁচ, ৰাজবংশী, চুতীয়া, বৰাহী আদি প্ৰাচীন আৰু মধ্যযুগীয় জাতি-উপজাতিৰ সৈতে একাকাৰ হৈ গৈছিল। এইবিষয়ে ড° সুনীতি কুমাৰ চেটাৰ্জী (Forward, The Meches and Totos by C. C. Sanyol, 1973), ডেল্টন (Tribal History of Eastern India, 1978), অমলেন্দু গুহ (জমিন্দাৰকালীন গোৱালপাৰা জিলাৰ আৰ্থ-সামাজিক অৱস্থা ঃ এটি





ঐতিহাসিক দৃষ্টিপাত, ১৯৮৪) গ্ৰীয়েৰছন (L.S.I. Vol. III, pt. II, 1903), এণ্ডেল (The Kacharis, 1975) প্ৰভৃতি দেশী-বিদেশী পণ্ডিতসকলে মেচসকলৰ উৎপত্তি, নামকৰণ, বাসস্থান আৰু অন্য বড়োমূলীয় জনজাতিৰ সৈতে নৃগোষ্ঠীয় সম্বন্ধ (ethnic offinity)-ৰ বিষয়ে অনুপুংখ বিশ্লেষণ আগবঢ়াইছে।

মেচ বা মেচ-কছাৰী হিচাপে চিহ্নিত জনগোষ্ঠীৰ (ভৈয়ামৰ জনজাতি) জনসংখ্যা অসমত তেনেই তাকৰ। ১৯৭১ চনৰ লোকগণনা মতে মাত্ৰ ২৫৭০জন মেচলোকৰ সংখ্যা অসমত পোৱা যায়। অন্যান্য জনজাতিৰ তুলনাত শিক্ষা-দীক্ষাত মেচসকল অতি আগবঢ়া। তেওঁলোকৰ মাজত নিজ ভাষা-সংস্কৃতি প্ৰায় নিঃশ্চিহ্ন হোৱাৰ পথত। অকল অধঃস্তৰ (Substratum) পৰ্যায়তহে বড়োমূলীয় মেচ ভাষাৰ কিছু শব্দ সম্ভাৰ বিশেষকৈ সংস্কৃতিৰ লগত জড়িত শব্দ সম্ভাৰ ৰক্ষিত হৈ আছে। ইয়াৰ বিপৰীতে দৈনন্দিন জীৱনত তেওঁলোকে উজনি অসমৰ সোণোৱাল কছাৰী, ঠেঙাল কছাৰী, দেউৰী, মৰাণ আদি জনগোষ্ঠীৰ কাৰ্যত অসমীয়া (নৃগোষ্ঠীয় উপভাষা)ৰ সৈতে প্ৰায় অবিকল এটা কথিত অসমীয়া ৰূপেৰে বাক-বিনিময় কৰে। অৱশ্যে তাহানিতে তেওঁলোকে বড়ো- কছাৰীসকলৰ মাতৃভাষাৰেই (দৰং অঞ্চলৰ) এটা আঞ্চলিক ৰূপ ব্যৱহাৰ কৰিছিল বুলি বিভিন্ন সূত্ৰে গম পোৱা যায়। এই সম্পৰ্কে ড° সুনীতি কুমাৰ চেটাৰ্জী (Kirata Jana Kriti, 1951, pp. 13-15) গ্ৰীয়েৰছন (L.S.I. Vol. III, P. 36) প্ৰভৃতি ভাষাবিদে যথাস্থানত আলোচনা কৰিছে। মেচসকল অন্য বড়ো-কছাৰীৰ দৰে কেইটামান ফৈদ-উপফৈদত বিভক্ত। উদাহৰণ স্বৰূপে ১। ছাম্প্ৰাইমাৰী/চাম্প্ৰামাৰি (চাম্প্ৰাথ অৰ্থাৎ চাউলীয়া বা এৰেহা ভাতৰ লগত সম্পৰ্কান্বিত), ২। নাৰ্জিনাৰী/নাৰ্জেনাৰী (নাৰ্জিন/নাৰ্জেন অৰ্থাৎ মৰাপাট বা শোকোতাৰ লগত সম্পৰ্কান্বিত), ৩। বসুমতাৰী (বসু+মাতা, আই ধৰিত্ৰী অৰ্থসূচক), ৪। মোচাৰী/ মোছাৰী (মোচা /মোছা অৰ্থাৎ বাঘৰ সৈতে সম্পৰ্কান্বিত)— এই পাঁচটা প্ৰধান ফৈদ। বৰগাঁও-আৰী (গাঁওবুঢ়া), দৈমা-আৰী (নৈপৰীয়া), গয়াপাৰী (তামোলৰ লগত সম্পৰ্কান্বিত) আৰু খাতলৌ-আৰী (খাতলৌ অৰ্থাৎ মিঠালাউৰ লগত সম্পৰ্কান্বিত)— এই চাৰিটা উপফৈদ বা গোত্ৰ পোৱা যায়। এই চাৰিটা উপফৈদ আৰু পাঁচটা ফৈদৰ নামৰ সৈতে মূল বড়ো-কছাৰী ফৈদৰ নামৰ সাদৃশ্য মন কৰিবলগীয়া।

তেওঁলোক পিতৃতান্ত্ৰিক পৰিয়ালৰ অনুগামী যদিও সমাজত নাৰীৰ মৰ্যাদা পূৰ্ণমাত্ৰে অক্ষুণ্ণ আছে। বিয়াৰ পিছত কইনাই দৰাৰ ঘৰত বসবাস কৰে আৰু সাধাৰণতে তেওঁলোক যৌথ পৰিয়ালত বাস কৰা দেখা যায়।

জন্ম-মৃত্যু-বিবাহৰ লগত নানা বিশ্বাস আৰু লোকাচাৰ জড়িত হৈ আছে। তেওঁলোকৰ বাবে শনি আৰু মঙল অমংগলীয়া বাৰ। সেয়ে এনে বাৰত কোনো মাংগলিক কাৰ্য সম্পাদন নকৰে, গৰ্ভৱতী নাৰীকো এনে বাৰত বাহিৰলৈ ওলাবলৈ মানা কৰে। অপদেৱতাৰ দৃষ্টিত নপৰিবলৈ প্ৰসৱৰ পিছত লোৰ টুকুৰা বা কটাৰী এখন প্ৰসূতিৰ বিছনাৰ তলত থোৱাৰ পৰম্পৰা আছে। অভিজ্ঞ কোনোবা এগৰাকী তিৰোতাৰে গৰ্ভৰ ফুলৰ পৰা নাই কাটি সন্তানক বিচ্ছিন্ন কৰি দিয়া হয়। সাধাৰণতে বাঁহৰ পৰা বাছি উলিওৱা ধাৰাল চোঁচেৰে ল'ৰা সন্তান হ'লে পাঁচবাৰ আৰু ছোৱালী সন্তান হ'লে সাতবাৰ ৰেপি নাই ছেদন কৰা হয়। নাই ছেদন কৰাৰ পিছতে সন্তানৰ নামকৰণ কৰে। সন্তানৰ মংগলৰ বাবে গোথা-মোদাই দেৱতাৰ পূজা কৰে।

মৰাশ দুই প্ৰকাৰে সৎকাৰ কৰে— অগ্নি সৎকাৰ আৰু মাটি দিয়া। মৃতকক মদ-ভাত দিয়া প্ৰথা একালত প্ৰচলিত আছিল। মৃতকৰ একে গোত্ৰৰ লোকৰ দ্বাৰাহে একালত মৃতদেহ সৎকাৰ কৰা হৈছিল। শ্ৰাদ্ধ-বিধিৰ সুকীয়া প্ৰথা আছিল যদিও বৰ্তমান আন আন জনগোষ্ঠীৰ দৰে একে প্ৰথাৰে দহ দিনত দহা আৰু এঘাৰ বা তেৰদিনত শ্ৰাদ্ধ পাতে।

একে গোত্ৰৰ মাজত বিবাহ নিষিদ্ধ আছিল যদিও বৰ্তমান এই নিয়মলৈ শিথিলতা আহিছে। প্ৰাচীন বিবাহ-বিধি প্ৰায় নমনাৰ দৰে হৈছে। প্ৰাচীন কালত দৰাঘৰৰ তিৰোতাসকলে বিশেষকৈ মাকে কইনাৰ গাধন (জন) যাচিছিল আৰু কইনাই দৰাঘৰত গৈহে বিবাহ কাৰ্য সম্পাদন কৰিছিল। বড়োসকলৰ দৰে 'হামাছলৈ' ব্যৱস্থাৰো একালত প্ৰচলন আছিল। তাহানিৰ দৰে বৰ্তমানো বিধৱা বিবাহৰ প্ৰচলন আছে। দেওবেকৰ সৈতে বিবাহ প্ৰযোজ্য কিন্তু বৰজনাৰ সৈতে বিবাহ নিসিদ্ধ। ৰাভাসকলৰ দৰে এখিলা পাণ দুয়ো (স্বামী-স্ত্ৰী) বয়োজ্যেষ্ঠসকলৰ সাক্ষাতে ছেদন কৰা ব্যৱস্থাৰো প্ৰচলন আছে। বিবাহিতা তিৰোতা বা গাভৰু ছোৱালীৰ সতিত্ব সম্পৰ্কে প্ৰমাণ চাবলৈ সিজু গছৰ তলত আসন পাৰি বিশেষ নিয়মেৰে মন্ত্ৰপুত চাউল গ্ৰহণ কৰিবলৈ দি তাৰ ভিত্তিত পুৰোহিতে দোষী-নিৰ্দোষী নিৰূপণ কৰাৰ দস্তুৰো একালত প্ৰচলন আছিল।

বড়ো-কছাৰী পৰিয়ালৰ ঘৰ-বাৰীৰ সৈতে মেচৰ পৰিয়ালৰ ঘৰ-বাৰীৰো





কোনো তফাৎ নাছিল। উত্তৰৰ বৰঘৰত মাইনাও (লখিমী) দেৱীৰ থান পাতিছিল। বৰ্তমান ব্ৰহ্ম ধাম বা মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱত পৰিলেও মেচসকলে চোতালৰ এচুকত সিজু গছ পুতি বাত 'বায়ু'ৰ থান পতা পৰম্পৰা এৰিব পৰা নাই।

মেচসকলৰো প্ৰধান খাদ্য ভাত। তদুপৰি শুকান মাছ-মাংস আৰু নানাধৰণৰ হিন্দুৰ অস্পৃশ্য খাদ্য (গাহৰি-কুকুৰা, কুচিয়া-কেঁকোৰা, শামুক প্ৰভৃতি) ভক্ষণ কৰিছিল। পূৰ্বতে তেওঁলোকৰ খাদ্যাভ্যাসত ম'হৰ মাংসৰো বিশেষ সমাদৰ আছিল।

মেচসকলে চেনি বা গাখীৰ নিমিহলোৱা চাহ খাইহে তৃপ্তি পাইছিল। গাখীৰ বেলেগে খোৱাত কোনো বাধা নাছিল। সেইদৰে পূজা বা সামাজিক কামত জৌ (মদ)-ৰ ব্যৱহাৰো আছিল। পুৰুষ-স্ত্ৰী নিৰ্বিশেষে তামোল-পাণ, ধঁপাত-বিড়ী সেৱনতো কোনো বাধা নাছিল।

তেওঁলোকৰ মাজত বায়ু, মাইনাও, বলিখুংগ্ৰি আদি দেৱ-দেৱীৰ পূজাৰ প্ৰচলন আছিল। পূজা সাধাৰণতে ওজা বা দৌছিয়ে সম্পাদন কৰিছিল।

একালত তেওঁলোকৰ চিকাৰ বা মাছ ধৰাটো অন্যতম বৃত্তি স্বৰূপ আছিল। ঘৰতে কুকুৰা-গাহৰি পালন কৰিছিল। এড়ি-মুগা পুহিছিল আৰু ঘৰে ঘৰে তাঁতশালত কাপোৰ বৈছিল। বাঁহ-বেতৰ কামতো তেওঁলোকে পাকৈত আছিল।

পুৰুষে ধুবি বা গামোচা পিন্ধিছিল আৰু গাত বড়ো-বুস্তা নামৰ জেকেট চোলা পিন্ধিছিল। নাৰীয়ে বুকুত মেথনি কৰি দখ্না (থিনমাই বা দখনা আছাৰ) পিন্ধিছিল আৰু লগতে নানাধৰণৰ আ-অলংকাৰেৰে সাজ-সজ্জা কৰিছিল। তিৰোতাসকলৰ মাজত জনপ্ৰিয় কেতবোৰ আ-অলংকাৰৰ নাম—

চন্দ্ৰাহাৰ (মালা), আকানচিৰি (মালা), মুঠা (খাৰু), আছান (খাৰু), পুতি (নাকফুল), নাকফুল, বুলকি (নাকফুল), আঙঠি ইত্যাদি। পুৰুষে আঙঠিৰ বাহিৰে একো আ-অলংকাৰ পৰিধান নকৰে।

মেচসকলেও নৃত্য-গীতৰ বাবে যাম (ঢোল), চিফুং (বাঁহী) আদি পৰম্পৰাগত লোকবাদ্য ব্যৱহাৰ কৰে কিন্তু 'ছেৰজা'ৰ ব্যৱহাৰ তেওঁলোকৰ মাজত নাই। মোছা নাই, বোৱাইনাই, জোছা থোইলংনাই (দেওধনী নৃত্য) আদি গাভৰুসকলৰ দ্বাৰা পৰিবেশিত ভিন ভিন নাচ। তেওঁলোকৰ মাজতো বিভিন্ন নিচুকনি গীত, আইনাম, বিয়ানাম, প্ৰেম-পীৰিতিৰ গীত, মন্ত্ৰ-স্তোত্ৰ আদিৰ প্ৰচলন আছে।

মেচসকলে নিজকে উজনি পামলৈ প্ৰব্ৰজন হোৱা নামনি অসমৰ বড়োমূলীয় লোকৰ বংশধৰ বুলি ভাবে। যিহেতু তেওঁলোকে চৌপাশে থকা টাই-আহোম, মটক-মৰাণ, দেউৰী-চুতীয়া, সোণোৱাল-কছাৰী বা আন আন হিন্দুধৰ্মীয় জাতি-জনগোষ্ঠীৰ সৈতে সহ-অৱস্থান কৰি আহিছে। সেয়ে তেওঁলোকৰ বহু সাতামপুৰুষীয়া সাংস্কৃতিক সমল কোন কাহানিবাতে সমাহৰিত (assimilization) হৈ বৃহত্তৰ অসমীয়া জাতি গঠন প্ৰক্ৰিয়াৰ সৈতে একাকাৰ হৈ গৈছে। তৎসত্ত্বেও আমাৰ অন্যতম আদিম থলুৱা জনগোষ্ঠী হিচাপে তেওঁলোকৰ মাজত একে কিছুমান সাংস্কৃতিক আৰু ধৰ্মীয় তথা সামাজিক জীৱনৰ বৈশিষ্ট্য লুকাই আছে যিবোৰৰ নথিভুক্তিকৰণৰ (Coditication) সময় এতিয়াও উকলি যোৱাগৈ নাই।

[মুখ্য উৎস পুথি ঃ Bardoloi, B.N. (ed.) : Tribes of Assam, Pt. III, 1991]





# তিব্বত বৰ্মীয় কোচ জনগোষ্ঠী ঃ সমীক্ষাত্মক অধ্যয়ন

ড° উপেন ৰাভা হাকাচাম

উত্তৰ পূৰ্বাঞ্চলৰ অন্যতম আদিম জনগোষ্ঠী আৰু মেঘালয়ত পাৰ্বত্য জনজাতি হিচাপে স্বীকৃত কোচসকল ঘাইকৈ নামনি অসমৰ মেঘালয়ৰ সীমামূৰীয়া অঞ্চলসমূহত মেঘালয়ৰ পশ্চিম আৰু দক্ষিণ গাৰোপাহাৰত আৰু পূৰ্ববংগৰ মৈমন সিং অঞ্চলত থূপ খাই আছে। মেঘালয়ৰ নদীকেন্দ্ৰিক পাৰ্বত্য অঞ্চলেই তেওঁলোকৰ আদি-ভূমি (Home-land) আৰু ইয়াতে গাৰো, ৰাভা আদি সমগোত্ৰীয় জনজাতিৰ পূৰ্বপুৰুষৰ পৰা তেওঁলোকে ফালৰি কাটি আহিছিল বুলি এই জনগোষ্ঠীসমূহৰ মাজত প্ৰচলিত কিম্বদন্তিসমূহৰ পৰা জনা যায়।[1] তাৰ আগতে মংগোলীয় প্ৰজাতি আৰু তিব্বত-বৰ্মীয় ভাষা-ভাষী জনগোষ্ঠী হিচাপে তেওঁলোক চীন দেশৰ ইয়াংচিকিয়াং আৰু হোৱাংহো অৱবাহিকাৰ পৰা প্ৰব্ৰজিত হৈছিল বুলি পণ্ডিতসকলে অনুমান কৰে।[2]

২০০১ চনৰ লোক গণনা অনুযায়ী গোটেই ভাৰতত তেওঁলোকৰ জনসংখ্যা ৩১,১১৯জন যদিও অসমত মাত্ৰ দহ হেজাৰ মানহে কোচ ভাষা-ভাষীৰ লোক পোৱা যায়। (১৯৯১ চনৰ লোক গণনা অনুযায়ী অসমত মাত্ৰ ৭,২০৫জন কোচ ভাষা-ভাষী লোক আছে।) এহাতে ৰাভা, গাৰো আদি তিব্বত-বৰ্মীয় আনহাতে হাজং, ৰাজবংশী আদি আৰ্যমূলীয় ভাষা-সম্প্ৰদায়ৰ লগত বিশেষ সাদৃশ্য থকা এই জনজাতিৰ নৃগোষ্ঠীয় পৰিচয় (ethnic affinity) কিছু বিষয়ধৰ্মী (heterogenous)। মূলতঃ মাতৃপ্ৰধান এই কোচসকল কেবাটাও ফৈদত বিভক্ত। তাৰ ভিতৰত— ৱানাং, হাৰিগএগু (সংগা) চাপ্ৰা(বানাই, মাৰ্গান আৰু দশগএগু নামেৰেও জনাজাত), তিনতিকীয়া(তিনতিক্লি), সাতপাৰিয়া আৰু সংকৰ কোচে প্ৰধান। ইয়াৰে চাপ্ৰা, সাতপাৰিয়া আদি দুই-এটা ফৈদে বৰ্তমান নিজৰ সাতামপুৰুষীয়া তিব্বত-বৰ্মীয় মূলৰ

ভাষা পাহৰি পেলাইছে আৰু হাজংসকলৰ কথিত ভাষাৰ(হাজংমিজ) লগত সাদৃশ্য থকা বাংলা-অসমীয়াৰ এটা নৃগোষ্ঠীয় উপভাষাৰে(ঝাৰুৱাভাষা) নিজৰ মনোভাৱ ব্যক্ত কৰে য'ত কোচ ভাষাৰ কিছু সমলো সোমাই আছে।[৩]

কোচ নামটো বৈদিক যুগৰ সংস্কৃতমূলীয় 'কুৱাচ' (অপভাষা, দুৰ্বোধ্য ভাষা) শব্দজাত (তু. ম্লেচ্ছ>মেচ, কিৰাত > কছাৰী) যদিও কোচসকলে নিজৰ জনজাতীয় লোকক বুজোৱা কোচভাষাৰ 'কচ্চ', 'কচ্চে' বা 'কোচা' শব্দৰ পৰাও ইয়াৰ ব্যুৎপত্তি হোৱাটো নুই কৰিব নোৱাৰি। বৈদিক যুগৰ পনি কবচ(পানীকোচ?) নামৰ জনগোষ্ঠী আৰু কম্বোজ নামৰ জনপদৰ লগতো কোনো কোনো পণ্ডিতে ইয়াৰ জ্যেৰ টানিব বিচাৰে। প্ৰব্ৰজনৰ কিছুকাল এটা বিশেষ প্ৰজাতীয় মানুহখিনি হিন্দুকুচ, কুশীৰাৰা, কুচাদেশ(চিকিয়াং প্ৰদেশ), কুশীনৈ, কোচবিহাৰ, কোচবা নগৰ, সোণকোষ, শালকোচা আদি অঞ্চলত বসবাস কৰিছিল বাবেও এনে নামৰ সাদৃশ্য পোৱা যায় বুলি দুই-একে ধাৰণা কৰে। তদুপৰি কোচসকলে কোৱা তিব্বত-বৰ্মীয় তি(পানীবাচক) প্ৰত্যয়যুক্ত নৈ-উপনৈসমূহৰ নাম বিভিন্ন বেদ, পুৰাণ আদি গ্ৰন্থত বৰ্ণিত হোৱাটো এই মতৰ সপক্ষে সাক্ষ্য বহন কৰে।[৪]

কোচসকল পাৰ্বত্য আৰু মাতৃপ্ৰধান জনজাতি। এতিয়াও তেওঁলোকৰ মাজত পূৰ্বাপৰ ঝুমখেতি (হাংগাই) কৰি পাৰ্বত্য অঞ্চলত বসবাস কৰা আৰু বিয়াৰ পিছত দৰাহে কইনাৰ ঘৰত ঘৰজোঁৱাই খটাৰ বিধান সমূলি উঠি যোৱাগৈ নাই। উত্তৰাধিকাৰী সূত্ৰে মাকৰ সম্পত্তিহে জী-জোঁৱায়েকে পোৱাৰ দৰে মাকৰ গোত্ৰহে(নিকিনি বা নিকনি) পুত্ৰ বা কইনাই ব্যৱহাৰ কৰিব লাগে। সেয়েহে এনে অনুমানো কৰিব পাৰি যে অতীজতে কোচ মাতৃৰ ঘৰত জোঁৱাই খাটিবলৈ অহা বিভিন্ন বংশজাত(জাতি-জনজাতিৰ পুৰুষসকলৰ বংশধৰসকলৰ প্ৰভাৱ পৰি বৰ্তমানৰ কোচসকলৰ মাজত অষ্ট্ৰিক আৰু মংগোলীয় প্ৰজাতিৰ উমৈহতীয়া নৃতাত্বিক অৱয়বে গা কৰি উঠিছে। কোচসকলৰ সংস্কৃতিৰ অন্যান্য দিশতো সমাহৰণ (assimilation) আৰু সংস্কৃতি ধাৰণৰ (acculturation) এনে বৈশিষ্ট্য সততে চকুত পৰে।

এফালে মেঘালয়ৰ ডালু, হাজং আদি ক্ষুদ্ৰ ক্ষুদ্ৰ জনগোষ্ঠীৰ লগতে গাৰোৰ আতং, ৰুগা আদি ফৈদ-উপফৈদৰ সৈতে আনফালে অসম-মেঘালয়-পশ্চিমবংগৰ সীমামূৰীয়া অঞ্চলৰ কোচ-ৰাজবংশী আদি জনগোষ্ঠীৰ লগতে ৰাভাৰ ৰংদানি-মায়তৰি-কোচা উপফৈদৰ সৈতে কোচসকলৰ অকল নৃগোষ্ঠীয় অৱয়বৰে মিল নাই, ভাব-ভাষা, খোৱা-বোৱা, ৰীতি-নীতিৰো যথেষ্ট মিল দেখা যায়। বিবাহৰ ক্ষেত্ৰত কোচ আৰু ৰাভাৰ হাথাছুৱানি শ্ৰাদ্ধৰ ক্ষেত্ৰত কোচৰ কামমাতা হকোৰ সৈতে ৰাভাৰ ফাৰকান্তি-তৰাংকাজিৰ যেনে মিল, গোত্ৰ প্ৰথা(নিকিনি/নিকনি), পাবনি বা বাস্তু(বাউছ)





পূজা কপালত দাগ দি লোৱা উল্কি প্ৰথা (শৰ ফোটা), তিৰোতাৰ সাজপাৰ(কোচৰ ছুকা আৰু হাজঙৰ ৰাঙা পাতিন) আদিতো কোচৰ সৈতে হাজঙৰ তেনে মিল সততে চকুত পৰে। অৱশ্যে কোচ নাৰীৰ স্বকীয় বৈশিষ্ট্য সম্পন্ন এবিধ খোপা(কচ্ছ খোপা), পাবনি আদি ৰাজহুৱা উৎসৱত আটায়ে একেলগে পান কৰিব পৰা এবিধ মাটিৰ পাত্ৰ (নলচকৎ) সুকীয়াকৈ সজা প্ৰসূতী গৃহ(পাস্তিনক)ত সন্তান প্ৰসৱ কৰোৱা কাৰ্য, ঘৈণীয়েকৰ মৃত্যুৰ পিছত বাধ্যতামূলকভাৱে গিৰিয়েকৰ সম্পত্তিৰ বাজেয়াপ্তকৰণ বিধি(বাছেকৰালা) অইন সমগোত্ৰীয় জনজাতিৰ মাজত পাবলৈ নাই। সেইদৰে কোচসকলে কেতবোৰ সামাজিক লোকাচাৰ, উৎসৱ-পাৰ্বনৰ লগতে নৃত্য-গীত আদিতো কিছু স্বকীয় বৈশিষ্ট্য বজাই ৰাখিব পাৰিছে। এইবোৰে প্ৰমাণ কৰে যে তেওঁলোক হয় একে মূলৰ পৰা ফাটি অহা নহয় দীৰ্ঘকাল একেখন অঞ্চলত বসবাস কৰি পাৰস্পৰিক বৈবাহিক সম্পৰ্ক গঢ়ি তোলা সমগোত্ৰীয় জনগোষ্ঠী। উত্তৰ পূৰ্বাঞ্চলৰ জনগোষ্ঠীসমূহৰ মাজতে সততে বিৰাজমান এক সৌহাৰ্দ্যসূচক সম্পৰ্ক স্থাপনৰ উত্তম নিদৰ্শন কোচসকলৰ এই সাতামপুৰুষীয়া ঐতিহ্য পৰম্পৰা আৰু তেওঁলোকৰ অতীৰ জনপ্ৰিয় পুৰাকৃতি-আখ্যান-জনশ্ৰুতি। প্ৰাচীনকালত কোচসকল যে এক সুসমৃদ্ধ আৰু শক্তিশালী জাতি আছিল তাৰ প্ৰমাণ তেওঁলোকৰ মাজত প্ৰচলিত জনশ্ৰুতি, সাধুকথাত উল্লেখিত বীৰ-বীৰাংঙ্গনা, ৰজা-মহাৰজাৰ কৃতি কাহিনী। বৃটিছ আমোলৰ কোচবা নগৰৰ মহেন্দ্ৰ নাৰায়ণ ওৰফে পাগলা ওৰফে ফপে মধ্য যুগৰ ৰাজা আৰু কোচ বিহাৰৰ নৰনাৰায়ণ-চিলাৰায়ৰ ঐতিহাসিক কীৰ্তি-কলাপ বাদ দিলেও জনশ্ৰুতিত পোৱা ফপে ৰজাৰ সুৰংগ, চেঙ্গা-বেঙ্গাৰ প্ৰাচীন ভাস্কৰ্য, ভাইটবাৰীৰ বৰখলাৰ অষ্টভূজাকৃতিৰ শিৱমন্দিৰৰ সৈতে জড়িত বীষণদৈ বা বিষণদৰ ৰজাৰ ধ্বংস প্ৰাপ্ত নগৰ, ৰামায়ণৰ সমকালীন মন্দৰ পৰ্বতবাসী সন্দেহ ৰাক্ষস বা গৰুড় পক্ষীৰ চৰিত্ৰক কোচসকলে অতি শ্ৰদ্ধাৰে স্মৰণ কৰে। এইবোৰে কোচসকলৰ সংঘাত আৰু সমন্বয়ৰ কথাকে বহন কৰি আহিছে। বৃহত্তৰ অসমীয়া জাতি গঠন প্ৰক্ৰিয়াত কোচসকলৰ ভূমিকাও নিচেই সামান্য নহয়।

তলত কোচসকলৰ বিভিন্ন স্যাজিক আৰু সাংস্কৃতিক দিশৰ কিছু আভাস থোৰতে দাঙি ধৰা হ'ল।(৬)

**সমাজ ব্যৱস্থা ঃ** কোচসকলৰ সমাজ-ব্যৱস্থাত পুৰুষতকৈ নাৰীৰ স্থান উচ্চ আৰু বংশ পৰিচয় (নিবিনৈ) আৰু সা-সম্পত্তিৰ উত্তৰাধিকাৰ মাতৃৰ পৰা কন্যা আৰু নাতিনীৰ মাজেদি হস্তান্তৰিত হয়। অৱশ্যে বিবাহিত স্বামীয়ে নকমা(গৃহস্থ) হিচাপে পত্নীৰ সকলো স্থাৱৰ-অস্থাৱৰ সম্পত্তিৰ ৰক্ষণাবেক্ষণৰ গুৰুদায়িত্ব পালন কৰিব লাগে। তেওঁলোকৰ মাজতো স্বগোত্ৰ বিবাহ নিষেধ, মোমায়েকৰ জীয়েকৰ

বিয়াত প্ৰাধান্য, বিধৱা বিবাহ, গা-পণ আদিৰ ব্যৱস্থা বাহাল আছে। তিৰোতাই সকলো কামতে অংশগ্ৰহণ কৰিব পাৰে, আনকি মৃত্যুৰ লগত জড়িত সকলো অনুষ্ঠানতে সগোত্ৰীয় নাৰীসকলেহে আগভাগ ল'ব লাগে। গাঁওবুঢ়া, ডাকোৰা (টেকেলা) আদি বিষয়ববীয়াই সমাজ আহবান কৰি দায়-দণ্ড নিষ্পত্তিকে ধৰি সকলো বিচাৰৰ ভাৰ গ্ৰহণ কৰে। ইয়াৰ বিপৰীতে হজি, দেউছী আদিয়ে মাংগলিক কামৰ দায়িত্ব বহন কৰে। প্ৰয়োজন সাপেক্ষে মাটিবাৰীৰ কাজিয়া নিষ্পত্তি কৰিবৰ বাবে একোখন অঞ্চলৰ আমিং নকমা (আমিঙৰ অধিপতি) উপস্থিত থাকে।

**ক) জন্ম-মৃত্যু বিষয়ক লোকাচাৰ ঃ** কোচ সমাজত সন্তান গৰ্ভধাৰণ কৰাৰ লগে লগে পত্নীৰ লগতে স্বামীয়েও কেতবোৰ নিয়ম-নীতিৰ মাজেদি জীৱন-যাপন কৰিব লাগে। এই সকলোবোৰ একমাত্ৰ নিঘূৰ্ণী সন্তান লাভ আৰু সুপ্ৰসৱৰ বাবেই কৰা হয়। চলা-ফিৰা, খোৱা-বোৱা আৰু শুচি-শুদ্ধাচাৰৰ প্ৰতি বিশেষ মনোযোগ দিয়া হয়। কোচসকলৰ মাজত প্ৰসূতি থাকিবলৈ এখন আছুতীয়া ঘৰৰ প্ৰয়োজন আৰু এই ঘৰকে 'পাস্তিনাক' (প্ৰসূতি গৃহ) বোলা হয়। সন্তান প্ৰসৱ কাৰ্য ধাইমাও(ধাতৃ)ৰ পৰিচালনাত হয় আৰু বাঁহৰ চোঁচেৰে নাই কটাটো বিধেয়। কেচুৱাৰ নাই সৰিলে ক্ষৌৰ কৰ্ম কৰি ঘৰ-দুৱাৰ লেপা-মচা কৰি, কানি-কাপোৰ ধুই মাতৃ-সন্তান উভয়ে শুচি হৈ পাকিস্তানৰ পৰা থকা ঘৰ বা বৰঘৰলৈ স্থানান্তৰ কৰা হয়। সন্তানৰ নামকৰণ অন্ন প্ৰসন্ন আৰু চূড়াকৰণবো বিধি-ব্যৱস্থা কোচ সমাজত প্ৰচলিত আছে। অৱশ্যে ফৈদ অনুযায়ী ইবোৰৰ কিছু তাৰতম্য দেখা যায়।

মৃত্যুৰ লগতো কোচ সমাজৰ বহু আচাৰ-নীতি জড়িত হৈ আছে। মৃতদেহ সৎকাৰ, অশৌচ খেদা শ্ৰাদ্ধ-বিধি, আত্মাৰ অমৰত্ব আৰু নতুন দেহ ধাৰণ (পুনৰ জন্ম বিশ্বাস) ইত্যাদি বিশ্বাস প্ৰস্তুতি পৰম্পৰাত পুৰুষৰ তুলনাত নাৰীয়েহে বিশেষভাৱে আগভাগ লয়। গাঁৱত বা একে গোত্ৰৰ কোনোবা পৰিয়ালত কোনো লোকৰ মৃত্যুৰ খবৰ পোৱাৰ লগে লগে সেইখন গৃহস্থৰ ঘৰত পুৰুষ-নাৰী উবুৰি খাই পৰে। মৃতদেহ সৎকাৰৰ বাবে যাবতীয় প্ৰস্তুতি (মৃতদেহ স্নান কৰুণ ৰোদন, ধান, কপাহ আদি শস্যৰ গুটি, সূতা আদিৰ যা-যোগাৰ) নাৰীসকলেহে বিশেষকৈ একে গোত্ৰৰ বয়সীয়াল তিৰোতাজনীয়েহে মুখ্যতঃ আগভাগ ল'ব লাগে। তেওঁ মৃতদেহ পৰম্পৰা অনুযায়ী ধুৱাই পখলাই শুৱাই মদ-ভাত পিণ্ড হিচাপে আগবঢ়াই এবিধ মৌৰমৌঞ্চি বা চিকাছৰনি গীত গাই কাণত মন্ত্ৰ মাতি পানী ছটিয়াব লাগে। মৃতকৰ আত্মাই যাতে পথভ্ৰষ্ট নোহোৱাকৈ নিজৰ পূৰ্বপুৰুষৰ বসতিস্থললৈ ঘূৰি যাব পাৰে আৰু নদী-নলা হেলাৰঙে পাৰ হৈ যাব পাৰে তাৰ বাবে এই ব্যৱস্থা। কোচসকলেও মৃতদেহৰ মুখাগ্নি পুত্ৰ বা ঘনিষ্ঠ আত্মীয় লোকৰ হাতে কৰাই তাক পুৰি দিয়ে বা পুতি ৰাখে। প্ৰেতাত্মাই





যাতে ঘৰখনৰ লগতে কাৰো অনিষ্ট কৰিব নোৱাৰে তাৰ বাবে শ্ৰাদ্ধ নোযোৱালৈকে ঘৰখনত খেৰৰ জুমুঠিত জুই ধৰি থৈ দিয়ে। মৃতদেহৰ দাহন বা অন্ত্যেষ্টিক্ৰিয়া শেষ নোহোৱালৈকে গাঁৱৰ কোনোৱেই ৰন্ধা-বঢ়া কাৰ্য নাইবা আহাৰাদি গ্ৰহণ নকৰে। শ্মশানলৈ যোৱা লোকসকলে উভতি আহি তুলসী পানীৰে গা ধুই, জুইত সেক লৈহে ঘৰত প্ৰৱেশ কৰিব পাৰে।

কম বয়সীয়া ল'ৰা-ছোৱালী মৰিলে তিনিদিনত আৰু ডাঙৰৰ ক্ষেত্ৰত তেৰদিনত মাৰিকাম (আদ্যশ্ৰাদ্ধ) অনুষ্ঠিত কৰে। সমাজৰ মুখীয়াল ব্যক্তিৰ ক্ষেত্ৰত কাম মাতা, কীমতৰং, হকোতমং আদি বৰশ্ৰাদ্ধ পতাৰ বিধি-ব্যৱস্থা আছে। মৃত্যুৰ ছমাহ-বছৰেকৰ পিছত ব্যয়বহুলভাৱে আৰু উছৱমুখৰ পৰিৱেশত এনে উৎসৱ অনুষ্ঠিত কৰিব পাৰি। তাৰ বাবে শৱদাহনৰ পিছত মৃতকৰ কপাল, আঁঠু নাইবা ভৰিৰ অস্থি লৈ আনি বাঁহৰ চুঙাত ভৰাই 'বস্তুক ৱায়'ৰ থাপনাৰ কাষত ৰাখি পুৱা-গধূলি দুবেলা ভোগ্য বস্তু শ্ৰাদ্ধ কাৰ্য নোযোৱালৈকে তৰ্পন কৰাটো একান্ত বাধ্য।

মন কৰিবলগীয়া যে কোচসকলে মৃতকৰ আত্মাৰ সন্তুষ্টিৰ অৰ্থে মদ-ভাত অৰ্পণ কৰে আৰু নিজ বংশত যাতে জন্ম লয় তাৰ বাবে জীৰুমৌঞ্চি বা চিকাবীৰে প্ৰথাৰে প্ৰাৰ্থনা কৰে। সেইদৰে পাপ-পুণ্যৰ বিচাৰ, মৃত্যু ৰহস্য উদঘাটন, কিহত জন্ম ল'ব এইবোৰ জানিবৰ যি মৌৰচীমীন/ টৌলেং/টাকচি চৗইংনি বুলি প্ৰথা আছে তাকো মহিলাসকলেও বিশেষকৈ একে গোত্ৰৰ বয়সীয়াল মহিলাহে পূৰ্বাপৰ অংশগ্ৰহণ কৰাটো একান্ত বাঞ্ছনীয়।

**(খ) বিবাহ বিষয়ক লোকাচাৰ ঃ** অন্যান্য জনগোষ্ঠীৰ দৰে কোচ জনগোষ্ঠীৰ মাজতো স্বকীয় ৰীতি-নীতি অনুসৰি বিবাহ কাৰ্য সম্পন্ন কৰা হয়। মাতৃতান্ত্ৰিক কোচসকল নিজৰ (নিকিনি) অৰ্থাৎ মাতৃ গোত্ৰৰ দ্বাৰা পৰিচিত হয়। কোচ সমাজত একে 'নিকিনি'ৰ মাজত বিবাহ নিষিদ্ধ। প্ৰাচীন পৰম্পৰা মতে পৰিয়ালৰ সা-সম্পত্তিৰ অধিকাৰিনী হৈছিল কন্যা সন্তানে। অৱশ্যে সম্প্ৰতি যুগ পৰিৱৰ্তনৰ ফলস্বৰূপে ল'ৰা-ছোৱালী সমপৰিমাণে বা কেতিয়াবা ল'ৰাতকৈ ছোৱালীয়ে অলপ বেছি পৰিমাণে সা-সম্পত্তি লাভ কৰে। আগৰ কালত ল'ৰাই ছোৱালীৰ ঘৰলৈ গৈ ঘৰজোঁৱাই খাটিবলগীয়া হৈছিল। কিন্তু আজিকালি ঘৰজোঁৱাই হিচাপে ছোৱালীৰ ঘৰলৈ যোৱা আৰু ল'ৰাই বিয়া কৰাই ছোৱালীক বোৱাৰী কৰি নিজৰ ঘৰলৈ অনা এই দুয়োবিধ নিয়মে প্ৰচলিত আছে।

কোচ বিবাহ পদ্ধতিত কিছুমান সুকীয়া বৈশিষ্ট্য আছে। কোচ সমাজত বিয়া চাৰিধৰণে সম্পাদিত হয়। যেনে— (১) মাতা হালাং বা শুভবিবাহ, (২) কাৰা হালাং বা ডাঙুৰা বিবাহ, (৩) নকছৰা তকনি হালাং বা ঘৰৰ চাল কোবোৱা বিবাহ

আৰু (৪) হাদি মান্নি হালাং বা দায়পৰা বিবাহ।

**(১) মাতা হালাং বা শুভবিবাহ ঃ** মাতা হালাং বা শুভবিবাহত ঘটক বা 'দাছু'ৰ ভূমিকা গুৰুত্বপূৰ্ণ। এই বিয়াত দাছুৱে দৰা-কইনা দুয়োপক্ষৰ পছন্দ-অপছন্দৰ লগতে নানাধৰণৰ আনুসংগিক কথাৰ আদান-প্ৰদান কৰে। আত্মীয়-স্বজন অথবা বন্ধু-বান্ধৱৰ দ্বাৰা ছোৱালী চোৱা কাৰ্য সম্পন্ন কৰা হয়। পথাৰলৈ যাওঁতে, নৈৰ ঘা বা কুঁৱাৰ পৰা পানী আনিবলৈ যাওঁতে অথবা যিকোনো উপায়েৰে অতি গোপনে ছোৱালীৰ শাৰীৰিক লক্ষণ (চুলি, খোজ-কাটল আদি) পৰ্যবেক্ষণ কৰিহে পছন্দ কৰা হয়। ল'ৰাৰ ছোৱালী পছন্দ হ'লে অভিভাৱকৰ সন্মতি সাপেক্ষে বিয়াৰ বাবে 'পাণ-চিনি' বা 'গয়-গাছনি' অনুষ্ঠান পতা হয় বাইজৰ সন্মুখত। আজিকালি ঘৰ জোঁৱাইৰ ক্ষেত্ৰত কইনা পক্ষই ৮১.০০ টকা, আৰু ৬/৭ পুৰা ধান আৰু বোৱাৰী লৈ আহিলে দৰাপক্ষই ৬১.০০ টকা আৰু চান্দি টকা এটকাৰ ওপৰত সিন্দুৰ সানি 'জায়' টকা হিচাপে ৰাইজ বিদ্যমানে অভিভাৱকৰ হাতত তুলি দিব লাগে। বিয়াৰ দিনা সেই 'জায়' টকাখিনি ওভোতাই দিব লাগে। বিয়াৰ দিনা দৰা বা কইনা আনিবলৈ যাওঁতে ঘৰৰ নকজুফাক ৰায় অৰ্থাৎ 'বস্তুক' দেৱীক ১২টা গুটি থকা কপাহেৰে 'কামী' দি মংগল কামনা কৰি প্ৰাৰ্থনা জনোৱা হয় আৰু নৈ-নলা পাৰ হওঁতে এই কপাহৰ 'কামী' দিব লাগে। দৰা বা কইনাক লৈ আহোঁতে পদূলিমুখত ৰাইজে বাট ভেটি ধৰে আৰু সাঁথৰ এফাঁকি গায়। উপযুক্ত উত্তৰ দিব পাৰিলে বাট এৰি দিয়ে নহ'লে দৰাঘৰীয়াই ক্ষমা বিচাৰি ১৮.০০ টকা জৰিমণা ভৰিব লাগে। শুভবিবাহ ঘৰৰ বিতৰতে পতা হয়। দুটা কোঠালীৰ এটাত দৰা আৰু আন এটাত কইনা ৰখা হয়। বিয়া আজেঙৰ হতুৱাই কৰা হয়। দৰা-কইনাক নিৰ্দিষ্ট ঠাইত বহুৱাই সামাজিক প্ৰথা অনুযায়ী দুয়োকে উদ্দেশ্য কৰি কয়— 'দুকুম পিবায় ৰাংৰেত-বাছান পৌক্কাই তংতো, নাআং চাপাইমং বাকতো— তিনি গাকিনি নাৰং নক-হা দাংজক। ছানাংবো-কাকনাংবো, পেলেম-হেচা বাকনাং-বো নাৰং দিন গঙ্গাইমুন তংনা লাগিনা। নাৰং পেলেমৌন নক-হা ৰেকি ছা। ছালগং-যুগু নাৰংনা পেনেমকৌবা তানহুন। ইয়ান বাকনি কৰ।' অৰ্থাৎ মূৰৰ ওপৰত চন্দ্ৰ -সূৰ্য জিলিকি ... লোকক উদ্দেশ্যি কৈছোঁ— আজিৰ পৰা তোমালোক ঘৰ-সংসাৰত ... ভাল-বেয়া ক'লেও তোমালোকে দিন অতিবা ... সাৰ কৰি খোৱা। শিৱ-পাৰ্বতী ... কথা।

শিৱ-

পুৰ্বা

বিয়া সমাধা কৰা হৈছিল। শুভ বিবাহৰ মদৰ প্ৰচলন মাত্ৰাধিক। কমেও পাঁচ-সাতকুৰি ডাঙৰ-সৰু মাউৰা (মাটিৰ পাত্ৰ) মদৰ আৱশ্যক। বিয়াত খাহী বা ছাগলী, কুকুৰা, গাহৰি, মাছ শুকান মাছ আদিৰ প্ৰচলন আছে। মাংস বা শুকান মাছেৰে ৰন্ধা-পিঠালীৰ আঞ্জাহে অতি সোৱাদযুক্ত বুলি গণ্য কৰে।

**(২) কাৰাহালাং বা ডাঙুৰা বিবাহ ঃ** এই বিয়াতো ছোৱালী বাছনি প্ৰক্ৰিয়া মাতা হালাং বা শুভবিবাহৰ দৰেই। আৰ্থিকভাৱে দুখীয়া অৰ্থাৎ নিম্ন মধ্যবিত্ত শ্ৰেণীৰ লোকে অতি কম খৰচেৰে বিবাহ কাৰ্য সমাধা কৰিবলৈ সমাজক এসাজ ভাত আৰু মদ খুৱাই ৰাতিৰ ভিতৰতে বিবাহ-পৰ্ব সমাধা কৰে।

**(৩) নকহুৱা তকনি হালাং বা ঘৰৰ চাল কোনোৱা বিয়া—** আনৰ ঘৰত বন কৰি খোৱা আৰু তেনেধৰণৰ আৰ্থিক দুৰৱস্থা সম্পন্ন শ্ৰেণীৰ লোকৰ মাজত এনে বিবাহ সংঘটিত হয়। শুভবিবাহৰ দৰেই ইয়াতো দাছু বা ঘটকৰ জৰিয়তে আগবঢ়া হয় আৰু দৰা-কইনা উভয় পক্ষৰ পছন্দ হ'লে কোনো প্ৰকাৰৰ ভোজৰ আয়োজন নকৰাকৈ সাধ্যমতে সমাজক মদ খুৱাই এই বিবাহ কাৰ্য সম্পন্ন কৰা হয়। জনামতে, দৰা-কইনাক একে ঘৰতে ৰাখি ৰাইজে ঘৰৰ চাল কোবায়ে বিবাহ কাৰ্য সমাধা কৰে। এইবিধ বিবাহ অতি আওপুৰণি আৰু বৰ্তমান এনে বিবাহ উঠি গৈছে।

**৪) হাদি মান্নি হালাং বা দায়পৰা বিবাহ ঃ** ডেকা-গাভৰুৰ গোপন প্ৰেমৰ পৰিণতি স্বৰূপে স্বামী-স্ত্ৰী হিচাপে গঞা-ৰাইজক খাৰন দি বা ভোজ খুৱাই স্বীকৃতি লাভ কৰি বিবাহেই হাদি মান্নি হালাং বা দায়পৰা বিয়া বুলি কোৱা হয়। এনে বিবাহ কাৰ্যত সামাজিক ভাৱে গঞা-ৰাইজক মাতি দৰা-কইনা উভয়ৰে স্বীকাৰোক্তি লোৱা হয় আৰু সমাজক এখাৰন(এসাজ ভোজ খুৱাই বিয়াৰ পৰা দায়মুক্ত হয়। মদৰ বাহিৰে মাছ-মাংসৰ ভোজন দিয়া নহয়। সেয়ে এই খাৰনক 'ফৰাল' খাৰন বুলি কোৱা হয়।

সি যি নহওক ওপৰত উল্লেখিত চাৰিবিধ বিয়াৰ ভিতৰত কেৱল মাতা হালাং বা শুভ বিবাহ মতে বিবাহিত হোৱা স্বামী-স্ত্ৰীয়েহে সমাজৰ শুভ কাম বা পূজা-পাতলত সক্ৰিয় অংশগ্ৰহণ কৰিব পাৰে। আন তিনিবিধ বিয়াক সমাজে স্বীকৃতি দিলেও ইয়াক শুভবিবাহ বুলি গণ্য কৰা নহয়। সেইবাবে এনে দম্পতিয়ে সামাজিক শুভ কামত আগভাগ ল'ব নোৱাৰে।

কোচ সমাজত বহু পত্নীক বিবাহ নাই বুলিয়েই ক'ব পাৰি। বিধবা-বিবাহৰ প্ৰচলন আছে যদিও বাল্য-বিবাহৰ প্ৰচলন নাই। বিবাহ-বিচ্ছেদ ঘটনাও কোচ সমাজত অতি কমকৈ দেখা যায়।

উল্লেখযোগ্য যে সাংসাৰিক জীৱনত পুৰুষজন স্ত্ৰীতকৈ আগতে মৃত্যুবৰণ কৰিলে

শ্ৰাদ্ধৰ দিনা তাৰ ব্যৱহাৰ্য বস্তু যেনে— কাঁহী, বাটি, বাচন-বৰ্তন, দা-কুঠাৰ, যাঠি, কাপোৰ-কানি ৰাইজৰ আগত উলিয়াই মৃত ব্যক্তিক নিকটস্থ আত্মীয়জনে(বিশেষকৈ তিৰোতাইহে) গ্ৰহণ কৰে। তেনেদৰে স্ত্ৰীজনী আগতে মৰিলেও তাইৰ ব্যৱহাৰ্য বস্তুখিনি শ্ৰাদ্ধৰ দিনা নিকটস্থ আত্মীয় সকলে গ্ৰহণ কৰে। ইয়াকে কোচ ভাষাত 'লায়দাৰা প্ৰথা' বোলে।

কোচ সমাজত আন এটি লক্ষণীয় বিষয় হ'ল স্ত্ৰীৰ মৃত্যুৰ পিছত ঘৰজোঁৱাই খটা পুৰুষজনে, ঘৈণীয়েকৰ ঘৰ এৰি নিজ আত্মীয়-স্বজনৰ লগত থাকিব লাগে অৰ্থাৎ স্ত্ৰীৰ ঘৰৰ পৰা তেওঁ বহিষ্কাৰ হ'ব লাগে। কোচ ভাষাত ইয়াক 'বাছেক বালা প্ৰথা' বুলি কোৱা হয়।

**উছৱ-পাৰ্বণ আৰু নৃত্য-গীত ঃ**

কোচসকলৰ প্ৰধান উপাস্য দেৱতা ঋষি (মহাদেৱ) আৰু প্ৰধান উপাস্যা দেৱী জগ(পাৰ্বতী), যদিও আদিম জভোপালকসকলৰ দৰে তেওঁলোকেও শিল, গছ আদি প্ৰকৃতি আৰু ধুমুহা-বজ্ৰপাত আদি আধিভৌতিক শক্তিৰ লগতে সাপ, বাঘ, ভূত-প্ৰেত আৰু অপায়-অমংগলৰ নানা দেও-ভূতক বিশ্বাস কৰে। ঘৰত বা গাঁৱত নানা অপায়-অমংগল দেখা দিলে গৃহদেৱী(ৰুস্তক বায়), কামাখ্যা আদিৰ ৰোষত পৰা বুলি ভাহি হুৱি, উজিনি আদিৰ দ্বাৰা মঙল চেৱাই পূজাৰ আয়োজন কৰে। মানস অনুসাৰে বিভিন্ন দেৱ-দেৱী বা অপদেৱতাক হাঁহ, কুকুৰা, ছাগলী, গাহৰি, কাছ আদি বলি দিয়ে। কোচসকলৰ মাজত পূজিত এনে দেৱ-দেৱীসমূহৰ ভিতৰত ৰাচান ৱায়, হুদুম ৱায়, মইনা ৱায়, হাৰি-হাচি ৱায়, পিৰিচামা ৱায়, কেতৰ, ৱাক্ৰা, নাগৰাভূত, চৰাবুৰি, শলাইবুঢ়ী, আদাশ্বৰী, চংৰা-ভংৰা, খাংখাঙী, লংখাই ৱাই আদিয়ে প্ৰধান। ইয়াৰ উপৰি কিছুমান উপাস্য দেৱ-দেৱী আছে কোনো এটা বিশেষ দিনত বছৰেকীয়াভাৱে পূজা দিব লাগে।

**ক) নিকিনি পূজা ঃ** গৃহলক্ষ্মী হিচাপে প্ৰতিটো গোত্ৰৰ তিৰোতাসকল এই পূজা আজেং(পুৰোহিত)ৰ দ্বাৰা কৰা হয় আৰু নিকিনি ৱায় সন্তুষ্ট থাকিলে ঘৰখন সকলোপিনে উভৈনদী আৰু মঙ্গলময় হৈ থাকে বুলি বিশ্বাস।

**খ) ৰস্তুক পূজা ঃ** অকল ৱানাং কোচসকলৰ মাজত পূজিতা ৰস্তুক ৱায়(ঘৰ গোসানী) নিকিনি পূজাৰ সমপৰ্যায়ৰ। ঘৰৰ মূল কোঠাৰ উত্তৰ পশ্চিমাক পতা বাঁহৰ চাঙত দুখন চাউল ভৰ্তি মাটিৰ হাড়ী(ৰুস্তক) প্ৰতিষ্ঠা কৰি তাৰ ওচৰত ত্ৰিশূল, ঢাল-তৰোৱাল আদি ৰখা হয়। পূজাৰ সময়ত চাউলৰ ওপৰত কণী আৰু তামোল-পাণ থৈ তাতে মদ নিবেদন কৰা হয়। ঢাকি, মঞ্জিৰা, কাল(বাঁহী) আদি বাদ্য-বাজনাৰ তালে তালে আজেঙে মান্ধি (মন্ত্ৰ) উচ্চাৰণ কৰে আৰু গাহৰি কুকুৰা উছৰ্গা কৰি





পিঠা-গুৰি ছটিয়াছটি কৰি এই পূজা সমাপন কৰা হয়।

**গ) পাবনি বা বাউছ পূজাঃ** বছৰেকত দুবাৰ অৰ্থাৎ ব'হাগ আৰু আহিন মাহত এই পূজা অনুষ্ঠিত হৈ আহিছে। ই বহুকেইটা দেৱ-দেৱীৰ সমষ্টি। বুঢ়া-বাউছ, চৰাবুৰি, শীতলী, কাতুলী, বাঙালৱায়, লক্ষ্মীৱায় আদিক একেলগে বিভিন্ন নৈবেদ্য আৰু বলি-উপচাৰৰ পূজা দিয়া হয়। এই পূজাত চাউল গুৰিৰে সিজোৱা পিঠা একান্ত আৱশ্যক। গাঁৱৰ পুৰুষ-নাৰী বিভিন্ন বাদ্যযন্ত্ৰ বজাই পাবনিৰ গীত গাই গাই পাবনিশালিৰ চৌদিশে প্ৰদক্ষিণ কৰি এই পূজা অনুষ্ঠিত কৰা হয়। গাঁৱখনৰ সামগ্ৰিক মংগল সাধনৰ কাৰণে ইয়াৰ আয়োজন কৰা হয়। ইয়াৰ প্ৰধান উপাস্য দেৱী মহামায়া। দেউছীয়ে ঠেং ধৰা অৰ্থাৎ পালি দেউৰীৰ সহায়ত কাছ, পাৰ, গাহৰি, ছাগলী আদি বলি দি ৰাইজৰ মংগল কামনাৰে মন্ত্ৰপাঠ কৰে। কোনো কোনো অঞ্চলত ইয়াক 'ছংৱায় তাংনি' পূজা বুলিও কোৱা হয়।

**ঘ) হুদুম পূজা ঃ** অনাবৃষ্টি, দুৰ্ভিক্ষই দেখা দিলে গাঁৱৰ তিৰোতাসকলে ৰাতি একগোট হৈ সাতদিন ধৰি ভগা খৰাহি ভগা দোন ভগা পাতি, ভগা, নাঙল আদি কোবাই অশ্লীল ধৰ্মী গীত গাই এই পূজা অনুষ্ঠিত কৰে। ইয়াত পুৰুষৰ প্ৰৱেশ নিষেধ।

ইয়াৰ উপৰি কোচসকলে অন্যান্য হিন্দুসকলৰ দৰে কামাখ্যা, কালী, দুৰ্গা, সৰস্বতী, মনসা(ৱাত্ৰলৱায়) আদি দেৱীকো পূজে।

সেইধৰে অনাদৃষ্টি, খৰাং হ'লে শামুক আৰু বেং পূজা(ভেকুলী বিয়া)ও অনুষ্ঠিত কৰে।

**ঙ) হাংগাই বা হাবাহুনি ঃ** ঝুমখেতি কৰা ৱানাং, হাৰিগঞা আদি ফেদৰ মাজত ই এবিধ অতি জনপ্ৰিয় কৃষিভিত্তিক উৎসৱ। সাধাৰণতে ঝুমতলীত ন-খেতি ৰোপন কৰা সময়ত অৰ্থাৎ ফাগুন-চ'ত মাহত এই পূজা অনুষ্ঠিত হয়। এই উৎসৱ উপলক্ষে বিশেষ গীত গাই নাচে। ইয়াকে হাবাহুনি চায় বোলা হয়।

কোচসকলে বৰ্তমানে কাতিগাছা, পুষণা(মাঘবিহু), আমতী ছুৱা(অম্বুবাচী), মায় (নৱান্ন) আদি হিন্দু ধৰ্মীয় কৃষি উৎসৱো পালন কৰা দেখা যায়। পুৰণা উপলক্ষে গাঁৱৰ গৰখীয়া ল'ৰাবোৰে পথাৰে পথাৰে গীত গাই ভালুকৰ বেশ ধাৰণ কৰি (কলপটুৱাৰে গা আবৃত কৰি) ধান সংগ্ৰহ কৰে আৰু ইয়াকে মাপৰ পিয়াইনি অৰ্থাৎ ভালুকমগা অনুষ্ঠান বোলে। কাতিগাছা অৰ্থাৎ কাতিবিহুৰ সমসাময়িকভাৱে আনন্দমুখৰ পৰিৱেশ সৃষ্টিকাৰী চৰখেলা প্ৰথাৰ প্ৰচলনো আছে।

**চ) হালাং চায় ঃ** কোচসকলে হালাং অৰ্থাৎ বিবাহ উপলক্ষে বিভিন্নধৰণৰ গীত গায়। তাৰ ভিতৰত ডেকা-গাভৰুৱে লগ লাগি জাৰি বা ছাৰি চায় নামৰ ঘিচা

গীত গাই নৃত্য কৰে আৰু বুঢ়া-বুঢ়ীসকলে মদৰ মেলত বিভিন্ন ৰং-ৰহাৰধৰ্মী ফাটুৱালি গীত গায়। কইনা কন্দা 'চায় ৰাচক' গীতৰো প্ৰচলন আছে। বিশেষকৈ

**ছ) হকো চায় ঃ** কোচসকলে বৰশ্ৰাদ্ধত(কাম মাতা) ডেকা-গাভৰু মিলি হাতত ঢাল-তৰোৱাল আৰু বোকোচাত অস্থি বান্ধিদ লৈ কিছু অশ্লীলধৰ্মী গীত গাই বৃত্তাকাৰে ঘূৰি ঘূৰি নাচে। এই নৃত্য-গীতৰ নামেই হকো চায় বা হকোবছানি। অৱশ্যে অশ্লীলধৰ্মী গীত-মাতক ফাৰ্চুৱালী বুলিও কোৱা হয়।

**জ) বাৰমাহী বা ৰুচিগীত ঃ** কোচ নাৰীৰ মাজত অতিকে জনপ্ৰিয় একধৰণৰ বিৰহ বিষয়ৰ গীতৰ প্ৰচলন আছে। এই গীতকে বাৰমাহী বা ৰুচি গীত বোলা হয়।

সেইদৰে কোচসকলৰ মাজত সুৰীয়া নিচুকনি গীত (ছাবেত বুজাইনি চায়), খেল-ধেমালিৰ গীতৰ দৰে তত্বগধুৰ সৃষ্টিমূলক কাহিনী গীতৰ(হাছং তাকঙি চায়) প্ৰচলন আছে। সাধুকথা, ফকৰা-যোজনা প্ৰবাস-পটন্তৰতো কোচ লোকসাহিত্য অতি চহকী।

**বাদ্যযন্ত্ৰ ঃ** কোচসকলৰ পৰম্পৰাগত বাদ্যযন্ত্ৰকো চাৰিটা ভাগত ভগাই আলোচনা কৰিব পাৰি। তাৰ ভিতৰত হেম (ঢোল) হেমমাতা/মাতা ঢাকি (ধৰঢোল) মেয়াও ঢাকি (এবিধ সৰু ঢোল), দুদুমাদুলি/ দুদুমাৰি (এবিধ সৰু ঢোল) মঞ্জিৰা (খঞ্জুৰী) আদিক অৱনদ্ধ বাদ্য, তালেং (বৰতাল), চিনচালাও (মৃতকৰ উদ্দেশ্যে গোৱা শোকগীতৰ তাল ৰক্ষা কৰা এবিধ খুটিতাল), তাকতাকা (টকা), গোবেনা (গগনা) আদি ঘাত বাদ্য, কালা(নল বাঁহৰ তৈয়াৰী দীঘলীয়া পেঁপা) মুছি কৰং (শিঙা), মহৰি (কালি), ৰাখান্দি (বাঁহী) আদি সুষিৰ বাদ্য আৰু দোতৰা আদি তাত বাদ্যকে কোচসকলে বিভিন্ন উৎছৱ, নৃত্য-গীত অনুযায়ী বিশিষ্ট বোল দি ব্যৱহাৰ কৰি আহিছে।

**অস্ত্ৰ-শস্ত্ৰ আৰু গৃহস্থালিৰ সঁজুলি ঃ** বাতাৰ(দা), ৰাছি(কোৰ), ৰাহু(খনিএজাতীয় সঁজুলি), হবাক(হোৱা), চকৎ মাৰু(মদৰ পাত্ৰ), চকৎ ঘূৰি/গিন্থি(নলী যুক্ত মদৰ পাত্ৰ), চকৎ গৰজন(ডাঙৰ পাত্ৰ, মদপতা), ভুৰকি(তিতালাওৰ খোল, মদ ছেকা পাত্ৰ), তপা(খাং)।

**সাজ-পাৰ আৰু আ-অলংকাৰ ঃ** কোচসকলৰ জাতীয় সাজ-পাৰ নিজ হাতে নিজৰ বানা (তাঁতশাল)ত তৈয়াৰী। পূৰ্বতে নিজে কঁপাহ নেওচি সূতা কাটি সূতাত ৰং দি লৈছিল। বৰ্তমান বজাৰৰ বিভিন্ন সূতাৰে উৰণীয়া মাকোশালত স্বজাতীয় চানেকি খটুৱাই বিভিন্ন কাপোৰ প্ৰস্তুত কৰি লয়। তাৰ ভিতৰত মহিলাৰ কঁকালত পিন্ধা মেখেলা জাতীয় কাপোৰ কাম্বাং, গংগোমাৰি, ছক' থাবায়, কঁকাল বন্ধা ছিম হাননি ছকক অন্যতম। সেইদৰে পুৰুষৰ মূৰত বন্ধা পগৌ (পাগুৰী), পোন্ধ মৰা





চুৰিয়া— ভিজা চকা বিশেষ উল্লেখনীয়।

আ-অলংকাৰ প্ৰায়ে বাহিৰৰ পৰা অহা নতুবা অইনৰ দ্বাৰা তৈয়াৰ কৰি লোৱা। ইবোৰৰ কাণৰ-নাকৰ কৰেয়া, বেণ্টা, কৰং ফুল, মাতুকুৰি, নাকৰ নেলেক, নাকুংপাৰ, ডিঙিৰ-চন্দ্ৰহাৰ, ছোনোমালা, টাকামালা(মুদ্ৰাৰ মালা), হাতৰ ছাংকি(শাক), ছাংকুং, বাহুৰ কাটা বাজু, ভৰিৰ হাহাল বিশেষভাৱে উল্লেখযোগ্য। কঁকালত পিন্ধা নিজ হাতে তৈয়াৰী লগবগ(হাতীদাঁতৰ বা সাগৰীয় মনিৰ) নামৰ অলংকাৰে কোচ নাৰীৰ সৌন্দৰ্য চৰ্চাৰ লগতে ৰক্ষাকবচৰো কাম কৰে। কোচ তিৰোতাসকলে বিশেষ কৌশলেৰে কচ্চ খোপা বান্ধি, কপালত উল্কি আঁকি শৰ ফটা(শৰ আকৃতিৰ ফোঁট)ৰে জাতিস্কাৰ হৈ নিজ জাতীয় পৰিচয় দাঙি ধৰিছিল। বৰ্তমানে হকো উৎসৱ বা বিয়া-সবাহত এনে সাজ-পাৰেৰে সুসজ্জিতা হোৱা দেখা যায়।

বৰ্তমান কোচসকলৰ মাজত জাতীয় চেতনা গঢ়ি উঠিছে আৰু কোচ সাহিত্য সভা, কোচ জাতীয় সন্মিলন আদিৰ দ্বাৰা আত্মনিয়ন্ত্ৰণৰ হকে উঠি-পৰি লাগিছে। জাতিটোক ভাষা-সাহিত্য-সংস্কৃতি সকলো দিশতে আগুৱাই নিবৰ বাবে বিভিন্ন আঁচনি হাতত লৈছে। কিন্তু সামাজিক দিশত কিছু পৰিমাণে ৰক্ষণশীল হোৱা বাবে সাতামপুৰুষীয়া ৰীতি-নীতি বিসৰ্জন দিব পৰা নাই। তাৰ বাবে শিক্ষা, অৰ্থনীতি, বাণিজ্য আদি দিশতে আগবাঢ়িব পৰা নাই, সেয়েহে কোচসকলক লৈ গাৰো ভাষাত এটি প্ৰবচন আছে এইবুলি যে কোচসকলে মদ এৰিব নোৱাৰে যেনেকৈ হাজংসকলে কাছ মাংস পূৰ্ববংগীয় মুছলমানসকলে কঁঠাল আৰু গাৰোসকলে ভাত বাদ দিব নোৱাৰে। (হাজাং ছিজং বাঙাল থেব্ৰং। মানদি মেৰং কুচু চু।।)

**পাদটীকা আৰু প্ৰসংগ-সূচী ঃ** ১) ছিমছাং(সোমেশ্বৰী) নদীৰ অৱবাহিকাত বসতি স্থাপন কৰা ৰাভা, কোচ আৰু গাৰোৰ পূৰ্বপুৰুষে প্ৰথমে ঝুমখেতিৰ পৰিৱৰ্তে পানীখেতিৰ(গৰুৰে হাল বাই, দোং কাটি শালি ধানৰ খেতি কৰা পদ্ধতি) উদ্ভাৱন কৰিছিল আৰু তাতে আদিম পাৰ্বত্য (জড়োপাসক) মাতৃতান্ত্ৰিক জনগোষ্ঠী আৰু নব্য হিন্দুকৃত(লগুনধাৰী শৈৱ বা শাক্ত) জনগোষ্ঠীৰ মাজত সংঘাত আৰু সমন্বয়ৰ মাজেদি কেতবোৰ সৰু সৰু ফৈদৰ উৎপত্তি হৈছিল বুলি ধাৰণা কৰিব পাৰি। আতং(গাৰো), হাজং, ৰংদানি(ৰাভা), তিনতিকীয়া(কোচ) আদি ফৈদৰ মাজত প্ৰচলিত ৰজা চচৰং ক্ষিত্ৰী ছুমছাং, হুছেং (হোছেন শ্বাহ), বামুন ৰজাৰ আখ্যান আৰু হাল বাবলৈ অনা কৃষিজীৱি লোক হিচাপে ৰাভা(গাৰো ভাষাত 'ৰাবাৰাং মানে আনোতা), মাটিৰ পোক হিচাপে হাজং(গাৰো ভাষাত 'আজং/হাজং' মানে মাটিৰ পোক), নামকৰণ কৰা দল হিচাপে 'মু'ংতাং' (ৰাভাসকলে গাৰোসকলক এই নামেৰে সূচায়), বিপাঙত পৰা দল হিচাপে 'আতং'(কোচ ভাষাত 'আতুং' মানে কি কৰা যায়) আদি ফৈদ বা

দলৰ নামকৰণ সম্পৰ্কীয় যিবোৰ জনশ্ৰুতি আছে এইবোৰে এই কথাৰে সত্যতা বহন কৰিছে। চাওক—


ক) Dalton, E.T. Descriptive Ethnology of Bengal, 1872, PP.87, 92, 96

খ) Playfair, A : The Garos, 1909, PP. 16, 19, 22

গ) Friend Pereira : The Rabhas in census of Assam(1911), 1912, VolII, Pt. I, PP 142, 145

ঘ) Tagonathan, S : Ampati(A vicco of the people, pleaces and infra-strature of Ampati civil subdivision), 2002, PP.28-29

ঙ) কোচ, উমেন্দ্ৰ ঃ 'গাৰো পাহাৰৰ কোচ জনগোষ্ঠী আৰু সংস্কৃতি' অসম সাহিত্য সভা পত্ৰিকা, সমন্বয় বিশেষ সংখ্যা, মাৰ্চ, ২০১০ (সম্পাঃ উপেন ৰাভা হাকাচাম)

২) ক) Grierson, G. A. : Linguistic Survey of India, Vol, I. Pt. 1973, PP.41-42

খ) Chattergi, S. K. : Kirata-jana-kriti, 1974, PP 26, 41

গ) Baruah, B. K. : A Cultural History of Assam, 1969, P. 6

ঘ) কোচ, শিবেন্দ্ৰ নাৰায়ণ ঃ 'তিব্বত-বৰ্মীসকলৰ তিব্বতৰ পৰা উত্তৰ-পূব ভাৰতলৈ প্ৰব্ৰজন ঃ কিছু বিতৰ্ক ঃ অসম সাহিত্য সভা পত্ৰিকা, সমন্বয় বিশেষ সংখ্যা, চতুঃ ষষ্ঠিতম বৰ্ষ, চতুৰ্থ সংখ্যা, মাৰ্চ ২০১০

৩) ক) কোচ, উমেন্দ্ৰ ঃ প্ৰাগুক্ত নিবন্ধ, পৃ. ৪২৫-৪২৬

খ) ৰাভা হাকাচাম, উপেন ঃ 'হাজং(ঝাৰুৱা) ভাষা', অসমীয়া আৰু অসমৰ ভাষা-উপভাষা, ২০০৯

৪) কোচ, শিবেন্দ্ৰ নাৰায়ণ ঃ প্ৰাগুক্ত নিবন্ধ


৫) অসমৰ ধুবুৰী, কোকৰাঝাৰ আদি নামনি অসমৰ জিলা কেউখন আৰু পশ্চিমবংগৰ জলপাইগুৰি, কোচবিহাৰ আদি অসমৰ সীমামূৰীয়া অঞ্চলত বসবাস কৰা তিব্বত-বৰ্মীয় ভাষী 'কোচ্চা' নামধাৰী লোকসকলে বৰ্তমান নিজকে কোচা ৰাভা বুলি চিনাকি দিয়ে। ড° বেৰতী মোহন সাহাই সেয়েহে 'কোচ-ৰাভা' বুলি এটা উমৈহতীয়া গোষ্ঠী আৰু তেওঁলোকৰ দ্বাৰা কথিত ভাষাক বুজাবলৈ এই পদটি ব্যৱহাৰ কৰিছে। (দ্ৰষ্টব্যঃ বাংলা ভাষাৰ সঙ্গে তুলনা প্ৰসঙ্গে কোচ-ৰাভা ভাষা, ১৯৮১

৬) তথ্যখিনি লেখকৰ ক্ষেত্ৰ অধ্যয়ন আৰু পুথিভঁৰাল অধ্যয়নৰ উমৈহতীয়া





ফল। লেখকে তুৰা আৰু গুৱাহাটী দূৰদৰ্শন কেন্দ্ৰৰ বাবে তথ্যচিত্ৰৰ বাবে দুবাৰকৈ অসমৰ মানিকাচৰ মহকুমাৰ মঞ্জুৰীগাঁও, বেলবাৰী আদি অঞ্চল আৰু মেঘালয়ৰ পশ্চিম গাৰোপাহাৰ জিলাৰ আমপাতি, আদি অঞ্চল ভ্ৰমণ কৰি ব্যক্তিগত সাক্ষাৎকাৰ আৰু অঞ্চলটোত লেখক-লেখিকাই ৰচনা কৰা বিভিন্ন প্ৰবন্দৰাজিৰ পৰা চালিজাৰি চাই সময়খিনি গ্ৰহণ কৰা হৈছে। বিশেষ কৃতজ্ঞ ঃ উপেন্দ্ৰ হাৰী কোচ ৭০, অৱসৰপ্ৰাপ্ত শিক্ষক(আদৰ্শ মঞ্জুৰী গাঁও, জিলা- ধুবুৰী, অসম) আৰু নিৰ্মল কোচ(৬৫, বিশিষ্ট লেখক, তুৰা, মেঘালয়)

**সূচক** সূচিকাৰ তালিকা ঃ

১) সত্যভামা কোচ, বেলবাৰী, পশ্চিম গাৰোপাহাৰ, ২০/৪/০৯

২) ৰামদয়াল কোচ, বৰকোণা, পশ্চিম গাৰোপাহাৰ ২০/৪/০৯

৩) খলিন কোচ, গোপালপুৰ, জিলা- ধুবুৰী, ১/১/০৯

৪) মনোৰঞ্জন কোচ, বাগাপাৰা, জিলা- ধুবুৰী ১৭/১/০৯

৫) জগন্নাথ হাৰি কোচ, আদৰ্শ মঞ্জুৰী, গাঁও- ধুবুৰী ১৬/১/০৯



# পাহাৰ-ভৈয়ামৰ সংশ্লিষ্ট জনজাতিৰ সমাজ-সংস্কৃতিৰ সংক্ষিপ্ত আলোকপাত

ড° মলিনা দেৱী ৰাভা

অসমৰ পাহাৰ-ভৈয়ামত বৰ্ণাঢ্য সামাজিক-সাংস্কৃতিক পৰিক্ৰমাৰে জীৱন অতিবাহিত কৰা কিছুমান জনজাতিৰ বিষয়ে গৱেষণা আৰু অধ্যয়ন নোহোৱাৰ ফলত স্বতন্ত্ৰ প্ৰবন্ধ পোৱা নগ'ল। সেয়ে ইণ্টাৰনেট, ইংৰাজী আৰু অসমীয়া ভাষাত লিখা বিশ্বকোষ, গৱেষণা ধৰ্মী আলোচনী, গ্ৰন্থ আদিৰ জৰিয়তে খাছী, মিজো, ৰেংমা নাগা, পাৰি, বৰ্মন, হোজাই আৰু চাকমা জনজাতিৰ বিষয়ে সংক্ষিপ্ত পৰিচয় দাঙি ধৰিবলৈ যথাসম্ভৱ প্ৰয়াস কৰা হ'ল।

## খাছী জনজাতি ঃ

খাছীয়া পাহাৰ অঞ্চলত বসতি কৰা খাছী, লিংগাম, 'ওৱাৰ' আৰু 'ভই' আৰু জয়ন্তীয়া পাহাৰ অঞ্চলৰ 'জয়ন্তীয়া' 'ছিনটৌ' আৰু 'প্নাৰ'সকল ব্ৰহ্মদেশৰ পৰা পাটকাই পৰ্বত পাৰ হৈ অসমলৈ প্ৰব্ৰজিত হৈছিল। ঘাইকৈ খাছী পাহাৰ অঞ্চলৰ মাজভাগত খাছী, পশ্চিম অঞ্চলত 'লিংগাম' দক্ষিণৰ নামনিত ওৱাৰ অৰু উত্তৰ-পূব অঞ্চলত 'ভই' জনজাতিৰ লোকসকলে বাস কৰে। তদুপৰি কাৰবি আংলং জিলাৰ পশ্চিম প্ৰান্তৰ কান্দুলি, পিচিআৰ, মূলাবেৰ, উমখিপি, খাচকাটলা আদি সীমান্ত অঞ্চলত খাছীয়া জয়ন্তীয়া লোকে বসবাস কৰি আছে। এই জনজাতিসকলৰ নিজস্ব সুকীয়া উপভাষা আছে যদিও তেওঁলোকৰ মাজত খাছী ভাষাহে শিক্ষাৰ উমৈহতীয়া মাধ্যম হিচাপে ব্যৱহৃত হৈ আহিছে। ভাষাতত্ত্ববিদ গ্ৰীয়াবছনৰ মতে ব্ৰহ্মদেশ আৰু মালয় উপদ্বীপৰ মনক্ষেৰ পালউংওৱা আদি অষ্ট্ৰিক গোষ্ঠীৰ ভাষাৰ লগত খাছী ভাষাৰ সাদৃশ্য আছে। প্ৰাচীন কালত বাংলা লিপি ব্যৱহৃত হৈছিল যদিও বৰ্তমান খাছী ভাষাৰ লিপি ৰোমান লিপি। শাৰীৰিক





গঠন, সামাজিক ৰীতি-নীতি, উৎসৱ অনুষ্ঠান আৰু ভাষাৰ বৈশিষ্ট্য ইত্যাদি বিশ্লেষণ কৰি পণ্ডিতসকলে খাছিয়া-জয়ন্তীয়া জনজাতিক বৃহৎ অষ্ট্ৰিক গোষ্ঠীৰ অন্তৰ্গত বুলি অভিহিত কৰিছে।

**সমাজ ব্যৱস্থা ঃ** খাছীয়া জয়ন্তীয়াসকলৰ সমাজ ব্যৱস্থা মাতৃপ্ৰধান। তেওঁলোকে বতাহৰ পৰা ৰক্ষা পাবলৈ পাহাৰৰ নামনিত বাহ খেৰেৰে ঘৰ সাজি লয়। খাছীয়াসকলে ঘৰৰ মাজৰ খুঁটাটো ওক গছৰ দিয়াটো বাধ্যতামূলক জয়ন্তীয়াসকলে ঘৰবন্ধ কাম শেষ হোৱাৰ পিছত কুকুৰাৰ বলি দি উবিছকুৰুম (বিশ্বকৰ্মা) আৰু কা ছিয়েম ছাংছাৰৰ (সংসাৰৰ অধিষ্ঠাত্ৰী দেৱী) পূজা কৰাটো নিয়ম। 'ভই' আৰু লিংগাম সকলৰ মাজত চাংঘৰৰ প্ৰচলন আছে। নতুনকৈ ঘৰসজাৰ সময়ত গৃহদেৱতাৰ উদ্দেশ্যে ছাগলী বা কুকুৰা বলি দি পূজা কৰে।

**জীৱিকা ঃ** কৃষিজীৱী খাছিয়া জয়ন্তীয়াসকলে ঝুম পদ্ধতিৰে ধান, মাকৈজোৰা, আলু-কচু, সুমথিৰা টেঙা, তামোল-পান আৰু নানান শাক-পাচলিৰ খেতি কৰে। ভাত, গাহৰিৰ মাংস অৰু লাওপানী তেওঁলোকৰ প্ৰিয় খাদ্য।

**জন্ম সম্পৰ্কীয় লোকাচাৰ ঃ** সন্তান ভূমিষ্ঠ হোৱাৰ লগে লগে নাইৰ চাৰি আঙুল মূৰত আটিলকৈ বান্ধি চেচুৰে নাই কাটে। নৱজাতকক মাটিৰ ৰঙা ঘটিৰে গা ধুৱায়। নাইডাল সৰি পৰাৰ পাছতে জল দেৱ-দেৱী আৰু ভূত-পিশাচক কণী উছৰ্গা কৰি পূজা দিয়া হয়। ল'ৰা সন্তান হ'লে সন্তানৰ কাষত এখন ধনু আৰু তিনিপাট কাঁড় আৰু কন্যা সন্তানৰ ক্ষেত্ৰত এখন দা আৰু বেতৰ খাং এটা সন্তানৰ কাষত ৰখা হয়। এই উৎসৱত পুৰোহিতে সামগ্ৰীসমূহত শান্তি পানী ছটিয়াই মহিলাসকলক সন্তানটোৰ যিকোনো নাম এটা উচ্ছাৰণ কৰিবলৈ দিয়ে। মহিলাসকলে নাম উচ্চাৰণ কৰাৰ লগে লগে পুৰোহিতে লাউৰে তৈয়াৰী পাত্ৰৰ পৰা এটুপি এটুপিকৈ মদ মজিয়াত ঢালি দিয়ে। উল্লেখযোগ্য যে নামবোৰ উচ্চাৰণ কৰি শেহৰ টোপাল মদ ঢালোতে যিটো নাম উচ্চাৰণ কৰে সেই নামটোহে সন্তানৰ বাবে ৰখাটো নিয়ম।

**সাজপাৰ ঃ** মহিলাসকলে এড়ি পোহে আৰু গছৰ শিপা, ডাল, পাত আদিৰ পৰা তৈয়াৰ কৰা ৰং সূতাত বোলাই কাপোৰ তৈয়াৰ কৰে। মহিলাসকলে জাল-দহি লগোৱা বুকু খোলা খোৰা চোলা পৰিধান কৰে। সম্ভ্ৰান্ত পৰিয়ালৰ পুৰুষে ধূতি আৰু মূৰত পাগুৰি পৰিধান কৰে। পৰম্পৰাগত উৎসৱ-অনুষ্ঠানত সোণ আৰু পোৱালমণিৰ মালা পিন্ধে। কাণত সোণৰ ৰিং আৰু লিংগাম পুৰুষে বিয়াগোম ভোজ দিয়াৰ সময়ত ৰূপৰ খাৰু পৰিধান কৰাটো বাধ্যতামূলক। মহিলাসকলে আঠুত পৰাকৈ কঁকালত মেৰিয়াই 'কাজামিয়েন' পিন্ধে আৰু নাটি-দীৰ্ঘ ছেমিজ

এটা লগতে বাহুৰ তলেদি সৰকাই কঁপাহি বা মুগা কাপোৰৰ 'কাজেইনজেম' নামৰ বস্ত্ৰ পৰিধান কৰে। ইয়াৰ উপৰিও কেতবোৰ মহিলাই 'কাজেইনকুপ' নামৰ এখন বস্ত্ৰ গাত মেৰিয়াই মুখৰ ফালে গাঠি দি ব্যৱহাৰ কৰে। তিৰোতাসকলে মূৰত 'কা টাপ্‌মখিল' পৰিধান কৰাটো নিয়ম। খাছী মহিলাসকলে সোণ-ৰূপৰ খাৰু, কাণফুলি, গলপতা, হাড় ইত্যাদি আ-অলংকাৰ ব্যৱহাৰ কৰে। গাভৰুসকলে নৃত্যৰ সময়ত সোণ-ৰূপৰ মুকুট পিন্ধে, তিৰোতাসকলে উৎসৱৰ সময়ত সোণ আৰু পোৱালমণিৰ মালা পৰিধান কৰে।

## ৰেংমা নগা ঃ

নগা পাহাৰৰ পৰা (বৰ্তমান নগালেণ্ড) প্ৰব্ৰজিত অসমৰ কাৰবি আংলং জিলাৰ ডিফু, লাহৰীজান আৰু চকীহলা অঞ্চলত বসবাস কৰা ৰেংমা জনজাতিৰ সামাজিক-সাংস্কৃতিক জীৱন পৰিক্ৰমা অতি বৈচিত্ৰপূৰ্ণ। তেওঁলোক অষ্টাদশ শতিকাৰ শেষ দশকত প্ৰথমে কাৰবি আংলং জিলাৰ চকীহলা পাহাৰত বসতি স্থাপন কৰে। পৰৱৰ্তী সময়ত ৰেংমা পাহাৰ নামে পৰিচিত অঞ্চলত অৱস্থিত তিনিখন মৌজা, যেনে— পূব ৰেংমা, পশ্চিম ৰেংমা আৰু নগা ৰেংমা নামে অঞ্চলত বসতি কৰে। ১৯৪৮ চনত ৰেংমা পাহাৰ অঞ্চলত ৬৮৯টা পৰিয়ালসহ ৩২খন ৰেংমা গাঁও আছিল। (J.P. Mills : The Rengma Nagas) ১৮২৬ চনৰ ইয়াণ্ডাবু সন্ধি অনুসৰি অসম ইংৰাজৰ শাসনাধিষ্ঠ হোৱাত অসমৰ অন্যান্য অধিবাসীৰ দৰে কাৰবিআংলঙৰ ৰেংমাসকলে ১৮৪৮ চনৰ পৰা ইংৰাজক খাজনা আদায় দিছিল।

**মূলত ঃ** কৃষিজীৱী ৰেংমাসকলৰ মাজত ঝুমখেতিৰ প্ৰচলন আছে। তেওঁলোকে ধান, যব, কঁপাহ, ধপাত, আলু, কচু ইত্যাদিৰ খেতি বছৰৰ বাৰ মাহে সম্পাদন কৰি জীৱীকা নিৰ্বাহ কৰে। আমিসহাৰী ৰেংমাসকলে চিকাৰ কৰি নোখোৱা জন্তু নাই বুলিলেই হয়। প্ৰিয় খাদ্য ভাত, গাহৰীৰ মাংস আৰু চাউলৰ পৰা তৈয়াৰী মদ।

**সমাজ ব্যৱস্থা ঃ** ৰেংমা সমাজ পিতৃ প্ৰধান যদিও সমাজত মহিলাৰ সন্মান অৰু স্বাধীনতা আছে। মহিলাসকলে খৰি কটা, বোৱা-কটা, পানী অনা ইত্যাদি ঘৰুৱা কামত অতি পাৰ্গত। মিছনেৰীসকলৰ সংস্পৰ্শত ৰেংমাসকলে খ্ৰীষ্টান ধৰ্ম গ্ৰহণ কৰে। সেয়ে খৃষ্টান ধৰ্মাৱলম্বী লোকসকলে পালন কৰা প্ৰধান উৎসৱ খৃষ্টমাচ, গুড ফ্ৰাইডে, নৱবৰ্ষ ইত্যাদি ৰেংমাসকলেও উলহ-মালহেৰে পালন কৰে। ৰেংমা সমাজত প্ৰচলিত কৃষি, চিকাৰ আৰু যুদ্ধৰ লগত জড়িত জনপ্ৰিয় নৃত্য-গীতসমূহৰ





ভিতৰত— নংপিয়াং (বাঁহনাচ), চলু (যাঠীনাচ) নগদা নাচ, কেটৰেং নাচ (যুদ্ধৰ নাচ) ইত্যাদিৰ উপৰিও কঠিয়া সিঁচা গীত, ধান বনা গীত, মাছ মৰা গীত আদিৰ প্ৰচলন অধিক। ৰেংমাসমাজত একে খেলৰ মাজত বিবাহ নিষিদ্ধ। বহু পত্নী বিবাহৰ প্ৰচলন নাই। পিতৃতান্ত্ৰিক সমাজ বাবে পুত্ৰই পিতৃৰ খেল লয় আৰু সম্পত্তিৰ অধিকাৰ পিতৃৰ পৰা পুত্ৰই লাভ কৰে।

## পাৱি (Pawi) ঃ

পাৱি জনজাতি অসমৰ এক উল্লেখযোগ্য জনজাতি। ঘাইকৈ মিজোৰামত থুপ খাই থকা পাৱি জনজাতিৰ পায়ি নামটো 'পাওটেই' শব্দৰ পৰা উৎপত্তি হৈছে। ডুহিলিয়ান ভাষাত 'পাওঁটে'ৰ অৰ্থ নাহৰফুটুকী বাঘ। উল্লেখযোগ্য যে লুচাই আৰু সেই অঞ্চলৰ জনজাতিসকলে তেওঁলোকক পাওঁটে বুলি অভিহিত কৰিছিল। কাৰণ পুৰণি কালত লুই চিফচ আৰু অন্যান্য চিফচসকলে নাগৰফুটুকী বাঘৰ দৰে সাহসেৰে যুদ্ধ কৰিছিল। তেওঁলোক লুই অথবা চীন ৰূপে জনাজাত। কিয়নো তেওঁলোকৰ অধিক সংখ্যকৰে বসতিস্থান ব্ৰহ্মদেশৰ চীন পাহাৰত আছিল।

পাৱিসকলে দক্ষিণ লুচাই পাহাৰ মহকুমাত বসবাস কৰি আহিছে। পূব-পশ্চিম মুৱাকৈ বৈ যোৱা কলোডিন নদীয়ে পাৱিসকলক লুচাইসকলৰ পৰা পৃথক কৰি ৰাখিছে। ইয়াতে দক্ষিণ আৰু পূৱত চীন পাহাৰ অৱস্থিত আৰু পশ্চিমত লাখেৰ ভূমিৰ অৱস্থান। বেছিসংখ্যক পাৱি গাঁও এই অঞ্চলত অৱস্থিত। বৰ্তমান 'চিমটুইপুই' জিলাৰ অন্তৰ্গত পাৱি স্বায়ত্ব শাসিত জিলাত ৪১ খন পাৱি গাঁও আছে।

**ভাষা ঃ** পাৱিসকলে তিব্বতবৰ্মীয় ভাষা গোষ্ঠীৰ অন্তৰ্গত লাই হাওলো ভাষা ব্যৱহাৰ কৰে যদিও বৰ্তমানে মাতৃভাষাৰ পৰিৱৰ্তে ডুহালিয়ান ভাষাৰ (Duhalian) প্ৰচলন বেছি। ৰোমান লিপি ব্যৱহাৰেৰে লাই ভাষাত বাইবেল ছপা হোৱাৰ পিছৰ পৰাই তেওঁলোকে ৰোমান লিপি প্ৰচলন কৰে। পায়িসকলৰ মাজত ১১০টা ফৈদ বা উপফৈদ আছে যদিও চীনজাহ, আইনেহ, হলৱানচিং, হলৱানচাৰী আৰু জাটেং তেওঁলোকৰ উল্লেখযোগ্য গোত্ৰ বা ফৈদ।

**সমাজ ব্যৱস্থা ঃ** পাৱি সমাজ পিতৃতান্ত্ৰিক। সন্তানৰ বিবাহৰ ক্ষেত্ৰত কন্যা সন্তানৰ ১৬ৰ পৰা ১৮ বছৰৰ ভিতৰত আৰু ল'ৰা সন্তানৰ ১৮ পৰা ২৫ বছৰৰ ভিতৰত সম্পন্ন কৰাটো নিয়ম। ল'ৰা-ছোৱালীৰ পচণ্ড হ'লে ল'ৰাই ছোৱালীৰ ঘৰত কিছু বছৰ কাম কৰি দিয়াটো বাধ্যতামূলক। ল'ৰাৰ কামত সন্তুষ্ট হ'লে

দৰাৰ পুৰস্কাৰৰূপে টকা আদায় দি বিবাহ সম্পন্ন কৰে। পাৰি সমাজত একে গোত্ৰৰ মাজত বিবাহ নিষিদ্ধ। বিবাহ বিচ্ছেদৰ ব্যৱস্থা আছে যাবে বিচ্ছেদৰ পাছত স্বামী-স্ত্ৰী উভয়ে নিজ পচন্দৰ নতুন সংসাৰ কৰিব পাৰে। অৱশ্যে পৰিৱৰ্তিত সময় আৰু খৃষ্টান ধৰ্ম গ্ৰহণৰ পাছত এনে নিয়মৰ কিছু সালসলনি হোৱা পৰিলক্ষিত হয়। পাৰিসকল অতি সৰল আৰু শান্তিপ্ৰিয় জনজাতি। তেওঁলোকে ওচৰ-চুবুৰীয়া পৰিয়ালৰ লগত বিভিন্ন শাক-পাচলি আৰু চিকাৰৰ মাংস ভগাই খায়।

সমাজত মহিলাৰ সন্মান আৰু স্বাধীনতা আছে। মহিলাসকল সকলো কামতে পাৰ্গত। তেওঁলোকে কাপোৰ বোৱা, দূৰৰ পৰা পানী অনা, ঝুম খেতিত সহায় কৰা, খৰী যোগান ধৰা ইত্যাদি কাম কৰে। শিক্ষিত মহিলাই পাৰি জিলা পৰিষদৰ সদস্য হিচাপে দায়িত্ব পালন কৰা দেখা যায়।

**সাজপাৰ ঃ** সাধাৰণতে মহিলাসকলে স্কাৰ্ট আৰু টপ পৰিধান কৰে যদিও পৰম্পৰাগত উৎসৱ-অনুষ্ঠানত মুগা-চিল্কৰ আঠুলৈকে বৈ পৰা দীঘল ব্লাউজ আৰু চাদৰ পৰিধান কৰে। পাৰিসকলৰ প্ৰধান খাদ্য ভাত আৰু মাংস। তেওঁলোকে সকলো মাংস খায় যদিও গাহৰীৰ মাংস অতি প্ৰিয়। চিকাৰ কৰি অনা গাহৰিৰ তেলেৰে বিভিন্ন ব্যঞ্জন ৰান্ধি 'জু', চাউল আৰু কলৰ পৰা তৈয়াৰী মদেৰে অতিথিক আপ্যায়ন কৰে আৰু নিজেও খায়। কৃষিজীৱী পাৰিসকলৰ মাজত ঝুমখেতিৰ প্ৰচলন আছে। তেওঁলোকে ধান, জব, আদা আৰু অন্যান্য শাক-পাচলিৰ খেতি কৰি জীৱিকা নিৰ্বাহ কৰে।

**সংস্কৃতি ঃ** পাৰিসকলৰ প্ৰধান উৎসৱ 'ঠালাই ঠাৱকুট'। বিভিন্ন উৎসৱ অনুষ্ঠানত ব্যৱহৃত বাদ্য-যন্ত্ৰৰ ভিতৰত খোৱাং (ড্ৰাম), ডাৰখোৱাং, ট্ৰামপেট, চৰেনগুহ, টামফিট (বাহেৰে তৈয়াৰী লোকবাদ্য) চাকি (Saki) (মহৰ শিঙেৰে তৈয়াৰী) বাদ্য ইত্যাদিয়েই প্ৰধান। অসম আৰু মিজোৰামৰ সীমামূৰীয়া অঞ্চলত বসতি কৰা পাৰি জনজাতিৰ বৈচিত্ৰধৰ্মী সমাজ-সংস্কৃতিৰ বিষয়ে গৱেষণা আৰু অধ্যয়ন হ'লে বৃহত্তৰ অসমীয়া সমাজ-সংস্কৃতিৰ ভঁৰাল আৰু অধিক চহকী হ'ব বুলি আশা কৰিব পাৰি।

## হোজাই জনজাতি ঃ

বৃহৎ বড়ো ভাষা গোষ্ঠীৰ অন্তৰ্গত হোজাই জনজাতি অসমৰ এক স্বতন্ত্ৰ জনজাতি। ঘাইকৈ নগাঁও জিলাৰ বিভিন্ন অঞ্চলত বসতি স্থাপন কৰি থকা হোজাই জনজাতিৰ লোকৰ সংখ্যা ১৯৭১ চনৰ লোকপিয়ল মতে ২২৯৮ জন।





পৰৱৰ্তীসময়ত ১৯৯১ চনৰ লোকপিয়ল অনুসৰি মুঠ ৪৫৮২ জনলৈ বৃদ্ধি পায়। মুঠ লোকসংখ্যাৰ ২৩১১গৰাকী পুৰুষ আৰু ২২৭১ গৰাকী মহিলা। হোজাইসকলে তিব্বত-বৰ্মীয় ভাষা-গোষ্ঠীৰ অন্তৰ্গত ডিমাচা ভাষা ব্যৱহাৰ কৰে। হোজাই ভাষাৰ লিপি ৰোমান লিপি যদিও অসমীয়া লিপিও ব্যৱহাৰ কৰা পৰিলক্ষিত হয়।

**সমাজ ব্যৱস্থা ঃ** হোজাইসকলৰ সমাজ ব্যৱস্থা দুভাগত বিভক্ত— সংস্কাৰী শাখা আৰু পৰম্পৰাগত ৰীতি-নীতি পালন কৰা শাখা। ইয়াৰ উপৰি তেওঁলোকৰ মাজত ৪০টা পিতৃতান্ত্ৰিক চেংফোং বা গোত্ৰ আৰু ৪২ টা মাতৃতান্ত্ৰিক জুলু বা গোত্ৰ আছে। এনে গোত্ৰৰ ভিতৰত প্ৰধানকৈ হাফলং বৰছা, হোজাইছা, বডোছা, লাংথাছা, খেবছা, হাচেংছা, থাওছেন, ৰাণীমা, ৰাজেমা, চাইডিমা ইত্যাদিৰ বিষয়ে উল্লেখ কৰিব পাৰি। উল্লেখযোগ্য যে পৃথিৱীৰ কোনো জাতিৰ মাজত পুৰুষ আৰু স্ত্ৰী ভেদে গোত্ৰ বিচাৰ সচৰাচৰ দেখা নাযায়।

**বিবাহ ঃ** হোজাই সমাজত একে গোত্ৰৰ মাজত বিবাহ নিষিদ্ধ অৰ্থাৎ লাংথাছা গোত্ৰৰ ল'ৰাই লাংথাছা গোত্ৰৰ ছোৱালীক বিয়া কৰাব নোৱাৰে। সমাজত বাল্য বিবাহৰ প্ৰচলন নাই। কন্যাৰ বয়স ১৫-১৬ বছৰ আৰু ল'ৰাৰ বয়স ২৫-২৬ বছৰৰ ভিতৰত বিবাহ সম্পন্ন কৰাটো নিয়ম। সমাজে নিৰ্ধাৰণ কৰি দিয়া নিৰিখ মতে কন্যা পক্ষক গাধন দিয়াটো বাধ্যতামূলক। সমাজত বিধবা বিবাহ আৰু বিবাহ বিচ্ছেদ আৰু পুনৰ বিবাহৰ ব্যৱস্থা আছে। পৰিয়ালৰ মূৰব্বী পিতৃবাবে পিতৃৰ সম্পত্তিৰ অধিকাৰ পুত্ৰ সন্তানৰ ওপৰত ন্যস্ত থাকে। নৱজাতকৰ বিভিন্ন অনুষ্ঠানৰ ভিতৰত ঘাইকৈ সন্তানৰ নামকৰণ, অন্নপ্ৰাশন, তোলনী বিয়া, ল'ৰাৰ উপনয়ন ইত্যাদি হিন্দু নিয়মৰ দৰে সম্পন্ন কৰে। হোজাই সমাজত মৃতকৰ সৎকাৰৰ নিৰ্দিষ্ট সময় নাই যদিও মৃত্যুৰ তেৰ দিনৰ দিনা শ্ৰাদ্ধ ক্ৰিয়া সম্পন্ন কৰে।

১৯৭১ চনৰ লোকপিয়লত হোজাইসকল এশ শতাংশই হিন্দুত্ববাদী ধৰ্ম-সংস্কৃতিৰ অনুকৰণ কৰাৰ উল্লেখ আছে। সেয়েহে শৈৱ আৰু শাক্ত সকলো দেৱ-দেৱীৰ পূজা-অৰ্চনা ৰাইজৰ দ্বাৰা নিৰ্বাচিত এগৰাকী জন্থাই বা পুৰোহিতৰ দ্বাৰা সম্পন্ন কৰাটো নিয়ম। উল্লেখযোগ্য যে হোজাই ভাষাৰ ৰীতি-নীতি, লোকাচাৰ, উৎসৱ-অনুষ্ঠান আদিৰ লগত ডিমাচা আৰু বৰ্মন সকলৰ সাদৃশ্য আছে।

**অৰ্থনৈতিক ব্যৱস্থা ঃ** হোজাইসকল মূলতঃ কৃষিজীৱী। ধান, কপাহ, সৰিয়হ, ধপাত আদিৰ খেতি কৰে। প্ৰাচীন কালত ঝুম খেতিৰ প্ৰচলন আছিল। মহিলাসকলে ঘৰুৱা কামৰ উপৰি পশুধন পালন, এড়ি পালন, কাপোৰ বোৱা,

সূতা কটা ইত্যাদি কামত পাৰ্গত। পুৰুষসকলে ঘৰুৱা শিল্পৰ ভিতৰত বাঁহ-বেতৰ ঢাৰি-পাতি, আৰু পাচি-খৰাহী আদি তৈয়াৰ কৰি ব্যৱহাৰ কৰে।

**সাহিত্য ঃ** লোকসাহিত্যত হোজাইসকল অতি চহকী। হোজাই লোকসমাজত যুগ যুগ ধৰি প্ৰচলিত হৈ অহা লোকগীত, ফকৰা যোজনা, সাধুকথা, মালিতা আদিৰ বিশেষ আবেদন আছে। এনে বৈচিত্ৰ্যধৰ্মী চহকী লোকগীত মিথ, বিভিন্ন উৎসৱ অনুষ্ঠান, লোকাচাৰ আদিয়ে হোজাই জনজাতিৰ গৌৰৱোজ্জ্বল ইতিহাস প্ৰতিফলিত কৰে। বিশেষকৈ হোজাই লোকসমাজৰ ধৰ্মীয়, সামাজিক আৰু ব্যক্তিগত জীৱনৰ লগত সংপৃক্ত। উৎসৱ-অনুষ্ঠানত প্ৰচলিত হৈ অহা গীত-মাত বোৰত প্ৰতিফলিত হোৱা সমাজ জীৱনৰ পাৰিপাৰ্শ্বিকতা, লোকাচাৰ, ৰীতি-নীতি ইত্যাদিৰ মাজত হোজাই সমাজ জীৱনৰ এখন নিখুট প্ৰতিচ্ছবি পোৱা যায়। সেয়েহে হোজাই জনজাতিৰ আৰ্থ-সামাজিক, সাংস্কৃতিক আৰু ঐতিহাসিক দিশৰ সমলসমূহৰ বিচাৰ-বিশ্লেষণৰ বাবে লুপ্তপ্ৰায় আৰু অৱহেলিত অৱস্থাত থকা লোকগীতসমূহৰ উদ্ধাৰ আৰু সংৰক্ষণৰ ব্যৱস্থা হ'লে হোজাই সমাজৰ বহু নতুন দিশ উন্মোচিত হ'ব বুলি আশা কৰিব পাৰি।

## মিজো জনজাতি ঃ

অসমৰ দক্ষিণ অঞ্চলত অৱস্থিত মিজো পাহাৰ জিলাৰ (পুৰণি লুচাই পাহাৰ) ঘাইকৈ অসম-মিজোৰাম সীমামূৰীয়া অঞ্চলত বাস কৰা মিজোসকল অসমৰ এক উল্লেখযোগ্য জনজাতি। মিজোসকল কেইবাশ বছৰৰ আগতে ব্ৰহ্মদেশৰ চীন হিলৰ ফালৰ পৰা খাদ্য আৰু বাসস্থানৰ সন্ধানত প্ৰব্ৰজিত হৈ লুচাই পাহাৰত বসতি স্থাপন কৰে। ইংৰাজে অসমৰ শাসনভাৰ লোৱাৰ পূৰ্বে লুচাই পাহাৰ জিলাৰ শাসনভাৰ সামন্ত পদধাৰী লুচাই জনজাতি অৰ্থাৎ মিজোসকলৰ ওপৰত ন্যস্ত আছিল। লুচাই পূৰ্বপুৰুষৰ মতে, লুচাই শব্দ 'লু' মানে 'মূৰ' আৰু 'চাই বা চেই' মানে 'দীঘল'। অৰ্থাৎ দীঘল মূৰীয়া লোক বা বুদ্ধিমান লোক। লুচাইসকল অতি বুদ্ধিমান শক্তিশালী আৰু সাহসী জাতি আছিল। ইংৰাজসকলে লুচাইসকলৰ সৈতে যুঁজ বাগৰ কৰিহে শাসনভাৰ কাঢ়ি ল'ব লগা হৈছিল।

**সমাজ ব্যৱস্থা ঃ** মিজোসকলৰ সামাজিক-সাংস্কৃতিক জীৱন অতিশয় বৈচিত্ৰ্যধৰ্মী। খৃষ্টান ধৰ্ম গ্ৰহণ কৰাৰ আগতে মিজোসকলৰ মাজত নিৰ্দিষ্ট ধৰ্মমত নাছিল বাবে এক ঈশ্বৰক সৰ্বশক্তিমান ৰূপে বিশ্বাস কৰিছিল। খ্ৰীষ্টান ধৰ্ম গ্ৰহণৰ পাছত এনে পৰম্পৰা ক্ৰমাগতভাৱে নোহোৱা হয়। মিজো সমাজত কোনো বিশেষ সামাজিক বান্ধোন নাই যদিও অনিয়ম বা অসামাজিক কামত লিপ্ত হোৱা যিকোনো ব্যক্তিক আৰ্থিক দণ্ডেৰে দণ্ডীত কৰি সমাজৰ পৰা ভ্ৰষ্টাচাৰ নিৰ্মূল কৰাৰ সুন্দৰ





ব্যৱস্থা আছে। মিজোসমাজত বিভিন্ন ভূত-প্ৰেতৰ প্ৰতি গভীৰ বিশ্বাস আছিল। সমাজত বিভিন্ন ভূত-প্ৰেতৰ পৰা পৰিত্ৰাণৰ বাবে পুৰোহিতৰ দ্বাৰা গাহৰি বলি দি পূজা কৰাটো নিয়ম। কথিত আছে যে কেতিয়াবা বিশেষ ভূত-প্ৰেত কুকুৰ বলি দি পূজা কৰিছিল। এই প্ৰেতবোৰৰ ভিতৰত ৰামহইয়া (ৰাম- হাবি, হইয়া- বীৰ) নামৰ এগৰাকী শক্তিশালী ভূত আছিল। মিজো সকলৰ বিশ্বাস মতে, ৰামহইয়া অসন্তুষ্ট হ'লে মাৰিমৰক আৰু হত্যাকাণ্ড আদি হয়। ৰামহইয়াৰ উপৰি অন্যান্য পোন্ধৰজন মান সৰু-বৰ ভূতৰ কু-দৃষ্টিৰ ফলত মানুহ বলিয়া হোৱা, জ্বৰ উঠা আৰু গাওঁবাসীৰ অমংগল হয় বুলি বিশ্বাস কৰে। ভূত-প্ৰেতৰ পূজাসমূহৰ ভিতৰত 'খুৱাদঠোই' পূজা উল্লেখনীয়। বলি-বিধানকে আদি কৰি অন্যান্য নৃত্যগীতৰ পয়োভৰে মিজোসকলৰ এই পূজা উৎসৱক এক অনন্য মাত্ৰা প্ৰদান কৰি আহিছে। মিজোসকলৰ বিশ্বাস মতে, 'খুৱাল্লাম' নামে খুৱাংটোই পূজাত নাচিলে স্বৰ্গ লাভ কৰে। ইয়াৰ উপৰি প্ৰাচীন কালত অন্যান্য বহুতো পূজা-পাতলৰ প্ৰচলন আছিল। এনে এক পূজাৰ নিয়ম অনুসৰি পূজাৰ প্ৰথম দিনাই দুটা গাহৰি বলি দিব লাগিছিল আৰু ইয়াৰে এটা অংশ ঘৰৰ চালত থকা চ্ছং ভূতক আৰু এটা অংশ ঘৰৰ পাছফালৰ সৰু ভুতুনী 'নুআইক' আগবঢ়োৱা হৈছিল। পূজাৰ সময়ত পদূলীমুখত এজোপা ডাঙৰ গছ ৰোপণ কৰাটো নিয়ম যাতে গৃহস্থই বাহিৰলৈ আৰু বাহিৰৰ মানুহ ঘৰলৈ আহিব নোৱাৰে। এনে নিয়মৰ ব্যতিক্ৰম হ'লে পূজা ব্যৰ্থ হোৱা বুলি বিশ্বাস আৰু নিয়ম ভংগকাৰী জনে পূজাৰ সমস্ত খৰছ বহন কৰাটো বাধ্যতামূলক। পূজা আৰম্ভৰ তিনিদিনৰ দিনা পুনৰ এটা গাহৰি বলি দি তাৰে এক অংশ ঘৰৰ চালত থকা ভূতৰ বাবে আগবঢ়াব লাগে। ইয়াৰ দুদিন পিছতে নু আইন পুই উৎসৱ অনুষ্ঠিত হয়। এনেদৰে বিভিন্ন ৰীতি-নীতি আৰু নৃত্য-গীতেৰে মিজোসকলে ভোজভাত খাই সুখী আৰু উলাহী জীৱন যাপন কৰে। কিন্তু সময়ৰ লগে লগে খ্ৰীষ্টান ধৰ্মৰ প্ৰভাৱ আৰু ব্যয়বহুল হোৱা বাবে এনে বৈচিত্ৰ্যধৰ্মী পূজা উৎসৱৰ প্ৰচলন অতি কম।

মিজোসমাজত ডেকাচাঙ বা জ'লবুক (Zawlbuk) ব্যৱস্থা আছে। ডেকাচাঙত গাঁৱৰ অবিবাহিত ডেকাসকলে মিলি নৃত্য-গীত মুখৰ পৰিৱেশেৰে নিশা কটোৱাটো নিয়ম। প্ৰতিখন গাঁৱত থকা ডেকাচাঙৰ যোগেদি মিজো ডেকাসকলে নৃত্য-গীত বাদ্য প্ৰশিক্ষণৰ এক সুবিধা পায় আৰু গাঁওৰক্ষী বাহিনীৰ দৰে ৰাতি গাঁওসমূহক পহৰা দিয়ে।

**মৃতকৰ সৎকাৰ ঃ** মিজো সমাজে মৃতকক কবৰ দি সৎকাৰ কৰে। কবৰস্থানত মৃতকৰ প্ৰতীক হিচাপে এচটা শিল ৰখাটো বাধ্যতামূলক। শিশুৰ সৎকাৰত কণী

এটা লগত দিয়াটো নিয়ম। মিজো সমাজৰ বিশ্বাস মতে কণীটোৱে মৃতকক স্বৰ্গপ্ৰাপ্তিত সহায় কৰে।

**বিবাহ ঃ** বিবাহৰ ক্ষেত্ৰত মিজোসকলৰ মাজত কোনো সামাজিক বান্ধোন নাই। লৰা-ছোৱালীৰ পৰস্পৰৰ পছন্দৰ পাছতে ল'ৰাপক্ষৰ ফালৰ পৰা কন্যা খুজিবলৈ যোৱাটো নিয়ম। দৰাপক্ষই কন্যাক দিবলগীয়া গা-ধন আদায় দিয়াৰ পাছত নিৰ্দিষ্ট এটা দিনত ভোজভাত খুৱাই বিবাহ সম্পন্ন কৰে। গা-ধনৰ পৰিমাণ কন্যাৰ ৰূপ-গুণ অনুসৰি কম-বেছি হয়। উল্লেখযোগ্য যে বায়েকৰ বিবাহৰ আগতে যদি উপযুক্ত ভনীয়েকক বিবাহৰ প্ৰস্তাৱ দিয়ে তেন্তে গা-ধনৰ পৰিমাণ বেছি হয়। বিবাহৰ পাছত কন্য দৰা ঘৰলৈ যোৱাৰ সময়ত ডেকা-গাভৰুসকলে বাটত বোকা-পানী দলিয়া-দলি কৰাটো নিয়ম। তদুপৰি মিলনৰ প্ৰথম নিশা আত্মীয়-কুটুম আৰু বন্ধু-বান্ধৱীসকলে দৰা-কইনাৰ চাৰিওফালে নানা গীত-নৃত্য-বাদ্যৰে ৰং-ধেমালি কৰে। সমাজত বিবাহ বিচ্ছেদৰ ব্যৱস্থা আছে। বিচ্ছেদৰ ক্ষেত্ৰত পুৰুষে বিচ্ছেদ বিচাৰিলে সন্তানৰ মাতৃ হ'লে সন্তানৰ সংখ্যা অনুসৰি অৰ্থদণ্ড আৰু পত্নীয়ে বিচ্ছেদ বিচাৰিলে স্বামীপক্ষই দিয়া সকলো ধন-সম্পত্তি আৰু সন্তান থাকিলে সন্তানৰ জোখেৰে ধন ওভটাই দিয়াটো বাধ্যতামূলক। মিজো সমাজত বিধৱা বিবাহৰ প্ৰচলন নাই। স্বামীৰ মৃত্যুৰ তিনিমাহ পৰ্যন্ত বিধৱাগৰাকী স্বামীগৃহত থকাৰ পাছত পিতৃগৃহলৈ প্ৰত্যাৱৰ্তন কৰে। পিতৃগৃহত থকা অৱস্থাত কোনো বিধৱাই পিতৃগৃহৰ পৰা পৃথকে ওলাই যাব খুজিলে সমাজে বান্ধি দিয়া নিৰিখ অনুসৰি ধন ওভোটাই দিয়াটো নিয়ম। মিজো সমাজত মহিলাবো বিশেষ স্থান আছে। মহিলাসকল বোৱা-কটা, কৃষিৰ লগত জৰিত কৰ্ম, পশুপালন, ঘৰুৱা কাৰ্যৰ সকলো দায়িত্ব বহন কৰি স্বাধীন-চিতীয়া সুখী পাৰিবাৰিক জীৱন যাপন কৰে।

**উৎসৱ-পাৰ্বন ঃ** প্ৰাচীন কালত মিজোসকলে 'পলকূট' (Paulkut) 'চাপচাৰকূট' (Chapcharkut) আৰু মীমকূট (Mimkut) নামেৰে তিনিটা প্ৰধান উৎসৱ পালন কৰিছিল। ব'হাগ মাহত পালন কৰা চাপচাৰকূট উৎসৱ নৃত্যপ্ৰধান উৎসৱ। এই উৎসৱত ঈশ্বৰক সৰ্বশক্তিমান ৰূপে জ্ঞান কৰি নৃত্য-গীতেৰে পৰজন্মৰ মুক্তিৰ বাবে প্ৰাৰ্থনা জনোৱা হয়। সাধাৰণতে কাতি মাহত পালন কৰা মীমকূট উৎসৱ পূৰ্বপুৰুষৰ স্মৰণ উৎসৱ। এই উৎসৱত স্বৰ্গগামী পূৰ্বপুৰুষসকলৰ মূৰ্তি সাজি তেওঁলোকৰ বিদেহী আত্মাৰ চিৰশান্তি কামনা কৰি কৰুণভাৱে প্ৰাৰ্থনা কৰা হয়। কৃষিজীৱী মিজোসকলৰ আটাইতকৈ জনপ্ৰিয় উৎসৱ হ'ল প'লকূট উৎসৱ। মাঘ মাহত উদ্‌যাপিত এই উৎসৱত অসমীয়া ভোগালী বিহুৰ উৰুকাৰ দিনা মাছ-মাংসৰে ভোজভাত খোৱাৰ দৰে মিজোসকলেও মাছ-





মাংস, পিঠা-পণা খাই উৎসৱৰ আনন্দ উপভোগ কৰে। এই উৎসৱত চিকাৰলৈ গৈ কুকুৰা-গাহৰি চিকাৰ কৰি আনি ল'ৰা-তিৰোতাবে এসাজ তৃপ্তিৰে ভোজন কৰাটো নিয়ম। সেইদিনা চিকাৰলৈ গৈ সফল নহ'লে নিজকে দুৰ্ভগীয়া বুলি বিশ্বাস কৰে বাবে ভাগ্য সুপ্ৰসন্ন কৰিবলৈ ঘৰৰ পোহনীয়া কুকুৰা-গাহৰি কাটি হ'লেও নিজৰ পৰিয়ালক আগবঢ়োৱাটো নিয়ম। প'লকূট উৎসৱত ঘাইকৈ শিশুসকলক নৱবস্ত্ৰ পৰিধান কৰিবলৈ দিয়া হয়। ল'ৰাবোৰে উৎসৱৰ দিনা 'দীয়'ৰ নামৰ সৰু কাপোৰ এটুকুৰা মূৰত বান্ধি এখন কাহীত মাতৃসকলে সজাই দিয়া নিজ নিজ খাদ্যসম্ভাৰ 'লুংদো'লৈ (শিলেৰে আৱৰা উৎসৱৰ স্থান) লৈ যায় আৰু খাদ্য সম্ভাৰবোৰ ভাগে ভাগে ৰাখি বিভিন্ন নৃত্য-গীতেৰে উৎসৱৰ আনন্দত আত্মহাৰা হৈ পৰে। উল্লেখযোগ্য যে লুংদোত আগবঢ়োৱা নিজৰ ভাগৰ মাংস-ভাত আদি খাদ্য বস্তু নিজে নাখাই অইন এজনক খুৱাই দিয়াটো নিয়ম। এনেদৰে খাদ্যবস্তু ইজনে-সিজনক খুৱাই দিয়াৰ ফলশ্ৰুতিত ভাতৃত্ববোধ অধিক সুদৃঢ় হয় বুলি মিজোসকলৰ বিশ্বাস। এই উৎসৱ মূলতঃ শিশুসকলৰ বাবে যদিও গাঁৱৰ ডেকাসকলেও যোগদান কৰে। উৎসৱৰ আগদিনা আৰু পাছদিনা সকলোৱে মিলি মদ, মাংস ভোজভাত খাই, নৃত্য-গীতেৰে গোটেই ৰাতি উজাগৰে কটায়। পাঁচদিনীয়াকৈ উদ্‌যাপিত এই উৎসৱত 'ছেৈই' (Chhei আৰু 'ছ্যাই' Chaei) নামেৰে বিশেষ নৃত্য পৰিৱেশন কৰে। ঢোলৰ চেৱে চেৱে মূৰত নানা ৰঙৰ সাজ বান্ধি বৃত্তাকাৰে ঘূৰি ঘূৰি নচা এই নৃত্যগীতৰ মাদকতাই প'লকূট উৎসৱক এক বিশেষ মৰ্যদা প্ৰদান কৰি আহিছে।

**জীৱিকা ঃ** মিজোসকলৰ মূল জীৱিকা কৃষি। সেয়ে কৃষকসকলে ঝুম কাৰ্যৰ শুভাৰম্ভৰ দিনা নিজ মাতৃ অথবা পত্নী আৰু ভগ্নীয়ে নিজ হাতেৰে বৈ-কাটি উলিওৱা নতুন বস্ত্ৰ কঁকালত বান্ধিয়েহে পৱিত্ৰভাৱে খেতিপথাৰত প্ৰৱেশ কৰে। সাধাৰণতে পাহাৰৰ এঢলীয়া ঠাইত ঝুম পদ্ধতিৰে ধান-আলু-কচু-গম-জলকীয়া-বেঙেনাকে আদিকৰি অন্যান্য পাচলিৰ খেতি কৰে।

**খাদ্য সম্ভাৰ ঃ** মিজোসকলৰ প্ৰধান খাদ্য ভাত, মাংস আৰু সিজোৱা শাক-পাচলি। মদৰ প্ৰচলন আছে। উৎসৱৰ সময়ত ঘূৰণীয়াকৈ জুম বান্ধি ডলাকৃতিৰ ডাঙৰ পাত্ৰত খাদ্যবস্তু লৈ একেলগে বহি খোৱাটো নিয়ম। এনে ব্যৱস্থাই একতাৰ দল কটকটীয়া কৰে বুলি মিজোসমাজৰ বিশ্বাস। 'বাইলোঁ' নামেৰে স্থানীয় ধপাতেৰে নিজস্ব ধৰণেৰে তৈয়াৰ কৰি লোৱা ধপাত মিজোসকলৰ প্ৰিয় খাদ্য।

**বস্ত্ৰ-অলংকাৰ ঃ** মিজো মহিলাসকলে তাঁতৰ শালত নিজহাতে কটা কঁপাহী সূতাৰ কাপোৰ তৈয়াৰ কৰে। অসমৰ অন্যান্য জনজাতিৰ দৰে বোৱন-কাটনত

অকাজী মিজো ছোৱালীৰ সমাজত আদৰ কম। মহিলাসকলে কঁকালত বান্ধি বোৱা কপাহী আৰু উণ সূতাৰ ফুলাম 'পুৱান'ত (পাতলি) সৰগৰ তৰা ৰচিব পাৰে। বাঁহ-বেত আৰু কাঠেৰে বিভিন্ন চানেকীৰে তৈয়াৰী সামগ্ৰীসমূহত মিজোসকলৰ সংস্কৃতিৰ স্বকীয়তাৰ পৰিচয় পোৱা যায়। বিশেষকৈ বেতেৰে তৈয়াৰী 'পেটাৰী' আৰু 'জপা'ৰ চানেকী অতি ব্যতিক্ৰম ধৰ্মী। সাজপাৰ পিন্ধাৰ ক্ষেত্ৰটো স্বকীয়তা আছে। মিজো মহিলাই পৰম্পৰাগত সাজ কঁকালত 'পাতলি' আৰু গাত 'বুকু চোলা' (ব্লাউজ) পৰিধান কৰে আৰু পুৰুষসকলে 'পুৱান' পৰিধান কৰে। পূৰ্বতে মিজো মহিলাসকলে মাটিৰে তৈয়াৰী বিভিন্ন চানেকীৰ অলংকাৰ পিন্ধিছিল যদিও বৰ্তমান সোণ-ৰূপ আদিৰে তৈয়াৰী অলংকাৰ পৰিধান কৰে।

**ভাষা-সাহিত্য ঃ** মিজোসকলৰ মাজত প্ৰাচীনকালত লুচাই; প'ই, লাখেৰ, ফানাই, আদি বিভিন্ন উপভাষাৰ প্ৰচলন আছিল। পৰৱৰ্তী সময়ত লুচাই বা মিজোসকলে ব্যৱহাৰ কৰা লুচাই উপভাষা ৰোমান লিপি গ্ৰহণ কৰি প্ৰধান মান্য ভাষাৰূপে স্বীকৃতি প্ৰদান কৰে। লুচাই বা মিজো ভাষাত ৰচিত প্ৰাচীন পুথি বুলিলে সাধাৰণতে বাইবেলৰ প্ৰাৰ্থনা সংগীত আৰু বাইবেল আৰু খৃষ্টধৰ্মৰ বিভিন্ন বিষয়ৰ পুথিসমূহৰ বিষয়ে উল্লেখ কৰিব পাৰি। লোকগীত আৰু সাধুকথাত মিজোসকল যথেষ্ট চহকী। চেচাংময়ী আৰু খুংচুৱানী, বিধবাৰ সন্তান আদি সাধুবোৰৰ পটভূমি আৰু বিষয়বস্তুৰ মাজত মিজো সমাজ জীৱনৰ প্ৰতিফলন অধিক স্পষ্ট। তদুপৰি প্ৰেম-প্ৰণয়, ভূত-প্ৰেত আদি বিষয়ক লোকগীত আৰু সাধুকথাবোৰত মিজোসকলৰ ঐতিহাসিক পটভূমি, প্ৰব্ৰজনৰ ইতিহাস আৰু সামাজিক-সাংস্কৃতিক জীৱনৰ বিভিন্ন ঘাট-প্ৰতিঘাতৰ প্ৰতিচ্ছবি বিশেষভাৱে বৰ্ণিত হৈছে।

## বৰ্মন জনজাতি ঃ

বৰাক উপত্যকাত বসবাস কৰা বৰ্মনসকল অসমৰ এক অন্যতম ভৈয়াম জনজাতি। উত্তৰ কাছাৰ পাৰ্বত্য অঞ্চলত বসবাস কৰি থকা এই জনজাতিসকল বৃহত্তম ডিমাছা-কছাৰী সমাজৰ এক অন্যতম শাখা। অইন অৰ্থত যিসকল ডিমাছা কছাৰী বৰাক উপত্যকাৰ সমভূমিত বসবাস কৰে তেওঁলোকক বৰ্মন বুলি চিহ্নিত কৰা হৈছে। ভাষাৰ পালৰ পৰা বৰ্মনসকল তিবৃত-বৰ্মী ভাষাগোষ্ঠীৰ অন্তৰ্গত। প্ৰাচীন কালত তেওঁলোকে পশ্চিম চীনৰ ইয়াংচিকিয়াং আৰু হোৱাংহো নদীৰ পাৰত বসবাস কৰিছিল। পৰৱৰ্তী সময়ত পৰ্যায়ক্ৰমে চীনডুইন আৰু ইৰাৱতী নৈৰ দাতিকাষৰীয়া অঞ্চলত বসতি কৰিবলৈ ধৰে।





**সমাজ ব্যৱস্থা ঃ** বৰ্মন সমাজ পিতৃতান্ত্ৰিক পৰিয়াল ব্যৱস্থাৰ সমাজ। সমাজত 'চেংফোং' নামেৰে ৪০টা পুৰুষৰ ফৈদ আৰু 'জুলু' নামেৰে ৪২টা মহিলাৰ ফৈদ পোৱা যায়। এওঁলোকৰ মাজত বৈবাহিক সম্বন্ধৰ ক্ষেত্ৰত বাধ্যবাধকতা আছে। অৰ্থাৎ চেংফোং গোত্ৰৰ ল'ৰাই চেংফোং গোত্ৰৰ ছোৱালী বিয়া কৰাব নোৱাৰে। বিবাহৰ ক্ষেত্ৰত বৰ্মনসকলৰ নীতি-নিয়ম ডিমাছাসকলতকৈ কিছু পৃথক। তেওঁলোকে প্ৰাচীন পদ্ধতিৰ উপৰি পুৰোহিতৰ দ্বাৰা সম্পন্ন কৰা হিন্দু পদ্ধতিৰ বিবাহ ব্যৱস্থাৰে বিবাহ সম্পাদন কৰে। কাছাৰৰ বৰ্মনসকলৰ মাজত ঘাইকৈ বন্দোবস্তী বিয়া (Marriage by Negotiation) প্ৰচলন আছে। কিন্তু বলপূৰ্বক কন্যা ধৰি কৰা বিবাহ-ৰীতিৰ (Marriage by capture) প্ৰচলন কম যদিও সম্পূৰ্ণৰূপে বিলোপ হোৱা নাই। উত্তৰ কাছাৰ পাৰ্বত্য জিলাৰ ডিমাছাসকলৰ দৰে দৰাঘৰৰ পিতৃ-মাতৃয়ে বিবাহ সম্পন্ন কৰিব বিচৰা কন্যা ঘৰলৈ প্ৰথমে পূৰ্বতে ঠিৰাং কৰা নিৰ্দিষ্ট দিন অনুসৰি বিয়াৰ প্ৰস্তাৱ পঠিওৱাটো নিয়ম। যদিহে কন্যাঘৰে সন্মতি দিয়ে তেন্তে 'চানদি-দাং-চেঙবা' (Sand-Ding-Sangba) নামেৰে প্ৰথম পদক্ষেপ অৰ্থাৎ প্ৰথম বিয়াৰ প্ৰস্তাৱ গ্ৰহণৰ প্ৰস্তুতি আৰম্ভ হয়। ব্ৰাহ্মণ পুৰোহিতৰ জৰিয়তে তেওঁলোকে হিন্দুধৰ্মৰ ৰীতি অনুসৰি বিবাহ সম্পন্ন কৰে। উত্তৰ কাছাৰ ডিমাছাসকলৰ দৰে 'কালটি' (Kalti) নামেৰে কন্যাৰ মূল্য দিয়াৰ প্ৰথা কাছাৰৰ বৰ্মন সমাজত বিৰাজমান। তেওঁলোকৰ সমাজত বাল্যবিবাহ প্ৰচলিত নাই। বিবাহ বিচ্ছেদৰ ক্ষেত্ৰত অতি কঠোৰ নিয়ম পুৰুষ আৰু মহিলা পক্ষই অৱলম্বন কৰিবলগীয়া হয়। সেয়েহে বিবাহ বিচ্ছেদ সাধাৰণতে অতি সীমিত। কাছাৰৰ বৰ্মন সকলৰ মাজত বিধৱা বিবাহৰ প্ৰচলন দেখা নাযায়।

**জন্ম ঃ** যিকোনো সন্তান জন্ম হ'লে পৰিয়ালৰ বাবে অতি সুখৰ খবৰ বুলি গণ্য কৰে। মাতৃ আৰু কেচুৱাক তেওঁলোকে যেতিয়ালৈকে নাভি এৰাই নাযায় আৰু ঘৰ সুচি কৰা নহয়, তেতিয়ালৈকে প্ৰসূতিগৰাকীৰ পৰিয়ালৰ অইন সদস্য-সদস্যাৰ পৰা পৃথকে ৰখাটো নিয়ম।

**মৃত্যু ঃ** মৃতকৰ সৎকাৰৰ ক্ষেত্ৰত বৰ্মনসকলে জুইত দাহ কাৰ্য সম্পন্ন কৰে। কেঁচুৱা অৱস্থাত থকা শিশুসকলৰ ক্ষেত্ৰত মাটিত পুতি সৎকাৰ কৰাৰ নিয়ম প্ৰচলন আছে। শ্ৰাদ্ধ-ক্ৰিয়া তেৰ দিনৰ দিনা সম্পন্ন কৰে আৰু ব্ৰাহ্মণ পুৰোহিতৰ দ্বাৰা এই কাৰ্যৰ সম্পাদন কৰাটো নিয়ম। বছৰেকীয়া শ্ৰাদ্ধ পালন কৰা দেখা যায়। ধন-সম্পত্তিৰ অধিকাৰ বা দণ্ডবিধি (Customary law) আইনৰ ক্ষেত্ৰত বৰ্মনসকলৰ অতি লেখত ল'বলগীয়া নিয়ম হৈছে সমাজত প্ৰচলিত দুই ধৰণৰ

সমান্তৰাল ফৈদ পুৰুষৰ ফৈদ আৰু মহিলাৰ ফৈদ। এই দণ্ডবিধি অনুসৰি কাছাৰৰ বৰ্মন সমাজত সম্পত্তিৰ অধিকাৰ দুটা পক্ষৰ মাজত ন্যস্ত কৰা আছে। এটা হৈছে পৈতৃক সম্পত্তি আৰু আনটো মাতৃ সম্পত্তিৰ অধিকাৰ। সমাজত ডেকাচাঙৰ নিয়ম প্ৰচলিত আছে। বিশেষভাৱে শাক্তধৰ্মী ৰীতি-নীতিৰে ধৰ্মীয় জীৱন যাপন কৰে।

**অৰ্থনৈতিক ব্যৱস্থা ঃ** বৰ্মনসকল মূলতঃ কৃষিজীৱী। ধানখেতিৰ উপৰি অন্যান্য শাক-পাচলিৰ খেতি কৰি জীৱিকা নিৰ্বাহ কৰে। পশুধন, বোৱাকটা, মুগা পালন, কঁপাহৰ পৰা সূতা তৈয়াৰ কৰি কাপোৰ প্ৰস্তুত কৰা আৰু দৈনন্দিন ঘৰুৱা কামত মহিলাসকল অতি পাৰদৰ্শী।

## চাকমা জনজাতি ঃ

চাকমা জনজাতিৰ লোক অসমৰ বিভিন্ন ঠাইত সিচৰতি হৈ আছে যদিও ঘাইলৈ কাৰবি আংলং জিলাৰ বংলাংফেৰ অঞ্চলত থুপ খাই আছে। চাকমাসকলৰ জীৱন ধাৰমৰ মান অতি নিম্ন। তেওঁলোকে ধান, কপাহ, ধপাত, আলু, কচু ইত্যাদিৰ খেতি কৰি জীৱিকা নিৰ্বাহ কৰে। ত্ৰিপুৰাৰ পৰা কাৰবি আংলং জিলালৈ প্ৰব্ৰজিত চাকমাসকল বৌদ্ধ ধৰ্মাৱলম্বী। সেয়ে বৌদ্ধ ধৰ্মৰ লগত জড়িত সকলো উৎসৱ-অনুষ্ঠান পালন কৰাৰ ৰীতি প্ৰচলিত।

### সহায়ক গ্ৰন্থ ঃ

J. K. Bose : Glimpses of Tribel Life in North-East India, Calcutta;

Institute of Social Research and Applied Anthropology, 1980

Barkatoky. S. : Tribes in Assam, 1961

Bose, N. K. : Tribal Life in India (1971)

Baveja J. D. : The Land where the Bomboo flowers, 1970

Accross the Golden Heights of Assam and North-East Frontier, Agency, Calcutta : Modern Book Depot, 1961

Endle. S. : The kacharies, 1911 (Rpt.) Delhi : Cosmo Publication, 1975

Grieson G A. : Linguistic Survery of India, Part-I, Calcutta,





Central Publication Branch, Govt.-I (1927) pp- 61-66.

Waddell L. A. : The Tribes of Brahmaputra Velly, Delhi Sanskaran Prakasak - 1970



# দেউৰী জনজাতি ঃ সমীক্ষাত্মক অধ্যয়ন

প্ৰবীন কুমাৰ দেউৰী

**পৰিচয় ঃ** দেউৰী জাতি বৃহৎ মঙ্গলয়ড জাতি গোষ্ঠীৰ অন্তৰ্গত তিবত-বৰ্মীয় শাখাৰ চিনো-তিবত ভাষা পৰিয়ালৰ লোক। এওলোকৰ আদি বাসস্থান চীন দেশৰ উত্তৰ পশ্চিম অঞ্চলৰ হোৱাংহো ইয়াংচিকিয়াং নদীৰ উপত্যকা বুলি ঠাৰৰ কৰা হৈছে। এসময়ত উত্তৰ পূৰ্বাঞ্চলৰ কোনোবা বাটেদি প্ৰবেশ কৰি প্ৰাচীন অসমৰ শদিয়াৰ উত্তৰ পূৱ অংশ জইদাম পাহাৰৰ পাদ অংশৰ বিস্তৃৰ্ণ অঞ্চল যেনে- জইদাম, দেউৰা পথাৰ, পাতশদিয়া, এৰেম, কেৰেম, লাইবা, লপাবা, কুৱিলা, চকতি, চলিয়া, মামৰি, পিচলা আদি ঠাইত থাকিবলৈ লয়। বহু শ বছৰ অতিক্ৰম কৰাৰ পিছত তেওঁলোকে শদিয়ালৈ স্থানান্তৰিত হয় আৰু শদিয়া অঞ্চলকেই স্থায়ী বাসভূমি হিচাপে মনোনীত কৰি লৈ শ শ বছৰ বসবাস কৰিবলৈ লয়। উক্ত কালছোৱাতেই দেউৰীসকলৰ প্ৰাচীন সামাজিক, ধৰ্মীয় জীৱন আৰু ভাষা-সাহিত্যৰ উত্তৰণ ঘটি বিকশিত ৰূপত প্ৰকাশ পায়।

বসতি স্থানৰ নাম অনুসৰি দেউৰী জাতিৰ চাৰিটা ফৈদ আছে। দিবাং নদীৰ পাৰত যি সকল বাস কৰে তেওঁলোকক দিবঙীয়া, টেঙাপানী (চেতজি) নদীৰ পাৰত থকাখিনিক টেঙাপনীয়া, বৰ নদী বা লুইত নদীৰ পাৰত থকাখিনি বৰগঞা (লুইতুৰা) বুলি কোৱা হয়। আন এটা ফৈদ কালক্ৰমত বিলুপ্ত হোৱা বুলি কোৱা হয়। যাক পাতৰ গঞা বুলি কোৱা হয়। কিংবদন্তি মতে শদিয়া অঞ্চলৰ পৰা নামনিলৈ ব্ৰহ্মপুত্ৰৰ ওপৰেদি ভটিয়াই আহোতে নগাওঁ জিলাৰ জখলাবন্ধা নামৰ ঠাইত জখলা বান্ধি দক্ষিণ পাৰলৈ উঠি এক নিৰ্দিষ্ট স্থানত বসবাস কৰিবলৈ লয়। বৰ্তমানৰ তিৱা বা পাতৰ উপাধিৰ লোক একালত দেউৰী পাতৰ গঞা ফৈদৰ বুলি আজিও বিজ্ঞলোকে কয়।





কিছুলোকৰ মতে পাতৰ গঞা ফৈদৰ লোক আন তিনিটা ফৈদৰ লগত বিলীন হৈ যোৱা বুলিও কয়। নদী বা ঠাইৰ নামানুসাৰে চিনাক্ত হোৱা দেউৰীসকলৰ ইতিহাস অধ্যয়নত নদীয়ে যথেষ্ট সহায় কৰে।

গিৰাগিৰাচি বা কুন্দিমামা (বুঢ়া-বুঢ়ী) দেউৰী জাতিৰ মূল আৰাধ্য ভগৱান। অনাদি অনন্ত নিৰাকাৰ ভগৱান এই কুন্দিমামাক দেউৰী দিবঙীয়া ফৈদে পূজা কৰে। গিৰাগিৰাচিৰ বৰপুত্ৰ পিচাদেমা (বলিয়া বাবা) দেউৰীৰ টেঙাপনীয়া ফৈদে পূজা কৰে। গিৰাগিৰাচিৰ বৰজী পিচাচি দেমাক (তাম্ৰেশ্বৰী) দেউৰীৰ বৰগঞা ফৈদে পূজা কৰে। এই তিনিটা ফৈদৰ আৰাধ্য ভগৱানক পূজা কৰিবলৈ দেউৰীসকলে বসতি অনুযায়ী সুকীয়া সুকীয়াকৈ একোখন থান বা 'কঁ' স্থাপন কৰে। দেউৰীৰ এই থান বা 'কঁ' ৰ ধৰ্মীয় ভাৱধাৰাক সেই সময়ত স্থানীয় জনগোষ্ঠী মিচিমি, চিংফৌ, মৰাণ, মিৰি আদিয়েও মানি চলিছিল।

বহু কাল ধৰি শদিয়া অঞ্চলত বসবাস কৰাৰ সময়ত ধৰ্মপৰায়ণ দেউৰী জাতিয়ে বিভিন্ন সমস্যাৰ সন্মুখীন হবলগীয়া হৈছিল। স্থানীয় জনগোষ্ঠীৰ মাজত লগা অন্তঃকন্দল, মানৰ আক্ৰমণ আৰু ধৰ্মীয় পূজা-পাতলৰ বাবে অনুকূল পৰিৱেশৰ অভাৱ অনুভৱ কৰাত পৰ্যায়গতভাৱে শদিয়াৰ পৰা দেউৰীসকল ব্ৰহ্মপুত্ৰ নদীয়েদি নামনিলৈ প্ৰব্ৰজন হয়। বৰ্তমান অৰুণাচলৰ দেউৰীখিনিক বাদ দি অসমত তিনিচুকীয়া, ডিব্ৰুগড়, শিৱসাগৰ, যোৰহাট, শোণিতপুৰ, লক্ষীমপুৰ আৰু ধেমাজি জিলাত দেউৰীসকলে বসবাস কৰে। ইয়াৰ ভিতৰত লক্ষীমপুৰ জিলাতেই দেউৰীসকলৰ জনসংখ্যা বেছি।

**দেউৰী নামৰ আতিগুৰি ঃ** 'দেউৰী' নাম বা শব্দৰ আতিগুৰি বিচাৰ কৰিলে বহুতে বহু ধৰণৰ বুৎপত্তি ব্যাখ্যা দিয়া দেখা যায়। ইয়াৰ পৰা সঠিক সিদ্ধান্তলৈ আহিব পৰাটো এক জটিল কাম বুলিয়ে কব পাৰি। বুৎপত্তিগত ব্যাখ্যাসমূহ এনেধৰণৰ— ১৯০০ চনত হেমচন্দ্ৰ বৰুৱাদেৱৰ অভিধানত লিখামতে "দেউৰীসকল আসামৰ ভৈয়ামত বাসকৰা এজাতি অশৰণীয়া মানুহ" (An aborginal tribe inhabiting the plains of Assam) , গিৰিধৰ শৰ্মাৰ অভিধানত দেউৰী মিৰি জাতিৰ এটা শাখা বুলি উল্লেখ আছিল (অৱশ্যে পৰৱৰ্তী প্ৰকাশনত সংশোধন হ'ল।) W. B. Brown-অৰ মতে দেউৰীসকল চুতীয়াৰ পুৰোহিত আছিল। B. Gogoi-ৰ মতে দেউৰীসকল আদিতে মহাযানী বৌদ্ধ ধৰ্মাৱলম্বী লোক আছিল। অৰহৎ শব্দৰ পৰা অহা বৰ্মীসকল অৰহুৎ ভিক্ষুসকলক 'অৰি' বুলি কয়। এই বৌদ্ধ সম্প্ৰদায়টোৰ

অৰি ঘৰ সংহৰী কৰি পুৰোহিত হিচাপে সমাজৰ ধৰ্মীয় কাৰ্যসমূহ সম্পাদন কৰাৰ পৰিপ্ৰেক্ষিতত 'দেৱ' বা 'দেউ' হিচাপে সম্বোধিত হয় আৰু সেই হিচাপেই দেউৰী আখ্যা পায়। আনহাতে B. Gogoiয়ে আৰু উল্লেখ কৰিছে মহাযান বৌদ্ধ তিব্বতীসকলৰ মাজত দেউৰী বুলি এক অনুষ্ঠান আছে। এই অনুষ্ঠান এজন বৌদ্ধ ভিক্ষু লামাই সম্পাদন কৰে। ইয়াৰ অৰ্থ দেৱতাই মানুহক ধৰি দেউৰী মাধ্যমেৰে ভূত ভৱিষ্যতৰ বাণী উচ্চাৰণ কৰে। তিব্বতী বৌদ্ধসকলে এই দেউৰীক লাঃলুঙ বোলে। লাঃ- দেৱতা, লুঙ- ধ্বনি। B. Gogoiয়ে আকৌ আন এঠাইত লিখিছে— দেউৰীসকল এটি স্বতন্ত্ৰীয়া জনগোষ্ঠী আৰু ভাষিক সম্প্ৰদায়ৰ লোক (১৯৭৬ চনৰ ১৭ বহাগ - অসমবাণী)। টলেমীৰ বুৰঞ্জীত দেউৰীসকলক বড়ো শব্দৰ অন্তৰ্গত 'দউনয়' বুলিছিল। বড়ো ভাষাৰ মতে বংশ বুজোৱা শব্দ 'অৰি' দউ শব্দৰ লগত যোগ কৰি দেউৰী হৈছে। টাই আহোমসকলে সমূহ দেউৰী জাতিক খা-ফি বোলে। ভাষাগত বিশ্লেষণত খা-ফি হ'ল দেৱতাৰ পূজাৰী বা ধৰ্মীয় সম্প্ৰদায় তিব্বতবৰ্মী দেউৰী। মিচিংসকলৰ মতে দেউৰীক দন্দাই বুলি কয়। বেণুধৰ শৰ্মাই কৈছিল "দেউৰীসকলৰ এনে এটি দিন আছিল যিটো সময়ত তেওঁলোকৰ ধৰ্মবিশ্বাস পূজা পদ্ধতি আৰু দেৱপূজা কৰা ভাষাটো গোটেই অসমত অৰ্থাৎ কমতা কামৰূপত প্ৰসাৰিত হৈছিল।" প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্যৰ মতে, 'যিজনে দেৱক পূজা কৰিব পাৰে বা দেৱক জানে তেৱেঁই দেউৰী।' ড° বাণীকান্ত কাকতিৰ মতে— দেউ-পুৰুষ, ৰী-প্ৰকৃতি; দেউৰী শব্দটো সংস্কৃত দেৱগৃহিক শব্দৰ পৰা উদ্ভৱ হোৱা এটা নব্য-ভাৰতীয় আৰ্য্য ভাষাৰ শব্দ (Mother Goddess Kamakhya) অসমৰ বৈষ্ণৱীসকলৰ মতে দেউৰী শব্দৰ অৰ্থ বিলনীয়াহে, পুৰোহিত নহয়। জননেতা ভীমবৰ দেউৰীৰ মতে দেউৰী এটা জাতি। ইয়াৰ উপৰি দেউৰীৰ ওপৰত দিয়া মন্তব্য আৰু বহুতো পোৱা যায়। উল্লেখিত মন্তব্যসমূহ প্ৰত্যেকৰে বেলেগ বেলেগ হৈছে। একোটা মতত উপনীত হ'ব পৰাটো কিছু জটিল হয়। বাস্তৱ দৃষ্টিৰে সত্য নিষ্ঠতা প্ৰকাশ নকৰা, ক্ষেত্ৰ ভিত্তিক অধ্যয়নৰ উদাসীনতা দ্বিতীয়, তৃতীয় ব্যক্তিৰ পৰা ভুল তথ্য সংগ্ৰহেৰে লিখনি লিপিবদ্ধ কৰা, ইন্দো এৰিয়ান মতৰ প্ৰভাৱ সাব্যস্ত কৰা দেউৰীসকলৰ প্ৰকৃত মঙ্গোলীয় চৰিত্ৰ অধ্যয়ন নকৰা আদি কাৰণবোৰে দেউৰী জাতিৰ ওপৰত অস্পষ্ট ধাৰণা দাঙি ধৰিছে। প্ৰাক ঐতিহাসিক কালৰ পৰা নিজস্ব ধৰ্ম-ভাষা-সংস্কৃতিৰ সম্বলেৰে প্ৰাচীন অসমৰ উত্তৰ পূবত বহু কাল বসবাস কৰি অহা য'ত ভৌগোলিকভাৱে নদী বা ঠাই সমূহে ইয়াৰ সাক্ষ্য বহন কৰি আহিছে তেনে এটা জনগোষ্ঠীৰ ওপৰত কৰা মন্তব্যসমূহ





গভীৰ আৰু বাস্তৱধৰ্মী নোহোৱাটো এক প্ৰকাৰ দুখৰ কথা। এইটো দেখা গৈছে যোৱা ১৮-১৯ শতিকাৰ পৰাই দেউৰীসকলক ভাৰতীয় অসমীয়াভাষী হিন্দু ধৰ্মৰ বাহক 'হিন্দু চুতীয়া' সম্প্ৰদায়ৰ লগত দেউৰী চুতীয়া হিচাপে সাঙুৰি অহা দেখা গৈছে। ইয়াৰ কাৰণ ওপৰত উল্লেখ কৰা কাৰণসমূহেই। বিশিষ্ট চিন্তাশীল লিখক B. Gogoi আৰু কেইজনমান লিখকৰ লিখনিত প্ৰকাশ পাইছে যে দেউৰীসকল এক স্বতন্ত্ৰীয়া জনগোষ্ঠী ভাষিক আৰু ধৰ্মীয় সম্প্ৰদায়ৰ লোক। গগৈ দেৱৰ মতে হিন্দু চুতীয়াসকলৰ আসাম দেশৰ পশ্চিম ফালৰ পৰা প্ৰব্ৰজন কৰি অহা লোক (১৯৭৬ চন ১৭ ব'হাগ-অসমবাণী)। গোপী শইকীয়াৰ সম্পাদনাত উত্তৰ লক্ষীমপুৰ চুতীয়া জাতি সন্মিলনৰ সৌজন্যত প্ৰকাশ কৰা 'সতী সাধনীৰাণী' নামৰ পুস্তিকাত উল্লেখ আছে যে "নাগপুৰতো চুতীয়া জাতিৰ ৰজাই ৰাজত্ব কৰিছিল। সেয়েহে নাগপুৰৰ আন নাম ছোটনাগপুৰ বুলি জনাজাত"। B. Gogoiৰ বিশ্লেষণাত্মক মন্তব্যসমূহৰ পৰা দেউৰীসকলৰওপৰত বৌদ্ধ ধৰ্মৰ প্ৰভাৱ থকাৰ কথা অস্বীকাৰ কৰিব পৰা নাযায়। কাজেই দেউৰী জাতিৰ ধৰ্ম, লোকাচাৰ, ভাষা সম্পৰ্কে এছিয়াৰ আন মঙ্গোলীয় লোকৰ সৈতে তুলনামূলক অধ্যয়নৰ প্ৰয়োজনীয়তা আছে।

ঐতিহাসিক দৃষ্টিকোণেৰে চালে মূল উৎপত্তি ভূমিত নামকৰণ যিয়েই নাথাকক পৃথিৱীত বহুতো জাতি গোটৰ পৰিচয় কালক্ৰমত হেৰাই গৈ আন গোটলৈ পৰিৱৰ্তিত হৈ নতুন নামেৰে পৰিচয় গ্ৰহণ কৰা কথাটো নতুন কথা নহয়। দেউৰীও এনে এটা জাতি যি নিজৰ মূল পৰিচয়টো হেৰুৱাই নতুনকৈ দেউৰী — এই পৰিচয় গ্ৰহণ কৰা কথাটো অস্বীকাৰ কৰিব পৰা নাযায়। পৃথিৱীৰ অনেক জাতিৰ বুৰঞ্জীত এনে বিভিন্ন জনগোটসকলৰ পৰিচয় সালসলনি হৈ নতুন নাম পৰিচয়েৰে প্ৰতিষ্ঠা হোৱাৰ উদাহৰণ দেখিবলৈ পোৱা যায়। অৰুণাচলৰ নক্তে, আবৰ, নগা জাতি, ত্ৰিপুৰাৰ ৰাজবংশ, মণিপুৰৰ মেইটেই আদি এনেধৰণৰ আছিল। এওঁলোকো আদিতে টাইশ্যান জাতিৰ অন্তৰ্ভুক্ত বুলি বুৰঞ্জীবিদসকলে অভিমত প্ৰকাশ কৰিছে।

দেউৰীসকলে 'দেউৰী' শব্দটো হিন্দুমূলীয় শব্দ আনে দিয়া নাম বুলি কয়। তেওঁলোকে নিজকে 'জিম'চাঁয়া' জাতি বুলিহে কয়। শব্দগত বিশ্লেষণত ইয়াৰো অৰ্থ কেইবাটাও আছে। বেছিসংখ্যকে এইদৰে কয়— জি-পানী, ম' -মচি (মানুহ), চাঁ- সূৰ্য্য, য়া-চন্দ্ৰ অৰ্থাৎ পৃথিৱীত বাস কৰা মানুহ যিয়ে সূৰ্য, চন্দ্ৰ আৰু পানীৰ লগত সম্পৰ্ক ৰক্ষা কৰি জীয়াই থাকে। দেউৰী ভাষাক তেওঁলোকে 'জিম'চাঁয়া চ্চু' বুলি কয়। ব্ৰিটিছ শাসন সময়ছোৱাত ভাৰত বৰ্ষৰ জনগোষ্ঠীসমূহক পৰ্বত আৰু ভৈয়ামত

বাস কৰা অনুযায়ী জনজাতীয় শ্ৰেণীত তালিকাভুক্ত কৰোতে দেউৰী জনগোষ্ঠীক এক সুকীয়া জনজাতি গোষ্ঠী হিচাপে স্বীকৃতি দিয়া হয় ১৯৩৫ চনত 'ভাৰত চৰকাৰ আইন' (Govt. of India Act) ৰ যোগেদি। তেতিয়াৰে পৰা অসমৰ বাকী জনজাতি গোষ্ঠীৰ দৰে দেউৰীসকলেও ভাৰতীয় সংবিধানৰ অন্তৰ্গত সাংবিধানিক অধিকাৰ লাভ কৰি আহিছে। ভাৰতীয় সংবিধানৰ গণ্ডীত ২০০০ চনৰ পৰা ২০০৫ চনলৈ দেউৰী ৰাইজে এক জোৰদাৰ আন্দোলন চলাব লগীয়া হৈছিল। জাতিটোৰ কিছুমান দুষ্ট লোকে নিজকে বিশ্বাঘাটকতা কৰি নিজৰ ভাষাটো অবিবেচকীভাৱে দেউৰী-চুতীয়া নামকৰণ কৰি চৰকাৰৰ পৰা স্বীকৃতি লাভ কৰিবৰ বাবে যি প্ৰচেষ্টা হাতত লৈছিল ইয়াৰ বিৰোধিতা কৰি দেউৰী ৰাইজে এক আৱেগ-অনুভূতি জড়িত আন্দোলনলৈ ওলাই আহিছিল। দেউৰী ভাষা দেউৰী ভাষা হিচাপে সঠিক নামকৰণ কৰি চৰকাৰৰ পৰা স্বীকৃতি লাভ কৰা আৰু ক্ষুদ্ৰ জনজাতি জনগোষ্ঠী হিচাপে দেউৰীসকলৰ বাবে স্ব-শাসনৰ ব্যৱস্থা কৰা— এই দুই দাবীকে মূল লক্ষ্য হিচাপে লৈ অসমৰ সমগ্ৰ দেউৰী ৰাইজ আন্দোলনমুখী হৈ ৰাজপথলৈ ওলাই আহিছিল। সদৌ অসম দেউৰী ছাত্ৰ সন্থা আৰু দেউৰী সাহিত্য সভাৰ নেতৃত্বত গঢ় লৈ উঠা আন্দোলনত দেউৰী জাতিৰ চৰকাৰী স্বীকৃতিপ্ৰাপ্ত সংগঠনৰ লগতে জাতিটোৰ বুদ্ধিজীৱী, শিক্ষাবিদ, সচেতন ব্যক্তিসকলে পূৰ্ণ সহযোগিতা আগবঢ়াইছিল। দেউৰী জাতিয়ে স্বকীয় বৈশিষ্ট্য সম্পন্ন এটা জাতি, ইয়াক কোনো গোষ্ঠী-সম্প্ৰদায়ৰ লগত সাঙুৰি লোৱাৰ যুক্তিযুক্ততা নাই— এই যুক্তি সাব্যস্ত কৰিছিল অসম চৰকাৰৰ আনন্দৰাম বৰুৱা ভাষা কলা-কৃষ্টি অনুষ্ঠান চমুকৈ আবিলেক (ABILAC)-এ এক লিখিত প্ৰতিবেদনযোগে। ২০০৫ বৰ্ষটো দেউৰী জাতিয়ে তেওঁলোকৰ দীৰ্ঘদিনীয়া দাবী দেউৰী ভাষাৰ স্বীকৃতি আৰু স্বায়ত্ত শাসন চৰকাৰৰ পৰা লাভ কৰিবলৈ সক্ষম হৈছিল। সেয়ে এই বৰ্ষটো জাতিটোৰ বাবে মাইলৰ খুঁটি হিচাপে চিহ্নিত হৈ ৰ'ব।

দেউৰী জাতি বৃহত্তৰ অসমীয়া জাতিৰ এক অবিচ্ছেদ্য অংগ। তেওঁলোকৰ ভাষা, সাহিত্য-সংস্কৃতিৰ অৱদান বৃহত্তৰ অসমীয়া জাতিলৈ অপৰিসীম। প্ৰাচীন অসমৰ কথা বাদ দি বৰ্তমান অসমৰ তিনিচুকীয়া, ডিব্ৰুগড়, শিৱসাগৰ, যোৰহাট, শোণিতপুৰ, লক্ষীমপুৰ আৰু ধেমাজি জিলাত দেউৰী লোকৰ বসতি স্থান।

**প্ৰব্ৰজন ঃ** পৃথিৱীত থকা মানৱ গোষ্ঠীৰ একো একোটা উৎপত্তি ভূমি আছে। কালক্ৰমত এই উৎপত্তি ভূমিৰ পৰাই পৃথিৱীৰ বিভিন্ন ঠাইলৈ প্ৰব্ৰজিত হৈ সভ্যতা-সংস্কৃতি বিকাশৰ পাতনি মেলে। পৃথিৱীৰ সকলো প্ৰাচীন সভ্যতাৰ উদ্ভৱ আৰু





বিকাশৰ মূলত নদীৰ উপত্যকা ভূমি। সেই নদীৰ সৈতে সেই জাতিৰ লোকৰ সভ্যতা-সংস্কৃতি এনাজৰীৰ বান্ধোনেৰে বান্ধ খাই থাকে। নীল নদীৰ উপত্যকাত মিছৰীয় সভ্যতা, ইয়াংচিকিয়াং নদীৰ ওপৰত চীন দেশীয় সভ্যতা, ইউফ্ৰেটিচ আৰু টাইগ্ৰীচ নদীয়ে সৃষ্টি কৰা বেবিলনীয় সভ্যতা, সিন্ধু নদীৰ পাৰত সিন্ধু সভ্যতা, গংগা নদীৰ পাৰত ভাৰত দেশীয় সভ্যতা আদিয়ে নদীকেন্দ্ৰিক সভ্যতাৰ পৰিচয় দিয়ে। তেনেদৰে ব্ৰহ্মপুত্ৰ বা লুইত নদীৰ পাৰত গঢ় লৈ উঠা প্ৰাচীন অসমৰ সভ্যতা সংস্কৃতিও নদীকেন্দ্ৰিক সভ্যতা। এইবোৰ সভ্যতা গঢ় লৈ উঠোতে মঙ্গোলীয়, আৰ্য্য দ্ৰাৱিড়, ককেচীয়, অষ্ট্ৰোলয়ড, নিগ্ৰো আদি নৃ-গোষ্ঠীয় মানৱ লোকৰ ভূমিকা মন কৰিব লগীয়া। এছিয়াৰ বিভিন্ন প্ৰান্তত আৰু লেটিন আমেৰিকাত বাস কৰা আদিবাসীসকল মঙ্গোলীয় দেশৰ পৰা প্ৰব্ৰজন কৰি যোৱা লোক। মঙ্গোলীয়ৰ পৰা প্ৰব্ৰজিত বৃহৎ অংশৰ লোকে মূল তিব্বত মালভূমিত বহুকাল বাস কৰি যোৱাৰ আভাস পোৱা যায়। ইয়াৰ পৰাই আন বহুলোকে দক্ষিণ-পূব এছিয়াৰ ব্ৰহ্মদেশ পৰ্যন্ত বিয়পি পৰে। উত্তৰ-পূব ভাৰতৰ বেছিভাগ জনগোষ্ঠী এই তিব্বত মালভূমিৰ পৰাই প্ৰব্ৰজিত হোৱা বুলি ধাৰণা কৰা হৈছে। তিব্বতৰ পৰা যিসকলে ব্ৰহ্মদেশৰ ফালে প্ৰব্ৰজিত হৈছিল সেই সকলক তিব্বতবৰ্মী বুলি কোৱা হয়। দেউৰী সকলেও এই পথেদি আহি অসমত প্ৰৱেশ কৰিছিল বাবে তেওঁলোকক তিব্বতবৰ্মী লোক বুলি কোৱা হয়।

প্ৰাক ঐতিহাসিক কালৰ দেউৰীসকলৰ প্ৰব্ৰজনৰ কোনো লিখিত সাক্ষ্য বিচাৰি পোৱা নাযায় যদিও কিছুমান তথ্য অনুমানৰ ভিত্তিত আৰু কিছুমান তথ্য কিংবদন্তি, লোকগীত, লোককথা আদিৰ মাধ্যমত সংগ্ৰহ কৰিব পৰা যায়। অৱশ্যে উত্তৰ-পূব ভাৰতৰ প্ৰায়বোৰ জনজাতি গোষ্ঠীৰ ক্ষেত্ৰ ত একেই অৱস্থা দেখা যায়। ইয়াৰ কাৰণ এই অঞ্চলত নদীক কেন্দ্ৰ কৰি গঢ় লৈ উঠা সভ্যতা-সংস্কৃতি আৰু বুৰঞ্জীৰ কোনো বিস্তৃত তথ্যৰ অভাৱৰ বাবে। সেয়েহে কিংবদন্তি মৌখিক পৰম্পৰা আৰু গীত-মাতৰ যোগেদি তথ্যবিলাক সংগ্ৰহ কৰি লিখিব লগীয়া হোৱাত তেওঁলোকৰ প্ৰব্ৰজনকালৰ কোনো ক্ৰম তৈয়াৰ কৰাত কিছু অসুবিধাই দেখা দিয়ে।

তিব্বতবৰ্মী লোকসকল উত্তৰ-পূব ভাৰতলৈ আগমন কৰাৰ দুটা পথ ধৰিব পৰা যায়। প্ৰথমটো হৈছে পূব তিব্বতৰ পাৰ্বত্য অঞ্চলৰ পৰা চীন দেশৰ নামচাং, ইউনান প্ৰদেশ আদি বিভিন্ন ঠাই অতিক্ৰমী ব্ৰহ্মদেশ তথা দক্ষিণ-পূব এছিয়ালৈ বিয়পি পৰা, দ্বিতীয়টো পথ হৈছে মধ্য তিব্বতৰ পৰা দক্ষিণলৈ নামি আহি ভূটান, নেপাল, চিকিম, বিহাৰ, উৰিষ্যা, বঙ্গ হৈ আসাম প্ৰদেশত প্ৰৱেশ কৰা। প্ৰথম পথেৰে অহা

লোকৰ কিছুমানে ভাৰতৰ উত্তৰ-পূৰ দিশৰ আসাম দেশলৈ প্ৰৱেশ কৰে। আন কিছুমানে ব্ৰহ্মদেশ আৰু থাইলেণ্ড আদি ঠাইত থাকি যায়। দ্বিতীয় পথত আগমনকাৰীসকল সম্ভৱতঃ প্ৰাচীন অসমৰ নামনি অঞ্চলৰ জনজাতিসকল হ'ব পাৰে। ইয়াৰ উপৰি তিব্বত মালভূমিৰ পৰা পশ্চিম এছিয়াৰ ফালেও তিব্বত জাতি-গোষ্ঠী লোকৰ প্ৰব্ৰজন হৈছিল বুলিও জনা যায়। প্ৰব্ৰজনৰ কাৰণসমূহ বিচাৰ কৰি চালে কৃষিজীৱী সম্পদ গৰু, ম'হ, ছাগলীৰ বাবে চৰণীয়া পথাৰৰ অনুসন্ধান আৰু কৃষি কৰ্মৰ বাবে বহল সাৰুৱা ঠাইৰ সন্ধান আদিয়েই মূল কাৰণ হ'ব পাৰে।

**বসতি স্থাপনৰ প্ৰথম অৱস্থা ঃ** দেউৰীসকল পূব তিব্বতৰ পাৰ্বত্য অঞ্চলৰ পৰা প্ৰব্ৰজিত হৈ ব্ৰহ্মদেশ আৰু দক্ষিণ-পূব এছিয়ালৈ অহা শাখাৰ লগত আহি প্ৰাচীন অসমৰ উত্তৰ পূবৰ কোনোবা পথেৰে প্ৰৱেশ কৰে। কিংবদন্তি অনুযায়ী দেউৰীৰ কিছুলোক ম্যানমাৰতো আছে বুলি কয়। প্ৰাচীন অসমৰ উত্তৰ পূবৰ বিভিন্ন ঠাইত বসবাস কৰা সম্পৰ্কে তেওঁলোকৰ কিংবদন্তি, লোককথা, গীত মাত আদিৰ পৰা কিছু উমান পোৱা যায়। প্ৰাচীন অসমৰ উত্তৰ পূবৰ এক বিস্তীৰ্ণ অঞ্চল কৰৌ, হুকং, লাইবা, লপাবা, এৰেম, কেৰেম, মামৰি, পিচলা, কুৰিলা, চকতি, চলিয়া, দেউৰা পথাৰ, কুন্দি, জইদাম, পাতশদিয়া, শদিয়া, দৰমজি, মহং, ৰয়ং, মেউ, তেজু, লাতাউ আদি ঠাইত বহুকাল বসতি স্থাপনেৰে দেউৰীসকলে তেওঁলোকৰ ইতিহাসৰ আভাস দি থৈ গৈছে। আজিও এই ঠাইবোৰক লৈ বিভিন্ন কাহিনী আৰু পৰম্পৰা উক্ত স্থানৰ মানুহৰ মুখে মুখে প্ৰচলিত হৈ থকা পৰিলক্ষিত হয়। সম্ভৱতঃ জইদাম পাহাৰৰ নামনি অংশত এক বিস্তীৰ্ণ অঞ্চলতেই প্ৰথমে দেউৰীসকলে বসবাস কৰিবলৈ লৈছিল। তাৰ পিছত লাহে লাহে ওচৰৰ অন্যান্য ঠাইত গাঁও পাতিবলৈ আৰম্ভ কৰিছিল। উক্ত ঠাইসমূহত গাঁও পাতি থকাৰ স্মৃতি বিজড়িত কাহিনী, লোককথা, গীত-মাত আদি আজিও পোৱা যায়। উল্লেখযোগ্য যে, দেউৰীসকলে বসবাস কৰা উক্ত ঠাইসমূহ বৰ্তমান অৰুণাচল প্ৰদেশৰ ভিতৰতে বেছিভাগ অন্তৰ্ভুক্ত। কেৱল শদিয়া নামৰ সীমিত অঞ্চলহে অসমত অন্তৰ্ভুক্ত হ'ল। কিংবদন্তীয়ে আকৌ কয় দেউৰীসকলৰ পৰম আৰাধ্য কুন্দিমামা বা গিৰাগিৰাচিয়ে হেনো দেউৰীসকল যি য'ত বাস কৰিবলৈ লৈছে সেইমতে একো একোটা শাল বা মন্দিৰ স্থাপনৰ বাবে আজ্ঞা দিয়ে। সেই অনুযায়ী কুন্দিমামা বা গিৰাগিৰাচিৰ শাল প্ৰথমে চাংচুকুল (লাইবা, লপাবা) বৰ্তমান লোহিত জিলাৰ আশে পাশে শাদিয়াৰ দিবং ভেলিত প্ৰতিষ্ঠা কৰে। দিবং নদীৰ পাৰত যিসকল দেউৰীয়ে উক্ত মন্দিৰ স্থাপনেৰে পূজা-সেৱা আগবঢ়ালে সেইসকলেই





দিবঙীয়া। বৰনদী (ব্ৰহ্মপুত্ৰ)ৰ দক্ষিণে বৰ্তমান অৰুণাচল প্ৰদেশৰ লোহিত জিলাৰ 'মিদু' আৰু জইদাম (মানৱভূমি) পাহাৰৰ পাৰ চাংলং জিলাৰ দিবানলৈকে স্থান আছিল। অৰ্থাৎ টেঙাপানী নদীৰ পাৰে পাৰে জইদাম পাহাৰৰ সমতল ভূমিত যিসকল দেউৰীয়ে পিচাদেমা বা বলিয়াবাবাৰ মন্দিৰ সাজি পূজা-সেৱা আগবঢ়াইছিল সেই সকলেই টেঙাপনীয়া। বৰনদীৰ পাৰত যিসকলে পিচাচি দেমা (তাম্ৰেশ্বৰী) মন্দিৰ সাজি পূজা-পাতল আগবঢ়াইছিল সেইসকলক বৰগঞা ফৈদ বুলিছিল। কুন্দিল নদীৰ পাৰত বৰ্তমান চেপাখোৱাৰ কুকুৰাকটা ঠাইত গিৰাগিৰাচিৰ আজ্ঞামতে যি সকল দেউৰীয়ে মন্দিৰ স্থাপন কৰি পূজা-পাতল আগবঢ়াইছিল তেওঁলোকেই পাতৰ গঞা।

প্ৰসঙ্গক্ৰমে প্ৰাচীন কালৰ কিংবদন্তি কিছুমান উল্লেখ কৰা হ'ল। অৰুণাচল প্ৰদেশৰ এজন অৱসৰপ্ৰাপ্ত শিক্ষক পদ্মনাথ দেউৰীয়ে লুহিত জিলাৰ বিভিন্ন ঠাইত শিক্ষকতাৰে চাকৰি জীৱন পাৰ কৰা আৰু সেই ঠাইত স্থানীয় বহুত বৃদ্ধ লোকৰ লগত দেউৰী জাতিৰ অতীত কাহিনীৰ ওপৰত আলোচনা কৰা কিছুমান কথোপকথন এনেধৰণৰ লুহিত জিলাৰ মিচিমি পাহাৰত পৰশুৰাম কুণ্ডৰ ওচৰত টিমাই স্কুলত এজন ডিগাৰু মিচিমি বুঢ়াই দেউৰী দেৱৰ প্ৰশ্নৰ উত্তৰত কয়— "এ বাবু আপুনি দেউৰী আছেনে? আপুনি মানুহবিলাক বহুদিনৰ আগতে আমিবিলাক থকা পাহাৰ তলতে ডিগাৰু পায়া, কুণ্ডিল নদী বিলাক জিলাৰ লগতে (পাৰত) গাওঁ আছিল বুলি আমি বাবা বিলাক কৈছিল (আমাৰ বাবাই কৈছিল)। আমি মানুহ বিলাক আপুনি গাওঁতে যায়, আপুনি মানুহ বিলাক ভি আমি গাওঁতে যায়। অলপ চলপ চাদি বিবাহ ভি হয়। আপুনি মানুহ লগতে আবৰ মানুহ বিলাক চাদি বিবাহ আৰু চিকাৰ কাৰণে দুই তিনিবাৰ মান কাজিয়া হয়। ঠিক তেনেকৈয়ে বিয়া বাৰু চলিছিল। তেতিয়া মানলেকিয়া বিলাক ভি আহি আপুনি মানুহ বহুত কাটিলে, ধৰি ভি আহি আপুনি মানুহ বহুত কাটিলে, ধৰি ভি সিহতৰ দেচতে লৈ গ'ল। তেতিয়া ভয় পৰা আপুনি দেউৰীবিলাক গাওঁ এৰি পলাই যায়। পূৰ্বপুৰুষৰ পৰা চলি অহা উক্ত কথাই ডিগাৰু মিচিমি বুঢ়াজনৰ মুখত ফুটিছে যে, দেউৰীবিলাক প্ৰথমাৱস্থাত উক্ত স্থানত বসবাস কৰিছিল। সৰু-সুৰা দুই-এটা চিকাৰ সম্পৰ্কীয় কাজিয়া তেওঁলোকৰ মাজত হোৱাৰ উপৰি বৈবাহিক সম্পৰ্কও ঘটিছিল বুলি কয়। তাৰ পাছত তেওঁলোকে আন জাতিৰ আক্ৰমণৰ বাবে স্থান এৰাৰ কথা গম পোৱা যায়। সেই গাৱঁৰ থাব্ৰু নামৰ পলিটিকেল জমাদাৰ এজনৰ লগত দেউৰীদেৱে লগ পাই জাতিটোৰ বিষয়ে সোধাত দেউৰী সকলে বোলে ক'লা-বগা আৰু ৰঙা ৰঙৰ আঁচ থকা সাজপাৰ পিন্ধা; তেওঁলোকৰ

দৰে মতা মানুহ বিলাকে দীঘল চুলি ৰাখি খোপা বান্ধি, চুলি খুলি যাব নোৱাৰাকৈ চুলিৰ খোপাত বাঁহৰ শলা গুজিছিল আৰু তিৰোতাবিলাকো তেওঁলোকৰ তিৰোতাৰ দৰে কপালত কপালী (এবিধ বস্ত্ৰৰ দৰে) পিন্ধিছিল বুলি তেওঁৰ বাবাৰ বাবা বিলাকে কৈছিল বুলি কয়।"

ইনটেন নামৰ খামটি আৰু চিংফৌ মানুহৰ গাওঁ এখনত ৯০ বছৰ বয়সীয়া গাঁওবুঢ়া এজনৰ লগত দেউৰীদেৱে জইদাম নামৰ ঠাইৰ বিষয়ে জানিব বিচৰাত বুঢ়াজনে কয় "মাঠেল বাবু" (মাষ্টৰ বাবু) এ কথাটো হলে মই দেখা নাই। মই ললা (ল'ৰা) থাকোতে আমাৰ দেউতা বিলাকে কোৱা শুনিছে। দেউৰীবিলাক বহুত দিনৰ পৰা আগতে জইদাম আমাবিলাক মানাবুম কয় পাহাৰতে আছিলে। মান ব্ৰহ্মদেশ পৰা মানবিলাক আহিছে।' আন এদিন আন এজন বুঢ়া মানুহক একেই কথাবোৰ সোধাত বুঢ়া জনেও গাওঁবুঢ়াৰ দৰে ক'লে জইদাম পাহাৰত এটা পগলা দেৱতা আছে। দেউৰীবিলাক তাত থকা সময়ত সেই পগলা দেৱতাক পূজা কৰিছিল। সেই পাহাৰ তলত পথাৰৰ নিচিনা বহু ডাঙৰ ঠাই আছে। তাতে হাতী ধৰে। বাবাই কোৱা মতে সেই পথাৰটো দেউৰীবিলাকৰ পথাৰ আছিল। সেই কাৰণে তাক দেউৰী পথাৰ বোলে।

ইয়াৰ পিছত দেউৰীদেৱে কিছুদূৰত "নিংৰু" নামৰ স্কুল এখনলৈ বদলি হ'ল। তাত খামতি আৰু চিংফৌ মানুহ আছিল। তাত চিংফৌ ৰজাৰ মুখে শুনা কথা এনেধৰনৰ "তেওঁলোক (চিংফৌলোক) ইয়ালৈ অহাৰ আগতে দেউৰীবিলাক ব্ৰহ্মপুত্ৰ নদীৰ সিপাৰে ডিগাৰু, পায়া, কুণ্ডিল, দিবাং আৰু মানাবুম জইদাম পাহাৰৰ পৰা দিবানলৈকে, টেঙাপানী, নদিহিং, বুঢ়ীদিহিং নদী বিলাকৰ পাৰে পাৰে গাওঁ পাতি আছিল আৰু কয় সিহঁতৰ গাৱঁৰ পশ্চিমে একমাইল মান দূৰত এটা বিল আছিল; তাত মাজে সময়ে বুধবাৰে মাজনিশা দেউৰী বিলাকে ঢোল বজাই বিহু কৰাৰ দৰে শুনিবলৈ পোৱা যায়। বিলখনৰ পানী পৰিস্কাৰ। আশে পাশে পুৰণা দিনৰ মাটিৰ বাচন, খোলাকুটি, উঁই হাফলু আৰু কিছুমান গাঁত দেখিবলৈ পোৱা যায়। দেউৰীসকলে ঠাই ডোখৰ এৰি গুচি যোৱাৰ পিছত খামটি আৰু চিংফৌ বৰ্তমান সেই ঠাইত থাকে।"

দেউৰী দেৱৰ লগত হোৱা কথোপকথোন এইটোকে স্পষ্ট ইংগিত বহন কৰিছে যে, দেউৰী সকলে তেওঁলোকৰ প্ৰব্ৰজনৰ প্ৰথম পৰ্য্যায়ৰ বসতি স্থান হিচাবে উল্লেখিত ঠাই সমূহৰ ভিতৰত জইদাম, মিদু, চাচুকুল, (লাইবা, লাপাবা), ডিগাৰু, পায়া কুণ্ডিল, দেউৰাপথাৰ, দিবান আদি ঠাইকে বাছি লৈছিল। প্ৰথম পৰ্য্যায়ৰ বসতি





স্থানৰ পৰা শদিয়া অঞ্চললৈ প্ৰব্ৰজনৰ কাৰণ আৰু সময় বিতং ভাবে জানিব পৰা হোৱা নাই।

দেউৰী সকলৰ বসতি স্থাপনৰ বিষয়ে তেওঁলোকৰ গীত মাত সমূহৰ পৰাও কিছু আভাস পোৱা যায়—

১) জাত - জাৰ' তানক্ৰি তাউনা, ইচ্চাননা ইচ্চায়া অই,
চিচিতি - জাৰ' তানক্ৰি তাউনা, দেইয়া ইচ্চাৰণ অই,
চ্চুদিয়া দৰমজি, মহংপুৰ ৰয়ং অই
তিজুতুং, জইদাম, মেউ নিমাৰা
চ্চুতান লেহেংনা চ্চুতাই চ্চুবেকুম।

**ভাবাৰ্থঃ** আমাৰ ৰাজ্যৰ সাত অঞ্চলক এতিয়াই কৈ যাওঁ চ্চুদিয়া (চেপাখোৱা), দৰমজি (পৰশুকুণ্ড), মহংপুৰ, ৰয়ং, তিজুতুং, জইদাম, মেউ আৰু ভাল ৰাজ্য এৰি ভাল জেগা পালোগৈ।

দেউৰী সকলৰ মন্দিৰত দেও নচোৱা গীত (মিদি কাৰেবা) ও এনদৰে গায়—

২) কবে কবে অই জইদাম কুনদি
কৰিনা কয়া অই কুন্দিল' কুনদি
নউনা মাই লাহাৰি কলিয়া মে' কুনদি
আতাহ গংগে দুঁই চচিহ জকা কুনদি
চ্চিয়া জইদাম গুম' হৰিলৰে কুনদি
জইদাম আতিগুহ কুতচ্চি কুনদি কঁ
মুগঁনে পুজানা লাৰেই বহৰে।

**ভাবাৰ্থঃ** জইদামত থকা কুনদিৰ পৰিয়ালহঁত আহাঁ। তোমালোকৰ কাৰণে কলা ছাগলী আনিছোঁ। জইদামত থকা সকলো দেৱতাক চাৰিশাল থানতেই পূজা দিওঁ।

হাঁচতি বুলি এবিধ গীত বিহুৰ সময়ত গায় এনেদৰে—
হুৰাই লাউ দেউৰী চ্চিগা, বলিয়া বাবা অই জাৰিয় মুৰা:
লাকিয়া বিচুনা চাৰে লাগাবা, বলিয়া বাবা অই জাৰিয় মুৰা
লকিয়া বিচুনা কুনদি গিৰা লগাবা ...
হুৰাই লউনা চ্চুতান গয়াঁ জইদাম' চাজেৰুবা ...
জইদাম আচিগু' দেউৰী চাজেৰি জইদাম' ...
লাকিয়া বিচুনা দাৰে লেহেৰ জইদাম ...

**ভাবাৰ্থ ঃ** হেৰা দেউৰী সকল বলিয়াবাবা আমাৰ নাম, এনে বিহুক কোনে সৰজিলে বলিয়া বাবা আমাৰ নাম। এনে বিহুক কুনদিয়ে সৰজিলে বলিয়া বাবা..., হেৰা চুতান (ভাল ঠাই) গয়া (দেউৰীলোক) তোমালোক নেকি জইদামত বিহু মৰাসকল..., জইদাম পাহাৰত দেউৰীয়ে মাৰিছে বিহু জইদামত বিহু ... । এনে বিহুক পাহৰি নাযাবা জইদামত বিহুমৰা সকল।

বিহুৰ শেষৰ দিনা অৰ্থাৎ বিচু দাবেবা দিনা গোৱা গীত এনেধৰণৰ—

জাত ঃ কেতেগি অই নই য়ই জুৰি
অতুঁহ' কাঁদু লা ইজিৰি কিঁৰি।
চ্চিতি ঃ জইদাম কুনদিল' কুতচ্চি কৃনদিকঁ
কেতেগি দউ ইজিৰি ইবাঁনা কিঁৰি।
এৰেম কেৰেম দেউৰা উগাঁহৰে
কেতেগি দউ ইজিৰি ইবাঁনা কিঁৰি।
মামাৰু পিচলা দিবান নিমাহৰে;
কেতেগি দউ ইজিৰি ইবাঁনা কিঁৰি।
হদাৰে আগুঁ জুই চিগা হৰিলৰে
কেতেগি দউ ইজিৰি ইবানা কিঁৰি।
মহংহ জেৰুবা চিং হৰিলৰে;
কেতেগি দউ ইজিৰি ইবানা কিঁৰি।

**ভাবাৰ্থ ঃ** জাত-অ' কেতেকী ( ছোৱালী এজনীৰ নাম) তোমাৰ মায়ে মাতিছে হাতত কাদুঁ লৈ (বস্তু থোৱা এবিধ পাত্ৰ) ইজিৰি (এবিধ ফুল) ফুলৰ মালা গাঠি।

চ্চিতি-জইদাম কুনদিলত চাৰিশাল গোসাঁনী; কেতেগীজনী হাতত কাদুঁ লৈ ইজিৰি ফুলৰ মালা গাঠিবা। এৰেম কেৰেম দেউৰা পথাৰত, কেতেকী জনী ইজিৰি ফুলৰ মালা গাঠিবা। মামাৰু, পিচলা, দিবান নামৰ ঠাইত ইজিৰি ফুলৰ মালা গাঠিবা। সদায় পুৱাই সেৱালৈ কেতেগীজনী ইজিৰি ফুলৰ মালা গাঠিবা। জইদামত জনম হ'ল জইদামৰ দেউৰী কেতেগী জনী ইজিৰি ফুলৰ মালা গাঠিবা। মহঙত জনমিলে নিমখ অ' কেতেগী জনী ইজিৰি ফুলৰ মালা গাঠিবা।

ইয়াৰ উপৰিও কিছুমান অতীত কাহিনীৰ পৰাও একালৰ দেউৰী সকলৰ অৱস্থিতিৰ বিষয়ে গম পোৱা যায়। এৰেম কেৰেম আদি ঠাই বিস্তৃত জইদাম পাহাৰৰ পাদ ভূমিৰ একো-একোখন গাওঁ বা ঠাই। দেউৰী সকলৰ পূজাৰ মন্ত্ৰ মাতোতে এইবোৰ





ঠাইৰ নাম আজিও উচ্চাৰিত হয়। ইয়াৰ কাৰণ বহিঃদেশৰ পৰা পৰাক্ৰমী জাতি আক্ৰমন কৰিবলৈ আহোতে প্ৰথমে দেউৰী সকলৰ লগতে ভেটা ভেটি হ'ব লগীয়া হয়। বহুতো দেউৰী মানুহক এইদৰে হত্যা কৰিলে বুলি স্থানীয় লোকৰ প্ৰবাদ মতে পোৱা যায়। সেয়েহে সেই ঠাইত জাতিৰ হকে মৃত্যু বৰণ কৰা লোক সকলৰ উদ্দেশ্যে পুজাৰ সময়ত ঠাই সমূহৰ নাম উচ্চাৰণ কৰা নিয়ম আৰু আৰাধ্য ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনায়। কেৰেম নামৰ গাওঁ এখনৰ বিষয়ে বয়োবৃদ্ধ খামটি এজনে কয় যে— ৰাতি ১২ বজাত এক অলৌকিক গানবাদ্যৰে দেউৰী সকলৰ আবৰব', হাচুতি আদি গীতেৰে ঢোল পেপা বজাই নাচ কৰি থকা শব্দ শুনিবলৈ পোৱা যায়। বহুত মানুহৰ চিঞৰ-বাখৰ শুনা যায়। গধুলি দেউৰী বুঢ়া বুঢ়ী সকলে তেওঁলোকৰ ঘৰত চুজেঁ (লাউপানী) খুজিবলৈ আহে', চুজেঁ নিদিলে মাৰি পেলাম বুলি কয়। মানুহবোৰ ৰাতি জুই জ্বলাই থাকিব লগা হৈছিল। ফলত খামটি সকলে সেই ঠাইত গাওঁ পাতিবলৈ আৰম্ভ কৰিছিল যদিও আঁতৰি যাব লগা হ'ল। সেই ঠাই ডোখৰত খামটি সকৰল শিলৰ মন্দিৰ মাটিত পোট খাই থকাও দেখা পায়। ৰাইজে একেলগে বগা কাপোৰ এখন শিলত মেৰিয়াই দিছিল আৰু সকলোৱে সেৱা কৰিছিল। দেউৰা ল'ৰাৰ কাহিনী, দেউৰীৰ মায়াবী বাগান, শ্ৰীশ্ৰীবাবাৰ কাহিনী আদি কাহিনীয়ে অতীতত জইদামৰ স্মৃতি বিজড়িত দেউৰী সকলৰ অৱস্থিতিৰ বিষয়ে কিছু আভাস দাঙি ধৰে। গৱেষণামূলক চিন্তা-চৰ্চাৰে এইবোৰ পৰ্যবেক্ষণ চলালে প্ৰাচীন অসমৰ কিছু নতুন তথ্য পোৱাৰ সম্ভাৱনাই অধিক।

**বসতি স্থাপনৰ দ্বিতীয় পৰ্যায় ঃ** বিস্তীৰ্ণ জইদাম অঞ্চলক কেন্দ্ৰ কৰি গঢ়ি উঠা দেউৰী সকলৰ ধৰ্ম আৰু সমাজ ব্যৱস্থা পৰৱৰ্তী বংশৰ বাবে উল্লেখযোগ্য হৈ ৰ'ব কিয়নো তেওঁলোকৰ চাৰিটা ফৈদৰ নামকৰণ আৰু ধৰ্মীয় আৰাধ্য ভগৱানৰ উপাসনা জইদাম অঞ্চলত থকা অৱস্থাতেই নিৰ্মিত হৈছিল। বহুকাল জইদাম অঞ্চলত অতিক্ৰম কৰাৰ পিছত তেওঁলোকে সেই ঠাই এৰিবলৈ আৰম্ভ কৰে। ঠাই এৰিবলৈ লোৱাৰ মুল কাৰণ সঠিক ভাৱে জনা নাযায় যদিও স্থানীয় জনগোষ্ঠী সমূহৰ মাজত লগা অন্তঃকন্দল, বহিঃ দেশৰ পৰা মাজে-সময়ে অহা বিদেশীসকলৰ আক্ৰমণ আৰু ধৰ্মপৰায়ণ লোক হিচাপে পূজা-পাতলৰ বাবে উপযুক্ত পৰিৱেশ নোপোৱাৰ অনুভৱে সেই ঠাই এৰি স্থানান্তৰিত হ'বলৈ বাধ্য কৰায়। কিছুলোকে তেতিয়াই কলগছৰ ভূৰ সাজি সেই ভূৰত উঠি ব্ৰহ্মপুত্ৰ নদীয়েদি ভটিয়াই আহে। বাকী অংশই শদিয়া অঞ্চলতেই নিগাজীকৈ থাকিবলৈ লয়। শদিয়াত থকা অবস্থাত দেউৰী বিলাকে পূৰ্বৰ ধৰ্মানুষ্ঠান

সমূহ পুনৰ নতুনকৈ পাতি পুজা পাতল চলাবলৈ ধৰে। সেই সময়ত শদিয়াৰ নাম খুন্তুৱান আছিল। দেউৰী সকলৰ মতে খুন্তুৱান অতি পুৰণি কালত শদিয়াৰ এজন মহা প্ৰতাপী দেউৰী ৰজা আছিল। মূল বাসস্থান এৰি খুন্তুৱানৰ ৰাজ্যত দেউৰী সকলৰ ধৰ্ম আৰু সমাজ সংস্কৃতি এক নতুন ৰূপত গঢ় লৈ উঠে। ১১৮৯-১৫২৩ খ্ৰীঃলৈ শদিয়া বা খুন্তুৱান ৰাজ্যত এক নতুন পৰিবৰ্ত্তিত যুগৰ সুচনা হয়। জনা মতে ছোটনাগপুৰ, ছোটিয়া নাগপুৰৰ দ্ৰাবিড়-নৃ-গোষ্ঠীয় বাংলা, উৰিয়া উপ-ভাষাভাষী হিন্দু চুতীয়াসকল পশ্চিম অঞ্চলৰ পৰা প্ৰাচীন অসমৰ উত্তৰ পূবত প্ৰৱেশ কৰে। ইতিপূৰ্বে নিগাজিকৈ বসবাস কৰি থকা তিব্বতবৰ্মী টাইশ্যান, মৰাণ, দেউৰী, বৰাহী আদি গোষ্ঠীয়ে প্ৰব্ৰজনকাৰীসকলক বাধা দিব নোৱাৰাত, নৃ-গোষ্ঠীয় লোকসকল কৌশলপূৰ্ণভাৱে স্থানীয় জনগোষ্ঠীসকলক হিন্দুকৰণ কৰাৰ অভিনৱ প্ৰচেষ্টা অব্যাহত ৰাখিল। নৃ-গোষ্ঠীয় লোকসকলৰ ভিতৰত চুতীয়াসকল শক্তিশালী আৰু আগৰণুৱা আছিল। স্থানীয় অন্যান্য জনগোষ্ঠীৰ লগত মধুৰ সম্পৰ্ক স্থাপনেৰে প্ৰাচীন মূল বাসভূমি নাগপুৰ বিৰ্দভৰ স্মৃতিৰে খুন্তুৱান দেশৰ বিদৰ্ভ নামেৰে নামকৰণ কৰে। কুণ্ডিল নগৰ বিদৰ্ভ ৰাজ্যৰ অন্তৰ্ভুক্ত হ'ল। চুতীয়া ৰাজ্য প্ৰতিষ্ঠা হল। সেই অঞ্চলত টাইশ্যাম গোষ্ঠীৰ মৰাণ বৰাহী, তিব্বতবৰ্মী দেউৰীসকল হিন্দু চুতীয়াৰ প্ৰভাৱত পৰি হিন্দু কক্ষ বৃত্তলৈ প্ৰৱেশ কৰে। আৰ্যীকৰণ প্ৰক্ৰিয়া প্ৰকট হ'ল। আৰ্য, দ্ৰাৱিড়ী অষ্ট্ৰিক আৰু মঙ্গোলীয় লোকসকলৰ মাজত ধৰ্ম, সমাজ-সংস্কৃতি আৰু ৰাজনীতিক লৈ শীতল সংঘৰ্ষ সৃষ্টি হ'ল।

চুতীয়া ৰাজত্বৰ পৃষ্ঠপোষকতাত ইতিমধ্যে নিজা ভাষা-ধৰ্ম-সংস্কৃতিৰে চলি থকা দেউৰী সকলৰ ভাষাটো ৰাজশাসনৰ স্বাৰ্থতে তেওঁলোকে নিজেও গ্ৰহণ কৰিবলৈ লয়। তেওঁলোকে দেউৰীৰ ধৰ্মীয় ভাবাদৰ্শক হিন্দুকৰণ প্ৰক্ৰিয়াৰে এক পৰিৱৰ্তিত ৰূপ দি নিজেও গ্ৰহণ কৰিবলৈ আগবাঢ়ে। পিচাচিদেমা বা তাম্ৰেশ্বৰী হিন্দুৰ কেঁচাইখাতী বা উগ্ৰতাৰা, গিৰাগিৰাচী বা কুন্দি মামা হিন্দুৰ হৰগৌৰী, পিচাদেমা বা বলিয়াবাবা হিন্দুৰ শিৱৰ স্থান দখল কৰা আদিয়ে ইয়াৰ উদাহৰণ। এই প্ৰক্ৰিয়া গ্ৰহণ কৰাৰ বাবে চুতীয়া ৰাজত্বত সেই ঠাইৰ সকলো জনগোষ্ঠীক একত্ৰিত কৰি ৰাজশাসন চলোৱা সুচল হৈছিল কিয়নো দেউৰীসকলৰ ধৰ্মীয় বিশ্বাস সেই সময়ত সকলো গোষ্ঠীৰ লোকে মানি চলিছিল। চুতীয়া ৰাজত্বৰ সময়তেই শদিয়াৰ তাম্ৰেশ্বৰী মন্দিৰত নৰবলি প্ৰৱৰ্তন হৈছিল বুলি জনা যায়। আনুমানিক ১২ শতিকাৰ পৰা প্ৰায় ২০০ বছৰ ধৰি চলা চুটিয়া ৰাজত্বই দেউৰী সকলৰ মূল বাসভূমিৰ ভাবাদৰ্শৰ ওপৰত প্ৰচণ্ড হেঁচা





মৰাৰ ফলত তেওঁলোকৰ ধৰ্ম, ভাষা, সমাজ সংস্কৃতি সকলোতে হিন্দু কৰণৰ চাপ পৰিল। দেউৰী সকলো মূলধৰ্মৰ পৰা পথভ্ৰষ্ট হৈ চুতীয়া ৰজাৰ দিনত হিন্দু শাক্ত পূজাৰী হোৱাৰ অজুহাতত নিজকে হিন্দু চুতীয়া সম্প্ৰদায়ৰ লোক বুলি ক'বলৈ কুণ্ঠাবোধ নকৰিলে। আন নালাগে হিন্দু চুতীয়াসকলে মঙ্গোলীয় দেউৰীসকলৰ গইনা লৈ তেওঁলোক মঙ্গোলীয় বংশোদ্ভৱ বুলি ক'বলৈ প্ৰয়াস কৰিলে।

খ্ৰীঃ দ্বাদশ শতিকাত শদিয়া অঞ্চলত ৰাজনৈতিক প্ৰতিষ্ঠা লাভ কৰা চুতীয়া ৰজাসকলে নিজকে ভীষ্মকৰ বংশধৰ বুলি চিনাকি দিয়ে। ইয়াৰ দ্বাৰা প্ৰমাণিত হয় যে, বহু আগতেই চুতীয়াসকল উত্তৰ ভাৰতৰ আৰ্য-সংস্কৃতিৰ প্ৰভাৱত পৰিছিল। (অসমৰ ইতিহাস পৃঃ ৮৩) দেউৰীসকল স্বতন্ত্ৰীয়া মঙ্গোলীয় মূলৰ জাতি আৰু চুতীয়াসকলৰ লগত এওঁলোকৰ মিল নাই। চুতীয়াসকল যে ভাৰতৰ পশ্চিম অঞ্চলৰ দ্ৰাবিড়ী নৃ-গোষ্ঠীৰ লোক নৃ-তত্ববিদ ডেল্টন চাহাবে কৈছে "অশমীয়া চুতীয়া আৰু নাগপুৰীয়া চুতীয়া গুৰিতে একেঠাইৰ মানুহ" বুলি কোৱা কথাষাৰৰ যথাৰ্থতা সেয়েহে নথকা নহয়; এতিয়া কথা হ'ল দেউৰীসকল এনে পৰিস্থিতিৰ ধামখুমীয়াত পৰি নিজত্ব মূল চৰিত্ৰ এৰি ৰজা অনুযায়ী প্ৰজাৰ ভেশ জুৰিব লগীয়া অৱস্থাত পৰি নিজকে চুতীয়া বুলি ক'বলৈও কুণ্ঠাবোধ নকৰা কথাটো অস্বীকাৰ কৰিব লগীয়া নহয়। কিন্তু তেওঁলোকৰ ওপৰত হিন্দু কৰণ প্ৰক্ৰিয়াই যেনেদৰে প্ৰভাৱ পেলালে ইয়ে দেউৰীসকলৰ মূল চৰিত্ৰ কিছুহ'লেও সলনি কৰি দিলে। তথাপি তাৰ মাজতে নিজস্ব ধৰ্মীয় ভাষাকৃষ্টি বজাই ৰাখি এটা জাতি হিচাপে চিনাকি দিবলৈ সক্ষম হোৱা পৰিলক্ষিত হৈছে।

অনুমানিক ১৭ শতিকাৰ ভিতৰত দেউৰী সকল শদিয়াৰ পৰা অসমৰ নামনিলৈ প্ৰব্ৰজন হয়। কোন সময়ত কি কি কাৰণত, তেওঁলোক শদিয়া এৰি আহিব লগীয়া হ'ল সঠিক বিৱৰণ জনা নাযায় যদিও পূৰ্বতে উল্লেখ কৰা কাৰণ সমূহৰ দৰে চুবুৰীয়া জাতি আবৰ আৰু মিচিমিৰ লগত বৈবাহিক সুত্ৰে লগা কাজিয়াও এটা কাৰণ বুলি এচাম লোকে অভিমত প্ৰকাশ কৰে। এওঁলোকৰ যুদ্ধৰ প্ৰতি একেবাৰে ধাউতি নাছিল। আনহাতে আবৰ আৰু মিচিমি লোক অতি শক্তিশালী আছিল। তেওঁলোক যুদ্ধ-বিগ্ৰহত পাৰ্গত হোৱাত দেউৰী লোকৰ বহুতকে নৃশংসভাৱে হত্যা কৰিছিল। এনেবোৰ নিষ্ঠুৰ পৰিস্থিতিৰ সন্মুখীন হৈ দেউৰীসকলে আঘাত পালে আৰু নিজৰ পৰাজয় অনিৰ্বাৰ্য বুলি ধৰি লৈ লগতে তেনে পৰিস্থিতিত পূজা-পাতলৰ বাবে উপযুক্ত পৰিবেশ নহ'ব বুলি ভাবি শদিয়া এৰি গুচি অহাটোকে সিদ্ধান্ত লয়। আন কিছুমানৰ মতে ১৮১৭ চনত ব্ৰহ্মদেশৰ পৰা মানসকল অসম আক্ৰমণ কৰিবলৈ আহোতে

প্ৰথমে দেউৰীসকলৰ লগত ভেটাভেটি হৈছিল। দেউৰীসকলেও পাৰ্যমানে মান সকলৰ লগত যুদ্ধত লিপ্ত হৈছিল। কিন্তু পৰাক্ৰমী মানৰ লগত হোৱা যুদ্ধত তিষ্ঠিব নোৱাৰি দেউৰী সকল হতাশ হ'ব লগীয়া হৈছিল। বহুতো দেউৰী লোক মানৰ হাতত মৃত্যু হ'ল। আনকি বহুতো দেউৰী মানুহক তেওঁলোকে বলপূৰ্বকভাৱে তেওঁলোকৰ দেশলৈ লৈ গৈছিল। এনেবোৰ অশুভ পৰিস্থিতিৰ সন্মুখীন হোৱাত দেউৰীসকল মৰ্মাহত হৈ শদিয়া এৰি নামনিলৈ গুচি অহাটোকে ঠিৰাং কৰিছিল। শদিয়া এৰি গুচি অহাৰ কাৰণ দুই ধৰণে পোৱা গৈছে। কৰুণ পৰিস্থিতিৰ সন্মুখীন হৈ গুচি আহোতে গোৱা তেওঁলোকৰ লোকগীতসমূহে প্ৰথম কাৰণটোকে পতিয়ন নিয়াব বিচাৰে। লোকগীত তেওঁলোকে আজিও গায়— "আবৰ ব' নাহাঙা আবৰ বচেৰে" অৰ্থাৎ আবৰ লোকে তই মই আমাৰ সকলোকে মাৰি পেলাইছে গতিকে আমি এই ঠাই এৰাটোৱে মঙ্গল হ'ব। আকৌ গাইছে কৰুণ সুৰত "মেচ্চি মেগ' চচা হুতো হুৰু চচা বউৰে বপিয়া জহানুম দে"। অৰ্থাৎ যোৱা বছৰৰ আগৰ বছৰ শকত আৰু বগাকৈ মানুহ সিহঁতেই (আবৰ বা মিচিমি) সেই ফালে দৌৰি আহিছিল। (উহ্যতঃ অৰ্থাৎ আমাক খেদিবলৈ) হৃদয় বিদাৰক সুৰত আকৌ গাইছে— "চচপা তিকেৰে তিকে মেদাং দাং, মইনা বেলেলে দাকিয়া চাৰম অ"" অৰ্থাৎ মইনাহঁত তোমালোকে গছত ঔটেঙা লগাৰ দৰে লমে লমে লাগিছা বা উঠি আহিছা কিন্তু এয়া কি হৈ গ'ল? বলিশালৰ ছাগলী বেবোৱাৰ দৰে তোমালোকৰো অৱস্থা হ'ল। এনে পৰিস্থিতিৰ মাজতে দেউৰী সকল শদিয়াৰ পৰা গুচি আহিব লগীয়া হৈছিল। উপায়ন্তৰ হৈ দেউৰীসকল শদিয়া এৰি গুচি অহাৰ মানসেৰে চাৰিখেলৰ মানুহে কেইবাখন কলগছৰ ভূৰ বান্ধিলে। খেল অনুযায়ী ভূৰত উঠাৰ আগতে শদিয়াত চাৰি ফৈদৰ আৰাধ্যা ভগৱান গিৰা-গিৰাচি, পিচা দেমা (বলিয়া বাবা), পিচাচি দেমা (তাম্ৰেশ্বৰী) আৰু পাতৰ শাললৈ বিদায় বেলা পূজা পাতল দিয় সেৱা জনাই ভূৰত উঠি বৰলুইতৰ বুকুত ভূৰ মেলি দিলে। সেয়েহে গীতত গায়— "শদিয়া ৰাজত অই চাৰিশাল গোসাঁনী তাঁলৈ নমস্কাৰ কৰো" ভটিনী সোঁতত ভূৰ মেলি দিলে হয় কিন্তু তেওঁলোক যাব ক'লৈ গন্তব্য স্থান কি নিজেই নাজানে। তেওঁলোকৰ সিদ্ধান্ত উঠি অহা ভূৰ য'ত লাগিব ত'তেই নামিব। এক অনিশ্চয়তাৰ মাজেৰে আহি আহি বিধিৰ বিধান চাৰিফৈদৰ দিবঙীয়া ফৈদৰ ভূৰ এখন মাজুলীত লাগিল। মাজুলীত নামি চিৰাম নামৰ গাঁও এখন পাতিলে তাত বহু বছৰ থাকিলে। শুনামতে এই গাঁৱৰ পৰাই বহু বছৰৰ পিচত উত্তৰ পাৰলৈ গৈ বিভিন্ন ঠাইত গাঁও পাতিছিল। কিছুলোকৰ মতে কেৱল দিবঙীয়া ফৈদেই নহয় টেঙাপনীয়া





আৰু বৰগঞা ফৈদৰো কেইখনমান ভূৰ মাজুলীত ৰৈ গৈছিল। দিবঙীয়া ফৈদৰ আন এখন ভূৰ পোনে পোনে নামনিলৈ আগবাঢ়ি গ'ল। সেইখনৰ মানুহবোৰ প্ৰথমে নামি প্ৰতিষ্ঠা কৰা গাঁওখনেই ডেউৰী গাঁও বা ডেৰগাঁও। ডেৰগাঁও এৰি ক্ৰমে উত্তৰলৈ আহি দুখন গাঁও প্ৰতিষ্ঠা হ'ল। বৰ্তমানৰ যোৰহাটৰ নামদেউৰী আৰু ওপৰদেউৰী। আনফালে মাজুলীৰ চিৰাম দেউৰীৰ পৰাই বৰ্তমানৰ টেমেৰা দেউৰী গাঁও আৰু বালি দেউৰী গাঁও সৃষ্টি হয়। বৃহত সংখ্যক লোক উত্তৰ পাৰৰ বিভিন্ন ঠাইলৈ গৈ বৰদেউৰী, কিনাপথাৰ, বৰগঞা লিখক চাপৰি, চিচি, ধুনাগুৰি আদি নাম দি গাঁও পাতিবলৈ লয়। টেঙাপনীয়া ফৈদ আৰু বৰগঞা ফৈদৰ ভূৰ শিৱসাগৰ জিলা পানী-দিহিঙত লাগি ৰৈ যায়। টেঙাপনীয়া সকলে টেঙাপানী গাঁও প্ৰতিষ্ঠা কৰে। বৰগঞা সকলৰো কিছু লোক ওচৰতে থাকি বাকীলোক ৰাঙলী বা কোৰোকানী লৈ গৈ গাঁও পাতি থাকিল। দেউৰী সকলৰ আন এটা ফৈদ যিটো কালৰ সোঁতত হেৰাই যোৱা বুলি কোৱা হয় পাতৰ গঞা সকল। কিংবদন্তিমতে তেওঁলোক ভটিয়নী সোঁতত গৈ নগাঁও জিলাৰ মৰিগাঁও পায়। ঠাই ডোখৰ পোৱাত ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰলৈ যাবৰ বাবে লগত নিয়া বাঁহেৰে জখলা বান্ধি লয় আৰু নদীৰ পাৰত লগাই মানুখিনি দক্ষিণ পাৰলৈ যাত্ৰা কৰে আৰু গাঁও পাতিবলৈ লয়। শুনা মতে সেই সময়ত সেই অঞ্চলত জনবসতি শূন্য আছিল। জখলা বান্ধি পাৰ হৈ বসবাস কৰাৰ বাবে ঠাই ডোখৰৰ নাম জখলাবন্ধা হ'ল। বৰ্তমান সেই অঞ্চলত বিভিন্ন জাতি গোষ্ঠীৰ সংমিশ্ৰণ হ'ল। যুদিও ইয়াৰ খিলঞ্জীয়া সম্প্ৰদায় তিৱা বা লালুং সকলেহে কালক্ৰমত এই পুৰণি গাঁওসমূহৰ পৰা বহুতো নতুন গাঁৱৰ সৃষ্টি কৰিলে। ১৯৫০ চনৰ বিধ্বংসী ভূমিকম্পত বিধস্ত হোৱাৰ পিছত নতুনকৈ সংস্থাপন বিচৰাৰ স্বাৰ্থত দিনৌ আৱিষ্কাৰ কৰি নিতৌ ন ন ঠাইত গাঁও পাতিবলৈ মানুহবিলাক আগবাঢ়িল, আনকি কিছুলোকে অতীতক সোঁৱৰি পুনৰ বিস্তিৰ্ণ শদিয়া অঞ্চললৈ প্ৰত্যাগমন কৰিবলৈ ল'লে। ভৌগোলিক ভাৱে অসমত অন্তৰ্ভূক্ত শদিয়াত বৰ্তমান তিনিওটা ফৈদৰ বহুতো গাঁও আছে। অৰুণাচল প্ৰদেশৰ মহাদেৱপুৰ নামৰ চাৰিখন গাঁৱৰ বাহিৰে বহুতো সৰুসুৰা গাঁও সৃষ্টি হ'ল। অসমত বৰ্তমান তিনিচুকীয়া, ডিব্ৰুগড়, শিৱসাগৰ, যোৰহাট, শোণিতপুৰ, লক্ষীমপুৰ আৰু ধেমাজি জিলাত দেউৰী লোকৰ বসতি স্থান পোৱা যায়। বৰ্তমান কামৰূপ জিলাৰ গুৱাহাটী মহানগৰতো বুজন সংখ্যক দেউৰী জনসংখ্যা আছে। সবাতোকৈ বৃহৎ দেউৰী জনসংখ্যা লক্ষীমপুৰ জিলাৰ নাৰায়ণপুৰত পোৱা যায়। অসমত থকা দেউৰী গাঁৱৰ তালিকা এখন তলত দেখুওৱা হ'ল—

**১) তিনিচুকীয়া জিলা ঃ** (১) বুঢ়াবুঢ়ী, (২) বৰবালি, (৩) কপৌ পথাৰ, (৪) টকাজান, (৫) ৰুক্মিনী আদৰ্শ, (৬) চুনপেৰা, (৭) নিতাই দেউৰী, (৮) উদয়পুৰ, (৯) বইদা বস্তি, (১০) মিলনপুৰ, (১১) ফিল বাৰী, (১২) বৰদুমচা, (১৩) জাগুন, (১৪) বান্দৰ বস্তি, (১৫) কলিয়া, (১৬) চেপাখোৱা।

**২) ডিব্ৰুগড় জিলা ঃ** (১) মেডেলা, (২) গেলগেলি, (৩) কলৌলোৱা, (৪) খামতি ঘাট।

**৩) শিৱসাগৰ জিলা ঃ** (১) ককিলা মাৰি, (২) বৰপথাৰ, (৩) শিঙিয়নী, (৪) কটিয়ৰী, (৫) টেঙাপানী, (৬) বৰগঞা, (৭) বামৰজাবাৰী, (৮) কুৰুকানী, (৯) চামুগুৰী।

**৪) যোৰহাট জিলা ঃ** (১) ওপৰদেউৰী, (২) নামদেউৰী, (৩) টেমেৰা, (৪) চিৰামদেউৰী।

**৫) শোণিতপুৰ জিলা ঃ** (১) শান্তিপুৰ, (২) ডিপোটা, (৩) চুনজুলী (৪) চটলং-১ (৫) চটলং-২ (৬) চটলং-৩ (৭) টেঙাবাৰী, (৮) ডিপুটা (৯) ককিলা, (১০) বালিজান, (১১) ডুবিয়া দফলা।

**৬) কামৰূপ জিলা ঃ** (১) সোণাইগুলি, (২) কাহিলীপাৰা, (৩) নৱগ্ৰহ, (৪) হাতীগাঁও।

**৭) লক্ষীমপুৰ জিলা ঃ** (১) লিখক চাপৰি, (২) বাঁহগড়া, (৩) কাচিকটা, (৪) কিনাপথাৰ, (৫) মাজৰচাপৰি, (৬) কেৰেকজুলি (জয়পুৰ পিচলা), (৭) দেওতোলা, (৮) পিচলা, (৯) লংকাপুৰ, (১০) গৰুবন্ধা, (১১) কটাজান, (১২) বৰদেউৰী, (১৩) উদ্দেশ্যপুৰ, (১৪) কুন্দিল নগৰ, (১৫) পিঠাগুড়ি, (১৬) বান্দৰদেৱা, (১৭) টুণিজান, (১৮) কৃষ্ণপুৰ, (১৯) ৰামপুৰ, (২০) দুসুঁতিমুখ, (২১) বাধাকৰা, (২২) পাঁচ নৈ, (২৩) ফুলবাৰী, (২৪) ইগাবা আতিগু, (২৫) বৰচাপৰি, (২৬) সন্তপুৰ দেউৰী গাঁও, (২৭) শান্তি নগৰ, (২৮) বঙ্গাল মৰা, (২৯) ধুনাগুৰী, (৩০) বালিদেউৰী, (৩১) সোণাপুৰ, (৩২) শঙ্কৰপুৰ, (৩৩) ধ্ৰুপাং।

**৮) ধেমাজী জিলা ঃ** (১) ঔগুৰি, (২) চেনিয়া দেউৰী, (৩) মাজৰবাৰী, (৪) বামচেনিয়া, (৫) বৰবাম বাঁহগড়া, (৬) বৰবাম, (৭) চিৰিপানী, (৮) জোনাই, (৯) উদয়পুৰ, (১০) কপ'গুলি, (১১) চিচিমুখ, (১২) ধুনাগুৰি, (১৩) বৰং দেউৰী, (১৪) ৰাংকপ, (১৫) কাচিকতা, (১৬) ৰম্যপুৰ, (১৭) গাই নদী, (১৮) লুহিজান, (১৯) কৌপাতনি, (২০) টাইগাৰগুৰী, (২১) দ চেনিয়া, (২২) গোগামুখ, (২৩)





বৰমুৰীয়া, (২৪) চেনীয়াঘাট।

**ভাষা সাহিত্য ঃ** দেউৰীসকল বৃহত্তৰ অসমীয়া জাতিৰ এক অবিচ্ছেদ্য অংগ। জনসংখ্যাত আন জনগোষ্ঠীতকৈ কম যদিও ঐতিহাসিক দৃষ্টিকোণেৰে চালে দেউৰী ভাষাৰ গুৰুত্ব যথেষ্ট আছে। অসমৰ অন্যান্য জনগোষ্ঠীসমূহৰ ভিতৰত অন্যতম পুৰণি জনগোষ্ঠী হিচাপে অসমীয়া ভাষাৰ শব্দ ভাণ্ডাৰলৈ দেউৰী ভাষাৰ যথেষ্ট অৱদান আছে। আৰ্য গোষ্ঠীৰ লোক অসমলৈ প্ৰব্ৰজন কৰাৰ আগত অসমত স্থানীয় তিবত বৰ্মীয় জনগোষ্ঠীয় লোকৰ নিজা কথিত ভাষা-ভাষী আৰু জনজাতীয় ভাষা-ভাষীৰ মাজত সহাৱস্থান চলিছিল ফল স্বৰূপে তিবতবৰ্মীয় জনগোষ্ঠীয় লোকৰ নিজা কথিত ভাষাসমূহ প্ৰচলিত আছিল। এই কথিত ভাষা সমূহ ইন্দো ইউৰোপীয় ভাষা মূলৰ সাহিত্যৰ লগত সমানে ফেৰ মাৰিব পৰা নাছিল যদিও বহুদিন আৰ্য্য ভাষা-ভাষী আৰু জনজাতীয় ভাষা-ভাষীৰ মাজত সহাৱস্থান চলিছিল। ফলস্বৰূপে তিবত বৰ্মীয় জনজাতীয় ভাষাৰে পৰিপূৰ্ণ হৈ ইন্দো-ইউৰোপীয় ভাষা পৰিয়ালৰ নেতৃত্বৰে অসমীয়া ভাষা গঢ়লৈ উঠে। ধ্বনিগত, ৰূপগত আৰু শব্দভাণ্ডাৰ এই তিনিটা দিশতেই অসমীয়া ভাষাৰ ওপৰত তিবতবৰ্মী জনজাতীয় ভাষাৰ প্ৰভাৱ সম্পৰ্কে ডক্টৰ বাণীকান্ত কাকতিয়ে তেখেতৰ Assamese it's Formation and Development নামৰ গৱেষণা গ্ৰন্থত প্ৰকাশ কৰিছে. অসমীয়া ভাষাৰ ধ্বনিগত ৰূপগত আৰু শব্দ ভাণ্ডাৰ এই তিনিওটা দিশত অন্যান্য জনগোষ্ঠীয় ভাষাৰ যেনেদৰে প্ৰভাৱ দেখা যায় দেউৰী ভাষাৰ ক্ষেত্ৰতো এই প্ৰভাৱ পৰিলক্ষিত হয়। বিশ্লেষাণাত্মকভাৱে পৰ্যবেক্ষণ কৰিলে এই প্ৰভাৱ সু-স্পষ্ট হৈ উঠে। ইন্দো ইউৰোপীয় ভাষা মূলৰ মূৰ্দ্ধণ্য আৰু দন্ত্য ব্যঞ্জনবৰ্গ দুটা অসমীয়া ভাষাৰ প্ৰভাৱত অসমীয়া ভাষাত দুটা বৰ্গৰ সলনি কেৱল দন্তমূলীয় ধ্বনিহে ব্যৱহাৰ হোৱা দেখা যায়। দেউৰী ভাষাৰ ক্ষেত্ৰতো মূৰ্দ্ধণ্যৰ পৰিবৰ্তে দন্ত্য বৰ্গহে ব্যৱহাৰ হয়। এয়া অসমীয়া ভাষাৰ লগত ওচৰ সম্বন্ধ প্ৰতীয়মান কৰিছে। স্বৰবৰ্ণৰ ঈ, ঊ, ঋ, অং আৰু ব্যঞ্জন বৰ্ণৰ খ, ঘ, ছ, ঝ, ট, ঠ, ড, ঢ, ণ, থ, ধ, ফ, ভ য, শ ষ, স, ক্ষ, ড়, ঢ়, ৎ, ঃ দেউৰী ভাষাত উচ্চাৰিত নহয়। দেউৰী ভাষাত হ্ৰস্ব আৰু দীৰ্ঘ স্বৰৰ পাৰ্থক্য নাই এয়া তিবৃত বৰ্মীয় ভাষা গোষ্ঠীৰ লক্ষণ। এই লক্ষণ অসমীয়া ভাষাত স্পষ্ট ভাৱে পোৱা যায়। শব্দ বিভক্তিৰ লগত 'য়া' প্ৰত্যয় যোগ হৈ যি শব্দ গঠন হয় এইয়া দেউৰী ভাষাত সু-স্পষ্ট যেনে - হা+য়া= হায়া, লা+য়া= লায়া ইত্যাদি। বড়ো আৰু আহোম ভাষাৰ স্থান বাচক আৰু নদীবাচক শব্দ ভাণ্ডাৰে যেনেদৰে অসমীয়া ভাষাক চহকী কৰিছে দেউৰী ভাষাও তাৰ কোনো গুনে কম নহয়। যেনে

— দেমা+জি= ধেমাজি, লুই+তু= লুইতু, গুণা+মুখ= গোগামুখ, পুঁজি (সোৱন)+শিৰি (সেৰকি যোৱা) = সোৱণশিৰি ইত্যাদি শব্দবোৰে অসমীয়া ভাষাৰ ফুলনি অধিক সু-শোভিত কৰি তুলিছে। মুঠতে ক'বলৈ গ'লে অসমীয়া ভাষাৰ জালিটোহে ইন্দো ইউৰোপীয় ভাষা ভাষীৰ লোক, বাগানৰ বৰ্ণাঢ্য ফুলসমূহ তিবতবৰ্মীয় জনজাতিৰ ভাষাসমূহ। সেয়েহে অসমীয়া ভাষাৰ ক্ষেত্ৰত এইটোকে কব পৰা যায় যে অসমীয়া ভাষাৰ উৎপত্তি বঙালী, উৰিয়া, হিন্দী আদি ভাষাৰ লগত একে যদিও ইয়াক স্থানীয় তিবতবৰ্মীয় ভাষাৰ ভাণ্ডাৰে ভগ্নী ৰাজ্যৰ ভাষাৰ পৰা সম্পূৰ্ণ পৃথক কৰি ৰাখিছে। তলত কিছুমান দেউৰী ভাষাৰ শব্দ আৰু অসমীয়া ভাষাৰ শব্দৰ ৰূপ দাঙি ধৰা হ'ল—

| দেউৰী | অসমীয়া | দেউৰী | অসমীয়া |
|---|---|---|---|
| আকাজি | আকাজি | তাকুম | টাঙোন |
| আকৈ | আখৈ | গেৰে | গাড়ী |
| এগয়া | এঘয়া | দাই | দদাই |
| কনিয়া | খনিয়া | গগৈ (ভাই) | গগৈ |
| কলংকতি | খোলাকটি | আৰকে-আৰে | আৰু |
| কাচ্চি | কাচি | গন | গোন্ধ |
| কাই | ককাই | দেকি | ঢেকী |
| বাই-বে | ককাই | দেকি | ঢেকী |
| বাউৰী | বাউসী | পেঁপা | পেঁপা |
| পেই | পেহী | চ্চুঁই | চূণ |
| চহলেন (গাত দিয়া | চেলেং | পেনচু | পান |
| চ্চিকুৰু | চাল | নেঙুল | নেউল |
| চচ্চং | চাং | গাতি | গাঠি |
| জক' | জোকা | গুঁই | গুৱা |
| লুইতু | লুইত | কেপে | কপাহ |
| দেমাজী (ডাঙৰ পানী) | ধেমাজী | দোব | দৰা |
| গোগা | মুখ | গুৰজি | গুৰ |
| তপিলা | তপিনা | চাচ্চিয়া | চাহ পাত |
| নেপাপু | নেফাপু | পে | পিঠাগুড়ি |





| | | | |
|---|---|---|---|
| দকচ্চা | ডোখৰ | নু | নাউ |
| মেই | মহ | বঁ | বাৰী |
| মেমেদু | মেমেধু | দাউকী | ডাউক |
| গিয়ান | জ্ঞান | জেং | জেং |
| গিয়াতি | জ্ঞাতি | কউকা | কহুৱা |
| গুদি | গুড়ি | বিৰা | বিৰিয়া |
| চ্চাৰনি | চালনি | অচাৰি | এচাৰী |
| চগন | শগুন | মুদুৰি | মধুৰী |
| তঙা | টঙালী | কুবি | খালৈ |
| দেকাগু | ডেকা | কুকাৰি | খৰাহী |
| মুকাগু | মতা | চ্চনাই (বুকুৰ) | চেনাই |
| মিচিগু | মাইকী | আৰ্চি | আইনা |
| ৰহি | ৰবি | ককিৰিং | কেকুৰা |
| হঁয় | হয় | লিহিয়া | লোহিয়া |
| দাঁ | দাঁহ | গাঁদু | গাৰু |
| হাৰ | হাড় | চাকনি | চেকনি |
| চেকল | চকল | এৰালি | শৰালি |
| শিৰি (সৰকি যোৱা) | সোৱনশিৰি (সোনসৰকা) ইত্যাদি | | |

ওপৰৰ শব্দ সমূহৰ পৰা দেউৰী ভাষা আৰু অসমীয়া ভাষাৰ সম্বন্ধ আৰু ৰূপান্তৰিত ৰূপ ধৰা পেলাব পৰা যাব। অসমীয়া ভাষাক বঙালী, উৰিয়া, হিন্দী আদি ভগ্নী ৰাজ্যৰ ভাষাৰ পৰা স্থানীয় তিব্বত বৰ্মী জনজাতি গোষ্ঠীৰ ভাষাই অলংকৃত কৰি যেনেদৰে সম্পূৰ্ণ সুকীয়া ভাষাৰ ৰূপদান কৰিছে তাত দেউৰী ভাষাৰ অবদান কোনো গুনে কম নহয়। তিবত বৰ্মী শাখাৰ চিনো তিবত ভাষা পৰিয়ালৰ অন্তৰ্ভূক্ত দেউৰী ভাষা মূলত সুৰৰ ওপৰত নিৰ্ভৰশীল। এই ভাষাত মহাপ্ৰাণ ধ্বনি নাই, নাসিকা ধ্বনি প্ৰকট আৰু সুৰ সমূহক তিনিটা ভাগত উচ্চ, মধ্যম আৰু নিম্ন হিচাপে ভাগ কৰা হয়। দেউৰী ভাষাৰ উন্নয়নৰ ক্ৰমিবাকাশ বৰ পুৰণি নহয়। তাৰ আগতে দুই এক ভাষাবিদে দেউৰী ভাষাৰ ওপৰত লিখা-মেলা কৰি পুঁথি যুগুত কৰিছে যদিও ক্ষেত্ৰ অধ্যয়নেৰে ইয়াৰ অধ্যয়ন নকৰা পৰ্যন্ত প্ৰকৃত তথ্য উদ্‌ঘাটন কৰিব পৰা নাযাব। "দেউৰী সাহিত্য সভা" (দেউৰী চ্চু-চ্চেবা চ্চেংচ্চা) দেউৰী ভাষা সাহিত্য সংস্কৃতিৰ উন্নয়নৰ বাবে

জন্ম হোৱা দেউৰী জাতিৰ এক অন্যতম সংগঠন। ইয়াৰ জন্ম হয় ১৯৬৫ চনত। চৰকাৰী পঞ্জীয়ন লাভ কৰে নং ১৫৭/৮৫-৮৬ মতে। প্ৰতিষ্ঠা কালৰে পৰা ঘাত প্ৰতিঘাতৰ মাজেৰে দেউৰী সাহিত্য সভাই দেউৰী ভাষাৰ হকে অহোপুৰুষাৰ্থ প্ৰচেষ্টা হাতত লৈ আহিছে। অসমৰ অন্যান্য জনগোষ্ঠীৰ তুলনাত দেউৰী সকলে সম্প্ৰীতি আৰু সমন্বয়ৰ প্ৰতি অধিক গুৰুত্ব দিয়ে যাৰ ফলস্বৰূপে দেউৰী সাহিত্য সভাই তেওঁলোকৰ মাতৃভাষাৰ বিকাশ আৰু প্ৰচাৰৰ বাবে বহুতো বাক্ বিতণ্ডাৰ মাজত অসমীয়া লিপিকে নিৰ্ব্বাচন কৰি লৈছিল যোৱা ১৯৮৬ চনত শিৱসাগৰ জিলাৰ টেঙাপানীত অনুষ্ঠিত হোৱা অধিবেশনত। তেতিয়াৰে পৰা দেউৰী ভাষাৰ চৰকাৰী স্বীকৃতি লাভৰ বাবে অধিক তৎপৰতাৰে চৰকাৰৰ ওচৰত দাবী উত্থাপন কৰি আহিছে। এই দাবীৰ সন্দৰ্ভত দেউৰী সাহিত্য সভাই চৰকাৰৰ লগত যোগাযোগ কৰি আছিল যদিও অসমৰ অশান্ত পৰিবেশ তথা চৰকাৰৰ পৰিবৰ্তনৰ ধামখুমীয়াত দেউৰী ভাষাক স্বীকৃতি দিব পৰা নাছিল। পৰবৰ্তী কালত ২-৩ বছৰ মানৰ পৰা দেউৰী সকলৰ কেইজনমান ব্যক্তিৰ দ্বাৰা ইংৰাজী লিপিত অধিক দুৰ্বলতা দেখুৱাই বিসম্বাদী ভাব লৈ মূল সুঁতিৰ পৰা ফালৰি কাটি এক ৰাজনৈতিক সপোন বুকুত বান্ধি 'দেউৰী চুতীয়া সাহিত্য সভা' নামেৰে দেউৰী সাহিত্য সভাৰ পঞ্জীয়ন নম্বৰটোকে পঞ্জীয়ন অফিচত কাৰচাজি কৰি নিজৰ কৰি লোৱাৰ প্ৰয়াস কৰিলে। এনে অসাংবিধানিক কাম দেউৰী জাতীয় সংগঠন তথা জনসাধাৰণৰ চকুত ধৰা পৰিল। যাৰ বাবে জনগোষ্ঠীটোৰ সুকীয়া অস্তিত্বৰ প্ৰশ্নত গভীৰ সংকটে দেখা দিলে। দেউৰী জনগণৰ সাংবিধানিক অধিকাৰ প্ৰাপ্তিত চৰকাৰৰ অৱহেলা আৰু দেউৰী চুতীয়া সাহিত্য সভা বুলি আত্মপ্ৰকাশ কৰা ভুৱা সংগঠনৰ বিৰুদ্ধে দেউৰী জনগনই এক দীঘলীয়া সংগ্ৰামলৈ আগবাঢ়িল। ইয়াত দেউৰী জনগনৰ আবেগ অনুভূতি আৰু আদৰ্শ সম্পূৰ্ণ জড়িত হৈ আছে।

ছাত্ৰ সংগঠন দুৰ্বাৰ শক্তিৰ ভাণ্ডাৰ। বৰ্তমান বিশ্বত ছাত্ৰ শক্তিয়েই অজেয় শক্তি। ইয়াক প্ৰমাণ কৰি দিছিল ভাৰতবৰ্ষৰ উত্তৰ পূৰৰ অসমৰ ছাত্ৰ সংগঠন 'সদৌ অসম ছাত্ৰ সন্থা'ই। দেউৰী সকলৰ আবেগ-অনুভূতি জড়িত মাতৃভাষা উদ্ধাৰ কৰি চৰকাৰী ঘৰত প্ৰতিষ্ঠা কৰোৱাৰ বাবে নেতৃত্ব দিবলৈ আগবাঢ়ি আহিছিল 'সদৌ অসম দেউৰী ছাত্ৰ সন্থা', দেউৰী সাহিত্য সভা' আৰু আন আন জাতীয় সংগঠন সমূহ। এই ক্ষেত্ৰত দেউৰী জাতিৰ বিশিষ্ট বুদ্ধিজীৱী, শিক্ষাবিদ, সচেতন ব্যক্তিৰ অৰিহণা কোনো গুণে কম নহয়। দেউৰী ভাষাৰ সঠিক নামকৰণত আৰু চৰকাৰী স্বীকৃতিৰ ক্ষেত্ৰত দেউৰী সাহিত্য সভাকে প্ৰমুখ্য কৰি জাতীয় সংগঠন সমূহে এইটোকে কব বিচাৰে





— (১) ভাষাবিদ সকলৰ মতে দেউৰী ভাষাটো তিব্বত বৰ্মী ভাষাগোষ্ঠীৰ এটা সকলোতকৈ পুৰণি ভাষা। এই ভাষাটো যোৱা কেইবা শতিকা ধৰি ভাৰতীয় সংবিধানত অসমৰ ভৈয়াম জনজাতি হিচাপে স্বীকৃত দেউৰী সকলেহে ব্যৱহাৰ কৰি আহিছে। সেয়েহে দেউৰী সকলৰ এই ভাষাটোৰ ওপৰত ঐতিহাসিক অধিকাৰ (Historical Prerogative) আছে আৰু সেই অধিকাৰৰ ভিত্তিত এই ভাষাটোক '**দেউৰী**' ভাষা হিচাপে স্বীকৃতি দিয়াটো বাঞ্ছনীয়।

(২) ভাৰতীয় সংবিধানৰ ইতিহাসত দেউৰী জনগোষ্ঠীক অননুন্নত জনজাতি হিচাপে স্বীকৃতি দিয়া প্ৰক্ৰিয়া আৰম্ভ হয় ১৯৩৫ চনত 'ভাৰত চৰকাৰ আইন' (Govt. of India Act. 1935) ৰ যোগেদি। দেউৰী অনুন্নত জনজাতি (Background Tribe) ৰ মৰ্য্যাদা দিয়া হয়। চুতীয়া জনগোষ্ঠীক উন্নত অসমীয়া হিন্দু সকলৰ অংশ হিচাপে তেনে কোনো মৰ্য্যাদা দিয়া নাই। স্বাধীনোত্তৰ কালতো দেউৰীসকলক জনজাতি হিচাপে অনুসূচীভূৰ্ক্ত কৰা হয় আৰু অনুসূচীত জনজাতি (Scheduled Tribe) ৰ মৰ্য্যাদা দিয়া হয়। সংবিধানত স্পষ্টভাৱে 'দেউৰী' (Deori) হিচাপে স্বীকৃতি দিয়াৰ পিছতে দেউৰী ভাষাৰ লগতে ইয়াৰ সাহিত্য সংস্কৃতি ৰক্ষণা-বেক্ষণ দিয়াটো কেন্দ্ৰীয় তথা ৰাজ্যিক চৰকাৰৰ কৰ্তব্য। সেয়েহে জাতিটোৰ অস্বিত্বৰ প্ৰতি সংকট সৃষ্টি কৰা যি কোনো কাৰ্য্য সংবিধান বিৰোধী হ'ব। সাংবিধানিক ৰক্ষণা-বেক্ষণৰ প্ৰতি সন্মান জনাই দেউৰীসকলৰ ভাষাটোক দেউৰী ভাষা হিচাপে স্বীকৃতি নিদি অসমৰ এটা বৃহৎ উন্নত (অজনজাতীয়) জনগোষ্ঠী চুতীয়াৰ সৈতে সাঙুৰি 'দেউৰী চুতীয়া' ভাষা হিচাপে দিলে ভাৰতীয় সংবিধানৰ বিধি উলংঘা কৰা হ'ব।

(৩) সম্প্ৰতি অসমৰ জনগাঁথনিত দেউৰী জনগোষ্ঠীৰ লগত চুতীয়া জনগোষ্ঠীৰ ভাষা, ধৰ্ম, সংস্কৃতি, সামাজিক ৰীতি-নীতি আদি কোনো এটা দিশতো মিল নথকাৰ পৰিপ্ৰেক্ষিতত এই দুটা ভিন্ন গোষ্ঠীৰ একীকৰণৰ কোনো যুক্তি থাকিব নোৱাৰে।

(৪) W.B. Brown চাহাবৰ An Outline Grammar of Deori Chutiya Language নামৰ পুথিখনকে মূল আধাৰ হিচাবে লৈ পৰৱৰ্তী লিখকে লিখনি আগবঢ়াইছে। কিন্তু উক্ত পুথিখনত ক'তো দুয়োটা জনগোষ্ঠীৰ মাজত মিল থকাৰ স্পষ্ট কথা উল্লেখ নাই। কেৱল চুতীয়াৰ পুৰোহিত দেউৰী বুলিহে উল্লেখ পোৱা যায়। অন্যহাতে Brown চাহাবে পুথিৰ শেষ পৃষ্ঠাত উল্লেখ কৰিছে যে, কোনো ক্ষেত্ৰ ভিত্তিক অধ্যয়ন নোহোৱাকৈ সেই সময়ৰ দেউৰী কেৰাণী, মহৰীৰ

মৌখিক কথাৰ ওপৰত আধাৰ কৰি লিখা পুথিহে। গতিকে ইয়াৰ যুক্তিযুক্ততা বিশ্লেষণযোগ্য।

(৫) ড° উপেন্দ্ৰ নাথ গোস্বামীয়ে তেওঁৰ Introduction to the Deori Language কিতাপত স্পষ্টকৈ উল্লেখ কৰিছে যে, দেউৰী ভাষা দেউৰীসকলৰ মাজতহে প্ৰচলিত।

উপৰুক্ত মূল তথ্যৰ ওপৰত ভিত্তি কৰি অসমৰ আনন্দৰাম বৰুৱা ভাষা, কলা আৰু সাংস্কৃতিক প্ৰতিষ্ঠানে এক বিজ্ঞান সন্মত বাস্তব বিশ্লেষণৰ দ্বাৰা দেউৰী আৰু চুতীয়া জনগোষ্ঠীৰ মাজত যি সমূহ সাদৃশ্য আৰু বৈসাদৃশ্য দাঙি ধৰিলে তাৰ পৰা এক স্পষ্ট মতত উপনীত হৈ দেউৰী জনগোষ্ঠীৰ ভাষা 'দেউৰী ভাষা' হিচাপে গণ্য কৰি লৈ উক্ত ভাষাক 'দেউৰী ভাষা' হিচাপে চৰকাৰে স্বীকৃতি আগবঢ়ালে। এই বিচিত্ৰ পৃথিৱীত সৰুবৰ জনগোষ্ঠীবোৰে একে লগে থাকি এখনি মোহনীয়া ফুলৰ বাগিছা তৈয়াৰ কৰাৰ দৰেই দেউৰী সকলেও নিজস্ব ভাষা সংস্কৃতিক কোনো সংকটৰ পৰা ৰক্ষা কৰি হ'লেও বজাই ৰাখি অন্যান্য জনগোষ্ঠীৰ লগত একে ভাতৃত্ববোধ সমন্বয়েৰে জীয়াই থাকিবলৈ ভাল পায়।

অসমীয়া ভাষা সাহিত্যৰ ভঁৰাললৈ দেউৰী ভাষা সাহিত্যৰ অৱদান আছে যদিও কম। দেশে স্বাধীনতা লাভ কৰাৰ পিছৰে পৰা অসমীয়া ভাষাৰ লেখক সকলৰ দৰে জনজাতীয় লেখক সকলৰ মনটো এক নৱ চেতনাই প্ৰভাৱ পেলাইছিল। একেদৰে দেউৰী ভাষাৰ লেখকৰ মনটো শিক্ষা-দীক্ষা সামাজিক প্ৰগতি আদিৰ চেতনাই প্ৰসাৰতা লাভ কৰিছিল। এই ক্ষেত্ৰত অসমীয়া ভাষাৰে লিখা আত্মপ্ৰকাশৰ স্পৃহাই জনজাতীয় লেখক তথা দেউৰী জনগোষ্ঠীৰ লেখক সকলৰ অনুপ্ৰেৰণা। নিজত্ব জাতীয় জীৱনত সামাজিক, সাংস্কৃতিক আৰু ভাষা সম্পৰ্কীয় ৰচনা আৰু অন্যান্য লিখনি অসমীয়া ভাষাৰ যোগেদি লিখি সুপ্ত, লুপ্ত আৰু জাগ্ৰত অৱস্থাৰ এক গতিশীলতা প্ৰদানেৰে অসমীয়া ভাষা সাহিত্যৰ সেৱাত মনোনিবেশ কৰিলে। অৱশ্যে সেই সময়ত জনজাতীয় লেখক হিচাপে দেউঁৰী লেখকৰ লিখনি অসমীয়া ভাষী লেখক সকলৰ লিখনিৰ সম মানদণ্ডলৈ আহিবলৈ সমৰ্থ হোৱা নাছিল। কাৰণ নিজা ভাষাৰ চিৰাচৰিত চিন্তাধাৰা আৰু ঐতিহ্যৰ পৰা ফালৰি কাটি আহি পোনপটীয়াকৈ অসমীয়া ভাষা আহৰণ আৰু আয়ত্ব কৰি মনৰ গতি প্ৰবাহক বাহক কৰিব নোৱাৰি সৃষ্টি ধৰ্মী সাহিত্যত কৃত্তিত্ব প্ৰদান কৰিবলৈ অসমৰ্থ হ'ল। দেউৰী লেখক সকলে নিজৰ মাতৃভাষাৰ যোগেদি লালিত পালিত হৈয়ো অসমীয়া ভাষাক মাতৃভাষাৰ মৰ্য্যাদা দি যি সাহিত্য





ৰচনা কৰি অসমীয়া ভাষা-সাহিত্যৰ ভড়াঁললৈ অৱিহনা আগবঢ়াইছে সেয়া অতি গুৰুত্বপূৰ্ণ। আধুনিক অসমীয়া সাহিত্যলৈ জনজাতীয় লেখক সকলে অসমীয়া ভাষাতে সাহিত্য চৰ্চা কৰাৰ লগতে জনজাতীয় সংস্কৃতি বিষয়ক পুথি আৰু প্ৰৱন্ধ লিখি অসমীয়া সাহিত্য চহকী কৰাত অৱিহণা যোগাইছে। ফালস্বৰূপে অসমীয়া পাঠকে জনজাতীয় সংস্কৃতিৰ বৈচিত্ৰময় সোৱাদ পাব পাৰিছে। তাৰ ভিতৰত দেউৰী জনগোষ্ঠীৰ লেখকৰ অৱদানো কমকৈ হ'লেও আছে। তলত কেইটামান দেউৰী লেখকৰ নাম আৰু পুথিৰ তালিকা এটি যুগুত কৰি দিয়া হ'ল।

**১) স্বৰ্গীয় ডম্বৰুধৰ দেউৰীৰ**

ক) দেউৰী সংস্কৃতি— অসম চৰকাৰৰ শিক্ষা বিভাগৰ আৰ্থিক সাহায্যৰে পুণঃ প্ৰকাশিত (১৯৬৪)

খ) দেউৰী সাধু - অসম সাহিত্য সভাৰদ্বাৰা পুণঃ মুদ্ৰিত (১৯৭৭)

**২) শ্ৰীনৃপেন দেউৰীৰ**

ক) জিম চাঁয়া বিচু চাজেবা — ১৯৭৩।

খ) জিম চাঁয়া চ্চু ইচ্চাৰেয়া — ১৯৮১।

গ) কবে নিজিমেনা — ১৯৮৭।

ঘ) কাৰিগু জুগিবা — ১৯৮৭।

ঙ) অ আ ক নিজিমেনা — ১৯৮৯।

চ) দেউৰী চ্চু দাগাৰেবা — ১৯৬৫।

ছ) জিম চাঁয়া চ্চু বিবঁ — ২০০৫।

জ) চিবাঁ পৰিবা (নতুন পাঠ) — ২০০৫।

**৩) শ্ৰীগোপাল দেউৰীৰ**—জিম চায়ায় চ্চুয় মিবৰু, ১৯৮৬।

**৪) শ্ৰীবিশ্ব দেউৰীৰ**— দেউৰী পাঠ।

**৫) শ্ৰীবিদ্যাসাগৰ দেউৰীৰ**— দেউৰী চাজেবা।

**৬) শ্ৰীমাধৱ জ্যোতি দেউৰীৰ**— দেঁওঘৰ, ১৯৯৩।

**৭) শ্ৰীনৱ কুমাৰ দেউৰীৰ**— দেউৰী অভিধান।

**৮) শ্ৰীৰাধাকান্ত দেউৰীৰ**— দেউৰী চ্চু বিবঁ, ২০০৫।

**৯) শ্ৰীহিন্দিবৰ দেউৰীৰ**—

ক) জনগোষ্ঠীয় সমস্যা অতীত বৰ্তমান ভৱিষ্যত।

খ) যুক্তি আৰু সমাজ — ২০০৭।

**১০) শ্ৰীচন্দ্ৰসিং দেউৰীৰ**— আৰাও।

**১১) শ্ৰীশশীধৰ দেউৰীৰ**— দেউৰী সমাজ আৰু সংস্কৃতি, ২০০৫।

A hand book of Deori Culture. 2005.

**১২) শ্ৰীষড়ানন দেউৰীৰ**—

ক) মুদুমা (কবিতা পুথি), ২০০৫।

খ) The Religious Practices of the Deoris. 2005

গ) জাৰিয়া ৰূপকোঁৱৰ জ্যোতি প্ৰসাদ আগৰবালা (যুটীয়া), অসম সাহিত্য সভাৰ দ্বাৰা প্ৰকাশিত, ২০০৩।

ঘ) ৰংদৈৰ মনৰ ৰং (উপন্যাস), ২০০৪।

ঙ) গিৰিচ্চিয়া (সম্পদকেন্দ্ৰ অসম), ২০০৫।

চ) গুতুঁ দেমা আৰকে গন্দৰা, ২০০৬।

ছ) মিতুৰ (গল্প), ২০০৬।

জ) বাদ'চি, ২০০৭।

ঝ) দেউৰী ভাষা-সাহিত্য সমাজ, ২০০৭।

**১৩) শ্ৰীযতীন দেউৰীৰ**—

ক) দয়াধৰ্ম- দেউৰী অধ্যয়ন চক্ৰ, ২০০৪।

খ) দেউৰী চুতীয়াৰ সম্পৰ্ক বিচাৰি।

গ) ঐতিহাসিক পটভূমিত দেউৰী জাতি (দেঃ অঃ চক্ৰ)।

**১৪) শ্ৰীলক্ষ্যপতি দেউৰীৰ**—

ক) বিপ্লৱৰ পাণ্ডুলিপি, ১৯৯৮।

খ) হৃদয় লিপি, ২০০১।

গ) তেজফুল সময়, ২০০১।

ঘ) চাঁদুয়' আমা (যুটীয়া, ২০০৬।

ঙ) নেগইবাই আচ্চ'- সম্পদ কেন্দ্ৰ অসম, **২০০৫**।

চ) বলিচন' আমিৰি, ২০০৭।

ছ) লা য়োঁ নুৱাঁনে, ২০০৮।

**১৫) শ্ৰীৰিতুপন দেউৰীৰ**—

ক) পিচ্চঁ, ২০০৭।

খ) নিৰতুমচি, ২০০৮।





গ) আইতৰিঙ' চ্চু, ২০০৮।

**১৬) শ্ৰীসুৰেন দেউৰী বৰপূজাৰীৰ**—

ক) দেউৰী সংস্কৃতিৰ আভাস, ২০০৫।

খ) আহ্বান (কবিতা), ২০০১।

**১৭) শ্ৰীচেনি দত্ত পাটিৰ দেউৰীৰ**— লাহবি (কবিতা), ২০০১।

**১৮) শ্ৰীচন্দ্ৰকান্ত বৰদেউৰীৰ**— হাবাথুৰি, ২০০৩।

**১৯) শ্ৰীদ্ৰোন চ্চাৰিয় দেউৰীৰ**— জিম চাঁয়া কচ্চিয়াহামে, ২০০০।

**২০) শ্ৰীসোনেশ্বৰ আৰিয় দেউৰীৰ**— দেউৰী আৰকে জিগুচাজেবা, ২০০৩।

**২১) শ্ৰীপ্ৰবীন কুমাৰ দেউৰীৰ**— জাৰিয় ৰূপ কোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালা (যুটিয়া), (অসম সাহিত্য সভাৰদ্বাৰা প্ৰকাশিত), ২০০৩।

**২২) শ্ৰীবগাৰাম দেউৰীৰ**— চ্চু বিবঁ দেগাৰেবা, ২০০৩।

**২৩) ড° ৰত্নেশ্বৰ দেউৰীৰ**— তাম্ৰেশ্বৰী মন্দিৰ, ২০০৪।

**২৪) শ্ৰীনৱজ্যোতি দেউৰীৰ**— দেউৰী ভাষা, ২০০৭।

**২৫) শ্ৰীবিদ্যাসাগৰ সুন্দাৰিয়ৰ**— জাৰিয় লি চ্চিতি, ২০০৬।

**২৬) শ্ৰীযুগান্ত দেউৰীৰ**— চেঁকুয় চ্চু, ২০০৮।

**২৭) শ্ৰীৰাজেশ্বৰ দেউৰীৰ**— চেঁকুয় চ্চু, ২০০৭।

**২৮) শ্ৰীলীলা দেউৰীৰ**—'চ্চিবা পাৰিবা'

শ্ৰীষড়ানন দেউৰী যুটীয়া

শ্ৰীপ্ৰবীন কুমাৰ দেউৰী, প্ৰাথমিক বিদ্যালয়ৰ পাঠ্য পুথি— ২০০৬।

শ্ৰীদেবানন্দ দেউৰী।

অসমীয়া সংস্কৃতিক মৌলিক (Original) বুলি কোৱাতকৈ যৌগিক সংস্কৃতি বুলি কোৱাটোহে সমীচিন হ'ব। কিয়নো প্ৰাচীন কালৰে পৰা অসমত নানান জাতি গোষ্ঠীৰ লোকে বসবাস কৰি নিজা নিজা একোটা সমাজ সংস্কৃতিৰো নিজকে বৰ্তাই ৰাখিছিল। এনে সংস্কৃতিৰ তুলনামূলক অধ্যয়ন আৰু পৰ্য্যালোচনা কৰিলে যৌগিক অসমীয়া সংস্কৃতিৰ উপাদানসমূহৰ বিষয়ে অনুধাৱন কৰিব পৰা যাব। খৃঃ পূঃ প্ৰথম শকিতা মানৱ পৰাই প্ৰাচীন অসমলৈ আৰ্য্য সকলৰ আগমন হয়। তেতিয়াৰে পৰা তেওঁলোকে আৰ্য্য সংস্কৃতিৰ বিস্তাৰ আৰু প্ৰসাৰতাত মনোনিৱেশ কৰিছিল ইয়াৰ আগৰে পৰা স্ব-ভাষা সংস্কৃতিত স্থানীয় জনগোষ্ঠী সমূহে চলি আজিল কিন্তু আৰ্য্য

সকলৰ অভিনৱ প্ৰচেষ্টা আৰু কৌশলত কোনো গোষ্ঠীৰ লোকে মূল চৰিত্ৰক ধৰি ৰাখিবলৈ সক্ষম নোহোৱাৰ ফলস্বৰূপে আৰ্যকৰণৰ চক্ৰত সোমাই যাবলৈ বাধ্য হ'ল। আৰ্যীকৰণ প্ৰক্ৰিয়াই জনগোষ্ঠী সমূহৰ ধৰ্মীয় ভাবধাৰাৰ মূল চৰিত্ৰত প্ৰভাৱ বিস্তাৰ কৰি কিছু হ'লেও সলনি কৰি পেলালে। আননালাগে সামাজিক সাংস্কৃতিক জীৱনটো এই প্ৰভাৱ পৰিল বিস্তৃৰ্ণ জইদাম অঞ্চলত সভ্যতা সংস্কৃতিৰ পাতনি লো দেউৰী সকলে শদিয়া অঞ্চললৈ প্ৰব্ৰজন হোৱাৰ সময়ৰে পৰা তেওঁলোকৰ যি ধৰ্মীয় আৰু সামাজিক জীৱন ধাৰা ইয়াত অসমৰ পশ্চিমৰ নৃ-গোষ্ঠীয় লোকৰ আগমনে আৰ্যীকৰণ বা হিন্দুকৰণ প্ৰক্ৰিয়াক অধিক ত্বৰান্বিত কৰিলে এই কথা ইতিমধ্যে প্ৰকাশ পাইছে. বৰ্তমান অৱস্থাত থকা অসমৰ বহুতো মঠ-মন্দিৰ একালত অনাৰ্য্য আৰু মংগোলীয় লোকৰ আছিল বুলি গম পোৱা যায়। কালক্ৰমত সেইবিলাক হিন্দু কৰণৰ প্ৰভাৱত পৰি হিন্দু বা আৰ্য্য পীঠ স্থান হিচাবে পৰিগনিত হোৱা পৰিলক্ষিত হয়। উদাহৰণ হিচাবে নীলাচলৰ কামাখ্যা মন্দিৰ, শদিয়াৰ তাম্ৰেশ্বৰী মন্দিৰ এসময়ত আৰ্য্যোত্তৰ সংস্কৃতিৰ আছিল। কিন্তু বৰ্তমান কামাখ্যা মন্দিৰ হিন্দু মন্দিৰ বা পিচাচি দেমা হিচাবে খ্যাত। তেনেদৰে শদিয়াৰ তাম্বেশ্বৰী মন্দিৰ দেউৰী সকলৰ আছিল তেওঁলোকৰ বৰগঞা ফৈদে এই মন্দিৰত উপাসনা কৰিছিল। চুটিয়া ৰাজত্বৰ সময়তে এই মন্দিৰত হিন্দু ধৰ্মৰ প্ৰভাৱ পৰে আৰু নৰবলি প্ৰথা প্ৰচলন হোৱা বুলি বিজ্ঞলোকে মতপোষণ কৰে। বৰ্তমান শদিয়াৰ তাম্ৰেশ্বৰী মন্দিৰক উগ্ৰতাৰা মন্দিৰ হিচাবে গন্য কৰা দেখা যায়। দেউৰী সকলৰ দিবঙীয়া ফৈদৰ উপাস্য দেৱতা কুন্দিমামা বা গিৰা-গিৰাচী, টেঙাপনীয়া ফৈদৰ বলিয়া বাব বা পিচা দেমা হিন্দু ধৰ্মৰ হৰ-পাৰ্বতী আৰু শিৱ নামকৰণৰ পৰাও বাচিব পৰা নাই। এইটো ঠিক যে, দেউৰী সকলৰ বৃদ্ধচামৰ সচেতন লোকসকলে হিন্দুৰ ভগৱানে হৰ পাৰ্বতী বা শিৱ দেউৰী সকলৰ কুন্দিমাম বা বলিয়াবাব একে হ'ব নোৱাৰে বুলি এতিয়াও ভাবে। কিয়নো কুন্দিমামাৰ পুত্ৰ আৰু জী সন্তান গনেশ, কাৰ্তিক আৰু লক্ষী-সৰস্বতী নহয় বলিয় বাবা আৰু তাম্ৰেশ্বৰীহে। তেওঁলোকৰ অতীত কাহিনীয়ে তেওঁলোকৰ সঠিক পৰিচয় দাঙি ধৰাত সহায় কৰে। সময় আৰু পৰিস্থিতিৰ খাতিৰত দেউৰী সকল বৰ্তমান পুৰামাত্ৰাই হিন্দু ধৰ্মৰ।

অসমৰ বিহু উৎসৱ তিৰত মঙ্গোলীয় গোষ্ঠীৰ জনজাতীয় লোকৰ যে অবদান ই ধুৰূপ। এই উৎসৱৰ লগত কৃষি শয্য উৎপাদন আৰু প্ৰজনন জড়িত হৈ আছে। অসমৰ জনজাতীয় জনগোষ্ঠী সমূহে বিভিন্ন নামেৰে বিভিন্ন পদ্ধতিৰে বিহু প্ৰাচীন কালৰে পৰা চলাই আহিছে কেৱল উমৈহতিয়া পৰিবেশ সৃষ্টি নোহোৱাৰ বাবে এই





উৎসৱে সামূহিকতা লাভ কৰা নাছিল। শদিয়াত থকা অৱস্থাত দেউৰী সকলে তেওঁলোকৰ চাৰি মন্দিৰক কেন্দ্ৰ কৰি ধৰ্মীয় পূজা পাতলৰ লগত সম্পৰ্ক ৰাখি 'বিচু' উৎসৱ পালন কৰিছিল 'শদিয়া ৰাজ' কুতচ্চি কুন্দিকঁ বউনামাই আ গুনে জুনি, আগুনে জুংনা বিচ্চু চাজেৰনা, মুমাইনে জউ মুগঁ কৰি।' চুটিয়া আৰু আমোম ৰাজত্বৰ আগতেই উজনি অসমৰ জনগোষ্ঠী সমূহৰ মাজত বিহু মৰাৰ প্ৰচলন আছিল। চুটিয়া ৰাজত্বৰ সময়ত শদিয়াত তেওঁলোকে তাম্ৰেশ্বৰী মন্দিৰৰে প্ৰমুখ্যে কৰি দেউৰীৰ ধৰ্মীয় পদ্ধতি সমূহৰ ওপৰত আস্থা প্ৰকাশ কৰি নিজেও ধৰ্মীয় পন্থাবোৰ আকোৱালী লৈ এক পৰিৱৰ্ত্তিত ৰূপ দিয়াৰ দিনাৰে পৰা পৰম্পৰাগত ভাৱে চলি অহা দেউৰীৰ বিচুক সমূহীয়া ভাৱে পালন কৰা প্ৰক্ৰিয়া আৰম্ভ কৰে। পৰ্য্যায়ক্ৰমে সমূহীয়াকৈ প্ৰচন হোৱা এই বিহু আহোম ৰাজত্ব ৰূপা অন্য ৰূপ লৈ এক ৰাজকীয় জাতীয় উৎসৱ হিচাবে পালন কৰিবলৈ লয়। অসমৰ বিহু উৎসৱৰ ওপৰত এসময়ত কেইজনমান বিশিষ্ট বুদ্ধিজীৱি শিক্ষাবিদ সকলে বিৰূপ মন্তব্য প্ৰদান কৰিছিল। তেওঁলোকে বিহুক ইতৰ লোকে বা অশ্লীল নৃত্য বুলিহে আখ্যা দিছিল। বৰঞ্চ ইয়াৰ অসমৰ পৰা আঁতৰ কৰিব লাগে বুলি মন্তব্য কৰিছিল। কালক্ৰমত এনে হেন বিহু বৃহত্তৰ অসমীয়া জাতিৰ বাপতি সাহোন উৎসৱ হিচাবে পৰিগনিত হ'ল ই নিত্যান্তই সৌভাগ্যৰ কথা।

দেউৰী জনগোষ্ঠীৰ বাবে বিহু উৎসৱ অতিকৈ আদৰৰ আৰু মৰমৰ। দেউৰী সকলে ইয়াক 'বিচু' বুলি কয়। ইয়াৰ অৰ্থ 'অতি ৰং ৰহস্য' সম্ভৱত দেউৰী সকলেই অসমৰ এক মাত্ৰ প্ৰাচীন জনগোষ্ঠী যিয়ে এই ৰং ৰহস্যৰ উৎসৱটি পালন কৰাত সম্পূৰ্ণ ধৰ্মীয় অনুষ্ঠানৰ পৰা এক নীতিনিয়মৰ মাজেৰে বিচু আৰম্ভ কৰে আৰু সামৰণি পেলায়। দেউধনী উঠা এই বিচুৰ এক অংশ। বিচু পালনৰ বহুতো প্ৰকাৰ (Variety) আছে প্ৰত্যেকৰে সুকীয়া মুদ্ৰা আছে। মুদ্ৰা অনুসাৰে তাৎপৰ্য্য নিহিত থাকে দেউৰী সকলে বছৰত প্ৰধানকৈ দুটা বিচু পালন কৰে। ইবাঁকু (বহাগিয়) বিচু আৰু কেমাচি (মাগিয়) বিচু। কাতি বিহু বা আচিচ্চি বিচুক দেউৰী সকলে বিহুৰ মৰ্যদা নিদিয়ে। ইয়াক মিনচি (লখিমী) আদৰা দিন হিচাবেহে পালন কৰে। ইবাঁকু বিচুৱেই হ'ল দেউৰী সকলৰ মূল বিহু উৎসৱ। এই বিহুতে দেউৰী সকলৰ সমাজ জীৱনৰ লোকনৃত্য, লোকগীত, লোকভাষা আদিৰে মূল সংস্কৃতিৰ চৰিত্ৰ সমূহ প্ৰকাশ পায়। জইদাম অঞ্চলত চলা বিহুৰ পৰা আৰম্ভ কৰি আহোম ৰাজত্বলৈকে বিহুৰ সকলো চৰিত্ৰৰ আভাস দেউৰী বিহুত পোৱা যায়। বিহুত কণী যুঁজ, কুকুৰা যুঁজ, মহ যঁজু, মল্ল যুঁজ, জেং যুঁজ, চকতা যুঁজ, ঘিলা খেলা আদিকে ধৰি বিহুৰ গীত আৰু নৃত্যৰ প্ৰকাৰৰ

ভিতৰত আবৰব', লহৰীয়া হুৱাই ৰাঙলী, চিংপাই দেগাবা, মিদিকাবা (দেউধনী), হুচৰি, হাঁচতি, নেউল নাচ, বহুৱা নৃত্য, জেং নৃত্য, ৰাতি বিহু, মুকলি বিহু আৰু বহুতো বিহুৰ মুদ্ৰা পোৱা যায়। সপ্তাহ দিন ধৰি চলা এই বিহু প্ৰয়োজন সাপেক্ষে বাৰ দিনলৈ চলে। দেউৰী সকলে বহাগৰ বিহুক দুমাহি বিহু বুলি কয়। ইয়াৰ কাৰণ চ'ত মাহৰ শেষৰ ফালৰ পৰা পূজাৰীৰ ঘৰৰ চোতালত ৰাতি বিহু মাৰে আৰু ব'হাগৰ প্ৰথম সপ্তাহত বুধবাৰৰ দিনা গোটেই ৰাতি বিহু মাৰি ৰাতি পুৱাই দিয়াৰ নিয়ম। সেয়েহে দুমাহী বিহু বুলি কয়। এই বিহুত বলিৰ পূজা চলে। পূজাৰ লগত সম্পৰ্ক থকাৰ বাবে মাহৰ সংক্ৰান্তিত বিহু নাপাতে। সেয়েহে সমূহীয়াকৈ চলা বিহুত দেউৰী বিহু অনুষ্ঠিত নহয়। পূজা গ্ৰহন কৰিবলৈ দেউধনী উঠে। সপ্তাহ দিন ধৰি চলা এই বিহুত সকলো বয়সৰ ডেকা গাভৰু, বুঢ়া-বুঢ়ী, বোৱাৰী, ল'ৰা-ছোৱালীয়ে সমূহীয়াকৈ মুকলি ঠাইত বিহুগীত গাই নাচে। দেউৰী ডেকা গাভৰুৱে তেওঁলোকৰ বিহুগীত গোৱা বা নৃত্যৰ শ্ৰেষ্ঠতা ইয়াতে প্ৰদৰ্শন কৰে। সম্ভৱত বিশিষ্ঠ লেখক হেম বুঢ়াগোঁহাইদেৱে সেয়েহে লিখিছিল দেউৰী সকলেই অসমৰ বিহুৰ স্ৰষ্টা আৰু তাম্ৰেশ্বৰী মন্দিৰত বিহু মাৰোতে ধনকলীয়াই প্ৰথম বৰবিহুৱা আছিল। এই কথাষাবৰ যুক্তি-যুক্ততা অস্বীকাৰ কৰিব নোৱাৰি। দেউৰী সকলৰ ইবাঁকু বা ব'হাগ বিহুৰ প্ৰকাৰ বিছুমানৰ বিষয়ে চমুকৈ বৰ্ণনা কৰা হ'ল। নৃত্য ভংগীমা আৰু গীতৰ ওপৰত আধাৰ কৰি দেউৰী বিচুক প্ৰধানকৈ কেইটামান ভাগত ভাগ কৰিব পৰা যায়—

**১) চিগাদাগাৰেবা (ৰাতি পুওৱা)** ঃ চ'ত মাহৰ পৰা ৰাতি কোনো দেউৰী পূজাৰীৰ চোতালত ডেকা-গাভৰু একেলগে বিহু গাই নাচে। ঠাই ভেদে ডেকা আৰু গাভৰুৱে বেলেগে বেলেগে বিহু নাচে। ব'হাগৰ প্ৰথম বুধবাৰৰ ৰাতি গোটেই নিশা ডেকা-গাভৰুৱে গীত আৰু নৃত্যৰে ৰাতি পুৱাই দিয়ে। অশ্লীলতাৰ লেশমানো গোন্ধ নথকা এই ৰাতিৰ বিহুত গীত আৰু নাচৰ প্ৰতিযোগিতা চলে। পুৱা ভাগলৈ বোকা খেল খেলি লুতুৰি পুতুৰি হৈ বিহু মৰা দৃশ্য অতি মনোৰম।

**২) লহৰীয়া চাবা (লহৰীয়া গীত)** ঃ ব'হাগৰ বিহুত ডেকা-গাভৰু বা পুৰুষ-মহিলাই হাতত ধৰা-ধৰি কৰি মন্দিৰৰ চাৰিওফালে অথবা নিৰ্দিষ্ট স্থানত অতীত কাহিনীৰ আধাৰত ৰচিত বিহুগীত গাই মন্দিৰৰ ফালে সেৱা জনাই কৰা গীত আৰু নাচ।

**৩) আবৰ ব'** ঃ ব'হাগৰ বিহুত লহৰিয়াৰ দৰে মন্দিৰৰ চাৰিওফালে বা নিৰ্দিষ্ট স্থানত ডেকা-গাভৰু বা পুৰুষ মহিলাই এটা আনটোৰ পিছফালে কান্ধত হাত দুখন দি প্ৰায় নিৰ্দিষ্ট ঠাই আগুৰিব পৰাকৈ গীতৰ চেৱে চেৱে কেৰেলুৱা গতিৰে পদচালনা





কৰি গীতেৰে মন্দিৰলৈ সেৱা জনাই অতীতৰ শদিয়াৰ বিহু স্মৰণ কৰি গোৱা বিহুৰ এটা প্ৰকাৰ। শাৰী যিমানে দীঘল হয়, সিমানেই দৃশ্য অতি মনোৰম হয়। স্বচক্ষে দৰ্শন কৰিলে ইয়াৰ মাদকতা পোৱা যায়।

**৪) অতোদেজুৱা (হাচ চাপৰি)** ঃ ব'হাগৰ বিহুত মানুহৰ ঘৰে ঘৰে হুচৰি মৰাৰ দৰে ডেকা-গাভৰু বা পুৰুষ মহিলাই গীতৰ চেৱে চেৱে হাত চাপৰি বজায়, মাজৰ পৰাই কিছুলোকে নৃত্য কৰে। ইয়াত বাদ্য যন্ত্ৰ হিচাপে এযোৰ তাল ব্যৱহাৰ কৰে। অৱশ্যে ঠাই ভেদে অলপ বেলেগো হ'ব পাৰে।

**৫) মিদিকাবা (দেওধনী নৃত্য)** ঃ দেওধনী দেউৰী বিহুৰ এক সুকীয়া বৈশিষ্ট্যৰে পৰিপূৰ্ণ। বিশে, ভাৱে ব'হাগৰ বিহুৰ সময়ত পূজাৰ ভাগ গ্ৰহণ কৰিবলৈ গাত দেৱতা লম্ভিত হৈ নিৰ্দিষ্ট লোকৰ মাজত দেওধনী উঠে। ইয়াত পুৰুষো হ'ব পাৰে মহিলাও হ'ব পাৰে। দেৱতা লম্ভিত এই লোকজনে বলি পূজাৰ দিনা কেঁচা তেজ প্ৰসাদ হিচাপে গ্ৰহণ কৰে আৰু ৰাইজে বিচৰা অনুযায়ী দেওধনীয়ে ভৱিষ্যৎ বাণী কয়। কোনো লোকে তামোল-পাণেৰে সেৱা কৰি সুধিলে তেওঁৰ অপায়-অমঙ্গল বা বিপদ বিঘিনি গীতৰ জৰিয়তে বৰ্মনা কৰি ইয়াৰ প্ৰতিকাৰৰ উপায় দিয়ে। শেষৰ ভাগলৈ ঢোল-তালৰ বাদ্যযন্ত্ৰেৰে বজোৱা উলহ-মালহত দেওধনী নৃত্য কৰে ইয়াকে মিদিকাবা বোলে।

**৬) হিচৰি লাবা (হুঁচৰি লোৱা)** ঃ অসমৰ অন্যান্য জনগোষ্ঠীৰ হুঁচৰিতকৈ দেউৰী হুঁচৰিৰ কিছু পাৰ্থক্য আছে। এই হুঁচৰি মন্দিৰত সমূহীয়া আলোচনা সাপেক্ষে লোৱাৰ নিয়ম। যিমানেই ডাঙৰ গাঁও নহওক এটা বা দুটা দলতহে বিভক্ত হৈ হুঁচৰি আৰম্ভ কৰে। প্ৰত্যেকৰ ঘৰত হুঁচৰি গোৱা নিয়ম আৰু হুঁচৰি দলত প্ৰত্যেকৰ ঘৰৰ পৰা প্ৰতিনিধি যোগ দিয়াটো বাধ্যতামূলক। দেউৰী হুঁচৰিৰ নামতি, টেকেলা, নাচনী আদি থাকে। হুঁচৰিৰ সময়ত প্ৰত্যেকৰ ঘৰত কেঁচা, গোটা বাঁহ বৰ্গক্ষেত্ৰাকাৰত খুঁটা পুতি বান্ধি সজ্জিত কৰা হয়। প্ৰত্যেকৰ হাতত একোডালকৈ বাঁহৰ লাখুটি বা ফৰ্মুটি সহ হুঁচৰি দলটি আহি নিয়মৰ মাজেৰে বান্ধি দিয়া দীঘল বাঁহত হুচুৰি গীতৰ চেৱে চেৱে কোবাই দিয়া নিয়ম। হুঁচৰিৰ শেষলৈকে দীঘল বাঁহ ফালি থৈ যোৱাৰ পিছত হুঁচৰিৰ নামত গৃহস্থৰ পৰা দান দক্ষিণা গ্ৰহণ কৰি আৰ্শীবাদ দি অন্য ঘৰলৈ গুচি যায়। দেউৰী বিহুৰ ই এটা গুৰুত্বপূৰ্ণ উপাদান।

**৭) নেঙুল জামা (নেউল নাচ)** ঃ বিহুৰ সম.ত নাইবা নিৰ্দিষ্ট ঠাইত বিহুগীতৰ চেৱে চেৱে নেউলৰ দৰে জঁপিয়াই জঁপিয়াই নচা এটা নৃত্য। ইয়াকে নেউল জামা

বোলে। ডেকা বা পুৰুষ সকলৰ মাজত আবদ্ধ থকা এই নাচ উপভোগ্য ব'হাগ বিৰুৰ ই এক গুৰুত্বপূৰ্ণ উপাদান।

**৮) বহুৰা লাগাবা (বহুৱা ভাও)** ঃ দেউৰীৰ ব'হাগ বিহুৰ ই এটা গুৰুত্বপূৰ্ণ উপাদান। পৰম্পৰাগত জনবিশ্বাস মতে গাঁৱত জমা হোৱা অপশক্তি, ব্যাধি, বেমাৰ আদিক বিনাশ কৰিবৰ বাবে এই বহুৱা ভাও (ভেশচন)ৰ জৰিয়তে খেদি দিয়াৰ নিয়ম। ইয়াত বিশেষকৈ পাহুৱাল ডেকা ল'ৰা কেইজনমান মন্দিৰত বাছি লোৱা হয়। ব'হাগ বিহু বিদায়ৰ পিছত অপশক্তি বেমাৰ, ব্যাধিকো বিদায় দিয়াৰ উদ্দেশ্যে পূজাৰীৰ সিদ্ধান্ত অনুযায়ী পিছৰ সপ্তাহত উক্ত ডেকা ল'ৰা কেইজনক সন্ধিয়া লগাৰ লগে লগে বিশেষ মন্ত্ৰপুত কৰি মন্দিৰৰ পৰা যুৱীয়া যুৱীয়াকৈ গাঁৱৰ এমূৰৰ পৰা হল'-ল'-ল' শব্দ উচ্চাৰণেৰে পঠিয়াই দিয়া হয় উক্ত দল সমূহে মন্দিৰত সেৱা কৰাৰ সময়ত গছৰ ডাল-পাত বহন কৰি সম্পূৰ্ণ বনৰীয়া সাজত যোৱাৰ নিয়ম। প্ৰত্যেক ঘৰত লাখুটিৰে কোবাই কোবাই অৱশেষত গাঁৱৰ সিমূৰত য'ত মানুহ নাথাকে তাতে শেষ কৰি গাৰ বস্ত্ৰ সলাই গা ধুই গোটেই ৰাতি বাহিৰত কটাই দিব লাগে। বহুৱাই ঘৰ কোবাই যোৱাৰ পিছত বছৰটোৰ বাবে গাঁৱত কোনো বেমাৰ-আজাৰ, অপায়-অমঙ্গল নহয় বুলি এক জন প্ৰবাদ আছে. উক্ত দিনতেই পিঠা বনাই বিভিন্ন প্ৰজাতিৰ বনশাক খোৱাৰ নিয়মো আছে।

**৯) মজায়া নিমা (দীঘলীয়া সুৰ)** ঃ বিহুৰ সময়তেই বা অন্য নিজান পৰিবেশতেই হওক উঠি অহা ডেকা-গাভৰুৱে নিজৰ প্ৰেম বালপোৱাৰ জনক উদ্দেশ্যি গোৱা এক প্ৰেমমূলক লোক গীত। ইয়াক মজায়া বুলি কোৱা হয়। ইয়াৰ অৰ্থ মজা অৰ্থৎ মজা অৰ্থাৎ এবাৰ, য়া অৰ্থ লগীয়া অৰ্থাৎ ভালপোৱা জনক কোনো পৰিবেশত এবাৰৰ কাৰেণ হলেও সুৱৰি মনৰ পৰা নিগৰি ওলোৱা ভাবেৰে গোৱা গীত। এই গীতৰ পূৰ্বৰ কোনো ৰচনা নাথাকে। ই স্বতঃ স্ফূৰ্ত গীত। গাওতে বহু দীঘলকৈ সুৰ টানি গোৱাৰ বাবে দীঘলীয়া সুৰ বুলিও কোৱা হয়। ইও এক প্ৰকাৰ বিহুৰ উপাদান।

**১০) মুগনে জামা (মুকলি বিহু)** ঃ দেউৰীৰ মুকলি বিহুৰ এক বৈশিষ্ট্য আছে। বিহু চলি থকা সময়ত বিশেষকৈ বিহুৰ অন্তিম দিনা এই বিহু স্বতঃ স্ফূৰ্ত ৰূপত প্ৰকাশ পায়। বিহুক বিদায় সম্ভাষণ জনোৱাৰ উদ্দেশ্যে মন্দিৰৰ চৌহদৰ ভিতৰত নাই বা ওচৰৰ মুকলি ঠাইত এই বিহু পতা হয়। ইয়াত এটাই বৈশিষ্ট্য মন কৰিব লগীয়া— ইয়াত সৰু ল'ৰা-ছোৱালীৰ পৰা আৰম্ভ কৰি বুঢ়া-মেথালৈকে সকলোৰে বিহুত ভাগ লয়। যিয়ে যেনেকৈ মন যায় আনন্দ উলাহত বিহু নাচে আৰু গায়।





পেঁপা, বাঁহী, তকা মাৰি, ঢোল, তাল আদি বাদ্যযন্ত্ৰ ইয়াত ব্যৱহাৰ কৰে। মন্দিৰলৈ সেৱা জনাই গোৱা বিহুগীত আৰু নাচৰ এক মনোৰম সোৱাদ ইয়াত পোৱা যায়।

**১১) চিমপাই দেগাবা** ঃ ব'হাগ বিহুৰ এক অন্যি উপাদান। মুকলি বিহুৰ পিচতে এই গীত আৰু নাচ কৰা হয়। ইয়াত বিশেষকৈ পুৰুষসকলে হাতত ধৰা ধৰি কৰি গীতৰ চেৱে চেৱে নৃত্য কৰি মন্দিৰলৈ প্ৰণিপাত জনাই চৌহদৰ চাৰিও ফালে কেইপাকমান ঘুৰাৰ লগে লগে বাকী ডেক-গাভৰুৱে বিহু গীত গাই নাচোন ভংগীৰে দ্ৰুত পদ সঞ্চালন কৰি মন্দিৰৰ পৰা কিছু দূৰলৈ যাত্ৰা কৰে। এয়া মন্দিৰৰ পৰা বিহুক বিদায় দিবৰ বাবে উলিয়াই দিয়া নিয়ম। প্ৰায় এক কিলোমিটাৰ যোৱাৰ পিছত এক নিৰ্দিষ্ট স্থানত য'ত হাবি, ঘাঁহ, বন-বিৰিণা থাকে তাতে তামোল-পাণৰ শৰাই পাতি বিহুক বিদায় দিয়াৰ মন্ত্ৰ গাই শেষত চাৰিওফালে ঘুৰি গীত নাচ প্ৰদৰ্শন কৰি সেৱা জনাই সেই স্থান এৰি দৌৰি আহে। ইয়াৰ পিছত এটা নিৰ্দিষ্ট ঠাই নিৰ্বাচন কৰি ডেকা ল'ৰাৰ মাজত মল্লযুদ্ধ চলায়. আনুষ্ঠানিক ভাৱে বিহুক এই দৰে বিদায় জনায়। অৱশ্যে ঠাই ভেদে ইয়াৰ কিছু তাৰতম্যও দেখা যায়।

কেমাচী বিচু বা মাঘ বিহু দেউৰী সকলৰ অন্যতম বিহু। এই বিহু মাঘ মাহৰ প্ৰথম সপ্তাহৰ বুধবাৰৰ পৰা আৰম্ভ কৰা হয়। এই বিহু দুই দিন হয়। ইয়াত বাহ আৰু কাঠৰ খৰি বনাই প্ৰায় ৪০-৫০ ফুট ওখকৈ মেজি সজোৱা হয়। এখন গাঁৱত এটা মেজিহে বনোৱাৰ নিয়ম। কিন্তু গাঁওখন যদি ডাঙৰ হয় দুই এখন বাঢ়িব পাৰে। ঘৰে ঘৰে মেজি বনাই ভোজভাত খোৱা দেউৰী সমাজত নিয়মৰ বাহিৰ। এই বিহু ধৰ্মীয় মন্দিৰৰ পৰাআৰম্ভ কৰি শেষ কৰাৰ নিয়ম। আজি কালিৰ দৰে মাঘৰ বিহুৰ নামত ভোজভাত খাবৰ বাবে ৰাতি অন্যৰ বাৰীৰ পৰা খৰি, খেৰ আৰু হাঁহ ছাগলী মাছ আদি চুৰ কৰি পতা বিহু দেউৰী সমস্কৃতিৰ নিয়ম বৰ্হিভূত। দেউৰী সকলে মেজি দ্বলোৱাক অগ্নি পূজা হিচাবে গণ্য কৰে। সেয়ে এই পূজাৰ বাবে প্ৰত্যেক ঘৰৰ পৰা ছান্দা বৰঙণি আৰু বাঁহ-কাঠৰ যোগান দি সূচাৰু ভাৱে মেজি জ্বলোৱাৰ কাম সম্পন্ন কৰাত গাঁৱৰ ৰাইজে অধিক গুৰুত্ব দিয়ে। মন্দিৰত বুধবাৰ দিনা পূজা কৰে। এই পূজাৰ নিৰ্মালি গধূলি মেজি বনোৱা ঠাইলৈ কৰ্ম কৰ্তা সকলৰ বাবে পঠিয়াই দিয়ে। প্ৰত্যেক ঘৰৰ ছান্দা বৰঙনিৰে ৰাতি কৰ্ম-কৰ্তা সকলে মেজি পহৰা দি ভোজভাত খাই ঢোল-তাল-পেপাঁৰে বিহু মাৰি ৰাতি পুৱাই দিয়ে। বছৰটোৰ বাবে হ'ব পৰা যিকোনো অপায় অমঙ্গল অগ্নি পূজাত যাতে বিনাশ হয় আৰু প্ৰত্যেকে সুখে-শান্তিৰে দিন অতিবাহিত কৰিব পাৰে তাৰ বাবে তামোল. পাণ. কৰাই গুৰি, কাঠ আলু আৰু অৰিহনা দি

টোপোলা বান্ধি মেজি জ্বলোৱাৰ আগে আগে জুইৰ বাবে দান কৰি সেৱা কৰে। ইয়াৰ পিছতহে প্ৰত্যেকৰ ঘৰে ঘৰে বিহু পালন কৰে। মাঘৰ বিহুত কাঠআলু খোৱা দেউৰী সমাজৰ পৰম্পৰাগত নিয়ম। মেজি জ্বলাই থাকিযোৱা খৰি বা আধা জ্বলোৱা কাঠ তেওঁএলাকৰ মতে ঘৰলৈ নি ব্যৱহাৰ কৰিব নাপায়। মন্দিৰত পূজাৰী সকলে পিছৰ দিনা আনুষ্ঠানিক ভাবে মাঘ বিহুক বিদায় দিয়ে।

**সমাজ ব্যৱস্থা ঃ** দেউৰীসকলৰ ঘৰ নিৰ্মাণ পদ্ধতি সদায় পূবা-পশ্চিমাকৈ কাঠ বাহেৰে নিৰ্মিত। এই চাংঘৰ নিৰ্মাণৰ কেইটামান পৰম্পৰাগত নিয়ম আছে। ৰাতিপুৱা শুই উঠিয়েই সূৰ্য্য দৰ্শনকৰা দেউৰী সমাজৰ নিয়ম। ভড়াল ঘৰ সদায় চোতালৰ সন্মুখত অলপ উত্তৰলৈ পশ্চিম মুখী কৰি বনোৱা হয়। থকা ঘৰ যৌথ পৰিয়াল হ'লে প্ৰায় একশ ফুটকৈ দীঘলকৈ, সৰু পৰিয়াল হ'লে কিছু চুটিকৈ বনোৱা হয়। তেওঁলোকৰ ঘৰবোৰ যদিও চাংঘৰ আন জনগোষ্ঠীৰ চাংঘৰৰ লগত একে নহয়। বাহ্যিক দৃষ্টিত মিচিংলোকসকলৰ চাংঘৰৰ লগত দেউৰী চাংঘৰ একেযেন লাগিলেও মূলগত পাৰ্থক্য বহুত আছে। দেউৰী চাংঘৰৰ ভিতৰত কোঠালিৰ ব্যৱস্থা আছে যিটো মিচিঙৰ ক্ষেত্ৰত নাই। চাং বনাওতে ছয়টা জাপ দি শেষৰ অৰ্থাৎ একেবাৰে ওপৰত চচ্ বা গাধৈ দিয়া থাকে। একেবাৰে পশ্চিমত পাকঘৰ থাকে। ঘৰৰ মুখীয়াল জন মাজৰ ডাঙৰ কোঠাত থাকে। ইয়াতে সাধাৰণতে পুৰুষসকল আহাৰ গ্ৰহণ কৰাৰ নিয়ম অৱশ্যে বয়স অনুপাতে ইয়াৰ তাৰতম্যও আছে। একেবাৰে পূৱত বেৰ নিদিয়াকৈ কেৱল চাঙেৰে মুকলি কোঠা এটি থাকে যাক দেউৰীসকলে মিৰ্চ্চঁ বুলি কয়। ইয়াৰ উপৰিও মিৰ্চ্চঁৰ পৰা কিছু আগলৈ অৰ্থাৎ পূবলৈ প্ৰায় পোন্ধৰ ফুটমান দীঘলকৈ কোনো চাল বেৰ নোহোৱাকৈ এটা মুকলি চাংঘৰ থাকে যাক মিৰ্চ্চঁ দাচ্চু বোলে। মিৰ্চ্চঁৰ দক্ষিণ ফাললৈও এনে ধৰণৰ আৰু এটা চাংঘৰ থাকে য'ত কোনো মানুহ আহিলে ভৰি হাত ধুব পাৰে। ইয়াক মিৰ্চ্চঁ পিচা বোলা হয়। দেউৰী চাংঘৰ কেতিয়াও টান ৰচি বা তাঁৰেৰে নাবান্ধে। পো-বোৱাৰী, শহুৰ-শাহু, ভাই-ভাই বোৱাৰী সম্পূৰ্ণ নিয়ম-নীতিৰে শৃংখলিত ভাবে থাকিবৰ বাবে কোঠালি ব্যৱস্থা এটা আদৰ্শ মূলক সামাজিক পদ্ধতি। চাং নিৰ্মাণৰ পিছত ওপৰৰ চালত ছয় জাপ দি চাৰনি কৰা হয়। চাৰনি কৰা দিনা গাঁৱৰ ৰাইজৰ সহযোগত কৰা হয়। চাৰনিৰ শেষত মুধচ মাৰোতে বেছিভাগ তললৈ নামি যায়। কেইজনমান নিপুণ লোক থাকি যায় আৰু তেওঁলোকে আনন্দমনেৰে গানগাই টমালৰ শেষ গাঁঠি দি টমালৰ তিনিপাহ ফুল বনাই থিয়কৈ গুজি থৈ অহা নিয়ম। উল্লেখিত এই সকলো পদ্ধতি মিচিঙৰ চাংঘৰৰ লগত নিমিলে।





**মৃতকৰ সৎকাৰ পদ্ধতি ঃ** দেউৰীসকল মানুহ মৰিলে শ্মশানলৈ নি খৰি দিয়া নিয়ম। সমাজত লোকজনৰ স্থান অনুযায়ী খৰি জাপ দিয়া হয়। সাধাৰণতে পূজাৰী শ্ৰেণী, উচ্চ সন্মানীয় সমাজত স্থান পোৱা লোকৰ ক্ষেত্ৰত বেছি জাপ দিয়া হয়। পাচ, সাত আৰু ন জাপলৈ খৰি দিয়া নিয়ম। জাপ অনুযায়ী পৰিয়াল বা বংশৰ লোকৰ ব্ৰত খাটিব লাগে। যি খন গাঁৱত কোনো লোক মৰে, গাঁৱৰ ৰাইজে ভড়ালৰ দুৱাৰত বগা কাপোৰ এখন আঁৰি দিয়ে। বগা কাপোৰ আঁৰি দিলে লখিমী ভড়াল চুৱা নহয়। বুলি পৰম্পৰাগত বিশ্বাস। মৰাশ শ্মশানলৈ নিনিয়া পৰ্যন্ত গাঁৱৰ (সৰু ল'ৰা ছোৱালীৰ বাদে) লোকসকলে খোৱা-বোৱা, বন্ধা-বঢ়া আৰু অন্যান্য সংকৰ্ম আদি নকৰে। পৰিয়ালত মৰা দিনাখনৰে পৰা পিণ্ড উঠোৱা বা কাজকৰ্ম শেষ নোহোৱা পৰ্যন্ত গাঁৱৰ ৰাইজসকলো সময়তে দেখা দিয়ে। সন্ধ্যা লগাৰ পৰা ৰাতিপুৱালৈকে উক্ত ঘৰত ধৰ্মপুথি পাঠ কৰা ধৰ্ম আলোচনা কৰা, যুৱচামৰ মাজত বিভিন্ন সাঁথৰ কোৱা, খেল খেলা আদি কাৰ্যই স্বাভাৱিকতে শোকসন্তপ্ত পৰিয়ালক যথেষ্ট সান্ত্বনা দিয়ে। অন্য জাতিৰ দৰে মৃত্যুৰ পূৰ্বেই মানুহটোক টনা আজোৰা কৰি বাহিৰলৈ উলিয়াই দিয়া নিয়ম দেউৰী সমাজত নাই আৰু ই নীতিবিৰুদ্ধ কাম। কিয়নো দেউৰীলোকৰ দৰ্শনমতে এইটো মৃত্যুমুখী লোকজনক কৰা জঘন্য কৰ্ম বুলি ভাবে। নিজৰ জীৱনত অশেষ কষ্ট কৰি আৰ্জিত গৃহৰ ভিতৰতে শেষ নিশ্বাস ত্যাগ কৰাটো নিয়ম। মৰাশটো বাহিৰলৈ উলিয়াই মৃতকৰ হাত আৰু জীৱিত কোনো লোকৰ হাত একেলগ কৰি আঙুলিৰ ফাকেৰে ধান সৰকাই লখিমীক ঘৰতে ধৰি ৰখাৰ নিয়ম। লগে লগে কঁপালত কণী এটা ভাঙি দি কঁপালি পিন্ধাই চাঙিত উঠাই তিনিবাৰ ঘূৰাই ঘৰৰ পৰা উলিয়াই লৈ যায়। নৈ জান জুৰি পাৰ হওঁতে এৰা সূতা দীঘলকৈ মেলি দিয়ে যাতে মৃতকৰ আত্মাই সূতাডালেৰে পাৰ হৈ যাব পাৰে।

আত্ম হত্যা কৰা, কোনো লোকে হত্যা কৰা, গৰ্ভত সন্তান থকা অৱস্থাত মৃত্যু হোৱা লোকক ঘৰৰ ভিতৰৰ পৰা সাধাৰণ দুৱাৰেদি পাৰ নকৰাই নতুনকৈ দুৱাৰ কাটি সিফালেদি উলিয়াই লৈ যায়। তেনেলোকক খৰি দিয়া নহয় আৰু পিণ্ড ধৰাৰো নিয়ম নাই। সাধাৰণভাৱে মৃত্যু হোৱালোকৰ শ্মশানত চিতাৰ ওপৰত উঠাই দিয়াৰ আগে আগে খৰিৰ জাপ অনুযায়ী চাৰিওফালে এৰা সূতাসহ, জুঁইৰ মুঠিৰে পিণ্ডধাৰী লোকৰ লগত ঘূৰোৱা হয়। পিণ্ডধাৰীজনৰ দ্বাৰা মুখাগ্নি কৰা হয়। চিতাৰ শেষলৈকে বয়স্থ লোক থাকি যায় আৰু সামৰি থৈ অহা নিয়ম। সৰু ল'ৰা-ছোৱালীক শ্মশানলৈ যাবলৈ দিয়া নহয়। আনকি শ্মশানৰ পৰা অহা লোকৰ ওচৰত ল'ৰা-ছোৱালীক ওচৰ

চাপিবলৈ দিয়া নহয়।

**বিবাহ পদ্ধতি ঃ** বিয়া বাৰু আৰু সমন্বয়ৰ ক্ষেত্ৰত দেউৰীসকলৰ নিয়ম কঠোৰ। এই কঠোৰতাৰ বাবেই নেকি দেউৰী সমাজত ব্যভিচাৰ কম। বিবাহ বিচ্ছেদ তেওঁএলাকৰ সমাজত প্ৰায় নাই বুলিব পাৰি। অৱশ্যে আজি কালি আধুনিক যুগত দুই এটা হোৱা গম পোৱা গৈছে। বহু বিবাহ প্ৰথা দেউৰীসমাজত নিষিদ্ধ অৱশ্যে প্ৰথম গৰাকী পত্নীৰ মৃত্যু হ'লে বা অনিবাৰ্য কাৰণত এই বিবাহত বাধা নাই। বিধবা বা বৰলাৰ বিয়াত বাধা নাই। যৌতুক ব্যৱস্থা দেউৰী সমাজত নাই কিন্তু আজি কালি অদেউৰী লোকৰ বিবাহত দিয়া যৌতুক প্ৰথাই এওঁলোকৰ মাজতো স্পৰ্শ নকৰাকৈ থকা নাই। প্ৰত্যক্ষভাৱে মাতৃপ্ৰধান নহ'লেও পৰোক্ষভাৱে মাতৃপ্ৰধানৰ গোন্ধ থকা দেউৰীসমাজত ডেকা-গাভৰুৱে ইচ্ছাকৰি সমাজত নিয়ম মানি বিবাহ পাশত আৱদ্ধ হ'ব পাৰে। সমাজত বান্ধি দিয়া নিয়মানুসাৰে একে বংশ বা নিজৰ বংশৰ মাজত বিয়া হ'ব নোৱাৰে। সমাজত ল'ৰাতকৈ ছোৱালীৰ ওপৰত পিতৃ-মাতৃৰ আদৰ দেখুওৱা, বিয়াৰ সময়ত ল'ৰা ঘৰৰ পৰা গা-ধন লোৱা প্ৰথা আৰু বিয়াৰ সময়ত ল'ৰাৰ ঘৰৰ পৰা ছোৱালীৰ ঘৰত চাংঘৰ মেৰামতি কৰি দিয়াৰ নিয়মে পৰোক্ষভাৱে মাতৃ প্ৰধান চৰিত্ৰক সমৰ্থন দিয়া যেন লাগে। সকাম নিকাম আৰু বিয়াত তামোল পাণৰ ব্যৱহাৰ অপৰিহাৰ্য্য। তামোল পাণ নহ'লে এই কাম সমূহ নচলে। প্ৰত্যেক দেউৰী ঘৰত তামোল পাণৰ গছ এজোপা হ'লেও থকাটো চাই, আৰু দৈনন্দিন জীৱনত তামোল পাণৰ অবাধ গতিত ব্যৱহাৰে অষ্ট্ৰিক লোকৰ মাজতহে প্ৰথম তামোল পাণৰ ব্যৱহাৰ বোলা কথাষাৰ পুনৰ বিশ্লেষণাযোগ্য। দেউৰী সমাজত ছোৱালীৰ তোলনী বিয়া নাপাতে। দেউৰী সমাজত বিয়া এটা সামাজিক স্বীকৃতি বুলি গণ্য কৰে। সেয়েহে হিন্দু পদ্ধতিৰ দৰে ব্ৰাহ্মণ বা হোমৰ ব্যৱস্থা নকৰে। বিয়াৰ দিনা কেৱল তেওঁলোকৰ পূজাৰী শ্ৰেণী আৰু বয়োজ্যেষ্ঠ লোকৰ উপস্থিতিৰে সমজুৱা মন্ত্ৰ গাই আশীৰ্বাদ কৰিলেই সামাজিক স্বীকৃতি লাভ কৰে। সম্বোধন বা সমন্বৰ ক্ষেত্ৰত দেউৰীসমাজ সু-শৃংখল। শহুৰ-শাহু, শহুৰ-বোৱাৰী, ভাই-বোৱাৰী আৰু বৰজনাৰ সম্বন্ধ যথেষ্ট সন্মানজনক। বৰজনাৰ আগত ভাই বোৱাৰীয়ে বহুত সংযত হ'ব লাগে। সন্মুখত মুকলিভাৱে যিকোনো বস্তু খাব নোৱাৰে। বৰজনাৰ লগত স্পৰ্শও হ'ব নাপায়। ঠিক তেনেদৰে পত্নীৰ বায়েকৰ লগত একে নিয়ম খাটে। সম্বন্ধত কণিষ্ঠজনে জ্যেষ্ঠজনক এই য়িম প্ৰদৰ্শন কৰিব লাগে।

অতীজৰ পৰা এতিয়ালৈকে দেউৰী জনগোষ্ঠীৰ এক নিজা ধৰ্মীয় চিন্তা চেতনা





আছে. তেওঁলোকৰ এই ধৰ্মীয় আচাৰ হিন্দু ধৰ্মৰ শাক্ত পন্থৰ লগত মিল আছে. গছৰ তলত, নৈৰ কাষত, হাবিৰ মাজত ধৰ্মীয় কাম কৰা কিছুমান পন্থাই হিন্দু ধৰ্মৰ লগত সাদৃশ্য দেখুৱালেও নিজৰ বৈশিষ্টকো ৰক্ষা কৰি আছে। এসময়ত দেউৰীসকলৰ এই ধৰ্মীয় চিন্তা ধাৰাই উজনি অসমত প্ৰভাব বিস্তাৰ কৰাৰ উমান পোৱা যায়। এতিয়াও শদিয়া অঞ্চলত ইয়াৰ জনপ্ৰিয়তা আছে। সকলো জনগোষ্ঠীৰ লোকে সন্মান কৰি চলে। সম্ভৱত, এই প্ৰভাৱলৈ লক্ষ্য ৰাখিয়েই মহাপুৰুষ শ্ৰীমন্ত সংকৰদেৱে বৈষ্ণৱ ধৰ্মৰ প্ৰচলনৰ প্ৰয়োজনীতা অনুভৱ কৰা নাছিল। মহাপুৰুষজনাৰ নববৈষ্ণৱ ধৰ্মৰ প্ৰচলনৰ প্ৰয়োজনীয়তা অনুভৱ কৰা নাছিল। মহাপুৰুষজনাৰ নববৈষ্ণৱ ধৰ্মত দেউৰীসকলৰ ধৰ্মীয় চিন্তা ধাৰাৰ আঁচোৰ পৰা যেন অনুমান হয়। কিয়নো শদিয়াত চাৰিশাল মন্দিৰৰ গৃহ নিৰ্মাণ ইংৰাজী 'T' আখৰৰ দৰে, মণি কুটৰ পূজাৰ নৈবেদ্য আৰু প্ৰসাদ নিজৰ স্থানত উৎপাদিত শস্য মাটিমাহ, মাটিৰ তলত পকোৱা জাতি বল, কেচা চাউল, বস্তি আৰু ধাতুৰ ফুল ইত্যাদিয়ে বৈষ্ণৱ ধৰ্মৰ প্ৰসাদৰ ওপৰত প্ৰভাৱ থকাৰ উমানদিয়ে। হিন্দু মন্দিৰৰ, ভিতৰত মূৰ্ত্তি থাকে কিন্তু দেউৰীসকলৰ চাৰিশাল মন্দিৰৰ ভিতৰত মূৰ্ত্তি নাথাকে, ই নিৰা কাৰ, নিস্তৰ ভগৱান বুলি দেউৰীলোকে বিশ্বাস কৰে। প্ৰকৃত তথ্য উদ্ধাৰৰ বাবে নিৰপেক্ষ বাস্তৱ বিশ্লেষণ বা গৱেষণাৰ প্ৰয়োজন হ'ব। তেনে কৰিলে বৃহত্তৰ অসমীয়া জাতিৰ ভাষা-সাহিত্য আৰু সাংস্কৃতিক ক্ষেত্ৰখনলৈ প্ৰত্যাক্ষ বা পৰোক্ষভাৱে আগবঢ়োৱা অৱদানসমূহ সংপৃক্ত অৱস্থাত থকা কথাটো বাৰুকৈয়ে অনুধাৱন কৰিব পাৰিব।

**সহায়ক পুথি ঃ**


১) অসমৰ জনজাতি — প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য (১৯৯১ চন)।

২) অসমীয়া সংস্কৃতিলৈ জনজাতীয় বৰঙনি— নাহেন্দ্ৰ পাদুন (১৯৯৮ চন)।

৩) দেউৰী আৰু চুটিয়া জাতিৰ সম্পৰ্ক বিচাৰি— দেউৰী অধ্যয়ন চক্ৰ, কুহিমা।

৪) দয়া-ধৰ্ম— যতীন্দ্ৰ কুমাৰ দেউৰী (২০০৪ চন)।

৫) The Deori's Original HOme Lan – Soneswar Ariay (২০০৪ চন)।

৬) দেউৰী সংস্কৃতিৰ আভাষ — সুৰেণ দেউৰী বৰপূজাৰী (২০০৪ চন)।

৭) 'জাংফাই' স্মাৰক গ্ৰন্থ ২৮ তম্ দ্বি-বাৰ্ষিক অধিবেশন 'দেউৰী সাহিত্য সভা' (২০০৫ চন)।

৮) 'আমঠু'— সদৌ লক্ষীমপুৰ জিলা ছাত্র সন্থাৰ একাংশ বাৰ্ষিক নাৰায়ণপুৰ অধিবেশন স্মৃতি গ্ৰন্থ ৭ জুন ২০০৬, বিপুল শইকীয়া, প্ৰদীপ হাজৰিকা।

৯) অসমৰ ইতিহাস— ড° নিৰোদ বৰুৱা, ড° সুবজিত বৰুৱা (২০০৭ চন)।

১০) ঐতিহাসিক পটভূমিত দেউৰী জাতি— যতীন্দ্ৰ কুমাৰ দেউৰী (২০০৮ চন)।

১১) The Joydam Festival – Joydam Festival Committee, 2008, Mahadevpur, A.P.

১২) 'ডিক্রং'— অসম সাহিত্য সভাৰ প্ৰতিষ্ঠা দিৱস আৰু পদ্মনাথ গোঁহাঞিবৰুৱা স্মৃতি দিৱস— নবায়ণপুৰ— জগত গগৈ (২০০৯)।

১৩) The Joydam Festival –Joydam Festival Committee, 2010, Mahadevpur, A.P.

১৪) 'গগণা' — শ্ৰীমন্ত শংকৰদেৱ সংঘৰ সৌজন্যত ধুবুৰী ব'হাগী উৎসৱ স্মৃতি গ্ৰন্থ — ড° উপেন্দ্ৰজিৎ শৰ্মা (২০১০ চন)।





# লেখক-লেখিকাৰ পৰিচিতি

**ড°ইবশ্বাদ আলি ঃ** জন্ম ১৯৪৬ চন। কটন মহাবিদ্যালয়ৰ স্নাতক। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা নৃ-তত্ত্ব বিভাগত স্নাতকোত্তৰ আৰু পি এইচ ডি ডিগ্ৰী লাভ। চণ্ডীগড় বিশ্ববিদ্যালয়ত অধ্যাপনা আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ নৃ-তত্ত্ব বিভাগৰ মূৰব্বী প্ৰাধ্যাপক হিচাপে অৱসৰ গ্ৰহণ। আন্তঃৰাষ্ট্ৰীয় আৰু ৰাষ্ট্ৰীয় পৰ্যায়ৰ পঞ্চাশখনৰো অধিক গৱেষণাপত্ৰৰ প্ৰকাশ। অসম সাহিত্য সভাৰ দ্বাৰা প্ৰকাশিত 'অসমৰ মানুহ' নামৰ গ্ৰন্থৰ সহকাৰী সম্পাদক আৰু বিশ্বকোষ, অষ্টম খণ্ডৰ সহকাৰী সম্পাদক।

**টাবু ৰাম টাইড ঃ** জন্ম ১৯৪২ চনত উত্তৰলক্ষীমপুৰৰ ঘুনাসুতি গাঁৱত। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা মেট্ৰিক, কলিকতা বিশ্ববিদ্যালয়ৰ পৰা আই এচ চি আৰু বি.এ., দিল্লী বিশ্ববিদ্যালয়ৰ পৰা এম.এ, ৰেডিং বিশ্ববিদ্যালয়ৰ পৰা প্ৰায়োগিক ভাষা তত্ত্ব আৰু লণ্ডন বিশ্ববিদ্যালয়ৰ পৰা দূৰশিক্ষণৰ ডিগ্ৰী লাভ কৰে। কটন কলেজৰ ইংৰাজী বিভাগৰ অধ্যাপক, উচ্চ শিক্ষা বিভাগৰ সঞ্চালক, অসম মাধ্যমিক শিক্ষা পৰিষদৰ অধ্যক্ষ, ৰাজ্যিক বাছনি পৰিষদৰ অধ্যক্ষ হিচাপে ২০০০ চনত অৱসৰ গ্ৰহণ কৰে। তেখেতৰ প্ৰকাশিত পুথি 'একুঁকি নিবন্ধ', Glimpses (ইংৰাজী প্ৰবন্ধ সংকলন), 'A Dictionary of the Mising Language' (1995), 'MISING GOMPIR KUMSUNG (2010), BANI KANTA KAKATI- THE MAN AN HIS WORKS' (সম্পাদিত ১৯৮৮), আন্তঃৰাষ্ট্ৰীয় আৰু ৰাষ্ট্ৰীয় পৰ্যায়ৰ আলোচনা চক্ৰত গৱেষণা পত্ৰ প্ৰকাশ আৰু বিভিন্ন আলোচনী-বাতৰি কাকত আৰু গ্ৰন্থত শতাধিক গৱেষণাধৰ্মী প্ৰবন্ধ প্ৰকাশ। তেখেত মিচিং সাহিত্য সভাৰ প্ৰতিষ্ঠাপক সভাপতি (১৯৭২-১৯৮০) অসম প্ৰকাশন পৰিষদ, সাহিত্য অকাডেমী, নেশ্যনেল কাউন্সিল অৱ টিছাৰ এডুকেশান আৰু নেশ্যনেল বুক ট্ৰাষ্ট আদি অনুষ্ঠানৰ লগত জড়িত।

**অনিল বড়ো ঃ** জন্ম ১৯৬১ চনৰ ৯ ডিচেম্বৰ। ২০০০ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ লোক সংস্কৃতি গৱেষণা বিভাগৰ অধ্যাপক হিচাপে যোগদান। দুকুৰীৰো অধিক ৰাষ্ট্ৰীয় আৰু আন্তঃৰাষ্ট্ৰীয় আলোচনা চক্ৰত যোগদান আৰু গৱেষণাপত্ৰ প্ৰকাশ। তেখেতৰ প্ৰকাশিত কাব্যগ্ৰন্থ চাৰিখন, সমালোচনা গ্ৰন্থ ছয়খন আৰু লোক সংস্কৃতি বিষয়ক গ্ৰন্থ তিনিখন। 'History of Bodo Literature' (সাহিত্য অকাডেমি) আৰু 'খন্থাই বিথুং' নামে প্ৰতিনিধি বড়ো কাব্য সংকলন— (সাহিত্য অকাডেমি) প্ৰকাশ। সম্প্ৰতি বড়ো তিনিমহীয়া আলোচনী 'The Bodo'-ৰ সম্পাদনাৰ কামত নিয়োজিত হৈ আছে।

**ড° বসন্ত কুমাৰ দলে ঃ** জন্ম ১৯৫৫ চনৰ ১ জুলাই। মিচিং সাহিত্য সভাৰ দুটা কাৰ্যকালৰ বাবে সভাপতি। চিলাপথাৰ মহাবিদ্যালয়ৰ ইংৰাজী বিভাগৰ অধ্যাপক হিচাপে কাৰ্যনিৰ্বাহ কৰা দলেৰ ৰচিত আৰু সম্পাদিত গ্ৰন্থ 'ফুলনিৰ ফুল' 'মন পখিলাৰ পাখি' (কবিতা পুথি), মিচিং সমাজ-সংস্কৃতিৰ সমীক্ষা, মিচিং ভাষাৰ ৰূপতত্ব, সাম্প্ৰতিক সময়ৰ দস্তাবেজ, অসম সাহিত্য সভাৰ দ্বাৰা প্ৰকাশিত আৰু সম্পাদিত গ্ৰন্থ 'অসমৰ জনগোষ্ঠী', 'অসমৰ জনগোষ্ঠীয় লোকগীত', এন. বি. টিৰ দ্বাৰা প্ৰকাশিত ইংৰাজীৰ পৰা মিচিং ভাষালৈ পাঁচখন শিশু পুথিৰ অনুবাদ, ডিব্ৰুগড় অনাতাঁৰ কেন্দ্ৰৰ প্ৰথম মিচিং জনজাতিৰ অসমীয়া ভাষাৰ গীতিকাৰ হিচাপে (১৯৮০ চনত) স্বীকৃতি।

**নিবেদিতা বড়া সন্দিকৈ ঃ** জন্ম ১৯৬৪ চনৰ ২৫ ছেপ্টেম্বৰত ধেমাজি জিলাৰ ধেমাজি নগৰত। ধেমাজি উচ্চতৰ মাধ্যমিক বিদ্যালয়ত বিষয় শিক্ষয়িত্ৰী সন্দিকৈয়ে বিভিন্ন বাতৰি কাকত আৰু আলোচনীত গৱেষণাধৰ্মী প্ৰবন্ধ প্ৰকাশ কৰিছে। তেখেতৰ ৰচিত আৰু সম্পাদিত গ্ৰন্থ 'সেউজী উপত্যকা' (কবিতা পুথি), 'সোণোৱাল কছাৰী লোক-সংস্কৃতি'। 'নাট্য চিন্তা আৰু শংকৰী সাহিত্য সংস্কৃতি' (২০০২), 'সাহিত্যৰ স্বাদ বৈচিত্ৰ্য', 'গেৰ ধৰা শস্যৰ পথাৰ', 'ফল্গু' (কবিতা সংকলন) সম্পাদনা কৰে।

**মণি ৰাভা ঃ** জন্ম ১৯৪৪ চনৰ ১ নৱেম্বৰত টিক্ৰিকিল্লাত। তেখেত মেঘালয় বিধান সভাৰ দুটা কাৰ্যকালৰ বাবে অধ্যক্ষ আছিল। তেখেতৰ প্ৰকাশিত গ্ৰন্থসমূহ হ'ল 'ছাথাৰ' (১৯৬৩), 'বিননি' (১৯৬৩), 'মোৰ পৰিচয়' (১৯৬৩), 'মন্দাকিনী', 'গুঞ্জন' (অসমীয়া কবিতা পুথি)। 'চাৰ্পাকনি খুৰাং' (ৰাভা কবিতা পুথি), 'ৰাভা বুৰঞ্জীৰ প্ৰতিধ্বনি' (১৯৭২), ৰাভা ভাষা শিকাৰ প্ৰণালী (১৯৭০) 'ৰাভা





ভাষাৰ ফকৰা-যোজনা আৰু জতুৱা ঠাঁচ' (১৯৯৪), 'হৈ মাৰু চায়', (দদান মাৰুক্ষেত্ৰীৰ কাহিনী ২০০১), 'ৰাভা সংস্কৃতিৰ ধাৰা' (১৯৭৫), 'ৰাভা সমাজৰ সামাজিক আইন আৰু দ্বন্দ্ববিধি' (১৯৯৪), Customary Law and Penal Code of the Rabhas.

**জ্যোতিৰ্ময় বৰদলৈ ঃ** জন্ম ১৯৭৮ চন। তিৱামূলীয় গৱেষক। যোৰহাট মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ অধ্যাপক বৰদলৈয়ে বিভিন্ন আলোচনী, স্মৃতিগ্ৰন্থ সম্পাদনা কৰাৰ উপৰিও 'ফাগুনৰ কবিতা ৰাতিৰ-আলাপ' নামৰ কবিতা পুথি প্ৰকাশ কৰে। বিভিন্ন আলোচনী-স্মৃতিগ্ৰন্থত দুকুৰিৰো অধিক গৱেষণাধৰ্মী প্ৰবন্ধ প্ৰকাশ।

**কাণু ৰাম হাজং ঃ** জন্ম ১৯৫৯ চনত গোৱালপাৰা জিলাৰ লক্ষীপুৰ অঞ্চলৰ ধামৰ গাঁৱত। হাজংমূলীয় এগৰাকী প্ৰতিষ্ঠিত লেখক হাজঙে কেইবাখনো গ্ৰন্থ সম্পাদনা কৰাৰ উপৰি ডেৰকুৰিৰো অধিক গৱেষণাধৰ্মী প্ৰবন্ধ প্ৰকাশ কৰিছে। তেখেত উত্তৰ-পূব ভাৰত হাজং উন্নয়ন সমিতিৰ সোণালী জয়ন্তী উৎসৱৰ স্মৃতিগ্ৰন্থৰ সম্পাদনা, 'দহাৰ' (পোহৰ) নামৰ দ্বি-ভাষিক আলোচনীখনৰ সম্পাদক।

**ৰত্নেশ্বৰ বসুমতাৰী ঃ** জন্ম ১৯৫৮ চনত বাগ্ছা জিলাৰ পূব খাগ্ৰাবাৰী গাঁৱত। তেখেতে বিভিন্ন আলোচনী, বাতৰি কাকত আৰু স্মৃতিগ্ৰন্থত তত্ত্বগধুৰ প্ৰবন্ধ প্ৰকাশ কৰাৰ উপৰি 'নাদত পৰি মৰা কেঁকোৰাবোৰৰ দৰে' (২০১০), 'সমাজ-সমস্যা-সংঘাত আৰু মোৰ চিন্তন-মনন' (২০১০) নামৰ কবিতা পুথি প্ৰকাশ কৰে।

**চাও লোকেশ্বৰ গগৈ ঃ** নগাঁও জিলাৰ ৰহাত জন্মগ্ৰহণ কৰা গগৈ এগৰাকী বিশিষ্ট সাহিতিক। অসমৰ বিভিন্ন গৱেষণাধৰ্মী আলোচনী-বাতৰি কাকত আৰু গ্ৰন্থত শতাধিক প্ৰবন্ধ প্ৰকাশ। 'অসমৰ লোক-সংস্কৃতি' নামেৰে পাঁচশ আঠানব্বৈ পৃষ্ঠাৰ এখন মূল্যৱান গ্ৰন্থ ৰচনা কৰাৰ উপৰি কেইবাখনো গ্ৰন্থ সম্পাদনা কৰিছে।

**মনালিছা ৰংপিপি ঃ** জন্ম ১৯৮০ চনত কৰবি আংলং জিলাৰ ডোগচোং গাঁৱত। কাৰবিমূলীয় এগৰাকী প্ৰতিষ্ঠিত লেখিকা ৰংপিপি ডিফু চৰকাৰী মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ অধ্যাপিকা। তেখেতে কেইবাখনো গ্ৰন্থ, আলোচনী আৰু স্মৃতিগ্ৰন্থত গৱেষণাধৰ্মী প্ৰবন্ধ প্ৰকাশ কৰিছে।

**ড° প্ৰণীতা দেৱী ঃ** জন্ম ১৯৬৬ চনত নলবাৰী জিলাৰ সোণকানি গাঁৱত। গুৱাহাটী বিশ্ববিদ্যালয়ৰ কোকৰাঝাৰ চৌহদৰ অসমীয়া বিভাগৰ মুৰব্বী অধ্যাপিকা

দেৱীয়ে 'গাৰো ভাষাৰ মৌলিক বিচাৰ' (২০০৩) 'ভাষা বিজ্ঞানৰ জিলিঙনি' (২০০৭) গ্ৰন্থ প্ৰকাশ কৰাৰ উপৰি কেইবাখনো ৰাষ্ট্ৰীয় আৰু আন্তঃৰাষ্ট্ৰীয় পৰ্যায়ৰ আলোচনা চক্ৰত গৱেষণা পত্ৰ প্ৰকাশ কৰিছে। বিভিন্ন গ্ৰন্থ, গৱেষণা পত্ৰিকা, আলোচনী আৰু স্মৃতিগ্ৰন্থত তেখেতৰ ডেৰকুৰিৰো অধিক প্ৰবন্ধ প্ৰকাশ পাইছে।

**ড° বলীন সন্দিকৈ ঃ** জন্ম ১৯৭২ চনত ডিব্ৰুগড় জিলাৰ লেজাইপানী গাঁৱত। ১৯৯৮ চনত ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ পৰা এম. ফিল. আৰু পি. এইচ. ডি. লাভ (২০০৩)। মৰাণ মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ অধ্যাপক সন্দিকৈৰ প্ৰকাশিত গ্ৰন্থ 'ভাষা চিন্তা' (২০০৭), সম্পাদিত গ্ৰন্থ 'ডিব্ৰুগড় জিলা সাহিত্য সভাৰ অধিৱেশনৰ স্মাৰকগ্ৰন্থ 'এনাজৰি', মৰাণ আঞ্চলিক ছাত্ৰ সন্থাৰ স্মাৰকগ্ৰন্থ প্ৰকাশ কৰাৰ উপৰি আন্তঃৰাষ্ট্ৰীয় আৰু ৰাষ্ট্ৰীয় পৰ্যায়ৰ কুৰিৰো অধিক গৱেষণাপত্ৰ আৰু প্ৰবন্ধ প্ৰকাশ পাইছে।

**ৰুমী খালেন ঃ** জন্ম ১৯৮১ চনৰ ১২ জানুৱাৰীত তিনিচুকীয়া জিলাৰ মাৰ্ঘেৰিটা অঞ্চলৰ ছেগুনবাৰীত। তিনিচুকীয়া মহিলা কলেজৰ অসমীয়া বিভাগৰ অধ্যাপিকা খালেনে বিভিন্ন গ্ৰন্থ, আলোচনী, স্মৃতিগ্ৰন্থত গৱেষণাধৰ্মী প্ৰবন্ধ প্ৰকাশ কৰিছে। তেখেতে চিংফৌ আৰু তুৰুং জনজাতিৰ ওপৰত গৱেষণা কৰি আছে।

**পেইম থি গোহাঁই ঃ** ডিব্ৰুগড় খনীয়া গাঁও নিবাসী টাইমূলীয় নিবন্ধকাৰ গোহাঁয়ে বিভিন্ন ৰাষ্ট্ৰীয় আৰু আন্তঃৰাষ্ট্ৰীয় পৰ্যায়ৰ আলোচনাচক্ৰত গৱেষণা পত্ৰ প্ৰকাশ কৰাৰ উপৰি 'জনজাতি সৌৰভ' নামে (২০০৯) উল্লেখযোগ্য গ্ৰন্থ সম্পাদনা কৰে।

**দেবেন তাছা ঃ** চাহ জনজাতিমূলীয় এগৰাকী বিশিষ্ট লেখক; বিভিন্ন কাকত, আলোচনী, গ্ৰন্থ আৰু স্মৃতিগ্ৰন্থত দুকুৰিৰো অধিক গৱেষণাধৰ্মী প্ৰবন্ধৰ প্ৰকাশ।

**এল চংথৌ হ্মাৰ ঃ** হ্মাৰমূলীয় এগৰাকী প্ৰতিষ্ঠিত লেখক। অসমৰ হ্মাৰসকলৰ ভাষা-সাহিত্য-সাংস্কৃতিক জীৱনৰ পৰিচয়জ্ঞাপক প্ৰবন্ধ আৰু গ্ৰন্থ ৰচনা কৰিছে। তেখেত উত্তৰ কাছাৰ পাৰ্বত্য জিলাৰ হ্মাৰ সাহিত্য সভাৰ উপ-সভাপতিৰ পদ অলংকৃত কৰাৰ উপৰি অসম সাহিত্য সভাৰ লগতো ঘনিষ্ঠভাৱে জড়িত হৈ আছে।

**বিশ্বজ্যোতি বৰ্মন ঃ** মূল বাংলা প্ৰবন্ধৰ ডিমাচামূলীয় লেখক বৰ্মন শিলচৰ অনাতাঁৰ কেন্দ্ৰৰ অনুষ্ঠান উপস্থাপক। ডিমাছা সাহিত্য সভাৰ শিলচৰ শাখাৰ





সভাপতি, ডিমাছা ভাষা-সাহিত্য-সংস্কৃতি বিষয়ক বিভিন্ন আলোচনী, স্মৃতিগ্ৰন্থত গৱেষণাধৰ্মী প্ৰবন্ধ প্ৰকাশ।

**পৰেশ চন্দ্ৰ হাজং ঃ** জন্ম ১৯৪৯ চনৰ ১ জানুৱাৰীত টিক্ৰিকিল্লা অঞ্চলৰ কাঠলবাৰীগাঁৱত। অসমীয়া আৰু হাজং দুয়োটা ভাষাত বুৎপত্তি থকা হাজঙৰ ৰচিত গ্ৰন্থ ধলপোহৰ (১৯৯৯), 'হাজং জাতি আৰু সংস্কৃতিৰ আভাস (২০০০), 'হাজং ভাষা পৰিচিতি' (২০০২), 'হাজং জনজীৱনৰ গীত-মাতৰ আঁৰে আৰে' (২০০৭), 'হাজং লোক সংস্কৃতি' (২০০৭), লোকবিশ্বাস আৰু বিজ্ঞান দৰ্শন' (২০০৮)। তেখেতে কাৰবি আংলং জিলাৰ ডিফু চৰকাৰী মীন বিভাগৰ পৰা সহকাৰী মীন বিষয়া হিচাপে অৱসৰ গ্ৰহণ কৰা হাজঙে বিভিন্ন অসমীয়া গল্প আৰু একাংকিকা নাট প্ৰতিযোগিতাত পুৰস্কাৰ পোৱাৰ উপৰিও আলোচনী, গ্ৰন্থ আৰু স্মৃতিগ্ৰন্থত শতাধিক প্ৰবন্ধ প্ৰকাশ কৰে।

**লিষ্টি ৰাভা ৰংখ ঃ** জন্ম ১৯৪৫ চনত গোৱালপাৰা জিলাৰ ছাটাবাৰী গাঁৱত। বায়দা হাইস্কুলৰ পৰা প্ৰধান শিক্ষক হিচাপে অৱসৰ গ্ৰহণ কৰা বৰ্তমান বায়দা মহাবিদ্যালয়ৰ অধ্যক্ষ। তেখেতৰ ৰচিত আৰু সম্পাদিত উল্লেখযোগ্য গ্ৰন্থ 'চায় চাৱা আঠাম' কবিতা পুথি (১৯৭৪), 'অসমনি ৰাছং গাবুৰ জ্যোতি প্ৰচাদ আগৰৱালা (২০০৩)। বিশিষ্ট ৰাভামূলীয় সাহিত্যিক ৰংখই ৰাভা অসমীয়া আৰু ইংৰাজী ভাষাত বিভিন্ন আলোচনী, বাতৰি কাকত, গৱেষণাপত্ৰিকা আৰু স্মৃতিগ্ৰন্থত শতাধিক গৱেষণাধৰ্মী প্ৰবন্ধ প্ৰকাশ কৰিছে।

**হাং মিজি হান্সে ঃ** জন্ম ১৯৬৪ চনৰ ২২ ডিচেম্বৰত কাৰবি আংলং জিলাৰ হংগ্ৰাম গাঁৱত।। কাৰ্বিমূলীয় বিশিষ্ট লেখক হান্সেৰ ৰচিত আৰু সম্পাদিত গ্ৰন্থ হীৰেণ ভট্টাচাৰ্যৰ 'সুগন্ধি পখিলা'ৰ কাৰবি অনুবাদ, 'ডৰ্জন ইছি হাংবেথান হাতামো' (চুটি গল্প সংকলন ২০০৩), কাৰবি মিথৰ সংগ্ৰহ, Old man and see (২০০৫)কাৰবি অনুবাদ)। কাৰবি আংলং জিলাৰ খেৰনি যান্ত্ৰিক উপ-সংমণ্ডল জলসিঞ্চন বিভাগৰ সহকাৰী কাৰ্যবাহী অভিযন্তা হিচাপে কাৰ্যনিৰ্বাহ কৰা হান্সে শতাধিক গৱেষণাধৰ্মী প্ৰবন্ধ বিভিন্ন আলোচনী, গ্ৰন্থ আৰু স্মৃতিগ্ৰন্থত প্ৰকাশ কৰিছে।

**বলাইৰাম সেনাপতি ঃ** তিৱা সম্প্ৰদায়ৰ এগৰাকী সুপৰিচিত লেখক। নগাঁও জিলাৰ বাৰপুজীয়া বাকৰী গাঁৱৰ নিবাসী এইগৰাকী লিখকে দুকুৰীৰো অধিক তত্বগধুৰ প্ৰবন্ধ লিখাৰ উপৰিও কেবাখনো গ্ৰন্থ সম্পাদনা কৰিছে।

**কাশীৰাম নাবেনছা ঃ** ডিমাচামূলীয় বিশিষ্ট সাহিত্যিক। বিভিন্ন আলোচনী আৰু স্মৃতিগ্ৰন্থত গৱেষণাধৰ্মী প্ৰবন্ধ প্ৰকাশ কৰাৰ উপৰিও স্মৃতিগ্ৰন্থ সম্পাদনা কৰিছে।

**পাৰুল সোণোৱাল ঃ** জন্ম ১৯৮২ চনৰ ১ জানুৱাৰীৰ নগাঁও জিলাৰ ন-খাট গাঁৱত। নগাঁও মহাবিদ্যালয়ৰ অধ্যাপিকা হিচাপে কাৰ্যনিৰ্বাহ কৰা সোণোৱালে বিভিন্ন আলোচনী, গৱেষণা পত্ৰিকা আৰু স্মৃতিগ্ৰন্থত প্ৰবন্ধ প্ৰকাশ কৰিছে।

**মনোমতী কুৰ্মী ঃ** জন্ম ১৯৫৭ চনত সোণিতপুৰ জিলাৰ চতিয়া বৰপাম-তিনিআলি গাঁৱত। তেজপুৰ মহকুমা কল্যাণ পৰিষদৰ সহকাৰী বিষয়া হিচাপে কাৰ্যনিৰ্বাহ কৰা কুৰ্মীয়ে চাহ জনজাতিৰ সামাজিক-সাংস্কৃতিক জীৱনৰ ওপৰত বিভিন্ন আলোচনী আৰু স্মৃতিগ্ৰন্থত কে'বাটাও তত্বগধুৰ প্ৰবন্ধ লিখিছে।

**ড° চাৰু চহৰীয়া নাথ ঃ** তেজপুৰ মহাবিদ্যালয়ৰ অধ্যক্ষ নাথে কে'বাখনো গ্ৰন্থ ৰচনা আৰু সম্পাদনা কৰাৰ উপৰিও বিভিন্ন আলোচনী আৰু স্মৃতিগ্ৰন্থত গৱেষণাধৰ্মী প্ৰবন্ধ প্ৰকাশ কৰিছে।

**ড° উপেন হাকাচাম ঃ** জন্ম ১৯৬০ চনত গোৱালপাৰা জিলাৰ চাটাবাৰী গাঁৱত। গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ মূৰব্বী প্ৰাধ্যাপক হাকাচামে বিভিন্ন ৰাষ্ট্ৰীয় আৰু আন্তঃৰাষ্ট্ৰীয় পৰ্যায়ৰ আলোচনী চক্ৰত শতাধিক গৱেষণা পত্ৰ প্ৰকাশ কৰিছে। ২০০৩ চনত ৰাষ্ট্ৰীয় লোকভাষা সন্মান সন্মানপ্ৰাপ্ত হাকাচামৰ প্ৰকাশিত গ্ৰন্থ— 'সতী দ্যুমকচি' (ৰাভা অসমীয়া দ্বিভাষিক নাটিকা ১৯৮৭) 'ৰংগিৰ পৰ্শুৰাম' (ৰাভা পূৰ্ণাংগ নাটক ১০৯৮), 'ৰাভা ভাষা আৰু সাহিত্য (১৯৯৭), অসমীয়া আৰু অসমৰ তিব্বতবৰ্মীয় ভাষা আৰু সাহিত্যৰ নিদৰ্শন (২০০০), অসমৰ জনজাতীয় সংস্কৃতি (২০০৫), ৰাভা ভাষা সাহিত্যৰ শেহতীয়া অগ্ৰগতিৰ সমীক্ষা (২০০২), ৰাভামিজ ভাষা আৰু নিদৰ্শন (২০০৫), Focus on the Rabhas: Language, Literature and Culture (2010), আৰু অসম সাহিত্য সভাৰ ২০০৯-১০ কাৰ্যকালৰ পত্ৰিকা সম্পাদক হিচাপে সাহিত্য সভা পত্ৰিকা সম্পাদনা।

**প্ৰবীন দেউৰী ঃ** জন্ম ১৯৬০ চনৰ ১ এপ্ৰিল। দেউৰীমূলীয় প্ৰতিষ্ঠিত লেখক দেউৰীয়ে ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ পৰা এম ফিল ডিগ্ৰী লাভ আৰু লখিমপুৰ জিলাৰ অন্তৰ্গত মাধৱদেৱ মহাবিদ্যালয়ৰ উদ্ভিদ বিজ্ঞান বিভাগৰ অধ্যাপক হিচাপে কাৰ্যনিৰ্বাহ। দুটা কাৰ্যকালৰ বাবে দেউৰী সাহিত্য সভাৰ সহকাৰী সম্পাদক আৰু





নাৰায়ণপুৰ শাখা জ্ঞান-বিজ্ঞান সমিতিৰ সভাপতি। 'জাৰিঅ জ্যোতি প্ৰসাদ আগৰৱালা' নামেৰে দেউৰী ভাষাত সম্পাদিত গ্ৰন্থ প্ৰকাশ। তেখেতে বিভিন্ন আলোচনী, বাতৰি কাকত, গ্ৰন্থ আৰু স্মৃতিগ্ৰন্থত দুকুৰীৰো অধিক দেউৰী ভাষা-সাহিত্য-সংস্কৃতি বিষয়ক গৱেষণাধৰ্মী প্ৰবন্ধ প্ৰকাশ কৰিছে।

**ড° মলিনা দেৱী ৰাভা ঃ** জন্ম ১৯৬০ চনৰ ১৭ এপ্ৰিলত গোৱালপাৰা জিলাৰ পিপলীবাৰী গাঁৱত। বিকালী মহাবিদ্যালয়ৰ অধ্যক্ষ হিচাপে কাৰ্যনিৰ্বাহ। প্ৰকাশিত গ্ৰন্থ 'অসমীয়া আৰু ৰাভা সমাজ-সংস্কৃতিৰ স্বৰূপ (১৯৯৯), ককা ৰাজেন ৰাভাৰ জীৱন আৰু কৃতী জানি লওঁ আহা (২০০০), মৌ সৰা সুৰৰ শিল্পী ৰাজেন পাম (২০০০), ৰাভা সাহিত্যৰ বুৰঞ্জী (২০০২), ৰাভা জনজীৱনঃ চিন্তা বিচিত্ৰ (২০০৭), ৰাভা-অসমীয়া-ইংৰাজী শব্দকোষ (২০০৮)। বিভিন্ন ৰাষ্ট্ৰীয় আৰু আন্তঃৰাষ্ট্ৰীয় আলোচনা চক্ৰত গৱেষণা পত্ৰ প্ৰদান আৰু পত্ৰিকা, বাতৰি কাকত, গ্ৰন্থ, স্মৃতিগ্ৰন্থ আদিত শতাধিক গৱেষণাধৰ্মী প্ৰবন্ধ প্ৰকাশ।

+++

